লক্ষ্মীনন্দন বৰাৰ

# চাৰিটা দশকৰ গল্প সমগ্ৰ

(১৯৬০ — ২০০১)

সংকলক

গোপাল জালান

চিন্তামণি প্ৰকাশন

গুৱাহাটী

'LAKSHMINANDAN BORAR SARITA DASAKAR GALPA SAMAGRA'
A collection of short stories written by Dr Lakshminandan Bora published by Anubhab Parashar on behalf of Chintamoni Praskashan Guwahati

লক্ষ্মীনন্দন বৰাৰ চাৰিটা দশকৰ গল্প সমগ্ৰ

সংকলক : গোপাল জালান
প্ৰকাশক : অনুভৱ পৰাশৰ
চিন্তামণি প্ৰকাশন, গুৱাহাটী
ফোন : ৯৮৫৪০-৭০৬১৮
প্ৰথম প্ৰকাশ : মাৰ্চ, ২০০৭
স্বত্ব : লেখক
প্ৰকাশন সহযোগী : গতি অসম, গুৱাহাটী
প্ৰচ্ছদ : মনজিৎ ৰাজখোৱা
মূল্য : ৩৯৫/- টকা
অলংকৰণ : দিলীপ কলিতা
ডি টি পি : জে দি ক্ৰিয়েশ্বন
২ নং মঠঘৰীয়া, নুনমাটি, গুৱাহাটী - ২০
আখৰ কাকত : বিকাশ জ্যোতি বৰুৱা, মনোৰঞ্জন বড়ি
মুদ্ৰণ : ফ'ৰ কালাৰ এডভাৰটাইজিং এণ্ড পাব্লিছিং
অৰুণা কমপ্লেক্স, উপ-পথ নং-৮ৰ সন্মুখত
ৰাজগড় ৰোড গুৱাহাটী - ৩
ফোন : ৯৮৬৪০-৩৩৫২৯ ৯৮৬৪০-৭৬৮২৭

# গল্পকাৰৰ একাষাৰ

মোৰ এতিয়ালৈকে প্ৰকাশিত গল্প-সংকলনৰ সংখ্যা ২৪। কালক্ৰম অনুসাৰে সংকলনসমূহ মোৰ হাতত আছে। কিন্তু শেহতীয়াকৈ প্ৰকাশিত সংকলনকেইটাৰ বাহিৰে আনবোৰ বজাৰত নথকাৰ বাবে বিচাৰি পাবলৈ টান হয়। অথচ যথেষ্টসংখ্যক সহৃদয় পঢ়ুৱৈ আছে যিসকলে মোৰ গল্পসমূহৰ কালভিত্তিক পৰিৱৰ্তন আৰু মানৰ ক্ৰমবিকাশ উপভোগ কৰিবলৈ একান্তভাৱে ইচ্ছা কৰে। সেয়েহে মোৰ নালাগে আন গল্পকাৰৰো গল্প সমগ্ৰ প্ৰকাশিত হোৱাটো প্ৰযোজনীয়। ইতিপূৰ্বে লেখক জীৱনৰ পহিলা স্তৰত লিখা ৫১টা গল্পৰ সংগ্ৰহ এটা প্ৰকাশিত হৈ গ'ল। তাত ৭খন গল্প সংকলনৰ গল্প অন্তৰ্ভুক্ত কৰা হৈছে। এইখন প্ৰকাশিত নোহোৱাহেঁতেন মোৰ 'এৰাবাৰীৰ লেছেৰি', 'গুৰুপৰ্ব', 'সখা দামোদৰ' 'পেমদা পোহাৰী' আদি গ্ৰাম্য জীৱনকেন্দ্ৰিক গল্পৰ সোৱাদ নতুন চাম পঢ়ুৱৈয়ে নাপালেহেঁতেন।

**'চাৰিটা দশকৰ গল্প সমগ্ৰ'** সম্প্ৰতি প্ৰকাশিত হৈছে— একে উদ্দেশ্য সাৰোগত কৰিয়েই। গল্পসমূহ পূৰ্বপ্ৰকাশিত দহটা সংকলনৰ পৰা লোৱা হৈছে। এইকেইটা সংকলনো বজাৰত পোৱা নাযায়। অথচ ১৯৬২ চনৰ পৰা ২০০০ চনৰ ভিতৰত লিখা গল্পসমূহত কালান্তৰৰ প্ৰভাব স্পষ্ট। একোটা গল্প এতিয়া পঢ়ি চালে নিজেই অভিভূত হওঁ আৰু আন কোনোবাই লিখা যেনহে লাগে। ইয়াত সন্নিৱিষ্ট ৭৫টা গল্পত আছে ক্ৰান্তিৰ প্ৰতিফলন। কাৰণ Every age is the age of transition। আশা কৰিছো, নতুন চামৰ পঢ়ুৱৈসকলে গল্পকেইটা পঢ়ি মোৰ এৰি অহা দিনবোৰ আৰু সামাজিক পৰিৱৰ্তনৰ কিছু আভাস পাব।

**'চাৰিটা দশকৰ গল্প সমগ্ৰ'** সংকলনটি সুৰুচিপূৰ্ণভাৱে যুগুত কৰাৰ বাবে গোপাল জালান আৰু গ্ৰন্থখনি প্ৰকাশ কৰা বাবে 'চিন্তামণি প্ৰকাশন'ৰ অনুভৱ পৰাশৰৰ শলাগ ল'লোঁ। লগতে সকলো চাইচিটি গোটাই-পিতাই দিয়াৰ বাবে পত্নী মাধুৰীকো।

১২ মাৰ্চ, ২০০৭ — ইতি

গণেশগুৰি, ৰাজবাৰী পথ, গুৱাহাটী-৫ — **লক্ষ্মীনন্দন বৰা**

## সংকলকৰ একাষাৰ

ৰামধেনু যুগৰ এগৰাকী শক্তিশালী গল্পকাৰ, ঔপন্যাসিক ড° লক্ষ্মীনন্দন বৰাই ইতিমধ্যে নিজস্ব ধাৰা সৃষ্টি কৰি লৈছে। সমান্তৰালভাৱে তেওঁ সৃষ্টি কৰিছে এচাম পঢ়ুৱৈ। সৰু সৰু মানুহ তথা গ্ৰাম্য সমাজৰ জীৱন চৰিত্ৰক প্ৰোজ্জ্বল কৰি তুলিছে তেওঁৰ গল্পসমূহত। আজি কেইবাদশকো ধৰি সাহিত্য সেৱাত ব্ৰতী ড° লক্ষ্মীনন্দন বৰাৰ গল্পপুথি বহুকেইখন প্ৰকাশ পাইছে যদিও এতিয়া সেইবোৰ বজাৰত পাবলৈ নাই। তেওঁৰ অনুগামীসকলৰ হাতত গল্পসমূহ একত্ৰে তুলি দিয়াৰ বাবেই এই সংকলনৰ প্ৰকাশ। ইয়াৰ আগতে তেওঁৰ গল্পসমূহৰ এটি সংকলন প্ৰকাশ পাইছিল। সেই সংকলনত প্ৰকাশ নোপোৱা গল্পসমূহক লৈ এই গল্প সমগ্ৰ প্ৰকাশ কৰা হৈছে। গ্ৰন্থখনি সংকলন তথা প্ৰকাশৰ ক্ষেত্ৰত বিভিন্ন ভুলভ্ৰান্তি থাকি যাব পাৰে, তাৰ বাবে আমি পঢ়ুৱৈৰ ওচৰত ক্ষমা বিচাৰিছোঁ। পঢ়ুৱৈসকলে গ্ৰন্থখনি আদৰি ল'ব বুলি আশা কৰিলোঁ।

গুৱাহাটী
২৫ মাৰ্চ, ২০০৭

গোপাল জালান

লক্ষ্মীনন্দন বৰাৰ

# চাৰিটা দশকৰ গল্প সমগ্ৰ

# সূচীপত্ৰ

১) হেমন্তৰ হিমে ধোৱা/৯
২) আপোন সুৰ/২৪
৩) মৃগতৃষ্ণা/২৯
৪) আঁউসীৰ বস্তি/৩৪
৫) নাটকীয়/৪৬
৬) দৈন্য/৫৪
৭) মাপকাঠী/৫৮
৮) কালকল্প/৬৮
৯) ঈশ্বৰৰ পৃথিবীত/৭৬
১০) সম্ভ্ৰম চেতনা/৮৭
১১) উত্তৰ সাধক/১০১
১২) এই ৰূপ এই ছন্দ/১০৭
১৩) কঠিন মায়া/১২২
১৪) পাপলগ্ন/১৩০
১৫) ঊন বিনে ৰাঁতিযে/১৩৬
১৬) প্ৰশিক্ষণ/১৪৩
১৭) সম্মোহ/১৫২
১৮) অন্তৰাগ/১৫৮
১৯) যন্ত্ৰৰ যাতনা/১৬৩
২০) ক্ষণিকা/১৭০
২১) দালাল/১৭৯
২২) দহ বছৰ/১৮৪
২৩) দৃষ্টিদুখ/১৮৯
২৪) তাম্বুলকেন্দ্ৰিক/১৯৮
২৫) দেৱতাৰ ব্যাধি/২০৪
২৬) ত্ৰৈৰাশিক/২১৪
২৭) মাজত তৃষাৰে নৈ/২২৩
২৮) লতা গোলাপ/২৩৪
২৯) শ্ৰী শংকৰৰ ক্ষমা প্ৰাৰ্থনাৰে/২৪১
৩০) দিগন্তৰ ৰং/২৫০
৩১) ৰীতা গীতা বিনীতা/২৫৮
৩২) হোদোৰ পণ্ডিত/২৬৫
৩৩) মনৰ পৰিধি/২৭৭
৩৪) আবেশ ইন্দ্ৰজাল/২৮৫
৩৫) আবেশ কুণ্ডলী/২৯৯
৩৬) আবেষ্টনী/৩০৫

৩৭) হামু বহু ৰঙ্গ/৩১০
৩৮) সেই ছোৱালীজনী/৩১৮
৩৯) তিমিৰ তৰঙ্গ/৩২৩
৪০) ৰূপ আৰু স্বৰূপ/৩৩০
৪১) প্লাৱন পৰীক্ষা/৩৪২
৪২) দৰ্শনৰ জন্ম/৩৫৬
৪৩) অৱক্ষয়/৩৬৫
৪৪) স্বীকাৰোক্তি/৩৭০
৪৫) সুৰ সঞ্জীৱনী/৩৮২
৪৬) ব্যতিক্ৰম/৩৮৯
৪৭) মহাপতন/৪০৮
৪৮) ৰাষ্ট্ৰপতি আহিব/৪১৪
৪৯) ৰক্ষক/৪২৩
৫০) গোপন প্ৰত্যাহ্বান/৪২৬
৫১) মাজত সৰিয়হ/৪৩৩
৫২) অনাস্থা/৪৪১
৫৩) প্ৰদূষণ/৪৪৮
৫৪) মনত জুই জ্বলিলে/৪৫৭
৫৫) সেহি অনুৰাগে/৪৬৫
৫৬) মন হৃদযৰ ৰূপ/৪৭৬
৫৭) আয়না/৪৮৬
৫৮) আগে নিচিনিলোঁ/৪৯১
৫৯) বছেৰা/৪৯৮
৬০) বৈষয়িক/৫০৮
৬১) চাকৰিৰ প্ৰয়োজন/৫১৪
৬২) আৰোহী/৫২০
৬৩) প্ৰত্যাখাত/৫২৬
৬৪) বান-বোকা নেওচি/৫৩২
৬৫) প্ৰেয়সী/৫৪০
৬৬) কোলাহল/৫৪৮
৬৭) আগধন/৫৫৭
৬৮) প্ৰতীক্ষা/৫৬৪
৬৯) সন্তোষৰ সন্ধানত/৫৬৭
৭০) সেই বাকচটো/৫৭২
৭১) তৃষ্ণাতুৰ/৫৭৯
৭২) প্ৰতিবাদ/৫৮৫
৭৩) প্ৰতিক্ৰিয়া/৫৮৯
৭৪) উকি/৫৯৫
৭৫) মন বিৰিখৰ জোখ/৬০২

# হেমন্তৰ হিমে ধোৱা

বিয়াৰ পিছৰ এই দহ মাহৰ ভিতৰত স্বৰ্ণাৰ মূৰৰ বিষ এটাও হোৱা নাছিল। কিন্তু এই কেইদিন তাইৰ অসুখটোৱে তাক চিন্তিত কৰি তুলিছে। তাই আগৰ দৰে হাঁহি-মাতি নুফুৰে। আবেলি মূৰ-ঘূৰণি হয। মাজে মাজে বমিও। গাটো এভাৰ যেন লাগে। হেলাই-হেফাই থাকে। ফুট গধূলিতে শোৱাপাটীত পৰে। আজি ভাতকে ৰান্ধিব নোৱাৰিলে। জ্বৰ উঠা নাই। মূৰ আচন্দ্ৰায় কৰে। অসুখটো যদি বেছিকৈয়ে হৈছে তাই কালিয়েই সকলো ক'ব পাৰিলেহেঁতেন। এতিযা অসুখীয়া মানুহজনীক এৰি যায় কেনেকৈ? তাই কিন্তু তাক অফিচলৈ যাবলৈ কয়। মিছাযে মাখিটোকে হাতীটো কৰিব নেলাগে বুলি তাৰ চিন্তা পাতলায। স্বৰ্ণাৰ যদি কিবা এটা হয, সি কেনেকৈ সহিব? কেতিযাও অসুখে লগ নোলোৱা মানুহজনীৰ যদি অসুখে বাহ লৈছে সতকাই ভাল হোৱা টান।

কিমান আশা-দশা কৰি যে সি তাইক বিয়া কৰাই আনিছিল। এই দহ মাহে তাই নতুনৰ সোৱাদ দিছে। দহ মাহৰ আগতে চহৰৰ একাষৰ এই সৰুকৈ ভাৰাঘৰটোৰ তেনেই জড অৱস্থা আছিল। পিৰালিৰ কাষে কাষে লাউৰ আগ, ভাত কেৰেলাৰ আগ বগাইছিল। ঘৰৰ আগৰ বাকৰিখনত কাৰ্শলা বনৰ পৰা চুৰিয়া কোঁচাইহে ভিতৰ সোমাব পাৰি। আলিৰ মটৰৰ ধূলিয়ে বনপাতত চামতি মাৰিছিল। চকী-টেবুলত চূণৰ দাগ। বেৰত চিগাৰেট নুমুৱাওঁতে য'তে-ত'তে ছাইৰ আঁক পৰিছিল। ঘৰৰ সৰঞ্জামৰ ভিতৰত আছিল দুখন হাত ভগা চকী আৰু এখন মেজ। সেইখন মেজৰ ওপৰতে অফিচৰ ফাইল, দুখন-এখন উপন্যাস, আৰ্চি-ফণী, চিগাৰেটৰ আধা পোৱা টুকুৰা, কিছুমান খালী জুইশলাৰ বাহ, কণ্ডেন্স মিল্কৰ টেমা আৰু প্ৰায়ে চাবি দিবলৈ পাহৰা এটা জীৰ্ণ-শীৰ্ণ টাইম-পিচ আদি হৰেক ৰকমৰ বস্তু বিশৃংখলভাবে পৰি থাকে। মাজৰ কোঠাটোত কিছুমান চাউল-দাইল আৰু ৰন্ধা-বঢ়াৰ আন আন বস্তু। তাত পচা জলকীয়াৰ গোন্ধ আৰু নিগনিৰ উপদ্ৰব। আচল ঘৰটোৰ পৰা পাকঘৰৰ মাজৰ এচমকা বাঁহনিত দুটা জাবৰৰ দ'ম আৰু এজোপা লিচু। তাক তেতিয়া তেনে অৱস্থাত দেখাহেঁতেন স্বৰ্ণা আচৰিত হ'লহেঁতেন। বিয়াৰ আগতে স্বৰ্ণাই যদি তাক চিনি পালেহেঁতেন, তাক এনে অৱস্থাত দেখি নিশ্চয় চকুলো টুকিলেহেঁতেন। এদিন সি পেটৰ অসুখত কেঁকাই থাকোঁতে মণিৰামৰ মাক আহি দৰব-পাতিৰ দিহা দি তাক কৈহে পালে— ভাল গঁৱালটোত দিন নিয়াইছা দিয়া। এনে আও মেলেন্ধুৱা মানুহ আৰু আমি দেখা নাই। তুমি এনেদৰে থকা গম পালে কোনো তিৰোতাই ঘৰ নল'ব। দুদিনতে মাকৰ ঘৰ পাবগৈ।

সি মনে মনে হাঁহিছিল। বুঢ়ীৰ ওপৰত খং উঠা নাছিল। বুঢ়ীয়ে যে তাক ইমান মৰম কৰে।

সঁচাকৈয়ে সি আও মেলেন্ধুৱাই আছিল। তাৰ মনৰ অৱস্থাও আছিল ঘৰটোৰ নিৰ্জীৱতাৰ লগত খাপ খোৱা। ভালকৈ খাব আৰু থাকিব যে লাগে পাহৰিয়েই গৈছিল। ঘৰৰ পৰিবেশতো জীৱনৰ হা-হুতাশে ৰূপ পাইছিল। সি আছিল চোকা ল'ৰা। মাইনৰ পৰীক্ষাত প্ৰথম হৈ বৃত্তি পাইছিল। মেট্ৰিকত দুটা 'লেটাৰ' লৈ প্ৰথম বিভাগত উত্তীৰ্ণ হৈ এশ-এবুৰি আশা বুকুত বান্ধি কলেজত নাম লগাইছিল। ৰূপৰ কলঙৰ সোঁতৰ ছেৰে ছেৰে মনে ঢেঁও ধৰিছিল। তেতিয়া তাৰ ঘৰত আছিল দেউতাক আৰু ভনীয়েক ৰমলা। মাক মৰাৰ সময়ত ৰমলা আঁঠু ল'ব পৰা। তাৰ কলেজীয়া অভিলাষ পূৰ নহ'ল। দ্বিতীয় বাৰ্ষিকৰ প্ৰথম ভাগতে দেউতাক ঢুকাল। ভনীয়েক ৰমলা তেতিয়া গাভৰুৱেই। সি তাইক

মোমায়েকৰ ঘৰত ৰাখি চহৰত দুবেলা টিউচন কৰি আই এ পাছ কৰিলে। তাৰ পিছতেই আৰম্ভ হ'ল সম্প্ৰতিৰ কেৰাণী জীৱন। সি এনে এটা আচম্বিত পৰিৱৰ্তন হ'ব বুলি সপোনতো ভবা নাছিল। কিন্তু দেখিলে— জীৱনক ৰঙীণ বুলি কল্পনা কৰিব পাৰি, কোনেও তাত বাধা নিদিয়ে, কল্পনাক হিয়াৰেহে অনুভৱ কৰিব নোৱাৰি। তাৰ ডেকা মনটোৱে নিজকে বুজনি দিছিল— ভাগ্যক বিশ্বাস কৰা দুৰ্বলীৰ কাম নহয়। আচলতে ভাগ্য আছে। ভাগ্যক বিশ্বাস কৰিলে ভগৱানক বিশ্বাস কৰিবই লাগিব। ভগৱান নিৰাকাৰ হৈ ভালেই কৰিছে। নহ'লে তেওঁৰ প্ৰতি অচলা ভক্তি হেৰাই গ'লহেঁতেন।

কিন্তু ভাগ্যই তাক চাৰি বছৰ কেৰাণী কৰিয়েই ৰাখিলে। ভাগ্য বা ভগৱানৰ কথা ভাবি অকালতে বুঢ়া হৈ গ'লোঁ বুলি গুজৰি-গুমৰি উঠিল। ভাগ্যৰ হাতত যদি আমি সকলো পুতলা, তেনেহ'লে জীৱনৰ ৰোমাঞ্চ ক'ত? ক'ত সেই সুখী পৰিয়ালৰ সপোন? ভাগ্যত ভৰসা নাই। বৰ কৃপণ। বিপৰ্যয়ে তাক দমাব নোৱাৰিলে। সি ৰোমাঞ্চ বিচাৰি পালে। জীৱনৰ ৰোমাঞ্চ গাভৰুৰ প্ৰেমভৰা কণ্ঠত নহয়, সিহঁতৰ চকামকা চাৱনিতো নহয়, জীৱনৰ ৰোমাঞ্চ হ'ল— জীৱন যুদ্ধত, প্ৰতিকূল অৱস্থাত নিজকে জীয়াই ৰখাত, নিজকে প্ৰতিষ্ঠা কৰাত। মুকলিমূৰীয়া হ'বলৈ দুখী অৱস্থাৰেই ৰমলাক বিয়া দিলে। এজন কেৰাণীলৈকে। গোটেই কেৰাণী শ্ৰেণীটোলৈকে সহানুভূতিৰে তাৰ অন্তৰ ভৰি পৰিল। তেওঁলোকৰো কিজানি তাৰ দৰেই জীৱনৰ নিষ্ঠুৰতাত পৰি বৰফৰ ওপৰত ৰ'দৰ জিলিঙনি লগা অভিলাষৰ ওখ সোণালী শিখৰ উঁই হাফলু হৈ পৰিল। ৰমলা ধুনীয়া আৰু গুণৱতী। সি জানে যে তাইৰ লখিমী হাতৰ পৰশ পাই যিকোনো মানুহৰে দেহ-মন জুৰ পৰিব। তাইৰ সান্নিধ্যৰে সুখী হোৱা মানুহজন এজন কেৰাণী কাৰণেই তাৰ বৰ সন্তোষ। ৰমলা এতিয়া মৰমিয়াল মাতৃ। দুটি ল'ৰা-ছোৱালী।

তাৰ অভিলাষৰ তুঁহ জুই উমি উমি যিমানেই জ্বলিল, সিমানেই সি অসুখী হ'বলৈ ধৰিলে। সি হতাশাবাদী হৈ পৰিল। ঘৰ মৰিশালি যেন হ'ল। সি পাহৰি গ'ল যে মানুহৰ মৰম আছে, সাধাৰণ মানুহৰ সুখ-দুখ আৰু আশা-নিৰাশাত কিবা অবৰ্ণনীয় যাদু আছে। জীৱনৰ পৰশ-পাথৰ সি হেৰুৱালে। চাব্বিশ বছৰত ভৰি দিলেহি। সি পাহৰি গ'ল যে সি নিজকে অস্বীকাৰ কৰিছে। কোনো নাৰীৰ পৰশে তাৰ মনটো সেউজীয়া কৰিববলৈ নাপালে। তাক সকলোৱেই আমুৱাইছিল। কিন্তু এজনী গাভৰুৰ স্বপ্নোজ্জ্বল অন্তৰংগ সহজ হাঁহিটোৱে আমুৱা নাছিল। তাক মুহিছিল। সেই আকৰ্ষণে মনৰ বহুত দীনতা-হীনতা মচি পেলাইছিল। আশা-আকাংক্ষাৰ এচেৰেঙা সোণালী ৰ'দ পৰি জেলুকনি-বন্ধ-যোৱা মনটো ফৰকাল হৈ পৰিছিল। সেই কাৰণেই লগৰ আন দহোজনৰ দৰেই এটা-দুটা ইন্‌ক্ৰিমেণ্ট্‌ পোৱাৰ পিছত ভাগৰুৱা জীৱনৰ মৌকোঁহ বিচাৰি সৃষ্টিৰ আনন্দত বিৰহিত আডামৰ ব্যাকুল বাসনাৰে, ভাবী প্ৰিয়াৰ সপোন-সজ্জল পুলকানুভূতিৰে বেইৰ তলত বহি মাহ-হালধিৰে দেহা শুচি কৰিলে, হোমাগ্নিত ঘিঁউ ঢালি পৱিত্ৰ অগ্নি দেৱতাক সাক্ষী কৰি পতি-পত্নী একীভূত হোৱাৰ প্ৰতিশ্ৰুতিৰে শ্লোক উচ্চাৰণ কৰি লখিমী ঘৰলৈ আনিলে।

কিন্তু সেইজনী স্বৰ্ণাৰে অসুখ দেখি সি সহিব পৰা নাই। এই মাহটোত তাইৰ পিছত দহটামান টকা খৰচ হ'ল। তাই এতিয়া বিছনাখনত বহি আছে। সদায় তাইৰ লগত মেল মাৰিবলৈ অহা কলেজীয়া ছোৱালী নন্দিতা আৰু ৰুণুমী কাষতে। তৰু আৰু অপৰাজিতা আদি পাটগাভৰু ছোৱালী কেইজনীয়ে ঘনাই ঘনাই খবৰ কৰিছে। চিনেমা চাবলৈ ঘনাই ঘনাই লগ লোৱা ছোৱালী কেইজনীয়ে নবৌয়েকৰ অথন্তৰ দেখি বৰ দুখ পাইছে। ৰুণুৰ মাক, পুতুলীৰ মাক বা মীৰাৰ মাকহঁতে তাইক উপদেশ দিয়েহি। ভাল ৰন্ধা-বঢ়া হ'লে সিহঁতে মাছ এডোখৰ, আঞ্জা অকণমান বা মাহৰ ঘিলা দুখনমান তাইক দিয়েহি। তাইৰ ওচৰ-চুবুৰীয়াৰ লগত বৰ আত্মীয়তা। তাৰো সিহঁতৰ লগত আপোন ভাব হৈছে। সি এতিয়া ভাবে যে মানুহবোৰ যিমান বেয়া বুলি ভবা যায় সিমান বেয়া নহয়। সকলোৱে চৰম লক্ষ্য সুখে-শান্তিৰে মিলিজুলি বাস কৰা। সংসাৰখন যিমান তিতা বুলি কয়, সিমান মিঠাও।

পুৱা চোতালত হিম মাৰ যোৱা নাই। এচেৰেঙা কোমল ৰ'দ পৰিছে। কালি গোলাপ জোপাৰ

পুলিটোৰ তলখন স্বৰ্ণাই খুঁচৰি দিছিল। শুকান মিহি মাটিখিনি হিমে সেমেকাই পেলোৱাত এটা সুন্দৰ গোন্ধ তাৰ নাকত লাগিছে। সি বাহিৰলৈ ওলাই আহি বেঞ্চখনত বহিল। ভিতৰৰ ছোৱালী কেইজনী ওলাই গ'লেই সি স্বৰ্ণাক ডাক্তৰৰ তালৈ লৈ যাব। অফিচলৈ দেৰি হ'লেও কথা নাই। স্বৰ্ণাৰ কাৰণেই সি ইমান সুখত আছে। ভাৰাঘৰটোৰ এতিয়া আৰু সেই ৰূপ নাই। তাইৰ পৰশ পাই নতুন হৈ পৰিছে। চোতালৰ সেউজীয়া ঘাঁহনিৰ ওপৰত গোলাপ আৰু তগৰ ফুল ফুলিছে। ঘৰৰ ভেটিত এতিয়া ফু মাৰি ভাত খাব পাৰি। কাঁহী-বাটি, চকী-মেজ চক্‌মকীয়া। সকলো পৰিপাটী। টেবুলৰ ওপৰত ফুল তোলা কাপোৰ। শোৱনি ঘৰত যতনে সজাই থোৱা ৰাধা-কৃষ্ণৰ ফটোৰ ওপৰত বকুলৰ মালা। ধুতী-পাঞ্জাবী আনকি লুঙিখনো আলনাত জাপি-কুচি থোৱা। ধোবাক দিয়াৰ এলাহত এতিয়া আৰু মলিয়ন গেঞ্জিৰ পৰা দুৰ্গন্ধ নোলায়। কিন্তু ঘৰৰ লখিমীয়েই যদি বেমাৰত পৰিল, সি কি সুখত দিন কটাব?

বেঞ্চিখনত জুলুকা লাগি বহি থকা দেখি পাছফালৰ পৰা মণিৰামৰ মাকে মাত দিলেহি— "সঞ্জয়, স্বৰ্ণাই কৈছে তোমাক এইকণ কথাও আঁৰ মাৰি বুজাব লাগে। গাত লেঠা থাকিলে এনেদৰে বতিওৱা, আলসনী লগা হয়েই। হোমিঅ'পেথিক দুপুৰীয়ামান খালেই সকলো চাফ হ'ব। কিবা পলচেটিলা নেকি? ত্ৰিশ নম্বৰৰ।"

সি মুখেৰে একো নেমাতিলে। নিজৰ অজ্ঞতাক স্বীকাৰ কৰি তলমূৰ হৈ ৰ'ল। ছোৱালী কেইজনীযে তাৰ ফালে উৎসুকেৰে চাই ওলাই গ'ল। স্বৰ্ণাই তাৰ কাষ চাপি গাত হাত ফুৰাই লাহেকৈ ক'লে— "ইমান উধাতু খাইছে কেলৈ? মোৰ কি নোহোৱা বেমাৰ হৈছে? মাইকী মানুহৰ এনে হয়েই।"

তাই লাহে লাহে হাঁহিলেও। কথাটো কৈ সাউৎকৰে তাৰ কাষৰ পৰা আঁতৰ হৈ আচাৰৰ বৈয়াম দুটা ৰ'দত দিলেগৈ। সি বুজা-নুবুজা একো ভাব নেদেখুৱালে। তাই আকৌ হঠাতে কাষ চাপি বেঞ্চিখনত কিলাকুটি দুটাৰে ভেজা দি গালত হাত দুখন থৈ ব্যস্তভাৱে সঞ্জয়ৰ মুখৰ ফালে চাই মিচিকিয়াই ক'লে— "আপুনি হ'বলা এইকণ কথাও বুজি নাপায়। সিফালে মাইকী মানুহৰ জ্যোতিষী বুলি ৰবকৈ জহায়।"

সি আমনি পোৱা যেনে দেখুৱাই মাত দিলে— "হেৰা, ধেমালি নকৰিবাচোন। তোমাৰ অসুখ, তোমাৰ কথা। মোৰ কি? মই আন কথাহে ভাবিছোঁ।"

"তথাপি আপোনাৰ ডাক্তৰী-জ্ঞান ভনী তটিনীতকৈও কম। আপুনি মাথোঁ জানে মেলেৰিয়াত কুইনাইন খাব লাগে, কটা-ছিঙাত আয়োডিন লগাব লাগে।"

সঞ্জয়ৰ হাঁহিও উঠিছিল। ন বাজিলেই। সি গহীন ভাব দেখুৱাই ক'লে— "এতিয়া থোৱা, আমনি নকৰিবা। চাদৰখন উলিওৱা। অফিচলৈ যাবৰ হ'ল।"

"অ', ভাতো নাখায় হ'বলা। ইমানটো গপনে?"

"ভাত?"

তাই এইবাৰ শলিতাৰ ঘৰৰ ফালে ওলাই গ'ল। অলপ পিছতে দেখা গ'ল যে সৰু ল'ৰা এটাৰ হাতত দুটা মানুহে খাব পৰা ভাত। স্বৰ্ণাই আহি তাক গা ধুবলৈ পানী যতনাই দিলে। সি স্বৰ্ণালৈ ৰ লাগি চাই ৰ'ল। পুৱাই বমি হৈছে আৰু ভাত-পানীত মুখ বহা নাই কাৰণে তাইক দুৰ্বল যেন দেখা গ'লেও তাই আগতকৈ বেছি ধুনীয়া হৈছে। চকুৰে-মুখে এক মোহনীয় কমনীয়তা বিৰিঙি উঠিছে। দেহাবয়বত এক অনাবিল গাম্ভীৰ্য, এক নতুন সজীৱতা। কাতিমহীয়া লখিমী ধাননিৰ দৰেই দেহৰ কোষে কোষে

সৃষ্টিৰ পুলকিত জেউতি। সি তাইৰ ৰূপত ফুলভৰা গছৰ অপৰূপ শোভা দেখা পাইছে। তাৰ কালিৰ কথাটো মনত পৰিছে। সিহঁতৰ লগৰে মহিৰাম কাকতিয়ে তাক কৈছিল, "হেৰা সঞ্জয়, আমাৰ সিজনীয়ে কৈছে বোলে এইবাৰ তুমি ল'ৰাৰ মুখ দেখিবা। গাত শুভ লক্ষণ দেখিছে। ষ্টাফত হ'লে 'টী পাৰ্টী' দিব লাগিব।" তাৰ বৰ লাজ লাগি গৈছিল। তেনেহ'লে অলপ দিনৰ ভিতৰতে তাৰ ঘৰখন সম্পূৰ্ণ হৈ পৰিব। স্বৰ্ণা তেনেহ'লে সুখেৰে সঁজাল দিয়া ধান ৰুব পৰা এজনী ৰূপহী বোৱনী। সংসাৰত সি নিগাজিকৈয়ে খুঁটি পুতি বহিল। পোনতে বিয়া কৰাই সি ভুল কৰিলোঁ বুলিয়েই ভাবিছিল। কিন্তু স্বৰ্ণাই তাক বৰ সহজ আৰু আপোনভাৱেই গ্ৰহণ কৰি আহিছে। তাইহে তাক ইমানদিনে বুজি উঠিব পৰা নাই। তাইক পোনতে যিবোৰ কথা কৈছিল তাই সৰহ ভাগেই বুজি নাপাইছিল। তাই লক্ষ্য কৰিছিল, কিহবাই যেন তাক আতুৰ কৰি তুলিছে। সি কৈছিল, কেৰাণী জীৱনৰ ঠেক সংসাৰখনৰ কথা, একে ধৰণৰ জীৱনটোত একো হ'ব নোৱাৰাৰ কথা। এটা অফিচৰে একেবোৰ কামকে ঘূকটি থাকি একেবোৰ মানুহৰে সুখ-দুখ, বিপদ-বিঘিনিৰ লগত নিজকে খাপ খুৱাই একেখন ঠাইতে একেবোৰ জীযাই থকাৰ চিন্তাকে মূৰত তুলি জীৱন যে নিমাখিতভাৱে কটাই দিব লাগিব, এই ভাবটোৱেই তাক দুঃসহ কৰি তুলিছিল।

আজিও সি একেবোৰেই জীয়াই থকাৰ চিন্তা মূৰত তুলি লৈয়ো উপায়হীন হৈ পৰিছে। স্বৰ্ণাই ভাত ৰান্ধিব নোৱাৰা হ'লেই। অহা মাহৰ পৰা ভাত ৰান্ধিবৰ কাৰণে এটা ল'ৰা জোগাৰ কৰিব লাগিব। আজিকালি তেনেকৈ ঘৰত কাম কৰা ল'ৰা পাবলৈ টান। মাহে পোন্ধৰ-বিশ টকামান লাগিব। আশী টকা পোৱা মানুহ এটাৰ কাৰণে ইমান টকা দি মানুহ ৰাখিব পৰা অসম্ভৱ। তদুপৰি এটা মানুহক পুহি ৰাখিবলৈকো টান হ'ব। টাউনত খৰিডালৰ পৰা তামোল এখনলৈকে সকলো কিনা। স্বৰ্ণাই যদি ভাত ৰান্ধিব নোৱাৰে, এই কেইদিন ওচৰ-চুবুৰীয়া ল'ৰা-ছোৱালীক খাটিৰ কৰোঁতে মুখ বিষাব। যদি মণিৰামৰ মাকহঁত দয়া পৰৱশ হয়, সিও ভগৱন্তৰ আশীৰ্বাদ। ডাক্তৰে কৈছে যে তাইক 'চেঞ্জ'ৰ দৰকাৰ। অনবৰত ঘৰৰ ভিতৰতে সোমাই থকাৰ কাৰণেই এনে অসুখ হৈছে। তদুপৰি এনে অৱস্থাত ভাল বস্তু খাব লাগে, ধুনীয়া বস্তু চাব লাগে। তেনেহ'লে তাইৰ এনে অসুখ হোৱাটো স্বাভাৱিক। দুখীয়া ঘৰৰ ছোৱালী যদিও তাই আলাসত উঠা। এটা ককায়েক, এজনী গাভৰু ভনীয়েক আৰু সৰু ভায়েক এটাৰ মাজত তায়েই আছিল আটাইতকৈ আদৰৰ। ঘৰুৱা কাম-বনত অকণো কষ্ট পোৱা নাছিল। কিন্তু সি তাইক বিয়া কৰাই পত্নী হিচাপে নানি যেন এজনী বান্দীহে আনিলে। ভাত ৰান্ধিব লাগে, কাপোৰ ধুব লাগে, ঘৰ-দুৱাৰ পৰিষ্কাৰ-পৰিচ্ছন্ন কৰিব লাগে। তদুপৰি ঘৰৰ চুকে-কোণে লাউ-জিকা লগাই অনবৰত ব্যস্ত থাকে। নিজৰ কাপোৰ-কানি নিজেই সী লয়। খৰচৰ হিচাপ-পত্ৰও তাইৰ হাততে। খৰচে জোৰা নমৰিলে হিচাপ কৰি চলাও কম যন্ত্ৰণাৰ কথা নহয়। দুটা মানুহৰ কাৰণে যে ইমান কাম কৰিব লাগে সহজে বিশ্বাস নহ'লেও ঘৰৰ তিৰোতা দুদিনমান আঁতৰত থাকিলেহে বুজিব পাৰি যে সিহঁতে কিমানবোৰ কাম কৰে। তদুপৰি ঘৰটো অকণো স্বাস্থ্যকৰ নহয়। ঘৰৰ টিনপাত মূৰৰ পৰা ডেৰ হাতমান ওপৰতে। ৰ'দ-বতাহ সোমাবলৈ ভালকৈ দুৱাৰ-খিৰিকীৰ ব্যৱস্থা নাই। এনেকৈ অকণমান ঘৰটোতে অনবৰত সোমাই থাকিলে গৌৰতী তিৰোতাৰ আলসনী লগা, মূৰ-ঘূৰণি লগা, বমি আদি হ'বই। ডাক্তৰে ঠিকেই কৈছে। তাইক চেঞ্জৰ দৰকাৰ। কিন্তু জলবায়ু পৰিবৰ্তনৰ কাৰণে আন ঠাইলৈ নিয়াও অসম্ভৱ। মাকৰ ঘৰত থৈ আহিবলৈ বোকাখাত ডেৰশ মাইল দূৰৈত। তিনিদিনমান ছুটী ল'ব লাগিব। শহুৰেকৰ ঘৰলৈ নিবলৈ ই-

সি খৰচ কৰোঁতে ডেৰকুৰিমান টকা খৰচ হ'ব। তাৰ কাৰণে সেইখিনি খৰচ কৰাও অসম্ভৱ। হাতত ধন নাথাকিলে জীয়াই থাকোঁতেই হাত-ভৰি বন্ধা অৱস্থা। ইচ্ছা মতে এফালে ওলাই যাব নোৱাৰি। সি জানে যে গতিশীলতাই একমাত্ৰ জীৱনৰ সাৰ্থকতা। গতি চঞ্চলতাৰ ছন্দ পতন হ'লেই জীৱন অসহ্য হৈ পৰে। কিন্তু সেই মহাজীৱনক আদৰি ল'বলৈ সি অপাৰগ। স্থবিৰতাই অকাল মৃত্যু আনিছে। কেৰাণী জীৱন ক্ষুদ্ৰ জলাশয়।

এইবোৰকে ভাবি সি ভাতমুঠি কণা-মুনাকৈহে গুজিলে। মুখদি মাৰি সি স্বৰ্ণাক ক'লে— "ইমানকৈ মানা কৰা সত্বেও তুমি এনেকৈ কাম আঁজুৰি থকা ভাল হোৱা নাই। কানি-কাপোৰবোৰ ধোবাক দিবা। ইঘৰে-সিঘৰে ফুৰা-চকা কৰিবা।"

স্বৰ্ণাই তামোলখন কাটি থৈ মজিয়াত চুৰা বুটলি আছিল। কথাটো কাণসাৰ দিয়া নাই বুলি সি কাষলৈ গৈ আকৌ ক'লে— "আৰু এটা কথা। তোমাৰ লগত যে মেল মাৰিবলৈ কলেজৰ ছোৱালী দুজনীমান আহে, সিহঁতৰ লগতে আবেলি কলঙৰ ফালে এপাক ফুৰিবলৈ যাবাচোন।"

"এৰা, এতিয়া আৰু মোৰ আন চিন্তা নাই, কলেজীয়া ছোৱালীৰ লগত পখিলী হৈ গা দেখুৱাই ফুৰিবলৈহে বাকী আছে? মানুহে ক'ব, কলেজৰ গোন্ধ নেপাতীজনীৰ কোবটো চা। আপুনি মোক হাঁহিয়াতৰ পাত্ৰ কৰিহে এৰিব। ইমান চিন্তা কিয়? এনে অসুখ কিবা মোৰহে হৈছেনে?"

কথাটো কৈ খিলখিলকৈ হাঁহি উঠিল। তাৰ কথাটো উৰুৱাই দিলে। তায়ো জানে যে তাইৰ এই সময়ত ফুৰা-চকা কৰা ভাল। গাত আবেলিৰ হাৱা-বতাহ লাগিলে মনটো নতুন নতুন লাগে। কিন্তু তাক চিন্তিত নকৰিবলৈ তাই নিজে একো কথা নুলিয়ায় আৰু সাধাৰণ অসুখ বুলি তাক দেখুৱায়। এতিয়ালৈকে তাইৰ পিছত দহ টকামান খৰচ হ'লেই। এনেদৰে যদি খৰচ হয়, সংসাৰ চলাই টান হৈ পৰিব।

তাৰ কথাটোত গুৰুত্ব নিদিয়াত সি অপ্ৰস্তুত হৈ পৰিছিল। নিজ উপদেশৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিবলৈকে সি ক'লে— "বাৰু, হাঁহা। যিমান পাৰা সিমান হাঁহা। হাঁহিলে কাৰো লোকচান নাই। বৰঞ্চ স্বাস্থ্যৰ উন্নতিহে হয়। জীয়াই থকা দিনকেইটা সুবিধা পালেই হাঁহিব লাগে। জীৱন বৰ চুটি। দুখ-কষ্টহে নাযায়-নুপুৱায়। কিন্তু মই হ'লে এনেয়ে কোৱা নাই। ডাক্তৰৰ কথাও উপলুঙা নকৰিবা।"

"থওক আপোনাৰ 'লেক্‌চাৰ'খন, চাৰে ন বাজিলেই। কাপোৰ-কানি পিন্ধক।"

কথাটো কৈ তাই ভিতৰলৈ গৈ ছটা টকা হাতত গুজি ক'লে— "ইয়াৰে দুনেচা সূতা আনিব। উল সূতা। গোলাপী ৰঙৰ। চুৱেটাৰ এটা গুঁঠি দিম। সদায় এৰী কাপোৰখনেই দেখি দেখি আমনি লাগিছে আৰু।"

অৱশ্যে এৰী কাপোৰখন ল'লেও তাক বেছ শুৱাই পৰে। ছয় ফুট ওখ হটঙা মানুহ। গাৰ ৰং বগা। নাক-মুখ বৈ পৰা। যি পিন্ধে তাৰে শুৱায়। সেই বিয়াতে উপহাৰ পোৱা টকা কেইটামান তাইৰ হাতত আছিল। মাইকণে গিৰীয়েকলৈ চুৱেটাৰ গোঁঠা দেখি তাইৰ মনে নক'লে। এটা চুৱেটাৰ গুঁঠি দিবৰ প্ৰবল ইচ্ছা হ'ল।

সঞ্জয় অবাক। তাইৰ অসুখৰ কথা চিন্তা কৰি সি পাৰ পোৱা নাই, অথচ তাই এইবোৰ ল'বাৰ খেমালি বুলি ধুন মাৰি ফুৰিবলৈকে চুৱেটাৰৰ কাৰণেহে টকা উলিয়াইছে।

"হেৰা, আজি হ'ল একৈশ তাৰিখ। এই দহ দিন চলিবা কেনেকৈ? এনেয়ে বেমাৰত তৰণি

নাই। তলমূৰ কৰি এইবোৰ কাম কৰিলে একেবাৰে হাস্পতাল পাবগৈ লাগিব। তোমাৰ শৰীৰটো শিলেৰে বন্ধোৱা বুলি নাভাবিবাচোন।"

তথাপি স্বৰ্ণাই একো নুবুজাৰ দৰে ক'লে— "বাৰু, আপুনি এইবোৰ নাভাবিবচোন। মোৰ শৰীৰৰ কথা মই বেছি বুজোঁ। হাতত আৰু সাত টকা আছে। তাৰে জোৰা মৰিব। মই চুৰেটাৰ গোঁঠাই অনাম।"

তাই নীৰৱে তাৰ চকুলৈ চাই ৰ'ল। তাৰ আৰু দৰদটো বুজিবলৈ বাকী নাথাকিল। উল সূতা কিনিব বুলিয়েই টকাকেইটা জেপত ভৰাই ল'লে। সি ভাবিলে, তাইক দুখ দিয়া বেয়া। তিৰোতাৰ মনৰ হেঁপাহটো পূৰোৱা ভাল।

সি অফিচলৈ ওলাই গ'ল। হঠাতে জামৰি পৰা মনটো আকৌ ঠন ধৰি উঠিল। সি ভাবিলে যে স্বৰ্ণা হাড়ে-হিমজুৰে কেৰাণীৰ ঘৈণীয়েক হৈ পৰিল। তাই নিজৰ জীৱনতকৈও তাক বেছি ভাল পায়। তাইৰ স্বামীৰ প্ৰতি প্ৰীতি স্বাভাৱিক। মাষ্টৰৰ জীয়াৰী হৈ ঘৰুৱা জীৱনৰ সকলো নিষ্কলুষ আনন্দেৰে এজনক এদিন হোমৰ গুৰিত দেহ-মন সঁপি দি সুখে-দুখে লগৰী হোৱাত বাদে আন একোৱেই ভাবিব নোৱাৰে। তেনে ছোৱালীয়ে জীৱনটো সহজভাৱেই ল'ব পাৰে। মাথোঁ অকণমান মৰমৰ আশা কৰিয়েই অশেষ কষ্ট ভোগ কৰিব পাৰে। তাইৰ জীৱনবোধ তাতকৈ বেছি বুলি অনুমান হ'ল। তাই নিশ্চয় বুজি পাইছে যে যিখিনি পায় তাকে সন্তোষেৰে গ্ৰহণ কৰাতেই সাৰ্থকতা। জীৱন বৰ চুটি। সি চাই থাকোঁতেই মহিৰাম, ভোলা আৰু ৰূপেনহঁত বিয়াৰ দহ-বাৰ বছৰৰ পিছতেই বুঢ়া যেন হ'ল। বুকু চাপ খালে। কথা কওঁতে একোৱেই শুনি উৎসাহ নালাগে। বাকীকেইটা দিন অনিচ্ছাৰেহে জীয়াই থাকিব যেন লাগে। সিও এতিয়া ভাবি পাইছে যে চুটি জীৱনত অশান্তি চপাই ল'বৰ প্ৰয়োজন নাই। মানুহ সুখেৰে থাকিবলৈ বেছি বস্তুৰ দৰকাৰ নপৰে। মাথোঁ লাগে এটা মন। মন বুঢ়া নহ'লে জীৱনৰ প্ৰতিটো মুহূৰ্তই মধুৰ। স্বৰ্ণাই তাক মধুৰ জীৱনৰ সন্ধান দিছে।

বাটছোৱা সি স্বৰ্ণাৰ কথাই ভাবি গ'ল। তাইৰ এই আপদীয়া দিনকেইটা যোৱাৰ পিছতেই তাৰ আৰু একো চিন্তা নাথাকে। বিয়াৰ পিছৰ দিনকেইটা তাৰ মনত পৰি তাৰ মনটো বৰ কোমল হৈ পৰিল। তেতিয়া সি বৰ কাল্পনিক হৈ পৰিছিল। স্বৰ্ণা যেতিয়া মণিৰামৰ মাকৰ লগত এফালে ওলাই গৈছিল বা আন কাৰোবাৰ ঘৰত বহি মেল মাৰিছিল, তাৰ ঘৰত অকলে মনটো উকঙা উকঙা লাগিছিল যদিও অস্বস্তিবোধ কৰা নাছিল। সৰু তক্তাখনৰ ওপৰত সজাই থোৱা তাইৰ ব্যৱহাৰ কৰা বস্তুবোৰে তাইৰ অস্তিত্ব ঘোষণা কৰিছিল। গোলা সেন্দূৰৰ বাটিটো, পাউদাৰৰ টিনটো, তেলৰ বটলতো বা আলনাত জাপি-কুচি থোৱা চোলাটো বা চাদৰখনে তাইৰ মধুৰ সাক্ষ্য দিছিল। সি তেতিয়াৰে পৰা স্বীকাৰ কৰিছে যে এজনী ভাল তিৰোতা এটা ডাঙৰ সম্পত্তি। আজি উল সূতা কিনিবলৈ দিয়ালে চাই তাইৰ অসুখটো সি ভবা মতে ডাঙৰ নহয়। এইবোৰ অসুখ কিজানি মাইকী মানুহৰ মনত মূৰৰ বিষ হোৱাৰ দৰেই অতি স্বাভাৱিক আৰু সাধাৰণ। স্বৰ্ণা কেতিয়াও বেমাৰী তিৰোতা হ'ব নোৱাৰে। তাইৰ উজ্জ্বল গাৰ ৰং, মুখত অবিৰাম আনন্দ আৰু আটিল গাটোৱে অতি স্বাস্থ্যৱতী নাৰীৰ পৰিচয় দিছে। তেনেহ'লে সি উল সূতা কিনিবই ।

। তিৰোতাৰ মন পোৱা বৰ টান। কিন্তু তাইৰ মনৰ বাতৰি সি পাইছে। তাতেই তাৰ গৰ্ব। কিন্তু পোনতে তাইক যিকোনো এজনী তিৰোতা বুলি ভাবিয়েই সাধাৰণ গণ্ডীৰ পৰা নিষ্কৃতি পাবলৈ

ব্যাকুল হৈ পৰিছিল। জীৱনত বৈচিত্ৰ্য আহিবলৈ বাট চাই ৰৈছিল। সি তাইক কৈছিল যে সোনকালে শ্বিলঙত এটা কামৰ যোগাৰ কৰি তাত ৰাতিৰ কলেজত বি এ পঢ়িব। তায়ো বেছ আনন্দতেই দিন নিয়াব পাৰিব। শ্বিলঙীয়া জীৱনত গতি আছে। গতিৰ ছন্দ আছে। তাত প্ৰকৃতিৰ কাৰ্পণ্য নাই। ফলছ আছে, হৰেক ৰকমৰ ফুলে-ফলে ভৰা পাহাৰ আছে। পাহাৰ বগাই নামি অহা ফটিক পানীৰ সৰু সৰু নিজৰা আছে। আৰু তাৰ অব্যক্ত সুমধুৰ কলধ্বনি আছে। পাইন গছৰ পাতে পাতে বতাহে নিতৌ বসন্তৰ গীত গায়। ওখ-চাপৰ সেউজীয়া পাহাৰে মন সেউজবুলীয়া কৰে। শীতল পাহাৰৰ শীতল বতাহে অজানিতে মনলৈ পুলক আনে। আৰু শ্বিলঙত যে ইমান ফুল আৰু ফুলৰ ইমান ৰং! ৰামধেনুৰ সাতো ৰঙতকৈ অনেক বেছি ৰং। ৰঙৰ সংমিশ্ৰণত ৰঙচুৱা হোৱা আৰু অলেখ ৰং। সেউজীয়া পাহাৰত ফুল, ওখ টিঙত ফুল, বাগিচাত ফুল, মানুহৰ ঘৰে ঘৰে ফুল। আৰু কি গতিশীল জীৱন! একে জীৱনতে ইমানবিলাক বিভিন্ন ধৰণৰ মানুহৰ মাজত থাকি দিন কটাই দিয়াও কম ভাগ্যৰ কথা নহয়। শ্বিলঙে সকলোকে সাদৰি ল'ব জানে। জীৱনৰ সমলয় অবিৰাম চলি থাকে।

সি স্বৰ্ণাক সমস্ত আত্মবিশ্বাসেৰে কৈছিল যে সেইখন শ্বিলঙতে সিহঁতৰ ভৱিষ্যতৰ জীৱন অতিবাহিত হ'ব। বি এ পাছ কৰিলেই জীৱনৰ সকলো বাট মুকলি। কিন্তু সেইখন শ্বিলঙলৈ তাৰ নিজৰে যোৱা নহ'ল। তাৰ দুখো লাগে। স্বৰ্ণা যদি কোনো ধনী মানুহৰ গৃহিণী হ'লহেঁতেন সেই শ্বিলঙতে হাঁহি-ৰগৰেৰে এই সন্তানসম্ভৱা কালকেইটা কটাই দিলেহেঁতেন। সি তথাপি স্বৰ্ণাৰ কাৰণে নিজকে ধন্য মানিছে। তাই এজনী সাধাৰণ ছোৱালী। তাই নাজানে যে তাইক আগুৰি থকা সংসাৰখনৰ ওখ দেৱালৰ সিপাৰে আৰু এখন জগত আছে। তাৰ কথা শুনি তাই মত দিছিল যে বিয়া কৰোৱা মানুহে ইমান হতাশ হৈ আৰু কল্পনা-জল্পনা কৰি মন বলিয়া কৰা বেয়া।

এইবোৰকে ভাবি কোন সময়ত অফিচ পালেহি তাৰ তৰ্কিবলৈকে নহ'ল। তাৰ অকলে অকলে কিবা ভাবি দিনটো উপভোগ কৰিবৰ ইচ্ছা হৈছিল। পিছে অফিচতহে আজি বহুত কাম। দুজন মানুহ কম আছে। ৰামনাথ আৰু মহেন্দ্ৰ। ৰামনাথৰ দেউতাকৰ বছৰেকীয়া পৰিছে। আহিব পৰা নাই। মহেন্দ্ৰৰ 'ফ্লু' হৈছে। সি ভাৰাঘৰটোত অকলে থাকে কাৰণে আপদালৰ অভাৱত এতিয়া ডিছ্‌পেন্সাৰীত আছে। আৰু দহ-বাৰ দিনৰ পিছতহে সম্পূৰ্ণ আৰোগ্য হ'ব বুলি আশা কৰা যায়। দুজন মানুহৰ কামবোৰ ষ্টাফৰ ভিতৰতে ভগাই লৈছে। প্ৰত্যেকৰে মেজ গধুৰ। সঞ্জয় কামৰ মাজতে হেৰাই যায়। তাৰ মনত নপৰে স্বৰ্ণাৰ কথা, তাইৰ অসুখৰ কথা, হাৱা-বতাহ বদলাবলৈ নিব নোৱাৰাৰ কথা। ফাইল ঘোটাত বাদে এই সুদীৰ্ঘ সাত ঘণ্টা তাৰ সুকীয়া মূল্য নাই। তথাপি অফিচৰ কাম তাৰ বেয়া নালাগে। কামত দায়িত্ব আছে আৰু আশা-নিৰাশাৰ মাজত ডাঙৰ-দীঘল হৈ সি এই কথা স্বীকাৰ কৰে যে নিজকে পাহৰিব পৰা মানুহজনেই আটাইতকৈ সুখী। দেৱাল ঘড়ীটোলৈ এবাৰ মূৰ তুলি চালে। তিনি বাজি বিয়াল্লিশ মিনিট গ'লেই। গেজেটেড বিষয়া এজনৰ এশ পঁচিশ টকা বাবন্ন নয়া পইচাৰ বিলখন লিখাৰ পিছতেই আজিৰ কাম শেষ। আবেলিৰ ডাকটো আহি পালে। তাৰ নামত এখন চিঠি। ইন্‌লেণ্ডলেটাৰ। পঠাওঁতাৰ ঠিকনাত আছে— 'তটিনী ৰাজখোৱা, বোকাখাত', তাৰ খুলশালীয়েক। পঢ়ি চাব নোৱাৰি। চিঠিখন লিখিছে স্বৰ্ণালৈ। তাৰ 'কেয়াৰ অব্'ত। মাইকী মানুহে মাইকী মানুহলৈ লিখা চিঠি পঢ়িলে সিফালে কি ওজৰ কৰে ঠিক নাই। সি ডাকঘৰখানাৰ কাষেদিয়েই যাব কাৰণে মহেন্দ্ৰলৈ অহা পোষ্ট কাৰ্ডখনো লৈ যাবলৈ দপ্তৰীটোৰে ক'লে। চিঠিখনত কেইশাৰীমান মাথোঁ আখৰ। অভ্যাস নথকা মানুহে কষ্টৰে লিখা

যেন লাগে। ভালকৈ ওচৰৰ পৰা আখৰবোৰ চাই দেখিলে যে শাৰী বেঁকা হয় বুলি তলত ডাঠ পেঞ্চিলৰ আঁক দিয়া। নিশ্চয় ঘৰৰ পৰা কোনোবা সৰু ল'ৰা-ছোৱালীয়ে লিখিছে। সি চিঠিখন পঢ়িবলৈ লোভ সামৰিব নোৱাৰিলে। কিজানি কিবা সু-খবৰ আছেই। মহেন্দ্ৰৰ কাৰণে সি বৰ ব্যগ্ৰ। সি সৰু ল'ৰা। সঞ্জয়ে বৰ মৰমো কৰে। ঘৰ সান্দহখোৱাত। মেট্ৰিক পাছ কৰিয়েই এই কম বয়সতে কেৰাণী সোমাব লগা হ'ল। ঘৰত আছে দুখুনী বিধৱা মাক, সৰু ভায়েক এটা আৰু ভনীয়েক দুজনী। ঘৰত খেতি-বাতি নাই বুলিলেই হয়। যি দুই-এবিঘা মাটিত ধান পেলায় কপিলীৰ উৎপাতত ধানে থোক কাটিবলৈ নাপায়। বেচেৰাৰ লেঠা সঞ্জয়তকৈ বহুত বেছি। এতিয়া ডাক্তৰখানাত নাৰ্চ, কম্পাউণ্ডাৰৰ শুশ্ৰূষাৰ আশা কৰি পৰি আছে। সি চিঠিখন পঢ়িলে। পাঠশালা স্কুলত পঢ়া ভায়েক নৰেন্দ্ৰই লিখিছে। কেইটামান কথাই তাৰ অন্তৰত বৰ দুখ দিয়ে।

" আজি দুদিনমান ধৰি মাৰ বৰ অসুখ। ঘুমুৰীয়ে ধৰা কাহটোত ৰাতি শুবই নোৱাৰে। দিনটোত এবাৰ ভাত সিজাই খাওঁ। সিমাহৰ বাকী শোধাব নোৱাৰাত হযৰামৰ দোকানে মাল নিদিয়া হ'ল। কিতাপ-পত্ৰ জোগাৰ নোহোৱাত মাষ্টৰে মোক বৰকৈ বকে। "

দূৰৈৰ গাঁৱৰ অসহায় পৰিয়াল এটাৰ কৰুণ দৃশ্য তাৰ চকুৰ আগত ভাহি উঠিল। সি ভাবিলে যে চিঠিখন নিজ হাতে দি সান্ত্বনা নিদিলে মহেন্দ্ৰৰ অসুখ চৰিবহে। সি গৈ ডাক্তৰখানা পালেগৈ। মহেন্দ্ৰ বিছনাখনতে কোঁচ- মোঁচ খাই বহি আছিল। বেমাৰৰ কথা সোধাত ক'লে যে সম্প্ৰতি জ্বৰ এৰিছে। ৰাতি টোপনিও যায়। গাটোহে দুৰ্বল। সি চিঠিখন দিবনে নিদিযে আকৌ এবাৰ ভাবি চালে। নিদিলেও অন্যায় হ'ব। সি জানিবলৈকে চিঠিখন লিখিছে। সি তাৰ মুখলৈ নোচোৱাকৈয়ে চিঠিখন আগবঢ়াই দিলে। সঞ্জয়ক দেখি মহেন্দ্ৰৰ শুকান মুখত যিকণ আনন্দ বিৰিঙিছিল, চিঠিখন পঢ়ি মুখখন ক'লা পৰি আহিল। চকু চলচলীয়া পৰিল। চকুপানী লুকুৱাবলৈ সি গাৰুত মুখ গুজিলে। সঞ্জয় বৰ বিমোৰত পৰিল। সি মহেন্দ্ৰৰ বাহুত হাত ফুৰাই সান্ত্বনা দিবলৈ লাগিল। নিতান্ত গতানুগতিকভাৱেই।

'চিন্তা কৰি আৰু লাভ কি ? অসুখ বিশেষ টান নহয়। চিঠিৰ পৰাই বুজিব পাৰি। এই কেইদিন গ'লেই এক তাৰিখেই ঘৰ ওলাব পাৰিবা। তদুপৰি হস্কিলে-মস্কিলে গাঁৱৰ মানুহে এনেয়ে চাই নাথাকে।'

মহেন্দ্ৰই একো নামাতিলে। সি ওপৰলৈকে চাই ৰ'ল। যেন ওপৰৰ অজান দেশৰ পৰা এটা শুভবাণী আহি তাৰ অন্তৰখন শাঁত কৰিব। তাৰ চকুৰেদি দুধাৰি চকুলো বাগৰি থুঁতৰিৰ ওপৰত মিলি গৈছিল।

সঞ্জয়ে তাৰ মুখলৈ চাই ৰ'ল। সি বৰকৈ শুকাইছে। গালৰ হাড ওলাইছে। বুকু আৰু কলাফুলৰ মঙহ হাড়ৰ লগত মিলি গৈছে। তাৰ বৰ দুখ লাগি গ'ল। এইটো মহেন্দ্ৰই তাৰ বিয়াত আপোন ভায়েকৰ দৰেই দিনে-নিশাই খাটিছিল। সেইটো আঘোণত সি নিপোটল আছিল, কিন্তু এইটো কাতিত তাৰ দেহৰ এই দুখ লগা অৱস্থা। এতিয়া সঞ্জযৰ টকা-পইচাৰ অভাৱ হ'লেও এখন সুখী ঘৰ হৈছে। কিন্তু কম বয়সীয়া ল'ৰাটোৱে বেমাৰ শাম কটাৰ পিছতো চৰকাৰী ডাক্তৰখানাত পচি থাকিবলগীয়া হৈছে।

তাৰ দুখ পাতলাবলৈকে সঞ্জয়ে সুধিলে, "ইয়াৰ পিছে খোৱা-বোৱা কেনে?"

"ভাতবোৰ খাবই নোৱাৰি। লেপ্‌থেপ্ কৰে লুঠৰি যেন। যিকণ মাছ দিয়ে তাৰো সা-সোৱাদ নাই। ডাক্তৰে কৈছে, এতিয়া ভাল বস্তু খাব লাগে। মাছ, ফলমূল, গাখীৰ আদি, কিন্তু মোৰ হাতত এটাও পইচা নাই।"

সঞ্জয়ে তাৰ দুৰৱস্থা আৰু সহি থাকিব নোৱাৰিলে। তাক খৰচ কৰি খাবলৈ উল সূতা কিনিবলৈ অনা টকাৰে তিনিটা টকা উলিয়াই দিলে। শেষত যাবৰ সময়ত কৈ গ'ল— "বাৰু চিন্তা নকৰিবা। মনটো প্ৰফুল্লিত ৰাখিলেই গাত বল পাবা। আমিও কিবা এনেয়ে আছোঁনে? আজি গধূলিলৈ মিহি চাউলৰ ভাত আনিম। ডাঙৰ মাছৰ ডোখৰ এটাও। পেটত মাছৰ জোল পৰিলে আগৰ মানুহ হৈ পৰিবা।"

সি মাছ কিনাৰ উদ্দেশ্যেৰেই বজাৰ পালেগৈ। মনটো পাতল লাগিল। মহেন্দ্ৰই যদি তাৰ কথা শুনি সান্ত্বনা পাইছে আৰু এই তিনি টকাৰে ফলমূল কিনি খাই সোনকালে আৰোগ্য হয় সি নিজকে ধন্য মানিব।

বজাৰতহে মাছৰ বৰ দাম। সৰু পোনামাছ এভাগতে সাত অনা-আঠ অনা। ডাঙৰ মাছৰ টুকুৰা লৰাবই নোৱাৰি। বহুত পৰ ঘূৰি-পকি তিনি টকা দি এটা ইলিহ মাছ কিনিলে। মাছটো অলপ ডাঙৰেই। দুসাঁজ খাব পাৰিব। নিজহাতে তিনি টকা দি মাছ আজিয়েহে কিনিছে। তাৰ মনত বৰ ৰং। উল সূতা কিনাৰ কথা দ্বিতীয়বাৰ ভাবি নাচালে। স্বৰ্ণাই যে তাৰ বিষয়ে ইমানকৈ ভাবে। সিনো তাইৰ কাৰণে বিয়া হোৱা দিন ধৰি কি কৰিছে? কি খুৱাইছে? আজিলৈকে এখন ভাল কাপোৰ কিনি দিব পৰা নাই। মাকৰ ঘৰৰ পৰা অনাকেইখনহে সলাই সলাই পিন্ধে। ব্লাউজকেইটা নিজে চিলাই লয়। এতিয়ালৈকে এপদ ভাল বস্তু হেঁপাহ পলুৱাই খুৱাব পৰা নাই। অথচ তাইৰ এই মাক হ'বৰ অৱস্থাত পুষ্টিকৰ খাদ্যৰ প্ৰয়োজন। মাছটো কিনি সি ভালেই কৰিলে। কেঁচুৱা হোৱাৰ আগতে মাকৰ কিবা বস্তু খাবৰ খুব মন হয়। তাইৰো যদি এটা ভাল মাছ বা এডোখৰ তেলাল খাঁহীৰ মঙহ খাবৰ ইচ্ছা গৈছে, তাই পইচা খৰচ হ'ব বুলি মুখ ফুটাই ক'ব পৰা নাই কিজানি। কিন্তু পদূলি পোৱাৰ লগে লগেই তাৰ আন এটা চিন্তা মগজুত সোমাল। স্বৰ্ণাক যদি মাছটোৰ দাম তিনি টকা বুলি কয় তাই তাক দোষ দিব। ধনৰ মোল নুবুজে বুলি ক'ব। খৰচ কৰিব নাজানিলে হেজাৰ টকা দৰমহা পোৱাও লাভ নাই আদি বক্তৃতা জুৰিব। উল সূতা কিনি তাইৰ কথা ৰখাব নোৱাৰা কাৰণেও অসন্তোষ পাব। সি দোষৰ পৰা সাৰিবৰ এটা উপায় উলিয়ালে। তাই আন দিনাৰ দৰেই দুৱাৰডলিত থিয় দি আছিল। তাক দেখিয়েই চোতাললৈকে দোখোজমান আগবাঢ়ি মাত লগালে, "অ' আজি মাছ কিনিলে। ইলছা? কিমান ল'লে? তেনেহ'লে সূতাৰ দাম মাছে খালে।"

সি গহীন হৈ স্বাভাৱিকভাৱেই ক'লে, "উলৰ কাৰণে দিছিলা ছটকা। কিন্তু মাছে খালে ডেৰ টকা। ভাবিলোঁ ইমান কম দামত মাছ সতকাই কিনিবলৈ পোৱা নাযায়।"

বাকীকেইটাৰ হিচাপ বটাই দিলে যে মহেন্দ্ৰই তাৰ পৰা তিনি টকা পাবলগীয়া আছিল। অসুখত হাতত পইচা নাই কাৰণে আজিয়েই পৰিশোধ কৰিলে। ডেৰ টকা চান্দা দিবলগীয়া হ'ল। ল'ৰা কেইটামানে লাইব্ৰেৰীৰ চান্দা খুজিছিল। স্বৰ্ণাৰো বিশ্বাস হ'ল। সি তাইক চিঠিখন দিলে। তাই মাছটো ভিতৰত থৈ তাৰ আগতে চিঠিখন ডাঙৰ ডাঙৰকৈ পঢ়ি গ'ল। চিঠিত লিখিছে যে মাক আৰু সৰু ভায়েকটোৰ সৈতে তটিনী চৌবিশ তাৰিখে সিহঁতৰ ঘৰলৈ আহিব, তটিনীৰ স্কুল খুট হ'ব কাৰণেই আঠাইশ তাৰিখেই উভতি যাব। স্বৰ্ণাই কিন্তু কথাটো জানি একো উৎকণ্ঠা নেদেখুৱালে। মাক আৰু ভনীয়েক বিয়াৰ পিছত এয়ে প্ৰথম সিহঁতৰ ঘৰলৈ আহিব। তাত স্বৰ্ণাৰ খুব আনন্দ হ'ব লাগিছিল। তাই কিন্তু কথাটো তল পেলাবলৈকে ক'লে, "মাছটো কিনি ভালেই কৰিলে। ইয়াৰ দুডোখৰমান ভাজিব লাগিব। কণী নাই।

মতা মাছ। বেছ তেলাল হ'ব।"

সঞ্জয়ৰ আচৰিত লাগিল। তাই ইমান সোনকালেই ওপজা ঘৰখন পাহৰি পেলালেনে? দুয়ো বাৰাণ্ডাতে বহিল। সন্ধিয়া হৈছে। হেমন্তৰ হিম লাগি আলিৰ ধূলিবোৰ জঁয় পৰিছে। সন্ধিয়াৰ জোনৰ জেউতি লাগি আকাশখন শুধ বগা হৈ পৰিছে। দুবৰিৰ পাতবোৰ বৰ উজ্জ্বল হৈ জিলিকিছে। তাৰ বহি বহি অনেক কথাই ক'বৰ মন গ'ল। কিন্তু তাই নিমাত। আনদিনা হ'লে অনেক কথা কয়। বিশেষকৈ তটিনীৰ কথা। তাই এইবাৰ মেট্ৰিক দি কলেজত পঢ়িবনে নৰ্মাল পঢ়িব, তাই দেখনিয়াৰ কাৰণে কেইবা ঠাইৰ পৰা বিয়াৰ প্ৰস্তাৱ আহিছে, ছোৱালী হাইস্কুলত তৰ্ক প্ৰতিযোগিতাত প্ৰথম হয়, ভিনিহিয়েকৰ লগত বেছ তৰ্ক কৰিব পাৰিব ইত্যাদি। কিন্তু আজি সি ঘৰৰ কথা ক'লে তাই তাকে তল পেলাবলৈ আন কথা উলিযায।

ভাতকেইটা পুতুলীযেই ৰান্ধি দিলে। অৱশ্যে মাছটো ৰান্ধিবলৈ স্বৰ্ণাযেই সকলো দিহা কৰিছিল। ৰাতি নমান বজাত খোৱা শেষ হ'ল। ভাল বস্তু। চাকি চাবলৈ শলিতাৰ মাক, পুতুলীৰ মাক আৰু মণিৰামৰ মাকৰ ঘৰত এডোখৰকৈ মাছেৰে একোবাটি জোল স্বৰ্ণাই নিজে দি আহিলগৈ। সঞ্জয়ে ডাক্তৰখানাত মহেন্দ্ৰক দুডোখৰমান তলপেটৰ মাছেৰে, মিহি চাউলৰ ভাত সি কোৱা মতে দি আহি বিছনাত পৰিলহি। দিনটোৰ ভাগৰত তাৰ বিছনাত পৰোঁতেই চকু সী নিলে। এনেতে স্বৰ্ণাই কাঁহী-বাটি ধুই আহি দুৱাৰ জপাই বিছনাত পৰিয়েই তাক ক'লে, 'বুইছে, ইমান সস্তাত মাছ কিনিব পাৰে বুলি মণিৰামৰ মাকহঁতে ক'বই পৰা নাছিল।'

আকৌ মাছৰ কথা উলিওৱাত সি সিমান ভাল নাপালে। স্বৰ্ণাই তেনেহ'লে মাছৰ কথা কৈযে চাৰিওফালে জহাই ফুৰিছে। কিজানি গিৰীয়েকৰ মাছ কিনাত পাৰ্গতালি দেখি গৰ্ববোধ কৰিছে। সিহঁতেও মাছটোৰ দাম ডেৰ টকা বুলি বিশ্বাস কৰিবই। গিৰীয়েকহঁত মাহটোৰ ভিতৰত মাথোঁ দুদিনমানহে মাছৰ বজাৰলৈ যায়। তাকো কিনে গৰৈ, কাৱৈ, কৰতী আদি সৰু সৰু মাছ। ডাঙৰ মাছৰ বজাৰদৰৰ লগত কোনো সম্পৰ্ক নাই।

'আৰু সিহঁতে কি কয় জানে? কয় যে আপুনি বিয়া-বাৰু কৰাই বজাৰে-সমাৰে বৰ চৌখিন হৈ পৰিল।'

সি চকু দুটা মুদি অলপ হাঁহিলে। ভাতৰ নিচাই চকুত ধৰিছে। স্বৰ্ণাই মনে মনে থাকিলেই ভৰ টোপনি ধৰিব। তাইৰ আকৌ আজি কথা বাঢ়িছে। বোধকৰোঁ অসুখটো কম পাইছে। কথা বাৰু কওক। কিন্তু অনবৰত মাছটোৰ কথা কৈ থাকে। শুনি আমনিহে পাইছে।

"আৰু এটা কথা। মণিৰামৰ মাকে ডেৰ টকা আৰু পুতুলীৰ মাকে ডেৰ টকা আজিয়েই মোৰ হাতত দিছে। সিহঁতকো কাইলৈ তেনে দুটা মাছ কিনি দিব লাগে।"

সি কথাটো শুনিয়েই উচপ খাই উঠিল। চকুত টোপনিয়ে ভৰ কৰাত যিকণ আৰাম লাগিছিল, খন্তেকতে নাইকিয়া হ'ল। তাৰ মূৰত চৰগ ভাগি পৰিল। যদি মাছ কিনিব লগা হয়, নিজৰ জেপৰ পৰাই তিনি টকা খৰচ হ'ব। সি নিজৰ ফাঁকিতে নিজে বান্ধ খালে।

'মই কিনিব নোৱাৰিমহে। মানুহৰ কাৰণে মাছ কিনি ফুৰাই মোৰ কাম নহয়, কাইলৈ মোৰ অফিচত বহুত দেৰি হ'ব।'

স্বৰ্ণাই বৰ আঘাত পালে। গিৰীয়েকৰ যে আন মানুহলৈ এটা নিষ্ঠুৰতা আছে আজিহে

বুজিলে। তাই ক'লে, "এতিয়া সেয়াহে হ'ল? মই কোনটো লাজেৰে টকা ঘূৰাই দিম? সিহঁতে আমাৰ কাৰণে ইমান ভাবে, অথচ আপুনি বজাৰত পাক এটা মাৰি মাছ এটাও কিনি দিব নোৱাৰে? ইমান নিহকুটুমীয়া নহ'বচোন!"

উপায় নাই। আৰু যদি ফাঁকি দিবলগীয়া হয় বেছিকৈহে বান্ধ খাব। সি ভাবিলে যে এনে ক্ষেত্ৰত স্বীকাৰোক্তিয়েই বেছি কাৰ্যকৰী। তদুপৰি স্বৰ্ণা তাৰ কোনো পৰ নহয়। তাইৰ আগত কথা লুকুওৱা পাপ। সি অতি আৱেগেৰে কৈ গ'ল— কেনেকৈ মহেন্দ্ৰৰ সৰু ভায়েকটোৱে দিয়া চিঠিখন পঢ়ি সি কাতৰ হৈ পৰিছিল, কেনেকৈ হাস্পতালত তাৰ শুকান মুখখন দেখি তাৰ কান্দি পেলাবৰ ইচ্ছা গৈছিল, তাৰ খোৱা-বোৱাৰ অসুবিধা আৰু টকা-পইচাৰ নাটনিৰ কথা শুনি কেনেকৈ অসহ্য হৈ পৰিছিল। স্বৰ্ণাই শুনি এটা হুমুনিয়াহ কাঢ়িলে। সমস্যাটো দুয়ো এতিয়া ভাগ বাটি ল'লে। ৰাতি বাৰ বজালৈকে দুযোৰে আলোচনা চলিল।

সমস্যাৰ সহজ সমাধান নহ'ল। যদি কাইলৈ বজাৰলৈ গৈ মাছৰ দাম বাঢ়িল বুলি পইচা ওলোটাই দিয়া হয় সিহঁতৰ বিশ্বাস নহ'ব। এদিনৰ ভিতৰত মাছৰ দাম নেবাঢ়েও। যদি আচল কথাটোকে ফঁাচ কৰি দিয়ে, তেতিয়াও সিহঁতে স্বৰ্ণাক ক'ব যে তাইক যদিও গিৰীয়েকে ইমান মৰম কৰে বুলি কয়, আচলতে এতিযাও তাই সঞ্জযৰ মোৰ পোৱা নাই। তেতিয়া স্বৰ্ণাই কোনোপধ্যে সহিব নোৱাৰিব। যদি মাছৰ দাম আজিহে কম বুলি কয তেতিয়া হযতো ক'ব পাৰে যে সঞ্জয়ে অনা মাছটো কিনা নহয়, ঘোচৰহে। নিৰ্দোষী মানুহটোৰ এনেয়ে বদনাম ওলাব। মুঠতে পৰিস্থিতিয়ে এনে ৰূপ ল'লে যে স্বৰ্ণাই ভৱিষ্যতে নিজৰ বিষয়ে ক'বলৈ অকণো চল নেথাকে আৰু সঞ্জয়ৰো মান-সন্মানত চেকা পৰে, ওচৰ-চুবুৰীয়াৰ লগত সকলো অন্তৰংগতা হঠাতে নোহোৱা হৈয়ো যাব পাৰে।

শেষত সঞ্জয়ে ক'লে, "তেনেহ'লে তুমি ভাবা যে মাছ দুটা কিনি দিবই লাগিব। এটকা বাৰ অনা বুলি ক'লে নিজৰ পৰা আঢৈ টকা খৰচ হ'ব।"

'সেয়ে হওক। আঢৈ টকা খৰচ হ'লেও তেও আমাৰ সন্মান ৰওক।'

সঞ্জয়ে চিন্তিত মনেৰে ক'লে, "কিন্তু আজি হ'ল মাহৰ এঁকৈশ তাৰিখ। এই নদিন চলিবা কেনেকৈ? তদুপৰি মাৰাইঁত অহাৰ কথা।"

সেইবোৰ পিছ কথা। আজিৰ বিপদৰ পৰা বাচোঁ। এয়ে বহুত। সিহঁতৰ কাৰণে চিন্তাৰ কাৰণ কি? ঘৰৰে মানুহ। মাছৰ কাৰণে আঢ়ৈ টকা দিলে মোৰ হাতত আৰু চাৰে চাৰি টকা থাকিব। তাৰেই জোৰা মৰিব।

সি তাইৰ প্ৰস্তাৱত মান্তি হ'ল। কিন্তু তাৰ টোপনি হৰিল। ৰাতি এক বাজিল। তাৰ মনটো লাহে লাহে গধুৰ হৈহে আহিল। চাটি-ফুটি কৰিবলৈ লাগিল। স্বৰ্ণা শুইছে। মাছ কিনাৰ সিদ্ধান্ত হোৱাৰ পিছত আৰু তাই একো নাভাবিলে। সেয়েহে টোপনি গ'ল। কিন্তু সি ভাবিবলৈ লাগিল, অহা সপ্তাহটোৰ কথা। তটিনীহঁত আহিব চৌবিশ তাৰিখে আৰু যাবগৈ আঠাইশ তাৰিখে। কিন্তু হাতত আছে চাৰে চাৰি টকা। সিহঁত আহিবলগীয়া নোহোৱাহেঁতেন এইকেইটা টকাৰেই ভাত-দাইল আৰু আলুগুটি পিটিকাৰে কোনো মতে চলিলোঁহেঁতেন। কাৰণ, আজিকালি সি বিড়ি-চিগাৰেট নাখায়। কিন্তু লেঠা স্বৰ্ণাৰ কাৰণেহে। তাইৰ এই আপদীয়া দিনকেইটাত হাতত পইচা-কড়ি নথকাটো কম বিপদৰ কথা নহয়। চাৰিও ফালৰ পৰাই দুৰ্যোগ। স্বৰ্ণাই যদিও কয় যে মাক তাইৰ ঘৰৰে মানুহ যেতিয়া, আলহী বুলি নেভাবিলেই হ'ল।

কিন্তু সি গমি পাইছে যে সেইটো তাই অন্তৰৰ পৰা কোৱা কথা নহয়। সেই কাৰণেই তটিনীৰ চিঠি পাই একো আনন্দৰ ভাব দেখুওৱা নাই। তাৰ বৰ দুখ লাগি গ'ল। টকা এনে বস্তু যে মানুহক কেৱল টকাইহে আনন্দ দিব পাৰে। তাৰ হাতত যদি আজি টকা থাকিলহেঁতেন, তটিনীহঁত অহাৰ খবৰটো উৎসৱ যেন লাগিলহেঁতেন। এইকেইদিন সিহঁত অহাৰে দিন গণি থাকিলেহেঁতেন। কিন্তু তটিনীৰ চিঠিখন প্ৰথম পায়েই স্বৰ্ণাই মুখ ক'লা কৰিলে। বিয়া দিয়া ছোৱালীজনীয়ে মাকৰ মুখখন দেখিবলৈ যি আশা কৰে সেই আশাকো ধনৰ অভাৱে মষিমূৰ কৰিলে। স্বৰ্ণাই মাক অহাৰ খবৰটো পাই কিজানি দুখহে পালে। অৱশ্যে দুখ হ'বই। আশা-দশা কৰি মাক আহিব জীয়াৰীৰ সুখ চাবলৈ। কিন্তু চাৰিওফালে আৰ্থিক দুৰ্যোগেৰে তাৰ জুৰুলা অৱস্থা দেখি মুখেৰে ফুটাই একো নক'লেও দুখ মনেৰেই উভতি যাব। আৰু আহিব লগতে গাভৰু ছোৱালীজনী। এপদ ভাল বস্তু খাবৰ জোগাৰ নহ'লে সি লাজতে নিজক ধিক্কাৰ দিব।

ৰাতি দুই বাজিলেই। সি টোপনিয়াবৰ চেষ্টা কৰিলে। কিন্তু তাৰ চাটি-ফুটি বাঢ়িলহে ।

হাতত আছে চাৰে চাৰি টকা। সেই চাৰি দিন সিহঁতক নিজে খোৱাতকৈ বহুত ভাল খুৱাব লাগিব। সৰু খুলশালীয়েকটো ভিনিহিয়েকৰ ঘৰলৈ প্ৰথম অহাৰ কাৰণে এযোৰ পোছাক দিব লাগিব। তটিনীকো এটা গাভৰু ছোৱালীৰ মনোমত উপহাৰ দিব লাগিব। শাহুয়েককো এখন তাঁৰৰ মেখেলা আৰু এটা চোলা দিব লাগিব। তাকো যাবগৈ আঠাইশ তাৰিখে। ষ্টেচনত থ'বলৈ ৰে'লত টিকট তিনিখন কিনি দিব নোৱাৰিলেও কেনেবা কেনেবা লাগিব। শাহুযেকৰ পৰা টকা খুজি টিকটকেইখন কিনি দিয়া বৰ লাজৰ কথা। উপযাচিযেই যদি টিকটৰ পইচা উলিযাই দিয়ে সেইটোও অসহনীয। সি বৰ হতাশ হৈ পৰিল। এই মাহত স্বৰ্ণাৰ লগত তেৰ টকা মান খৰচ হ'ল আৰু নঘৈণীৰ আগত তাৰ অস্বচ্ছল অৱস্থা জলজল পটপটকৈ ওলাই পৰিল। যেন তাৰ পৌৰুষৰ ভুল প্ৰমাণ হ'ল। মাছৰ কাৰণে যে আৰু আঢৈ টকা খৰচ হ'ব। সেইটো খৰচ নোহোৱা হ'লেও সি একেই বিমোৰত পৰিলেহেঁতেন। তাৰ হ'বলগীয়া খৰচৰ তুলনাত তিনি টকা বা আঢৈ টকা একো বস্তু নহয।

শেহ ৰাতিয়েই হ'লহি। জোনটো ডুবু ডুবু। খিৰিকীযেদি এচেৰেঙা জোনাক আহি কোঠাটো পোহৰ কৰিছে। নিযৰৰ টোপালবোৰ ছালত পৰি ৰাতিটো তাৰ মনত ভযাবহ কৰি তুলিছে। মাথোঁ কাষতে স্বৰ্ণা শুই আছে অতি নিশ্চিন্ত মনে। তাইক দেখিহে তাৰ অসহায় যেন লগা নাই। তাইৰ বগা মুখখনিত জোনৰ পোহৰ পৰি অপাৰ্থিৱ হৈ পৰিছে। তাৰ মনত পৰিল, স্বৰ্ণাই যে তাক কৈছিল— সিহঁত বাৰু আহক। টকাৰ কাৰণে কিবা কাম বৈ থাকেনে?

কিন্তু তাই সান্ত্বনা দিবলৈকে এনেকৈ ক'লে।

গাত লোৱা কম্বলখনেৰে এই আঘোণমহীয়া কোনোমতেহে জাৰ মৰে। কিন্তু আজি ৰাতি তাৰ গৰম লাগিছে। কম্বলখন গুচাই থ'লে। এখিৰিকী চেঁচা বতাহে তাৰ শৰীৰৰ উত্তাপ কমাব পৰা নাই। সি বিছনাৰ পৰা নুঠিল। টুলখনৰ ওপৰত থকা ঘটটো দাঙি লৈ ঢকঢক্‌কৈ পানী পিলে। স্বৰ্ণাই নিশ্চিন্ত হৈ শুই থকা দেখি তাৰ বৰ মৰম লাগি গ'ল। সোণৰ নেক্‌লেচ্‌ডালে তাইৰ পুষ্ট বুকুখন বৰ মোহনীয কৰি তুলিছে। তাই শুইছে। নিশ্চয শান্তিৰে শুইছে। এটা ডেকা গিৰীয়েক জীয়াই আছে কাৰণেই তাই টকা-পইচা বা বিপদ-আপদৰ কথা নিজৰ মূৰত তুলি লোৱা নাই। তিৰোতা মানুহৰ পুৰুষত যে ইমান বিশ্বাস! কিন্তু মাহৰ শেষত সি ধাৰ পায় কেনেকৈ? যাৰ টকা আছে সিহে ধাৰ পায়। কাৰণ

তেওঁলোকৰ ওপৰত আস্থা আছে আৰু তেওঁলোকৰ সংগও টকা থকা মানুহৰ লগতেই। কিন্তু তাৰ লগৰ কেইজনৰ অৱস্থা সি নিজ চকুৰেই ইমান দিন দেখি আহিছে। প্ৰায়বোৰৰে ল'ৰা-তিৰোতা আছে। মাহটোৰ এফাল যোৱাৰ পিছতেই খৰচ কৰোঁতে এপইচাৰ কাৰণেও ভাবিব লাগে। অমল, সুৰেন, অনাদিহঁতৰ লগত তাৰ বেছ মিল। কিন্তু সি জানে যে সিহঁতে যদি বিশ-বাইশ তাৰিখে লাগ বোলাতেই দহ-বাৰ টকা উলিয়াই দিব পাৰে, তেনেহ'লে, কেৰাণী জীৱনৰ হা-হুতাশৰ কথা দিনে-ৰাতিয়ে এনেকৈ কৈ নাথাকে। গতিকে কাইলৈ যদি প্ৰত্যেকৰে কাষত হাত পাতে আৰু তেওঁলোকে যদি কয়— মাফ কৰিব, হাতত পইচা একেবাৰেই নাই— তেনেহ'লে তেওঁলোকে মিছা কৈছে, দিবৰ মন নাই, লোকৰ বিপদ নুবুজে আদি ভাবিবৰ কাৰণ নাই। তাতকৈ তেওঁলোকৰ বিপদ-আপদ বহুত বেছি। প্ৰত্যেকেই একোটা শকত পৰিযাল পোহপাল দিব লাগে। অথচ দৰমহাৰ বছৰেকত ইনক্ৰিমেণ্ট হয় মাথোঁ তিনি টকা।

সি তাৰ ভৱিষ্যতটো আজিহে গমি চালে। আৰু কেইমাহ মান পিছত সি সন্তানৰ মুখ দেখিব। কেইবছৰমানৰ পিছত ল'ৰা-ছোৱালীৰে ঘৰ কোঢাল হৈ পৰিব। সিহঁতক সি খুৱাব-পিন্ধাব লাগিব। তেতিয়া প্ৰতিদিনেই আজিতকৈ বেছি উৎকট বিপদৰ সম্মুখীন হ'ব লাগিব। অৰ্থ চিন্তাত আৰু সতি-সন্ততিৰ দুখৰ সন্তাপত অকালতে তাৰ মূৰৰ চুলি পকিব। দেহৰ জেউতি হেৰাব। স্বৰ্ণাৰ হাঁহি ভৰা সুখৰ ৰেঙণি নেদেখিব। তাই হ'ব বুঢী। সি নিশ্চয় সিজন্মত ডাঙৰ পাপ কৰি আহিছিল। কাৰণ দুখীয়া হৈ জনম লোৱা পাপ।

কিন্তু তাৰ জীৱনলৈ অপূৰ্ব শ্ৰদ্ধা। সি চিৰদিনেই জীৱনৰ ৰোমাঞ্চ বিচাৰি পাইছিল নিজকে প্ৰতিষ্ঠা কৰাত। তাৰ ডেকা মনটো আকৌ কিহবাৰ সন্ধানত ব্যাকুল হৈ পৰিল। ৰাতি আঠটাই বাজিল। জোনটো ডুবিছে। বাহিৰত আন্ধাৰ। বাহিৰৰ হিমবোৰে মাথোঁ অন্ধকাৰৰ নিবিড়তা কমাইছে। তাৰ অসহ্য লাগিল। সকলো শুই থাকিলে টোপনি নহাজন বৰ দুৰ্ভগীয়া। জোনৰ পোহৰত স্বৰ্ণাক দেখি অলপ শান্তি পাইছিল। এতিয়া তাইক আন্ধাৰে গিলি পেলালে। সি লাহেকৈ উঠি গৈ লেমটো জ্বলালে। খন্তেকতে গোটেই কোঠাটোত পোহৰ বিয়পি পৰিল। স্বৰ্ণাই সাৰ পোৱা নাই। তাইলৈ সি ৰ' লাগি চাই ৰ'ল। শুই থকা তিৰোতাজনীয়ে তাৰ মনলৈ এক অতীন্দ্ৰিয় পুলক আনিলে। এইজনী স্বৰ্ণা, যাৰ শৰীৰৰ কোষে কোষে মাতৃত্বৰ জেউতি। তাই সৃষ্টিৰ প্ৰথম নাৰীৰ আন্তৰিকতাৰে তাক ভালপাই থাকিব— জীৱনত তাৰ সিমানেহে গৰ্ব। সিয়েই নিশ্চয় এজনী তন্দ্ৰালসা গাভৰুক প্ৰথমে প্ৰেম জগাই মহিমান্বিতা কৰিলে। আৰু এনেবোৰ স্বৰ্ণাই যুগে যুগে সৃষ্টিৰ অবিৰাম ছন্দ বজাই ৰাখিব। সি এঠাইত পঢ়া মনত পৰিছে যে আচল প্ৰেম এটা প্ৰেমৰ গল্পতকৈ বহুত ভাল। এজন ভাল শিল্পীতকৈ এজন ভাল মানুহ বহু বেছি ভাল। সিও অনুভৱ কৰিছে যে এজন শিল্পীৰ সৃষ্টিৰ মাধুৰিমাতকৈ সৃষ্টিৰ প্ৰবাহ অবিৰাম বোৱাই ৰখা এজনী তিৰোতা বেছি আকৰ্ষণীয়। সি ভাল। তাৰ নিজৰ সততাত আস্থা আছে। স্বৰ্ণা অপৰূপা। পূৰ্ণিমাৰ জোনৰ দৰেই তাই নিৰ্মল। হেমন্তৰ হিমৰ দৰে তাইৰ মৰমবোৰে তাৰ বাস্তৱত জুৰুলা লগা শুকান অন্তৰখন মানৱীয় অনুভূতিৰে সেমেকাই পেলাইছে। তাৰ কিহৰ অভাৱ? মাথোঁ টকাৰ। কিন্তু মানুহে চলিব পৰাতকৈ বেছি টকাৰ প্ৰয়োজন নাই। স্বৰ্ণাৰ যোগেদি সি জীৱনৰ স্বৰূপ বুজি পাইছে। সি ভৱিষ্যতে উন্নতি কৰিবলৈ তাই প্ৰেৰণা দিব। সি জীৱনত সিদ্ধি পোৱা মানুহ কিছুমানৰ কথা মনত পেলালে। সিহঁত কোনো ধনৰ ভেটিত উমলি ডাঙৰ হোৱা নাছিল। ভবেন বৰদলৈৰ কথা ভাবে।

বেচেৰাই মেট্ৰিক পাছ কৰাৰ পিছতেই ডিমাপুৰৰ গহন বনত ফৰেষ্টৰ গাৰ্ড কাম কৰিছিল মাহে ডেৰ কুৰি টকাত। সাত বছৰ হাবিয়ে-জংঘলে ঘূৰি ফুৰাৰ পিছত পঢ়িবলৈ ইচ্ছা কৰিলে। তাৰ ইন্ধন পাইছিল তাৰ মৰমৰ বীণাৰ পৰা। অশেষ কষ্ট কৰি বি এ পাছ কৰিলে, তাৰ পিছত এম এ। তেওঁক ভগৱানে চকু মেলি চালে। এতিয়া বিশ্ববিদ্যালয়ত অধ্যাপকৰ এখন সন্মানিত আসন শুৱনি কৰি আছে। অজিত ডেকাই মাটি-বাৰী বন্ধকত দি পঢ়িছিল। দিনে তিনি-চাৰিটা টিউচন কৰিছিল। তথাপি প্ৰথম বিভাগৰ প্ৰথম হৈ এম এছ চি পাছ কৰিলে। এতিয়া ভাৰত চৰকাৰৰ ভূতত্ত্ব বিভাগৰ এজন নাম কৰা বিষয়া। জ্যোতি কটকী সমবায় সমিতি অফিচৰ কেৰাণী আছিল। বিয়া কৰাইছিল অতি কম বয়সতে। কিন্তু নিজত বিশ্বাস থকাৰ কাৰণেই প্ৰাইভেটকৈ বি এ পাছ কৰিলে। তাৰ পিছত কামৰূপ একাডেমীত মাষ্টৰী কৰি ল' পাছ কৰিলে। এতিয়া চহৰৰ এজন প্ৰখ্যাত উকীল। ৰাজনীতিৰ ক্ষেত্ৰতো প্ৰচুৰ যোগ্যতা অৰ্জন কৰিছে।

ৰাতি তিনি বাজিলেই। তাৰ টোপনি নাহিল যদিও এক অনিৰ্বচনীয় পুলকত সি শিঁহৰি উঠিল। তাৰ বয়স মাথোঁ সাতাইশ বছৰ। নিজকে গঢ় দিবলৈ আৰু বহুত সময় আছে। তাৰ দেহত শক্তি আছে, মগজুত বুদ্ধি আছে আৰু আছে অধ্যৱসায়ৰ ধৈৰ্য। এতিয়াই জীৱনৰ শলিতা নুমাল বুলি ভাবি সি মহা ভুল কৰিছে। মনত অদম্য অভিলাষ থাকিলে শত বাধা-বিঘিনিয়েও বিফল কৰিব নোৱাৰে। তেনেহ'লে তাৰ দিন এনেকৈয়ে যাবনে? কাৰো দিন সমানে নাযায। আজিৰ খৰিভাৰী কাইলৈ ৰজা। অ' নহয, ৰজা শব্দটো আজিকালি উঠিযেই গৈছে। তাৰ ভুলতেহে মনলৈ আহিল। আজিৰ খৰিভাৰী কাইলৈ দেশৰ কৰ্ণধাৰ। সি নিজকে শেষ হৈ গ'ল বুলি ভাবি মূৰ্খামি কৰিছে। মানুহ নিজেই নিজৰ ভাগ্য নিয়ন্তা। আশাবাদী মন ভগৱন্তৰ অশেষ দান। ভৱিষ্যতৰ সুৱদি আশাৰে তাৰ ভাববোৰ হেঙুলীয়া হৈ পৰিল। মাথোঁ এই ন দিন পাৰ হ'লেই ৰক্ষা। তটিনী আৰু শাহুৱেকৰ হাতৰ পৰা নিজৰ সন্মান বচাব লাগিব। সি প্ৰমাণ কৰিব লাগিব যে স্বৰ্ণাৰ স্বামী কোনো অপাৰগ মানুহ নহয়। সি এক যোগ্য জোঁৱাই, এক যোগ্য স্বামী। সি তটিনীক দেখুৱাব যে তাইৰ ভিনিহিয়েক বহুত গাভৰুৰ ঈৰ্ষাৰ বিষয়। হয়তো এই ন দিনৰ পিছত তাৰ এনেকৈ অৰ্থৰে বিফল কৰা দুৰ্যোগ নাহে। সি ভাবি পাইছে। সি জীৱনৰ বাট বিচাৰি পাইছে। কলেজত থাকোঁতে সি বুৰঞ্জীত পাইছিল যে অতীতৰ বুৰঞ্জীত আছিল কেৱল ৰজাৰ ভঙা-পতা, কিন্তু অষ্টাদশ শতিকাৰ পৰা বুৰঞ্জীৰ সোঁত উজাই বৈছে। ৰজাৰ কৰ্মকাণ্ড বহুৱালি বুলি গণ্য হৈছে। সাম্ৰাজ্যবাদ আৰু সামন্তবাদ মানুহে ঘৃণাৰ চকুৰে চাবলৈ শিকিছে। আদিম কালৰে পৰা মানুহে যুঁজ কৰিছে আৰ্থিক অশান্তি নাশি নিজৰ ব্যক্তিত্বক ৰূপ দিবলৈ। ব্যক্তিসত্তাত মানুহৰ অটল বিশ্বাস। মানুহে চাৰিওফালে সমান অধিকাৰ বিচাৰি পৃথিৱীৰ বুকুত নতুন চাঞ্চল্যৰ সৃষ্টি কৰিছে। চৌপাশে গণজাগৰণে পৃথিৱীত নতুন পোহৰ দেখুৱাইছে। সিও তাৰ সন্মানিত ব্যক্তিত্ব গঢ়ি তুলিব পাৰিব। আজিৰ পৃথিৱীত নিষ্ঠুৰতাৰ ওৰ পৰা নাই। অনাহাৰী বা অভুক্ত আহাৰ খোৱা মানুহৰ ওৰ পৰা নাই। কিন্তু ন্যায্য প্ৰাপ্যৰ কাৰণে মানুহে যি অবিশ্ৰান্ত চেষ্টা চলাইছে, সি অবিনাশী। মানুহে চৰম সত্যৰ ফল ভোগ কৰিবই। আত্মাক আদৰ কৰা মানুহক ভগৱানেও সহায় কৰিব। আজিৰ মানুহৰ পাৰস্পৰিক মমত্ববোধ তেনেই উলাই কৰিব নোৱাৰি। তদুপৰি যুক্তিবাদ বৰ্তমান শতিকাৰ অপূৰ্ব দান।

সি লেমটো টেবুলৰ ওপৰত থ'লে। কলমটো উলিয়াই লৈ বগা কাগজ এখিলা ভাজ কৰিলে। সি চিঠিখন লিখিবলৈ সংকোচ নকৰিলে। এটা সাধাৰণ মাছৰ কাৰণে যদি সি তাৰ মৰমৰ

স্বৰ্ণাক মিছা কথা ক'বলৈ কুণ্ঠিত নহৈছিল তেনেহ'লে তটিনীক এযাৰ কথা সাজি লিখিলে একো পাপে নুচুব। সি তটিনীলৈ সেই ৰাতিয়েই চিঠি লিখিলে। দিনত হয়তো এনে প্ৰবল ইচ্ছা নহ'ব পাৰে। আৰু স্বৰ্ণাক দেখি চিঠিখন লিখিবলৈ মন নোযোৱাও হ'ব পাৰে। তেতিয়াহ'লে বিপদৰ পৰা ৰক্ষা পোৱাও টান হৈ পৰিব। সি লিখিলে ঃ

"বহুত দিন তোমাৰ পৰা চিঠি নোপোৱাৰ কাৰণে বাউদেৱেৰাও চিন্তাত আছে। বিয়াৰ পিছৰে পৰা এদিনো আমাৰ ফালে ভুমুকি নমৰাত বৰ বেজাৰ পাইছোঁ। আজি কেইদিনমান বাউদেৱেৰাৰ অসুখ। ডাক্তৰে চেঞ্জৰ দৰকাৰ বুলি কোৱাত আমি দুয়ো আজি শ্বিলঙলৈ ৰাওনা হ'লোঁ। দহ দিনমানৰ পিছতহে আহিম। গতিকে লৰালৰিকৈ চিঠিখন লিখি তোমালোকক জনালোঁ। অহা মাহৰ পহিলা সপ্তাহতে তোমালোকে আহি আমাক আতিথ্যৰ সুবিধা দি ৰং লগাবা বুলি আশা কৰিলোঁ। "

চিঠিখন লিখি লাহেকৈ কামিজৰ ওপৰ জেপত ভৰাই থ'লে। কাইলৈ পহিলা ডাকতে পঠাব লাগিব। সিহঁত ২৪ তাৰিখে অহাৰ কথা আছিল কাৰণে চিঠি তেইশ তাৰিখৰ আগতে পাবগৈ লাগিব। সি আপোন মনে হাঁহিলে। এক কুটিল হাঁহি। কিন্তু হৰ্ষোজ্জ্বল এই কাতি-আঘোণমহীয়া শ্বিলঙত খুব জাৰ। কাম নাথাকিলে অন্ততঃ তালৈ ফুৰিবলৈ বুলি মানুহ নাযায়। কাতি-আঘোণৰ এই হেমন্তৰ হিমে ধোৱা ভৈয়াম শ্বিলঙতকৈ বহুত বেছি ভাল। বেছি জাৰ নাই। গৰম একেবাৰেই নাই। মুকলি সেউজ পথাৰত লখিমীৰ খেলা। পুৱা-গধূলিৰ হেঙুলী আকাশে ৰঙা ৰ'দ আৰু বগা কুঁৱলীৰে ৰঙৰ খেলা কৰে। তথাপি যে শ্বিলং স্বাস্থ্যকৰ ঠাই আৰু শ্বিলঙত চিকিৎসাৰ সু-ব্যৱস্থা আছে বুলি বিখ্যাত। তটিনীহঁতৰ কথাটো বিশ্বাস হ'ব, ভাবিব, স্বৰ্ণাৰ কাৰণে তাৰ বৰ যত্ন। সিহঁতে তাইৰ সন্তানসম্ভৱা সময়টোৰ কথাও জানে। সিহঁত সুখী হ'ব। সি স্বস্তিৰ নিশ্বাস ল'লে। স্বৰ্ণাকো কথাটো বুজাবলৈ বেছি কষ্ট নালাগিব। সি লেমটো নুমুৱাই বিছনাত পৰিলগৈ। লাহে লাহে চকুৰ পতা জাপ খালে। সি আজিহে হিয়াৰে অনুভৱ কৰিলে যে আশাবাদী মন ভগৱন্তৰ অশেষ দান।

# আপোন সুৰ

চাকৰিটো পাই নতুন ঠাই আৰু এক নতুন জীৱনৰ প্ৰতি যি মোহ জাগিছিল খুৰাদেৱে সেই মোহত চেঁচা পানী ঢালিছিল। অৱশ্যে তেওঁৰ কথা কেইজনে মানিছে ক'ব নোৱাৰোঁ। বয়োজ্যেষ্ঠ হ'লেও তেওঁৰ কথা শুনিলে ডেকা মনত ভালেমান আহুকাল লাগি যায়। অদ্ভুত মানুহ। তেওঁৰ নিঃসংগ নিৰালম্ব জীৱনত একমাত্ৰ অৱলম্বন হ'ল কিতাপ। চাকৰিটোও বেছ ভাল। তেওঁৰ মোৰ প্ৰতি মৰম আছে বুলি জানিব পাৰি প্ৰায়ে মনত সন্তোষ দিবলৈ যত্নৰ ত্ৰুটি নকৰোঁ।

মই চাকৰিলৈ ওলোৱাৰ দুদিনমান আগৰে পৰা তেওঁ এষাৰ কথা কৈ আছে। চাকৰৰ অভাৱৰ কথা। ধুবুৰীত হেনো জুইশলাৰ ফেক্টৰীটো থকাৰ কাৰণে বনুৱাৰ দৰো বাঢ়ি গৈছে। চাকৰ-নাকৰ পাবলৈ বৰ টান। যোৱাৰ আগদিনা এটা প্ৰকাণ্ড হটঙা মানুহ মোক গতাই দি ক'লে— "ইয়েই হ'ল সুধনা। ই মোৰ মৰমৰ, তই ইয়াক লৈ যা, ই ওৰে জীৱন তোৰ লগতে থাকিব। আনকি তই বিয়া কৰোৱাৰ পিছতো। কিন্তু এটা কথা। ইয়াক ভালকৈ চলাবি আৰু তাতকৈ প্ৰধান কথা হ'ল মোৰ অনুমতি নোলোৱাকৈ ইযাক খেদিব নোৱাৰিবি।"

মোৰ ভৃত্য সুধনাই কিন্তু তাৰ প্ৰভুক চিনাকি কৰি দিয়াৰ পিছতো নমস্কাৰ নকৰিলে। মুখলৈও নাচালে। মই আচৰিত মানিলোঁ। চাকৰটো গতাই ইমান কথা ক'ব বুলি ভবাই নাছিলোঁ, কাৰণ খুৰাদেৱে শব্দৰ খুব কম ব্যৱহাৰ কৰে। কিন্তু তেওঁ মোৰ বহুত অপকাৰ কৰিলে। সুধনা মোৰ কাৰণে বিভীষিকা হৈ উঠিছে। তাৰ স্বভাৱ, বয়স আৰু চেহেৰা— কোনোটোৱেই ভৃত্য হিচাপে খাপ খোৱা বিধৰ নহয়। বয়স (মোৰ অনুমান) চল্লিশৰ ওচৰা-উচৰি। এই বয়সত তাৰ দৰে ওখ-ডাঙৰ স্বাস্থ্যবান দেখনিয়াৰ মানুহ এটা এখন ঘৰৰ গুৰিয়াল হিচাপে বা পিতৃ স্বৰূপেহে শুৱাই পৰে। তাৰ প্ৰতি মোৰ কিঞ্চিৎ মায়াও আছিল। কিন্তু তাৰ দোষতেই তাৰ প্ৰতি সেইকণ দৰদ এৰি পেলালোঁ, তাৰ স্বভাৱত অকণো মোহনীয় গুণ নাই। সি এটা দানৱ। এদিনো সি মোক সমীহ হৈ এষাৰ কথা কৈছে বুলি মনত নপৰে। ভাল কথা ক'লেও গেঙেৰী দিছে যেনহে লাগে। আদেশলৈ কাণ নিদিয়ে। সদায় তাৰ মুখত এক বিতৃষ্ণাৰ ভাব, তথাপি বিছনাখন পাৰি দিয়ে কাৰণেই তাৰ দোষবোৰ বৰকৈ চকু নিদিওঁ, কাৰণ মোৰ এটা ধাৰণা আছে যে স্বৰূপতে ভাল মানুহবোৰ প্ৰথম দৃষ্টিত আপচু। কিন্তু মই ভাবি নাপাওঁ— কিয় খুৰাদেৱে তাক অতি মৰমৰ মানুহ বুলি কৈছিল। সি ওৰে জীৱন মোৰ লগতে থাকিব বুলি প্ৰতিশ্ৰুতিও দিছিল। এদিন মোৰ এখন সংসাৰ হ'ব। তেতিয়া আৰু তাৰ দৰে বেসুৰা মানুহ এটাৰ স্থান নহ'ব। তাৰ চৰিত্ৰ আপাততঃ কলুষিত। মেচ ফেক্টৰীলৈ গ'লে বাটতে যি শাৰী বেশ্যাৰ ঘৰ পোৱা যায়, তাতে সি ৰাতি মাতলামি কৰি থকা অৱস্থাত পুলিচে কেইবাদিনো পাই ধৰি আনি মোক গতাই দিছে। এদিন খবৰ পাইছোঁ যে সি

তাতোকৈ বেছি কৰিছে। এখন দীঘল ছুৰী লৈ দুজনী বেশ্যাৰ ঘৰ ঘেৰাও কৰি ধৰিছিল। সিহঁতেও ভয়তে টেঁপা লাগি আছিল। দাৰোগা শান্তি শেখৰে কয় যে সি হেনো তাত ৰজাৰ দৰেই। তাৰ সদৃশ গুণ্ডা আৰু আগতে ধুবুৰীত নাছিল।

তাক মই কেইবাবাৰো জে'লত সুমুৱাই থোৱাৰ ভাবুকি দিছোঁ। নিজৰো প্ৰাণৰ ভয় আছে বুলি কাৰণ দেখুৱাইছোঁ। কিন্তু সি 'বেফিকিৰ'। সি মোৰ কথাতে মুখ পাতি লৈ ভোৰভোৰাইছে— সিহঁতক খুইন্দে ধুনাধুন কৰি দিম বাচ্চা। বেটীহঁতক পিটন দিব লাগে। ৰঘুবৰক গটেই দেউলীয়া কই্ৰলাক্। সেইঁতে আল্‌তি মদ খাই বেহুঁচ হোৱা যেন পালি মোনাৰ জেপৰ পেৰে টকা ঘুকৃতি বাহিৰ কৰে। শাংখিনীহঁতৰ পাল্লাত পৰি থানুৰ গৰ্মী হৈছে।

সঁচাকৈয়ে সি মোৰ বহুত অপকাৰ কৰিছে। মোৰ বদনাম হৈছে। সি সঘনে বেশ্যাৰ ঘৰলৈ যোৱা সত্বেও, সকলোৱে এই কথাটো জনা সত্বেও মই তাক খেদি দিব পৰা নাই। এতিয়া মই তাৰ হাতেদি ভাতমুঠি খাবলৈকো সংকোচ কৰোঁ। বিছনাখনো নিজেই পাৰি লওঁ।

তেওঁৰ অতি মৰমৰ সুধনাক লৈ যাওকহি। নহ'লে তাক মই দুই-এদিনৰ ভিতৰতে খেদি দিম নতুবা জে'লত ভৰাম বুলি খুৰাদেউলৈ সকলো বিৱৰি এখন চিঠি লিখিলোঁ। তেওঁ কিন্তু নীলকণ্ঠ।। মোৰ বিপদ অকণো গণ্য নকৰি লিখি পঠিযালে যে মই যদি সুধনাক খেদো তেওঁৰ লগত মোৰ সকলো সম্পৰ্ক ছেদ বুলি ধৰিব লাগিব আৰু লিখিলে ঃ ' ‿ই জীৱনত বহু মানুহ বোৱাবলৈ পাবি, কিন্তু সুধনাৰ দৰে এটাক নাপাবি। তাক খেদিলে তোক পাপে চুব। তাৰ তোলৈ বৰ মৰম। ঠিক মোৰ দৰেই। সি তোৰ সৰু অৱস্থাতে আমাৰ ঘৰত আছিল। সিযে তোক তুলি-তালি ডাঙৰ কৰা বুলি ক'ব পাৰি। বাৰু তাক তই ক'বি যে বেয়া তিৰোতা থকা ঠাইলৈ যাবলৈ তাক মই মানা কৰিছোঁ।'

মই বৰ সমস্যাত পৰি গ'লোঁ। সুধনাই জানো মোক মৰম কৰে? নহয়, সি মোক পুতৌহে কৰে। এতিয়া ঘৰখনত যেন সি মুৰব্বী আৰু মই যেন কোনোবা নিমাখিত নতুন বোৱাৰী। খুৰাৰ আদেশ লংঘন নকৰি মই হলাহল পান কৰিব নোৱাৰোঁ। তাৰ কাৰণে মোৰো কোনদিনা যৌন ব্যাধি হয ঠিক নাই। কিন্তু এটা কথাত অলপ সকাহ পালোঁ যে বেশ্যাৰ ঘৰলৈ যোৱাটো মানা কৰিছে বুলি কোৱাত সি সেইফালে মু কৰা নাই বুলি বিশ্বস্ত সূত্ৰে জানিব পাৰিছোঁ। তাৰ তেজ পৰীক্ষা কৰোৱা হ'ল। মই উশাহ পালোঁ। এতিযালৈকে দুষ্টামিৰ কীটে তাৰ তেজ ঘুণীয়া কৰিব পৰা নাই। তথাপি সি মোক আৰু বেছি বিপদত পেলাই আছে। ৰাতি দেখা যায় যে তাৰ শোৱা ঘৰটোৰ তলা ওলমি থাকে। সি ষ্টেচনৰ কাষৰ তেলিয়াপট্টিত জুৱা খেলে। পিছদিনা টোপনিৰ জালত চাহত নিমখ দিয়ে আৰু আঞ্জাত চেনি দিয়ে। মাছ আধা সিজা হয়। তদুপৰি তাৰ কাৰণে ওচৰ-চুবুৰীয়াৰ লগত মোৰ সম্বন্ধ বৰ বেয়া হৈ পৰিছে। সি সামান্য কথাত যিকোনো মানুহক অপমান কৰিবলৈ অকণো কেৰেপ নকৰে। নন্দ কেৰাণীৰ ঘৈণীয়েক মিনিয়ে আলিৰ কাষৰ পানীৰ পাইপটোৰ পৰা এবাল্টি পানী দিবলৈ কোৱাত সি তেনেই গৰ্জি উঠিল। আন কিছুমান কথা কৈহে তাইক থকাসৰকা কৰি পেলালে। সি ক'লে— 'নৰু পানী আইন্‌বা, যদি নবাবৰ বেটী এমানেই ফয়দা মায়েথেৰ ঘৰোৰ পেৰে চাকৰ নানে কিয়া? হাও, বিয়াৰ আগতেচন শুইন্‌ছিলো সেই মাটিৰ হাকিমটোক লেগি যাব! সি হেম্পাও পছন্দ নক্‌ইৰলাক। ইত্তে কেৰাণীৰ ঘৰোত সুজা নাই?'

মোৰ শুনি বেয়া লাগি গৈছিল। মানুহজনী লাজতে ভিতৰ সোমাইছিল। মই তাক বহুত

কিবাকিবি কৈছিলোঁ। সি এনে উদাস হৈ শুনিছিল যে মই অপ্ৰস্তুত হৈ পৰিছিলোঁ। তাৰ গাত মানুহৰ লক্ষণ নাই। সি কিজানি বুৰঞ্জীয়ে ঢুকি নোপোৱা হাবিতলীয়া যুগতহে নিজকে খাপ খুৱাব পাৰিলেহেঁতেন। তাৰ মুখত হোৱাই-নোহোৱাই এষাৰ কথাই— চব খুইন্দে ধুনাধুন কৰি দিম বাচচা। 'আলিৰ পাইপৰ পৰা পানী আনিবলৈ গ'লেও গণ্ডগোল। তাত মানুহৰ ভিৰ হয়। শাৰী পাতে। সি কিন্তু একো নেমানে। হেঁচি-ঠেলি পানী লৈ আহে। কোনোবাই এষাৰ মাতিলে মাৰপিট কৰে। এমূৰে টিন দুটা বান্ধি বাওকাডাল বেঁকা কৰি পানী আনিবলৈ যোৱা দেখিলেই তাক ৰণ কৰিবলৈ যোৱা দৈত্য যেন লাগে। প্ৰায় পঞ্চাশ হেজাৰ লোকৰ বসতিৰ চহৰখনত কোনোবা এটা মানুহৰ লগত তাৰ সম্ভাব আছে বুলি মোৰ চকুত নপৰিল। পোনতে ওচৰৰ পাণৰ দোকানী লম্বেশ্বৰৰ লগত তাৰ অলপ সম্ভাৱ দেখিছিলোঁ। কিন্তু এতিয়া লম্বেশ্বৰৰ পাণৰ দোকান উঠি গ'ল। বাকী দি সি দেউলীয়া হ'ল। সুধনাই এতিয়াও সময় বুজি ফকিৰাগ্ৰাম, গোলোকগঞ্জ, গৌৰীপুৰলৈ যোৱাক লৈ সি তাৰে ক'ৰবাত থাকে বুলি বিশ্বাস। চাবলৈ গ'লে সুধনা আৰু লম্বেশ্বৰৰ মাজত প্ৰবৃত্তিৰ বহুত অমিল। লম্বেশ্বৰ মানুহটো মৰম আকলুৱা। সি ছোৱালীৰ আগত পেচ দি কথা ক'বলৈ ভাল পায়। কোনো কোনো ধুনীয়া সন্ধিয়া তাৰ দোকানৰ সন্মুখত নাৰ্ছ কেইজনীমান হাঁহি হাঁহি ফুলদানিৰ দৰে থিয় দি তাৰ লগত ৰগৰ কৰা মোৰ চকুত পৰিছিল। সিহঁতে তাৰ দোকানৰ পৰা স্নো-পাউদাৰ, তাৰ্চেল, আইনা, ফণী আদি নিযেহি। বোধকৰোঁ বাকীকৈ। নহ'লে সি দেউলীয়া নহয়। তাৰে এজনীৰ কথা মই জানো। তাই হ'ল ধুনত মৰা বিনীতা গুহ। তাই সম্প্ৰতি নতুন ডাক্তৰক ফান্দত পেলাইছে। লম্বেশ্বৰৰ কিন্তু তাইত নিচা লাগিছিল। সুৰাপান কৰিবলৈ নাপালে হোলোকে-হোলোকে পানীহে খালে।

আজি দহ দিনমানৰ আগতে মোৰ গোলোকগঞ্জলৈ যাব লগা হৈছিল। সুধনাকো লৈ গৈছিলোঁ। তাতে লম্বেশ্বৰৰ লগত দেখা। সি বৰ ক্ষীণাই গৈছে। অতি লেতেৰা সৰু চহৰৰ দোকান এখনত মুজুৰা মাৰি বহি আছে। গাত গৰম কাপোৰ এখন বা চোলা এটা নাই। সি জাৰত কঁপিছে। লগত সৰু টিনৰ চুটকেচ এটা, ভাল গাৰু এটাৰ সমান বিছনা এখন, সুধনাই তাক দেখি সাবট মাৰি ধৰিছিল। দুয়োটাৰ চকুপানী নিগৰিছিল। মযো কাতৰ হৈছিলোঁ। লম্বেশ্বৰে কিজানি তাত ভিক্ষা মগাহেঁতেন ভাল আছিল, গান গাই গাই। তাৰ মুখত এই শাৰী গীতেই বেছি শোভন হ'লহেঁতেন।

সুখেৰে লাগিযা এঘৰ বাঁধিনু
অনলে পুৰিয়া গেল

কিন্তু এটা পুৰণি বন্দুক দেখি চকুলো টুকিব পৰা মানুহটো সেইদিনাই কালান্তক হৈ পৰিল। মাজনিশা সাৰ পাই শুনিবলৈ পালোঁ মোৰ ঘৰৰ পৰা এশ গজমান আঁতৰৰ চিভিল হাস্পতালত হুৱাদুৱা লাগিছে। কাষত মানুহে জুম পাতিছে। মই ওলাই গ'লোঁ আৰু দেখিলোঁ যে সুধনাই লাঠি এডাল জোকাৰি নাৰ্ছৰ কোৱাৰ্টাৰ বেঢি লৈছে। বিনীতা গুহ, চেম্পা গোস্বামী আৰু জুলিয়া লিংডক পাৰে মানে গালি পাৰিছে। বেৰত টঙনিয়াইছে। কাৰো তাৰ ওচৰ চাপিবৰ সাহ হোৱা নাই। মই গৈ শুনিলোঁগৈ সি বৰকৈ চিঞৰিছে— 'অ'লেই আহ নটনীহঁত। এই শাংখিনী সাতঘাটৰ চেংকেইগিলাক আৰ্ এইৰবাৰ নাই। সিকিতা টকাদিয়ে বেটীহঁত সাজোন-কাচনেদি গ'টেই অপেশ্বৰী হবা খুজ্‌ছি।'

উপায় নাই। মই তাৰ ওচৰ নৌপাওঁতেই পুলিচে তাক গ্ৰেপ্তাৰ কৰি লৈ গ'ল। মই সুৰুকা মাৰি গুচি আহিলোঁ। সি তিনি দিন হাজোত থকাৰ পিছত গুচি আহিল। তাৰ নামত এতিয়াও গোচৰটো

চলিয়েই আছে। তাৰ পৰা মোৰ আৰু বিপদ বাঢ়িছেহে। সি কোন দিনা কাক হত্যা কৰে ঠিক নাই। ময়ো কিজানি ফান্দত পৰিব লাগিব। আচামী এটা মোৰ ঘৰত ভাত ৰান্ধনি ৰখাৰ কাৰণে মোৰ কিমান বেয়া বুজিবলৈ বাকী ৰোৱা নাই। তাৰ কাৰণে বহুতৰে মোৰ ওপৰত কোপ। খুৰাদেউলৈ জৰুৰী চিঠি লিখিলোঁ ঃ তাক লৈ যাওকহি, নহ'লে তাক খেদি দিম। তেওঁৰ চিঠি আহিল। সেই একেই উত্তৰ। মোৰ ওপৰত তেওঁৰ অনাস্থা। মানুহ চম্ভালিব নোৱাৰোঁ বুলি অভিযোগ কৰিছে। তেওঁৰ মোৰ লগত সকলো সম্পৰ্ক ছেদ হৈ যাব পাৰে বুলি মই বুজিব নোৱাৰা কিছুমান কাৰণ দেখুৱাইছে।

মোৰ গোটেইখন চিঠি পঢ়াৰ ধৈৰ্য নাছিল। ফালি পেলাইছিলোঁ চিঠিখন। আচৰিত মানুহ এই খুৰাদেউটো। তেওঁ সংসাৰখন কি দৃষ্টিৰে চাইছে তাকে তৰ্কশাস্ত্ৰৰ পদ্ধতিৰে পৰিপাটীকৈ লিখি নিদিলে বুজা বৰ টান। সংসাৰৰ সকলোকে উৰুৱাই দিবলৈ চায়। মুখত সদায় এক তাচ্ছিল্যৰ ভাব।

উপায় নাই। সুধনাৰ পৰা এৰাই থাকিবলৈকে দিনটো আঁতৰতে কটাবলৈ ভাল পাওঁ। মোৰ সহপাঠী এজন ইয়ালৈকে হাকিম হৈ আহিছে। তেওঁৰ লগতো সময়বোৰ বেছ কাটে। কেতিয়াবা গধূলি কথা পাতি দেৰি হ'লে তেওঁৰ তাতে ভাতো খাওঁ। তেওঁ বৰ সুখ পায়। কিন্তু মইহে তেওঁক এসাঁজ খুৱাব পৰা নাই। তাৰ প্ৰথম কাৰণ হ'ল সুধনা। তথাপি সিদিনা মঙলবাৰে বঙাইগাঁৱৰ পৰা তিনিটা কুকুৰা আনিলোঁ। দুটা পোৱালি আৰু এজনী মাইকী কুকুৰা। কুকুৰাখিনিৰ কাৰণে সুধনাই এটা গঁৰাল সাজিলে। মাজে মাজে খুদকণ ছটিয়াই থাকে। গঁৰালটো তাৰ শোৱাৰ ওচৰতে ৰাখে। পাছফালৰ সৰু বাকৰিখনত চাউল ছটিয়াই কুকুৰা মেলি দিয়ে। অৱশ্যে তিনি দিনতে পোৱালি দুটা খোৱা পৰিল। এতিয়া চৰাইজনীহে আছে। মোৰ বন্ধুক দেওবাৰৰ কাৰণে ভাত খাবলৈ নিমন্ত্ৰণ কৰিলোঁ। পুৱাই সুধনাক কি কি ৰান্ধিব লাগিব দিহা দিলোঁ। সিও মূৰ দুপিয়াই শুনি গ'ল। তাক ক'লোঁ যে কুকুৰাজনীৰ মঙহেৰে পোলাও কৰিব লাগিব আৰু জোল এখনো বনাব লাগিব। কিন্তু দহমান বজাত দেখিলোঁ যে সি কিবা এটা চাৰিওফালে বিচাৰি ফুৰিছে। তাক সুধিলোঁ, 'হেৰ' কি হ'ল?'

সি উবুৰি খাই থকা টিন এটা দাঙি উত্তৰ দিলে— "তাই যি গেল গেলেই। বিচাৰি উলইবা নৰি।"

অৰ্থাৎ কুকুৰাজনী হেৰাইছে বা কোনোবাই চুৰ কৰি লৈ গৈছে। কেৱল তাৰ অসাৱধানতাৰ কাৰণে। তাক মই বাৰে বাৰে কৈছিলোঁ যে গঁৰাল খুলি থোৱা বেয়া। এই লোদোৰ-পোদোৰ চৰাইজনী কেৱল আলহীৰ কাৰণে অনোৱা হৈছিল। এতিয়া তাই ঠিক সময়তে হেৰাইছে। সুধনাৰ কাৰণে কোনো কাম শান্তিৰে হৈ যাব নোৱাৰে। তাক মই পাৰেমানে বকিছোঁ। সি গালি খাই নীলকণ্ঠ। কুকুৰাজনীক সি এতিয়া আশাৰে বিচাৰিছে। তাৰ মূৰ্খামিৰ সীমা নাই।

খঙত মই বিছনাত শুই পৰিলোঁ। তাক আৰু মই একো নকওঁ। খুৰাদেউৰ কথা ৰাখিয়েই দুইটাই হোটেলত খোৱা কৰিম। বাতৰিকাকতখন লিৰিকি-বিদাৰি থাকোঁতেই প্ৰায় এঘাৰই বাজিল। বাৰ বজাত মোৰ বন্ধু ওলাবহি। এনেতে দেখোঁ সুধনা মোৰ কোঠাত অস্থিৰ হৈ সোমাইছেহি আৰু লগে লগে শুনিছোঁ বাহিৰত কুকুৰাজনীৰ মাত। সুধনা বৰ উত্তেজিত যদিও মনটো ফৰকাল যেন লাগিল। সি বৰ হুৰাদুৰা লগাই ক'লে, "বাপা, চৰাইজনী আহিল। মোক কাটলিও মাৰলিও তাইক মাইৰবা নৰু। লাগলে মোৰ দৰমহাৰ পেৰে দামটো কাটি ৰাইখব। তাই মোৰ লগতে থাইকব। তাইক মই পুহিম। তাইক পুইহবই লাইগব।"

"তই এইখন কি বলকিছ? এনেয়ে তোৰ বাবে কুৰি লেঠা। তই কোন সময়ত কুকুৰা পুহিবি?"

সি বৰ আস্তব্যস্ত হৈ ক'লে, "বাপা, অমাত জন্তুক খুৱলি-বুৱলি সি আপোনাৰ পাছে পাছে ফুইৰব। কিন্তু অজ্ঞানী মানুহক উপকাৰ কইৰলি উলটে আপোনাৰ বুকতহে শেল মাইৰব।"

"তোৰ যদি মন আছে পিছে-পৰে কিনি দিম। আলহীক আজি কি খুৱাবি?"

এইবাৰ সি মুখখন তেনেই ওলোমাই পেলালে। মোৰ ভৰি এখন সাবটি ধৰি বৰ কাতৰ হৈ ক'লে, "বাপা, আৰ নক্বৰ, তাইক পুইহবাই লাইগব। জানেই নহয় এই চাইৰদিন এতে খুদ চাউলগিতা খাই তাই মোৰ ঘৰটোকে নিজৰ ঘৰ বুলি ভাইবছিল। তাইক আজি মাইৰবাৰ কথা। তবো তাই ঘুৰি আইহ্ছি ঘোৰ বুলি। এই ঘোৰ ধৰা জীউটোক কোনটো মন দি মাৰো? মই ইমান কষ্ট ভুগ্লো, ইমান সাদৰ কৰলো তথাপি তাই বেঁটী মাইচানাক ঘৰ লগাব নইৰলু। চালি ফেঁটী গোঁমৰ জীযাক ," মই তাৰ প্ৰস্তাৱত মান্তি হ'লোঁ। অতিথিক মাছ আৰু আন বস্তুৰে সুধিলোঁ। মোৰ মন কুমলি গ'ল। সুধনাই কি কুৰা জুই বুকুত লৈ চাঁগে বাচি আছে! সাদৰ কৰি বুকুৰ আপোন কৰিব খোজা কোনোবা মাইচানাই তাক বিশ্বাসঘাতকতা কৰাত সি প্ৰতিশোধৰ অগনি নুমাব নোৱাৰি এতিযা পোতক তুলিব বিচাৰিছে বেশ্যা কেইজনীক, লম্বেশ্বৰক দেউলীয়া কৰা নাৰ্ছ বিনীতা গুহক। অমানুহ বুলি ভবা মানুহটোৰ বুকুত যে ইমানখিনি কোমলতা আৰু মৰম লুকাই থাকিব পাৰে— কল্পনা কৰিব নোৱাৰি। তাৰ দযাই আজি এজনী কুকুৰা চৰাইকো আবৰি ৰাখিছে। সি আপোন অৰ্থত মহৎ।

সুধনাৰ কথা সকলো বিবৰি খুৰাদেউলৈ সুধনাৰে প্ৰশংসা কৰি অতি শীঘ্ৰে এখন চিঠি লিখিলোঁ। আজি তাৰ উত্তৰ পাইছোঁ। চিঠিখন অতি কোমল। ফুলৰ পাহিৰ দৰে কোমল। কিন্তু নৰহি যাব খোজা ফুলৰ সুৰভিৰে বেদনামৰ্মৰ। শেষৰ ফালে নিজৰ ভতিজালৈ লিখিব নলগা কথা অলপমানো লিখিলে।

"সি সুধনা আৰু মই তোৰ নিঃসংগ খুৰায়েৰ একেই পানীৰ মাছ বুলি ধৰি ল। সকলো তিৰোতাৰ দৰেই তাৰ মাইচানা শাখিনী, অবিশ্বাসী। সিহঁতে বাহ নেসাজে, বাহ ভাঙে। তই এতিয়া অলপ ভু ল'লে জানিব পাৰিবি তোৰ এই খুৰায়েৰৰ মনলৈকো এদিন ফাগুন আহিছিল। সি উতলা হৈছিল। কিন্তু তাৰ টোকোৰা বাহত জুই জ্বলালে আন এজনী কোনো মাইচানাই। গতিকে তোৰ খুৰায়েৰক বা সুধনাক পুতৌ কৰাটো তোৰ ডাঙৰ জীৱনবোধ। তোৰ তেনেহ'লে অলপ জ্ঞান হৈছে। কিন্তু এটা কথা মনত ৰাখিবি— সাপক বিশ্বাস কৰিবি, কিন্তু তিৰোতাক বিশ্বাস নকৰিবি। সিহঁতৰ প্ৰতি সুধনা বা মোৰ মত বদলি হ'ব নোৱাৰে।"

চিঠিখন পঢ়ি মই চকুলো টুকিলোঁ। এটুপি চকুলো সুধনাৰ কাৰণে, এটুপি উপাৰ্জনক্ষম প্ৰথিতযশা মোৰ খুৰাদেউৰ কাৰণে। তথাপি মই মোৰ নিজৰ কথা ভাবি বিচলিত নহ'লোঁ। মোৰ ওপৰত তেওঁলোকৰ কোনো প্ৰভাৱ নাই। মোক এখনি সম্পূৰ্ণ ঘৰ লাগে। তাকো নাৰীৰ মন আৰু মৰমৰ মাধুৰে। পৃথিৱীত খুৰাদেউ আৰু সুধনাইঁতৰ এটা দল আছে আৰু সেই দল ভৱিষ্যতেও থাকিব। যদি এটা মানুহে বিশ্বাসঘাতকতা কৰে তেওঁলোকে ক'ব মানুহটো বিশ্বাসঘাতক। যদি এজনী তিৰোতাই বিশ্বাসঘাতকতা কৰে তেওঁলোকে অভিমত দিব— এই তিৰোতা জাতিটোৱেই বিশ্বাসঘাতক।

# মৃগ তৃষ্ণা

মহীৰামৰ বিছনাৰ কাষত বৰ দুখেৰে বহি আছোঁ। তাক হাস্পতাললৈ নিওবাকে ঠিক কৰিলোঁ। ইমান দিনে তাক দৰবে মোৰ নুবুলিলে। শেষত 'এক্স-ৰে' কৰোৱা হ'ল। পোনতে ফটোখন দেখিয়েই মোৰ গা শিয়ঁৰি উঠিল। যক্ষ্মাৰ শেষ অৱস্থা। লুভীয়া পোকে তাৰ বুকু চুপি চুপি খাইছে। কিন্তু বেচেৰা মহীৰামে নাজানে যে সি মৰিব। এই বয়সতো মানুহটোৰ জীয়াই থকাৰ হেঁপাহ দেখি পুতৌ উপজিল। ভগৱানে কেতিয়াবা আমাক পুতলাৰ দৰে নচুৱাই চায়।

ওচৰৰ মানুহকেইঘৰক, আনকি নিজৰ তিৰোতা ৰংপুইকো সাৱধান কৰি দিছোঁ সিহঁতে যেন ৰোগীক সাৱধানে চোৱা-গজা কৰে। যক্ষ্মা নামটো শুনিয়েই কাষৰীয়া মানুহ উচপ খাই উঠিছে। যক্ষ্মা বেমাৰ ৰাজ বেমাৰ। কিবা পাপৰ দোষত এসময়ত চন্দ্ৰ দেৱতাৰহে এনে বেমাৰ হৈছিল। সকলোৰে বু বু-বা বা কৰিলে। তাক হেনো কম পাপত পোকে বুকু কুটি তেজ বাহিৰ কৰা নাই। মই কিন্তু মহিৰামক জীয়াব পৰাহেঁতেন নিজকে ধন্য মানিলোঁহেঁতেন। সি আজি মিছন হাস্পতাললৈ যাব। ছিটটো ময়েই যোগাৰ কৰি দিছোঁ। গৰুৰ গাড়ীখনৰ দিহা কৰি দিছে পাচু মৌজাদাৰে নিজে। মৌজাদাৰে দুৰ্ভগীয়া মহীৰামক কোনোদিনেই সহায় নকৰাকৈ থকা নাছিল। তাৰ ঘৈণীয়েকেও তেওঁৰ ঘৰতে ধান বানে। মই ভাবিছোঁ তাক মই হাস্পতালত নিতৌ খবৰ কৰিম। যদি ভাল হোৱা যেন দেখোঁ বেমাৰৰ পিছত দামী ফল-মূল আদিৰ ফৰ্দখন ময়ে লৈ ধন ভাঙিম। খৰচী শিক্ষাৰে ডাক্তৰী জ্ঞান লৈ কোনোবাই এটা নিমাখিত ৰোগীৰ কাৰণে কান্দিছে নে নাই ক'ব নোৱাৰোঁ। মই কিন্তু কান্দিব লাগিব। কাৰণ এটি ৰোগীৰ আত্মাৰ লগত মোৰ মিলি যাবলৈ ভাগ্য হৈছিল। কিন্তু তাৰ আয়ুসত চাউল নাই। মই কান্দিব লাগিব। তাৰ মৰণৰ কাৰণে নহয়, তাৰ মৰণৰ দাৰুণ অৱশেষৰ কাৰণে।

তাক পোনতে জনাৰ সময়ত তাৰ বিষয়ে অনেক কথাই শুনিছিলোঁ। কথাবোৰ মোৰ মনত দকৈ বহিছিল। জীৱনৰ পহিলা ভাগত তাৰ ভাৱভৰ একো বস্তুৰ প্ৰতি আসক্তি নাছিল। কিন্তু পিছলৈ সেইবোৰেহে তাক থকা-সৰকা কৰিছিল। ইয়ো এক্কৰকম মনত বাতিক বুলিয়েই ক'ব পাৰি। গাঁৱৰ মানুহে কয়, মহীৰাম এটা 'ছতৈখনীয়া' তাৰ জুই লগা হাত। শিলো চুলে ছাই হয়, সি এটা অমংগলীয়া। সেইবোৰ কথা তাৰ নিজতে ফলিয়াইছে। ভৰ জোৱান বয়সতে এজনী পাইছিল। তাৰ পোৰা কপালৰ ফেৰত তাই ল'ৰা এটি জন্ম দিয়েই মৰিল। সি ল'ৰাটিৰ মৰমতে প্ৰায় একুৰি দুবছৰ বৰলা ভাত খালে। ল'ৰা সোণাৰাম ডেকা হ'ল। সি তালৈ এজনী লহপহ কৰে ধুনীয়া ছোৱালী বিয়া কৰাই দিয়ালে। কিন্তু কি হ'ব? সকলোৰে কয় মহীৰামৰ পোৰা কপাল, জুই লগা হাত, বিয়া পতা চাৰি মাহ মানহে হৈছে মাথোঁ। তেনেতে এটা অঘটন হ'ল। খৰি কাটিবলৈ যাওঁতে এদিন সোণাৰামৰ বৰ গছৰ ওপৰৰ পৰা পৰি কঁকাল ভাগিল। আজি প্ৰায় এবছৰতকৈও বেছি দিন সোণাৰাম ডিবুকৰ হাস্পতালত পৰি আছে

বুলি মানুহে কয়। মহিৰামেও কয় কিন্তু মইহে মাথোঁ খবৰটো পাওঁ যে সি মৰা প্ৰায় পাঁচ মাহমানেই হ'ল। কথাটো কাকো জানিবলৈ দিয়া নাই। কটা ঘাত আৰু টেঙা দি ৰং চাব নোৱাৰি।

পুতেক সোণাৰামক ডিবুৰুলৈ নিয়াৰ সময়ত বোৱাৰীয়েক চন্দ্ৰাই ইনাই-বিনাই কান্দিছিল। তাৰ লগতে যাবলৈ ব্যাকুল হৈছিল। তাইক বৰ কষ্ট কৰিহে ঘৰত ৰাখিব পৰা হৈছিল। এমাহ ৰ'ল। দুমাহ ৰ'ল। সোণাৰামৰ আৰু ভাল খবৰ এটা নাপালে। বোৱাৰীয়েক তেনেই কেঁচা গাভৰু। তাইৰ এনে বিধি দেখি সি ভালেমান নিশা উজাগৰে চকুপানীৰে গাৰু তিয়ালে। দং দং কৰে এজনী গাভৰু তিৰোতা। তাৰ কাষৰ কোঠাতে মৰা কাঠ যেন হৈ পৰি থাকে, অতি দুখুনী বাঁৰী তিৰোতাৰ দৰেই। তাইৰ কেঁচা তেজৰ টৌৱে কাৰো দেহৰ সঁহাৰি নাপায়। হয়তো হতাশ আৰু ঘন অন্ধকাৰে জীযাই থাকে মানে তাইৰ মনটো কোঁচ খুৱাই ৰাখিব। সি কোনোপধ্যে সহি থাকিব নোৱাৰে। একুৰি দুবছৰ বৰলা ভাত খাই চৰিত্ৰত অকণো চেকা নলগাকৈ ৰাখিব পৰা মহীৰামে গম পালে যে এজনী গাভৰু তিৰোতা, লাগে সতী-সাধ্বী দময়ন্তী হওক, এনেকৈ থকা নিৰাপদ নহয়। তেজৰ গোন্ধ পাই পিয়াপি দি ফুৰা বাঘৰ নাটনি নাই। হৰিণৰ মঙহেই বৈৰী। সি আনৰ হতুৱাই তাইক কোৱাই আৰু বিয়েয়েকৰ ঘৰত কোৱা-মেলা কৰি তাইক নিজ ঘৰলৈ পঠাই দিলে। তেতিয়াৰে পৰা চন্দ্ৰা তাতে আছে যদিও মাজে মাজে মহীৰামৰ ওচৰ ওলায়হি। কান্দি-কাটি গিৰীয়েকৰ কথা সোধেহি। সিও উপায় নাপাই বাৰে কুৰি বুজনি দি পঠাই দিয়ে। এখন ভাল কাপোৰ গাত ল'বলৈ, তেল-কুৰ ঘঁহি হৰিষ মনেৰে থাকিবলৈ চাৰি টকা, পাঁচ টকা দি পঠিয়ায়। চন্দ্ৰাই যি দুখ পাইছে সি তাতোকৈ বেছি দুখ পায। সি জানে যে সোণাৰাম যদিও ঘূৰি আহে সি আৰু আগৰ সোণাৰাম হৈ ঘৰ নোসোমায়হি। বিকলাংগ জঠৰ মানুহ এটা মৰা বা জী থকা একেই কথা। বৰঞ্চ মৰাহে ভাল। একে কোবেই সকলো দুখৰ ওৰ পৰে। সি কেতিয়াবা চন্দ্ৰাক আকৌ বিয়া কৰাবলৈ কয। তাই কিন্তু বেছিকৈহে কন্দা-কটা কৰে। তাই ভাবে, জানোচা সোণাৰাম মৰিলেই, তাইকহে কথাটো লুকুৱাই থৈছে।

তাহানি একুট বঙালী পদ শুনিছিলোঁ। কীৰ্তনৰ পদ। আজি মৰমৰ শেতেলীত পৰি থকা, মুকলি পৃথিৱীত অকলে দুখৰ ভাগ লোৱা, মহীৰামক দেখি হঠাতে মনত পৰিছে—

'সুখেৰ লাগিয়া এঘৰ বাঁধিনু
অনলে পুৰিয়া গেল'

যি নিদাৰুণ তাপত এই পদ ৰচনা হৈছিল, সেই পদৰ চৰম কৰুণ ৰাগিণী যেন মহিৰামৰ শুকান ওঁঠ দুটাৰ মাজৰ পৰা নিগৰি ওলাইছে।

মহীৰামৰ বিষয়ে আটাইতকৈ ডাঙৰ কথাটোৱেই কোৱা হোৱা নাই। এনে অৱস্থাত সি নিজেই বিয়া পাতি ল'বলৈ ইচ্ছা কৰিলে। সেইটো কোনো যুক্তিৰে বিচাৰি পোৱা ইচ্ছা নহয়। যেন ভূতে পোৱা মানুহৰ ইচ্ছা। মনৰ ভূত। ভূততকৈও বেছি প্ৰকাণ্ড, বেছি কদাকাৰ। বোধকৰোঁ এক ক্লীব আসক্তিয়ে বংশ পৰম্পৰাত শূন্যতা দেখি মনত প্ৰচণ্ড ক্ৰিয়া কৰিছিল। এৰা, জুৰীয়া হাতীকো লেজুৰে বলাব পাৰি। মনকহে বলাবলৈ টান। মনৰ গতি গৰুড় পক্ষীতকৈও খৰতৰ। খন্তেকতে সকলো তল-ওপৰ লগাব পাৰে। একো সঞ্জাত নাই। অতি আচৰিত কথা যে সি ছোৱালীও বিচাৰি পালে। আঢৈ কুৰি চাৰি বছৰ বয়সত ৰংপুইৰ দৰে গাভৰু এজনী কিয় কোনোবাই দিবলৈ গাত ল'লে আৰু তাইনো কিয় বিয়া সোমাবলৈ ৰাজি হ'ল, এই বিষয়ে কোনেও একো ক'ব নোৱাৰে। কথাটো আনৰ মুখত শুনাহেঁতেনময়ে

অবিশ্বাস কৰিলোঁহেঁতেন। কিন্তু দেখ দেখ কৰে সঁচা ঘটনা। তাই ৰংপুই সাইলাখ চন্দ্ৰাৰ দৰে। বৰণটো চন্দ্ৰাতকৈও বেছি ৰঙচুৱা। দেহাটো বেছি মোহ লগা। একেই বয়স। একেদৰেই সাদৰী। আজি গিৰীয়েকৰ এই প্ৰায় মৰিবলগীয়া অৱস্থাত তাইৰ গৰ্ভত এটি ছমহীয়া কেঁচুৱা। ভগৱানে এনেকৈ ৰং চাব নালাগিছিল।

দুই-এক্তে 'বৃদ্ধস্য তৰুণী ভাৰ্যা'ৰ অনেক জঞ্জলীয়া কথাই আশা কৰিছিল। ধন্য আই ৰংপুই। তাই সকলোকে চমক লগালে। তল খুচৰীয়াৰ পৰা অতি চিধা মানুহলৈকে, চেঙেলীয়া ল'ৰাৰ পৰা ধাৰ্মিক বুঢ়ালৈকে কোনেও তাইৰ চৰিত্ৰত অকণো হৰক-তৰক ধৰিব নোৱাৰিলে। মুখচোকা তিৰোতাৰ মেলা মুখ জাপ খালে। শুনাত ৰংপুই পতিব্ৰতাই আছিল। আজি পৰ্যন্ত তাই সৎ গৃহিণী হৈ বেমাৰী গিৰীয়েকৰ আল-পৈচান ধৰি আছে। কোনো লেহুকা মনৰ ডেকাই তাইক পোনাই চকুলৈ চাবলৈ সাহ পোৱা নাই। তাইৰ মন চতৰ-বতৰ কৰিব পৰা নাই। মৌজাদাৰৰ ঘৰৰ দুবেলা ধান বানি এই দুখৰ দিনত কোনোমতে ভাত মোকলাই আছে।

কিন্তু কন্দৰ নোহোৱা হ'লে মই ইমানদিনে ৰংপুইক ভুল বুজি থাকিলোঁহেঁতেন। অৱশ্যে কন্দৰৰ লোকক চোৰ দেখা স্বভাৱটো বেছি। কন্দৰ হ'ল মৌজাদাৰৰ লগুৱা। সি কম ফুটৰ মানুহ নহয়। বয়স দুকৰিয়েই হ'ল। এতিয়াও তাৰ পৰৰ কথাৰ তলা-নলা লৈ ফুৰা স্বভাৱটো নগ'ল। সি মোৰ সৰুৰে পৰা চিনাকি। সেযেহে সি নক'বলগীয়া কথাটো ক'বলৈকো সংকোচ নকৰে। পোনতে হেনো মৌজাদাৰৰ মাজুটো পুতেকে তাইৰ লগত ৰং-ৰহইচ কৰিবলৈ চেলু বিচাৰিছিল। তাই আঁসে নিদিলে। কিন্তু কি হ'ব? বোলে কথা ক'ত? ভেকুৰী তলত। কন্দৰে কয় 'পেৰেম-পীৰিতি' বৰ কেলেংকাৰি বস্তু, সৰুমণি। তই কি বুজিবি? যিমানে এৰুৱায়, সিমানেই মেৰ খাই ধৰে। মৌজাদাৰৰ পুতেকক গেঙেৰী দিলে হয়, নিজে হ'লে বান্ধ খালে কানাই মহৰীৰ লগত।

সি আৰু বহুত কথাই ক'লে। সকলো লিখিব নোৱাৰি।

এতিয়া মই মহীৰামৰ মুখলৈ চাই বহুত কথাই ভাবি লৈছোঁ। সি বাৰু কিয় তাৰ বাসনাৰ জড়তা বুজা নাছিল? ডেকা বয়সৰ বিশ্বাস নাই। কানাই মহৰীক মই সিমান সিয়ান ল'ৰা বুলি ভৱা নাছিলোঁ। মোৰ আগত তেনেই লেউ-সেউ মেকুৰীটোৰ দৰে থাকে। এই বছৰ বিয়া কৰোৱাৰ কথা আছিল। এতিয়া আকৌ পৰকীয়া পীৰিতিত ধৰিলে।

দহ বাজিলেই। মহীৰামক নিবৰে হ'ল। গৰুগাড়ীখন আনিবলৈ কন্দৰক হুকুম দিলোঁ। মৌজাদাৰেও তাক এবাৰ চাই বিহ্ৰাৰ ফালে বজাৰ কৰিবলৈ গ'ল। ৰংপুই তেতিয়া ভিতৰফালে। তাইক দেখিহে আচৰিত লাগিল। তাইৰ উচুপনি শুনিছোঁ। বৰকৈ উচুপিছে। যদি তাই পৰ পুৰুষত দেহ-মন সঁপি ইমান স্বাৰ্থপৰ হৈছে, গিৰীয়েক হাস্পতাললৈ গ'লে তাইৰ কি আহে যায়? তাই এৰৰীয়া হৈ নিশ্চিন্তহে হ'ব পাৰিব। তথাপি তাই উচুপে। এৰা, তিৰোতাৰ কথাইপতি চকুলো। চকুলোতো হলাহল। তথাপি কন্দৰে কোৱা কথাটোত সন্দেহ কৰা নাছিলোঁ। কানায়ে তাইৰ মন কাহানিবাই চুৰ কৰি থৈছে। তাই কিজানি কান্দিছে আনক বিধৱা বুলি জনাই দুখ পোৱাবৰ কাৰণে। কন্দৰে কোৱা কথাখিনি মনত পৰাত গোটেই দৃশ্যটো চকুৰ আগত ভাহি উঠিছে। সেইদিনা ঘৰত মৌজাদাৰো নাছিল। পুতেকো নাছিল। মৌজাদাৰণী আছিল গোসাঁইঘৰত। ৰংপুয়ে ঢেঁকীশালত ধম ধম কৰে ধান বানি আছিল। হঠাতে কন্দৰে মন কৰিলে যে ঢেঁকীৰ মাত বন্ধ হ'ল। ঢেঁকীশাল তলকা লাগিল। সি মাথোঁ শুনিবলৈ পালে দুখন হাতৰ খাৰুৰ জুনুক জুনুক শব্দ। হাত ওপৰলৈ উঠা-নমা কৰা আৰু খাৰু কেঁইপাত হঠাতে ছিগি পৰাৰ

দৰে। অলপ সময় পিছতে সি দেখা পালে কানাইয়ে সুৰুকা মাৰি ঢেঁকীশালৰ পৰা বাজ হৈছে। তাৰ বুকুৰ ঢপ্‌ঢপনি মাৰ যোৱা নাই।

সঁচাকৈয়ে ৰংপুইৰ ছায়ামায়া একো বুজিব পৰা নাই। এক্সৰেৰ ফটোখন এনেয়ে হাতেৰে লিৰিকি-বিদাৰি এইবোৰকে ভাবি আছোঁ। মহীৰামে কিবা কোৱা যেন গম পাই ওচৰ চাবি গ'লোঁ। সি মোকে শেহাই শেহাই ক'লে— মই শান্তিৰে মৰিবলৈ ভাইগ নহ'ল, ডাগ্‌দাৰ বাবু। আজি মই কিজানি মৰিবলৈকে ওলাই যাম। ঘৰত থাকিব এজনী গোৰাঁতী তিৰোতা। তাইক যে নিজে পুহিব নোৱাৰিলোঁৱেই, নিজৰ সন্তানটো এবাৰ চাই মন জুৰাবলৈ সময় নহ'ল। ঈশ্বৰে সকলোতে বিধি-পথালি দিলে।

মই তেনেই হতবাক। ইয়াতকৈ করুণ কথা আৰু একো হ'ব নোৱাৰে। বেচেৰাই শেষ কালতো ধৰিব নোৱাৰিলে যে সি এটা নিমিত্তমাত্ৰ, সি এটা মূৰ্খ। বুঢা কালত এনেহেন তেজ-গোৰা মানুহজনী বিয়া কৰাবলৈ তাক কোনে উপদেশ দিছিল? গাভৰু তিৰোতা এজনীয়ে জানো মন সামৰি থকা সহজ কথা। তাইৰ নিশ্চয় তেজৰ টৌৱে টৌৱে সনাতন বাসনাই নৃত্য কৰিছিল। সেয়েহে কিজানি দুৰ্বল মুহূৰ্তত কানাইক মনৰ মানুহ বুলি আঁকোৱালি ল'বলৈ মন পিছলি গৈছিল। দাও দাওকৈ ডেউকা মেলি জ্বলি উঠা জুইকুৰা পানী ছটিয়াই নুমুৱাব নোৱাৰি। মহীৰামে এইখিনি কথাও বুজি নাপালে। বুঢা কালত 'পৰকিতি' লৰিল। ইমানদিনে সি বিদায়গামী পৌৰুষক কোন সাহেৰে বিশ্বাস কৰি আছে? তাক পুতৌ কৰিব পাৰি কিন্তু সি পৰক সন্দেহ নকৰা কাৰণে মহৎ বুলি ক'ব নোৱাৰি।

মই থকাৰ কাৰণে ৰংপুই তাৰ কাষ চপা নাই। আঁতৰৰ পৰাই সকলো শুনি আছে। তাইক মই চকামকাকৈ দেখিছোঁ। তাইৰ চকু উখহা, কান্দি কান্দি চকু মোহাৰোঁতে। এঘাৰ বাজিলেই। গৰুহাল আনি কন্দৰ চোতালত ৰ'লহি গাড়ীখনৰে সৈতে। গাড়ীৰ চাংখনত ধানখেৰ পাৰি কোমল কৰি দিছে। তাৰ ওপৰত এটা কঠ। মোৰ মনটো বৰ খু-দুৱাইছে। কোনোবাই যদি এবাৰ কথা শুনালেহেঁতেন যে মহীৰামৰ মৃত্যুত কাৰো হিয়াত ব্যথা নালাগে। বহু দিনলৈ কাৰো মন জঁয় পৰি নাথাকে। ৰংপুইৰ কান্দোনৰ কোনো অৰ্থ নাই। তেতিয়াহ'লে সি বহুত খুচিৰে মৰিব পাৰিলেহেঁতেন। সেই পূৰ্বৰ নিৰ্লিপ্তি আৰু নিৰাসক্তিৰে।

কেইটামান মানুহ তাৰ ওচৰলৈ আহিছিল। বোধকৰোঁ সিহঁতে তাক বৰ মৰম কৰিছিল। সি সিহঁতক গাত হাত ফুৰাই ক'লে— চম্পক, মধু আৰু ফৰিঙাহঁত! মোৰ অবিহনে তহঁতে ৰংপুইক চাবি। মোৰ কেঁচুৱাটিকো আৰু যে কেইমাহমানৰ পিছত

তাৰ চকুত আকৌ ধাৰাষাৰ পানী। ফৰিঙা বোলাটোৱে চুৰিয়াৰ আগেৰে মচি দিলে। চম্পকে বৰ লাহে লাহে ক'লে— মহীকাই, কেলেই চিন্তা কৰিছ? সকলো বিধিৰ লিখন। পিছে এটা কথা কাই! কানাই তোৰ ওচৰলৈ আহিব খোজে। তই শাও দি যাব বুলি ভয়তে তাপ খাই সি ঘৰত সোমাই আছে।

— কিয় শাও দিম বোপাইহঁত? আহক সি, কি ক'ব খোজে কৈ লওক।

কানাই সোমালহি। মুখত অতি ভয় ভয় ভাব। আহিয়েই গোনেই এসোঁতা কান্দি ল'লে। তাৰ পিছত কওঁ নকওঁকৈ ক'লে— মহীকাই, তই মোক চৰ-লাঠি যি পাৰ মাৰি ল', নহ'লে ক, ডাক্তৰৰ পৰা এপুৰীয়া বিহকে খুজি খাই মৰোঁ। মই চুকতে থাকি তোৰ বুকুত কামোৰ মাৰিলোঁ। মোৰ দৰে নাৰকীৰ আৰু নিস্তাৰ নাই। ময়ে ৰংপুইৰ পাপৰ ভাগী। মোৰে তাই

আৰু একো নকৈ সি চকু দুটা এহাতে ঢাকি ধৰিলে। মই ভাবিছিলোঁ মহীৰামে এই কথা শুনি

মূৰ্ছা যাব পাৰে নতুবা তাৰ হৃদপিণ্ডৰ ক্ৰিয়া বন্ধ হ'ব পাৰে। কিন্তু তাক বৰ সংযত যেন দেখা গ'ল। সি ভিতৰলৈ গৈ ৰংপুইক মাত দিলে। তায়ো হাতৰ তলুৱাৰে গোটেই মুখখন ঢাকি তাৰ ভৰি পঠানৰ ফালে থিয় হ'লহি। মহীৰামে ক'লে— তই বাৰু দুনাই নক'লেও হ'ব। সকলো জানি ল'লোঁ।

তাই থোকাথুকিকৈ ক'লে— কিন্তু, কিন্তু তাৰ বাবে কানাই জগৰীয়া নহয়, মইহে। মই পাপীনীহে। মোৰ পিশাচ মন। মোক মাফ কৰ।

মহীৰামে এইবাৰ অতি শান্তভাৱে মাত লগালে, "সেইবোৰ মই ভবাই নাই, ৰংপুই। মই সকলো এৰিছোঁ। তইঁত বহুত দিন জীয়াই থাক। এযাৰ ক'বৰ কাৰণেই তোক মাতি আনিলোঁ। তই যেন আগলৈ মোক দোষ নিদিয়। মোক যেন অধৰ্মী বুলি নাভাব। মোক মাফ কৰ। বিয়া কৰাৰ সময়ত মোৰ মৰা দেহত দেওধনী নাচ উঠিছিল। মন বৰ পিশাচ, ৰংপুই। আৰু পিশাচতকৈও নিলাজ।

তাৰ মাত শুকাই গৈছিল। পানীৰ গিলাচটো ওচৰ চপাই দিলোঁ। সি এঢোকা গিলি আকৌ ক'লে— ৰংপুই, তোক এটি ডাঙৰ কথা কৈ যাওঁ। তই ক্ষমা কৰিবি? শুন ভালকৈ শুন। তই কানাইক মৰমৰ চকুৰে চাবি। ৰং-ৰহইচেৰে দিন নিযাবি। সি বৰ ভাল মানুহ। মই তোৰ যোগ্য নাছিলোঁ। কানাই, শুনিলি নহয়?

কন্দৰে ইফালে বাহিৰৰ পৰা চিঞৰিছে— বেলি মূৰৰ আগ পালেগৈ একা। গাড়ী আজিৰ ভিতৰতে ঘূৰাই আনিব লাগিব। সময় নহ'ব।

যেন যমদূতৰহে কিৰিলি। মই লক্ষ্য কৰোঁ, ইতিমধ্যে কানাই আৰু ৰংপুয়ে মহীৰামৰ ভৰিত হাত দি দি পাৰেমানে উচুপিছে। মহীৰামে কন্দা নাই। ইমান পৰে তাৰ চকু পানী শুকাই শেষ হৈ গ'ল। তাৰ চকুত আকৌ সেই তীৰ্থযাত্ৰীৰ নিৰ্লিপ্তি। তাৰ হাওঁফাওঁত ডেৰ বছৰ-দুবছৰৰ আগতেই তাৰ প্ৰাণত বংশ বৃদ্ধিৰ ইচ্ছা আৰু নাৰীৰ পৰশৰ কামনাই শিপা মেলিছিল। মানুহ যে কিমান অসহায়। যক্ষ্মাৰ কীট ইমান বিশ্বাসঘাতক। তেতিয়া সিহঁতে তাৰ মনটো দেহৰ সকলো দীনতাৰেও আশা-আকাংক্ষা আৰু কামনা-বাসনাৰে উত্ৰাৱল কৰিছিল আৰু আজি তাৰ মনত নিৰ্বাণ-পিপাসীৰ মহত্ত্ব।

# আঁউসীৰ বস্তি

যিগৰাকী লোকৰ ব্যক্তিত্বৰ প্ৰভাৱতেই হওক বা দক্ষতাৰ প্ৰভাৱতেই হওক, নিছলা দেশত গণতন্ত্ৰ বৰ্তি আছে আৰু নানা জাতি আৰু দলীয় ৰাজনীতিৰ খিয়লা-খিয়লিৰ মাজতো কোৱালিচন মন্ত্ৰীসভা গঠিত গণতান্ত্ৰিক ৰাজত্ব কচুপাতৰ পানী বুলি প্ৰমাণিত হ'বলৈ ছল ওলোৱা নাই, সেই জাতিস্মৰ লোকজনৰ এক আকস্মিক কাৰ্যই সকলোকে আচৰিত কৰিলে। কাৰণ তেখেতৰ বিপক্ষে কোনো ষডযন্ত্ৰ নাছিল, দেশহিতৈষিকতা ধুৰন্ধৰ মানুহৰ শেষ অৱলম্বন বুলি ভবা এক শ্ৰেণী মানুহৰ মুখত তেখেতৰ দোষ নোলাইছিল, তেখেতৰ কাৰ্যই খিলঞ্জীয়া মানুহকো ক্ষুণ্ণ কৰা নাছিল। (কাৰণ তেখেতৰ উদাৰতাই জাতীয় স্বাৰ্থক উলাই কৰা নাছিল।) তথাপি ক্ষমতাৰ শীৰ্ষ আসনৰ পৰা হঠাৎ অৱসৰ গ্ৰহণ কৰাৰ কোনো অৰ্থ নাই। অতি বিৰল ঘটনা।

সেই জাতিস্মৰ লোকজনৰ মন আৰু দৰ্শন সম্পৰ্কে বিশেষ ভু নোপোৱা বাতৰিকাকতৰ সাধাৰণ পাঠকেও খবৰটো পাই বিশেষ আলোড়ন অনুভৱ কৰিলে। তেখেতৰ পিছত কোনে সেই দায়িত্বপূৰ্ণ আসন পূৰণ কৰিব তাকে গুণা-গঁথা হ'ল। হতাশী কৰ্মবিমুখ জাতি এটাই সাধাৰণতে শাসকৰ সালসলনি হ'লে ভাগ্যৰো কিবা সালসলনি হ'ব পাৰে বুলি ভাবি ভাল পায়। কিন্তু এখেতে স্ব-ইচ্ছাৰে গুৰুত্বপূৰ্ণ আসন এৰি দিয়াত সকলো দুখিতহে হ'ল। এয়ে স্বাধীনতাৰ পিছৰ বুৰঞ্জীত নতুন ঘটনা। দুখীয়া দেশত ৰাজনৈতিক খিতাপ আৰু ক্ষমতাপূৰ্ণ পদবী লোৱা সিমান টান নহয়, কিন্তু ৰাইজৰ মাজত সৰবৰহী হোৱাহে আটাইতকৈ টান। ইয়াৰ লগত দক্ষতা, চতুৰতা আৰু বুদ্ধিমত্তাৰ কোনো সম্পৰ্ক নাই।

সাংবাদিক মহলৰ মাজত বেছি চাঞ্চল্য। আঠে বছৰৰ ভিতৰতে ইমান ভালকৈ খোপনি পিটি লোৱা ৰাজনীতিজ্ঞ সুবোধ বৰুৱাই যে অৱসৰ গ্ৰহণ কৰিব এই কথা কোনেও অনুমান কৰা নাছিল। এনে সম্ভাৱনা থাকিব পাৰে বুলি যে এটাও প্ৰবন্ধ নোলাল, সেই কাৰণে কেইবাখনো দৈনিক বাতৰিৰ কৰ্তৃপক্ষৰ মনত অনুতাপ। তদুপৰি বৰুৱাই তিনিটা বস্তুৰ পৰা একেলগে অৱসৰ গ্ৰহণ কৰে। ৰাজকীয় ক্ষমতাৰ পৰা নিজে যুক্ত থকা ৰাজনৈতিক দলটোৰ পৰা আৰু সৰ্বশেষত ৰাজনীতিৰ পৰা। আজিকালি ৰাজনীতিয়ে হেনো মানৱতাক বিসৰ্জন দিছে। অৱসৰ গ্ৰহণৰ প্ৰতিবেদনত বৰুৱাই এই কথা ঘোষণা কৰিলে। তাকে ভিত্তি কৰি কোনো কাকতৰ সম্পাদকে লিখিলে— বৰুৱা হতাশাবাদী, কোনোৱে লিখিলে— পণ্ডিত লোকক ৰাজনীতিয়ে সোনকালে আমুৱায়, প্লেটোৰ ফিলছফাৰ কিং সুদূৰ ভৱিষ্যতৰহে কথা, ইত্যাদি। বৰুৱা মানুহজনক ভালকৈ জনা দুই-এজনে ক'লে যে একমাত্ৰ 'গণপ্ৰভা' নামৰ কাকতখনতহে আচল কাৰণটো কিছু পৰিমাণে ব্যক্ত কৰা হৈছে। তাত লিখিছে ৰাজনীতিৰ জখলাইদি ক্ষমতাৰ অত্যুচ্চ

শৃংগলৈ আৰোহণ কৰাটো আৰু ক্ষমতাত অধিষ্ঠিত হৈ জাতীয় চৈতন্য আৰু জাতীয় চৰিত্ৰ জগাই তোলা, জনগণক আধ্যাত্মিক, আৰ্থিক আৰু ব্যক্তিগত মুক্তি দি দেশৰ সৰ্বাংগীণ উন্নতি কৰা দুটা সুকীয়া বস্তু। প্ৰথমবিধ ক্ষমতাত আছে জাগতিক তথা ব্যক্তিগত উন্নতি আৰু দ্বিতীয়টিত আছে বৌদ্ধিক উদাৰতা আৰু মানৱতা। তাত ঔৰংগজীৱ আৰু অশোকৰ পাৰ্থক্য। বৰুৱাই হয়তো ভাবি পাইছে যে দ্বিতীয় বিধ উন্নতি কৰাৰ বাবে তেখেত সাগৰসংকাশ। কল্লোলৰ মাজত এটি দুৰ্বল কণ্ঠৰ উপাসনা গীতিৰ দৰেহে।

বৰুৱাৰ দুটি পুতেকে এই কথাত মৰাৰ সমান দুখ পালে। তেওঁলোকহে ক্ষমতাৰ পৰা খহি পৰা যেন লাগিল। তেখেতৰ পৰিবাৰ শীতলাই একো অভিমত ব্যক্ত নকৰিলে। মাথোঁ কান্দিলে। এই আঠে বছৰে শ্বিলঙত শীতত থাকি বেছ আৰামত কটাইছিল! খুব ভাল ফল-মূল খাবলৈ পাইছিল, ৰাজৰাণীৰ সন্মান পাইছিল, কিন্তু এতিয়া যাবগৈ লাগিব নিদাৰুণ ভৈয়ামলৈ। ৰ'দ আৰু জহে শৰীৰ খহতা কৰি পেলাব। ভালকৈ শুব নোৱাৰিব। মহৰ অত্যাচাৰত আঁঠুৱা তৰি শুলে গঁৰালত শোৱা যেনহে লাগিব। তাত গৈ সাধাৰণ মানুহৰ লগত কথা পাতিব লাগিব। তেতিয়া হযতো তেওঁৰ কথাত বিশেষ প্ৰাধান্য নাথাকিব। বৰুৱানীযে ইয়াকে ভাবি কান্দিছিল। ইযাকে নাভাবিনো এজনী সাধাৰণ তিৰোতাই আৰু কি বেছি ভাবিব পাৰে?

আৰু এদিনৰ পিছত বৰুৱাই চৰকাৰী ঘৰ এৰিব। আজি এখন সাংবাদিক সন্মিলনলৈ তেখেতক নিমন্ত্ৰণ জনোৱা হ'ল। তেখেত আজিৰ পৰা একপ্ৰকাৰ স্বাধীন মানুহ যদিও তালৈ যাবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। আত্মপ্ৰচাৰৰ কাৰণে তেখেতৰ মোহ নাই। তথাপি এক দায়িত্বপূৰ্ণ কাম কিয় এৰিবলগীয়া হ'ল, তাকে ব্যাখ্যা কৰিবলৈ মন হ'ল। ৰাইজৰ মনত সাঁথৰ হৈ থাকিবলৈ তেখেতে ইচ্ছা নকৰিলে।

সাংবাদিক সন্মিলনত তেখেতে অসংখ্য প্ৰশ্নৰ উত্তৰ দিবলগীয়া হ'ল। প্ৰায়বোৰ প্ৰশ্নই জটিল ধৰণৰ আছিল।

এজনে সুধিলে— এতিযা আপুনি কি কৰিব খোজে?

বৰুৱাই ক'লে, কি কৰিব খোজে বুলি সুধিলে দুটা প্ৰশ্ন মনলৈ আহে। নিজৰ কাৰণে নে দেশৰ কাৰণে? স্বৰূপতে নিজৰ কাৰণে মোৰ একো কৰিবলগীয়া নাই। মোৰ ল'ৰা-ছোৱালীয়ে আৰ্জিব পৰা হৈছে। তদুপৰি যিখন দেশত আধাতকৈ বেছি মানুহৰ ভাত-কাপোৰৰ সংস্থান নাই সেইখন দেশত ব্যক্তিগত জীৱনৰ কাৰণে বেছিকৈ ভবাটো ডাঙৰ পাপ। দেশৰ উন্নতিৰ কাৰণে সামান্য শক্তিৰে কিছু অৰিহণা দিবলৈ মন আছে। তাৰ বাবে মই নতুনকৈ প্ৰস্তুত হ'বলৈ বিচাৰিছোঁ। এই তিনি বছৰ মই ভুলকে কৰি আহিছোঁ। মই ভাবিছোঁ, মই এতিযাও জনগণৰ মনৰ মাজত সোমাব পৰা হোৱা নাই। মোৰ কৰ্ম আৰু দৃষ্টি উপৰুৱা হৈয়ে আছে। মনতে পাঙিছোঁ এইবাৰ এওঁলোকৰ মাজত সোমাম নিস্পৃহ কৰ্মজীৱনৰ জৰিয়তে।

আন এজনে মাত লগালে— তেনেহ'লে আপুনি সাম্প্ৰতিক জীৱনত ভুল বিচাৰি পাইছে?

তেখেতে আত্মবিশ্বাসেৰে ক'লে— পাইছোঁ।

সাংবাদিক— কিয়?

বৰুৱা— এই প্ৰশ্নৰ উত্তৰ দিবলৈ টান। তাকে ক'বলৈ হ'লে মোৰ আপোন মনৰ পৰিচয় দিব লাগিব। কিন্তু নিজৰ কথা আৰু নিজস্ব মতৰ কামেৰে ৰূপ দিব নোৱাৰালৈকে মূল্য নাই। তদুপৰি

সাংবাদিকৰ কাৰণে বিশেষ কামত নাহিব পাৰে। তথাপি সংক্ষেপতে কওঁ যে এতিয়ালৈকে মই পুতলাই আছিলোঁ। সিদ্ধি আৰু উপায়ৰ মাজত এটা যোগসূত্ৰ আছে। ক্ষমতা হ'ল মোৰ ব্যক্তিগত সিদ্ধি আৰু উপায় কি লৈছোঁ মই নিজেই ক'ব নোৱাৰোঁ। মই গান্ধীৰ পবিত্ৰ আত্মাৰ ওচৰত অপৰাধী।

সাংবাদিক— কিন্তু দেশৰ এই দুৰ্যোগৰ দিনত যে আপুনি অৱসৰ গ্ৰহণ কৰিছে সেই বাবে আপোনাক আমি হতাশী মানুহ বুলিব পাৰোঁ নেকি?

বৰুৱা— আপোনালোকে মোক যিহকে আখ্যা দিয়ে দিয়ক, মোৰ সেই বিষয়ে ক'বলৈ একো নাই। কিন্তু মই ক্ষমতাত থাকিলেও জানো দেশৰ উন্নতি হ'ব? দেশ ডাঙৰ দুৰ্যোগৰ সন্মুখীন হৈছে। আটাইতকৈ ডাঙৰ হৈছে নৈতিক দুৰ্যোগ। খিয়লা-খিযলি, দলগত স্বাৰ্থ, অসাধুতা এই সকলোবোৰে শাসনযন্ত্ৰ বিকল কৰি তুলিছে। শাসন প্ৰণালীৰ পৰা এইবোৰ দূৰ কৰিব নোৱাৰিলে যিকোনো শাসনে হাৰ মানিব। মই ইমানদিনে পৰৰ স্বাৰ্থপৰতাৰ সিদ্ধিৰহে প্ৰতিনিধি আছিলোঁ। এতিয়া ভাবিছোঁ- একমাত্ৰ ৰাজনীতি এৰি দিহে মোৰ নিচিনা মানুহ এটাই দেশৰ উপকাৰ কৰিব পাৰিম।

সাংবাদিক— তেনেহ'লে আপোনাক আধ্যাত্মিক জগতৰ নেতা বুলি ক'ম?

বৰুৱা— মই সিমানৰ দাবী কৰিব নোৱাৰোঁ। কিন্তু মই ভাবোঁ, বহুতক ক্ষমতাই বলিযা কৰে, নীচ কৰে নিজকে নিজে চিনিব নোৱাৰা কৰে। ক্ষমতা লাভ কৰাটো মোৰ উদ্দেশ্য নাছিল। গতিকে মই তাৰ পৰা ফালৰি কাটি আহিলোঁ। মই গীতাৰ এষাৰ কথা বৰ বিশ্বাস কৰোঁ— স্বধৰ্মে নিধনং শ্ৰেয। পৰধৰ্মো ভযাবহঃ।

সাংবাদিক সন্মিলন শেষ হ'ল। সাংবাদিকসকল বৰ তুষ্ট হ'ব নোৱাৰিলে। বহুতে ক'লে যে বৰুৱাৰ অৱসৰ গ্ৰহণ কৰাৰ গুৰিতে আন কিবা কথা আছে। তেখেতে কিছুমান এবষ্ট্ৰেক (নিৰ্বস্তুক) কথা কৈ আচল কথা ঢাকিবলৈ চাইছে।

সেযে হওক, পিছদিনা কাকতত খুব আকৰ্ষণীযভাৱে তেখেতৰ কথা ছপা হ'ল। 'গণপ্ৰজ্ঞা' কাকতে লিখিলে।

অতি সাধাৰণ কৃষক পৰিযালক দাৰিদ্ৰ্যৰ মাজত ডাঙৰ-দীঘল হৈও সুবোধ বৰুৱাই মেধাৰ বলত দেশবাসীৰ মাজত জিলিকি উঠিল মনীষাৰ শৈলসেতু স্বৰূপে। 'বেদান্ত দৰ্শনৰ ধাৰা', 'ভাৰতীয সংস্কৃতিত অনাৰ্য প্ৰভাৱ', 'গান্ধী আৰু ভাৰতীয় চিন্তা', 'সামাজিক দৃষ্টিত শংকৰদেৱ', 'ভাস্কৰ্যৰ লীলাভূমি ভাৰত' আৰু 'মোগল যুগত চিত্ৰকলা' আদি জ্ঞানগম্ভীৰ গ্ৰন্থত তেখেতৰ তীক্ষ্ণধী বিশ্লেষণী মনৰ পৰিচয় আছে আৰু এই গ্ৰন্থসমূহে বহু দিনলৈ ভাৰতত তথা পৃথিৱীতেই তেখেতৰ পাণ্ডিত্যৰ পৰিচয বহন কৰিব।

অকল সেযে নহয়, বৰুৱা নিষ্ঠাবান কৰ্মযোগীও। ভাৰতীয় গণ আন্দোলনত তেখেতৰ ভূমিকা দেশবাসীৰ কাৰণে এক উল্লেখযোগ্য ঘটনা। দেশৰ শিক্ষা-সংস্কৃতিৰ জীৱনত তেখেতৰ অৱদান অমূল্য

সিফালে এই দুদিনতে ৰাজনৈতিক দলবোৰে তল-ওপৰ লগাইছে। বিৰোধী দলৰ মানুহে স্বস্তিৰ নিশ্বাস ল'লে। সুবোধ বৰুৱাই ইমান দিনে ক্ষমতাত থকা দলটোৰ পৃষ্ঠপোষকতা কৰিছিল কাৰণে টিকি আছিল। এইবাৰ আৰু নোৱাৰে। তথাপি সুবোধ বৰুৱাক নিজৰ দললৈ মাতিবলৈ কাৰো সাধ্য নহ'ল। তাৰ ফল ওলোটা হ'ব পাৰে। সুবোধ বৰুৱা নীতি বিসৰ্জন দিয়া মানুহ নহয়।

তেখেতৰ নিজৰ দলটোহে মহা বিপদত পৰি গ'ল। দুৰ্নীতি, অতি কথা অলপ কাম, খাম-

খিযালি, প্ৰকৃত দেশসেৱী মানুহৰ অভাৱে এইটো দলক ৰাইজৰ বৈৰী কৰি তুলিছিল। বাৰুকৈ সুবোধ বৰুৱাৰ দৰে ঋষিতুল্য মানুহ এজন পোৱা গ'ল কাৰণে এজনৰ সাধুতাই বহুতৰ কলংক ঢাকিলে। এইবাৰ আৰু উপায নাই। সুবোধ বৰুৱা ওলাই যোৱা মানে দলটোৱে ৰাইজৰ সহানুভূতি হেৰুওৱা। দলৰ প্ৰধান সম্পাদক আৰু সভাপতি বিচলিত হৈ পৰিল।

সভাপতি সৌৰভ বৰদলৈয়ে তেখেতক বাৰে বাৰে অনুৰোধ কৰিলেহি। কিন্তু বৰুৱা অচল-অটল।

মোৰ দৰে পুতলা এটা বা চহী কৰা মানুহ এটা য'তে-ত'তে বিচাৰি পাব, ইমান চিন্তা কিয়? এতিয়া মই স্বাধীন মানুহ। মোক দলৰ পৰা বহিষ্কাৰ কৰাৰো অৰ্থ নাই। মোৰ বিপক্ষে আনক মিছাকৈ কথা বুজাই দিযাৰো অৰ্থ নাই। আৰু চাওক, এই বেপাৰৰ যুগত মই তেনেই অচল। গান্ধীৰ নামত গেঞ্জী, বিনোবাৰ নামত জোতা, সুভাষৰ নামত বিস্কুট উলিযাই যি দেশৰ মানুহে ব্যৱহাৰ কৰিব পাৰে সেই দেশত ভাল মানুহ নিজৰ প্ৰতি সজাগ নহৈ উপায় নাই। অৱশ্যে মই ভাল মানুহ বুলি দাবী কৰা নাই।

সৌৰভ বৰদলৈক এই কথাখিনি কৈ তেওঁ বাতৰিকাকত এখন উলিয়ালে আৰু ক'লে— এয়া চাওক, 'গণপ্ৰজ্ঞা'ত এযা কি লিখিছে।

বৰদলৈযে পঢ়ি গ'ল। মানুহে সাধুতাক অসাধুতাৰ বিজয়ৰ কাৰণে ব্যৱহাৰ কৰাৰ দৃষ্টান্ত আজিকালি বেছি হৈ পৰিছে। বিপৰীতধৰ্মী মানুহেহে আদৰ্শৰ কথা কৈ কৈ সেই আদৰ্শক আপোন স্বাৰ্থ ব্যৱসাযভুক্ত কৰিছে। জীৱিত সৎ লোকসকলো এনে মানুহৰ হাতত পুতলা হৈছে। এইক্ষেত্ৰত সুবোধ বৰুৱাহে ব্যতিক্ৰম। তেখেতলৈ আমাৰ শ্ৰদ্ধাঞ্জলি আগবঢাইছোঁ

বৰদলৈযে পঢ়ি চোৱাৰ পিছত বৰুৱাই ক'লে— ক্ষমা কৰিব। মই পোনতে আপোনালোকৰ আচল অভিপ্ৰায় বুজি নোপোৱা বাবেই আজি তিনি বছৰ মোৰ আচল কাম বাকী পৰি থাকিল।

সভাপতি বৰদলৈয়ে আৰু একো নক'লে। নেগুৰ ছিগা সাপৰ দৰে প্ৰতিহিংসাত জ্বলিপুৰি তেখেত আঁতৰ হ'ল।

তিনি দিনৰ পিছত বৰুৱা ভৈয়ামৰ নিজৰ চহৰলৈ আহিল। বিদায়ৰ সময়ত তেখেতক দেখা কৰিবলৈ কোনো উচ্চপদস্থ বিষযা বা মন্ত্ৰী আদি অহা নাছিল। মাথোঁ ছবি তুলিছিল কেইজনমানে, দৰদী প্ৰেছ ফটোগ্ৰাফাৰে।

* * *

নিজৰ ঘৰত সাত দিনমান থাকি বৰুৱাই ভৱিষ্যতৰ কথা ভাবি পেলালে। ঘৰৰ সকলোকে জনালে যে তেখেত আৰু চহৰৰ ঘৰত নাথাকে। যি গাঁৱৰ মানুহৰ ভোট পাই তেখেত ডাঙৰ মানুহ হৈছিল সেইবোৰ মানুহৰ ওচৰলৈ যাব। সিহঁতৰ লগত থাকিব, সিহঁতৰ লগত মৰিব। তাতে আশ্ৰমৰ দৰে থাকিবলৈ ঘৰ এটা পালেই হ'ল। তেখেতে সম্পূৰ্ণৰূপে ঘৰৰ মোহ ত্যাগ কৰিলে। লগত কাকো নিনিয়ে। আনকি ঘৰৰ পৰা চকী এখনো নিনিয়ে।

ইয়াৰ উদ্দেশ্য? এয়া কি বৰুৱাৰ বাণপ্ৰস্থ? কোনে জানে? বৰুৱা সংস্কৃতজ্ঞ পণ্ডিত। সংস্কৃত জনা মানুহৰ কাৰণে গাঁৱৰ গছ-গছনি আৰু বাঁহতলীয়েই ভাল। তাতে কণ্ব মুনিৰ আশ্ৰম ৰচনা কৰিব।

স্থানীয় কলেজৰ বিজ্ঞানৰ ডেকা অধ্যাপক কেইজনমানে মন্তব্য কৰিলেঃ

তেনেহ'লে 'পুনঃ মূষিকো ভব?' এ প্ৰাইচ অব অৱৰ্থলেছনেছ? অৰ আৰ্ট অব্ আৰ্টলেছনেছ?

বুজিছোঁ নিৰ্বাচনৰ এবছৰ আগৰে পৰা গাঁও সোমাল যেতিয়া এইবাৰ স্বতন্ত্ৰ হৈ থিয় হ'ব। কম বুদ্ধি নহয়।

কেইজনমান চতুৰ উকীলে বাৰ লাইব্ৰেৰীত আলোচনা কৰিলে ঃ

মানুহজন কিন্তু পণ্ডিত। গাঁৱত নিৰলে বহি বহি কিতাপ লিখিব। নিশ্চয় চৰকাৰৰ বিপক্ষেও এখন লিখিব। এইটো সাধাৰণ নিয়ম। অৱশ্যে এইটো বয়সত শাস্ত্ৰচৰ্চা কৰাহে ভাল। তেখেতে ইমান দিন সময়কে পোৱা নাছিল।

দুজনমান পেঞ্চনপ্ৰাপ্ত বিষয়াই কোৱা-কুই কৰিলে ঃ

তেখেতে নিজৰ পৰিবাৰকো নিনিয়ে। ল'ৰা দুটাৰ লগত কথাই পতা নাই। ঘৰৰ পৰা আনকি বাকচ এটাও নিনিয়ে। কিতাপ কিছুমান আগতে পঠিয়াই দিলে। তাত হেনো তিনিপুৰামান মাটি লৈ আশ্ৰমৰ দৰে এটা ঘৰ সাজিব। ফুলনি পাতিব। দিনে ছয় ঘণ্টাকৈ দৈহিক শ্ৰম কৰিব। এঘণ্টা গীতা পাঠ কৰিব। আবেলি ওচৰৰ মানুহৰ ঘৰে ঘৰে গৈ সিহঁতৰ অভাৱ-অভিযোগ শুনিব। ই আকৌ কেনে ধৰণৰ বাণপ্ৰস্থ? পণ্ডিচেৰীত অৰবিন্দৰ আশ্ৰমবাস, ৰবি ঠাকুৰৰ শান্তি নিকেতনবিশ্বভাৰতীৰ প্ৰতিষ্ঠা— শেহতীয়া বয়সত এনে কৰ্মময় জীৱন জানো বাণপ্ৰস্থৰ ভিতৰত পৰে?

বিদেশী সংবাদসেৱী কেইগৰাকীমানে তেখেতৰ লগত কথা পাতি এনে ধৰণৰ চিন্তাত পৰি গ'ল।

— বৰুৱা, ৰাস্কিনৰ আন টু দ্য লাষ্ট বোলা কিতাপখনে গান্ধীজীক নতুন বল দিলে। আপুনিও তেনে কিবা বল পাইছে নেকি?

— ৰাস্কিন সঁচাকৈয়ে উদাৰ মানুহ। আন টু দ্য লাষ্টত খ্ৰীষ্টৰ ঐতিহ্য আছে, উদাৰ মানৱতাৰ স্ফুলিংগ আছে। আমাৰ 'সৰ্বোদয়'ৰ ভিত্তিও একে। পিছে মই এতিয়াও দলৰ সহায় লৈ বা দল তৈয়াৰ কৰি কিবা এটা কৰিম বুলি ভবা নাই। ৰাজনৈতিক জগতৰ লগত মোৰ সম্পৰ্ক নাই।

— ই এক নতুন বাণপ্ৰস্থ?

— মই সম্প্ৰতি ক'ব নোৱাৰোঁ। বাণপ্ৰস্থ ঋষিৰ কাৰণে কিন্তু মই সাধাৰণ মানুহ।

বিদেশী সংবাদসেৱীয়ে হয়তো শেষত ধৰি পেলালে যে বৰুৱা এজন পলাযনবাদী মনোবৃত্তিৰ লোক। লোক-সমাজৰ দ্বন্দ্ব, পীড়ন, সংকট সকলোৰে পৰা আঁতৰি আশ্ৰয় ল'ব খুজিছে এখন গাঁৱত। ইযে প্ৰমাণ কৰে যে তেখেতে বাস্তৱৰ লগত মুখামুখি হ'বলৈ টান পায়। অলিভাৰ গ'ল্ডস্মিথে 'এৰি অহা গাঁও' লিখিছিল বাস্তৱৰ পৰা মনটো পলুৱাই নিবলৈ। সুবোধ বৰুৱাই এৰি অহা গাঁৱলৈ যাব— কেৱল বাস্তৱৰ লগত মিতিৰালি কৰিব নোৱাৰাৰ কাৰণেই । তেওঁলোকে যে তেখেতৰ মত বুজা নাই, তেখেতে প্ৰশ্ন শুনিয়েই বুজিব পাৰিছে। সাংবাদিক লোকৰ কাৰণেই কথাবোৰ নুবুজিও বুজিব লগা হয়। হয়তো বহুত ক্ষেত্ৰত নিজৰ মৌলিক চিন্তা চেপা খাই পৰে। তেখেতক কোনেও নুবুজক। তাত তেখেতৰ আক্ষেপ নাই। কেৱল নিজক আৰু আচল মানুহখিনিক বুজিব পাৰিলেই তেখেত কৃতাৰ্থ হ'ব।

আজি তেখেতৰ কাৰণে অতি সুখৰ দিন। কাইলৈ যাব এৰি অহা গাঁওখনলৈ। প্ৰকৃতিৰ মাজলৈ। সোণাই নৈৰ পাৰলৈ। বন-বিৰিণা আৰু হিজল গছৰ মাজলৈ। সোণাইৰ পাৰৰ বালিচহীয়া মাটিত নিজে কোৰ মাৰিব। গুটি গজাব, গাঁৱৰ মানুহৰ লগত সুখৰ-দুখৰ কথা পাতি সিহঁতৰ লগত এক হৈ যাব। সোণাইৰ পাৰত চাগৈ এতিয়াও কঁহুৱা বন আৰু উলুৱনিৰ মাজে মাজে হৰিণা পহুৱে লুকাভাকু

খেলেনে? সেই মানুহবোৰ এতিয়াও ৰঙিয়াল হৈ আছেনে বাৰু? তেখেতৰ মনৰ ঠাইখন সৰগ সৰগ লাগিছে। ভাবিছে মানুহ যিমানেই প্ৰকৃতিৰ মাজৰ পৰা ফালৰি কাটি আহিছে সিমানেই প্ৰকৃত মানুহৰ কথা বুজিব নোৱাৰা হৈছে। সেই প্ৰকৃত মানুহবোৰ, মিছা আৰু কপটালি নুবুজা মানুহবোৰ, —সিহঁত যে সোণাইৰে একোটি জিকিমিকি ঢৌ। 'সিহঁতে চিৰকাল ব'ঠা মাৰে, নাঙলৰ খুঁটিত ধৰি মাটি চহায়, গুটি সিঁচে, পকা ধান কাটে। সিহঁতে কাম কৰে।' সিহঁতে আমাক জীয়াই ৰাখে। আমি সিহঁতৰ তেজ শুহিবলৈ চাওঁ। এয়ে কিজানি অৰাজনৈতিক অৰ্থত বহুপ্ৰচাৰিত ৰাজনীতি।

তেখেতে সিহঁতৰ লগত হাল-কোৰ বাব। (তিনি কুৰিৰ দেওনা পাৰ হ'ল যদিও, হাল বাবলৈ জানো গাত বল নাই? গাঁৱত যি মুকলি বতাহ, যেনেকৈ মুকলি মনেৰে থাকিব পাৰি, যিমানবোৰ নতুন শাক-পাচলি খাব পাৰি তাত সত্তৰবছৰীয়া মানুহেও হাল বায়, ৰাতি ল'ৰা-ছোৱালীৰ দৰে শুই মনটো ফৰকাল কৰিব পাৰে) সোণাইৰ বুকুত নাৱত চৰিব। শালি ধানৰ মাজে মাজে সৰু সৰু আলি দিব। দেহৰ শ্ৰমেৰে কৃষকৰ নিষ্কলুষ আনন্দ লাভ কৰিব। এইদৰে সিহঁতক দুবছৰ বুজিব। তাৰ পিছত? তাৰ পিছত জানো অন্তৰ শুদ্ধ হ'ব? যদি হয় তেনেহ'লে কৃষকৰ তেজ লৈ আকৌ দলে-বলে দেশৰ কামত লাগিব। ৰাজনীতিৰ কুষ্ঠ অবয়বত প্ৰসাধনৰ ৰহণ বুলাব।

—'মহাকাল সিংহাসনে
সমাসীন বিচাৰক শক্তি দাও, শক্তিদাও,
মোৰে,
কণ্ঠে মোৰ আনো বজ্ৰবাণী, শিশুঘাতী
নাৰীঘাতী
কুৎচিত বীভৎস পৰে ধিক্কাৰ হানিতে
পাৰি যেন—'

এস, তেখেতে এইবোৰ কি ভাবিছে? ব্ৰহ্মপুত্ৰৰ পানীয়ে খলপীয়া, কঁহুৱা আঁটি আৰু চাবুকধৰা গাঁও বুৰাই পেলায। খেতিয়কৰ অৱস্থা দলনিৰ পোনা হয়। উত্তৰফালে জানো মথাউৰি এটা হ'ল? সিফালে দুটা পাঁচবছৰীয়া আঁচনি শেষ হৈ গ'ল। ভেৰু কেএগ্ৰাই এতিয়াও কিজানি সিহঁতৰ তেজ শুহি আছে। সি 'চাদাই' দি মানুহক ধৰুৱা কৰালেকে সিহঁতৰ কল্যাণ নাই। এই চাৰি বছৰ চাগৈ কোনো ক্ষমতাশালী মানুহে সিহঁতৰ খবৰ কৰিবলৈ যোৱা নাই। এই বছৰ কিজানি যাব। আকৌ ভোটৰ পৰ্ব আৰম্ভ হ'ল। সিহঁতৰ তেনেহ'লে মূল্য মানুহ হিচাপেনে সিহঁতে এখিলা কাকত ভোটৰ বাকচত গুজিব কাৰণে?

তথাপি হতাশ হোৱাৰ কাৰণ নাই। তেখেতে সিহঁতক বুজিব। নগৰমুখী সভ্যতাৰ নীচামি, স্বাৰ্থপৰতা, নিজে বাচিবৰ কাৰণে উৎকট জটিলতা, ভণ্ডামি আৰু অহংভাব- সকলো সোণাইৰ পানীত ধুই মানুহক তেখেতে পূজা কৰিব পাৰিব। শ্ৰমৰ আনন্দ, মনৰ মমত্ববোধ আৰু ফল সিদ্ধিৰ সনাতন উপায়ৰ প্ৰচেষ্টাৰে আত্মা শুদ্ধ কৰিব পাৰিব।

"Do you know that in three or four hundred years all the earth will become a flourishing garden?"

চেৰী আৰ্কাডৰ ঘোষণাৰ তালে তালে তেখেতৰ মন গুঞ্জৰি উঠিল। তেখেত আলোকপথৰ

যাত্ৰী।

ঘৰত তেখেতে শেষ প্ৰস্তাৱ দিলে। তেখেত গাঁৱলৈ যাব। অকলে। ঘৰৰ তেখেতে একো খবৰ নাৰাখে। কোনেও তেখেতক খবৰ কৰিব নালাগে। তেখেত মুকলিমূৰীয়া হ'বলৈ বিচাৰিছে। পুত্ৰ পৰিবাৰ আৰু নিজৰ অহং সত্তাক বাদ দি মানুহৰ পৰমব্ৰহ্মত লীন হ'বলৈ কৃচ্ছ্ৰসাধন কৰিব খুজিছে। তাত কোনেও অন্তৰায় সৃষ্টি কৰিব নোৱাৰে।

পুতেক দুজনে এই শেষ অভিমত শুনি কান্দিলে। কিন্তু একো নক'লে। কাৰণ বৰুৱাই আগতেই কৈছিল যে তেওঁলোকৰ জীৱিকাৰ সংস্থান আছে যেতিয়া তেখেতৰ কৰ্তব্য শেষ হৈছে। পত্নী শীতলাই গোটেই বেলা উচুপিলে।

শেষত ক'লে— ময়ো লগতে যাওঁ। (স্বামী এ, নকৰা নৈৰাশ, তোমাৰ লগত স্বামী খাটো বনবাস হে )

— তুমিতো মোৰ লগত যোৱাৰ কোনো প্ৰয়োজন নেদেখোঁ! ল'ৰাই ঘটিব পৰা হৈছে। তদুপৰি তোমাৰ হাততো জমা টকা আছে। চলিবলৈ একো টান নহ'ব।

— তেনেহ'লে তুমি মোক একেবাৰে বুজিব নোৱাৰিলা। তুমি মোৰ ওপৰটোহে দেখিলা, মনৰ ভিতৰখনলৈ সোমাব নোৱাৰিলা। (মনতে ঃ প্ৰয়াণৰ সময়ত শংকৰক পুতেক ৰমানন্দই সুধিলে— পিতা, মোলৈ কি এৰি থৈ গৈছে? শংকৰ গুৰুৱে নুবুজা ভাও জুৰি ক'লে— বহুতো এৰি থৈ গৈছোঁ। মাটি-বাৰী, ধন-সোণ, বহুতো।

ৰমানন্দই বেছি বেজাৰ পালে। তেখেতে পাৰ্থিৱ অৰ্থত এই কথা সোধা নাছিল। তেখেতে পৰমাৰ্থৰ জ্ঞান বিচাৰিছিল। )

— মোৰ তাত বহুত কষ্ট হ'ব। মানুহৰ লগত হাল বাম, কোৰ মাৰিম। সিহঁতৰ জুপুৰী পঁজাত ৰোগীক পৰ দিম। তুমি নোৱাৰিবা।

শীতলাই অসহায় হৈ ফেঁকুৰিলে। কি নিষ্ঠুৰ মানুহজন।

— মোক তুমি নিবই লাগিব। নহ'লে মই কেনেকৈ থাকিম? এতিয়া বুঢ়ী হ'লোঁ। শেষত লগে-ভাগে মৰিবলৈও নাপাম। মই কিহৰ সান্ত্বনাত বাচি থাকিম? তুমি মোক পত্নী বুলি নাভাবি যিকোনো এজনী তিৰোতা বুলি ভাবিছা। (তিৰিয়ে-পুৰুষে হ'বা এক মতি, তেবেসে সিজিব হৰিত ভকতি)

বৰুৱা ভালেমান পৰ মনে মনে থাকিল। তেখেত উভয় সংকটত পৰিছে। তেখেতে কি উদ্দেশ্যে ওলাইছে, শীতলাই জানো বুজি পাব? শংকৰ গুৰুৱে 'ব্ৰহ্মাণ্ডক ভেদি' নামধৰ্ম প্ৰচাৰ কৰিলে। কিন্তু পত্নীক জানো শৰণ দিলে? কৰ্মজীৱনৰ প্ৰথম পৰ্যায়ত কিজানি তিৰোতা পয়মালহে। সিহঁত স্থিৰীকৃত প্ৰকৃতিৰ ব্যতিক্ৰম হ'ব নোৱাৰে। তথাপি ভৱা কথাবোৰৰ বিপৰীত ব্যাখ্যা দিয়া কেইবাটাও সংস্কৃতৰ শ্লোক মনলৈ আহিল।

শীতলা বৰুৱাই আকৌ ক'লে— চোৱা, বিয়াৰ এবছৰ পিছৰে পৰা তুমি মোক অকলশৰীয়া কৰি ৰাখিছা। আন্দোলনত ঘূৰি ফুৰি বছৰ বছৰ জে'ল খাটি মোক তুমি নিঠৰুৱা কৰি ৰাখিলা। স্বৰাজৰ পিছতো তুমি ৰাষ্ট্ৰীয় ক্ষমতা ল'লা। তোমাক মানুহে দিনে-নিশাই আবৰি ৰাখিলে। মোৰ লগত এঘণ্টা কথা পাতিবলৈকেও এযুগৰ ভিতৰতো তোমাৰ সময় নোলাল। এতিয়া আকৌ ঘৰ চাপিলা। দুয়ো

একেলগে থাকি মৰিম বুলি ভাবিছিলোঁ। কিন্তু তুমি ত্যাগ কৰিলা, তুমি ওৰে জীৱন সাঁথৰ হৈ থাকিলা।

শীতলাৰ কথাখিনি বৰুৱাৰ মনত একে উশাহতে কোবা যেন লাগিল। শীতলাই এইবাৰ ভৰিত হুলে বিন্ধা সৰু ছোৱালী এজনীৰ দৰে হাও হাওকৈ কান্দিলে।

বৰুৱাৰ বৰ দুখ লাগি গ'ল। তেখেতৰ শীতলাক এজনী আজলী ছোৱালী যেন লাগিল। মনত একেলগে দুটা কথাই খোপনি পুতিলে। সাতাইশ বছৰ আগতে হোমৰ গুৰিত উচ্চাৰণ কৰা কিছুমান মন্ত্ৰ আৰু এজনী নাৰীয়ে গাভৰু হৈ, মাতৃ হৈ, শেষত বুঢ়ী হৈ তেখেতক একাগ্ৰচিত্তে ভালপোৱাৰ অপাৰ্থিব গৰিমা।

তেখেতে থোকাথুকি মাতেৰে ক'লে— এৰা, মই ভুলেই কৰিছিলোঁ। তুমি মোৰ লগত ওলালে বহুত কাম হ'ব। তোমাক অবিচাৰ কৰিছিলোঁ।

তেখেতে শীতলাৰ চকুপানী মচি দিলে অতি দৰদী হাতেৰে। দুয়োৰে মুখ দুখনি সলজ্জ ডেকা-গাভৰুৰ অনিৰ্বচনীয় বেদনামৰ্মৰ প্ৰেমৰ মোহন মূৰ্তিৰে যেন অজন্তাৰ ভাস্কৰ্যৰ লগত মিলি গ'ল।

শীতলা আৰু সুবোধ বৰুৱা জীৱনৰ নবীন যাত্ৰাৰ উদ্দেশ্যে সোণাইৰ পাৰলৈ ওলাল। আগতে নিজৰ চহৰখনলৈ আহিলে ঘৰৰ বাৰাণ্ডাৰ বেষ্টিত তেখেতক লগ পাবলৈ ব্যাকুলভাৱে বহি থাকে জিলাখনৰ গণ্যমান্য মানুহ। পাৰ্মিট বিচৰা লক্ষপতি মহাজন, চাকৰি বিচৰা বিশ্ববিদ্যালয়ৰ কৃতী স্নাতক আৰু খবৰ বিচাৰি জীৱিকা উলিওৱা মানুহ। আজি কিন্তু কোনো নাই। এই বস্তুবাদী মানুহৰ মানত সুবোধ বৰুৱা এটা অতীতৰ নাম।

তেখেতে যাবৰ সময়ত হাতত ল'লে এখন গান্ধীজীৰ ফটো। খুব ইংগিতময় সেই ফটো। — নঙঠা ফকিৰে হাতত লাঠি লৈ অকলে অকলে বাট বুলিছে। সেৱা সুন্দৰ আৰু সত্যৰ অনুসন্ধানৰ সেন্দূৰীযা বাট। এইখন ছবিয়েই তেখেতৰ সাৰথি। ছবিখনৰ পৰা মহামানৱে যেন তেখেতক কবিগুৰু ৰবীন্দ্ৰনাথৰ ভাষাত আপোন সুৰৰ নন্দনত্ব সানি কৈছে —

যদি তোৰ ডাক শুনে কেউ না আসে
তবে একলা চল ৰে

যেন আন্ধাৰত জোৰ-বাতি ধৰিছে সেই গান্ধীৰ ছবিখনে। দুই বুঢ়া-বুঢ়ীয়ে উৎসাহেৰে বাট বুলিছে গাঁৱলৈ। সোণাইৰ পাৰৰ ৰ'দ জিকিমিকি পানী চিকিমিকি মানুহৰ অন্তৰস্থল ভেদ কৰি সোণ বুটলিবলৈ। মানুহৰ পৰমব্ৰহ্ম প্ৰাণৰ লগত লীন হ'বলৈ।

* * *

১৯৪৭ চন। জুৰমন পণ্ডিতক দৰমহাৰ পইচাকেইটাই এপষ খাবলৈ জুৰিছিল। বাকী এপষ খেতিৰ ধান, বাৰীৰ ফলমূল বেচি ভালকৈ চলিব পাৰিছিল। ল'ৰা-ছোৱালী তিনিটাই দিনে এপোৱাকৈ গৰুৰ গাখীৰ খাবলৈ পাইছিল। ঘৈণীয়েক সুভদ্ৰাৰ চেহেৰাটো নতুন জীয়াৰীৰ দৰে। জুৰমন পণ্ডিতে ল'ৰা-ছোৱালীক পঢ়ুৱাই ভাল পায়। বছৰেকত এটাকৈ ল'ৰাই বৃত্তি পাই আছে। জুৰমন পণ্ডিতৰ চাৰিওফালে বৰ নাম। স্বাধীনতাৰ পিছত দৰমহা বেছি হ'ব বুলি তেওঁৰ মনটো উজ্জ্বল। স্বাধীনতাৰ পিছত পঢ়ুওৱা ল'ৰাবোৰ চাগৈ বৰ ডাঙৰ মানুহ হ'ব।

তিলক সূত্ৰধাৰী বৰ সৰবৰহী মানুহ। তেওঁ নহ'লে গাঁওখনত বিয়া-সবাহ, বিয়া-ভাওনা নহয়েই। সূত্ৰই এইবাৰ বিয়া কৰালে। হওক তেও। ছোৱালীজনী বৰ ধুনীয়া। সূত্ৰৰ ল'ৰা হ'লে সিও

গীতে-মাতে গন্ধৰ্ব হ'ব।

এইবাৰ গাঁৱৰে এটা ল'ৰা আই এ পৰীক্ষাত প্ৰথম হ'ল, সি বিজয় হাজৰিকা (গাঁৱত বিজু) গাঁৱৰ মুকুতা। জুপুৰীয়া হাবিতো বাঘ থাকে। গাঁৱৰ ল'ৰাবোৰৰ ভৱিষ্যৎ উজ্জ্বল।

গাঁৱত এইবাৰ এখন হাইস্কুল হৈছে। এতিয়াৰে পৰা ইংৰাজী নজনা ল'ৰা পাবলৈ নহ'ব।

১৯৬০ চন। কিবা দেশ-কাল গুচিল দিযক। ঘোৰ কলিৰ যুগ। দেশত মানুহ বেছি হৈছে, গছ-গছনি কমি আহিছে। ধানেও ভালকৈ থোক নকটা হ'ল। ভাই-ককাইবোৰ বেলেগ হোৱাৰ কাৰণে মাটি ভাগ হৈ হৈ এচমকা এচমকা হৈছে। বলদ হাল ঘূৰাবলৈকে ঠাই নহয। এতিযা খেতিচহকী মানুহৰ ল'ৰাই হাল বাব লগা নহয়। হাল বায়ো লাভ নাই। সিহঁত চহৰত গৈ পিযন-চকীদাৰ হৈছে। সিফালে কেও কিছু নথকা, লিখা-পঢ়া নজনা, পাপ কৰি খেলৰ পৰা এঘৰীযা হোৱা মানুহ একোটাই দিপ্‌লিপ অট্টালিকা সাজিছে। সিহঁতে হেনো 'ক'লা বজাৰ' বুলি এটা অচিন বেপাৰ কৰে।

জুৰমন পণ্ডিত দুকুৰি বছৰ নৌ হওঁতেই বুঢ়া হ'ল। চকুত ডাঠ বিতচকু বহিল। এবেলা হাল বাই এবেলা টোপনিয়াই টোপনিয়াই ল'ৰা পঢ়ায। নিজৰ ল'ৰা কণফুলক মাইনৰ পাছ কৰাৰ পিছত পঢ়ুৱাব আৰু নোৱাৰিলে। মাচুল দিলে ভাতৰ চৰুলৈ জুই নাযাব। বুঢ়ী গাইজনীযে ডেৰ পোৱা গাখীৰ দিয়ে। দুবছৰীযা ল'ৰা এটিৰ বাৰ মাহত তেৰটা বেমাৰ যদিও, গাখীৰ ডেৰ পোৱা নেবেচিলে উপায় নাই। তাৰে চাউল কিনে, নিমখ কিনে। মাছ কিনিবলৈ যোৱাৰ কথা মনতে নপৰে। জুৰমন পণ্ডিতে স্কুলত ল'ৰাবোৰক গৰু-গাধ বুলি গালি পাৰে। কোনো ল'ৰাই বৃত্তি নাপায। তেওঁৰ দৰমহাৰ পইচাতকৈ বস্তুৰ দাম পাঁচ গুণ বাঢ়ে। তেওঁ পঢ়ুওৱা ল'ৰাবোৰৰ প্ৰাযবোৰ বাপেকৰে খেতিৰ ধানে চাৰি মাহহে যায। বাকী আঠ মাহ কেনেকৈ চলে ভগৱানেহে জানে।

তিলক সূত্ৰধাৰীয়ে হেনো গীত-মাত সকলো পাহৰিলে। ভোকৰ ভাতমুঠি নহ'লে হেনো সংগীতৰ দৰে দেউবিদ্যা খামোচ মাৰি ধৰিব নোৱাৰি। তেওঁৰ ১৪বছৰীয়া ল'ৰা কুনু আৰু ১২বছৰীযা সোমবৰে মাটি তোলা কামত হাজিৰা খাটিছে।

আই এত প্ৰথম হোৱা আৰু সুখ্যাতিৰে বি এ পাছ কৰা বিজয হাজৰিকাই চলিব পৰা চাকৰি এটা নাপাই এতিয়া ৰাজনীতিত নামিছে।

গাঁৱৰ হাইস্কুলৰ পৰা পাছ কৰি ল'ৰা ভালেমান কলেজত পঢ়াৰ উপায় নেদেখি গুৰু-গোসাঁই নমনা হৈছে।

ইত্যাদি। ইত্যাদি। এয়ে সোণাইপৰীয়া গাঁৱৰ এযুগৰ বুৰঞ্জী। সোণাইপৰীয়াত সোণ বিচৰা মনত কেতুৱে বাহ ল'লে।

গাঁৱলৈ গৈ সুবোধ বৰুৱা হতাশ হৈ পৰিল। তেখেতৰ বহুত কাম। তেখেতে বহুত কৰিছে। ছমাহৰ ভিতৰত ভালেমান কৰা হ'ল। আশ্ৰমখন বেছ জাক্‌জমক হৈছে। তেখেতে মানুহৰ অন্তৰ জয কৰিছে, কিন্তু সিহঁতৰ দাৰিদ্ৰ্য জয় কৰিব পৰা নাই। সিহঁতৰ লগত হাল বাইছে, কোৰ মাৰিছে, পকা ধান কাটিছে। সিহঁতক পৰামৰ্শ দিয়ে। কিন্তু সিহঁতৰ প্ৰতি বেদনাই তেখেতক বাণবিদ্ধ কৰিছে। তথাপি তেখেতৰ দুখ নাই। সেৱাই তেখেতক নিকা কৰিছে। মানুহৰ সেৱা, মানুহৰ পূজা। তেখেতে জীৱনত নতুন অভিজ্ঞতা লাভ কৰিছে। মানুহ যে কি আচৰিত বস্তু। এই মানুহবোৰ। ইহঁত দৰিদ্ৰ। ইহঁতে ভৱিষ্যৎ বুলি বস্তু এটা বিচাৰি পোৱা নাই। তথাপি ইহঁত ইমান সৰল, ইমান ধৰ্মভীৰু। ইহঁতে ইমান সোনকালে

তেখেতক দেৱতা বুলি ভাবিব পাৰে? অথচ এই বিক্ষোভহীন মানুহখিনিকে যুগে যুগে এক শ্ৰেণী মানুহে ঠগি আহিছে।

শীতলাই বৰুৱাৰ লগত তাল মিলাব পৰা নাই। আশ্ৰমতে আছে যদিও তেওঁ সমাজৰ সকলো কথাতে লগৰীয়া হোৱা নাই। তেওঁকো ৰাইজে বৰ ভাল পাইছে, দেৱী গোসাঁনী বুলি ভাবিছে। তেওঁৰ মহা আনন্দ। মানুহৰ পৰা আচল মৰম পোৱাত যে কি আনন্দ। তেওঁ ইমান আদৰ ক'তো পোৱা নাছিল।

তথাপি বৰুৱাই তেওঁক সন্দেহ কৰে। বেছি কাম কৰিবলৈ নিদিয়ে। মাথোঁ কিতাপ পঢ়িবলৈ কয়। শীতলাই বেছি নপঢ়ে। মানুহৰ মাজত ঘূৰি ফুৰিবলৈ বেছি ভাল পায়। তথাপি শীতলা থকাৰ কাৰণে তেখেতৰ বৰ সুখ হৈছে। তেওঁ বৰুৱাৰ ভাত ৰান্ধি দিয়ে। ভাগৰত আহি ওলালেহি ভৰি-হাত পিটিকি দিয়ে। অকলশৰে বৰুৱাক পালে অতীতৰ কথা দুই-এটা মনত পেলাই দি মৰহা মোহৰ লেছেৰি বোটলে। বৰুৱাৰ ক্লান্ত প্ৰাণটোৱে জীপ পাই উঠে।

শীতলাজনী গাঁৱৰ শাক-পাচলি, মাছ-পুঠি খাই আৰু মুকলি বায়ু পাই পুৰঠ হৈ পৰিছে। সোতোৰা-সুতুৰী ছালখন নিমজ হৈ পৰিছে।

বৰুৱাই মাজে মাজে শীতলালৈ চাই ভাবে আৰু বৰ আনন্দ পায়।

এই ছমাহৰ পিছতে সোণাইপৰীয়া গাঁওখনে আকৌ নতুন ৰূপ ল'লে। বাহিৰৰ পৃথিৱীৰ লগত সম্পৰ্ক হ'ল। আলিবোৰ শুকুৱাত মহাজনৰ জুনুকা লগোৱা বলদে টনা গাড়ীবোৰে গাঁওখন ৰজনজনাই পেলালে। মহাজনবোৰৰ মৰাপাট, ধান, সৰিয়হৰ বেপাৰ কৰা দিন আহিল।

আৰু বৰদৈচিলাৰ দৰে হুৰমুৰ কৰে সোমাই আহিল ভোটৰ পৰ্ব। খৰালিৰ ৰ'দে বোকা-পানী শুকুৱাই ৰখা আলিবোৰত ধুনীয়া মটৰৰ শোভা-যাত্ৰা আৰম্ভ হ'ল। ধুনীয়া ধুনীয়া সভা-সমিতিত ধুনীয়া ধুনীয়া কথা কোৱা হ'ল। সোণাইপৰীয়া গাঁৱত অকাল বসন্তৰ সৃষ্টি হ'ল। কাম-বন নোহোৱা ডেকা কিছুমানে গণতান্ত্ৰিক অধিকাৰ যেন এইবাৰহে বুজি পালে। সিহঁতৰ সময় কটাবলৈ এটা ছল ওলাল। পৰচৰ্চাপ্ৰিয় মানুহ কিছুমানৰ মুখৰ খজুৱতি মৰাৰ চেলু ওলাল। আমি বামুণবাহ থাকোঁতে এটা 'শূদিৰ'ৰ ল'ৰাক 'মেম্বৰ কৰিমনে?'

"তাক ভোট দি আমি ডুবিম। পাঁচ বছৰে জানো মথাউৰিটো সজাই দিব পাৰিলে? বামুণৰ নোমে প্ৰতি বুদ্ধি।" —সেয়া কোনোবা শূদিৰৰ মত।

তথাপি ভোটৰ দিন আহিলে সোণাইপৰীয়া ৰাইজে ভাল পায়। এই কথা বৰুৱায়ো গম পাইছে। আটাইতকৈ ভালকৈ গম পাইছে শীতলাই। শীতলা বৰুৱা হেনো ইতিমধ্যে সুবোধ বৰুৱাই গম নোপোৱাকৈ সভানেত্ৰী হৈছে। বৰুৱাই অনুমান কৰিছে যে গাঁৱৰ একেসুৰীয়া জীৱনত ভোটপৰ্বই বৈচিত্ৰ্য আনিছে কাৰণেই মানুহৰ ইমান উলহ-মালহ। সিহঁতে সেন্দুৰীয়া ভৱিষ্যৎ দেখি মুখৰ হৈ পৰা নাই কিজানি। মাৰোৱাৰীৰ ট্ৰাকত চিঞৰি চিঞৰি ডেকা-গাভৰু কৰ্মীৰ দল আহে ভোটৰ শ্লোগান গাই। ৰাইজক দলৰ মতামত বুজায়। বক্তাৰ বক্তৃতাৰ ফুলজাৰিত ভৱিষ্যতৰ সোণাইপৰীয়া গাঁওবোৰে অমৰাৱতীৰ ৰূপ লয়।

সুবোধ বৰুৱাই অতীতৰ কথা সোঁৱৰে। তেখেতকো ৰাইজে উলহ-মালহেৰে ভোটৰ পৰ্বত জিকাইছিল। কিন্তু তাৰ ফল কি হ'ল? আজিকালিৰ মানুহবোৰে উত্তেজনা বৰ ভাল পায়। বোধহয়, হৈ-চৈ কৰি তাপিত মন শীতল কৰে।

নীৰৱদ্ৰষ্টা হৈ বস্তুবোৰ লক্ষ্য কৰিবলৈ তেখেতে বৰ ভাল পালে। কোন সমষ্টিত কোন কোন উঠিব এতিয়াও চূড়ান্ত ঘোষণা হোৱা নাই। তথাপি গাঁওবোৰ গণতন্ত্ৰৰ অচিলা হৈ দেওধাই নাচনী হৈ পৰিছে। চাৰিওফালে স্পষ্ট হৈ পৰিছে অননুমেয় পেৰাডক্স। চোৰাং বেপাৰীযে জাতীয় স্বাৰ্থৰ বক্তৃতা দিছে, স্বাৰ্থান্ধ লোকে বদান্যতাৰ অসাধাৰণ উদাহৰণ দেখুৱাইছে। শ্বাইলক্ ৰূপী বেপাৰীয়ে ধনৰ কঠিন গাঁঠি খুলিছে— গপতে গংগাটোপ মানুহেও ধৰণীৰ ধূলি-মাকটিৰ লেতেৰা পৰশ পোৱা অখ্যাত মানুহক চাটু-বাক্যৰে ভুলাই পেলাইছে। কি অদ্ভুত কাণ্ড ! সুবোধ বৰুৱাই আপোন মনে হাঁহিছে। যিবোৰ মানুহে তেখেতক অনবৰত সকলো কামলৈ লগ লয় আৰু দেৱতা জ্ঞান কৰে, সেইবোৰ মানুহক তেওঁৰ এতিয়া লগ পাবলৈ বৰ টান হৈ পৰিছে। শীতলা বৰুৱাকতো ঘৰতেই পাবলৈ নোহোৱা হ'ল। ৰাতিহে এঘণ্টামান কথা পাতিবলৈ পোৱা যায। কথাবোৰ কিন্তু আগৰ দৰে মধুৰ নহয। সেইবোৰ বৰ গধূৰ। যেন শীতলা নহ'লে দেশৰ ভৱিষ্যৎ অতি অন্ধকাৰ।

— শীতলা, চকমকীয়া মানেই সোণ নহয়।

— ঠাট্টা নকৰিবা তোমাৰ লগতেই দেশৰ কাম কৰিম বুলি আহিলোঁ আৰু কামো কৰিছোঁ। তথাপি তুমি মোক ঠাট্টা কৰা।

– ঠিকেই কৰিছা' মই মাথোঁ কৈছোঁহে। মই ক্ষমতাত থাকোঁতে তোমাৰ কেনেকুৱা লাগিছিল ক'ব নোৱাৰোঁ, কিন্তু তুমি ক্ষমতাত থাকিলে মোৰ কেনেকুৱা লাগিব তাকেহে চাবলৈ ৰৈ আছোঁ। ক্ষমতা বৰ আচৰিত বস্তু।

সুবোধ বৰুৱাৰ এইখিনি কথা শীতলাই কাণ নকৰিলে। তেওঁৰ সময় নাই। মানুহবিলাকে তেওঁক বৰকৈ লাগিছে। ইমান মানুহক বিমুখ কৰিব নোৱাৰি। কিন্তু তেওঁ স্বামীৰ পৰা অকণো সহায় পোৱা নাই। তেখেতে আকৌ এতিযা নতুন কিতাপ এখন লিখাতহে হাত দিছে।

বৰুৱাৰ আকৌ সন্দেহ হৈ গ'ল। শীতলা ডাঙৰ মোহত পৰিছে। ক্ষমতাৰ মোহ, নিজক জাহিৰ কৰা মোহ। এই মোহ মানুহৰ স্বভাৱজাত। বোধকৰোঁ তিৰোতাৰ আৰু বেছি।

বৰুৱাই ক'লে— তুমি এইবোৰ ভেঁকো-ভাওনাৰ পৰা আঁতৰি থকাই মই ভাল দেখোঁ।

তেওঁ একো নামাতিলে।

বৰুৱাই আকৌ ক'লে— আদৰ্শক প্ৰাণ পণ কৰি ভাল নাপালে আদৰ্শৰ মৃত্যু ঘটে। তুমি ভুল কৰিছা। বোধকৰোঁ মোকো বুজিব পৰা নাই। তুমি মোৰ লগত নহাহেঁতেন, মই বহুত ভাল পালোঁহেঁতেন।

বৰুৱাই আচল কথাই কৈছে। তেখেতে এৰি অহা দলটোৱে যদি শীতলাক নিৰ্বাচনত থিয় কৰাব খোজে, তেনেহ'লে সেই দলৰ স্বাৰ্থ ৰক্ষা পৰে। সুবোধ বৰুৱাৰ নামতে শীতলা জিকিব। সুবোধ বৰুৱাৰ নাম বিপৰীত ধৰণেৰে প্ৰচাৰ হ'ব। এই শেষ চেষ্টাটোও সাধুতাক নিষ্পেষণ কৰাৰ বুদ্ধি।

* * *

ক্ষমতামত্তা শীতলাই বৰুৱাৰ কথাত প্ৰাধান্য নিদিয়া হ'ল। দুয়ো আগৰদৰে আৰু কথা-বতৰা নাপাতে। এতিযা ৰান্ধনি ল'ৰা এটাইহে দুযোকে ভাত ৰান্ধি দিয়ে। শীতলাক লগ পাবলৈ ভালেমান মানুহ আহে। যুদ্ধত বেপাৰ কৰি ধনী হোৱা মানুহ, মদ খাই বেহুঁচ হৈ বাটে বাটে পৰি থকা এক শ্ৰেণী ল'ৰা, কিছুমান মাৰোৱাৰী।

এদিন এখন ক্ৰুইক গাড়ীত জানকীৰাম ৰতনলাল কেঞাই আহি শীতলাৰ লগত গোপনে

কথা পাতিলে। দেখি সুবোধ বৰুৱাৰ খঙে চুলিৰ আগ পালেগৈ। যি শ্ৰেণীৰ মানুহৰ মুখ নেদেখোঁ বুলি তেখেত আহি গাঁৱত ঠাই লৈছেহি, সেই শ্ৰেণীৰ মানুহেই তেখেতৰ আশ্ৰমলৈ আহিছে কেৱল শীতলাৰ কাৰণেই।

তেওঁ শুনিবলৈ পালে— জানকীৰামে কৈছে— মাইজী এক লাখ খৰচ কৰিলেই হ'ব।

শীতলাই সুধিলে— কেনেকৈ?

— ধৰক, এইখন গাঁৱত ১০ টকাকৈ বহুত ভোট কিনিব পাৰি।

গাঁৱত ডেকা দলটোক ২০০ টকাৰ মদ।

থিয়েটাৰ হলত এক হেজাৰ।

স্কুলৰ কাৰণে দুহেজাৰ।

বৰুৱাই কাণ দুখন হেঁচি ধৰিলে। শীতলাও এনেকুৱা হ'ব পাৰে? এৰা, এই যুগত এয়েহে সম্ভৱ। নিশ্চয় এই যুগত তেখেতহে অসম্ভৱ— বহুতৰ মানত অদ্ভুত, এবনৰ্মেল।

জানকীৰাম ৰতনলাল যোৱাৰ পিছত সুবোধ বৰুৱা শীতলাৰ ওচৰত উগ্ৰমূৰ্তি লৈ থিয় দিলে আৰু ক'লে— তুমি কি কৰিব খুজিছা?

শীতলাই অকণো ভয় নকৰি ক'লে— এই সমষ্টিৰ পৰা মোকে ষ্টেণ্ড কৰাব খুজিছে। মই মতামত দি দিলোঁ।

— সেই কাৰণে মোৰ অপমান নহ'ল?

— নাই হোৱা অপমান। বৰঞ্চ তোমাৰ খ্যাতিহে বাঢ়িব।

ক্ষমতা আৰু সাময়িক মোহে শীতলাক ইমান আচ্ছন্ন কৰিছিল যে শেষৰ কথাখিনি বৰ নিৰ্ভীকভাৱেই ক'লে। সুবোধ বৰুৱাই আৰু কথা নক'লে। বুজাই আৰু লাভ নাই। কাৰণ গীতাত কৈছে— বুদ্ধিনাশৎ প্ৰণশ্যতি।

হয়তো শীতলাৰ নামত হেজাৰ হেজাৰ টকাৰ চেক আহিল। সুবোধ বৰুৱাই একো খবৰ নকৰিলে। গাঁৱত থকা কেইমাহৰ ভিতৰতে তেখেতে নিৰাসক্ত হ'বলৈ শিকি পেলালে। পিছ দিনাৰ পৰা সকলোৱে গম পালে যে ঋষিতুল্য সুবোধ বৰুৱাই মৌন ব্ৰত অৱলম্বন কৰিছে আৰু অনশনো কৰিছে। মৌন ব্ৰত লৈছে আত্মাক উন্নতি কৰি জনতাৰ ধমনীৰ স্পন্দন উপলব্ধি কৰিবৰ বাবে আৰু অনশন কৰিছে শীতলাৰ আত্মাৰ শুদ্ধিৰ উদ্দেশ্যে।

# নাটকীয়

— এনে দিন আহিব, কুলিয়ে কা কা কৰিব আৰু কাউৰীয়ে পঞ্চম ৰাগিণী তুলিব।

খেৰৰ জুমুঠিটো অলপ পৰ মাটিত থৈ মানুহটোৱে কঁকালৰ খোচনিৰ পৰা তামোল উলিযালে আৰু লগৰ মানুহটোকো দিলে। জুমুঠিটো এহাতে লৈ গামোচাখন ডিঙিত মেৰিযাই ল'লে। ইটো মানুহে ক'লে— এৰা, আমিও তেনে যেনেই পাইছোঁ।

মই পিছে পিছে আহি আছোঁ বুলি সিহঁতে ক'ব নোৱাৰে। সিহঁতৰ আলোচনা শুনিবলৈ বৰ মন গ'ল। জুমুঠি লোৱা মানুহটোৱে কলাফুলহালত তেল ঘঁহি আহিছে। তল ফালে বৈ অহা তেল অলপমান ওপৰফালে ঘঁহি ক'লে— কাউৰীয়ে যদি নিজৰ মাতটোক বৰগীত বুলি ভাবে, আমাৰ মাতটো তেনেহ'লে বৰগীতৰে আচলটো। একেবাৰে 'ধনচিৰি'।

ইটো মানুহে ক'লে— আৰু কাউৰীয়ে নিজক ইমান কুৰূপ বুলিও নাভাবে। ম'ৰা চৰাই বুলিহে ভাবে।

মই কথাখিনিত বৰ ৰগৰ পালোঁ। কলাফুলত তেল ঘঁহি লৈ ইহঁত নিশ্চয় মৰাপাট বখলিযাবলৈ যাব। এতিয়া ইহঁতে পাতিছে কাউৰী, কুলি আৰু ম'ৰা চৰাইৰ কথা। ইহঁত এনেকুৱা কোমল মনৰ হ'লে দেখোন গোৰোৱা মৰাপাটৰ তলৰ পানী শুকাই কৰকৰীযা মাৰিব। ইহঁত আটায়ে মোক চিনি পায। এইখন গাঁৱত মোৰ কাম কৰা প্ৰায় এবছৰেই হ'ল।

পিছফালৰ পৰা মাত দিলোঁ— ককাই, কিনো কুলিয়ে কা কা কৰাৰ কথা কৈছা?

এটাই পিছফালে চাই ক'লে— অ' 'গাৰাম' বাবু! আপুনি হ'বলা পিছে পিছে বাঘ চিকাৰীৰ দৰে আহি আছে।

— তেনেকৈ অহা নাই দিয়া। বেগেৰে আহি এতিয়াহে লগ হৈছোঁ। বোলোঁ কি ক'লা? কুলিযে কা কা কৰিব, কাউৰীয়ে পঞ্চম ৰাগিণী গাব?

জুমুঠি নোলোৱাটোৱে ক'লে— গাৰাম বাবু, (মানে গ্ৰাম-সেৱক) আপুনিতো চৰকাৰৰ মানুহ। তথাপি লিখা-পঢ়া জনা মানুহ কাৰণেই কওঁ। এই কেইবছৰ ভোজবাজী দেখি চকু থহ থহাই গৈছে। পৰভাত মৌজাদাৰে আকৌ এতিয়া ৰাগ-ৰাগিণীৰ কথা কয়। শংকৰদেউৰ তিথিত নাট এখন গোৱাৰ কথা সিহে কৈ ফুৰিছেহি। আমি তাজ্জুপ। মদপীযে চাগু-দানা খোৱাৰ দৰেই।

আচলতে মযো তাজ্জুপ। পৰ্‌ভাত মৌজাদাৰক মই নিচিনা নহয। গাঁৱৰ মানুহখিনিক তেওঁ বহতীযা গোলাম বুলিহে ভাবে। তেওঁৰ মানত ভাওনা-সবাহ, দৈত্যৰ মানত যাগ-যজ্ঞ। তেনেহ'লে এইবাৰ কথা বিষম। ভাওনা পাতিব লাগে বুলি ঘৰে ঘৰে ঘুৰিছে যেতিয়া কিবা এটা উদ্দেশ্য আছে।

হাইঠা মাটিত পৰিলেই দেশত দুৰ্যোগ।

তথাপি ক'লোঁ— শংকৰদেউৰ তিথিত ভাওনা-সবাহ পতা বৰ ভাল কথা। তোমালোকৰনো ওফোন্দ পাতিবৰ কি হ'ল?

জুমুঠি হাতত লোৱাটোৱে ক'লে— ভাওনা-সবাহৰ কথা কওক মোলোকাই সূত্ৰই, মাণিক সাতোলাই, সুগন্ধ গায়েনে। পিছে ভূতৰ মুখত ৰাম নাম কিয়?

ইটোৱেও যোগ দিলে— সি আকৌ মোক বুজায়— চিৰি গান্ধাৰ হেনো আটাইতকৈ ভাল ৰাগ। আমাৰ খোলৰ বোলতকৈ হেনো মণিপুৰী খোলৰ বোল বেয়া। ভাওনা-সবাহেই হেনো অসমীয়া মানুহক সৰগৰ গন্ধৰ্বৰ কৰি ৰাখিছে। নিশ্চয় এইবোৰ কথাত জেলেপীৰ পেঁচ আছে।

মই একো অভিমত নিদিলোঁ। আঁহ ফালি কথা ক'ব নোৱাৰি। সিহঁতৰ লগ এৰিলোঁ।

তিনি দিনৰ পিছত খবৰ পালোঁ, মৌজাদাৰে তিথিত ভাওনা পতাৰ কাৰণে এশ টকা দিম বুলি কথা দিছে। গাঁৱৰ মানুহো হেনো নামঘৰত আখৰা কৰিবলৈ গোট খায়। প্ৰতি দিনাই আখৰাত মৌজাদাৰেই সিধা দিযে। কথাটো শুনি সেই মৰা বখলিয়াবলৈ ওলোৱা মানুহ দুটাক লগ পাবলৈ ইচ্ছা হ'ল। ঘৰটো কোনখিনিত ক'ব নোৱাৰোঁ। কেনেকৈনো ক'ব পাৰিম? সিহঁতক প্ৰায়ে পথাৰত দেখোঁ। সিহঁত ককাই-ভাই নহয় যদিও দুয়োটা একেলগে পথাৰলৈ যায়। আবেলি মোক মৌজাদাৰে মাতি পঠালে। মই যাবলগীয়া হ'ল। মৌজাদাৰে ক'লে— তোমাক মই পৰহিৰে পৰা খবৰ কৰি আছোঁ' এতিয়া আমাৰ কথা হ'ল— শংকৰদেৱৰ তিথিত ভাওনাটো ডাঙৰকৈ পাতিব লাগিব। ওচৰৰ পাঁচখন গাঁৱৰ মানুহ মাতিব লাগিব। তুমিও আমাৰ এইবোৰ কামত হাত উজান দিব লাগিব। অৱশ্যে ইযো তোমাৰ কৰ্তব্যৰ ভিতৰত পৰে।

মই 'হয়' বুলি শলগাৰ প্ৰয়োজনবোধ নকৰিলোঁ। এইটো কামত সোমাই দীঘল দীঘল বক্তৃতা শুনি শুনি কাণ দুখনে বহুত সহ্য গুণ শিকিছে। শলাগি নগ'লেও যে মৌজাদাৰে আৰু বহুত কথা ক'ব, মই ভালকৈ জানো।

— পাৰুল, চাহ এটোপা তপতা, আই। আমাৰ দুয়োকে দুকাপ দে।

এইবাৰহে বিমোৰত পৰিলোঁ। তেখেতৰ ঘৰত চাহৰ হুকুম হ'লে সহজে উঠি অহা টান। কাৰণ মৌজাদাৰৰ জীয়াৰী পাৰুলে চাহ তপত নকৰে। কৰিব মুকুল মহৰীয়ে। সি অৱশ্যে সোনকালে তাৰ কাম কৰিব। কিন্তু নিজে চাহ কৰি আনিছে বুলি দেখুৱাবলৈ পাৰুলে চাহৰ পিয়লা থোৱা ফুলাম ফলিখন দহবাৰমান মচিব। ফলিখনৰ ওপৰত থোৱা ফুলাম কাপোৰখন আলম-বিলমকৈ পাৰিব। এইবোৰ কৰোঁতেই দহ মিনিট লাগিব। তাৰ আগতেও কিজানি পোছাক পিন্ধোতে আৰু মুখত বগা-বেঙুনীয়া ৰং লগাওঁতে পোন্ধৰ মিনিট যাব। পঁচিশ মিনিট বা আধা ঘণ্টাৰ পিছত তাই ৰূপকথাৰ পৰীৰ দৰে হালি-দুলি মুখত মিচিকি বিযপাই আৰম্বড়েৰে টেবুলত চাহ দুকাপ থ'ব। তেতিয়াও চাহত মুখ লগাব নোৱাৰি। চাহ দুকাপ থৈ অলপ বেঁকাকৈ থিয় হ'ব আৰু ভাগৰ লগাৰ দৰে কৰি ক'ব — খাওক। তেতিয়াহে খাব লাগিব। গতিকে আজি মৌজাদাৰে সহজে এৰি নিদিছে। সিফালে মোৰ বহুত কাম। বৰগছৰ তলৰ কেঁকুৰীটোৰ কাষতে হলধৰৰ ঘৰ। তাৰ নমহীয়া কেঁচুৱাটোৰ যাওঁ যাওঁ অৱস্থা। সিফালে ঘৈণীয়েকজনীও নিশকতীয়া। তাইৰ বুকুৰ গাখীৰ বুকুতে নাইকিয়া হৈ গৈছে। হলধৰকো খবৰ কৰিবলৈ যোৱা মোৰ কৰ্তব্য।

'মিক্সাৰ'ডাল পকাই বহল মুৰটো জুইশলাৰ কাঠিৰে খুচি খুচি মৌজাদাৰে ক'লে — বুজিছা, দেশত এতিয়া তোমালোকৰ দৰে ডেকা ল'ৰাৰ ওপৰত ভাৰ বেছি পৰিছে। গাঁৱৰ ভাল কৰাই আটাইতকৈ ডাঙৰ কৰ্তব্য। গাঁৱৰ মানুহক এতিয়া বুজাব লাগিব যে কেৱল ভাতমুঠি খাই জীয়াই থাকিলেই নহয়, ভালকৈ জীয়াই থাকিবলৈ হ'লে আমাক লাগে কৃষ্টি আৰু সভ্যতা। আৰু তাৰ গুৰি ধৰোঁতা হ'ল মহাপুৰুষ শংকৰদেৱ। তেখেতৰ আদৰ্শৰেই আমি গাঁওবোৰ এক গোট কৰিব লাগিব। শক্তিশালী কৰিব লাগিব।

মই এনেয়ে মুখখন লৈ বহি থাকিবলৈ পাই ক'লোঁ— হয়, উচিত কথাই কৈছে।

কিন্তু মোৰ এষাৰ কথা বৰকৈ মনত পৰিছিল। ক'বলৈ মনটো উচপিচাই আছিল। প্ৰভাত মৌজাদাৰৰ সমান জোৰৰ মানুহ হোৱা হ'লে ক'লোঁহেঁতেন— সবাতোকৈ ডাঙৰ হৰি কথা, তাতকৈ ডাঙৰ চাউল কথা।

গভীৰ প্ৰবন্ধ এটা পটি যোৱাৰ ভংগীত মৌজাদাৰে কৈ গ'ল— উচিত কথা হয। সকলোৱে মানিব। কিন্তু আমি কৰিছোঁ কি? যি শংকৰী কলা-কৃষ্টিয়ে সৰ্বভাৰতীয় স্বীকৃতি পাইছিল, সেইবোৰ আপুৰুগীয়া বস্তুৰ অৱস্থা আমি কি কৰিছোঁ? সকলো চৰ্চা এৰি পেলাইছোঁ। যি এই বিষয়ত হাত দিছে, তেওঁলোকেও সাধনা কৰা নাই। বৰদোৱাৰ সুৰৰ লগত হালধিআটীৰ সুৰ মিহলি হৈ বৰগীতৰ সুৰ কিবা হৈ পৰিছে। খোলৰ বোলতো সেইদৰে চাপৰ কম-বেছি হৈ তালৰ লগত নিমিলা হৈছে।

এইদৰে আৰু অলপ পৰ ক'লে। তাৰ সাৰাংশ হ'ল, তেখেতে মৌজাটো মাজু পুতেকৰ হাতত গতাই দি নিজে এইবোৰ কামত উঠি-পৰি লাগিবলৈ ঠিক কৰিছে। শংকৰদেউৰ তিথিত ভাওনাখন ভালকৈয়ে পাতিব লাগিব। এই চাৰি-পাঁচ বছৰমানৰ পৰা এইবোৰ কামলৈ ৰাইজে পিঠি দিয়া দেখি তেখেতৰ বৰ দুখ। কিন্তু এসময়ত হেনো এইখন গাঁও ভাওনাৰ কাৰণে বিখ্যাত আছিল।

পাৰুলে সাজি-কাচি চাহ দিলেহি। দেউতাক কথাত ব্যস্ত দেখি খাওক বুলি ক'বলৈ সুবিধা নাপালে। তাই যোৱাৰ পিছত চাহৰ কাপত মুখ দিলোঁ।

তেখেতে সুধিলে— তুমি ভাও-চাও ল'ব পাৰানে নোৱাৰা?

মই ক'লোঁ— তেনেকৈ নোৱাৰোঁ। কিন্তু ভালকৈ খোল বজাব পাৰোঁ বুলি ভালেমানে কয।

— বেছ কথা, এইবোৰ চৰ্চা থকা ভাল। অনভ্যাসে হতা বিদ্যা। আজিৰ পৰা তুমি আখৰালৈ আহিব লাগিব। সকলোৱেই আহি ভাওনাখন ভাল কৰিব লাগিব। আমাৰ গাঁৱৰ পুৰণি নাম-যশ ঘূৰাই পাব লাগিব। কি কোৱা?

— ঠিকেই কৈছে। আপোনালোকৰ দৰে মানুহ লাগিছে যেতিয়া কিয় গাঁৱৰ নাম-যশ নহ'ব?

মৌজাদাৰৰ ঘৰৰ পৰা আহিলোঁ। ভাবিলোঁ, আখৰালৈ আজিৰ পৰা যাম। সময়টো কটাই ভাল লাগিব। মানুহৰ লগত বেছিকৈ মিলিবলৈ সুচল ওলাব।

*    *    *

নামঘৰত মোলোকাই সূত্ৰই নাট মেলি বহি আছে। বাৰটামান মানুহ গোট খাইছে। মযো গৈ ওলালোঁ। মৌজাদাৰ অহা নাই। আজি কিন্তু সকলো মানুহ অহাৰ কথা।

মই সুধিলোঁ— নাটখননো কি?

সূত্ৰধাৰীযে ক'লে— হংসযজ্ঞ।

মহাভাৰতৰ কোনখিনিত হংসযজ্ঞৰ কথা আছে এবাৰ মনত পেলাই চালোঁ। মনত নপৰিল। আমাৰ ফালে গাঁৱত এনেকুৱা নাট নাগায। মহাপুৰুষৰ তিথিত তেখেতে লিখা নাটৰহে ভাওনা পাতে।

নামঘৰটো ঘোপ মৰা। মিঠাতেলৰ চাকিৰ ক্ষীণ পোহৰতে ওচৰৰ বাঁহতলীৰ মহবোৰে আহি উৎসৱ পাতিছেহি। সিহঁতৰ উৎপাতত অকণো ৰক্ষা পোৱা নাই। দুটামানে পৰিতালৰ ঘাত এটা জুৰিলে। একুট গীতো গোৱা হ'ল। হৰিৰ নামৰ মহিমা শুনি ভূত-প্ৰেতৰ দৰে মহ নপলাল, ভক্তৰ তেজ পিবলৈ আনন্দত নচা-বগা কৰিবলৈ লাগিল। এঘণ্টা মহৰ কামোৰ খাই বহি থাকিলোঁ। এতিয়াও মানুহ অহা নাই। মানুহবোৰৰ একোলৈকে উৎসাহ নোহোৱা হ'ল। যিকেইজন বুঢ়া গোট খাইছে তেওঁলোকো আহিছে পুণ্য আৰ্জিবলৈ। নামঘৰত সেৱা এটি কৰি হৰিনামৰ মহিমা কীৰ্তন কৰি সিপুৰীত এখন আছুতীয়া আসন পাবলৈ। কিন্তু তেওঁলোকৰ ভাওনাৰ নচা-বগা, ভাল ভংগীৰে বচন মাতি ভাওনা ভাল কৰা আদি কথাত অকণো উৎসাহ নাই।

অৱশেষত মৌজাদাৰ ওলালহি। তেওঁ ক'লে— খোলৰ মাত শুনি ভাবিছিলোঁ বহুত ৰাইজ গোট খাইছে। পিছে নামঘৰ ৰিঙা। উস্ ৰাম, এই মানুহবিলাকৰ আৰু সজ কথালৈ মতি-গতি নহ'ব। চহৰতো দেখিলোঁ খ্ৰীষ্টীযানবোৰ সদায গিৰ্জালৈ যায, মুছলমানবোৰো মছজিদলৈ যায। আমাৰবোৰকহে নতুন বতাহে পাইছে।

সূত্ৰই মাত লগালে— এই ডেকাবাহে বেয়ালৈ বুলি আগলি কাটিছে, মৌজাদাৰ দেউতা।

কান্ধত খোল লৈ থকাটোৱে তাকে সমৰ্থন কৰিলে।

মৌজাদাৰে ক'লে— পিছে এতিয়া কি কৰাইক?

সূত্ৰই ক'লে— এইকেইটা মানুহেৰে কি হ'ব দেউতা, মৰিশালিলৈ ইয়াতকৈ বেছি মানুহ যায়।

— হ'ব দিয়া। ইমান হতাশ হৈছা কিয? সকলোৱে খবৰ পোৱা নাই যেন পাইছোঁ। গায়ন আহিলনে নাই?

এজনে ক'লে— গায়ন নাহে। মোক কৈছে, তেওঁৰ ঘৰ উৰুষিছে। উদৰীত খেৰ কাটিবলৈ গ'ল। এসপ্তাহ অহাই নাই।

— হৰিশিঙাৰ কি হ'ল?

আন এজনে ক'লে— তেৰোঁ অহাৰ আশা নাই। তেওঁ পাইপ লাইনৰ কোম্পানীত কাম বিচাৰি ফুৰিছে।

তথাপি মৌজাদাৰ হতাশ নহ'ল। আকৌ ভু ল'লে— সেই যে খুব ভালকৈ গোসাঁই ভাও লয, এস্ নামটো কি, অ' মনত পৰিছে— মুকুতা। সি কিয় নাহে?

— সি দেউতা, লালীযা কেএ্ৰাৰ দোকানত গোমোচ্দাৰ সোমাইছে। আজৰিকে নাপায়।

মৌজাদাৰে আৰু খবৰ লৈ জানিলে যে অৰ্জুন আৰু পুৰঞ্জয়ৰ ভাও দি সকলোৱে প্ৰশংসা পোৱা মহিম আৰু বসন্তও গাঁৱত নাই। সিহঁত কোম্পানী এটাত ডি ডি টি ছটিয়াই ফুৰা কামত সোমাল।

মৌজাদাৰক অলপ বিচলিত দেখা গ'ল। ক'লে— এই কোম্পানীবোৰে মানুহক বলিয়া কৰিলে। সেইবুলি গাঁৱত মানুহ নোহোৱা হ'লনে? নল মৰিলেও গজালি ওলায়, কেঁকুৰা ধানৰ শুংটো গুচাই সিঁচি দিলেও পিছৰ বছৰ শুঙেৰে সৈতে থোক ওলায। কি কোৱা সূত্ৰ?

— হয় দেউতা। শিকালে সকলোৱে পাৰিব। মনিচৰ অসাইধ কি আছে?

এজনে পৰামৰ্শৰ সুৰত ক'লে— দেউতা, কাইলৈ ঘৰে ঘৰে খবৰ দিওৱা হওক। তেতিয়াহে সকলো জনা যাব।

সেয়ে সিদ্ধান্ত হ'ল। মানুহ মতাৰ বাব মোৰ ওপৰতো পৰিল। ঘৰে ঘৰে কৈহে গ'লোঁ। কিন্তু কোনেও বেছি আগ্ৰহ নেদেখুৱালে। সেই জুমুঠি লৈ মৰা বখলিয়াবলৈ যোৱা মানুহটোক কওঁতে সি মোক ওভতাই কিবাকিবি ক'লে।

— আপুনি গাৱাম বাবু হৈ এইবোৰ কি কৰি ফুৰিছে? মানুহৰ ঘৰে ঘৰে কি বিপদ আপুনি জানো জানে? ভাওনা পাতিলে জানো মৌজাদাৰে সিহঁতক ভোকৰ ভাতমুঠি দিব?

মই একো নক'লোঁ। কাৰণ এই ভাদ মাহটোত গাঁৱৰ অৱস্থা দেখিলে কোনেও দুখ নকৰি নোৱাৰে। ভালেমান মানুহৰ ভঁৰালত ধান নাই। ভালেমানৰ সলাই পিন্ধিবলৈ দুখনকৈ চুৰিয়া নাই। অভাৱে সিহঁতৰ মন শুকান কলপটুৱাৰ দৰে কৰিছে।

*　*　*

তথাপি পিছদিনা একুৰি মানুহ গোট খালে। মৌজাদাৰৰ বৰ আনন্দ।

তেখেতে সুধিলে— বচনবোৰ লিখা হ'লনে?

সূত্ৰধাৰীয়ে ক'লে— নাই হোৱা। পিছে সেইবোৰ ভাৱৰীযাই লিখি লিখি ল'ব। লিখিব-পঢ়িব নজনাবোৰে সদায় আখৰা কৰিযেই মুখস্থ কৰিব পাৰিব। আজি ভাও বিলালেই হ'ল।

ভাও বিলাবলৈ বৰ টান হৈ পৰিল। পুৰণা ভাৱৰীযা এটাও অহা নাই। আহিছে কাম-কাজ নকৰা কেইটামান ধিটিঙা ডেকা। গতিকে নতুন মানুহকে প্ৰাযবোৰ ভাও দিয়া হ'ল। এতিযা লেঠা লাগিল হংসধ্বজ ৰজাৰ ভাওটোক লৈ। এইটো ভাও নতুন মানুহক দিব নোৱাৰি। মুক্তাৱলী, পযাৰ, বিলাপ এই সকলোবিলাকেই হংসধ্বজে মাতিব লাগে। নাটখনৰ মূল ভাও হংসধ্বজহে। নতুন মানুহক দিলে শংকৰদেৱৰ তিথিত ভাওনা পতা নহ'ব। ইমান সোনকালে শিকিব নোৱাৰিব। এইটো অঞ্চলত হংসধ্বজৰ ভাও কৰিব পৰা মানুহ এটাহে আছে। মানুহটো হ'ল বনমালী। সি আজি অহা নাই। তাক দুবাৰ খবৰ কৰিলে। সি কিন্তু নাহোঁ বুলি ক'লে। ৰাইজেই ৰজা। সেই ৰাইজলৈ সি কেৰেপ নকৰে।

— মতি, তই বনমালীৰ তালৈ গৈছিলি নহয়?

— গৈছিলোঁ বনমালীয়ে মোক চুই কিলাবলৈহে বাকী থ'লে।

মতি বোলা ল'ৰাটোৱে উত্তৰ দিলে। মৌজাদাৰ গৰ্জি উঠিল। বনমালীৰ ইমান সাহ। এতিযাও তাৰ দুবছৰৰ খাজনা দিবলৈ বাকী।

— তাৰ ঘৰ কোৰোক দিযাম। সি ৰাইজতকৈ ডাঙৰ হ'ল। সি আমাক পানীয়ে মৰা বাও বুলি ভাবিছে নেকি?

ৰাইজৰ এজনে ক'লে— আপুনি এতিযা ইমান খং দেখুৱালে আমাৰ কাম নিসিজে। লাগে পিছতো কোৰোক দিয়ক। এতিয়া তাক জোকাই ল'লে সৰ্বনাশ হ'ব। হংসধ্বজৰ ভাও তাৰ বাহিৰে কোনেও কৰিব নোৱাৰে।

খং নামে চণ্ডাল বুলি জানি মৌজাদাৰ অনুতাপত ছাই হৈ গ'ল। ৰাইজৰ মাজত বনমালীৰ কথা ওলাল। স্বৰাজ পোৱাৰ বছৰ বাৰ খেলৰ ভাওনা হৈছিল। বনমালীয়ে হংসধ্বজৰ ভাও লৈছিল। সি বৰ চাহাবৰ পৰা এটা সোণৰ মেডেল পাইছিল। ভাও শেষ হোৱাৰ পিছত কৰচুঙৰ সত্ৰাধিকাৰে ভাও

দেখি সন্তোষ পাই মূৰত ধৰি আশীৰ্বাদ দিছিল— বোপাই, তোৰ ৰজাৰ দৰে ধন-সোণ হওক। ঈশ্বৰে তোক চকু মেলি চাওক। এতিয়াও হংসধ্বজৰ ভাওটো ৰাইজৰ নমৰে মানে মনত থাকিব। এইটো ভাওতকৈ সুধনাৰহে বচন বেছি। কিন্তু ভাও দিব জানে কাৰণে হংসধ্বজৰ ভাওত বনমালীয়েহে সকলোকে চেৰ পেলায়।

মোলোকাই সূত্ৰৰ সেই ভাওনাখনৰ কথা মনত পৰাত মনটো বৰ কোমল হৈ পৰিল কিজানি। তেওঁ ক'লে— বনমালীৰ মগজটো বৰ পৰিষ্কাৰ। ভাওৰ সময় পৰিলেই কথাবোৰ তপ্‌তপ্ কৰে মনত পৰে। যেতিয়া ৰাজসূয় যজ্ঞৰ ঘোঁৰা ধৰি অনা হ'ল, তেতিয়া হংসধ্বজৰ বীৰৰ বচন শুনি সমজুৱা নিতাল মাৰে। সি বনমালী সঁচাকৈয়ে নিজকে পাহৰি হংসধ্বজ হৈ পৰে। সেই মুখ দেখি ল'ৰা-ছোৱালী ভয়তে পেপুৱা লাগে।

আন কেইজনমানেও বনমালীৰ ভাও দিয়াৰ কথা উলিয়ালে। সেই ভাওনা নেদেখাবোৰে ৰূপকথাৰ আশ্চৰ্য অনুভৱ কৰিলে। অৰ্জুনৰ ভাও এইবাৰ পাইছে কণল'ৰাই। তাৰ এইবোৰ শুনি বৰ উৎসাহ।

সি সুধিলে— সূত্ৰকাই, বনমালীয়ে আটাইতকৈ কোনখিনিত ভাল কৰে? পুতেক সুধনাক তপত তেলত দিয়াৰ সময়ত নে যুদ্ধত শত্ৰুৰ সন্মুখা-সন্মুখী হোৱাৰ সময়ত।

সূত্ৰই ক'লে— তপত তেলত দিয়াৰ সমযত। যুদ্ধ আৰম্ভ হ'ল। সুধনা হ'ল আচল যোদ্ধা। বাহিৰত সেনাৰ কোলাহল। অথচ সুধনা অন্তেষপুৰৰ পৰা ওলোৱা নাই। দেৰি হৈ গৈছে। সেই সময়ত হংসধ্বজ ৰজাৰ মনৰ ব্যাকুল অৱস্থা বনমালীয়েহে মাথোঁ দেখুৱাব পাৰে। সেই সুধনা ৰাজসভালৈ আহিল, তেতিয়া হংসধ্বজৰ গৰ্জনি কি শুনিব? বনমালীৰ মাতত নামঘৰৰ মুধচ উফৰি পৰিব খোজে। যেতিয়া যুঁজলৈ বিলম্ব কৰাৰ কাৰণে সুধনাক তপত তেলত ডুবাই মৰাৰ কথা ওলাল আৰু তপত তেলত সুধনাৰ বহিবলৈ হুকুম হ'ল, তেতিয়া ৰাইজৰ মাজত ইস্ ইস্ আস্ আস্ লাগিল। সকলোৰে দুখ কিন্তু সেই সমযত হংসধ্বজে যেনেকৈ কাঠচিতীয়া ভাব দেখুৱায়, সেইখিনিহে চাবলগীয়া। তাৰ চকু দেখিয়েই বুকু লৰি যায়। এনে ভাবৰীয়া আৰু নুপজিব।

মৌজাদাৰেও কথাবোৰ শুনি গ'ল। বোধকৰোঁ, বনমালীৰ গুণ শুনি তেখেতৰ মনটো কুমলি পৰিল। তেখেতে ক'লে— ইমান ভাল ভাৱৰীয়াটোনো আখৰা চলি থাকোঁতেও ঘৰত বহি থাকিব পাৰেনে? তাহানিয়ে হাইস্কুলত পঢ়োঁতে টুৰ্ণামেণ্টত খেলিছিলোঁ। এতিয়া ফুটবল খেলা দেখিলেই হাত-ভৰি কটকটাই থাকে।

দুটামানে তাকে শুনি হাঁহিলে। বোধকৰোঁ মৌজাদাৰেও যে এদিন ফুটবল খেলিছিল এই কথাটো জানি আমোদ পালে।

এটাই ক'লে— বনমালী বৰ অঁকৰা। নাহোঁ বুলিছে যেতিয়া সি নাহে। অঁকৰা মৈৰ পৰা নানামে।

মৌজাদাৰে ক'লে— সিনো ইমান মইবৰ নে? বাৰু, ময়ে সৰু হওঁ সিয়ে ডাঙৰ হওক। ময়ে কাইলৈ তাৰ ঘৰলৈ যাম। এতিয়া মই ৰাইজক কওঁ, আজিৰ পৰা ভালকৈ আখৰা হওক। বনমালী হংসধ্বজ হ'বই লাগিব। একো চিন্তা কৰিব নালাগে।

সেইদিনা আখৰা শেষ হ'ল। যাবৰ সময়ত মৌজাদাৰে মোক সুধিলে— তোমাৰ বনমালীৰ

লগত চিনাকি আছেনে?

মই ক'লোঁ — চিনাকি আছে। পিছে বৰকৈ কথা-বতৰা নাই। তাৰ বাৰ বছৰীয়ামান ল'ৰাটোৱে মোক এপোৱাকৈ গাখীৰ দি আছিল। এই দুদিন সিও অহা নাই।

তেখেতে ক'লে— তেনেহ'লে তুমি এটা কাম কৰা। কাইলৈ দহোটামান বজাত তুমি বনমালীৰ তালৈ যাবা। তুমি গৈ অকণমান পৰ থকাৰ পিছতে মই ওলামগৈ। আগতে গৈ তুমি ভাও লোৱাৰ কথা কৈ থাকিবা। পিছত দুযো জোৰ কৰিম।

সেই মতেই মই বনমালীৰ ঘৰ পালোঁগৈ। সি বহিবলৈ দিলে। মই সুধিলোঁ— ই জগত ক'লৈ গ'ল? এই দুদিন সি গাখীৰ দিয়া নাই। গৰুৱে পিযন চাৰিলে নেকি?

— গাখীৰ ওলাইছে। সি নাই কাৰণেহে আপোনাক গাখীৰ দিব পৰা নাই। দৈ কৰি থৈছোঁ। মঙলবৰীয়া হাটত বেচিমগৈ।

— গাখীৰনো ওলায় কিমান?

— এপোৱা তাকো নেবেচিলে নহয়। ঘৰত গেৰেলা-গেৰেলি এসোপা ল'ৰা-ছোৱালী আছে। সিহঁতৰ মুখৰ গাখীৰ কাটিও বেচিব লাগে। নহ'লে জোৰা নমৰে।

এইখিনি কথা ইমান নম্ৰ হৈ ক'লে যে মোৰ বিশ্বাস নহ'ল— এইটো মানুহে হংসধ্বজৰ ভাও লৈ নামঘৰ তালফাল লগাব পাৰে। তাৰ কথাবোৰত অকণো উত্তাপ নাই। দাৰিদ্ৰ্যই স্পষ্ট মাতটো ৰোধ কৰিছে। মোৰ বৰ বেয়া লাগি গ'ল। ঘৰটো লক্ষ্য কৰিলোঁ, বনমালীয়ে পিন্ধি থকা চুৰিয়াখনৰ দৰে তাপলি মৰা। মাজে মাজে ভুমুকি মৰা ল'ৰা-ছোৱালীকেইটি দেখি অনুমান হ'ল— সিহঁতে যেন কেৱল হাড লৈহে উপজিছিল। এনে অৱস্থা দেখি হংসধ্বজৰ ভাও দিয়াৰ কথা উনুকিয়াব নোৱাৰিলোঁ। মাথোঁ সুধিলোঁ— জগত নাই বুলি যে ক'লে সি ক'ৰবালৈ পলাই-চলাই গ'ল নেকি? আজিকালিৰহে যি ল'ৰা-ছোৱালী।

— পলাই ক'লৈ যাব? সি তেনেকুৱা ল'ৰা নহয়। বৰ ভাল ল'ৰা। মইহে তাৰ মূৰ খাইছোঁ। মই বাপেকী হৈ তাৰ ৰং চাইছোঁ।

মই একো বুজিব নোৱাৰিলোঁ। জগতৰ কথা কৈ মানুহটোক বেছিকৈ দুখ দিয়া যেন লাগিল। বনমালীয়ে মোৰ কৌতূহলটো বুজি পাই আকৌ ক'লে— আপোনাক আঁতৰৰ মানুহ বুলিযেই মই জগতৰ কথা নাই কোৱা বুলি নাভাবিব। গএৱাক নক'লেও আপোনাক ক'ব পাৰোঁ। কিন্তু নকওঁ। মই বাপেকীটো হৈ সেই কথা ক'বলৈকেও গলৰ পৰা কথা নোলায়। মই সাতোলা ঘৰৰ মান-সন্মানৰ মূৰ খাইছোঁ।

বনমালীৰ মাতটো থোকাথুকি হ'ল। শেষৰখিনি কথাই মোক বেছি বিমোৰত পেলালে। জগতক ভাল ল'ৰাও বুলি কৈছে। তাৰ কাৰণে সাতোলা ঘৰৰ মান-সন্মানৰ মূৰ খোৱাৰ কথাও কৈছে। কথাবোৰে বেছিকৈ সাঁথৰৰ পেঁচ লৈছে।

পদূলিমুখত মৌজাদাৰৰ কাহৰ শব্দ শুনা গ'ল। 'মিক্সাৰ' খোৱা মানুহৰ কাহ শুনিলে ধৰিব পাৰি। গাঁৱত 'মিক্সাৰ' এজনেহে খায়। বাকীবোৰে চলত পালে ধোঁৱাখোৱা খায়, বিড়ি খায় নাইবা মান চেধা খায়।

মৌজাদাৰে মাত দিলে— বনমালী আছানেঁ?

আছোঁ দেউতা বুলি কৈ বনমালীয়ে দুখৰি পীৰা এডোখৰ আগবঢ়াই দিলে। মোক দেখি মৌজাদাৰে ক'লে— অ' তুমিও।

মই মাথোঁ মুখলৈ চাই পৰিচিত ভংগীত মুখখন অলপ আকাৰত সুকীয়া কৰি দেখুৱালোঁ।

মৌজাদাৰে একো ক'বলৈ নৌপাওঁতেই বনমালীয়ে কাবৌ-কোকালি কৰি ক'লে— দেউতা, এইবাৰলৈ চকু মেলি চাওক। চবকা বেমাৰত গৰু এটা মৰিল। এটা কিনিবলৈ ধন নোহোৱাত মাটি চন পৰিল। এতিয়া খাবলৈকে একো যোত্ৰ নাই। এইবাৰলৈ কোৰোক নিদিব। এই মাহৰ পৰা মই মাহে মাহে খেজেনাৰ কিস্তি দি যাম।

খাবলৈ যাৰ ভাত নাই সি কেনেকৈ মাহে মাহে খাজনা দিব? সিও এক সাঁথৰ। মৌজাদাৰে কিন্তু সদয় মুখেৰে হাঁহি ক'লে— তুমি মোক এইবোৰ কি কৈছা, বনমালী? মোৰ মাজু ল'ৰাইহে মৌজা চলায়। মৌজাও তাৰ নামতে।

— তেনেহ'লে তেওঁকে ক'ব, দেউতা এই মাহত যাতে কোৰোক-চোৰোক নিদিয়ে। মোৰ ল'ৰাটোৱে ঘটিব পৰা হৈছে। খেজেনা লাহে লাহে দিব পাৰিম।

কোন ল'ৰাই ঘটিব পৰা হৈছে, মৌজাদাৰে একো নুসুধিলে। কাৰণ বাৰবছৰীয়া জগতক মৌজাদাৰে চিনি পোৱাটো অসম্ভৱ। ঘটিব পৰা হৈছে যেতিয়া ভাল কথা বুলি কৈ তেখেতে ভাওনাৰ কথা উলিয়ালে, বনমালীৰ গুণ গালে আৰু এইবাৰ বনমালীক হংসধ্বজৰ ভাও ল'বলৈ অনুৰোধ কৰিলে। শুনিযেই বনমালী এটা বেলেগ মানুহ হৈ পৰিল। চকুৰ দৃষ্টি প্ৰতিশোধপৰায়ণ সাপৰ দৰে। সি ঢৰাখনৰ পৰা ঘপহ কৰে থিয় হ'ল আৰু ক'লে— দেউতা, ৰাইজে কৈছে যেতিয়া মই আখৰালৈ যাব পাৰোঁ, ভাওও ল'ব পাৰোঁ। সেইবুলি মোক ফাঁচীশালত তুলিলেও হংসধ্বজৰ ভাও ল'ব নোৱাৰোঁ। নিজৰ ল'ৰাক তপত তেলত দিও যি বাপেকী হৈ চাই থাকিব পাৰে সেই পাতকী বাপেকীৰ ভাও মই ল'ব নোৱাৰোঁ। এদিন সেই ভাও লৈছিলোঁ কাৰণে আজি মই পাপত ডুবিছোঁ। ঘৰৰ উপাৰ্জনৰ কাৰণে নিজৰ কুমলীয়া ল'ৰাটিক চাকৰ খাটিবলৈ পঠাইছোঁ। সাতোলা বংশৰ নাম ডুবাইছোঁ। জগতক মই তপত তেলত দি ৰং চাইছোঁ। মই কোন সতেৰে হংসধ্বজৰ ভাও লৈ সুধনাক শাস্তি দিওঁ?

ইমানখিনি কথা একে উশাহেৰে কোৱা যেন লাগিল। কৈ বনমালীয়ে বেৰত মূৰটো হলাই ঘন ঘনকৈ উশাহ ল'লে। এটা দীঘল হুমুনিয়াহ কাঢ়িলে। মৌজাদাৰে মাথোঁ ক'লে— বাৰু এবাৰ আখৰালৈকে যাবাচোন। জনা-শুনা মানুহ যেতিয়া অলপ শিকাই-বুজাই দিবা।

বনমালীয়ে কি কয় শুনিবলৈ ৰৈ নাথাকি মৌজাদাৰ ওলাই আহিল। ময়ো লগতে আহিলোঁ। মই মৌজাদাৰৰ মুখলৈ বাৰে বাৰে চালোঁ। তেখেত অযথা গহীন। তেওঁ পাঞ্জাবী চোলাৰ জেপলৈ হাতখন নিয়া দেখিলোঁ। জেপটো কিছুমান কাগজেৰে ঠাহ খোৱা। ভাবিলোঁ, কিজানি নাটখন নতুবা খাজানা আদায় কৰা ৰচিদ। কিন্তু মোৰ সকলো অনুমান ভুল। তেখেতে কাগজখিনি জেপৰ পৰা উলিয়াই এবাৰ লুটিয়াই চালে। সেইবোৰ ছপা আখৰৰ কাগজ। বহুত অখ্যাত মানুহৰ নামে ছপা আখৰত স্বীকৃতি পাইছে ভোটাৰ লিষ্টৰূপে। তাৰ কাষে কাষে হাতে লিখা কিছুমান হিচাপ। বোধকৰোঁ ভোট পোৱাৰ আনুমানিক সংখ্যা। সাত মাহৰ আগতে এই লিষ্টবোৰ তেখেতৰ হাতত দেখি আচৰিত হ'লোঁ। বোধকৰোঁ সিবাৰেই আনি থোৱা লিষ্ট। অতিকৈ আচৰিত হ'লোঁ তেখেতে যেতিয়া মোৰ আগতেই তৎমুহূৰ্তেই সেই লিষ্টবোৰ টুকুৰা-টুকুৰ কৰি ফালি পেলালে।

# দৈন্য

কথাতে কয় বোলে বেয়া দিন যেতিয়া আহে পুৰি লোৱা মাছটোও সাঁতুৰি গুচি যায়। শ্ৰীবৎস ৰজাক শনিয়ে পোৱাত ৰাজ্য গ'ল, ধন-সম্পত্তি গ'ল, শনি গ্ৰহত অথন্তৰ দূৰ হ'ব বুলি কোনোৱে ক'লে বোলে এটা পোৰা মাছ খালে সকলো বিপদৰ ওৰ পৰিব। কিন্তু কি দুৰ্কপাল! ৰাণীয়ে মাছটোৰ ছাই গুচাবলৈ পানীত ধোওঁতেই মাছ জী উঠি সাঁতুৰি আঁতৰি গ'ল। সেই দিনাৰ পৰা বিপদে বেছিকৈহে মেৰিয়াই ধৰিলে।

ৰাতুল কেৰাণীৰো এই মাহ অতি বেয়া দিন। মাহটোত কিবা এটা নহয় এটা বিপদ আছেই। যদি ঘৰখনত শনিয়ে বাহ লোৱা নাই তেনেহ'লে পাৰ চৰাইকেইটাই কেতিয়াও ঘৰ নেৰাকৈ নাথাকে। পোনতে সাতোটা পাৰ চৰাই আছিল। দুমাহৰ পিছতে তিনিটা নোহোৱা হ'ল। সেই মাহটোতে মণ্টুৰ মাকৰ কাষলতিৰ চেপত নাৰেঙা এটা হ'ল। বিষত তত নাই। চিৰিঙতি পৰা বিষত মানুহজনীৰ সাত দিনমান থৰ-কাচুটি হেৰাইছিল। ৰাতুলে এমাহ নিজে ভাত ৰান্ধি মণ্টুক খুৱাইছিল, ঘৈণীয়েকক খুৱাইছিল আৰু নিজে এমুঠি নাকে-কাণে গুজি অফিচ কৰিছিল। ঘৈণীয়েক মাইচাৰ নাৰেঙাটোত ভালেমান মলম লগালে। পোন্ধৰ টকামান হ'ল। শেষত বাৰুকৈ ডাক্তৰ লগোৱাত পাঁচ লাখ পেনিচিলিনৰ বেজী এটা দিয়াত নাৰেঙা শুকাই টোটোৱা পৰিল। ৰাতুলে স্বস্তিৰ নিশ্বাস ল'লে। কিন্তু পিছৰ মাহ বৰ জোৰা মাৰি চলিব লগা হ'ল। মাইচাৰ অসুখত প্ৰায় একুৰি পাঁচ টকামান খৰচ হৈছিল। আঠানব্বৈ টকা আঠ অনা দৰমহা পাই পৰিয়াল পুহিবলগীয়া কেৰাণী এটাই এমাহত পঁচিশ টকা খৰচ কৰা কম কথা নহয়। গেলামালৰ দোকানত এতিয়াও ঊনৈশ টকা বাকী আছে। তদুপৰি পুতেক মণ্টুৰ পোছাকযোৰত তাপলি পৰিছে। আৰু এযোৰ নিকিনিলেও তাক এফালে ফুৰিবলৈ নিব নোৱাৰি। 'কোকোলা' তেলৰ বদলি মিঠাতেল ঘঁহোতে মাইচাৰ চুলি ৰঙামুৰীয়া পৰিছে।

এটা কথাত ৰাতুলৰ মনটো মৰি গ'ল। পাঁচটা পাৰৰ আৰু দুটা উৰি গ'ল। সঁচাকৈয়ে তাৰ বেয়া দিন আহিছে। তাৰ মনত পৰিল অনুপ মৌজাদাৰৰ কথা। মৌজাদাৰৰ টিনৰ বঙলাটোত দুশমান পাৰই দপ্‌দপাই থাকে। কিন্তু তিনি মাহৰ ভিতৰতে গোটেইখিনি পাৰই ঘৰ এৰিলে। নিমাত বস্তু বৰ সৰবজান। প্ৰতিটো পাৰই ঘৰ এৰাৰ সময়ত জানিছিল যে মৌজাদাৰৰ অৱস্থা কি হ'ব। সেই কেইমাহতে মৌজাদাৰৰ যি অৱস্থা! কিস্তি শোধাব নোৱাৰ বাবে মৌজা গ'ল। কলেজত পঢ়া ডাঙৰ ল'ৰাটোৰো সন্নিপাত জ্বৰত যোৱা-খোৱা অৱস্থা হৈছিল। তেনেহ'লে ৰাতুলৰো তেনে এটা দিন আহিছে। হালধিআটীৰ গণক বাপুৱে ক'লে বোলে ব'হাগলৈকে তাক বিপদে নেৰে। তেনেহ'লে গণক বাপুৰো গণনাৰ জোৰ কম নহয়। নহ'লেনো এই মাহতো আৰু দুটা বিপদ হ'ব লাগেনে? তিনি মাহৰ ইলেক্‌ট্ৰিকৰ বিল পৰি আছে। একুৰি দুটকা। মাইচাৰ অসুখৰ সময়ত ৰাতিটো বিজুলী বাতি জ্বলাবলগীয়া হৈছিল। গেলামালৰ

দোকানী শংকৰেও তাক গৰম গৰম কথা শুনাই দিলে। এই মাহৰ পৰা হেনো তাক আৰু বাকীকৈ মাল নিদিয়ে। নিৰুপায়। ঘাটি হিচাপৰ জোৰা মৰিব পাৰিব বুলিয়েই সি গাঁৱৰ ফালে গৈছিল। গাঁৱত তাৰ আঢৈ পুৰা মাটি আছে। তাকে মানুহক খাবলৈ দিছে। সেই মানুহখিনিৰ পৰাও কেইমোণমান ধান পায়। ভাবিছিল তাকে বেচি জোৰা-ফন্দা মাৰিব। কিন্তু গাঁৱত গৈ গম পালে যে ধান তোলা অসম্ভৱ। আধি খোৱাৰে এটাই ক'লে— বোপা, আমাৰ পেটতে চাউল এমুঠি নাই। ধান চপাবলৈকে নাপালোঁ। গান্ধী পোকে গেটেইখন পথাৰ খান্তাং কৰিলে।

সি অধোমুখে উলটি আহিল। অহা-যোৱাৰ তিনি টকা এনেয়ে গ'ল। আহিয়ে শুনিলে চোৰে ঘৰৰ পৰাই চাইকেলখন লৈ গ'ল। ভাতচৰুঘৰটোৰ বেৰ ভাঙি বাচন-বৰ্তনখিনিও নিলে। সি দুদিনমান কলপাততহে ভাত খাবলগীয়া হৈছিল। বাৰুকৈ মহানন্দ উকীলৰ পৰা পোষ্কৰ টকা পালে কাৰণেহে ৰক্ষা পৰিল। সি মহানন্দৰ ল'ৰা দুটাক ঘৰত পঢ়ুৱায়। সিহঁতৰ কৃপাতে হওক বা মহানন্দৰ কৃপাতেই হওক কলপাতত আৰু ভাত খাবলগীয়া নহ'ল। কিন্তু সেইকেইটা টকাৰে সি দোকানীৰ বাকী মাৰিব বুলিহে ভাবিছিল। শংকৰে একেবাৰে বাকী নিদিম বুলি ক'লেও পোষ্কৰ টকা পৰিশোধ কৰাহেঁতেন বাকী দিলেহেঁতেন। দুখীয়া গ্ৰাহকক দোকানীয়ে বৰ বৰ কথা কয়েই।

পুৰা মন মাৰি সি বহি আছে। ঘৰখন নিজঞ্জাল। মণ্টু ওলাই গৈছে। ৰাতুলৰ বাৰে বাৰে মনত পৰিছে চাইকেলখনলৈ। আজিৰ পৰা তাৰ গাৰ কষ্ট দুগুণে বাঢ়িব। সদায় ভৰলুমুখৰ পৰা কাছাৰীঘাটলৈকে খোজকাঢ়ি যাব লাগিব। চাইকেলখনৰ জোৰতে সি বহুত কাম কৰিছিল। উজানবজাৰত ল'ৰা পঢ়ুৱাই ফাঁচী বজাৰত বজাৰ কৰিও ঘৰত কাম কৰিবলৈ সময় পাইছিল অকল চাইকেলখনৰ বলতে। কিন্তু আজিৰ পৰা সেই অনা ডেলে। ঘৰৰ মালিকটোক বেৰকেইখন মেৰামতি কৰাবলৈ কতবাৰ ক'লে, কিন্তু সি কাণসাৰ নিদিলে। এতিয়া জানো মালিকে তাক চাইকেল আৰু বাচন-বৰ্তনৰ দাম দিব? সিফালে ঘৰভাৰা দুদিন দেৰি হ'লেও ক'ব— দিগদাৰ পাইছে যদি ইয়াৰ পৰা যাওকগৈ। আমি ইয়াতকৈ বেছি ভাৰা দিয়া মানুহ পাম। খবৰ কৰিয়েই আছে।

সি নিৰাশ হৈ এবাৰ চাৰিওফালে চালে। ঘৰৰ প্ৰতিকণ ঠাইতে দ্ৰাৰিদ্ৰ্যই চুই গৈছে। মাইচাৰ মুখ দাৰিদ্ৰ্যৰ আঁক লাগি আপচু হৈ পৰিছে। তাৰ কপালতো কিজানি আঁক পৰি সি কিবাটো হৈ পৰিছে। সি আয়না প্ৰায় নাচায়। ডাটি খুৰুৱাৰ দিনাহে মুখখনৰ লগত তাৰ দেখাদেখি হয়। কাৰো মুখত হাঁহিৰ ৰেঙণি নাই। আনকি মণ্টুৰ মুখতো। আগতে তেও পাৰকেইটায়ে ঘৰখন দোকমোক লগাই আছিল। সি আজিহে গম পালে যে বাকী তিনিটা পাৰ উৰি যোৱা আজি প্ৰায় এসপ্তাহেই হ'ল। এইটো বৰ কুলক্ষণৰ কথা। ইয়াতকৈ ডাঙৰ দুখো তেনেহ'লে তাৰ কপালত আছে।

সঁচাকৈয়ে আজিয়েই তাৰ বিপদটো শকত। একেবাৰে লাজ-মান কাতি কৰি থ'বলগীয়া অৱস্থা। সি অফিচৰ ঠিকনাত এখন চিঠি পালে। ধুবুৰীৰ পৰা অভাৰচিয়াৰত পৰা খুলশালীয়েক বকুলে লিখিছে যে তাই কামাখ্যা চাবলৈ আহিব গিৰীয়েকৰ লগত। দুদিনমান থাকিব। চিঠিৰ মতে আজিয়েই পোৱাৰ কথা। ৰে'লখনত ৰাতি আঠোটা বজাত পাণ্ডু পাবহি। তাৰে পৰা টেক্সী লৈ ভৰলুমুখ পোৱা সহজ হ'ব আদি অনেক কথা লিখিছে। চিঠিৰ পৰা ধৰিব পাৰি যে ছোৱালীৰ বহু দিনৰ মূৰত ধুবুৰীৰ দৰে আওহতীয়া ঠাই এখনৰ পৰা গুৱাহাটী হেন চহৰলৈ ফুৰিবলৈ অহাৰ চিন্তাত আনন্দৰ সীমা নাই। সৰ্বনাশ! তাইৰ ভিনিহিয়েকো যেনিবা গুৱাহাটীত থাকিল, সেইবুলি গুৱাহাটীয়ে তাক দিছে কি? ৰাতুল

দিনে দিনে বাঢ়ি অহা গুৱাহাটীৰ কাৰণে একেবাৰে গৌৰৱান্বিত নহয়। আজি শালপতি আৰু খুলশালীযেকৰ উপস্থিতিত সি জীয়াতু ভুগিব। বায়েকৰ চাৰিওফালে দুৰ্গতি দেখি চাগৈ বকুলে মাককো কথাটো ক'ব। মাকেও কিজানি জীয়েকৰ দুৰৱস্থাৰ কথা শুনি চকুলো টুকিব। তাৰ ঘৈণীযেক মাইচাযো বা তাৰ বিষয়ে কি ভাবিছে? তাই ভাবিছে চাগৈ পৃথিৱীৰ ভিতৰত যদি কোনোবা নিমাখিত প্ৰাণী আছে, তেনেহ'লে এই কেৰাণীবোৰেই। ইহঁতে অফিচত পাংখাৰ তলত চকী এখন পালে কি হ'ব? ঘৰত যেনেকৈহে থাপিথুপি চলে তেনেকৈ চলাতকৈ বনবাস খটাই ভাল।

তাৰ মগজত আজি অনেক প্ৰশ্ন উঠিছে। গুৱাহাটীত ঘৰভাৰা পোৱা অতি অসুবিধা বুলিযেই যেনিবা অতি সাধাৰণ ঘৰ এটাত থকাৰ কথাটো আন প্ৰকাৰে বুজাব পাৰিব। কিন্তু খুৱাব কি? দাইল-ভাত আৰু নেমু টেঙা? আলহীক জানো এইবোৰ খুৱায? বকুলে হযতো ধনী গিৰীযেকক ক'ব— ভিনিহিদেউটো এনে কৰাইচ দেও। এইবাৰৰ পৰা হোটেলতে থাকিম। গিৰীযেকে হযতো ভাবিব খুলশালীৰ বিয়া হৈ যোৱাৰ পিছৰে পৰা ভিনিহিহঁতৰ মৰম নাথাকে। আৰু শুবলৈ দিব ক'ত? ঢালাই বিছনাত। আলহীক জানো তেনেকৈ শুৱাবৰ নিয়ম আছে? সি বিমোৰত পৰি গ'ল। সেই বিষযে একেবাৰে ভাবিবলৈ এৰি দিলে। যি সমস্যাৰ পাৰ পাবলৈ টান সেই সমস্যাৰ বিষযে নভবাই ভাল। দুখীযাৰ আকৌ লাজ-অপমান কিহৰ? তাৰ ভিতৰুৱা অৱস্থা নজনাবোৰে তাক ধনী, ক্ষমতাশালী বা সন্মানী বুলি জানো ভাবিছে? অভাৰচিয়াৰ বকুলেও আনে ভবাৰ দৰেই ভবা উচিত।

লগৰে ৰামেশ্বৰৰ পৰা পাঁচ টকা ধাৰ লৈ অফিচৰ পৰাই বাহিৰে বাহিৰে বজাৰ কৰি আনিলে। আজিকালিৰ দিনত পাঁচ টকাৰ বজাৰ কৰিলেনো কিটো পাব? আলু, তেল আৰু খৰি কিনোতে চাৰে তিনি টকা গ'ল। ডেৰ টকাৰ মাছ কিনিলে। আলহীৰ লগতে তেওঁ নিজেও এমাহৰ মূৰত অকণমান মাছ মুখত দিব পাৰিব। কিন্তু ধুবুৰীৰ পৰা অহা মানুহৰ জানো এইবোৰ বস্তুত মুখ বহিব? ধুবুৰীতহে খোৱা বস্তুৰ যিমান সস্তা, শুনোতে বিচুৰ্তি। কণী হেনো টকাত চৈধ্যটা, মাংসৰ সেৰে দুটকা। দহ অনা পইচাতে একোটা বুজন কুকুৰা কিনিব পাৰি।

ঘৰ পায মানে গধূলিয়েই হ'ল। ঘৰ অন্ধকাৰ। মণ্টু আৰু মাইচাই এচুকত মন মাৰি বহি আছে। সি মাত দিলে— তহঁতে লাইটটোও জ্বলাই লোৱা নাই কিয?

মাইচাৰ মাতটো কঁপা কঁপা। তাই ক'লে— লাইট নাই। কোম্পানীযে লাইন কাটি দিছে। তাৰ মূৰত সৰগ ভাগি পৰিল। টোপোলাটো মাইচাৰ হাতত দি সি ওচৰৰ দোকানৰ পৰা মম কেইডালমান আনিলে আৰু বকুলহঁত অহাৰ কথা ক'লে। মাইচাৰ মুখ শুকাই গ'ল। তাই একো কথাকে ক'ব নোৱাৰিলে। মাইচাৰ মুখ দেখি ৰাতুলে ভাবিলে যে তাতকৈ তাই বেছি বিপদত পৰিছে। ভনীযেক সোমাবহি এটা নিৰ্জীৱ ঘৰত। সিফালে ওচৰৰ শৰ্মা উকীল আৰু ঘোষ ইঞ্জিনিযাৰৰ ঘৰত নীলা আৰু উজ্জ্বল বগা পোহৰৰ পযোভৰ। ৰেডিঅ' বাজিছে। লনত ধুনীয়া ধুনীয়া চকী পাৰি পৰিয়ালৰ মানুহে ৰেডিঅ'ৰ গানকো তল পেলাই কথাৰ ৰগৰ তুলিছে। দুই কাষত দুটা ঘৰৰ তুলনাত তাৰ ঘৰটো মৰিশালি যেন।

তাৰ মগজত শনিযে বাহ ল'লে। জীৱনত প্ৰথমবাৰৰ কাৰণে ঈৰ্ষাৰ তাড়নাত পৰি দোষ কৰিবৰ মন গ'ল। তাৰ মনত পৰিল, বিজুলী তাঁৰকেইডালমান আম গছ এজোপাৰ ডালৰ কাষেদি গৈছে। ওচৰত মানুহ নাই। আছে অফিচ এটাহে। সি কাকো একো নক'লে। গোঁ-গোঁকৈ সেইফালে

আগবাঢ়ি গ'ল। ৰাস্তাৰ লাইটটো ভাঙি আমজোপাত উঠিল আৰু কঁকালত ওলোমাই নিয়া খুকুৰিখনেৰে সিহঁতৰ ফালে যাব খোজা বিজুলীৰ তাঁৰ দুটাল কাটি পেলালে। লৰালৰিকৈ গছৰ পৰা নামিল আৰু আলিৰ মানুহৰ মাজত সোমাল। এবাৰ উভতি চালে। এক স্বস্তিৰ নিশ্বাস ল'লে। বছ। শৰ্মা উকীলৰ ঘৰ অন্ধকাৰ। ঘোষ ইঞ্জিনিয়াৰৰ ঘৰ অন্ধকাৰ। ৰেডিঅ' বন্ধ। সি বাহিৰে বাহিৰে পাওঁ পালেগৈ। আঠটা বাজিলেই। ৰে'ল অহা নাই। সুধি জানিব পাৰিলে যে আৰু এসপ্তাহমান সেইফালেদি ৰে'ল নাহে। বানপানীয়ে বঙাইগাঁৱৰ ওচৰৰ কেইবা ঠাইতো ৰে'লৰ লাইন ছিঙিছে। সি বৰ আনন্দ মনেৰে ঘৰলৈ উভতি আহিল। চুবুৰিটো এতিয়াও অন্ধকাৰ। অফিচত ফোন কৰি খবৰ দিবলৈকো বোধকৰোঁ ফোনৰ লাইনডালো কটা পৰিল। কিন্তু বকুলহঁতক আৰু ক'বৰ দৰকাৰ নহ'ল যে লাইন ছিঙাৰ কাৰণেহে ঘৰত পোহৰ নাই। সি বহুত দীনতাই লুকুৱাবলৈ চেষ্টা কৰিছিল। কিন্তু যি মানুহৰ ঘৰলৈ আলহী অহাও বিপদ সি জানো মানুহ? দাৰিদ্ৰ্যই মানুহক মানুহ কৰি নাৰাখে। দাৰিদ্ৰ্যই কাকো মহৎ কৰিব নোৱাৰে। কৰে নীচ, স্বাৰ্থপৰ আৰু দোষী।

সি মাইচাৰ মুখলৈ চাব পৰা নাই। ভাত-পানী খাই বিছনাত পৰিযেই শুনিবলৈ পালে পাৰৰ গঁৰালত আকৌ কুৰুলি। সি উচপ খোৱা মানুহৰ দৰে উঠি বহিল। মাইচাক লগত লৈ গঁৰাল পালেগৈ। মমবাতিৰ পোহৰত দেখিলে এহাল পাৰ গাত সেঁদূৰৰ ৰং। বোধকৰোঁ কামাখ্যাৰ পৰা আহি ইয়াত বাহ লৈছে। সিহঁতৰ নতুন আলহীক গা ধুৱালে। পাৰহাললৈ বৰ মৰম লাগি গ'ল।

ৰাতুলে ক'লে— তেনেহ'লে আমাৰ আৰু বিপদ নাহে। পাৰই আকৌ লগ লৈছেহি। একেবাৰে মন্দিৰৰ পাৰ।

মাইচাই ক'লে— এৰা, ভাল দিন আহিবৰে কথা। কিন্তু আমাৰ জানো আয়ু বাঢ়িব? ল'ৰা-ছোৱালী বাঢেমানে দিনে দিনে লাওলোৱা হৈহে যাব লাগিব। বিপদ হয়তো নাহিব পাৰে, কিন্তু দুখীয়া অৱস্থাটো খণ্ডাব পাৰিম জানো?

তাকে শুনি ৰাতুলে ক'লে— ভাল দিন আহিলে আৰু আমাক কি লাগিছে? সকলো কপালৰ লিখন। কাইলৈকে যদি লটাৰীত আশী হাজাৰ টকা পাওঁ! এইবাৰ কি কথা ক'ব নোৱাৰোঁ, চিকিমৰ চিঠি খেলত দুটা টিকট কিনি পেলালোঁ।

মাইচাই মাথোঁ এটা হুমুনিয়াহ কাঢ়িলে আৰু লগে লগে তাইৰ দুধাৰি চকুলো বৈ গ'ল।

# মাপকাঠী

টংকেশ্বৰ বৰুৱাৰ লগত জীয়েকৰ হৈ দৰা বিচাৰিবলৈ যোৱা কথাটো আমাৰ কণিকাৰ মাকৰ আগত ঘুনাক্ষৰেও উলিওৱা নাই। তিৰিয়ে পুৰুষে হ'বা এক মতি বোলা কথাষাৰ আমাৰ মানুহৰ মুখে মুখে যদিও মই যোল্ল অনাই মানি নচলোঁ। সকলো কথাই শ্ৰীমতীক ক'বলগীয়া হ'লে তাইৰ কেংকঙনিত মোৰ কাণ ঘুগুলা হ'ব। কথাইপতি কাজিয়া লাগিব। ঘৰ গুচি বাঁহতল হ'ব।

তথাপি পুৰাই পোছাক পিন্ধা দেখি শ্ৰীমতীৰ মনটো খুদুৱালে। যিকোনো পোছাক হোবা হ'লে কাৰোবাৰ ঘৰলৈ যাওঁ বুলি কৈ থ'ব পাৰিলোঁহেঁতেন। মই আজি পিন্ধিছোঁ তাহানি দৰা বৰণত পোৱা ব্ৰেচলেটৰ ধুতী আৰু পাটৰ পাঞ্জাবী চোলাটো। বিছনাৰ তলৰ চুক ভেকুলীৰ দৰে পৰি থকা পামছুযোৰ ৰং লগাই লৈছোঁ। বৰ সাৱধান হৈ যোৱাই ভাল। দৰা ঘৰ আকৌ গাঁবত। পিন্ধা-উৰাত অলপ জেঙা লাগিলে বিপদ। লাগ-বান্ধ নোহোৱা পোছাক পিন্ধি ছোৱালীজনীৰ ভৱিষ্যৎ নষ্ট কৰাৰ ইচ্ছা নাই।

শ্ৰীমতীয়ে একো ধৰিব পৰা নাই বুলি অনুমান হ'ল। তাই ক'লে— আজি আকৌ নতুনকৈ দৰা হ'বৰ মন গ'ল নেকি?

মই ক'লোঁ— এৰা মনটো উঁবলি উঁবলি পাভতি চাঙৰ এলান্ধুবোৰৰ দৰে হ'ল। মন আৰু নতুন নহয়। পোছাকটোহে নতুন কৰিছোঁ।

একেবাৰে বিশ্বাস সুমুৱাই দিব পৰা মিছা কথাটো কৈ খুব ভাল লাগি গ'ল। তেনেহ'লে মোৰ উনতি আৰু হ'ব। আজিৰ দিনত সঁচাৰ দৰে মিছা কথা ক'ব পৰা মানুহৰহে উন্নতি বেছি।

তাই সুধিলে— কিন্তু অফিচলৈ জানো এনেকৈ পিন্ধি যাব পাৰিবা? অফিচৰ পদুলিতে কলপুলি পুতি থ'ব লাগিব।

তাই দৰাৰ পোছাক পিন্ধি থকা দেখি মনে মনে কিজানি বৰ আমোদ পাইছে। যদি কল্পনা আছে তেনেহ'লে এটি শুভ দিনৰ সোঁৱৰণীয়ে তাইৰ মনটো উজ্বলাই পেলাইছে। সেয়েহে তাইক ক'লোঁ— কাৰ সাধ্য মোক উপলুঙা কৰিবৰ? অফিচাৰ হ'লেই যে কোট-পেণ্ট পিন্ধিব লাগে তাৰ কি মানে আছে? স্বৰাজৰ পিছত এইবোৰ পোছাকেহে আমাক শুৱায়। পিছে স্বৰাজৰ পিছত আমাৰ চাহাবী পোছাকৰ ধুন চৰিছেহে। সিফালে আমাক শাসন কৰাসোপাই ধুতী-পাঞ্জাবী পিন্ধোতেই ভৰ বয়স পাৰ হ'ল।

তাইৰ এইবাৰ উত্তৰটো আঁহ লগা। তাই ভাবি-চিন্তি ক'লে— কথাবোৰ শুনিবলৈ ভালেই লাগিছে। পিছে এটা কথা, তুমি যদি এইযোৰ পিন্ধিযেই দুদিনলৈ হ'লেও অফিচ কৰিব পাৰা তেনেহ'লে মোৰ নামত এজনী বান্দৰী পুহিবা।

— মানে?

— মানে তুমি নিশ্চয় অফিচলৈ নোযোৱা। মোক ভুৱা দিছা। নিশ্চয় তোমাৰ মনোভাব জটিল।

জুলুমত পৰি গ'লোঁ। তিৰোতাৰ মন চোৰাংচোৱাৰ মন। তিৰোতাৰ চকু শেনৰ চকু। তুমি অকণো ইকাটি-সিকাটি কৰিবৰ উপায় নাই।

— মালতী, শুনা। মানুহৰ আটাইতকৈ লাগতিয়াল বস্তু হ'ল ব্যক্তি স্বাধীনতা। ইচ্ছা মতে পিন্ধি-উৰি ওলাই যাবলৈকো তুমি মোক মুকলিমূৰীয়া হ'বলৈ নিদিলা। হোমৰ গুৰিত সাঙোৰ খালোঁ বুলিয়েই যিকোনো সময়ত তুমি মোক আঁজুৰি থাকিবানে?

মালতীয়ে দৈনিক খবৰ কাগজ পঢ়ে। কলেজতো হেনো ৰাজনীতি অৰ্থনীতি আদি পঢ়িছিল। গতিকে মোৰ কথাৰ মৰ্ম বুজিবলৈ টান নহ'ব বুলি মোৰ বিশ্বাস। তাই বুজিলে। কিন্তু বেছিকৈ বুজি লেঠা লগালে।

তাই ক'লে— যিমানখিনি স্বাধীনতা পাব লাগে তাতকৈ বেছি পাইছা। সেইবুলি টংকেশ্বৰ বৰুৱাৰ জোঁৱাই বিচাৰি যে যাবা, তাকেনো নোকোৱা কিয়?

এই তিৰোতা মানুহবোৰে খবৰবোৰ ক'ত সংগ্ৰহ কৰে ঠিক নাই। মই তাইক ক'ব খোজা নাছিলোঁ এই কাৰণেই যে দৰা বা কইনা বিচাৰি দিয়াটো বৰ জেলেঙত পৰা কাম। ভৱিষ্যতে সম্বন্ধত আউল লাগিলে দৰা বা কইনা বিচাৰি দিয়াটোৱেহে এজোলোকা পায়। এই কথা মযো জানোঁ। মালতীয়ে কিজানি বেছিকৈহে জানে। তাই দীঘলীয়া বক্তৃতা এটা দিব পাৰে বুলিয়েই ঠিক ওলাই যাবৰ সময়ত কৈ যাম বুলি ভাবিছিলোঁ।

মই ক'লোঁ— তুমিনো নজনা কথা কি আছে? সেই কাৰণেই পৰীক্ষা কৰি চালোঁ। আজিহে তোমাক 'চাৰ্প্ৰাইচ' নিদি নোৱাৰিলোঁ।

ইয়াৰ পিছতেই তাইৰ পৰা সৰু-সুৰা বক্তৃতা এটা শুনিবলৈ সাজু হৈ ৰ'লোঁ। তাই কিন্তু ৰান্ধনী ঘৰত সোমাল আৰু মোৰ আগত এজাপ লুচি থ'লেহি ক'লে— দপৰীয়া ভাত পোৱানে নোপোৱা ঠিক নাই। লুচি আটাইকেইখন খোৱা।

তাৰ পৰা অনুমান হ'ল মই দৰা বিচাৰি ওলোৱাটো তাই পছন্দ কৰিছে।

কাষতে থিয় দি তাই কৈ গ'ল— কামাখ্যাৰ কাৰণে তুমি দৰা বিচাৰি ওলোৱা কথাটো শুনি সঁচাকৈয়ে মোৰ বৰ গৰ্ব হৈছে। তাই যে ইমান ভাল ছোৱালী! এনে নম্ৰ স্বভাৱৰ ছোৱালী খুব কমেই আছে। তাইক যিটোৱে পাব, সি সঁচাকৈয়ে ভাল কপাল সাধি আহিব লাগিব।

কামাখ্যাক এই তিনি বছৰে দেখিছোঁ। তাইৰ গুণে মোক মুগ্ধ কৰিছে। নাৰীৰ অন্তৰ মনে এতিয়াও মোৰ কাৰণে অচিনৰূপে দেখা দিয়ে। সিহঁতৰ প্ৰতি ধাৰণা মই পলকে পলকে বদলাই থাকিব লগা হয়। তিৰোতাৰ চৰিত্ৰ দেৱতাৰো অবিদিত বুলি সাৰুৱা বচনফাকিৰ মাজে মাজে চমক লগা প্ৰমাণ পাই আহিছোঁ। সেই কাৰণেই কামাখ্যাক সাধাৰণ অৰ্থত ভাল ছোৱালী বুলি সিদ্ধান্ত কৰি আৰু বেছি ভবা নাছিলোঁ। মালতীয়ে কোৱাৰ দৰে ইমান বেছি ভাল হ'ব পাৰে বুলি কল্পনাই কৰা নাছিলোঁ। মালতীয়ে ভাল বুলি কৈছে যেতিয়া তাই ভাল হ'বই লাগিব। কাৰণ তাই লোকক শলাগিবলৈ বৰ টান পায়। লোকৰ খুঁত বেছিকৈ দেখে। তাইৰ মানত তাইৰ ভনীয়েককেইজনীয়েই আটাইতকৈ ভাল ছোৱালী।

শলগাটো এটা ব্যতিক্ৰমহে।

মালতীয়ে অৱশ্যে এটা সৰু-সুৰা বক্তৃতাই দিলে। কিন্তু শুনি ভাল লাগিল। কামাখ্যাই হেনো নজনা কথা নাই। ঘৰখনত যেন তাই চিলনীৰ জীয়েকহে। পিন্ধা-উৰাতো ধুনপেচ নাই। বি এ পাছ ছোৱালী বুলি ক'বই নোৱাৰি। গপ-গৰজ লেশমানো নাই। এতিয়ালৈকে এটা ডেকা মানুহৰ লগত যিকোনো এষাৰ কথা পাতিছে বুলি কোনো চকু চৰহা মানুহেও প্ৰমাণ দিব নোৱাৰে। একেবাৰে বোৱাৰীৰ লায়েকৰ ছোৱালী। গাঁৱতো কাঢা মাক, দোষ দেখা নবৌয়েক আৰু সঘনে ধমক দিব পৰা কেইবাটাও ককায়েকৰ মাজত ডাঙৰ-দীঘল হোৱা ছোৱালীৰ ভিতৰতো এনে ছোৱালী পোৱা টান বুলি মালতীৰ বিশ্বাস। গতিকে মই তাইলৈ দৰা বিচৰাটো সঁচাকৈয়ে পুণ্যৰ কাম।

যাবৰ সময়ত মালতীক এটা কথা সুধিলোঁ। ইমান ভাল ছোৱালী যদিও তাই এই দুবছৰ পৰি আছে কিয়? বাপেকেতো ছোৱালী উলিয়াই দিয়াৰ তালতে আছে।

মালতীৰ উত্তৰ বৰ চমক লগা আৰু কিজানি মৌলিক। কথাতেই কয় বোলে ধানদোণীয়া ছোৱালী সোণসেৰীয়া ল'ৰা। ল'ৰা লাগে ঊনৈশত বা বলোৱাই হওক, তথাপি সি ল'ৰা। ছোৱালীৰ গুণ মানুহৰ চকুত নপৰে। পোনতে তাইক মানুহে জানিব লাগিব। কিন্তু ভাল ছোৱালীক জানিবলৈ মানুহৰ সুযোগ ক'ত? মানুহে জানে গান শিকি ফুৰা কেইজনীমানক, মিটিঙত সভাপতিক মালা দিয়া এক শ্ৰেণীৰ ছোৱালীক। তদুপৰি বাপেক যদি জনাজাত মানুহ নহয়, তেনেহ'লে আজিকালিৰ দিনত ছোৱালীও চকুত নপৰে।

টংকেশ্বৰ বৰুৱা জনাজাত মানুহ নহয়। চাহ বাগানত গুদাম মহৰী আছিল। এতিয়া পেন্সন পাই চহৰতে ঘৰ সাজি আছে। জনাজাত নহয় সঁচা কথা। কিন্তু চিনাকি মানুহো বৰ কম। কিজানি বেছি ভাগ কাল বাগানত থকাৰ কাৰণেই। সেই কাৰণেই, যিকেইজন চিনাকি আছে, তাৰে ভিতৰত মোকে খুব ক্ষমতাপন্ন বুলি ভাবে। এৰা, আজিকালি নিজক জহাই ফুৰাটো সঁচাকৈয়ে বৰ লাগতিয়াল গুণ হৈ পৰিছে। টংকেশ্বৰ বৰুৱা কোন শ্ৰেণীৰ ভিতৰত পৰে মই সঠিক নাজানোঁ। তথাপি তেওঁৰ যদি এখন ধুনীয়া মটৰ থাকিলেহেঁতেন আৰু সেইখন মটৰত উঠি কামাখ্যাৰ দৰে ধুনীয়া ছোৱালীজনীয়ে চিনেমা চালেহেঁতেন বা কৃষ্টি সভাৰ পহিলা শাৰীত বহি থাকিলহেঁতেন, তেনেহ'লে মটৰেৰে মানুহৰ মাপকাঠী বুলি ভবা এই চহৰখনত টংকেশ্বৰ বৰুৱা জনাজাত হ'লহেঁতেন— কেৱল মটৰখনৰ কাৰণে আৰু ধুনীয়া ছোৱালীজনীৰ কাৰণেও। তেতিয়া আৰু তেওঁ উপযুক্ত পাত্ৰক ছোৱালী যাচি হতাশ হ'ব নালাগিলহেঁতেন। মালতীৰ কথা শুনি মই ভাবি পালোঁ যে আৰু দুই ধৰণৰ ছোৱালী মানুহৰ সোনকালে চকুত পৰে। মন-যৌৱনৰ কথা কোৱা, কথাক কবিতাত ৰহণ দিয়া এবিধ কলেজীয়া ছোৱালী। সিহঁতে কবিক কবিতাৰ কথা কয়, সংগীতজ্ঞক সংগীতৰ কথা কয়, ৰাজনীতিৰ মানুহৰ আগত সংবিধানৰ কথা উলিয়ায়। একেলগে পঢ়া একুৰি-ডেৰকুৰি ল'ৰাক টাকুৰি ঘূৰাদি ঘূৰায় আৰু ভোমোৰাৰ গুণগুণনি তোলাই চাৰি পাঁচটা ডেকা প্ৰফেচাৰৰ মনত কবিতাৰ জোৱাৰ উঠায়। বাকী দিব পৰা মনিহাৰী মালৰ দোকানীক নিয়মিত চকুৰ তৃপ্তি যোগায় আৰু শেষত এটা গেজেটেড বিষয়া যোগাৰ কৰি তেওঁকো ঠগিবলৈ বাট চাই ৰয়। কেৱল আকৰ্ষণীয় ৰূপটোৰ কাৰণেই। সিহঁতক কোনেও ধানদোণীয়া ছোৱালী বুলি ক'ব নোৱাৰে। আৰু এবিধ ছোৱালী আছে সিহঁত জনাজাত কেৱল মাক-বাপেকৰ কাৰণে। সকলো ঠাইতে বাপেক-মাকে সিহঁতৰ কথা ইমান যহাই ফুৰে যে সিহঁতৰ নামবোৰেও তেজ-মঙহৰ ৰূপ লয়। সিহঁত

যেন বিজ্ঞাপনৰ পৃষ্ঠাত থকা একো একোজনী অনিন্দ্যসুন্দৰী। কিন্তু টংকেশ্বৰ বৰুৱা বা তেওঁৰ গৃহিণী তেনে ধৰণৰ নহয় কাৰণে কামাখ্যাই ৰূপ আৰু গুণ লৈয়ো এই দুবছৰ লটাৰী টিকট এটাৰ দৰে এচুকত পৰি আছে। সঠিক কথা ক'বলৈ হ'লে লটাৰী টিকটো বুলিব নোৱাৰি। ঠিকনা নিলিখা লেফাফা এটাৰ লগতহে তাইৰ তুলনা হয়। লেফাফাই আবৰি ৰখা চিঠিখন কিন্তু বৰ ভাল চিঠি। এজনৰ জীৱনত কবিতাৰ বোল সানিব পৰা ঊষা কুঁৱৰীৰ গোপন চিঠি। মাথোঁ চান্দোৰ মেৰঘৰৰ পৰা বাহিৰৰ মুকলি বতাহলৈ ওলোৱা নাই।

ছোৱালীকেইজনীৰ কাৰণে টংকেশ্বৰ বৰুৱা বৰ বিপদত পৰিছে। চাৰিজনী গাভৰু ছোৱালী। এজনীও দিব পৰা নাই। মাকৰ বোলে ৰাতি টোপনিকে নাহে। গাভৰু ছোৱালী আৰু বনৰ বাঘ একে। হঠাৎ এটা ল'ৰাৰ সন্ধান পোৱাত মাক-বাপেক উত্ৰাৱল। বৰুৱাই কালি ক'লেহি যে মই যাবই লাগিব। মযো অমান্তি নহ'লোঁ। কামাখ্যাক বৰ ভাল লাগে। যদিও তাইক গালি দিবৰহে মন গ'ল। সিহঁতৰ দৰে ছোৱালীবোৰহে মাক-বাপেকৰ হাৰমাল। কামাখ্যা চাৰি বছৰ গুৱাহাটীত থাকিল। পঢ়া-শুনাতো ভাল দেখাতো ভাল। তাইৰ কি অসুবিধা আছিল? খুব সহজে এটাৰ মন ব্যাকুল কৰিব পাৰিলেহেঁতেন। ছোৱালী ধুনীয়া হ'লে কৰিব নোৱাৰা কাম কি আছে? তাই হয়তো শুনিছে যে আজিকালি ল'ৰাই-ছোৱালীয়ে মনে মনে মিলি বিয়া পাতে। বাপেক-মাকেও সকাহ পায়। তথাপি তাই এইবোৰ কথালৈ পিঠি দি ভাল ছোৱালী হৈ ঘৰলৈ ঘূৰি আহিল। ফলত কি হ'ল? ভাবনাত টংকেশ্বৰৰ চুলি পকিল। মাকৰ চকুত টোপনি হৰিল। এতিয়ালৈকে তাইক চাৰিটামান মানুহলৈ যাচিছে। এটাই ক'ব ইমানখিনি টকা লাগে। কোনোবাই অভিমত দিব বি এ পাছ ছোৱালী নালাগে। এঘৰে ক'লে বোলে দৰাক বিয়াখন পতাৰ খৰচটো নিদিলে উপায় নাই। টংকেশ্বৰ বৰুৱাই কোৱা কথা এষাৰ মনত লাগিল। আজিকালিৰ ল'ৰাবোৰৰ হেনো বিয়া পতা বুলিলে বুকু লৰে। তাৰ কাৰণ হ'ল সোনকালে চাকৰি-বাকৰি লৈ টনকিয়াল হ'ব নোৱাৰে। চাকৰি পোৱাবোৰৰো আকৌ বৰ গপ। সিহঁতে নিজকে দেৱতা বুলি ভাবে আৰু তিলোত্তমা একোজনী বিচাৰে। টংকেশ্বৰৰ মতে কেইবাজনী গাভৰু ছোৱালীৰ বাপেকতকৈ দুৰ্ভগা মানুহ আৰু নাই। তেওঁ কয়— ধন ঘটা সহজ, ছকুৰি বছৰ জীয়াই থকাও সহজ, আনকি চোৰাং বেপাৰ কৰাও সহজ, কিন্তু ছোৱালীক এটা মনোমত পাত্ৰত গতোৱা টান। বৰুৱাৰ এই নিজস্ব মত যদি কোনো মহিলা সমিতিত ব্যক্ত কৰে তেওঁৰ অৱস্থা কাহিল হ'ব। কাৰণ আমাৰ দেশত এতিয়া পুৰুষ আৰু তিৰোতাৰ সমান অধিকাৰ। আজিকালিৰ তিৰোতাই তল খুচৰীয়া সমাজত চমক লগাই জজ্ হ'ব পাৰে। মেজিষ্ট্ৰেট হ'ব পাৰে। হাজাৰ হাজাৰ মানুহৰ ভোট লৈ মন্ত্ৰী হ'ব পাৰে।

কোমোৰাকটা গাঁৱলৈ আমি ওলালোঁ। টংকেশ্বৰ বৰুৱাক মই এতিয়া আচল কথাটো সুধিবৰ মন গ'ল। কাৰণ কামাখ্যাৰ ভৱিষ্যতৰ কাৰণে মই বৰ চিন্তিত। তেখেতে ক'লে যে ল'ৰাটোৱে এইবাৰ ইংৰাজীত এম এ পৰীক্ষা দি আহিছে। চোকা ল'ৰা। ভালকৈ পাছ কৰিবই। আইনৰ পৰীক্ষা এটা পাছ কৰিলে। ল'ৰাটো অৱশ্যে তেখেতে দেখা নাই। শুনিছে বোলে সি দেখাই-শুনাই ভাল।

মই সুধিলোঁ— ঘৰৰ অৱস্থা কেনে?

— গাঁৱৰ এঘৰ আঢ্যৱন্ত মানুহ। বাপেক কাননগু আছিল। ভালেমান মাটি-বাৰী।

— আপুনি ল'ৰাটোৰ খবৰ জানিলে কেনেকৈ?

— ইয়াৰ বহুত কথা। তেওঁলোকৰ গাঁৱৰ ওচৰতে চাহ বাগিচা এখনত মোৰ ভতিজা এটাই

কাম কৰে। তাৰ মুখে খবৰটো পালোঁ। তাৰ যোগেদিয়েই প্ৰস্তাৱ পঠিয়ালোঁ। উত্তৰ আহিল। তেওঁলোকৰো মন আছে।

— আজি দৰা চাবলৈ যোৱাৰ দিন দিছিল নেকি।

— সিহঁতে ছোৱালী চোৱাৰ কথা আছিল, কিন্তু নহা দেখি আমিয়ে আহিব লগা হ'ল। এইবোৰ বৰ ছেগৰ কাম। দেৰি কৰিলে বিপদ। তদুপৰি এঘৰলৈ ছোৱালীজনী উলিয়াই দিম যেতিয়া আগতে মানুহৰ ঘৰ চাই লোৱা ভাল।

— পিছে মানুহঘৰতকৈ ল'ৰাটোহে আচল। সি শিক্ষিত ল'ৰা যেতিয়া যেনেকুৱা মানুহৰে ঘৰ হওক ছোৱালী সুখেৰে ৰাখিব।

— আৰু নিশ্চয় ছোৱালীক গাঁৱত নাৰাখিব। মগজত বিদ্যা আছে যেতিয়া চাকৰি এটা পাবই।

— সি চাকৰি নোপোৱাকৈ বিয়া পাতিবলৈ মন দিযাক লৈ চাকৰি নহ'লেও চলিব পৰা মানুহ যেন লাগে।

— মযো তাকে ভাবোঁ।

মই কিন্তু অনুমান কৰিলোঁ বাপেকৰ বৰ ল'ৰাবোৰক গাঁৱত সোনকালে বিয়া পাতি দিযে। বিয়াৰ আগতে ল'ৰাৰ ভৱিষ্যৎ সম্পৰ্কে কোনো বাপেক-মাকে চিন্তা নকৰে। হযতো মাক বেমাৰী হৈ ভাত ৰান্ধিব নোৱাৰা হৈছে। সোনকালে মৰিব বুলি বোৱাৰীৰ মুখ চাই যাবলৈ হামৰাও কাঢ়িছে। নতুবা বাপেকে ভাবিছে যে সোনকালে বিযাখন পাতি নিদিলে ল'ৰাৰ স্বভাৱ-চৰিত্ৰ বেযা হ'ব। সিহঁত যদি ঘোকোট গাঁৱৰ মানুহ তেনেহ'লে পঁচিশ বছৰতে ল'ৰাৰ বিয়াৰ সময পাৰ হ'ব বুলি ভাবিছে।

কোমোৰাকটা সঁচাকৈয়ে ঘোকোট গাঁও। য'ত মটৰৰ পৰা নামিলোঁ, তাৰ পৰা চাৰি মাইল খোজকাঢ়িব লাগে। তাঁলৈ কিজানি ভুলতো মটৰগাড়ী এখন যোৱা নাই। গাঁৱৰ মানুহবোৰো তেনেই পুৰণিকলীয়া। ইয়াৰ পৰা যে ল'ৰা এটাই ইংৰাজীত এম এ পাছ কৰিব আৰু আইনো পাছ কৰিব এইটো বৰ সন্তোষৰ কথা। জুপুৰা হাবিতো বাঘ থাকে। মোৰ কামাখ্যালৈ মনত পৰিল। তাই ছোৱালী সঁচাকৈযে ভাগ্যৱতী। এইখন গাঁৱত ওপজি যিটো ল'ৰা ইমান অভিলাষী হ'ব পাৰে সি সঁচাকৈযে গুণী নহৈ নোৱাৰে। সি হযতো এদিন ইযাত দৰিদ্ৰপীড়িত মানুহৰ ত্ৰাণকৰ্তা হ'ব। সি ৰাইজৰ প্ৰতিনিধি হ'ব। দেশে তাৰ পৰা বহুত বেছি আশা কৰিব পাৰে। আচলতে ভাল ছোৱালীৰ যেনেতেনে কপাল মুকলি হ'বই। গাঁৱত এটা কথা আছে যে সুলক্ষ্মীযা ছোৱালী এজনী এঘৰলৈ উলিযাই দিলে বাপেকৰ ঘৰত কিছু দিনলৈ অপায-অমংগল ঘটে আৰু গিৰীযেকৰ ঘৰৰ চাৰিওফালে নদন-বদন অৱস্থা হয। লখিমী ছোৱালীযে ভাগ্যখন লগত লৈ আহে। কামাখ্যাযো নিজৰ ভাগ্য লৈ আহিব। মোৰ বিশ্বাস হ'ল।

খোজ কাঢ়ি কাঢ়ি ভাগৰি পৰিছোঁ। টংকেশ্বৰ বৰুৱাই কিন্তু ভাগৰ লগা যেন দেখুওৱা নাই। কিজানি ভাল জোঁৱাই এটা পোৱাৰ ভাবনাই তেখেতক দুখ-ভাগৰ পাহৰাই পেলাইছে। মোৰ এবেও বাটো চাইকেল মাৰি যোৱা অভ্যাস। মোৰ কাৰণে খোজকঢ়াটো বৰ এলাহৰ কাম। কলাফুল দুটা বিষাইছে। ৰ'দত মূৰ টিনটিনাইছে। তাকে বৰুৱাক ক'লোঁ।

তেখেতে ক'লে— মোৰো একো হোৱা নাই বুলি নাভাবিবা। কঁকালটো ঠাহ মাৰি ধৰিছে। এতিযা বুজিলা, ছোৱালীৰ বাপেকী হোৱা কিমান জংকটৰ কথা?

— পহিলাতে জংকট। ভাল জোঁৱাই পালে এই দুখ-ভাগৰ ক'ৰবালৈ যাব।

টংকেশ্বৰ বৰুৱাই খুব তৃপ্তিৰে হাঁহিলে। ম'হৰ পিঠিত উঠি অহা মানুহ এটাক সোধাত সি ক'লে যে আৰু দুটা কেঁকুৰি পাৰ হোৱাৰ পিছত যিটো টিনপাতৰ ঘৰ পাম সেইটোৱেই মহী কাননগুৰ ঘৰ। কিন্তু এটা কেঁকুৰি পাৰ হোৱাৰ পিছতেই এটা টিনপাতৰ ঘৰ পালোঁ। সন্দেহ হৈ গ'ল। ম'হ গুৱালে ভুল কৰিলে নেকি? আলিটো লেং লেং কৰে দীঘল হৈযে গৈ আছে। কেইটামান ডেকা ল'ৰা আহি আছিল। সিহঁতৰ এটাক বৰুৱাই সুধিলে, বোপাই মহী কাননগুৰ ঘৰলৈ আৰু কিমান বাকী?

সি ক'লে— গৈ থাকক গৈ থাকক। নৰ'ব কিন্তু। কেঁকুৰিটো পাৰ হৈয়েই ভগা-ছিগা ঘৰ এটা পাব। সেই ঘৰৰ পদূলিতে ধুনীযা ছোৱালী এজনী দেখা পাব। তাই ধুনীয়া যদিও পাগলী। তাইক সুধিলেই হ'ব।

মুঠতে সি একো নক'লে। মই সুধিলোঁ— এইটো তেনেহ'লে কাৰ ঘৰ?

কোনটো?— এইটো গোবৰ কেঞাৰ।

সিহঁত আঁতৰ হ'ল। ইতিকিং কৰাৰ দৰে হাঁহি গ'ল। কোৱা-কুই কৰা শুনিলোঁ ঃ

— হেৰ', বিপুলক শোধাবলৈ আহিছে যেন পাইছোঁ।

— ছোৱালীৰনো কি আকাল হৈছে? পিছে তাই যদি সতিনীযেকৰ কথা জানে? সিহঁতে হাঁহিৰ ৰগৰ তুলিলে। সিহঁতৰ ধাৰণা যে আমি দৰাৰ ঘৰলৈ আহি বৰ ভুল কৰিছোঁ।

টংকেশ্বৰ বৰুৱাই ক'লে— গাঁৱৰ ধিটিঙা ল'ৰাবোৰৰ পৰা দেখোন বাটত অহাই টান।

মই সমৰ্থন কৰি ক'লোঁ— নেতাবোৰে খাতিৰ কৰিবলৈ লোৱাৰ পৰা এই ল'ৰাবোৰে গুৰু-গোসাঁই নমনা হ'ল।

— আৰু সিহঁত এনে অভদ্ৰ! ঘৰটো কোনখিনিত সঠিককৈ নক'লে।

আকৌ এটাক সুধিব লগা হ'ল। সি খৈনী মোহাৰি মোহাৰি আহি আছিল। লগে লগে অহাটোৰ পোছাক-পত্ৰ বেছ ভাল। সি কাগজ এখিলা পঢ়ি পঢ়ি আহিছে। কল্পনা কৰি ভাল লাগিল ঃ এই চিকুণ ডেকাটোলৈ চাগৈ কোনোবা জেতুকী-মালতীযে কোমল লেহুকা হাতেৰে মৰমৰ দীঘ দি চেনেহৰ বাণিৰে চিঠিত বুটা বাছি পঠিযাইছে? চিঠিৰ শেষত চাগৈ অলপ ৰস মিলাই, অলপ নম্ৰতা দেখুৱাই লিখিছে— পাণ খালোঁ চূণ খালোঁ আৰু খালোঁ লং, কাউৰিঠেঙীয়া আখৰ দেখি নকৰিবা খং।

খৈনী মোহাৰি থকাটোক সুধিলোঁ— মহী কাননগুৰ ঘৰটো কোনখিনিত?

সি ক'লে— অ' চিত্ৰলেখাৰ বাপেক। অলপ গৈযে টিনপাতৰ ঘৰটো। ঢাপত ওখ ওখ কেতেকী গছ আছে। সিহঁতক এৰি দুখোজমান গৈযেই সিহঁতৰ কথা পিছফালৰ পৰা শুনিলোঁ।

এটাই সুধিছে— আমাৰ গাঁৱৰ ক'ৰনো চিত্ৰলেখাজনী ওলাল অ'?

ইটোৱে কৈছে— ক'বই নোৱাৰোঁ? ধিক তোৰ জনম। সেই যে নাতেসৰীজনী। জিলাত এবছৰমান পঢ়িযেই এতিয়া মাজে মাজে ক'লা চছমা পিন্ধিহে ৰ'দলৈ ওলায়।

আকৌ আনটোৱে সুধিলে— তাইনো চিত্ৰলেখা হ'ল কেনেকৈ?

ইটোৱে উত্তৰ দিলে— তাই নোহোৱাহেঁতেন জানো যামিনীক বিপুলে ইমান ছল কৰিব পাৰে? তাই ভালেই আছিল। কিবা এটা মাৰাত্মক কথা আছে বুলি মই ভাবি পালোঁ। সেইটো কথা কিজানি গাঁৱৰ সকলোৱে জানে।

বৰুৱাই ক'লে— অনুমান হৈছে ইয়াৰ ডেকাবোৰ কাম-বন নকৰি গা ঘেলোৱা বিধৰ।

মই ক'লো— আৰু পৰৰ আলোচনা কৰি মুখৰ খজুৱতি মাৰে।

— অ' তুমিও তেনেহ'লে কথাটো মন কৰিছা। ইহঁতে কাননগুৰ ঘৰকে খুটিযাইছে যেন পাইছোঁ। গাঁৱত এঘৰ জাকতজিলিকা মানুহ থাকিলে বাকীবোৰে হিংসা কৰেই।

দ্বিতীয় কেঁকুৰিটো পাৰ হোৱাৰ পিছতে টিনপাতৰ ঘৰ এটা চকুত পৰিল। কিন্তু এটা কথাই আচৰিত কৰিলে। পোনতে লগ পোৱা ল'ৰাকেইটাই ঠিকেই কৈছিল। ওচৰতে এঘৰ মানুহ আছে। নিশ্চয় খুব দুখীয়া হ'ব। একেবাৰে সৰগ দেখা চালৰ আৰু ঢকুৱাৰে তাপলি মৰা বেৰৰ ঘৰ এটা। পদুলিমুখত ধুনীয়া ছোৱালী এজনী থিয় দি আছে। তাইৰ চুলিবোৰ তেলৰ অভাৱত বননিৰ দৰে হৈছে। বেছি দিন যদি চুলিৰ যত্ন নোলোৱাকৈ থাকে জঁটা বান্ধিব। পোছাক মলিযন। চকু লাতুমণিৰ দৰে। মুৰ জোকাৰি থকা ধৰণটো পাগলীৰ দৰেই।

তাযে উপযাচি মাতিলে— আপোনালোক মহীৰ তালৈ যাব নহয়?

কথাখিনি আকৌ ভাল। মাতটো বৰ মিঠা। এই মিঠা মাতটো অলপ লেনীযা কৰি দিলেই যেন এটা গান হৈ পৰিব। আমাক কথাটো সুধিযেই উত্তৰলৈ বাট নাচালে। ঘৰলৈ ঢাপলি মেলিলে।

আমি টিনপাতৰ ঘৰটোত সোমালোঁ। সেইটোৱে মহী কাননগুৰ ঘৰ। গাঁৱৰ ভিতৰত যে ধনী হ'ব ঘৰ দেখিযেই ধৰিব পাৰি। প্ৰায তিনি কুৰি বছৰৰ মানুহ এজনে আমাক বহিবলৈ দিলে। নিশ্চয ল'ৰাৰ বাপেক মহী কাননগু।

বুঢাই সুধিলে— পিছে আপোনালোক?

বুজা গ'ল টংকেশ্বৰ বৰুৱাক তেওঁ চিনি পোৱা নাই।

বৰুৱাই ক'লে— আপোনালোকে ছোৱালী চাবলৈ যোৱাৰ কথা আছিল দেখোন। নোযোৱা দেখি আমিযেই আহিলোঁ। ভাবিলো শুভ কাৰ্যত

বুঢাই ক'লে— অ' বুজিছোঁ আপুনি টংকেশ্বৰ বৰুৱা। আপুনি যে ওলাবহি ভাবিবই পৰা নাছিলোঁ।

দুযো হাঁহিলে। মোক চিনাকি কৰি দিযা হ'ল।

কাননগু এবাৰ ভিতৰৰ পৰা আহিল আৰু নিজে চকী এখনত বহি লাহে লাহে ক'লে— মই আকৌ কালি চিঠি এখন দিম বুলিহে ভাবিছিলোঁ। বিপুলে ক'লে বোলে ছোৱালী হেনো সি নিজে চাবগৈ। মই সকাহ পালোঁ। এতিযা আৰু বুঢা কালত ঘূৰি ফুৰা দিন নাই।

মই মাত লগালোঁ— আজিকালি ল'ৰাইহে ছোৱালী চোৱাৰ দিন আহিছে। আগৰ দৰে বাপেক-মাকৰ পছন্দ মতে বিয়া পাতিবলৈ নিবিচাৰে। অৱশ্যে কথাটো ভালহে।

মোৰ কথাত টংকেশ্বৰ বৰুৱা আৰু মহী কাননগুৱে আমোদ পাই হাঁহিৰ ৰগৰ তুলিলে।

— এতিযা তেওঁ কলৈ গ'ল?

— পৰীক্ষা দি আহি কেইদিনমান ঘৰত আছিল। হাকিমৰ পৰীক্ষাটোৰ ইণ্টাৰভিউ পাইছে। সেই কাৰণে কালি গুৱাহাটীলৈ গৈছে।

এইদৰে কথা আৰম্ভ হ'ল। বুঢাৰ কথাৰ পৰা জানিব পাৰিলোঁ বিপুল চাৰি দিনৰ পিছত গুৱাহাটীৰ পৰা উলটিব আৰু সেইফালেই ছোৱালী চাই আহিব। ছোৱালীৰ ফটো সি পাইছে আৰু অপছন্দ হোৱা নাই বুলিও বুঢাই অনুমান কৰে। তাৰ বিযাখনৰ কাৰণে তেওঁ বৰ যত্ন কৰিছে। বিপুলৰ মাক নাই।

ঘৰুৱা কাম কৰিবলৈকে নিজৰ ছোৱালী এজনীৰ নৱম শ্ৰেণীৰ পৰা পঢ়া এৰুৱাব লগা হ'ল। বিপুলৰ বিয়াখনৰ পিছতহে ঘৰখন থান-থিত লাগিব ইত্যাদি।

জীয়েকে পোনতে চাহ দুকাপ আমাৰ আগত থ'লেহি। বৰুৱাই সুধিলে— মইনা, তোমাৰ নামটো কি?

— অণিমা।

ছোৱালীজনী বৰ তজবজীয়া যেনেই লাগিল। অনুমান হ'ল তেনেকুৱা ছোৱালীবোৰেই সাজি-কাজি এফালে ওলাই গ'লে চহৰৰ পাণ দোকানত খাপ পিটি থকা ল'ৰাবোৰে পিছফালৰ পৰা কিৰিলি পাৰে। এটা চিকুণ ডেকাৰ লগত চিনাকি হোৱাৰ অলপ দিনৰ পিছতেই দাদা আপুনি বৰ নিহকুটুমীয়া আমাৰ ফালে যাবলৈ পাহৰিলেই বুলি খুব আপোনভাৱে সিহঁতে ক'ব পাৰে। এমাহৰ পিছত জীৱন-যৌৱন, দূৰণিৰ পাহাৰ আৰু দূৰ দিগন্তই নীলা আকাশৰ অসীম বেদনাৰ কথা কৈ নিলিখা কবিতাৰ পাতনি মেলিব পাৰে।

কাননগুৱে ক'লে— আপোনালোকে কিন্তু ভাতমুঠি খাই যাব লাগিব।

আমি সবিনয়ে আপত্তি কৰিলোঁ। ৰান্ধনী ঘৰৰফালে কাঁহী-বাটিৰ শব্দ শুনা গ'ল। তেওঁ জীয়েকক কিবা কোৱা শুনিলোঁ। বোধকৰোঁ আমাৰ কাৰণে আন কিবা খোৱাৰ ব্যৱস্থা কৰাত বাপেক আৰু জীয়েক ব্যস্ত। তেওঁৰ কাৰণে দুখ লাগিল। গৃহিণী নথকাৰ কাৰণে আবিয়ে ছোৱালীৰ হাতে ভাত খাব লগা হৈছে। এই কথা আমাৰ আগত ক'বলৈকো সংকোচ নকৰিলে।

জীয়েক আৰু বাপেক ভিতৰত থাকোঁতেই এটা আচৰিত দৃশ্য উপভোগ কৰিলোঁ। আমি বাটত পাই অহা ছোৱালীজনী কোঁচত কেঁচুৱা এটা লৈ আমাৰ কাষতে পীৰা এখন পাৰি বহিল। তাই ভেবা লাগি আমাৰ ফালে চাই থাকিল। তাই যদি পাগলী, এনেকৈ শান্ত হৈ বহি থাকিব কিয়? তাইনো আমাৰ আগত বহিলহি কিয? মোৰ বৰ কৌতূহল হ'ল। কাননগু আমাৰ ওচৰলৈ আহিব খুজি তাইক দেখিয়েই উচপ খোৱা যেন কৰিলে। তৎক্ষণাৎ ভিতৰলৈ সোমাই গ'ল। অণিমাই আহি তাইক চুপ চুপাই ভিতৰলৈ নিবলৈ চেষ্টা কৰিলে। তাই গেঙেৰি দিহে উঠিল। ক'লে— নেযাওঁ যা, কি জেলেওত দিবি? মই এখেতসকলক এটা কথা ক'ব লাগে।

এইনো কি কথা ক'ব মই একো ভাবি নাপালোঁ।

ভিতৰত অণিমাই কোৱা শুনিলোঁ- পিতাই এই উঠিবই নোখোজে। কাননগুৰ মুখত মাত নাই। কিজানি লাজ পাইছে। পাগলী এজনীৰ নতুন আলহীৰ আগত ওলোৱা লাজৰ কথাই। অণিমাই ভিতৰৰ পৰা আহি খুব টানকৈ ক'লে— ভালে ভালে উঠ একা। চুলিঘটা খাবি।

এইবাৰ পাগলীৰ উগ্ৰমূৰ্তি। ক'লে— বাপেৰৰ সাহ'

তাই অণিমাক গঁতা মাৰি দি টংকেশ্বৰ বৰুৱালৈ চাই ক'লে— দেউতা, আপুনি মোৰ বাপেকীৰ লগৰ মানুহ। এটা কথা কওঁ। বিপুলক আৰু এজনী ছোৱালী নিদিব। চাওক, এইটো মোৰ কেঁচুৱা। ইয়াৰ ককাক কাননগু।

অণিমাই শুনিলে হ'বলা। তাই ভিতৰৰ পৰা বিস্বাশবদে লৰি আহিল। হাতত এখন মৈদা। পাগলীয়ে এখন হাতেৰে মৈদাখন কাঢি লৈ মাটিলৈ দলিয়ালে। অণিমাই কঁকালত হাত দুখন থৈ ফোঁপাই ফোঁপাই ক'লে— চালি, ইমানে তোক নুজুৰিলে। যা, ভালে ভালে যা। শাখিনী।

— নাযাওঁ যা। তোৰ দৰে নাটেসৰীজনীৰ কথা শুনিম? তোৰ দৰে মতা ভুলাই ভুলাই অনাই-বনাই ফুৰা তিৰোতা মই নহয়। (অশ্লীল, অণিমাৰ অসতী কাৰ্যৰ বিষয়ে অশ্ৰাব্য অভিমত)

এতিযাহে আমাৰ তাইলৈ বেছি কৌতূহল হ'ল। কিন্তু খন্তেকতে পাগলীয়ে যেন যেন্নাহে মেলিছে। কেঁচুৱাটো মাটিত থৈ মৈদাখন দাঙি অণিমাৰ মূৰত মাৰেই! কথা বিষম হ'ল। নিজৰ হাতখন কটা যোৱাৰ আশংকা থকা সত্ত্বেও মই থাপ মাৰি মৈদাখন বহু কষ্টৰে কাঢ়ি লোৱাতহে অণিমাৰ মূৰ দুফাল নহ'ল। তাইক খুব জোৰেৰে হেঁচা মাৰি ধৰিলোঁ। তাই ফোঁপাই দাঁত কৰচি আপোনমনে কৈ গ'ল— এয়েই যত কূটৰ ঘাই। তাইৰ লগত জিলালৈ মেলা চাবলৈ যাওঁতেই এই অৱস্থা। তাতেই সি সুবিধা পালে। তাযো (অশ্লীল) মতা বিচাৰি ল'লে। মোকো ককাযেকৰ হতুৱাই লেঠাত পেলালে। তাইহে বেশ্যা। এই চালি (অশ্লীল)।

অণিমাৰ আৰু সহ্য নহ'ল। তাই দুখৰি পীৰাখন দাঙি লওঁতেই মই কাঢ়ি ল'লোঁ আৰু ঠেলি ভিতৰলৈ পঠাই দিলোঁ। পাগলীয়ে আকৌ চোঁচা লৈছিল। মই দুৱাৰ ভেটি ধৰিলোঁ। তাই বকিবলৈ ধৰিলে— ইস সি আকৌ দুমাহমান কি মিহি মিহি কথা ক'লে! কিমান লোভ দেখুৱালে! দেউতাহঁত মোৰ বিয়া একৰকম হৈ গৈছে। সি মোৰ পৈ যদিও পাতকী। মোক দেখিব লাগে বুলিয়েই ঘৰলৈ নাহে ।

পাগলীৰ চিঞৰি চিঞৰি কোৱা কথা আৰু ভিতৰত অণিমাৰ বলকনিয়ে গোটেইখন হৌজাল-বৌজাল লগালে। টংকেশ্বৰ বৰুৱা চকীত পুতলাৰ দৰে বহি থাকিল। ভিতৰত মহী কাননগু আছেনে নাই ক'বই নোৱাৰি। কিজানি আছে। এইবোৰ হুলস্থূলৰ মাজত উপস্থিত থাকিবলৈ লাজ পাইছে হ'বলা।

এনে সময়তে পদূলিমুখত এটা দুৰ্বল কণ্ঠৰ মাত শুনি পাগলী থমকি ৰ'ল। পদূলিমুখলৈ চালোঁ। এটা কংকালসাৰ বুঢ়াই কৈছে— যামিনী, গুচি আহ। আমি সিহঁতৰ লাযেকৰ নহয। গুচি আহ। তই কাজিযা কৰিলে কি লাভ হ'ব?

কংকালসাৰ মানুহটো লাখুটিডালত ভৰ দি দি আঁতৰি গ'ল। যামিনীয়ে কান্দি থকা কেঁচুৱাটো কোঁচত তুলি ল'লে। খুব আদৰ কৰি চুমা এটা খালে আৰু অতি নিৰ্জু ছোৱালীজনী হৈ ওলাই গ'ল।

আমি বহি থকা কোঠাটো কঠোৰ নীৰৱতাই গ্ৰাসি পেলালে। কোনেও কাৰো মুখলৈ চোৱা নাই। মহী কাননগু আমাৰ আগলৈ আহিল। মই লাজতে তেওঁৰ মুখলৈ নাচালোঁৱেই। কিন্তু লাজ পাব লাগিছিল টংকেশ্বৰ বৰুৱাই। বেছি লাজ পাব লাগিছিল মহী কাননগুৱে। তেওঁলোকৰ মুখৰ পৰা তেনে ভাব ধৰা নপৰিল। অণিমাই খোৱা বস্তু টেবুলত সজাই দিলে। কাননগুৱে খাবলৈ অনুৰোধ কৰিলে। টংকেশ্বৰ বৰুৱাই মোৰ মুখৰ ফালে চাই খোৱা বস্তুত হাত দিলে। মযো খোৱাৰ দৰে ইচ্ছা প্ৰকাশ কৰিলোঁ। কিন্তু ঘৃণাতে সেইবোৰ বস্তু হাতেৰে নুচুলোঁ। কাননগুৱে মোক দুনাই অনুৰোধ নকৰিলে। হয়তো মোৰ দৰে মানুহ এটাক আপ্যায়িত কৰিবলৈ তেওঁৰ ইচ্ছা থাকিলেও মোৰ দৰে মানুহ এটাই বেযা পোৱাৰ কাৰণে তেওঁ আক্ষেপ নকৰে। এই কথা দুযোজন ভাবী বিয়েৰ আলোচনাৰ পৰাই বুজিলোঁ। মোৰ ক্ৰোধ সম্বৰণ কৰি থকাই টান হৈ পৰিল। মুখ জপাই থাকিবলৈ যথেষ্ট সংযম লাগিছিল।

কাননগুৱে কৈছিল— আপোনালোকৰ এনেযে দুখ হ'ল। ল'ৰাটিও নাই। আকৌ এইবোৰ অঘটনো হৈ গ'ল। মোক ক্ষমা কৰিব।

টংকেশ্বৰ বৰুৱাই কৈছিল— এস্, আপুনি কিয় ইমান চিন্তা কৰিছে? মই সেইবোৰ সৰু-সুৰা কথা ধৰা বিধৰ মানুহ নহয়। ডেকা কালত কাৰনো এনে নহয়। পিছত বিয়া-বাৰু কৰালে সকলো ঠিক হৈ যায়।

কাননগুৱে কৈছিল— এৰা, তাৰো হাকিমৰ পৰীক্ষাটোৰ ভাল খবৰ এটা ওলালে শতৰুৰ মুখত ছাই পৰিব। মোৰ ল'ৰাৰ বহুত শতৰু। সি দোপতদোপে উঠি যোৱা দেখি সকলোৰে চকু পুৰিছে।

ঘৰলৈ উভতি আহোঁতে বৰুৱা আৰু মই একো কথা-বতৰা হোৱা নাছিলোঁ। এৰা-এৰি হোৱাৰ সময়ত তেওঁ কৈছিল— তুমি আকৌ এইবোৰ কথা কামাখ্যাৰ মাকৰ আগত নক'বা। জানিছাই নহয় আজিকালি ভাল ল'ৰা এটা যোগাৰ কৰিবলৈ কিমান টান।

শুনিযেই আমাৰ শ্ৰীমতীয়ে কোৱা মতেই কামাখ্যাৰ সকলো গুণ এটা এটাকৈ মোৰ মনত পৰিছিল। তাইৰ সুন্দৰ-শান্ত মুখশ্ৰীয়ে মোৰ মনত বিদ্ৰোহৰ ঢৌ তুলিছিল। যিমান সোনকালে পৰা যায় সিমান সোনকালে এটা নিষ্ঠুৰ জন্মদাতাৰ কাষৰ পৰা আঁতৰি আহিছিলোঁ আৰু স্বস্তি অনুভৱ কৰিছিলোঁ।

# কালকল্প

পুৱা চাহ খাবৰ সময়ত শ্ৰীধৰ বাযনক লৈ আলোচনা হ'ল।

'দেউতাই যে চিঠিখন দিছিল। মই চিঠিখন এবাৰ পঢ়ি কেইবাবাৰো চালোঁ। আখৰবোৰ বৰ ভাল। কিন্তু 'ৰ'বোৰৰ তলত ফুট দিয়া কিয়?' তৰলাই কথা-প্ৰসংগতে ক'লে। ল'ৰা-ছোৱালীকেইটা পঢ়া ঘৰটোত।

বৰুণে বিজ্ঞৰ দৰে ক'লে, "তুমি এতিয়াও নাজানা? দেউতাই (গাঁৱত থাকোঁতে 'পিতাই' বুলিযেই সমধ ধৰিছিল, এতিয়া ঘৈণীযেক আৰু পুতেকহঁতক শুনাইহে দেউতা বুলি কয) ছাত্ৰবৃত্তি স্কুললৈকে বঙলা পঢ়িছিল। সেযেহে 'ৰ'ৰ তলত ফুট দিয়া অভ্যাসটো থাকি গ'ল।"

তৰলাই তৰলভাৱেই হাঁহি উঠিল। বৰুণে কিন্তু ভাল নাপালে। কাণ দুখন শহাকণীয়া কৰি পঢ়াৰ কোঠালিৰ পৰা শুনিবলৈ পালে, মন্টুহঁতে পঢ়া-শুনা কৰা নাই। কেতিযাও নেদেখা বা কেতিয়াবা দেখিছিল যদিও মনত পেলাব নোৱাৰা গাঁৱত থকা ককাকৰ বিষয়ে অতি কৌতূহলেৰে আলোচনা কৰিছে। সিহঁতৰ ককাক বাৰু কেনেকুৱা হ'ব পাৰে? মূৰত পাগুৰি মৰা, নাকৰ তলত মৰাপাট যেন গোঁফ? দাঁত সোলা চকুত বিতচকু? থুঁতৰিটো ঘূৰাই ঘূৰাই পাগুলি পাগুলি খুন্দা তামোল খাব? সিহঁতক ডবিযাবনে, মৰম কৰিব?

তৰলা — দেউতা আজি ভালেমান বছৰ অহা নাই। পাঁচ বছৰমান হ'ল কিজানি।

বৰুণ — উদযৰ বাৰু কেইবছৰ হ'ল?

তৰলা — আঠ বছৰ। আগষ্টৰ ন তাৰিখৰ পৰা ন বছৰত সোমাব।

বৰুণ — তেনেহ'লে দেউতা নহাও আঠ বছৰ হ'ল। কাৰণ উদয় ওপজা বছৰেই দেউতাই গণক এজন লৈ আহিছিল, তাৰ সোঁৱৰণী কৰাবলৈ। এটা কথা। তুমি এই কেইদিন সাৱধানে চলিব লাগিব। দেউতাই কিন্তু হেৰ-ফেৰ দেখিলে শুদাই নেৰে।

তৰলা — মইনো ইমান অলাযক হ'লোঁনে? এই বযসতো তুমি সাৱধান কৰি দিবলগীয়া হ'ল?

বৰুণ — নিশ্চয়। আমাৰ টাউনীয়া ঢং দেখিলে কিন্তু দেউতা এদিনো নাথাকিব। মই এতিযা বাছষ্টেগুৰ পৰা দেউতাক আনিবলৈ যাওঁৱেই। দেউতাৰ লগত ঘৰলৈ আহি তোমাক পিছে সাইলাখ গাঁৱলীয়া বোৱাৰী যেন অৱস্থাত পাব লাগিব।

তৰলা — সেযানো কেনে ধৰণৰ কথা?

বৰুণ — কিনো টাউনীয়াজনী দেখুৱাইছাহে! আঠ-ন বছৰৰ আগতে তোমালোকৰ শিৱসাগৰখন জানো টাউন আছিল? এতিযাও কেইঘৰমান মানুহে দিখৌৰ পৰা কলহেৰে পানী তোলে,— ঘাঁহীৰ বোৱাৰী-জীয়ৰীয়ে কলঙৰ পৰা পানী তোলাৰ দৰেই। শুনা, আজিকালি আকৌ বোৱাৰীবোৰে ওৰণি নোলোৱা হ'ল। ওৰণি ল'লে হেনো গাভৰু গাভৰু নালাগে। সেওঁতাত সেন্দুৰৰ সেৰাটোও এনেকৈ লয় যে এফুট ওচৰৰ পৰাহে মণিব পাৰি, বিয়া কৰাইছে বুলি ধৰিব পাৰি।

তৰলা — আজিনো পুৰাই বকলা মেলিবলৈ কিহে পাইছে?

বৰুণ — স্বৰূপ কথাই কৈছোঁ। দেউতাই এইবোৰ সহিব নোৱাৰে। তুমি এই কেইদিন কপাল ঢাকি ওৰণি লৈহে দেউতাৰ আগত ওলাবা। চেণ্ডেলেৰে চেটেপ্ চেটেপ্ কৰি নাকী নলগোৱা ম'হজনীৰ দৰে ঘূৰি নুফুৰিবা।

তৰলা — হায় মোৰ কপাল! তিনটাৰ মাক হ'লোঁ এতিয়াও তোমাৰ চকুত আপচু হৈয়ে থাকিলোঁ।

বৰুণ — মইতো সদায় এনেকৈ থাকিবলৈ কোৱা নাই! দেউতা তিনি দিন থাকিব। এই তিনি দিনহে। মাথোন বাসত্তৰ ঘণ্টা।

তৰলাই তৰল আল্‌তাবুলীযা ওঁঠ দুখন দুকাষে কিঞ্চিৎ বিয়পাই দিলে। সূক্ষ্ম দৃষ্টিৰ বৰুণৰ মতে তাই মিচিকিযালে। সি ভাবিলে, তৰলাই তাৰ কথা শুনি ওফোন্দ পাতিছে যদিও আহত হোৱা নাই। সৰ্বশেষত অধ্যাপক বৰুণ বৰুৱাৰ শুকান মুখত (ক'চিং ক্লাছ লোৱা, বিশ্ববিদ্যালযৰ দ'ম দ'ম প্ৰশ্নোত্তৰ কাকতৰ মাজত ডুব গৈ থকা বুদ্ধিদীপ্ত শুকান মুখ) হৰ্ষতডিৎ প্ৰতিভাত হ'ল।

সি তৰলাৰ ওচৰৰ পৰা আঁতৰিল। চাইকেলখন বাৰাণ্ডালৈ উলিয়ালে আৰু ফটা-কানি এখনেৰে চেইনডাল মুচিলে। 'মডগাৰ্ড' এচটা একতীয়া হৈ আছিল। এহাতে চাইকেলখন থিয় কৰাই ৰাখি ইটো হাতেৰে 'মডগাৰ্ড' চটা আঁজুৰি চাইকেলৰ ফ্ৰেমৰ লগত এক সমতলত ৰাখিলে।

ভিতৰত তৰলাই বজাৰৰ ফৰ্দখন লিখিছে। বৰুণে বজাৰ কৰে মানে চাৰে নটা বাজিব। শহুৰেক দহটাৰ বাছত আহিব। বৰুণে ৰিক্সা এখনত বুঢাক তুলি ঘৰলৈ আনিব। তৰলাই বজাৰ কৰা মোনা তিনিটা চাইকেলত আঁৰি দিলেহি আৰু ক'লে— 'খন্তেক ৰোৱা, মই বস্তুবোৰৰ নাম লিখি আছোঁ।'

খন্তেকৰ পিছতে ফৰ্দখন বৰুণৰ হাতত দিলেহি। বৰুণে খুব মনোযোগেৰে পঢ়ি গ'ল : চুজি— এসেৰ, মচুৰ মাহ—আঢৈ সেৰ। মাছ—দুটা দীঘল ডেচ। লাক্স পাউদাৰ—এটা, ব্ৰেকেটৰ ভিতৰত 'ফেমিলি ছাইজ্'। ডালডা - এক টিন, ব্ৰেকেটৰ ভিতৰত 'এক কিলোগ্ৰামৰ।'

(শব্দৰ মুকলি ব্যাখ্যা—(১) লাক্স পাওদাৰ—তাল মিচিৰিৰ দানাৰ দৰে বস্তু। পানী দি, সেই পানীত কাপোৰ জুবুৰিয়ায়েই মলিনমুক্তিৰ ফল পোৱা যায়। কাপোৰত চাবোন ঘঁহাটো কষ্টসাধ্য আৰু হাস্যকৰভাৱে পুৰাতন ৰীতি কাৰণেই দয়ালু কোম্পানীৰ এই অপূৰ্ব ব্যৱস্থা। ই গৃহিণীৰ আশীৰ্বাদ আৰু ধোবা-ধুবুনীৰ শত্ৰু। (২) কলগেট—এবিধ গুড়ি লুথৰিৰ দৰে বস্তু, ইয়াৰে দাঁত মাজিলে আপোনাৰ দাঁত চিত্ৰ-তাৰকাৰ দৰে চিকমিকীয়া বগা কৰে। (৩) টিনোপল—কাপোৰ নতুনতকৈও বেছি বগা কৰিব পৰা এবিধ যৌগিক পদাৰ্থ। পেশীৰ কষ্ট নোহোৱাকৈয়ে অৰ্থাৎ থুকুচি নথকাকৈ কাপোৰ গাখীৰ-বগা হয়। কাপোৰত নীল দিব নালাগে। ই গৃহিণীৰ পৰম বন্ধু, ৰজক-ৰজকিনীৰ অষ্টম আশ্চৰ্য। (৪) ডালডা— ব্যাখ্যাতীত আৰু সম্প্ৰতি ব্যাখ্যা বহুবঙ্কিতাৰহে পৰিচায়ক। কিমধিকমিতি।)

ভ্ৰূসংকুচিত কৰি বৰুণে সুধিলে, "এইকেইদিনতে ডালডা 'ঘিউ' এক কিলোগ্ৰাম আদায় হ'লনে?" সদায় বজাৰ কৰা অধ্যাপকৰ চকুত সন্দেহৰ ছাঁ।

তৰলাই উত্তৰ দিলে, "আপুনি গুৱাহাটীলৈ 'স্ক্ৰুটিনি'ত যোৱাৰ সময়তে মিছেহ্ ভূঞাইঁতক খাবলৈ মাতিছিলোঁ। সেই কাৰণেই এইবাৰ 'ঘিউখিনি' আগতকৈ চাৰি দিনৰ আগতে আদায় হ'ল।"

(এইখিনিতে বুদ্ধিমান পঢ়ুৱৈক খুব ভালকৈ জনা কথা এটা সোঁৱৰাই দি আমনি দিয়াৰ বাবে ক্ষমা-প্ৰাৰ্থনা বিচাৰিছোঁ। ডালডা বনস্পতি যদিও নতুবা ভেষজ তৈলৰ ৰাসায়নিক যাদু। ই গৃহস্থালিৰ মুখত 'ডালডা ঘিউ' নামে প্ৰচলিত। বোধকৰোঁ বহিঃ প্ৰকৃতি (Morphology) ঘিউৰ দৰে (অৱশ্যে ম'হৰ ঘিউৰ দৰেহে, গৰুৰ ঘিউ অলপ ফেঁহু বৰণীয়া বুলিহে শুনিছোঁ।) কাৰণে নতুবা ইয়াত 'এ' আৰু 'ডি' খাদ্যপ্ৰাণ মিহলি থকাৰ কাৰণে ঘিউৰ সন্মান দিয়া হৈছে)।

হঠাতে বৰুণৰ কপালৰ থিয় ৰেখা দুডাল আৰু দ' হৈ পৰিল। তাৰ দেউতাকৰ খোৱা-বোৱাত বৰ বিলাস। যদি এইবোৰ 'ঘিউ' নাখায় তেনেহ'লে তেওঁ খোৱা ঘিউ ক'ত যোগাৰ কৰিব? ডিব্ৰুগড চহৰত ক'ত তেনে ঘিউ পায় সি নাজানে। জানিছিল পোন্ধৰ বছৰৰ আগতে। গাঁৱৰ জীৱনৰ পৰা পহিলা টাউনলৈ আহি সি টাউনৰ উত্তৰফালে থকা শালীগ্ৰাম বাহাদুৰৰ পৰা শুধ ঘিউ কিনিছিল। এতিয়া শালীগ্ৰামো জীয়াই থকা নাই, সেই ঠাইৰ নেপালীবস্তিখনো গৰাখহনীয়াত জাহ গ'ল।

সি এটা হুমুনিয়াহ কাঢ়িলে। চাইকেলখন টানি টানি আলিত উঠিলগৈ। তৰলা ভিতৰত কাম-বন কৰাত লাগিল। মণ্টু, উদয় আৰু ৰাণুৱে বাপেক যোৱাৰ উমান পায়েই ৰেডিঅ'টোৰ ওচৰ পালেহি আৰু খন্তেকতে—'ছৰ্টৱেভ'ৰ উনৈশ মিটাৰে,—ইমান পৰে বায়ুমণ্ডলত নিতাল হৈ থকা চিলোন কেন্দ্ৰৰ বিজুলী-চুম্বকৰূপী সংগীত তৰংগ মুখৰিত কৰি তুলিলে— ইনা দিনা ডেকা দানী ডে'কা নে'কা ৰং পম্ পৌ ৰম পম্ পৌ

* * *

'মধুবালা' নামৰ ছাৰ্ভিচ বাছ এখনৰ পৰা শ্ৰীধৰ বায়ন নামি আহিল। এহাতে এটা টোপোলা আৰু ইটো হাতত এলুমিনিয়ামৰ বাচন এটা। ডেৰ হাতমান দীঘল হ'ব। সদায় চাঙেৰী টেঙা আৰু ফুট ছাইৰে ঘঁহি থকাৰ কাৰণে এলুমিনিয়ামে ৰূপৰ ৰং লৈছে। পাত্ৰটোৰ সুকীয়া নাম আছে যদিও বুঢ়াইহে জানে। মুঠতে ইয়াক আধুনিক ধৰণৰ চুঙা এটা বুলি ক'ব পাৰি। বৃত্তাকাৰ মুখখন কব্জাৰ যোগেদিহে ওপৰলৈ তুলিব পাৰি।

পুতেকে লৰালৰিকৈ বুঢ়াৰ হাতৰ পৰা বস্তু কেইপদ লৈ মাটিত থ'লে। ভৰি চুই প্ৰণাম কৰিলে আৰু ৰিক্সা এখন চিঞৰিলে।

বুঢ়াই ক'লে, "সেইখন,— মানুহে টনাখন— নালাগে বোপাই। সেইখনত উঠিলে মানুহৰ কান্ধত উঠাহে হ'ব।"

বৰুণ উভয় সংকটত পৰিল। তাৰ ক'বৰ ইচ্ছা আছিল যে তেওঁ নুঠিলেও আনে উঠিব। ৰিক্সাবালাক জীয়াই ৰখোৱাও প্ৰত্যেক নাগৰিকৰ কৰ্তব্য। এনেকৈয়ে কত শ শ মানুহ বৰ্তি আছে' সি শুনিছে বোলে ডিব্ৰুগড়তেই গোটেই ভাৰতৰ ভিতৰত সৰহসংখ্যক ৰিক্সা আছে।

কিন্তু নানা ধৰণে বুজোৱাতো বুঢ়া অচল-অটল। উপায় নাই। সি বুঢ়াৰ টোপোলাটো চাইকেলৰ কেৰিয়াৰত কোনোমতে গুজি ল'লে। "জগটো হেন্দেলডালত আঁৰি ল'।" বুঢ়াৰ আদেশ অনুসৰি বৰুণে

জগটো (বুঢ়াই কওঁতেহে এইটোক জগ বোলে বুলি মনত পৰিল) তেনেকৈ আঁৰি ল'লে।

"এইডোখৰ ঠাইক চৌকিডিঙি নোবোলে জানো?"

"তেনেহ'লে তোৰ মনত আছে।"

"ইযাৰ পৰা তোৰ ভাৰাঘৰলৈ কিমান দূৰ? আছনো কোনখিনিত?"

"আমোলাপট্টিত। ডেৰ মাইল হ'ব।"

"এইকণ বাটৰ কাৰণে ৰিক্সা এখন ধৰিবলৈ তোৰ লাজ নালাগে! সিফালে আকৌ ডেকা মানুহ।"

শ্ৰীধৰ বায়নে হলং হলংকৈ খোজ ল'লে। সেই খোজৰ লগত বৰুণে তাল মিলাব নোৱাৰা হ'ল। তিনিকুৰি সোতৰ বছৰ হ'ল, বুঢ়াৰ এতিযাও কলাফুল নোদোকা। প্ৰায় ছফুট শৰীৰটো শালগছ এজোপাৰ দৰে পোন। চুলিখিনি এতিযাও দুবৰি বন যেন ডাঠ। অৱশ্যে কাণৰ ওপৰত ডেৰ ইঞ্চিমানকৈ পকিছে। গোঁফকোছা গোটেই পকি মুখখন আৰু শুৱনি কৰি তুলিছে। গাৰ ৰং এতিযাও নিমজ, ফেঁহু হালধীযা। বৰুণে বাপেকক কেইবছৰমান দেখা নাছিল। আজি এনে সুপুৰুষ বাপেকজনৰ পিছে পিছে গৈ সি সঁচাকৈয়ে গৰ্ব অনুভৱ কৰিলে আৰু তাৰ নিজৰ বয়সটোও যেন দহ বছৰ কমি গ'ল। বৰুণৰ ভাব হ'ল, চহৰৰ এই গতানুগতিক আলিটোত বুঢ়া এটি সুন্দৰ ব্যতিক্ৰম। সত্ৰৰ প্ৰকাণ্ড নামঘৰৰ ৰখীয়া ৰহস্যময় বুঢ়া ডাঙৰীযাইহে যেন হঠাতে চহৰ প্ৰদক্ষিণ কৰিছেহি! মানুহনো এই বয়সলৈকে ইমান ধুনীয়া হৈ থাকিব পাৰেনে? বাপেকৰ তুলনাত বৰুণ তেনেই কিবাটো। বৰ গছৰ কাষত চিচিৰিঙা পৰা গমাৰি পুলি।

বজাৰ কৰি অনা বস্তুখিনি আৰু বাপেকৰ টোপোলাটোৰে চাইকেলখনত মেটমৰা ওজন। জগটোও কম গধুৰ নহয়। পাঁচ-ছসেৰমান কিবা বস্তু আছে। চাইকেল টানি টানি তাৰ ভাগৰ লাগি গৈছে।

"তই কিবা সকামত আহিলি নেকি?"

"অঁ, বৰ ডাঙৰ লেঠা। অফিচত এই নাজিৰ-চিৰস্তাদাৰ-বাহক এসেকা দিওঁ বুলি ভাবিছোঁ। ইহঁতে ডেৰ বছৰ মোৰ পেন্সনটো বন্ধ কৰি থৈছে।"

শ্ৰীধৰ বায়ন মণ্ডল কাম কৰি পেন্সন পোৱা মানুহ।

"মোকনো খবৰ নিদিলি কিয? মই সকলো ঠিক কৰি দিলোঁহেঁতেন।"

"ভাবিলোঁ, তই নোৱাৰিবি। কেৰাণীৰ মেৰপাক প্ৰফেচাৰ হৈ কি বুজিবি? তথাপি সিহঁতৰ টেবুলৰ ওচৰত এম এ পাছ ল'ৰা এটা থিয হৈ থকাটো পছন্দ নকৰোঁ। সিহঁতে হেনো আজিকালি ভুলতো চকী এখনত বহিবলৈ নকয়। মই কিন্তু দেদাউৰি পাৰি বেঙে মূতা গৰুৰ দৰে কঁপোৱাম নহয়!"

বৰুণে একো অভিমত নিদিলে।

ঘৰ পাই বুঢ়াই পোনেই চকী এখনত ভৰি তুলি বহি ল'লে। গৰম লাগিছে কাৰণে পাঞ্জাবী চোলাটো খুলি চকীৰ হাতলত থ'লে। মণ্টু, উদয় আৰু ৰাণুৱে ককাকৰ ফালে ৰ' লাগি চাই ৰ'ল। সঁচাকৈয়ে সিহঁতৰ ককাক ইমান সভা-শুৱনি মানুহ! ৰাণুৱে ভাবিলে, সাধুৰ কিতাপত থকা সূৰুয মামাৰ দৰে।

"ইহঁত বৰ একোটা হ'ল। পিছে চেহেৰাহে দেখোন খোজত হামখুৰি খাই পৰা বিধৰ।" গাঁৱৰ ল'ৰা-ছোৱালীবোৰৰ তুলনাত ইহঁতক নিশকতীয়া দেখি বুঢ়া চিন্তিত হ'ল। ওৰণি টানি বোৱাৰীয়েক

ওচৰত হাজিৰ হ'ল।

"বোৱাৰী, এই টোপোলাটো খুলি বস্তুকেইপদ ভগাই -বটাই খা।"

"ভাল দেউতা।"

"ইহঁতৰ নামবোৰ কি কি?"

আটাইতকৈ সৰুটোৱে মাত লগালে, "মোৰ নাম শ্ৰীৰজত বৰুৱা। ঘৰত ৰাণু বুলি মাতে।" বুঢ়াৰ মৰম লাগিল। ওচৰলৈ মাতি ৰাণুক মূৰত হাত ফুৰাই সাদৰ কৰিলে। বাকী দুটাৰ নাম আৰু কোন শ্ৰেণীত পঢ়িছে জানি ল'লে।

তৰলাই বুঢ়াৰ টোপোলাটো খুলি পালে— তিনি আৰী মালভোগ কল, চাৰিটা বখলীযাই থোৱা শুকান নাৰিকল, এপোৱামান মলা ধঁপাত, হোকা, চিলিম আৰু এটা মৌজোলৰ বটল। জগটোত কি আছে এতিয়ালৈকে খুলি চোৱা নাই।

কল দুটামান আৰু নাৰিকল এটা ভগাই খোৱাৰ পিছত ৰন্ধা-বঢ়াৰ আযোজন হ'ল, শ্ৰীধৰ বাযনে তিয়নি পিন্ধি গা ধুই আন এসাজ কাপোৰ পিন্ধিলে।

সকলোৱেই জানে যে বুঢ়া ভোজন-বিলাসী। অকণমান ৰন্ধাত হেৰফেৰ হ'লে বা খোৱা বস্তুৰ ভাল যোগাৰ নহ'লে খং উঠে আৰু একো খাব নোৱাৰে। দুপৰীয়া খাই কেনে পালে পুতেক-বোৱাৰীয়েকে একো ধৰিব নোৱাৰিলে। বেলি বহাৰ পিছতহে বুঢ়াৰ পৰা অলপ অসুবিধা হ'ল। ধঁপাত জ্বলাবলৈ তেওঁক অঙঠা লাগে। কিন্তু ঘৰত ক'তো অঙঠা নাই। আজিকালি তৰলাই খৰি ব্যৱহাৰ নকৰে। জনতা ষ্টোভহে জ্বলায। বৰুণ অসুবিধাত পৰি গ'ল। লৰালৰিকৈ চাইকেল মাৰি এপোলা খৰি আনিলে। খৰিৰহে যি দাম, এশচটা খৰিত ডেৰ টকা লাগে। এই খৰিৰে কোনোমতে ধঁপাতৰ কাৰণে অঙঠা কৰা হ'ল। বুঢ়াই ধঁপাত হুপি হুপি ৰাণুৱে পঢ়া-শুনা কৰাকে লক্ষ্য কৰি থাকিল। ৰাণুৱে তৃতীয় শ্ৰেণীত পঢ়ে। সি হেনো পঢ়া-শুনাত বেছ ভাল। এতিযা সি ভূগোল পঢ়ি আছে। বুঢ়াই টেবুলত থকা সাহিত্যৰ কিতাপ এখন হাতত ল'লে আৰু আজিকালিৰ কিতাপতনো কেনেকুৱা কথা লিখা থাকে তাকে জানিবলৈ পাত লুটিযাই গ'ল। হঠাতে তেওঁৰ চকুত পৰিল, এটা পাতত কুকুৰা শব্দটোৰ তলত আঁচ দিযা আছে আৰু শব্দটোৰ ওপৰত পেন্সিলেৰে লিখা আছে 'মুৰ্গী' বুলি। বুঢ়াৰ বুজিবলৈ বাকী নাথাকিল যে ৰাণুৱে মুৰ্গী বুলিলেহে চৰাইটো কি বুজিব পাৰে, কুকুৰা চৰাই কি বস্তু কিতাপখনৰ পৰাহে গম পালে। ইহঁতৰ খোৱা-বোৱা আৰু পিন্ধা-উৰাত যে লাগ-বান্ধ নাই, ভাষাও বিজতৰীয়া হৈ পৰিছে।

"ৰাণু, তোৰ আজি পৰীক্ষা ল'ম দেই।"

"ককা, মই হ'লে মৌখিক ধৰিলে বৰ টান পাওঁ।"

"মৌখিক নধৰোঁ। সাহিত্যহে ধৰিম। এইকেইটা শব্দৰ অৰ্থ ক'ব লাগিব।"

ৰাণুৱে ককাকৰ মুখলৈ উৎসুক হৈ চাই ৰ'ল।

ককাকে অলপ চিন্তা কৰিলে আৰু ক'লে, "এই শব্দকেইটাৰ অৰ্থ লিখি দে— খৰিচা, কাহুদি আৰু মাটিকাদুৰি। পাৰিবিতো?"

কথাটো সুধিয়েই বুঢ়াই তাৰ মুখলৈ চাই হাঁহিলে। ভাবিলে, ৰাণুৱে যে নোৱাৰেই, হায়াৰ ছেকেণ্ডাৰীত পঢ়া ককাযেক মণ্টুৱেও নোৱাৰে। মাকে জানেনে নেজানে তাৰো সন্দেহহে।

"ককা, এই শব্দ আমাৰ 'সুৱদি সপোন'ত নাই। ছাৰেও শিকোৱা নাই।" ৰাণুৱে বিবুধি হৈ

ক'লে। বুঢা খুব দুখ কৰা যেন দেখুৱাই অলপ পৰ থমকি ৰ'ল আৰু লাহে লাহে হুমুনিয়াহ ওলোৱাৰ দৰে কথাকেইটা ওলাই পৰিল, "জানো। তইঁতে এইবোৰ চিনি নেপাব।"

ৰাতি ভাতৰ পাতত ককাৰ মুখ দেখিযেই বুজা গ'ল যে খোৱা-বস্তু মনোমত হোৱা নাই বা ৰন্ধা-বঢা ভাল হোৱা নাই। দুগৰাহ ভাত খাই ককা অলপ পৰ ৰ'ল। নাতি তিনিটাও ভাতৰ পাতত। সিহঁতে ককাকলৈ আচৰিত হৈ চাই ৰ'ল। বৰুণে সন্ত্ৰস্ত হৈ তৰলাৰ মুখলৈ চালে।

শ্ৰীধৰ বাযনে এইবাৰ ভাতৰ পাতত আগতকৈ বেছি পোন হৈ বহিল। হেতা এখন হাতত লৈ থিয় দি থকা বোৱাৰীযেকলৈ চাই ক'লে, "আই অ', কাইলৈ পুৱাই মোৰ যাবৰ ইচ্ছা গৈছে। তইঁতৰ ইয়াত মোৰ নুসুজে।"

"কি হ'ল দেউতা?"

"একো হোবা নাই। হযতো ভালেই ৰান্ধিছ। কিন্তু মই হ'লে এনেকৈ খোৱা নাই কাৰণে ৰুচি পোৱা নাই।'

বুঢাই মুখ ফুটাই ক'বলৈ টান পালে যে কলত বনোৱা চাউলৰ ভাত সেৰেকা সেৰেকা লাগিছে। অকণো সা-সোৱাদ নাই। বাটিত মাছৰ টুকুৰাডোখৰ বৌ মাছৰেই। কিন্তু খৰখৰীয়াকৈ ভাজি লৈহে আঞ্জাত দিযাত সোৱাদ নোহোৱা হ'ল। কাচকলৰ ভজাখন ভালেই হৈছে। পিছে মিঠিগুটি অলপ কম হ'ব লাগিছিল আৰু অলপ থুপথুপীযাও হ'ব লাগিছিল। মচুৰ মাহৰ আঞ্জাকণ সিমান বেয়া হোৱা নাছিল যদিও মাজে মাজে শুকান জলকীযা একোটাৰ অংশ বিশেষ আছে কাৰণে তেওঁ ভাল পোৱা নাই। যিখিনি তেলত এই আঞ্জা পাগ কৰা হৈছে সেযা তেলৰ বাচটোও নাকত লাগিছে। এখন বাতৰিকাকতত পোৱা কথা তেওঁৰ মনত পৰিল—আজিকালি মিঠাতেলত বাদামৰ তেল মিহলায়। কেতিযাবা ম'বিল মিহলাযো বিষাক্ত কৰে।

নাতিকেইটাই তৃপ্তিৰে সকলো খোৱা কাৰণেহে শ্ৰীধৰ বায়নৰ আচৰিত লাগি গ'ল। ইহঁতৰ নাকত বাদাম তেল আৰু ভেজাল বস্তুৰ গোন্ধ কিজানি অভ্যস্ত হৈ পৰিছে। পোহাৰীয়ে মাছৰ গোন্ধ নোপোৱাৰ দৰে চাগৈ ইহঁতে ক'ত কি মিহলাইছে তাৰ গোন্ধ ধৰিব পৰা ক্ষমতা হেৰুৱাইছে।

বুঢাৰ আজি খুব ভোক লাগিছিল। বোৱাৰীয়েকে কথাটো ধৰিব পাৰিলে। সেযেহে লাজ-চৰম কাটি কৰি থৈ সুধিলে, "দেউতা, যদি এযা ৰন্ধা বেযা পাইছে, আপুনি অনা ঘিউকে দিওঁনে কি?"

বুঢাই টপৰাই ক'লে, "ঘিউ আছে নেকি? সেযা মই নাতিকেইটাৰ কাৰণেহে আনিছিলোঁ। অলপহে আছে চাগৈ। বাৰু, লগতে অলপ মৌ আনিবি।"

তৰলাই ঘিউ আৰু মৌ সুকীযা বাটি এটাত দিলে। বৰুণ আৰু মণ্টুহঁতৰ আগে আগেও সৰু বাটি একোটাত ঘিউ আৰু মৌ থৈ গ'ল। বুঢাই তৃপ্তিৰে দুগৰাহমান খোৱাৰ পিছত হঠাতে এটা অঘটন হৈ গ'ল। উদয আৰু ৰাণুৱে ঘিউ মুখত লৈ অলপ পৰ ৰ'ল।

উদয়ে ক'লে, "আমি খোৱাবোৰৰ দৰে নহয়। ঘিউত কিবা মিহলি আছে যেন পাইছোঁ।"

বুঢাই আচৰিত হৈ একেথৰে সিহঁতলৈ চাই ৰ'ল। ইহঁতে এইবোৰ কি কৈছে? কোন অচিন দেশৰ ভাষা? তেওঁ অনা ঘিউত ভাজ থাকিব পাৰে৷ দুসেৰ গাখীৰৰ ঘিউ ঘৰত তৈয়াৰ কৰা আৰু তিনি সেৰ গাখীৰৰ ঘিউ বিশ্বাসী নেপালী এটাৰ হতুৱাই প্ৰস্তুত কৰাই আনিছে।

বুঢাই সন্তৰ্পণে সুধিলে, "তইঁতে কি ঘিউ খাব?"

ৰাণুৱে তক্তা এখনৰ ওপৰত থকা ঘিউৰ টিন এটালৈ আঙুলিয়াই দেখুৱালে। হিন্দীৰ মুৰ্ধণ্য 'ড'টো আৰু 'ল'টো অসমীয়া আখৰৰ সৈতে ভালেমান মিল আছে কাৰণে শ্ৰীধৰ ককাই আচৰিত হৈ পঢ়িলে, 'ডালডা!' টিনত আঁকি থোৱা নাৰিকল গছজোপালৈ কৌতূহলেৰে চাই ৰ'ল।

তৰলাই লাজ পাই তাৰ পৰা আঁতৰিল। বৰুণে হুমুনিয়াহ পাৰিলে। ভাবিলে, ওপজাৰ পৰা এযা ডালডা খায়েই আজি নিজৰ সন্তানে শব্দ-অৰ্থ গুণাগুণ বুজি নোপোৱাটো সঁচাকৈয়ে এই যুগৰ এটা ডাঙৰ প্ৰহসন। অৰ্থনীতিৰ অধ্যাপক বৰুণ বৰুৱা। সি আৰু বেছি বুজিবলৈ চেষ্টা কৰিলে।

পুৱা সপ্তম শ্ৰেণীত পঢ়া উদয়ে খুব ব্যস্ততাৰে বুটজোতা এযোৰ ব্ৰাছ কৰা দেখি শ্ৰীধৰ বায়নৰ বৰ কৌতূহল হ'ল। তাৰ ওচৰতে এযোৰ খাকী পোছাক আৰু এডাল বহল বেল্ট। তাক সোধাত তেওঁ জানিব পাৰিলে যে সি এন চি চিৰ জুনিয়ৰ কেডেট। আজি সিহঁতৰ পেৰেড আছে।

এন চি চি আৰু জুনিয়ৰ কেডেট কি বস্তু বুঢ়াই পুতেকৰ মুখৰ পৰা বুজি ল'লে আৰু বিদ্ৰূপেৰে অট্টহাস্য কৰি উঠিল। হঠাতে হাঁহিটো মাৰ গ'ল আৰু বুঢ়াই শানত দিয়া চকুৰে পুতেকলৈ চাই গৰ্জি উঠিল, "তোৰ দেখিছোঁ এতিয়াও জ্ঞান নহ'ল। এইকেইটাই জানো ডেকা হ'লেও বন্দুকটো দাঙিব পাৰিব? আৰু এইবোৰ বাৰেবাংকৰা বস্তু খাই সিহঁত জানো ডেকা হ'ব? এই বয়সতে যিহে পট হৈছে।"

অধ্যাপক বৰুণ বৰুৱাই লাজতে বাতৰিকাকতখনেৰে মুখখন ঢাকি পেলালে। ঘটনাৰ কি অপূৰ্ব সংযোগ যে সেইখন বাতৰিকাকততে চীন আৰু ভাৰতৰ মাজত সীমা-মূৰিযলি যুঁজৰ কথা আছিল। প্ৰতিৰক্ষা মন্ত্ৰীৰ দেশবাসীলৈ পঠিওৱা বাণীও আছিল। বৰুণে শিক্ষিত আৰু পৰিশীলিত মনেৰে বাৰে বাৰে ভাবিলে, এই জুনিয়ৰ-চিনিযৰ কেডেটবোৰ বা এনে বয়সৰ ল'ৰাবোৰ এদিন কেনেকৈ 'নৱজোৱান' হ'ব! দেউতাকে কেইবাবছৰৰ মূৰত আহি এই কথাই সোঁৱৰাই দিয়া নাইনে?

পিছদিনা দুপৰীয়া শ্ৰীধৰ বায়ন অফিচলৈ গ'ল। আৰু অলপ সময়ৰ ভিতৰতে তেওঁ পেঞ্চন 'ৰিনিউ' কৰাব পাৰিলে। ইমান শুৱনি ওখ-ডাঙৰ পকা থেকেৰা যেন বুঢ়াজনক দেখি কেৰাণী আৰু বিষযাজনৰ অদ্ভুত মোহ হ'ল। আজিকালি যে এনেকুৱা মানুহ দেখিবলৈকে নোহোৱা হ'ল। তেওঁলোকে দুখেৰে সৈতে জনালে যে তেওঁৰ মৃত্যুৰ খবৰটো ভুল কৰি পোৱাৰ কাৰণেহে এনে হৈছিল। তেওঁ আবেলিলৈকে দুকুৰি মাইল দূৰৰ নিজৰ গাঁৱলৈ যোৱাৰ কথা ভাবি স্বস্তিৰ নিশ্বাস ল'লে। এইখন ঠায়ে আৰু তেওঁক নুসুজে। সকলো আচৰিত।

অফিচৰ পৰা অহাৰ বাটত শ্ৰীধৰ বায়নে এটা শোভাযাত্ৰা লগ পালে। শোভাযাত্ৰাটো কিছুমান স্কুল আৰু কলেজীয়া ল'ৰাৰ। তেওঁৰ চকুত সিহঁত তেনেই চেমনীয়া ল'ৰা। সিহঁতে তেনেই উন্মত্ত হৈ এইদৰে দল বান্ধিছে। সিহঁতৰ এজাকে চিঞৰিছে, 'পুলিচৰ অত্যাচাৰ—', এজাকে পিছৰ দুটা শব্দ চিঞৰিছে— "বন্ধ কৰক।"

"ছাত্ৰ-শক্তিৰ—"

"জয় হওক।"

"ইনক্লাব্—"

"জিন্দাবাদ!"

"আমাক ইযাৰ—"

"বিচাৰ লাগে।"

শ্ৰীধৰ বায়নে এইবাৰহে বিচুৰ্ত্তি খালে। তেওঁ একো বুজা নাই। হঠাতে এই ল'ৰাবাহৰ কি হ'ল? ল'ৰা বৰ বেছি নহয়। ডেৰশমান হ'ব। আৰু সিহঁতৰহে যি গছৰ পাত সৰোবা মাত! প্ৰতিটোৰেই ফিৰিঙতী জলকীয়া। আলিত দেও পাৰি দেও পাৰি খোজ দিছে। যেন তপত চৰুত দিয়া জীয়া চেঙেলীহে।

তেওঁ ওচৰৰ পাণবালাটোক কি হৈছে সুধিলে। পাণবালাটোৱে ক'লে যে দহমান বজাত ৰে'লত অহা ল'ৰা দুটাক কিবা কাৰণত ষ্টেচনতে পুলিচে আটক কৰি থ'লে। তাৰ পিছতেই ভালেমান কেইটা পুলিচৰ ওপৰত উবুৰি খাই পৰিল। অলপ লপা-থপা হ'ল হ'ব পায়। তাৰ পিছতেই এই অৱস্থা।

কেইমিনিটমান পিছতে সেই শোভাযাত্ৰাত নাতিয়েক মণ্টুক দেখি শ্ৰীধৰ বায়ন আৰু আচৰিত হৈ গ'ল। ইনো 'বনস্পতি' খাই এইদৰে উত্ৰাৱল হৈ ফুৰিবলৈ ক'ত বল পালে? চেহেৰা আকৌ এতিয়াও পয়া লগা ধৰণৰ। অতি আচৰিত কথা। যুধিষ্ঠিৰে বকক (ধৰ্মৰাজক) ক'বলগীয়া ধৰণৰ আচৰিত কথা।

শ্ৰীধৰ বায়নে থৰ লাগি নাতিযেকে শোভাযাত্ৰা কৰা চাই থাকিব নোৱাৰিলে। লৰালৰিকৈ তাৰ ওচৰ পাই একে হাতেৰে তাৰ হাত দুখন খামোচ মাৰি ধৰিলে আৰু ক'লে, "এইবোৰত কিয় মূৰে-ভৰি কাটি মৰিছ? ব'ল ঘৰলৈ যাওঁ।" সি উত্তৰ দিবলৈ নৌপাওঁতেই ওচৰৰ ল'ৰাৰ পৰা গৰম জবাব শুনিলে, "নোৱাৰে যাব। আমি এক।"

বুঢ়াই আকৌ ক'লে। মণ্টুৱে নুশুনিলে। সি ক্ৰোধেৰে ক'লে,— "এৰি দিয়ক।" আন ল'ৰাৰ চকুত নপৰাকৈ তেওঁ মণ্টুক এৰি দিলে আৰু শেষবাৰলৈ সুধিলে, "তই, মণ্টু, শেষত ককাৰৰ কথাও নুশুন?"

মণ্টুৱে বুঢ়াৰ পৰা মুখ ঘূৰাই শোভাযাত্ৰাৰ লগত আগবাঢ়ি গ'ল। শ্ৰীধৰ ককাই বিপৰীত ফালে খুব খৰকৈ খোজ দিলে। আৰু খুব দুখেৰে ভাবি গ'ল, তেওঁ যেন কোনো চিনাকি মানুহে নেদেখাকৈ গাঁৱৰ ঘৰ পাবগৈ পাৰে। এইখন ওলোটা দেশ। ইয়াত এখন্তেকো ৰ'ব নোৱাৰি। ইয়াত নাতিয়েও ককাকৰ কথা নুশুনে।

# ঈশ্বৰৰ পৃথিৱীত

চহৰৰ পৰা দুমাইলহে দূৰ। গাঁওখনৰ নামটো কি কন্দৰ্পই ভালকৈ মনত পেলাব নোৱাৰিলে। কিন্তু ছোৱালী দুজনীৰ নাম মনত আছে—ৰেণু আৰু উমা। বাই-ভনী। ৰেণু ডাঙৰ। মাকৰ নাম বেনীমাই।

সিহঁতৰ এজেণ্ট হ'ল চিম্ফনী হোটেলৰ মেনেজাৰ মিঃ বৰঠাকুৰ। আচৰিত কথা। এমুঠি ভাতে মানুহক ইমান তললৈ নমাব পাৰে? নিজক বিক্ৰী কৰি এনেকৈ খাই- লৈ জীযাই থাকিবলৈ বিচাৰে? সেইটোহে আৰু আচৰিত।

মানুহ কিহেৰে জীযাই থাকে? টলষ্টয়ে ক'ব—হৃদযৰ মৰমেৰে। গান্ধীয়ে ক'ব —স্নেহ আৰু অহিংসাৰে। বিনোৱাই ক'ব—হিযাৰ বিনিময়েৰে। কিন্তু ৰেণু আৰু উমাৰ মাকে কিজানি নিসংকোচে উত্তৰ দিব—ভোকৰ ভাতমুঠিৰে। নহ'লেনো এমুঠি ভাতৰ আচিলা কৰি নিজে এই পা-পঙ্কত নামেনে?

মাকোৰে দীঘ-বাণিত সৰগৰ ৰূপ-কথা ব'ব পৰা তিৰোতাৰ দেশৰ ৰেণু আৰু উমা। মাক ভালেই জীযেক জাতি বুলি কোৱা দেশৰ এজনী মাকো হ'ল বেনীমাই। সেইজনী মাকেই জীযেকহঁতক এই পাপত নমাইছে। কদৰ্য কথা। পৃথিৱী কুৎসিত। ধনী মানুহৰ দালানৰ আগৰ ফুলনিখনৰ বাদে পৃথিৱী কুৎসিত। পাটগাভৰুৰ নিষ্কলুষ হাঁহিটিৰ বাদে পৃথিৱী দুঃসহ। সত্ৰাধিকাৰৰ সুকোমল গাদীখনৰ বাদে পৃথিৱী অস্থিৰ।

একচাইজ ইন্সপেক্টৰ কন্দৰ্প কাকতি কোনো অসত উদ্দেশ্য লৈ চিম্ফনী হোটেললৈ যোৱা নাছিল। গৈছিল নিজৰ কৰ্তব্য পালন কৰিবলৈ। এইখন হোটেলে চুৰকৈ মদ বেচে। তাকে সি জানি আহিবলৈ গৈছিল। পোনতে সি হোটেলৰ ৰিফ্ৰিজাৰেটৰ দুটা চালেগৈ। তাত মদৰ বটল নাই। আছে কিছুমান চৌদাৰ পানীৰ বটল। হোটেলৰ ওপৰ তলাৰ বাৰাণ্ডাত এপাক দিও একো ধৰিব নোৱাৰিলে। মদ খোৱা মানুহক হাতে হাতে ধৰা পেলাবলৈও, সময়টো মদ খোৱাৰ সময় নহয। আগবেলা নহে বাজিছে। সি তলৰ তলালৈ নামি আহিল। হোটেলৰ আচল ঘৰটো চেৰাই ভিতৰফালে গ'ল। ভিতৰত আকৌ এখন সুকীযা ৰাজ্য। দিনতে ঘিতঘিতীযা অন্ধকাৰ। এটা লেমৰ পোহৰত প্ৰকাণ্ড মানুহ এটাই কুকুৰা চৰাই কাটিছে। সি মাইকী মানুহৰ মাতো শুনিছে। সি ভিতৰৰ ফালে অহা দেখি হোটেলৰ মানুহবোৰ সন্ত্ৰস্ত হৈ পৰিল। আৰু আগুৱাই যাবলৈ সাহস নকৰিলে। আৰু অকণমান গ'লেই যদি তাৰ বুকুত এখন ছুৰী বহে, বাহিৰৰ মানুহে তাৰ একো উমান নেপাব।

সি ওলাই অহাত ম'হৰ শিঙৰ দৰে গোঁফৰ মেনেজাৰ বৰঠাকুৰে ঢেক্ ঢেক্ কৰে হাঁহি পেলালে। যেন বিজযোল্লাসৰ অব্যাহত হাঁহি।

—আপুনি চিভিলিয়ানৰ ড্ৰেছত আহিছে যদিও আমি গম পাইছোঁ, মিঃ কাকতি, এনেকৈ নহ'ব। আপোনাৰ 'বছ'ক আমি মাহিলি টু হাণ্ড্ৰেড পেচ কৰোঁ।

মেনেজাৰে বৰ বিনীতভাৱে কথাখিনি ক'লে।

—ইযাততো প্ৰহিবিশ্যন নাই। আপুনি ইচ্ছা কৰিলে এখন লাইচেন্স ল'ব পাৰে।

এইখিনি কথা কোৱাৰ লগে লগে মেনেজাৰ অস্বাভাবিক গহীন হৈ পৰিল। প্ৰকাণ্ড মোচকোচাত এবাৰ হাত বুলালে। ফোনটো এবাৰ ডাণ্ডি এনেযে আকৌ আগৰ ঠাইত থৈ দিলে। এক নিমিষতে প্লেযাৰ্চ চিগাৰেট এটা জ্বলাই ক'লে— এই বিষযে আমি ছুপাৰিন্‌টেণ্ডেণ্টৰ লগত আলোচনা কৰিম। থিংচ্ ছুড বি ডিছকাছড ইন দি প্ৰপাৰ চেনেল। অ' পাহৰিছোঁৱেই। অই হিমু কাকতি চাহাবক গৰম গৰম কাটলেট এটা আৰু চাহ।

কন্দৰ্প কাকতিযে মেনেজাৰৰ ব্যৱসাযী আতিথ্য গ্ৰহণ নকৰিলে। সি ওলাই আহিল। মেনেজাৰেও পাছ ল'লে। বাটত সি ফুচফুচাই ক'লে— কাকতি চাহাব প্লিজ ড'ণ্ট মাইণ্ড। মই আচল কথাটোহে কৈছোঁ। এটা কথা।

এইবুলি নিৰ্লজ্জভাৱে মেনেজাৰে ছোৱালী দুজনীৰ কথা ক'লে। ইন্সপেক্টৰে এবাৰ গুফীযা মেনেজাৰটোলৈ চালে। তাক এটা দৈত্য যেন লাগিল। দৈত্য মানুহ নহয, কিন্তু সমযে সময়ে মানুহ দৈত্য হয। সেই কাৰণেই আনবোৰ মানুহক দৈত্য বুলি ভাবি, যাকে- তাকে বিনা সংকোচে পাপৰ অভিপ্ৰায ব্যক্ত কৰিব পাৰে। সি মেনেজাৰক একো নকৈ চাইকেলখন চলাই দিলে।

কন্দৰ্পক অলপ বিশ্ৰামৰ প্ৰযোজন হৈ পৰিছে। কিন্তু সহজে ঘৰ পোৱাৰো আশা নাই। চাইকেলখন ৰ'দত আছিল। উঠোঁতেই তাৰ দেহৰ ভৰ পাই পাছ চকাটো ফুটি গ'ল। সি আধা ফাৰ্লংমান খোজ কাঢ়ি গৈ কমলৰ চাইকেলৰ দোকানত সোমাল।

—কমল, পাছৰ চকাৰ টিউব ফুটিল হ'বলা। চাইকেলখন চাই-চিতি দেচোন।

কমলে ওচৰৰে চিকৌ ঠাকুৰীযাৰ দোকানৰ পৰা এক ছিংগোল চাহ অনাই তাকে এশোহা মাৰি একে ধৰণৰ কামটোৰ তিক্ততা দূৰ কৰিব খুজিছিল। সি কন্দৰ্পৰ লগত একেলগে পঢ়া। ভাগ্যৰ বলত কন্দৰ্প হ'ল টুপী আৰু পেণ্ট পিন্ধা একচাইজ ইন্সপেক্টৰ আৰু সি হ'ল চাইকেলৰ দোকানী,— যেন আলিৰ কাষৰ এটা প্ৰহৰী, এজোপা জঠলা জৰি গছ।

—হেৰ' চাহাব, চাইকেল ফুটিল আৰু বটাই দিব লাগে বুলি ক'বলৈ তোৰ লাজ নেলাগে? এক্‌চাইজত কাম কৰি পেঞ্চন পোৱা মণ্ডলৰ দৰে বটুৱা চাইকেলত উঠি ফুৰিবলৈ চৰম নেলাগে? তই এতিয়া মটৰ লৈ টিঘিল-ঘিলাই ফুৰিব লাগিছিল। আমিও দেখি গৰ্ব কৰিলোঁহেঁতেন। চা, চা, আমাৰ লগত পঢ়া ল'ৰাই 'এম্বাশ্বেডৰ'ত উঠি ফুৰিছে।

—দৰমহা কোনোমতে দুশ পাওঁ মাথোঁ।

—আৰে দৰমহা! এক্‌চাইজৰ মানুহৰ কাৰণে দৰমহাটো ডিয়েৰনেছ এলাৱেন্সতকৈও নগণ্য। হৰিয়ে ইয়াত কাম কৰি প্ৰথম মাহত স্কুটাৰ কিনিলে। ছমাহৰ পিছত ফিয়াট ওৱান ওৱান জিৰো জিৰো

চাইকেল দোকানীয়ে চমু ভাষাত কন্দৰ্পক জীৱনৰ উন্নতিৰ চমু বাট দেখুৱাই দিলে। সেই বাট ঘোচখোৰৰ, তোষামোদকাৰীৰ, নিজক বিক্ৰী কৰি দিব পৰাবোৰৰ। তাৰ মতে ঘোচ খাব পৰা চাকৰিৰ মানুহে ঘোচ নোখোৱাটো মূৰ্খামি। সি আৰু খবৰ দিলে যে উমা আৰু ৰেণু নামৰ ছোৱালী দুজনীৰ

ওচৰলৈ সিহঁতৰ ছুপাৰিণ্টেণ্ডেণ্ট মাজে মাজে আহে।

—এই মাহটোত আৰু তই ভাল খবৰ দিব নোৱাৰিলি? কেৱল ছোৱালী আৰু ছোৱালী।

—ভাল খবৰ বাতৰিকাকতো পাবি। দুটকা খৰচ কৰিলেই কিতাপ এখন কিনিও পাবি। কিন্তু এইবোৰ ক'তো নোপোৱা খবৰ। প্ৰহিবিশ্যনত স্কচ হুইস্কি।

—বাৰু বাদ দে, ই পুষ্পেন্দ্ৰ ক'লৈ গ'ল?

পুষ্পেন্দ্ৰ মানে, মুগা আৰু পাটৰ দোকানী পুষ্পেন্দ্ৰ। 'সোণৰ অসম পাটশিল্প প্ৰতিষ্ঠান'ৰ মালিক পুষ্পেন্দ্ৰ।

—ইন্সপেকচন বাংলা এটালৈ গৈছে।

—সি আকৌ কাৰবাৰ এৰি অফিচাৰ হ'ল নেকি।

—বেপাৰী অফিচাৰ হোৱা ক'ত শুনিছ? সি ছোৱালী এজনী লৈ তালৈ গৈছে। গুৰুমৎ চিঙৰ টেক্সীত।

—সিও তেনেকুৱা হ'ল? দেখিছোঁ, মই নজনাকৈয়ে মানুহবোৰ তলে তলে বৰ দুষ্ট হৈ পৰিল।

—নিৰামিষীয়ে পোলাও আৰু 'ছিকেন ৰ'ষ্ট'ৰ মোল নুবুজে। পিছে লাহে লাহে বুজিবি। তইতো চাকৰিত সোমোৱা এবছৰো হোৱা নাই।

কন্দৰ্প নহৈ আন এটা হোৱা হ'লে খুব কৌতূহলেৰে পুষ্পেন্দ্ৰৰ সৈতে মধু চন্দ্ৰিকালৈ (?) ওলোৱা ছোৱালীজনীৰ কথা সুধিলেহেঁতেন। অবিবাহিত মানুহৰ খন্তেকলৈ হ'লেও তেজৰ গতি বঢ়াবলৈ তেনেকুৱা আন এজনী ছোৱালীৰ ভু ল'লেহেঁতেন। কিন্তু সি বিতৃষ্ণাত জিকাৰ খাই উঠিল। এইখন ঈশ্বৰৰ পৃথিৱীত মানুহবোৰ পশু হৈছে আৰু পশুবোৰ হৈছে মানুহতকৈ ভাল জন্তু। ঈশ্বৰৰ পৃথিৱীত প্ৰতি দিনে সূৰ্যোদয় হয়, মানুহৰহে মৰ আঁউসীত বন্তি নজ্বলে।

—আজিকালি ছোৱালীবোৰো কম নহয়। তাইক আজি দুমাহৰে পৰা লক্ষ্য কৰিছোঁ। তাইৰ নাম আকৌ দময়ন্তী! চোৰৰ নাম যুধিষ্ঠিৰ! বেশ্যাৰ নাম ৰাধিকা! মাক-বাপেকে ছোৱালীক যদি এযোৰ ভাল কাপোৰ কিনি দিব নোৱাৰে, তেনেকুৱা ধূনত মৰা ছোৱালীক ওপজায় কিয়? তাইকনো অকলে টাউনলৈ গা ঘেলাবলৈ পঠায় কিয়? আজি কয়,—পুষ্পেন দা, এই 'শকুন্তলা ডিজাইন'ৰ চাদৰখন। কাইলৈ ক'ব, 'কাজিৰঙা ডিজাইন'ৰ ব্লাউজ। সিফালে শকুন্তলা চাদৰ আৰু কাজিৰঙা ব্লাউজৰ দাম অতি বেছি, তেৰ টকা। তাতকৈ গাভৰু ছোৱালীৰ দেহাটো জানো সস্তা? পুষ্পেন্দ্ৰক মই কওঁ, এইবোৰ বৰ বেয়া কথা। তোৰ যদি তাই দুখীয়া কাৰণে বেয়া লাগিছে, টকা দি সহায় কৰ। পিছে বেপেৰুৱা দয়া দেখুৱাই তাইক ধ্বংস কৰিছ কিয়? সি একো নকয়, মাথোঁ হাঁহে। মোক মূৰ্খ বুলি ভাবে। এৰা, মই মূৰ্খই। যদি চাইকেলৰ দোকান নিদি কানি বেচিব পাৰিলোঁহেঁতেন, আজি এই ৰ'দত এই চাল্লি ঘৰটোত নেথাকি ধুনীয়া ঘৰত ফেনৰ তলত আৰাম কৰিলোঁহেঁতেন। পিছে, শেষ ফল আমাৰহে ভাল। ওপৰত নেদেখাজন আছে।

অসম্ভৱ বিতৃষ্ণাৰে অদ্ভুত শ্লেষ সানি কথাবোৰ কৈ পেলোৱা কমলক— ঈশ্বৰৰ-পৃথিৱীৰ এটা সামান্য মানুহক— অদ্ভুত ভাল লাগি গ'ল। তেনেহ'লে তাক মটৰ ল'বলৈ কোৱা আৰু ঘোচ খাবলৈ কোৱা উপদেশো অদ্ভুত ব্যঞ্জনা মিহলি অভিশাপ। তাৰ অন্তৰখন তেনেহ'লে আজিকালি সভাই-

সমিতিয়ে বক্তৃতা দি ফুৰা মানুহবোৰতকৈ বহুত ভাল। বক্তৃতা দি ক্ষমতা লাভ কৰা মানুহবোৰতকৈ চাগৈ আৰু বেছি ভাল।

—হেৰ', তই কিবোৰ ভাবিছ? চাইকেল বাটি হৈ গ'ল। এতিয়া ঘৰলৈ যা। বাবু মানুহ। ইমান ৰ'দত এই টিঙৰ চালিৰ তাপত সিজি থাকিব নেলাগে।

—একেবাৰে ইযাৰ পৰা যাবলৈ ইচ্ছা যোৱা নাই ভাই। কোনোবা মুনিৰ আশ্ৰম যেন লাগিছে। তই যে ইমান দৰদী!

—শলাগিব নেলাগে যা। অফিচাৰ হ'লে মানুহক শলাগিব নেপায। পাৰ্ছনেলেটি লছ হয়।

আকৌ শ্লেষ। কন্দৰ্পই কিন্তু আজি এক নতুন বন্ধুৰ সন্ধান পাইছে। ঈশ্বৰৰ পৃথিৱীত তেনেহ'লে ভাল মানুহ আছে। পিছে অতি কম। গণতন্ত্ৰৰ দেশৰ ভাষাত— অতিপাত সংখ্যালঘু দল এটা— এ হ'পলেছ মাইনৰিটি।

চেদোলখন মুচি সি চাইকেলত উঠিল। 'সোণৰ অসম পাটশিল্প প্ৰতিষ্ঠান'ৰ আকৰ্ষণীয জাননী-ফলিখনত চকু পৰাত চকু ঘূৰাই আনিলে। এক্‌চাইজ অফিচলৈ যোৱাৰ কথা আছিল, নগ'ল। তাৰ ভাব হ'ল,— এই দুপৰীযা সেই চুপাৰিনটেণ্ডেণ্টটোৰ মুখ দেখি গ'লে আৰু ভাত হজম নহ'ব।

নগৰৰ শেষ দাঁতিৰ পশ্চিম ফালে কন্দৰ্পৰ ভাড়াঘৰটো। যদিও ট্ৰাঙ্ক ৰোডৰ কাষৰ খুঁটাত বিজুলী বাতি আছে, ইযাৰ মানুহখিনিক টাউনীযা বুলিব নোৱাৰি। গাঁৱৰ নিছলা মানুহবোৰৰ দৰেই সিহঁতৰ ঘৰ। এজনী মাকৰ চাৰিজনী ক'লী ছোৱালীৰ মাজত যেনেকৈ এজনী বগী ছোৱালী থকা সম্ভৱ, সেইদৰে এই বাসৰ অযোগ্য ঘৰবোৰৰ মাজত এটা পঞ্চাশটকীয়া ভাড়াৰ, ছেনিটেৰী পায়খানা আৰু বিজুলী বাতি থকা ভাল ঘৰ থকাও সম্ভৱ।

সি গৈ দেখিলে বাৰাণ্ডাত ৰামলাল কাৰ্ণানী বহি আছে। বৰ ভক্তিপূৰ্ণ (?) নমস্কাৰ এটি গ্ৰহণ কৰিবলৈ তাৰ ভাগ্য হ'ল।

—আপুনি কেতিযা আহিল?

—এঘণ্টামান বহি আছোঁ।

—চাওক, অফিচত বাদে আন ঠাইত মানুহে মোক লগ পোৱাটো পছন্দ নকৰোঁ।

—ছাৰ, এইবাৰেই,

ইযাকে কৈ ৰামলাল কাৰ্ণানীয়ে মূৰটো খজুৱালে, অস্বস্তিবোধ কৰি থৈলা যেন পেটটোত হাত ফুৰালে, পাঞ্জাবী চোলাৰে বুকু-জেপটোত হাত ভৰাই এশ টকীয়া নোট দুখন উলিয়ালে। সি পূৰ্বৰ অভিজ্ঞতা মতে ধৰি লৈছিল যে অফিচাৰে ঘোচ পাবৰ ইচ্ছাৰে পোনতে এনেকৈ অনিচ্ছাৰ ভাব এটা দেখুৱায আৰু নোটৰ খচমচনি শুনিহে দেহ জুৰ হৈ যায়। সেই কাৰণেই এশ ত্ৰিশ তোলা কানিৰ পাৰ্চেল এটা (তাৰ নামৰ) এক্সচাইজে পোৱা বাবেও সি অস্থিৰ হোৱা নাই। কন্দৰ্প নতুন অফিচাৰ। তথাপি সি ভয় খোৱা নাই।

কিন্তু ফল ওলোটা হ'ল। কন্দৰ্প গৰ্জি উঠিল—চাওক, মই বৰ ধনৰ অভাৱত থকা মানুহ নহয। মোক টকা দি তুচ্ছ নকৰিব। আপোনাক ইচ্ছা কৰিলে এতিয়াই গ্ৰেপ্তাৰ কৰিব পাৰোঁ।

পেটুৱা কাৰ্ণানীয়ে আৰু এটা নমস্কাৰ দি 'ছাৰ, ভাবি চাব' বুলি কৈ সুৰুকা মাৰি গুচি গ'ল। তাৰ লাজো নেলাগিল। কেৱল টকা চিনি পোৱা মানুহে লাজ-অপমানক কথাৰ কথা বুলি নেভাবে।

টকা ইইঁতৰ ধৰ্ম আৰু অসাধুতাই সেই ধৰ্মৰ জপ-নাম। কন্দৰ্পই ভাবিলে। ঈশ্বৰৰ পৃথিৱীত একে হাত-ভৰি, নাক-মুখ থকা মানুহৰ ভিতৰতে সিংহ আৰু শিয়ালৰ পাৰ্থক্য আছে। পৃথিৱী বিচিত্ৰ, উদ্দেশ্যহীন, এনিমিক।

—বিক্ৰম।

—ছাৰ।

—কোনোবা আহিছিল নেকি?

—ফাৰ্ষ্ট কিলাচত উঠি আৰু এটা কেঞা আহিছিল ছাৰ। সি হেনো কাইলৈ পুনৰ আহিব। আপোনাৰ বন্ধু এজনো আহিছিল। ছুটকেচটো থৈ গৈছে। আজি ৰাতি থাকিব।

—নামটো ক'লে নেকি?

—কিবা বৰদলৈ হেনো। কলেজত পঢ়ে।

—এতিয়া ক'লৈ গ'ল?

—তিতাবৰলৈ গৈছে।

—যা, চাহ একাপ দে।

চাহটোপা খাইহে সি গা ধুই ভাত খালে। এটা বাজিলেই। বাতৰিকাকতখন দিলেহি। আজিহে কাকত দিয়া মানুহটোলৈ তাৰ পুতৌ উপজিল। ইমান ৰ'দ। একেবাৰে চাইকেলৰ টায়াৰ ফটা ৰ'দ। অথচ এই ল'ৰাটোৱে গোটেই দুপৰীয়াটো কাকত বিলায়েই ফুৰিব। ইয়াৰ মূৰো নেকামোৰেনে? গাৰ ছালো নোপোৰেনে? মূৰ কামোৰক গাৰ ছালো ডেই যাওক, কিন্তু ভোকত তাৰ পেট নুপুৰিলেই ৰক্ষা। সংস্থানৰ বাট দেখিলে এই দুখীয়া মানুহবোৰে আগ্ৰহেৰে কাম কৰিব পাৰে। নোৱাৰে ধনীবোৰেহে।

পৃথিৱীত যেন জুইহে লাগিছে! কঙ্গোত ব্যক্তি-চৈতন্যক বজাই ৰাখিবলৈ চোৰা মানুহক বনৰ পশুৰ দৰে বুলেটেৰে মাৰিছে। ৰাষ্ট্ৰসংঘৰ পৰা ওলোৱা ভাল ভাল শব্দৰ খবৰবোৰে শব্দৰ অৰ্থহীনতাহে প্ৰমাণ কৰিছে। সি এইবোৰ বৰ বৰ কথা পঢ়িবলৈ ইচ্ছা নকৰিলে। কাকতৰ তৃতীয় পৃষ্ঠাৰ টুকুৰা- টুকুৰ খবৰবোৰ পঢ়িবলৈ লাগিল ঃ

**শিশু হত্যা**

আজি মাজুলীত এহাল মাক-বাপেকে নিজা পাঁচ বছৰীয়া ছোৱালীজনীক টেঁটু চেপি হত্যা কৰি পুলিচ-থানাত দোষ স্বীকাৰ কৰিছে। ঘটনাৰ বিৱৰণী মতে, এই হত্যাৰ আচল কাৰণ আৰ্থিক দুৰ্গতি। অন্ন-বস্ত্ৰৰ সংস্থান কৰিব নোৱৰা বাপেকে এই হত্যা সমীচীন বুলিহে যুক্তি দিয়ে।

কন্দৰ্পই আৰু একো নপঢ়িলে। কাকতখন এচুকলৈ দলিয়াই পঠিয়ালে। সাধাৰণতে সি দুপৰীয়া এখন্তেক শোৱে। আজি কিন্তু তাৰ চকুৰ পতা গধুৰ নহ'ল। এনে খবৰ হয়তো সি আগেয়েও পঢ়িছিল। কিন্তু আজিৰ দৰে অভিভূত হোৱা নাছিল। চিম্ফনী হোটেলৰ তলা-নলা লৈ কমলৰ লগত কথা-বতৰা হৈ সি নতুন চকুৰে পৃথিৱীখন চাবলৈ সমৰ্থ হৈছে, বাতৰিকাকতৰ এই দুশাৰী খবৰতে সি বহুত মৰ্ম উপলব্ধি কৰিছে। পাঁচ বছৰীয়া ছোৱালীজনীয়ে চাগৈ ভাত দে, ভাত দে বুলি খৰলি পিটি আছিল। ঘৰত চাগৈ খুদ-কণ এটাও নাছিল। বাপেক-মাকো চাগৈ পেটৰ জুইত বলিয়াৰ দৰে হৈছিল। অকণি ছোৱালীজনীৰ চিঞৰত চাগৈ অসহ্য লাগিছিল।

এইখন দেশত কোনো ৱাট টাইলাৰৰ আৱিৰ্ভাৱ হৈ কিয় এটা কৃষক বিদ্ৰোহ কৰা নাই,—

সেইটো কথাতহে তাৰ আচৰিত লাগিল। ঈশ্বৰৰ পৃথিৱীত মাটি, বায়ু, পানী আৰু আহাৰৰ অধিকাৰ সকলোৰে। কিন্তু মানুহে মানুহৰ বাবে নেভাবিলে, ইয়াত সমস্বত্বত বিঘিনি। সেই কাৰণেই বিক্ষোভৰ প্ৰযোজন, বিপ্লৱৰ প্ৰযোজন, আন্দোলনৰ প্ৰয়োজন। ব্যক্তি সত্তাক আদৰ কৰিবৰ কাৰণেই প্ৰতিশোধৰো প্ৰযোজন। উমা আৰু ৰেণুৰ মাক সাংসাৰিক নিষ্ঠুৰতাৰ বিৰুদ্ধে মূলা গাভৰু হোৱা নাই কিয়। পুষ্পেন্দ্ৰই ইন্সপেকশ্যন বঙলালৈ লৈ যোৱা ছোৱালীজনীৰ দৰিদ্ৰ অভিভাৱকে কিয় নিজৰ অৱস্থা দেখি বিদ্ৰোহী হোৱা নাই? এৰা, বিদ্ৰোহ কৰিবলৈকো মানুহৰ গাত কেঁচা তেজ লাগে। স্বাস্থ্য লাগে। প্ৰাণ-শক্তি লাগে। সেইখিনি ইহঁতৰ নাই। বিপদে জুৰুলা কৰাত, খাদ্যৰ অভাৱে চেৰেলা কৰাত ইহঁতৰ গাৰ বিদ্ৰোহৰ বীজ শুকাই গ'ল। ইহঁত জীৱন্মৃত। সমাজ-ব্যৱস্থাৰ একো একোটা জীৱাত্ম। ইহঁতে একো কৰিব নোৱাৰে। সুস্থ জীৱনৰ কথা সপোনতো ভাবিব নোৱাৰে। ইহঁতৰ মেৰুদণ্ড ভাগি গুড়ি হৈ গৈছে।

মৰিশালিৰ মাজৰ আধা পোৰা গছবোৰৰ দৰে থিয় দি থকা ওচৰ-চুবুৰীযাৰ নিৰ্জীৱ ঘৰবোৰলৈ চালে। গভীৰ কৰুণাৰে তাৰ অন্তৰ ভৰি পৰিল। ইহঁতেও গৰু-গাহৰিৰ দৰে থাকি অৱস্থাক অস্বীকাৰ কৰি বিক্ষোভ কৰা নাই। ভঁৰালৰ গাধৰিত নিৰ্জু হৈ শুই থকা মেকুৰী এটাৰ দৰে কাল-যাপন কৰিছে। এযা কি গান্ধীৰ দেশৰ অহিংস নীতিৰ উদাহৰণ? তাৰ ঘৰৰ আগৰ 'জনতা' প্ৰেছত কাম কৰা কম্পজিটৰ ভলুকা আহিছে। তেনেহ'লে পাঁচোটা বাজিলেই। ঘড়ীটো চালে। ঠিক পাঁচোটা বাজিছে! হাঁহি-খিকিন্দালি কৰি তিনিজনী ছোৱালীও আহিছে। মাধৱী, কমলা আৰু মনোমতী। ইহঁতে আকৌ দুমাহমানৰে পৰা 'জনতা' প্ৰেছত কাম শিকিছে। শিকাৰ বাবদ পাইছে মাহিলি একুৰিকৈ। ছমাহ শিকাৰ পিছতহে কাম পাব। হওক তেও, ইহঁতৰ কাৰণেই যদি ঘৰ একোখন ৰক্ষা পৰে খুব ভাল কথা। কিন্তু প্ৰেছৰ মালিক যে সাংঘাতিক মানুহ। দুকুৰি বছৰ হোৱাতো বিয়া কৰোৱা নাই। এজনী তিৰোতাই মনটো শান্ত কৰিব নোৱাৰে কাৰণেই। সি যদি টকাৰ প্ৰলোভন দেখুৱাই এই ধুনীয়া নতুন গাভৰু কেইজনীৰ সতীত্ব কিনি পেলালে? নিশ্চয় তেনে কৰা নাই। অন্ততঃ এই পৰ্যন্ত একো কৰা নাই। নহ'লে মাধৱী, কমলা আৰু মনোমতীযে এনেকৈ মন খুলি হাঁহিব নোৱাৰে। সি এবাৰ সিহঁতলৈ লক্ষ্য কৰিলে। চকুত সিহঁতৰ ক'লা দাগ বহা নাই। বুকুকেইখনি কেলেণ্ডাৰৰ ছবিৰ ছোৱালীবোৰৰ দৰেই নিঘূণীয়া হৈয়ে আছে। সিহঁত আহি তাৰ পোন হ'লহি। এবাৰ চাই হাঁহিলে। যেন সদ্যবিকশিত ডেইজী ফুলৰ সজীৱ হাঁহি। ঈশ্বৰৰ পৃথিৱীত ফুল, গাভৰু আৰু হাঁহি— ইয়াতকৈ ভাল বস্তু আৰু কি হ'ব পাৰে? গাভৰু আৰু হাঁহি, হাঁহি আৰু গাভৰু। এই দুয়োটা শব্দ অৰ্থৰ ফালৰ পৰা এক হৈ যোৱা উচিত। তাৰ ডেকা মনটোৱে হেঙুল-হাইতালৰ বোল সানি ভাবিলে।

কিন্তু ৰেণু আৰু উমা? পুষ্পেন্দ্ৰৰ লগত ইন্সপেকশ্যন বাংলালৈ যোৱা সেই ছোৱালীজনী? তাৰ আজি এইটো চিন্তাই নমৰিল। ইমান দৰদ লৈ খেয়ালী ঈশ্বৰৰ পৃথিৱীত বাচি থাকিব নোৱাৰি।

মদগাৰ্ড নথকা চাইকেলখনত হৰিশিঙা দেউৰে নিজৰ ঘৰত আগত চাইকেলৰ টিলিঙা বজালে। সেই শব্দ শুনি ঘৈণীয়েক ওলাই আহিল আৰু তাই এটা মিচিকিয়া হাঁহিৰে সম্ভাষণ জনালে। কন্দৰ্পই দুবৈৰ পৰা চাই বৰ আমোদ পালে। হৰিশিঙা আগতে বিয়া আৰু কৰমৰ দেউ আছিল। পিছে এতিয়া গাঁৱে গাঁৱে হাইস্কুল হোৱাত লেকেচীয়া ল'ৰাই সংস্কৃতত ভুল ধৰাৰ প্ৰকোপত দেউৰে সেই কাম বাদ দিলে। দুখীয়া হ'লেও বামুণ। পৰৰ বৰ কথা শুনি টকা ঘটিব নোৱাৰে। আজিকালি আকৌ 'ক'ৰ চুকটো চিনি নোপোৱা মানুহো ভো ভো পণ্ডিত। বামুণৰ যে ভুল ধৰেই, পূজা-পাতললৈকো আগ্ৰহ নাই।

পাতিলেও বামুণ-মাননী নিদি নয়া পইচা দুটা দি পাল মাৰিব খোজে। সেই কাৰণেই পিশুৰ কাম আৰু বিয়া-সবাহৰ কাম বাদ দি দেউ কেছাৰীত তৰণি হ'লগৈ।

এতিয়া তেওঁ পাঁচ বজাত কেছাৰীৰ পৰা ঘূৰি আহিছে। আজি পৰক মাৰি হ'লেও পাঁচ টকামান আনি ঘৈণীযেকক দিলে তাই চাগৈ কিমান স্ফূৰ্তি পাব।

কথাটো ভাবি কন্দৰ্পই বৰ ৰগৰ পালে।

সৌটো আকৌ বাপুতা। সি এভাৰ খালী কেৰাচিন তেলৰ টিং লৈ আহিছে। বোধকৰোঁ ঘৰৰ ফুটা বাটিব। তাৰ বুদ্ধিক কন্দৰ্পই প্ৰশংসা কৰিলে। অভাৱেই আৱিষ্কাৰৰ মূল। আজিৰ দিনত কথাষাৰ অশুদ্ধ যদিও মাচুল ভৰি পোৱা বিদ্যাৰ জোৰতেই কথাষাৰ তাৰ মনলৈ আহিল।

সুৰেনে তাক মাত দিলে— ছাৰ, বহিছে। উত্তৰলৈ অপেক্ষা নকৰি সি নিজ বাট ধৰিলে। সুৰেন বৰপূজাৰীয়ে মিছ্‌বাহুলৰ জোতাৰ দোকানত কাম কৰে। পাঁচ বজাত নিজৰ কামলৈ ওলাই গ'ল। সুৰেনলৈ আজি কন্দৰ্পৰ শ্ৰদ্ধা হ'ল। যি কামেই হওক তাকে কৰিব লাগে আৰু প্ৰযোজনীয় পইচা আৰ্জিব লাগে। একো লাজৰ কথা নহয়। শ্ৰমৰ সুকীয়া মৰ্যাদা আছে। তদুপৰি টকা বেছি থাকিলেও মানুহ পাপী হয়, প্ৰযোজনীয়খিনি নেথাকিলেও পাপী হয়। সুৰেনে তেনেহ'লে ভাৰসাম্য বজাই ৰাখিছে।

ভলুকা, হৰিশিঙা, বাপুতা সুৰেন — ইহঁতৰ কাকো আজিৰ দৰে কন্দৰ্পৰ ভাল লগা নাছিল। সি আজি দুখীযাক সদয হৈ চাইছে। সি খন্তেকলৈ নিজকে পাহৰি গৈছে। ট্ৰাঙ্ক ৰোডেদি ব্যস্ত হৈ অহা-যোৱা কৰা মানুহবোৰ চাই সি দুখ পাতলাইছে। ইহঁতৰ মাজত জীৱন-সংগ্ৰামৰ 'কদম কদম্' পদক্ষেপ দেখিছে আৰু দেখিছে জীযাই থকা মানুহৰ গতিৰ আনন্দ। গতি আৰু জীৱন একে কথা। স্থবিৰতা আৰু জীযন দিয়া মাছৰ ধেল ওপঙা অৱস্থা, একে কথা। সি সিদ্ধান্ত কৰি ভাল পালে।

এখন ৰিক্সাত তিনিজনী গাভৰু ছোৱালী আহিছে। ইহঁতে অনিয়মৰ কাম কৰিছে। পুলিচে ধৰা নাইতো! নিশ্চয ধৰিছিল আৰু গাভৰু ছোৱালী বুলিযেই চাগৈ মোহ লাগি এৰি দিছিল। কন্দৰ্পই কথাটো ভাবি নিজৰ চিন্তা-শক্তিক বাঃ বাঃ দিলে।

ৰিক্সাখন ওচৰ চপাৰ লগে লগে এজনী ছোৱালী চিনাকি চিনাকি লাগিল। ৰিক্সাখন তাৰ ঘৰৰ পোনে পোনে ৰ'ল। তিনিজনী ছোৱালী তাৰ ঘৰৰ ফালে সোমাল। সি শেষবাৰলৈ মনত পেলালে, এই ছোৱালীজনী কোন হ'ব পাৰে? তাৰ ঠিক মনত পৰিছে। ৰীতা লিংডো। তাইক ইমান দিনে নাৰ্ছৰ পোছাকতে দেখি আহিছিল। শ্বিলঙত দেখিছিল খাচিযানীৰ বেশত। আজি আকৌ পিন্ধি আহিছে নীলা ব্লাউজ আৰু নীলা বহল পাৰিৰ চাদৰ। মুগাৰ মেখেলাৰ লগত বৰ্ণ-বৈপৰীত্য বেছ চকুত লগা। বাকী দুজনী ছোৱালীযেও একে পোছাককে পিন্ধিছে। নিশ্চয় তিনিওজনী নলে-গলে লগা। সি অনুমান কৰিলে।

ৰীতাই চিনাকি কৰি দিলে— এওঁ নীলিমা, এওঁ অণু।

কন্দৰ্পই প্ৰতি-নমস্কাৰ জনালে।

—মই কোন, তুমি দেখোন নক'লা, ৰীতা?

—তোমাৰ ঘৰলৈ আহিছোঁ। তোমাৰ নামটো আগতেই কৈ আহিছোঁ।

আটাইবোৰেই হাঁহিৰে ৰগৰ তুলিলে। ছোৱালীবোৰে অলপ কথা পালেই হাঁহিব জানে। এইটো সিহঁতৰ বৰ ভাল গুণ। কন্দৰ্পয়ো সেই হাঁহিত যোগ দিলে।

—এওঁলোকো তেনেহ'লে একে কামতে আছে।

—একে কাম নকৰিলে জানো একেলগে আহিব পাৰোঁ? আন ছোৱালীয়ে কেতিয়াও নাৰ্ছৰ লগ নলয়।

নীলিমা বোলা গভীৰ ধুনীয়া চকুৰ ছোৱালীজনীয়ে এই দুখ লগা মন্তব্যটো দি গহীন হৈ পৰিল। ৰীতা লিংডোৰ মুখতো বেদনাৰ ছাঁ। ভৈয়ামত নাৰ্ছগিৰি কৰাটো জীৱিকা বুলি মানুহে নেভাবে কাৰণেই।

বেছ আলহ-উদহ কৰি কন্দৰ্পই সিহঁতক অতিথি-সৎকাৰ কৰিলে। টেবুলত খোৱা-বস্তুবোৰ থওঁতে সিহঁতে আপত্তি তুলিলে।

—কিয় নোখোৱা?

—ঘৰটো একেবাৰে বাটৰ কাষতে। পৰ্দাবোৰো পাতল।

নাৰ্ছ হৈয়ো আবুৰতহে চাহ-জলপান খাবলৈ ভাল পায। তেনেহ'লে সকলো ছোৱালীয়েই লাজ কৰাত একে।

সি দৰ্জা আৰু খিৰিকী এখন বন্ধ কৰি দিলে। খাই লোৱাৰ পিছত বিক্ৰমক তামোল আনিবলৈ পঠালে। খিৰিকীখন আৰু দুৱাৰখন খুলি দিয়া হ'ল।

অণু নামৰ মিঠা বৰণীয়া ছোৱালীজনীয়ে ক'লে—বহুত ধন্যবাদ, দাদা। আজি আবেলিটো বৰ ভাল লাগিল। আমাৰ যে ক'তো ওলাই আহিবলৈ ঘৰ এখন নাই। চিনেমা হলটোলৈহে যাওঁ বুলি যাবৰ থল এটা আছে।

নীলিমায়ো ক'লে— এৰা, আজি বৰ নতুন নতুন লাগিছে। বহুদিন ঘৰ এখনত সোমোৱাকে মনতে নপৰে।

কন্দৰ্পৰ সিহঁতৰ অৱস্থাটো অনুমান কৰি বৰ পুতৌ জন্মিল। অনবৰত বেমাৰীৰ কেঁকনি-গেঁথনি শুনি, কাৰোবাৰ ডাবি-ধমকি খাই, ডাক্তৰৰ মুখত সতৰ্কবাণী শুনি শুনি চাগৈ ইহঁতৰ মানত ডাক্তৰখানাখন পোতাশাল। ইহঁতৰ এই সেৱাৰ কাৰণে বোধকৰোঁ স্থায়ী কৃতজ্ঞতা কাৰো মনত নাই। আৰু নাৰী হিচাপে ইহঁতে আশাৰ মূৰ খাইছে। ভালেমানৰ মানততো ভোগৰ সামগ্ৰীহে।

অণু আৰু নীলিমাৰ কৃতজ্ঞতাৰ উক্তি শুনি সি বৰ কৃতাৰ্থ মানিলে। ক'লে— সেইবুলি তোমালোকে নহাকৈ নেথাকিবা। সময় পালেই দাদাৰাক চাই যাবাহি।

নীলিমাই মাত লগালে— দাদাই কিন্তু ভনীয়েকহঁতক চাই আহিবগৈও পাৰে। চাইকেলো আছে, ডেকা হৈয়ো আছে।

—বেমাৰ হ'লেই তোমালোকৰ আলহী হ'মগৈ।

অণুৱে ক'লে—বেমাৰৰ কথা নক'ব। সেইবোৰ অমঙ্গলীয়া শব্দ।

প্ৰায় সন্ধিয়াই হ'লহি। সিহঁতে যাওঁ যাওঁ লগালে। ৰিক্সা এখন অনাই দিয়াত সিহঁত গ'লগৈ। ৰীতা লিংডোৱে বেছি কথা ক'বলৈ আহৰিয়েই নেপালে। অণু আৰু নীলিমাই প্ৰথম চিনাকিতে এজন মানুহৰ লগত কথা কৈ সন্তোষ দিব পাৰে। অৱশ্যে তাই খৰখৰকৈ অসমীয়া ক'ব নোৱাৰে কাৰণেহে। সিহঁতে বুজি নেপাব বুলিহে ইংৰাজী নক'লে। কেৱল কন্দৰ্প আৰু তাই থকাহেঁতেন, ইংৰাজীতে বহুত কথা ক'ব পাৰিলেহেঁতেন।

সিহঁত যোৱাৰ অলপ পিছতে তিতাবৰলৈ যোৱা আলহীজন আহি পালেহি। আলহী হ'ল বৈকুণ্ঠ বৰদলৈ। কন্দৰ্পৰ সহপাঠী। এতিয়া সি এলাহাবাদত এম এ পঢ়ি আছে।

বৈকুণ্ঠই ক'লে— মই যে আহিম, তই ভূ পাইছিলি?

—তই এৰি থৈ যোৱা ছুটকেচটোত নাম লিখা আছে।

বৈকুণ্ঠক চাহ-জলপান খাবলৈ দিলে। বহুদিনৰ মূৰত তাক পাযো কন্দৰ্প বৰ আনন্দিত হ'ব পৰা নাই। বৰ দুখ লাগিছে। বহুতৰ কাৰণে। উমা, ৰেণু, আনকি ৰীতা লিংডোৰ কাৰণেও।

সি বৈকুণ্ঠক সকলো কথা নক'লে। ৰীতাৰ কথা ক'বলৈ তাৰ বৰ মন গ'ল। কথা ক'লে তাৰ মনটোও পাতল লাগিব।

ৰীতা ভদ্ৰ ঘৰৰে ছোৱালী। তাই প্ৰণয়পাশত আবদ্ধ হৈছিল এজন মিলিটেৰী ছেকেণ্ড লেফটেনেণ্টৰ লগত। আৰু সেইজন পাঞ্জাবী লেফটেনেণ্টৰ লগত কন্দৰ্পই বাৰাণসীত একেলগে পঢ়িছিল। দুয়ো খুব বন্ধু আছিল। শ্বিলঙত থাকি কাম কৰা কালতেই তেওঁ ৰীতাৰ লগত কন্দৰ্পক পৰিচয় কৰি দিছিল।

সিহঁতৰ যুগ্ম-জীৱন তিনিমাহ পাৰ নৌহওঁতেই অফিচাৰৰ নগা পাহাৰলৈ যোৱাৰ পাল পৰিল। বিদ্ৰোহীৰ গুলীত তেওঁ আহত হ'ল। ৰীতাৰ মতে চিকিৎসাৰ অভাৱতে তেওঁ মৰিল। এক শ্ৰেণীৰ মানুহে খন্তেকীয়া বস্তুৰ তিনিটা দৃষ্টান্ত দিয়ে ঃ শ্বিলঙীযা বতৰ, ফুল আৰু খাচিযানীৰ মন। ৰীতাৰ কিন্তু মন সলনি নহ'ল। তাই জীৱনত আৰু দ্বিতীয় পুৰুষক ভাল পাব নোৱাৰিলে। ঘৰখন তাইৰ মানত বাকচ বাকচ লাগিল। ভৈযামলৈ ওলাই আহিল সেৱাৰ আদৰ্শ লৈ সন্তাপী মনক নিচুকাই ৰাখিবলৈ। একমাত্ৰ কন্দৰ্পকহে তাই দুখৰ কথা কয। কাৰণ কন্দৰ্প তাইৰ মৰমৰ মানুহটোৰ বন্ধু। কন্দৰ্পৰ মানত ৰীতা ত্যাগৰ প্ৰতিমূৰ্তি। তাই সঁচাকৈয়ে 'ছিষ্টাৰ'।

বৈকুণ্ঠই তাৰ কথা বিশ্বাস কৰিলে। বিশেষকৈ কন্দৰ্প তেনেকুৱা মানুহ নহয। তদুপৰি ৰীতাৰ লগত গোপন কিবা থাকিবই নোৱাৰে। থকাহেঁতেন লগতে আৰু দুজনী নাৰ্ছ নানিলেহেঁতেন। একচাইজত যেনেকৈ কন্দৰ্পৰ দৰে মানুহ থকাও সম্ভৱ, নাৰ্ছৰ মাজতো ৰীতাৰ দৰে স্নেহময়ী মাতৃস্বৰূপা তিৰোতা থকা সম্ভৱ।

সন্ধিযাটো ডাঠ হৈ হৈ গধূলি হৈ পৰিল। কন্দৰ্পই আন দিনাৰ দৰে ডাযেৰী লিখাত ব্যস্ত হ'ব নোৱাৰিলে। তাৰ মাজত এটাই চিন্তা। উমা, ৰেণু আৰু পুষ্পেন্দ্ৰৰ লগত ডাকবাংলালৈ যোৱা শকুন্তলা চাদৰ পিন্ধা ছোৱালীজনীৰ। ইহঁতৰ দলটোৱে কেতিযা উদ্ধাৰ পাব? কেতিযা সিহঁতৰ আৰু পৰিযালৰ মানুহবোৰৰ ব্যক্তি-সংজ্ঞা আহিব? কেতিয়া সিহঁতে অৰ্থ-সংকটৰ দৈত্যৰ কবলৰ পৰা মুক্তি পাব? কেতিয়া সিহঁতে বিদ্ৰোহ কৰি উঠিব?

ট্ৰাঙ্ক ৰোডত হুৱা-দুৱা লাগিছে। কিহৰ হুৱা-দুৱা একো উৱাদিহ ল'বলৈ সময় নৌ হওঁতেই সিহঁতে গম পালে, গণ্ডগোল কৰা মানুহবোৰে সিহঁতৰ ঘৰলৈ শিলগুটি দলিয়াইছে। কন্দৰ্পই শুনিছে— হৰিশিঙা দেউ আৰু বাপুতাৰ গৰ্জনি। ডেকা ল'ৰা কেইটামানৰ মুখত তাৰ প্ৰতিয়েই ব্যক্ত কৰা অশ্লীল অভিমত।

মানুহবোৰ তাৰ ঘৰৰ পোনে পোনে। কোলাহল বেছিহে হৈছে। আলিত লাঠী টুকুৰিওৱাৰ শব্দ।

—কি হৈছে মানুহবোৰৰ? বৈকুণ্ঠই ব্যগ্ৰভাৱে সুধি কন্দৰ্পৰ মুখলৈ চাই ৰ'ল। আচৰিত লাগিল। কন্দৰ্পৰ মুখত কোনো উৎকণ্ঠা বা ভয়ৰ চিন নাই। সি মাথোঁ খিৰিকী আৰু দৰ্জাবোৰ জপাই টানকৈ খিলি মাৰিছে। মানুহবোৰ যিদৰে উগ্ৰাৱল হৈ পৰিছে, তৎক্ষণাৎ ঘৰৰ ভিতৰত সোমাই যাব।

—কি হৈছে মানুহবোৰৰ?— বৈকুণ্ঠই আকৌ সুধিলে।

কন্দৰ্পই মাথোঁ ক'লে— শুনি থাক।

ইতিমধ্যে মানুহৰ গৰ্জনিবোৰ কাণত স্পষ্ট হৈছে। নিশ্চয় আৰু এক মিনিটৰ পিছত মানুহে বেৰত টঙনিযাবহি। বৈকুণ্ঠই তেনে এটা বিপদলৈকে বাট চাই ৰ'ল। কন্দৰ্পই কিন্তু এতিয়াও ভয় পোৱা নাই যেন লাগিল।

—ই চুবুৰিটোৰ লাজ-কাজ নোহোৱা কৰিলে। ইয়াক এই ঠাইৰ পৰা খেদি নিদিলে আমাৰ মান নৰয়।

জনতা প্ৰেছত কাম কৰা মানুহটোৰ মাত।

—চালা, ভদ্ৰলোক নে গুণ্ডা? আমাৰ আগত অফিচাৰ দেখুৱাবলৈ আহিছ? ওলাই আহ চালা ওলাই আহ।

জোতাৰ দোকানত কাম কৰা সুৰেন বৰপূজাৰীৰ মাত।

—দিনতে চুবুৰিৰ মানুহক দেখুৱাই এইবোৰ কাম কৰিবলৈ ইমান সাহ?

—তাকো এজনী নহয়, একেবাৰে তিনিজনী।

—তিনিওজনী খাচিযানীনে?

—নীলিমা খাচিযানী নহ'লেও তাই কেনেকুৱা নাৰ্ছ চিনিবলৈ বাকী নাই

—মতা মানুহ যদি ওলাই আহ চালা। আজিযেই শেষ কৰি থওঁ। পিছত আমাৰ বোৱাৰী-জীযাৰীকো নাশ কৰিব।

আকৌ জনতা প্ৰেছত কাম কৰা ভলুকাৰ মাত।

বৈকুণ্ঠৰ অসহ্য লাগিল। তাৰ গাত কলেজীয়া তেজ আছে। সি ক'লে— কন্দৰ্প, তই এটা কাপুৰুষ। তোৰ ঘৰ ঘেৰি মানুহে গালি পাৰিব, তই চাই থাকিবি? দেশত ৰজা নোহোৱা হ'ল?

কন্দৰ্প আকৌ নিমাত। তাৰ মুখত ভযৰ লেশমানো নাই।

—দে তোৰ ৰিভলভাৰটো। সিঁহতক গুলীযাই মাৰোঁ। এনেকুৱা হ'লে মানুহ জীয়াই থকাৰ লাভ কি? তয়ো বা জীযাই থকাৰ লাভ কি?

কন্দৰ্প নিমাত। বৈকুণ্ঠ দুৱাৰৰ খিলি খুলিবলৈ উদ্যত হ'ল।

ওলাই আহ চালা। চুবুৰিৰ কলঙ্ক।

আকৌ কম্পজিটৰ ভলুকাৰ মাত। বৈকুণ্ঠই খিলি খুলিবলৈ ধৰোঁতেই কন্দৰ্পই হাক দি এইবাৰ মাতিলে— ওলাই নেযাবি। এনেকৈ মনে মনে সোমাই থাকিলে অলপ পৰৰ পাছতে সিহঁত যাবগৈ। সিহঁতৰ গালিবোৰ ভাল লাগিছে। এই সাধাৰণ দুখীয়া মানুহবোৰৰ মুখত সিহঁতৰ বোৱাৰী-জীয়াৰীৰ মান-অপমান হানি হোৱা আশঙ্কাৰ কথা শুনি মোৰ বৰ ভাল লাগি গৈছে। হয়তো সিহঁতৰ এই বিক্ষোভ এদিন বিপ্লব হ'ব, আন্দোলন হ'ব। সিহঁতে ব্যক্তিত্বক ঘূৰাই পাব।

—তই এইবোৰ কি কৈছ? পাগল?

—তই বুজি নেপাব। মুঠতে দুখীয়াৰ মুখত লাজ-অপমান হেৰাই যোৱাৰ ভয়ৰ কথা শুনি মই বৰ ভাল পাওঁ। মূৰত টাঙোন বহিলেও ভাল পাম।

আৰু বেছি অপমান আৰু প্ৰহৃত হোৱাৰ আশঙ্কা থকা সত্ত্বেও কন্দৰ্পৰ ভাবি ভাল লাগি গ'ল যে দুখীয়াৰ এতিয়াও ব্যক্তি-চৈতন্য নিঃশেষ হোৱা নাই। আজি ইহঁতে তাৰ বিষয়ে ভুল বুজিলেও, সিহঁতে তেনেহ'লে এক শ্ৰেণী মানুহক ঘৃণা কৰিবলৈ শিকিছে, প্ৰতিশোধ ল'বলৈ বিচাৰিছে। এদিন এনেকুৱা প্ৰতিশোধৰ ভাবৰ পৰাই বিপ্লব হ'ব। ইহঁত এদিন সুখী হ'ব। ৰেণু, উমাৰ দলটোৱে নিজক বিক্ৰী কৰিব নেলাগিব।

# সম্ভ্ৰম-চেতনা

শেহ ৰাতি এক নম্বৰ ৱাৰ্ডৰ আঠ নম্বৰ বিছনাৰ সৈন্যজন মৰিল। তন্দ্ৰা দত্ত এতিয়াও তেওঁৰ ওচৰতে আছে। তেওঁৰ গোটেই দেহাটো এনেভাৱে ঢাকি থৈছে যে মৰিল কাৰণে এনেকৈ ঢকা হৈছে বুলি ক'ব নোৱাৰি। কাষত থকা আহত সৈন্যকেইজনে যদি তেওঁক মৰিল বুলি জানে তেনেহ'লে তেওঁলোকৰ মনোবল নাইকিয়া হ'ব পাৰে। এই কথা তন্দ্ৰাই লক্ষ্য ৰাখিছে। সৈন্যকেইজনে এনেকৈয়ে ভাবক— আঠ নম্বৰৰ বিছনাৰ আহতজনৰ নিশ্চয় খুব জাৰ লাগিছে। সেযেহে এইদৰে মূৰে-গায়ে কাপোৰ দিয়া হৈছে। এয়ে তন্দ্ৰাৰ ইচ্ছা।

মৰণৰো একোটা নিজস্ব ধৰণ আছে, নিজস্ব সময় আছে, নিজস্ব গৌৰৱো আছে। আৰু তন্দ্ৰাই নিজকে হেৰুৱাই ভাবে, এক নম্বৰ ৱাৰ্ডৰ বিছনাবোৰত কাঠ যেন হৈ পৰি থকা জোৱানসকলক যদি তাই এডাল ভেলেকী থকা মাৰিৰে সৈতে নিমিষতে ভাল কৰিব পাৰিলেহেঁতেন! এওঁলোক কোনেও মৰিবলৈ নিবিচাৰে। আৰু পৃথিৱীত কিজানি কোনেও মৰিবলৈ নিবিচাৰে। সকলোৰেই সৰু-বৰ আশা আছে, আপোন মনে গঢ়া একোটা ভৱিষ্যৎ আছে, জীয়াই থকাৰ হেঁপাহ আছে।

ডাক্তৰ আহিও সৈন্যজনৰ ফালে অপলক দৃষ্টিৰে চাই আছে। এনে এজন সুদৃঢ় অসীম সাহসী সৈনিকৰ নাম আজিৰ পৰা বাদ পৰিব। প্ৰাণে মেলানি মগা দেহটোতো একে দৃঢ়তা বিৰাজমান। হাতৰ মুঠি দুটা এতিযাও বন্ধ অৱস্থাতে।

তন্দ্ৰা দত্ত সাধাৰণতে বহা চকীখনতে ডাক্তৰ বহিল আৰু সৈন্যজনৰ বিষয়ে লিখি অনা সংক্ষিপ্ত প্ৰতিবেদনখন নিৱিষ্টমনে পটি গ'ল। তেওঁ এটা হুমুনিয়াহ কাঢ়িলে।

—"তন্দ্ৰা, ছয়, এঘাৰ আৰু দহ নম্বৰ কেনে আছে?"

—"ৰাতি বিশেষ আমনি কৰা নাছিল। পিছে এঘাৰ নম্বৰেহে ঘনে ঘনে পানী বিচাৰিছিল।"

—"গতিকে বুজা যায়, এৰেঁইহে যি মৰিল। এই ৱাৰ্ডত সম্প্ৰতি ছিৰিয়াছ পেচেণ্ট নাই।"

—"পিছে আজিৰ অপাৰেশ্যন?"

—"সামান্য ধৰণৰ। তাৰ কাৰণে বিশেষ মূৰ ঘমাবলগীয়া একো নাই।"

সামৰিক বিভাগৰ ডাক্তৰ মেজৰ বিপুল কটকীয়ে চিগাৰেট এটা ওঁঠত গুঁজি বাৰাণ্ডাৰ ফালে ওলাই আহিল। অপাৰেশ্যন থিয়েটাৰৰ ফালে এবাৰ চকু ফুৰালে। হাত-ঘড়ীটোৰ কাঁটা দুডাললৈ বিতৃষ্ণাৰে চালে। পিছ মুহূৰ্ততে পুবাৰ আকাশখনলৈ উদাস ভঙ্গীৰে মূৰ দাঙি চালে। পুবা আকাশত চৰাই-চিৰিকটিৰ বৰ্ণাঢ্য স্থিতিৰ মুখৰতা আজি শুনিবলৈ নাই। আকাশখন নীৰৱ, উদাসীন, ধূঁৱলী-কুঁৱলী। বেলিটোও

মেঘৰ কেন্দাৰে বিকৃত কৰা আকাশৰ জোনটোৰ দৰেই এনেমিক।

তন্দ্ৰা ডাক্তৰৰ ওচৰত থিয় দি আছিল। এটা কথা সুধিবৰ বাবে তাই উচপিচাই আছে। মেজৰ কটকীহে যেনেকুৱা, হোৱাই- নোহোৱাই কিবা সুধিলে বৰ বিৰক্তি হোৱা যেন দেখুৱায়। আজি পিছে তেওঁ উপযাচিয়েই মাত লগালে, "তন্দ্ৰা, তুমি বাৰু এই সম্বন্ধে কি ভাবা? চীনে একপক্ষীযভাৱে যুঁজ নকৰোঁ বুলি প্ৰস্তাৱ দিছে। পাছে- পৰে হেনো মীমাংসালৈ আহিব। সিহঁত হেনো কিছুমান ঠাইৰ পৰা আঁতৰি যাব। আজি খবৰটো পালোঁ। দেখিছোঁ, সিহঁতৰ খুচিমতেই সকলো। বৰ ডেমাকি। সেইবুলি আমি জানো হাত সাবটি বহি থকা ভাল?"

"তাৰ প্ৰশ্নই উঠিব নোৱাৰে। অসম্ভৱ। সিহঁতক আমাৰ প্ৰতি ইঞ্চি মাটিৰ পৰা খেদি নিদিয়ালৈকে আমি আন কথা ভাবিবই নোৱাৰোঁ। আৰু সিহঁতক খেদি দিব নোৱাৰিলে, আমাৰো বা জীযাই থকাৰ লাভ কি? অসম্মানতকৈ মৃত্যু শ্ৰেয়।"

"এৰা, তুমি সকলোৰে মনৰ কথাকে খুব চমুকৈ কৈ পেলালা। ভাবি পাইছোঁ,—বিপদ আৰু যন্ত্ৰণাই দিয়ে— জ্ঞান আৰু সম্ভ্ৰম-চেতনা। ইমানতে মানুহৰ বিশেষত্ব।'

"পৃথিৱী জানো সভ্য হৈছে, মেজৰ চাহাব? মগজুৰো অপাৰেশ্যন কৰিব পৰা দিনত আৰু ৰকেট উৰুওৱাৰ দিনতো মানুহে সভ্য হৈ থাকিব নেজানেনে?'

"তন্দ্ৰা, তুমি দেখোন আচৰিত প্ৰশ্ন এটাই সুধি পেলালা। আৰ্মি হস্পিতাললৈ অহা বেছি দিন হোৱা নাই কাৰণেই কিজানি তুমি কথা কিছুমান নতুনকৈ ভাবি পাইছা। যদিও তুমি সোধা প্ৰশ্নটো অতি পুৰণি প্ৰশ্নই বুলিব পাৰি। ভাবি চোৱা, ভাৰত কোনো যুগতে অসভ্য নাছিল। আমি যুঁজিছো,— অহিংস নীতিৰ হকেই। তোমাকো আৰ্মি হস্পিতালত দেখি ভাব হয়, তুমিও যেন অশোকৰ ৰাজত্বৰ বহু যুগৰ পিছৰ এজনী সংঘমিত্ৰা।"

তন্দ্ৰা সামৰিক চিকিৎসালযলৈ অহা দুমাহমানহে হৈছে। পূৰ্বতে তাই বৰ্ধমানৰ ৰাজ্যিক চিকিৎসালয এখনত আছিল। কুৰি অক্টোবৰৰ এসপ্তাহৰ পিছতেই তাই সম্মুখ ৰণাঙ্গণলৈ অহাৰ অভিপ্ৰায জনালে। কেইদিনমানৰ ভিতৰতে তাই আদেশ পালেও।

ডাক্তৰ কটকীযে ঘড়ীলৈ চালে। সাত বাজি এঘাৰ মিনিট গৈছে। তেওঁ এইবাৰ তন্দ্ৰাক সুধিলে, "তুমি দেখোন একো অভিমত নিদিলা? কথা শুনি দেখোন ওপৰলৈহে চাই ৰ'লা?"

তন্দ্ৰাই ধীৰে ধীৰে মাত লগালে, "ভাবিছোঁ, যুঁজ কৰি ক্ষমতা বজাই ৰাখিবলৈ বিচৰা দেশৰ মুৰব্বীবোৰ যদি এপষৰ কাৰণেও আৰ্মি হস্পিতালত ডাক্তৰ হৈ থাকিলেহেঁতেন — তেতিযাহে সিহঁতে বুজিলেহেঁতেন, যুঁজ কি বস্তু।"

"তুমি দেখিছো কথাবোৰ দ'কৈয়ে ভাবিব পাৰিছা। মই এসময়ত বৰকৈ ভাবি ভাবি এতিয়া ছিষ্টেমেটিকেলি ভাবিব নোৱৰা হৈছোঁ। সিদিনা কৰ্ণেল ভাটীয়াই কোৱাৰ দৰেই মই ইয়াত কাম কৰি কৰি এনেবোৰ ভাবৰ পৰা ইমুউন হৈ গৈছোঁ। অ', এটা কথা। তুমি জনাও উচিত। এই যে আঠ নম্বৰৰ সৈন্যজন, এওঁৰ পৰাক্ৰমৰ কথা শুনি মই বিস্মিত হৈছোঁ।"

"কি কাৰণে?" — তন্দ্ৰাৰ ব্যগ্ৰ প্ৰশ্ন।

"এওঁ স্বৰূপতে বীৰ। এওঁ ডোগ্ৰা ৰেজিমেণ্টৰ চিপাহী। ৱালঙৰ যুদ্ধত এওঁলোকে কিমান যে পৰাক্ৰম দেখুৱালে! এওঁ ভালেমান শত্ৰু নিপাত কৰিলে। লগৰ বত্ৰিশজন চিপাহী মৰ্টাৰ, শ্বেলিং আৰু

মেচিনগানৰ ধোঁৱা আৰু জুইৰ মাজেৰে যুঁজি যুঁজি ধৰাশায়ী হ'ল। এওঁৰো ভৰি আৰু এটা বাউসিত গুলী লাগিছিল। তথাপি এওঁ পিঠিত হেণ্ডগ্ৰেনেড আৰু হাতত ৩৩ ৰাইফল, পিঠিত এল-এম-জি লৈ আগবাঢ়ি গ'ল। হঠাতে এওঁৰ গাত বেযাকৈ দুটা গুলী একে সময়তে পৰিলহি। পেটৰ একোণেদি নাড়ী-ভুঁৰুৰ এক অংশ ওলাই আহিল। কান্ধ আৰু বাউসিৰ তলেদিও টোপাটোপে তেজ ব'লে। তথাপি তেওঁ পাছ নোহোঁহকিল। গৈ থাকিল। এই অৱস্থাৰেই তেৰটা চীনা সৈন্য মাৰিলে। গাত যেন ৰণজেউতিহে লাগিল। পাছফালৰ পৰা নিৰ্দেশ দিয়া শুনিলে— পাছুৱাই আহিবলৈ। তেওঁ আগবাঢ়িহে গ'ল। আৰু তিনিটা চীনা মাৰিলে। চীনাবোৰৰ সংখ্যাহে বেছি। অৱশ্যে নিষ্ঠুৰতাও বেছি, পশুৰ দৰে অহেতুক সাহসো আছে। পিছে বুদ্ধি নাই। একো কিটিপ নেজানে। কেনেকৈনো বুদ্ধি হ'ব? সিহঁত মানুহৰ লেখত পৰিলেহে মগজত মানুহৰ বুদ্ধি আছে বুলি ভাবিব পাৰি। ষ্ট্ৰেটেজি সম্বন্ধে স্পষ্ট ধাৰণা নাই বুলিবই পাৰি। সেই কাৰণেই এনে অৱস্থাৰেই লাইট মেচিনগান চলাই আক্ৰমণ কৰা দলটোক পাছুৱাই দিব পাৰিছিল। একেবাৰে অৱশ হৈ পৰাতহে তেওঁ মৃত্যুৰ কথা ভাবিছিল। এল-এম-জিটো এৰি আহি অলপ আঁতৰত থকা শ দুটাৰ মাজত কোমোফ্লেজড হৈ শুই পৰিছিল। এঘণ্টামান সময় যুঁজ হোৱা নাছিল। এইখিনি সময়তে এওঁক বিচাৰি হস্পিতাললৈ অনা হ'ল। বাটত হেনো এওঁ শেহাই শেহাই কৈছিল— মৰাত অসন্তোষ নাই। মোৰ কাম কৰিলোঁ। কৰ্তব্য সমাধা কৰাৰ পিছত তেওঁৰ জীয়াই থকা-নথকাৰ ভাববোৰো নিশ্চয় যোগীৰ নিৰ্লিপ্তিৰে গৰিমাময় হৈ পৰিছিল। বোধকৰোঁ মনোবলৰ ক্ষমতাক— উইল পাৱাৰক— ৰেহাই দিছিল।"

ডাক্তৰ আৰু তন্দ্ৰাই কথা কৈ থকা সময়তে উত্তৰ ফালৰ বাৰাণ্ডাৰ কাষৰ আলিটোত কলপতীয়া ৰঙৰ মটৰগাড়ী এখন চকামকাকৈ তেওঁলোকে দেখা পালে। সেইখন মিলিটেৰীৰ গাড়ী। হৰ্ণটো বৰকৈ বাজিছে। কটকী আৰু তন্দ্ৰা সেইফালে আগবাঢ়ি গ'ল।

গাড়ীৰ পৰা গিৰিপ গিৰিপ কৰে দুই ডজন সেনা নামি আহিল। এওঁলোকে ধৰিব পাৰিলে যে তাৰে এজন কমিছন্ড অফিচাৰ। তেওঁ চিহ্ন আঁকিছে— এটা অশোক স্তম্ভ আৰু তৰাৰে। সেই সৈন্যকেইজনৰ বেশভূষা আজি অলপ সুকীয়া ধৰণৰ। তন্দ্ৰাৰ বুজিবলৈ বাকী নেথাকিল যে এওঁলোকে মৃতকৰ হৈ শোক-প্ৰদৰ্শনৰ কাৰণেই এইদৰে আহিছে। তেওঁলোক দুশাৰী হৈ থিয় দিলে। ডাক্তৰৰ নিৰ্দেশ মতে তন্দ্ৰা আঠ নম্বৰৰ বিছনাৰ শটোৰ ওচৰলৈ গ'ল। খন্তেকৰ ভিতৰতে কমিছন্‌ড অফিচাৰজন আৰু দুজন সৈন্য শটোৰ কাষলৈ আহিল আৰু টুপী খুলি আকৌ পিন্ধি ল'লে। ডাক্তৰ কটকীয়ে প্ৰস্তুত কৰা প্ৰতিবেদনখন অফিচাৰজনৰ হাতত দিলে। মৃতকৰ মুখৰ কাপোৰ গুচাই দিয়াৰ লগে লগেই সৈন্য এজনে ক'লে, "মোৰ ঠিক মনত পৰিছে, এওঁক মই ৰাজস্থানত দেখিছিলোঁ।" তাকে শুনি কমিছন্‌ড অফিচাৰজন বাজি উঠিল, "হোৱাট ডু ইউ ছে মেন? মই এওঁক ইটালীতো পাইছিলোঁ।" ডাঙৰকৈ কৈছিল যদিও তেওঁৰ গলগলীয়া মাতটো সেমেকা ধৰণৰ।

সৈন্যজনক এটা নতুন ইউনিফৰ্ম পিন্ধোৱা হ'ল। তন্দ্ৰাই কলপতীয়া ৰঙৰ কামিজটোৰ বাহু এটাত লক্ষ্য কৰিলে,— তিনিটা উৰ্দ্ধমুখী ঐককেন্দ্ৰিক 'ভি' আখৰ। তাই এতিয়াহে গম পালে যে এওঁ হাবিলদাৰ আছিল। তাইৰ এইটো কথাতে ভাল লাগি গ'ল। — এওঁলোকৰ মৃত্যুকো যে এনে এটা প্ৰাধান্য দিয়া হয়। এওঁৰ,— আঠ নম্বৰৰ মৃতকৰ, একাষত ফুলৰ দানীটো থোৱাৰ লগে লগেই যেন দৃঢ় মুখখনত মৰণৰ গভীৰ প্ৰশান্তিয়ে বিৰাজ কৰিলে। এওঁ স্বৰ্গ পাব। এওঁ অসুৰৰ বিৰুদ্ধে যুঁজা অমৰণ

দেৱতা।

শটো ট্ৰেচাৰত থোৱা হ'ল। বাৰাণ্ডালৈ নিয়াৰ লগে লগেই বিগুউল বাজি উঠিল। সৈন্যই পেৰেড কৰিলে। গাড়ীৰ ভিতৰত শটো ভৰোৱা হ'ল। বিগুউলৰ মৰণবিজয়ী তৰঙ্গ সমলয়ৰ মূৰ্চ্ছনাৰ মাজেদি মটৰগাড়ীখন গৈ থাকিল। মৃতকক শেষ প্ৰণতি জনাই তন্দ্ৰা আৰু ডাক্তৰ বাৰাণ্ডাৰ পৰা ৱাৰ্ডৰ ভিতৰলৈ সোমাই আহিল। ডাক্তৰে ক'লে, "সামৰিক সন্মানেৰে এওঁক কাঠ-সংস্কাৰ কৰা হ'ব। তালৈকে এতিয়া যাওঁ নেকি, ভাবি চাইছোঁ।"

তন্দ্ৰাই একো নেমাতিলে। সামৰিক সন্মানেৰে কাঠ-সংস্কাৰ কৰাটো যেন এইগৰাকী সৈন্যৰ কাৰণে বেছি বিশেষত্বপূৰ্ণ। তাইৰ দুগালে দুধাৰি চকুলো বৈ পৰিল। ডাক্তৰৰ দৃষ্টিৰ পৰা চকুলো লুকুৱাবলৈ চেষ্টা নকৰিলে। এই চকুলো ক্ষণিক দুৰ্বলতাৰ নহয়। এই চকুলো গভীৰ উপলব্ধিৰহে। তন্দ্ৰা দত্তৰ এই উপলব্ধি হ'ল,— যন্ত্ৰণাৰ, ত্যাগৰ, পৰাক্ৰমৰ — আৰু বিপৰ্যয়ৰ সসম্ভ্ৰমেৰে সন্মুখীন হোৱাৰ মৰ্যাদাবোধৰ।

সৈন্যজনক কাঠ-সংস্কাৰ কৰা ঠাইলৈ যাবলৈ ডাক্তৰ কটকীৰ আৰু সময় নহ'ল। প্ৰায় দহ মিনিটমানৰ পিছতেই দক্ষিণফালৰ ওচৰত আৰু এখন মিলিটেৰী গাড়ীৰ হৰ্ণ বাজিল। কলপতীয়া ৰঙৰ গাটোত ৰঙা যোগ চিন থকা গাড়ী। নিশ্চয় আহত সৈন্য আছে। ড্ৰাইভাৰজনে লৰালৰিকৈ নামি মেজৰ কটকীক ছেলুটেৰে অভিবাদন জনালেহি আৰু 'সাৱধান'-ভঙ্গীত থাকি জনালে যে এজন সৈন্য গাড়ীৰ ভিতৰত আছে, অৱস্থা গুৰুতৰ,—কণ্ডিচন ইজ ভেৰি ভেৰি ছিৰিয়াছ। অতি শীঘ্ৰে আহত সৈন্যজনক গাড়ীৰ পৰা নমোৱা হ'ল। ট্ৰেচাৰেৰে কঢ়িয়াই এক নম্বৰ ৱাৰ্ডৰ আঠ নম্বৰৰ বিছনাতেই শুৱাই দিয়া হ'ল। আৰু খালী বিছনা নাছিল। সৈন্যজনৰ বুকুৰ তলভাগৰ পৰা ভৰিৰ খাৰগাঁঠিলৈকে গোটেই অংশ তেজেৰে লুতুৰি-পুতুৰি। দেখিযেই তন্দ্ৰাৰ গাটো জিকাৰ খাই উঠিল। কি বীভৎস দৃশ্য! তাই সৈন্যজনৰ পোছাকত থকা 'বেজ' চালে। বেজ-টেজ নাই। সম্ভৱ এওঁকো সমুখ ৰণাঙ্গণৰ পৰা অনা হৈছে। বেজ আঁৰি কোনো ৰণলৈ যোৱাৰ নিয়ম নাই।

বিষত সৈন্যজনৰ সৰ্বশৰীৰ কঁপিছে। মুখখন অস্বাভাৱিকৰূপে বিকটাই পেলাইছে। যন্ত্ৰণাৰ আতিশয্য মুখেৰে ফুটাই দুদণ্ড শান্তি লাভ কৰিবলৈকো তেওঁৰ গাত সিমান বল নাই। আধা মেল খোৱা চকুহালৰ পৰা অনুমান কৰিব পাৰি, তেওঁ অৰ্ধ-চেতন অৱস্থাত। তন্দ্ৰাই খুব অস্বস্তিৰে ভাবিলে, জোৱানজন যদি সম্পূৰ্ণ অচেতন হৈ থকা নাই, তেনেহ'লে তেওঁ এতিয়া শৰীৰৰ বিষ আৰু সকলো যন্ত্ৰণা সহি আছে সামৰিক পৌৰুষ আৰু শৃঙ্খলাৰে,— তাতোকৈ বেছি সম্ভ্ৰমেৰে।

তাইৰ এই ভাব-প্ৰক্ৰিয়া চলিছিল মাথোঁ কেইছেকেণ্ডমান,— তাকো অতি অতৰ্কিতে। অতি ব্যস্ততাতো, আনকি বিপদৰ চৰম সময়তো, মানুহৰ মন বোলা বস্তু এটা আছে কাৰণেই, অতি অননুমেয় কম সময়ৰ ভিতৰতে বহুত কথা ভাবি পেলাব পাৰে। নহ'লে, সামৰিক চিকিৎসালয়ৰ ডাক্তৰ, নাৰ্ছ আনকি ৱাৰ্ড বয়টোৰো ভাব-বিলাসৰ অৱকাশ নাই।

শীঘ্ৰে আৰু দুজনী নাৰ্ছ আহতজনৰ শুশ্ৰূষাত ব্যস্ত হ'ল। দ্ৰুতগতিত প্ৰাথমিক প্ৰতিবিধান চলি থাকিল। আহতক কঢ়িয়াই অনা ড্ৰাইভাৰজনে ডাক্তৰ কটকীক এখন কাগজ দিলে। এইখন কাগজত আহতজনৰ পৰিচয় আছে।

ৰক্তাক্ত কাপোৰ সলোৱা হ'ল। প্ৰাথমিক প্ৰতিবিধান চলি আছে। লগে লগে ডাক্তৰেও সমস্ত

মনোযোগেৰে পৰীক্ষা কৰি আছে। তেওঁ তন্দ্ৰাক কৈছে, এওঁৰ এই কামিজটো এঠাইত সাৱধানে ৰাখা। কিবা ব্যক্তিগত বস্তু থাকিব পাৰে।"

তন্দ্ৰাই কামিজটো তাইৰ টেবুলখনৰ তলত থকা টুলখনৰ ওপৰত থ'লে। খন্তেকতে ডাক্তৰৰ কাষ চাপিল। হঠাতে ফ'ৰচেপ, বেন্দেজৰ কাপোৰ, আয়োডিন আদি আৰু লগা হ'ব পাৰে। এইবোৰ যোগাৰ কৰি দিয়াৰ অলপ আলম-বিলম হ'লেই ডাক্তৰে খণ্ডত গৰ্জি উঠে। তাই পৰীক্ষাৰত ডাক্তৰৰ মুখলৈ এক মনে চাই ৰ'ল। তেওঁৰ মুখখনৰ পৰাই হয়তো জখম কিমান 'সাংঘাতিক' জানিব পাৰিব। ভালেমান সময় পাৰ হ'ল। ডাক্তৰে সৈনিকৰ নাড়ী-স্পন্দন অনুভৱ কৰিছে, বিভিন্ন ঠাইত ষ্টেথেচকোপ দি প্ৰাণৰ সঁহাৰিও বিচাৰিছে। তেওঁ অসম্ভৱ গহীন হৈ পৰিছে। ভ্ৰূ সংকুচিত কৰিছে। কপালৰ ৰেখাতো দাৰুণ সন্দেহৰ চিন ফুটি উঠিছে। তন্দ্ৰা ঘনে ঘনে সচকিত হৈছে। ডাক্তৰে সৈনিকৰ পেটৰ ওচৰৰ পৰা কিবা চাইছে। দেহৰ লগত মিলি নথকা হাড় দুডালমান পিটিকি কিবা এটা উমান ল'ব খুজিছে। তন্দ্ৰা অধৈৰ্য হৈ পৰিছে। থিয় হৈছে। টেবুলৰ তলত থকা চাপৰ টুলখনৰ ওপৰত থকা সৈনিকজনৰ গৰম কামিজটোৰ পৰা ভাহি অহা একেলগে ঘাম তেজ আৰু বাৰুদৰ অদ্ভুত গোন্ধটো তাইৰ নাকত লাগিছে। তাই এইখিনিতে থিয় দি থাকিলেও অস্বস্তি পাইছে আৰু পিছ মুহূৰ্তে অজানিতে অতৰ্কিতে ভাবিছে— 'বেজ' নোহোৱা ছাৰ্টটোৰ পৰা একো অনুমান কৰিব নোৱাৰি। এওঁ বাৰু কোন পৰ্যায়ৰ সৈনিক? কমিছ্নড, কিম্বা জে-চি-অ'? আৰ্টিলেৰীৰনে, ইনফেণ্ট্ৰিৰ? কাৰিকৰী বিভাগৰো হ'ব পাৰে নেকি?

ডাক্তৰৰ মাতটো তাইৰ কাণত পৰিল, "এনটিছেপটিক মাইল্ড হ'ব লাগিব। খুব আলফুলকৈ লৰা-চৰা কৰিব লাগিব।"

তন্দ্ৰা ডাক্তৰৰ ওচৰ চাপিল। তেওঁ দুটা ঘন উশাহ সলাই লাহে লাহে সৈন্যজনে নুশুনাকৈ ক'লে, "ভেৰি ছিৰিয়াছ কেচ। পেটত কিজানি তিনিটা বুলেট আছে। দুডালমান ৰিব্‌ছ ফ্ৰেকচাৰ হৈছে।"

পেটত তিনিটা গুলী। কামিহাড়ো দুডালমান ভাগিছে। উস্ ৰাম। তন্দ্ৰাৰ মনটো জামৰি পৰিল। ডাক্তৰে আৰু ক'লে যে আগতেই দেহৰ পৰা ভালেখিনি তেজ ওলাই গ'ল কাৰণে অৱস্থা বেছি সংকটপূৰ্ণ। শৰীৰ অতি দুৰ্বল। চকুৰ তলৰ পতাখন লুটিয়াই চাই চাই ডাক্তৰ চিন্তিত হৈ পৰিছে। দৈহিক প্ৰক্ৰিয়া চলি থাকিবৰ কাৰণে যি নিম্নতম ডবলিউ বি চিৰ (শুভ্ৰ ৰক্তকণিকা) প্ৰয়োজন, সেইখিনি হয়তো আছে, কিন্তু তাৰ অলপ তাৰতম্য হ'লেই ঘোৰ বিপদ। অস্ত্ৰোপচাৰ নকৰিলে জখম ঠিক হৈ নেযায়। পিছে এনে অৱস্থাত অস্ত্ৰোপচাৰ কৰিব নোৱাৰি। 'কলাপ্‌ছ্' হৈ যাব পাৰে। তন্দ্ৰাক তেওঁ অনবৰত সৈনিকৰ ওচৰত থাকিবলৈ ক'লে। তেওঁ ওলাই গ'ল। পশ্চিমফালে থকা 'জেদ' আকৃতিৰ গাঁতটো পাৰ হৈ চেম্বাৰত সোমাল আৰু আঢৈ মিনিটৰ ভিতৰতে বেগ এটাৰে সৈতে আকৌ আঠ নম্বৰৰ বিছনাৰ কাষত থিয় হ'ল। তেওঁ তন্দ্ৰাক ক'লে, "ছেলাইন দিব লাগিব। দুশ চি চিৰ (ঘন চেণ্টিমিটাৰ) পিছত ষ্ট'প কক বন্ধ কৰিবা। এইখিনি শৰীৰে টানি লোৱাৰ পিছত কিবা এটা বুজিম।"

ডাক্তৰে অন্যান্য সৈন্যক এফালৰ পৰা চাই গ'ল। আঠ নম্বৰৰ বিছনাৰ নতুন আহতজনৰ কাৰণে তেওঁলোকো দুখিত। তেওঁলোকৰ প্ৰায়েই আহতৰ বিষয়ে সুধিলে। ডাক্তৰে চলেৰে আচল উত্তৰটো লুকুৱাবলৈ চালে।

আঠ নম্বৰৰ বিছনাৰ শিতানৰ ফালে ছেলাইনৰ নিম্নমুখী ফ্লাস্কটো ওপৰত থিয় কৰোৱা হ'ল। ফ্লাস্কসংযুক্ত ৰবৰৰ নলীডাল আহতৰ ওচৰলৈ আহেনে নাহে তন্দ্ৰাই এবাৰ চাই ল'লে। নলীৰ মুৰত

চিঙটো ভৰোৱা হ'ল। আহত সৈনিকৰ বাঁওহাতৰ 'ৰগ' এডালৰ ভিতৰেদি ছেলাইনৰ টোপাল শৰীৰে গ্ৰহণ কৰোৱাৰ ব্যৱস্থা হৈ গ'ল। তন্দ্ৰাই ফ্লাস্কৰ গাৰ দাগকেইটালৈ আৰু আহতজনলৈ সময়ান্তৰে চাই ৰ'ল। দুশ চি চি চেলাইন শৰীৰত সোমাবলৈ কম সময় নেলাগিব।

তন্দ্ৰাই বেছি মনোযোগ দিলে সৈনিকৰ গতিবিধিত। তেওঁ মাজে মাজে সোঁ ভৰিখন জোকাৰে। হাত দুটা তুলি বুকুত থয় আৰু পুনৰ নমাই আনে। আধা মেলা চকুহাল সম্পূৰ্ণকৈ মেলিবলৈ চায। দহ মিনিটমানৰ আগৰে পৰা তেওঁ বিষত কেঁকাবলৈ লৈছে। মুখৰ পৰা দুটা-এটা অস্পষ্ট শব্দ ফুটিছে। হয়তো এতিয়ামানে চেতন অৱস্থা ঘূৰাই পাইছে। ডাক্তৰো আহি তাইৰ কাষতে ৰ'লহি। আকৌ এবাৰ পৰীক্ষা কৰিলে। অৱস্থাৰ বিশেষ উন্নতি হোৱা নাই। প্ৰাথমিক প্ৰতিবিধানৰ ফলতেই হয়তো যৎকিঞ্চিৎ আৰাম পাইছে। ডাক্তৰ বৰ হতাশ হৈছে। এতিযাই এক্স-ৰে' কৰিব পৰা হ'লে, জখমৰ গুৰুত্ব কিমান আৰু কোন ঠাইলৈকে গুলী আছে জানিব পৰা গ'লহেঁতেন। কিন্তু ইমান নিশকতীয়া মানুহটো অলপ লুটিওৱা-বগৰোৱা কৰাৰ পৰিণাম ভীষণ হ'ব। এক্স-ৰে' কৰা যায় কেনেকৈ?

ডাক্তৰ অস্বাভাৱিকৰূপে চিন্তিত। তেওঁ আজি এই সন্ধিক্ষণত চৰম পৰীক্ষাত উত্তীৰ্ণ হ'ব লাগিব। এতিয়া এওঁক অস্ত্ৰোপচাৰ কৰাৰ অৱস্থালৈ অনা যায় কেনেকৈ? দুশ চি চি চেলাইন দিয়া হ'লেই। 'ব্লাড প্লাজ্‌মা' ইন্‌ফিউজ কৰিলে বাৰু কেনে কাম দিব? 'ব্লাডো'তো 'ট্ৰেন্সফিউজ' কৰিব পাৰি। ইযাৰ আগতে ফাইভ পাৰচেণ্ট 'ডেক্সট্ৰ' চেলাইন' দিলে বাৰু কেনে কাম কৰিব?

তন্দ্ৰাই ভয়ে ভয়ে সুধিলে, "মেজৰ চাহাব আজিৰ ভিতৰতে অপাৰেশ্যন হৈ নগ'লে বিপদ আছে নেকি?"

ডাক্তৰ কটকটীয়ে উত্তৰ দিবলৈ অলপ ভাবিলে। ষ্টেথেচকোপডাল সামৰি বেগটোত ভৰালে। সৈনিকজনৰ গাটো কম্বলেৰে ভালকৈ ঢাকিলে আৰু শেষত জুখি-মাখি উত্তৰ দিলে, "যদি আৰু চৌব্বিশ ঘণ্টা জীয়াই থাকে, কাইলৈৰ ভিতৰতে অপাৰেশ্যন কৰিলেও পলম হৈছে বুলি ভাবিব নোৱাৰি। কিন্তু এনে অৱস্থাত জানো অপাৰেশ্যন কৰিব পৰা যাব? সঁচাকৈয়ে গুৰুতৰ আঘাত পাইছে। নিতান্ত আয়ুস থাকিলেহে আমাৰ বিদ্যাই কাম দিব।"

তন্দ্ৰাই একো নেমাতিলে। ডাক্তৰে আকৌ ক'লে, "পালছ নামিছে। তুমি সাৱধানে থাকিবা। এনেকৈ অৱশ্যে এটা-দুটা 'বিট' থকাটো বিশেষ 'আননেচাৰেল' নহয। দহ মিনিটৰ পিছত 'ফাইভ পাৰচেণ্ট' 'ডেক্সট্ৰ' চেলাইন' দিবা। ট্ৰেন্সফিউজন ছেটটোৰ চেলাইন আন ঠাইত থোৱা। ইযাৰ পিছত কি কৰিব লাগে ক'মহি। কিন্তু এওঁ বেছিকৈ কেঁকালে ভুলতো যাতে মৰ্ফিয়া দিয়া নহয। হৃদ্‌পিণ্ডও দুৰ্বল।"

তন্দ্ৰাই তাইৰ কাম কৰাত লাগি গ'ল। ডাক্তৰো দুই নম্বৰৰ ৱাৰ্ডৰ ফালে আগবাঢ়ি গ'ল। হঠাতে কিবা এটা মনত পৰাত তেওঁ আকৌ উভতি আহিল। সৈন্যজনৰ গাৰ পৰা অলপ তেজ ল'লে আৰু কাগজত তন্দ্ৰাক কিবা এটা লিখি দেখুৱালে। তেজৰ নমুনা লৈ তেওঁ চেম্বাৰত সোমাল। সৈনিকজনৰ তেজৰ কি গ্ৰুপ, তাৰে বিশ্লেষণ কৰাত লাগিল। গ্ৰুপ নিৰ্দ্ধাৰণ কৰাৰ পিছত তেওঁ দুই নম্বৰ ৱাৰ্ডত সোমাল।

দুপৰীয়া এক বাজিছে। ডাক্তৰ আৰু তন্দ্ৰাৰ আজি কিবা খাবলৈকে আজৰি নহ'ব। তিনি নম্বৰৰ ৱাৰ্ডত দুজন বেয়াকৈ আহত হোৱা সৈন্য আছে। অৱশ্যে ডাক্তৰ আৰু নাৰ্ছে নিয়মমতে খোৱা-

শোৱা কৰিম বুলি ভবাও ভুল।

দুই বজাত ডাক্তৰ আকৌ এক নম্বৰ ৱাৰ্ডৰ আঠ নম্বৰ বিছনাৰ ওচৰ পালেহি আৰু তন্দ্ৰাক ক'লে, "এনালাইছিছ্ কৰিলোঁ। যিখিনি এওঁৰ কাৰণে অপাৰেশ্যনৰ পিছত প্ৰয়োজন হ'ব, সেই পৰিমাণৰ ব্লাড আমাৰ মজুত আছে। সম্প্ৰতি তুমি এটা কাম কৰা। আধা ঘণ্টা বৈ গ্লুকজৰ বেজী দিবা।"

ইযাকে কৈ ডাক্তৰ তিনি নম্বৰ ৱাৰ্ডৰ ফালে আগবাঢ়িল। বেয়াকৈ আঘাত পোৱা সৈন্য দুজনৰ কাৰণে কিবা পৰামৰ্শ দিব লাগিব। এজনৰ আকৌ কাইলৈ অস্ত্ৰোপচাৰ।

গ্লুকজৰ বেজী দিয়া হ'ল। তিনি বাজি বিশ মিনিট গ'ল। ডাক্তৰ কটকী ওলোৱাহিয়েই নাই। হঠাতে তন্দ্ৰাৰ চকুত পৰিল, ৰোগীয়ে চকু দুটা স্বাভাৱিক ধৰণে মুদ খুৱাইছে। হয়তো শুবলৈ চেষ্টা কৰিছে। তন্দ্ৰাই ভাবিলে, এওঁ সম্ভৱ অলপ আৰাম পাইছে। কাৰণ, গাত এজনী নাৰ্ছে গৰম সেক দিয়েই আছে। তাই এইবাৰ একেথৰে ভালেমান পৰ সৈনিকজনলৈ চাই থাকিল। মানুহজন বাস্তৱিকতে চকুত লগা হ'ব লাগিব। ইজনী নাৰ্ছে তেওঁৰ ডাঢ়ি খুৰাই দিয়াৰ পিছতহে এতিয়া মুখৰ গঢ়টো ওলাই পৰিছে। ছফুটমান ওখ মানুহজন বেছ হাড়-শকত। মুখখন আটিল। স্বাভাৱিক সময়ৰ পূৰঠ মুখখন চাগৈ কিমান ধুনীয়া! এওঁ সঁচাকৈয়ে জোৱান। মোচকোচা মুখমণ্ডলৰ বিস্তৃতিৰ লগত খাপ খোৱা। আকৰ্ষণৰ ঘাই অঙ্গ হ'ল— বহল বৈ পৰা চকুহালি আৰু জোঙা ধুনীয়া আকৃতিৰ নাকটো। বয়স কিজানি ডেৰ কুৰিতকৈ চাৰি-পাঁচ বছৰ বেছি হ'ব। চুলিবোৰ যে ইমান ডাঠ! চুটি যদিও পাট সূতা যেন মিহি আৰু কাউৰীৰ পাখি যেন ক'লা।

তন্দ্ৰাই এইবাৰ সৈনিকৰ হাতৰ ধমনী অনুভৱ কৰিলে। হাতৰ জেঠীডাল ঠিক চলি আছে। কিছুপৰলৈ শঙ্কিত হ'ব নেলাগে। তাই ঘড়ীৰ কাঁটা চাই চাই স্পন্দন-সংখ্যা গণিলে। কেৱা মিনিটো গণনা কৰি সময়ৰ গতিৰ লগত স্পন্দন-সংখ্যাৰ কম-বেছি জানি ল'লে। অবিৰাম স্পন্দন হোৱা নাই। বিশ-পঁচিশ ছেকেণ্ডৰ মূৰত একোবাৰ বৈ গৈছে। কিন্তু ইমান ভাবিবৰ প্ৰয়োজন নাই। দুই-তিনি ঘণ্টালৈ একো ভয়ৰ কাৰণ নাই। কেঁকনি আৰু মুখ বিকৃতি কৰাটো যোৱা বাৰ মিনিটৰ পৰা কমিছে। মুখখনলৈ ঈষৎ শান্তশ্ৰী আহিছে।

তন্দ্ৰাৰ ভাবৰ স্ৰোত অবিশ্ৰান্ত। কিমান কথা যে মনলৈ আহিছে! এৱোঁ নিশ্চয় অসীম সাহসী দুৰ্ধৰ্ষ সৈনিক। এই প্ৰকাণ্ড মানুহটো চাগৈ শত্ৰুৰ মানত যম যেন। এতিয়া নিশ্চল হৈ পৰি থকা এওঁৰ এই হাত দুখন চাগৈ কিমান পাকৈত! এহাতেই কিজানি ৰাইফল চলাব পাৰে। সঙ্কট মুহূৰ্তত কিজানি বিজুলীৰ ক্ষিপ্ৰতাৰে এল এম জি চলাই শত্ৰুৰ ধোঁৱা-কোঁৱা বাহিৰ কৰিব পাৰে। অতৰ্কিতে এল এম জিটো হয়তো এক মুহূৰ্তলৈ এৰি ভালেখিনি দূৰলৈ হেণ্ডগ্ৰেনেড দলিয়ায়। কিন্তু এতিয়া চকু জপাই চিৎ হৈ পৰি থকা অৱস্থাত মানুহজনক যে কিমান নিৰ্জু যেন লাগে! এনেকৈ থাকিলে যে এওঁলৈ এনে মায়া ওপজে।

তন্দ্ৰাই অপৰিচিত সৈনিকজনক লৈ বহুত কথা ভাবি পেলায়। তাইৰ মানত তেওঁ যেন ৰূপকথাৰ কোনোবা অসীম সাহসী অশ্বাৰোহী ৰাজকোঁৱৰ।

ব্লাড্ প্লাজ্মা প্ৰয়োগ কৰাৰ কথা হয়তো মেজৰ চাহাবে ভাবিছে। ৰাতি এনে কৰিলে হয়তো কাইলৈ খুব ভাল অৱস্থাত পোৱা যাব। পিছে প্ৰায় আধা ঘণ্টাৰ পিছত সৈনিকে ভালকৈ চকু মেলিলে। এটা হাতেৰে এবাৰ এবাৰকৈ দুয়োটা চকু মোহাৰিলে। পিছত তন্দ্ৰাৰ ফালে চাই ৰ'ল। হাতেৰে কিবা

এটা ইচাৰা দিলে। তন্দ্ৰাই একো বুজিব নোৱাৰিলে। অকণমান পৰ ওঁঠ দুখন লৰালে। সম্ভৱ কিবা এটা মনত পেলালে। শেষত খুব লাহে লাহে (হিন্দীত) সুধিলে, "এইখন মিলিটেৰী হস্পিতাল? কি ঠাই?" তন্দ্ৰাৰ পৰা উত্তৰ পোৱাত আকৌ সুধিলে, "ইয়ালৈ কোনে আনিলে? আমি যুঁজৰ পৰা কিমান আঁতৰত?" তন্দ্ৰাই যিখিনি জানে ক'লে আৰু খুব মৰমেৰে বুজালে যে এনে অৱস্থাত কথা কোৱা বেয়া। তেওঁ খন্তেকতে শান্ত ল'ৰাটিৰ দৰে নীৰৱে থাকিল। তন্দ্ৰাই লক্ষ্য কৰিলে, মানুহজনৰ কোনো মতে ফুটি ওলোৱা মাতটোত বেছ আত্মবিশ্বাসৰ চিন প্ৰকাশ পাইছে। তাই কোনো মতে কৌতূহল দমাব নোৱাৰি নিজেই পোনতে দোষী হৈ সুধিলে, "আপোনাৰ নামটো?" তেওঁ আগতকৈ অলপ ডাঙৰকৈ ক'লে "চুবেদাৰ ধৰমজিৎ পুৰী।"

তাই বুজিলে, এওঁ এতিয়া কিজানি অলপ বাৰু পাইছে। তাই আগতকৈ বেছি উৎসাহেৰে আলপৈচান ধৰাত লাগিল।

সন্ধিয়া ডাক্তৰ কটকী ওলালহি। তেওঁ চুবেদাৰক দেখি তন্দ্ৰাৰ দৰে আশ্বাস নেপালে। তেওঁৰ চকু দুটা নিস্তেজ। চেতন আৰু অচেতন মনত জীয়াই থকাৰ প্ৰবল আকাংক্ষা বিদ্যমান কাৰণেই হয়তো এতিয়া বাহ্যিক অৱস্থা ভাল যেন লাগিছে।

চুবেদাৰে কটকীক ডাক্তৰ বুলি চিনি পালে। তেওঁ সুধিলে, "ডাক্তৰ চাহাব, মোৰ প্ৰাণটো কেতিয়া ঘূৰাই পাম?"

কি কাতৰ অনুৰোধ, কি সন্তৰ্পণ প্ৰাণ-ভিক্ষা! কিন্তু 'মোৰ প্ৰাণটো কেতিয়া ঘূৰাই পাম' বুলি কোৱাৰ অন্তৰ্নিহিত অৰ্থ কি? তেওঁৰ প্ৰাণ এতিয়াও দেহৰ ভিতৰত আছে আৰু প্ৰভুৰ কৃপা হ'লে থাকিবও। তেওঁ ইতিমধ্যে প্ৰাণ হেৰালেই বুলি ধৰি ল'লেনে, গোটেই বাক্যটোৰে অৰ্থ হ'ল, 'মোক বচাব পাৰিবনে?'

ডাক্তৰে ৰীতিমতে আশ্বাস দিলে, "একো ভয় নাই। আমাৰ হাতত পৰিছে যেতিয়া একো চিন্তা নকৰিব।"

কৈযেই ডাক্তৰে গমি-পিটি চালে। তেওঁ অতিৰঞ্জিত উক্তি দিয়া নাই। দেশৰ হেজাৰ-বিজাৰ মানুহে জোৱানলৈ তেজ দিছে, দেশ-ৰক্ষাৰ কাৰণে সোণ আগবঢ়াইছে। তেওঁনো তেওঁৰ সমস্ত চেষ্টা আৰু মনোযোগ এইজন সৈনিকত প্ৰযোগ কৰি জীয়াবলৈ মনোবল আৰু নৈতিক সাহস নেপাবনে? ডাক্তৰৰ চূড়ান্ত অস্ত্ৰ হ'ল, বিদ্যা-প্ৰয়োগৰ ক্ষেত্ৰত ধৈৰ্য। তেওঁলোকে ৰোগীৰ মৃত্যুৰ শেষ মুহূৰ্তলৈকে যমৰ লগত যুঁজিবলৈ পিছ নোহোঁহকে।

ডাক্তৰ আৰু চুবেদাৰৰ মাজত হোৱা কথা-বতৰা শুনি তন্দ্ৰাই পৰিস্থিতিটো আনধৰণে ভাবে। 'প্ৰাণটো কেতিয়া ঘূৰাই পাম' বুলি সোধাৰ অৰ্থ হ'ল, 'তেওঁ নিঘূণী শৰীৰ এটা কেতিয়া ঘূৰাই পাব।' এই চুবেদাৰজনৰ দৰে দুঃসাহসিক মানুহে নিশ্চয় ঘূণীয়া দেহাৰে জীয়াই থকাৰ সাৰ্থকতা বিচাৰি নেপায়। বিকলাঙ্গ, নিৰালম্ব আৰু স্থবিৰ জীৱন-যাত্ৰা হয়তো এনে ৰণকুশলী লোকৰ কাৰণে মৃত্যুৰ নিচিনাই।

ডাক্তৰে তাইক সৰু সৰুকৈ ক'লে, "মোৰ মনেৰে ৰাতি এঘাৰমান বজালৈ একো অঘটন হ'ব নেলাগে।"

তন্দ্ৰাযো অভিমত দিলে, "মযো তেনে বুলিয়েই ভাবোঁ।"

—"এটা কাম কৰা হওক। মই এওঁৰ ওচৰত এতিয়া থাকোঁ। তুমি নিজৰ ঠাইলৈ গৈ অলপ

বিশ্ৰাম লোৱা। অৱস্থা ভাল যেন দেখিলে তোমাক দহোটালৈকে শুবলৈ দিম। আৰু দুজনী নাৰ্চতো আছেই।"

তন্দ্ৰা তাইৰ ঠাইলৈ গ'ল। চকীত বহি টেবুলত মূৰটো পেলালে। ভাগৰত চকু দুটা মুদি দিবৰ মন গ'ল। কিন্তু আগৰবাৰৰ দৰেই টেবুলৰ তলৰ টুলখনৰ ওপৰত থকা চুবেদাৰৰ গৰম চোলাটোৰ ঘাম, তেজ আৰু বাৰুদ মিহলি গোন্ধটো তাইৰ নাকত লাগিল। তাই ছাৰ্টটো আগতেই আছুতীয়া ঠাইত থ'ব পাৰিলেহেঁতেন। পাহৰি গ'ল। এতিয়া তাই ছাৰ্টটোলৈ ভুমুকিযাই চালে আৰু হাতলৈ তুলি ল'লে। ছাৰ্টৰ ভিতৰত কিবা বস্তু আছেনে নাই জানিবলৈ তাইৰ বৰ ইচ্ছা হ'ল। ছাৰ্টটো লিৰিকি-বিদাৰি চালে। ইয়াৰ তলফালেও বুকুৰ সোঁমাজত এটা জেপ আছে। জেপত কিবাকিবি আছেও। চুবেদাৰ এজনে লগত কি কি বস্তু ৰাখিব পাৰে? তাই এবাৰ ডাক্তৰৰ ফালে চালে। ডাক্তৰে চুবেদাৰৰ বাহুত 'স্ফাইগ্‌নোমেনমিটাৰ' বন্ধ্ৱাই ৰক্ত-চাপ জুখিছে! এইটোৱেই ভাল ছেগ ওলাইছে। এতিয়াই জেপৰ বস্তু চাই লোৱা উচিত। এজন সৈনিকৰ, আনকি যিকোনো এজন পুৰুষৰে জেপত কি কি আছে জানিবলৈ বিচৰাটো নিশ্চয নীতি-বিৰুদ্ধ কথা। তদুপৰি তেওঁৰ আতুৰ অৱস্থাৰ সুবিধা লৈ আৰু ডাক্তৰৰ বিনা অনুমতিত এনে কৰাটো নিশ্চয বিবেক-বিৰোধী। তথাপি তাইৰ অদম্য কৌতূহল। তাই এনে কৰিব খুজিছে একমাত্ৰ তেওঁৰ প্ৰতি সহানুভূতি থকাৰ কাৰণেই। তাইৰ অধিকাৰত থকা ছাৰ্টটোত কি কি বস্তু আছে তাই জানি থোৱা ভাল। নহ'লে কিবা হৰণ-ভগন হ'লে চুবেদাৰে আৰোগ্য হৈ যদি তাইৰ ওপৰত অভিযোগ তোলে? তাই জেপৰ পৰা এটা এটাকৈ বস্তু টেবুলত থ'লে— এখন চিঠি, ডাঠ খামৰ ভিতৰত এখন ফটো আৰু এখন নিগেটিভ, কেবাটাও ভাঁজ দি জাপি ৰখা বগা কাগজ এচিটাত দুটা পোন্ধৰ নয়া পইচাৰ ডাক টিকট। জেপৰ এমূৰে দোল লগোৱা চুটি কাঠ পেঞ্চিল এটুকুৰাও ভালকৈ হাত ভৰাই তাই বিচাৰি পালে। তাই ছপা আখৰতহে হিন্দী পঢ়িব পাৰে। চিঠিত লিখা আখৰবোৰৰ পাক তাই ধৰিব নোৱাৰিলে। ৱাৰ্ডৰ ভিতৰত ক্ষীণ পোহৰত এই আখৰবোৰে যেন আৰু সুকীয়া ৰূপ লৈছে। এইবাৰ ফটোখন উলিযাই চালতহে মনটো কেনেবা কেনেবা লাগি গ'ল। এইখন পৰিয়ালত তোলা ফটো। নিশ্চয এওঁ এখন সম্পূৰ্ণ সুখী সংসাৰৰ গিৰীহঁত আছিল। ফটোত থকা ঘৰটো নিশ্চয উত্তৰ প্ৰদেশৰ কোনোবা এখন শান্তিপূৰ্ণ গাঁৱৰেই। ৰ'দ কাচলিৰ বেঞ্চি এখনত হাঁহি মুখে বহিছে— চুবেদাৰ ধৰমজিৎ পুৰী আৰু তেওঁৰ গৃহিণী। চুবেদাৰৰ গৃহিণী সঁচাকৈয়ে চকুত লগা তিৰোতা। এইগৰাকী বীৰ-পত্নীয়েই চাগে চুবেদাৰক ৰণলৈ হাঁহি মুখে পঠাইছিল। তেওঁ চাগে ভাবি পাইছে যে দেশ যেতিয়া সঙ্কটৰ চৰম মুহূৰ্তত সেই সময়ত শান্তি আৰু মৰমৰ সংসাৰক আকলুৱা হাতেৰে খামুচি ধৰি থাকিলে স্বাৰ্থপৰতাই বিবেকক দংশন কৰিব। চুবেদাৰৰ কোলাত এটা চাৰি-পাঁচ বছৰীয়া ল'ৰা। নিশ্চয় তেওঁলোকৰ পহিলা সন্তান। ল'ৰাটো বৰ মৰম লগা। সিও এটা বয়সত মতগজ মানুহ হ'ব।

তন্দ্ৰাই চুবেদাৰৰ বস্তুকেইপদ ড্ৰয়াৰত ভৰাই থ'লে। হঠাৎ ওচৰতে ডাক্তৰৰ মাতটো শুনিহে অন্যমনস্কতাৰ কাৰণে লজ্জিত হ'ল।

"তন্দ্ৰা, তুমি এতিয়া ইয়াতে আছা বুলি পাহৰিয়েই গৈছিলোঁ। আজি আৰু আমাৰ ৰেষ্ট লোৱা নহ'ব। এওঁ বেয়াৰ ফালেহে ঢাল লৈছে। ব্লাড প্ৰেছাৰ ভালেখিনি কমিছে।"

ৰক্ত-চাপ আকৌ কমিছে। ব্লাড প্লাজ্‌মা দিয়াৰ পিছতো? ই বৰ বেয়া লক্ষণ।

তন্দ্ৰাই সুধিলে, "এতিয়া কি কৰা যায়?"

ডাক্তৰে ক'লে, "পূৰা এঘণ্টা বাট চাব লাগিব। এটা ব্যবস্থাৰ কথা ভাবিছোঁ। চুবেদাৰৰ চকু দুটা দেখিলে বিশ্বাসেই নহয় যে এওঁ মৰিব পাৰে। জীয়াই থাকিবলৈ যে কি প্ৰবল আকাংক্ষা। এন্ একজেমপ্লেৰী উইল টু লিভ। ছিম্প্লি ছাৰপ্ৰাইজিং। ভাবিছোঁ, এওঁক জীযাব পাৰিলেহে নিজৰ বিদ্যা সাৰ্থক হৈছে বুলি ভাবিম। আৰু এই সাফল্যৰ সন্তুষ্টিৰেই ময়ো জীয়াই থাকিবলৈ ভাল সমল পাম। চুবেদাৰ সঁচাকৈয়ে আচৰিত। এই উৎকট যাতনা যে কি অটুট ধৈৰ্যৰে সহ্য কৰি আছে।"

তন্দ্ৰাই মাত লগালে, "চুবেদাৰৰ জীয়াই থকাৰ হাবিযাসটোও মনোবলৰেই ফল। নকৈ ভাবিবলৈ মন গৈছে যে যিজনে যুদ্ধ কৰে তেওঁহে ভালকৈ বুজে,— দেশ আৰু প্ৰাণ দুযোটা বস্তু কিমান বহুমূলীয়া।"

"বেছ অভিমত দিছা। তুমি ইয়াত অলপ দিন থাকিযেই বহুত কথা উপলব্ধি কৰিব পাৰিছা। মই প্ৰায়ে ভাবোঁ, যি এবাৰ বিভীষিকা আৰু দুঃসাহসিকতাৰ মাজত থাকি মৃত্যুৰ মুখৰ পৰা কোনো মতে সাৰিছে, তেওঁহে হয়তো ভালকৈ জানিব পাৰিছে যে জীযাই থকাটো কিমান গৌৰৱৰ কথা ।"

নিজে বেছি মুখৰ হৈ পৰিছে বুলি ডাক্তৰ কটকীৰ হঠাতে সন্দেহ হ'ল। তেওঁ থমকি ৰ'ল। চুবেদাৰক শুশ্ৰূষা কৰি থকা নাৰ্ছজনীলৈ এনেযে চাই ৰ'ল। তাই তাপ-মাত্ৰা লৈছে। শিতানতে থকা কাগজকেইখিলাৰ মাজৰ পৰা গ্ৰাফ-কাকতখন উলিযাই তাত তাপ-মাত্ৰাৰ অঙ্ক স্থাপন কৰিছে। প্ৰশংসনীয় ক্ষিপ্ৰতাৰে এলুমিনিযামৰ বাটিটোৰ পৰা চামুচেৰে জুলীয়া খাদ্য লৈ চুবেদাৰৰ মুখত গুজিছে। সেইফালে তন্দ্ৰায়ো চাই আছে। তাই আৰু বেছি শঙ্কিত হৈ পৰিছে। আজি পুৱাই এই আঠ নম্বৰৰ বিছনাৰ পৰা মৃত হাবিলদাৰজনক কাঠ-সংস্কাৰৰ কাৰণে পঠোৱা হ'ল। কাইলৈ পুৱা বা চুবেদাৰৰ কি হয় কোনে জানে? চুবেদাৰে যদি জানিলেহেঁতেন যে আঠ নম্বৰৰ বিছনাত এজন সৈনিক মৰিল, তেওঁ বা কি ভাবিলেহেঁতেন। যদি এইখন অসামৰিক চিকিৎসালয় হ'লহেঁতেন, ৰোগীৰ সম্পৰ্কীয় মানুহে এইখন বিছনাত ৰোগীক নেৰাখিবলৈ কিমান যে কাবৌ-কোকালি কৰিলেহেঁতেন।

ৰক্তচাপ কমাৰ বাবে ডাক্তৰে চুবেদাৰক এটা বেজী দিলে আৰু তন্দ্ৰাক ক'লে, "আমি এতিযা ৰাতি চাৰে দহলৈকে বাট চাব লাগিব। তুমি ইয়াতে থাকা। ব্লাড্ পেছাৰ চাই থাকিবা। বোধকৰোঁ আৰু 'ডাউন' হ'ব নেলাগে। টেম্পাৰেচাৰ আৰু পালছ্ ভালকৈ লক্ষ্য কৰি থাকিবা। অৱশ্যে আৰু এটা ইন্জেক্চন দিবলগীয়া হ'ব পাৰে। অৱস্থা এতিয়াও শোচনীয়। আমি ডাঙৰ ৰিস্ক্ লৈযে অপাৰেশ্যন কৰিব লাগিব।"

ডাক্তৰ ৱাৰ্ডৰ পৰা ওলাই চেম্বাৰলৈ গ'ল। প্ৰায় ত্ৰিশ গজ নিলগতে তেওঁৰ চেম্বাৰ। চেম্বাৰ মানে এটা সাধাৰণ সৰু কোঠাহে। তাত চহৰৰ চিকিৎসালয়ৰ আড়ম্বৰ নাই। তন্দ্ৰায়ো চুবেদাৰৰ বিছনাৰ কাষত থকা টেবুলখনত বহিল।

চেম্বাৰৰ ভিতৰত সোমায়েই ডাক্তৰ বিপুল কটকী বৰ অস্থিৰ হৈ পৰিছে। আৰু ডেৰ ঘণ্টা সময় কেনেকৈ কটোৱা হয়? চুবেদাৰ ধৰমজিৎ পুৰীৰ আধা মেলা চকুত যে কি সৰ্নিবন্ধ কৰুণ মিনতি। কটকীৰ দৰে তেওঁৰো নিশ্চয় এখন সংসাৰ আছে আৰু সকলোৰে দৰে তেওঁৰো জীয়াই থকাৰ সমান অধিকাৰ আছে।

টেবুলত তিনি দিনৰ পুৰণি বাতৰিকাকতখন পৰি আছে। সম্ভৱ মেছেঞ্জাৰজনে আজিৰ ডাকত আনিছিল। তেওঁ বাতৰিকাকতখনৰ কিছুমান বাতৰিৰ শীৰ্ষত থকা সৰু সৰু বাক্যকেইটামান পঢ়ি গ'ল।

বাক্যৰ আখৰ যেন সাধাৰণ আখৰ নহয়। প্ৰতিটো আখৰতেই যেন জাতিৰ সঙ্কট-ইতিহাসৰ ৰক্তলিপিৰ প্ৰতিশ্ৰুতি বৰ্তমান। এই প্ৰতিশ্ৰুতিত যুগৰ ক্ৰান্তি-পৰম্পৰাৰ সুগভীৰ ধ্বনি-ব্যঞ্জনাও নিহিত আছে।

ডাক্তৰৰ মনত পৰিছে, প্ৰায় চাৰি বছৰৰ আগতে পঢ়া এখনি অনুপম উপন্যাসৰ কথা। তাৰ কেইটামান পৰিচ্ছদৰ কথাই তেওঁৰ মনত নতুন অৰ্থেৰে ভুমুকি মাৰিছে। উপন্যাসখন হ'ল, "পেৰীৰ পতন।" লিখিছে ইলিয়া এৰেনবুৰ্গে। এই গ্ৰন্থৰ সাৰমৰ্ম আৰু তাৎপৰ্য সঁচাকৈয়ে চিন্তনীয়। এৰেনবুৰ্গৰ শিল্পকৰ্মত তেওঁৰ মূল বক্তব্য হ'ল— যদি দেশৰ শাসকগোষ্ঠীৰ আৰু নাগৰিকৰ নৈতিক বল অটুট থাকে, যদি দেশবাসীয়ে জয় অৱশ্যাম্ভাৱী বুলি আত্মাৰ সমগ্ৰ সত্তাৰে গ্ৰহণ কৰে তেনেহ'লে হেজাৰ গুণে শক্তিশালী শত্ৰুৱেও স্বাধীনতা আৰু নিজস্বতাক খৰ্ব কৰিব নোৱাৰে। ইয়াৰ অভাৱতেই হৈছিল, পেৰীৰ পতন। কিন্তু আমাৰ চূড়ান্ত বিজয় অনিবাৰ্য। এইখন ব্যাস-বাল্মীকিৰ দেশ। এইখন পৰমহংসৰ দেশ, বিবেকানন্দৰ দেশ, গান্ধীৰ দেশ। ইয়াতেই জন্মগ্ৰহণ কৰিছিল অশোক আৰু আকবৰে। এই দেশতেই পঞ্চশীল নীতিৰ গোড়াপত্তন। এই দেশৰ অহিংস, অকুতোভয় আদৰ্শশুদ্ধ লোকৰ জীৱন-দৰ্শনে সমৰোদ্যত বস্তু-জ্ঞানগৰ্বী পৃথিৱীক আধ্যাত্মিকতাৰ জোৰবাতি দেখুৱাই শান্তিৰ ভৱিষ্যতলৈ আগুৱাই নিব। এতিয়া দেশৰ নৈতিক মানত আবহমান ঐতিহ্যৰেই পৰম পৰিচয়। গীতাই পাঞ্চজন্যৰে সুৰ বিয়পায়—"ক্লৈব্যং মাস্ম গম পাৰ্থ ", আৰৌ "স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পাৰো ধৰ্ম্ম ভয়াবহঃ "।

সেই কাৰণেই আমি নিধন নহওঁ। আমি আগবাঢ়ি যাওঁ। আমি অবিশ্ৰান্ত। আমি কৰ্মযোগী। আমি 'সুখে দুখে সমস্থিতা'— স্থিতপ্ৰজ্ঞ। আমাৰ মৰ্যাদাবোধ আছে। আমি অক্ষয়। আমি আলোক-পথ-যাত্ৰী।

ডাক্তৰ কটকীৰ মনত লাহে লাহে শান্তি বিৰাজ কৰিছে। তেওঁ সুস্থিৰ হৈ পৰিছে। বমডিলা শত্ৰুৰ হাতত পৰা দুদিনৰ পিছতো এতিয়া মনটোক অস্থিৰতাৰ পৰা আঁতৰাই ৰাখিব পৰা কাৰণে তেওঁ ভগৱানৰ শলাগ লৈছে। ডাক্তৰে এতিয়া মনে মনে জীৱনানন্দৰ কবিতা এফাকি গুণগুণাইছে ঃ

"সুচেতনা,  
এই পথে আলো জ্বলে,  
এই পথে মানুষেৰ  
ক্ৰম মুক্তি হ'বে। "

তেতিয়া ৰাতি দহ বাজি এঘাৰ মিনিট গৈছে। ডাক্তৰ কটকী চকীৰ পৰা উঠিছে। তেওঁ শৰীৰত যেন নতুনকৈ বল পাইছে।

ডাক্তৰ চেম্বাৰলৈ যোৱাৰ আধা ঘণ্টাৰ পিছতেই তন্দ্ৰাই এটা বেজী দিলে। ৰক্তচাপ লক্ষ্য কৰিহে এনে বেজী দিবলগীয়া হ'ল। নহ'লে কাইলৈ অস্ত্ৰোপচাৰ কৰাটো অসম্ভৱ। বেজী দিয়াৰ উনৈশ মিনিটৰ পিছতেই অলপ ফল পোৱা যেন লাগিল। কিজানি আৰাম পাইছে। তেওঁ স্বাভাৱিক ধৰণে চকু দুটা মুদিছে। হাত-ভৰিৰ ধৰফৰণিও নাই। অলপ দীঘলীয়া ধৰণে উশাহ সলোৱা শব্দটো তাই শুনিছে। চুবেদাৰ তেনেহ'লে শুইছে। অৱশ্যে ভাল টোপনি যে অহা নাই সহজে অনুমান কৰিব পাৰি। তথাপি এনে টোপনিৰ পিছতো নিজকে সজীৱ অনুভৱ কৰিব পাৰিব। চুবেদাৰ ধৰমজিৎ পুৰী শোৱক। যিমান সময় পাৰে সিমান শোৱক। শুলেহে গাৰ জঘন্য বিষটো সহিবলৈ সহজ হ'ব। শোৱাৰ সময়কণতে এই বিষ পাহৰি থাকিবও পাৰিব। তন্দ্ৰাৰ খুউব ভাল লাগিছে। এনে ভাব হৈছে যেন তাই এটা নিচুকনী

গীতকে গাই পেলাব! পিছে কাষতে যে আনবোৰ আহত আছে!

চুবেদাৰ শুইছে নতুবা তেওঁৰ তন্দ্ৰাহে। ইমান বিষত, ইমান গুৰুতৰভাৱে আহত শৰীৰেৰে কিজানি তীখা-কঠিন যোদ্ধাইহে শুব পাৰে। তন্দ্ৰাই ক'ৰবাত শুনিছিল বোলে বীৰ নেপোলিযনে চেঁকুৰি থকা ঘোঁৰাৰ পিঠিতো এখন্তেক শুই ল'ব পাৰিছিল।

চুবেদাৰৰ মুখৰ পৰা দুটা-এটা অস্পষ্ট শব্দ তাইৰ কাণত পৰিছে। এওঁ ভুল বকা নাইতো?

"ফায়াৰ্, ফায়াৰ "

এওঁ টোপনিত বকাৰ অভ্যাস আছেনে কি?

" গুণজিৎ, তুমভি লডনে যুগা "

এৰা, এওঁ টোপনিতেই বকিছে। তন্দ্ৰাই ভাবিলে, নিশ্চয চুবেদাৰে সপোনতে যুদ্ধ কৰিছে। এওঁ এৰি অহা ৰণাঙ্গণতে এতিয়া চাগৈ নিজৰ মনটো উপস্থিত হৈছেগৈ। তন্দ্ৰাই আকৌ ভাবিছে,— কোনো এটা মুহূৰ্তত চাগৈ সপোনৰ দৃশ্য আৰু পটভূমিও চিনেমাৰ ৰিলৰ দৰে পৰিৱৰ্তিত হৈছে। চুবেদাৰ ধৰমজিৎ পুৰীযে চাগৈ সপোনৰ পৰিৱৰ্তিত পটভূমিত অংশগ্ৰহণ কৰিছে। এই পটভূমি হযতো এওঁৰ এৰি অহা গাঁওখন। 'গুণজিৎ' এওঁৰ পুতেকৰে নাম কিজানি। ফটোত দেখা সেই চাৰি-পাঁচ বছৰীযা ল'ৰাটো? ধৰমজিতৰ পুতেকৰ নাম গুণজিৎ হ'বই লাগিব। এযা হযতো ধৰমজিতে গুণজিতক উত্তৰ-কালৰ কৰ্তব্যৰ বিষযে সোঁৱৰাই দিছে। কি যে সৈনিক হৃদয!

তন্দ্ৰাই চুবেদাৰৰ মুখৰ পৰা ওলোৱা কেইটামান শব্দৰেই উপকথাৰ দুঃসাহসিক আখ্যান এটিৰ দীঘ-বাণি বৈ পেলালে। তাই এতিযা তেওঁৰ ধমনীৰ স্পন্দন-সংখ্যা কেবা মিনিটৰ কাৰণে লৈ আছে। গড়ে মিনিটত কিমান স্পন্দন হয হিচাপ কৰি উলিযাইছে। প্ৰায ঠিকেই আছে। তথাপি বিপদৰ আশঙ্কা এতিযাও পাৰ হোৱা নাই।

ঠিক চাৰে দহ বজাত ডাক্তৰ কটকীও আহি পালেহি। তন্দ্ৰাৰ পৰা তেওঁ সকলো খৰচি মাৰি জানি ল'লে। আকৌ শৰীৰত গ্লুকজ দিযাৰ ব্যৱস্থা কৰা হ'ল। তেওঁ তন্দ্ৰাক অলপ পৰ শুবলৈ কৈ নিজে চুবেদাৰৰ ওচৰত বহিল। তেওঁৰ এইবাৰ আত্মবিশ্বাস বাঢ়িছে। ৰোগীৰ অৱস্থা সিমান বেযা নহয। স্ফাইগ্‌নোমন'মিটাৰেৰে আকৌ ৰক্তচাপ কিমান আছে জানি ল'লে। তেওঁ চিন্তাত পৰিছে। ৰাতি বহুত হ'ল। তিনিটা বাজিলেই। আৰু চাৰি ঘণ্টাৰ পিছতেই অস্ত্ৰোপচাৰ কৰিব লাগিব। কেইটামান প্ৰতিকূল কাৰণ থকা সত্ত্বেও তেওঁ অস্ত্ৰোপচাৰ কৰাৰ চৰম সিদ্ধান্ত ল'লে। দাৰুণ বিপদৰ আশঙ্কা কৰিও তেওঁ এই সিদ্ধান্তলৈ আহিছে। এনেকুৱা বিষ আৰু এনে এটা ভগা জকা লৈ কোনো মানুহেই আৰু চৌবিশ ঘণ্টা জীয়াই থাকিব নোৱাৰে। কাইলৈৰ পুৱাতে অস্ত্ৰোপচাৰ নকৰিলে এওঁ নাবাচে। এওঁ মানুহজন বৰ টান। খুব দুখ সহিব পাৰে। হয়তো জীয়াই থকাৰ অদম্য হেঁপাহ আছে কাৰণেই। কটকীয়ে ডাক্তৰী কৰা সুদীৰ্ঘ সময়ৰ ভিতৰত এনেধৰণৰ আহত লোক পাইছিলেনে নাই মনত নপৰিল। কিন্তু তেওঁ ডাক্তৰী পঢ়া কলেজখনৰ ছাৰ্জন এজনে এনেধৰণৰ লোক কেইজনমানৰ কথা কেবাবাৰো উল্লেখ কৰিছিল। এই ছাৰ্জনজন বুঢ়া মানুহ। সাধাৰণতে হাত কঁপি থাকে। কিন্তু অস্ত্ৰোপচাৰ কৰিবলৈ হাতত ছুৰীখন ল'লৈই কঁপা হাত স্থিৰ হয। সেই সময়ত তেখেত হাতৰ দৃঢ়তা আৰু নিপুণতাত লক্ষ্যভেদী অৰ্জুন। ডাক্তৰ কটকীয়ে বহু দিনৰ মূৰত তেখেতক একান্ত শ্ৰদ্ধাৰে সুঁৱৰিছে। কাইলৈ অস্ত্ৰোপচাৰ কৰাৰ আগমুহূৰ্তত তেখেতৰ নাম ল'ব। অৰ্জুনেও লক্ষ্য স্থিৰ কৰাৰ আগতে শিক্ষাগুৰু দ্ৰোণৰ নাম স্মৰণ কৰিছিল।

তেওঁ তন্দ্ৰাক অভিপ্ৰায়টো জনালে। তেওঁ আৰু তন্দ্ৰা কাইলৈৰ বিশেষ দিনটোলৈ আশা আৰু আশঙ্কাৰে বাট চাই ৰ'ল।

* * *

তিনি ঘণ্টাৰ অস্ত্ৰোপচাৰ। প্ৰতি মুহূৰ্ততে যমৰ লগত যুঁজ। তলপেটত দুটা গুলী পোৱা গ'ল। বাওফালে হাড দুডাল ভাগিছিল আৰু সোঁফালেও এডাল। খুব দক্ষতাৰে হাড সংলগ্ন কৰা হ'ল। তলপেটৰ ক্ষত অংশ ভালকৈ চিলোৱা হ'ল। নিৰ্ভুল অস্ত্ৰোপচাৰ। ডাক্তৰ কটকীয়ে নিজৰ ক্ষিপ্ৰতা, নিপুণতা আৰু মনৰ সুস্থিৰতাত নিজেই আচৰিত হ'ল। চুবেদাৰৰ তেজ যি গ্ৰুপৰ, সেই গ্ৰুপৰ তেজ প্ৰযোজনীয় পৰিমাণৰহে আছিল। এই তেজ শৰীৰত 'ট্ৰেন্সফিউজ' কৰা হ'ল। কিন্তু অস্ত্ৰোপচাৰৰ পিছত আংশিক সন্তোষহে লাভ কৰিছে। তেওঁ আকৌ সন্দিগ্ধ হৈ পৰিল। চুবেদাৰে যদি একেবাৰে চকু নেমেলে? যদি চুবেদাৰৰ এই শোৱাই শেষ শোৱা?

ক্লান্ত মাতেৰে ডাক্তৰে তন্দ্ৰাক ক'লে "নিযমমতে সন্ধিয়া সাত বজাত চমু মেলিব লাগে। তুমি কি ভাবা?"

তাই ক'লে 'মই ভাবোঁ, এওঁ ভাল হ'ব। মোৰো আপোনাৰ দৰেই বিশ্বাস হৈছে—যাৰ জীয়াই থকাৰ মনোবল আছে, তেওঁ নমৰে।"

"আচৰিত ধৰণৰ সঁচা কথা কৈছা তন্দ্ৰা। হযতো ভালেমানে এবষ্ট্ৰেক্ট বুলিযেই ভাবিব। দি ভাইটেল ফ'ৰ্চ টুগেদাৰ উইথ এ উইল টু লিভ কেন ৱৰ্ক ৱন্দাৰ্ছ।'

"প্ৰাণবল আৰু মনোবলে আশ্চৰ্য ফল দেখুৱাব পাৰে।" —ডাক্তৰৰ কথাকেইটা তন্দ্ৰাই তাইৰ সীমিত জ্ঞানেৰে আকৌ এবাৰ ভাবি চালে। তাই কিবা এটা মৰ্ম পালে বুলি ভাব হ'ল।

আকুল অপেক্ষাৰ মাজেদি সন্ধিযা সাত বাজিল। ডাক্তৰ আৰু তন্দ্ৰা চুবেদাৰৰ কাষত। চুবেদাৰে সাত বাজি দহ মিনিটত চকু মেলিলে' হাত-ভৰি লৰালে। আকৌ চকু মুদিলে। এইদৰে আধা ঘণ্টা গ'ল। পুনৰ চকু মেলিলে। এইবাৰ আগতকৈ স্পষ্টকৈ। তেওঁ ডাক্তৰ আৰু তন্দ্ৰাৰ ফালে চালে। তন্দ্ৰাৰ অনুমান হ'ল,— চুবেদাৰৰ চকুহালিযে যেন এটা বিশেষ কথা প্ৰকাশ কৰিছে।

ৰাতি বাৰ বাজিল। চুবেদাৰক আৰু টনকিযাল যেন লাগিল। ডাক্তৰ শুবলৈ গ'ল। তন্দ্ৰাও চকীত বহিযেই টোপনিত লালকাল। আন দুজনী নাৰ্ছ চুবেদাৰৰ তত্ত্বাৱধানত থাকিল। তন্দ্ৰাই পুৱা সাত বজাত সাৰ পাই চুবেদাৰৰ ওচৰলৈ গ'ল। তেওঁ শুইছে। নিশ্চয় ভাল টোপনি আহিছে।

দিনৰ দুই বজামানতহে চুবেদাৰৰ টোপনি ভাগিল। তন্দ্ৰাক তেওঁ সৰু মাতেৰে ক'লে, "মই বাৰু ঘূণীযা হ'লোঁ নেকি?" তন্দ্ৰাই ক'লে, "আগৰ দৰেই চলিব পাৰিব। একো অঙ্গৰ ক্ষতি নহ'ল।"

চুবেদাৰে শেঁতা আৰু শুকান ওঁঠখনেৰে মিচিকিয়ালে। সেই মিচিকনিত অজস্ৰ কৃতজ্ঞতা। আকৌ তেওঁ খুব সন্তৰ্পণে সুধিলে, "অপাৰেশ্যনৰ পিছত বাৰু কিমান দিন এনেকৈ পৰি থাকিব লাগে?"

তন্দ্ৰাই উত্তৰ দিলে, "ডাক্তৰ চাহাবেহে জানে।"

চুবেদাৰে উলাহতে আগতকৈ বেছি স্পষ্টকৈ ক'লে, "নিশ্চয় আৰু এপষ। নহয় জানো? মই শীঘ্ৰেই আকৌ ৰণলৈ যাম। মোক কোনেও ৰোধিব নোৱাৰে।"

আঠ নম্বৰৰ বিছনাৰ আহত এজনে যে এনেকৈ ক'বলৈ প্ৰাণ ঘূৰাই পাব এই কথা তন্দ্ৰাই কল্পনাই কৰিব পৰা নাছিল। এপষৰ ভিতৰতে এইখন বিছনাতে তিনিজন সৈনিক মৰিছিল। চুবেদাৰেহে

যেন এইখন বিছনাত সঞ্জীৱনী সুধা ঢালিলেহি। তন্দ্ৰাই এনেয়ে এবাৰ কৈ চালে, "বোধকৰোঁ আপোনাৰ ল'ৰা-তিৰোতা আছে। পোনতে সিহঁতৰ কথা নেভাবি ৰণলৈহে "

চুবেদাৰে কিঞ্চিত জোৰ থকা মাতটোৰেই যেন গৰ্জিহে উঠিল, "আই, মই জানো মোৰ কাৰণে যুঁজিছোঁ? ল'ৰাৰ ভৱিষ্যতৰ কাৰণেই যদি নুযুঁজোঁ, মই কিহৰ বাপেক? আমাৰ বোপা-ককাই জানো আমাৰ হকে যুঁজা নাছিল?"

চুবেদাৰ ধৰমজিৎ পুৰীৰ বীৰোচিত উক্তি শুনি তন্দ্ৰা পুলকিত হ'ল। ক'লে, "চুবেদাৰ চাহাব, একো চিন্তা নকৰিব। আপুনি ৰণলৈ যাব পাৰিব। পিছে অপাৰেশ্যন কালিহে হৈ গৈছে কাৰণে আপুনি এতিয়া কথা পতা বেয়া।"

চুবেদাৰ বাধ্য ল'ৰাটিৰ দৰে নিমাতে ৰ'ল। মাথোঁ হাতেৰে গালৰ ডাটিখিনি দেখুৱাই ইঙ্গিতেৰে জনালে যে ডাটিখিনি খুৰাই দিব লাগে। হেজাৰ হওক তেওঁ সৈনিক। মুখত ডাটি থাকিলে বিছনাত পৰি থাকিলেও গাটো যে ভাল নেলাগেই মনটোও 'স্মাৰ্ট' নেলাগে। তেওঁ সামৰিক অভ্যাস চিকিৎসালয়ৰ ভিতৰতো বজাই ৰাখিব বিচাৰে। তেওঁ ডাটি খুৰাবলৈ কোৱা নিৰ্দেশটোৱে তন্দ্ৰাক আৰু আনন্দ দিলে। মানুহজনলৈ বৰ শ্ৰদ্ধা হ'ল। যিজন পুৰুষে অস্ত্ৰোপচাৰৰ বত্ৰিশ ঘণ্টাৰ পিছতেই এনেকৈ কথা পাতিব পাৰে আৰু গাল-মুখৰ দুদিনীয়া ডাটিখিনিযে আমনি দিছে বুলি অনুমান কৰিব পাৰে, তেওঁ জীৱনবোধক কিমান যে মূল্য দিব জানে। এনেকৈ কথা ক'ব পৰা মানুহজনৰ প্ৰাণ-প্ৰাচুৰ্যও কিমান বেছি। ইয়াকে ভাবি তাই ডাক্তৰ কটকীৰ ওচৰ পালেগৈ। কটকীৰো সিদ্ধিৰ গৌৰৱত সচ্চিদানন্দ ৰূপ। চুবেদাৰৰ বিষয়ে সকলো কোৱাৰ পিছত তেওঁ আগৰ কথাকে দোহাৰি অভিমত দিলে যে প্ৰাণবলেহে মানুহৰ মৰ্যাদা-বোধ জগাই তুলিব পাৰে।

# উত্তৰ-সাধক

দেওবাৰে দীপনহঁতৰ দলটো পুৱাই পালেহি। এইবাহ ল'ৰা কম ফুটৰ নহয়। ইহঁতৰ গাত জাৰ-জহ নাই। বাটৰ কুঁৱলী ঠেলি এই ব্ৰহ্মপুৱাতে যে আহিছেই, গাত ছুৱেটাৰ এটাও নাই। গাত বাঘ-তেল লাগিলে ইহঁতে গুৰু-গোসাঁই নেমানে। আজিকালি ল'ৰাৰ কথাই সুকীয়া। স্বৰাজ পোৱাৰ আগে-পিছে ওপজা বাহৰ কোবটো আৰু চৰা।

ঘৰখনত হঠাতে সিহঁতে খলক লগাই পেলালে। সিহঁত বিহুৰ চান্দা বিচাৰি আহিছে। ঘৰৰ এগৰাকী তিৰোতা ওলাই আহি সিহঁতক বাৰাণ্ডাৰ দীঘল বেঞ্চি এখনত বহিবলৈ দিলে। সিহঁতক ভালকৈ চাই ল'লে। দুটা আহিছে খলিহামাৰীৰ পৰা। এটা চৌকিডিঙিৰ। চাৰিটামান শান্তিপাৰাৰ। মাথোন তিনিটাহে আমোলাপট্টিৰ। ইহঁত এই ভৰপুৱাতে গোট খালে কেনেকৈ?

"আইতা, বিহুৰ চান্দা লাগে।"

"এইবাৰ বেছিকৈ দিব লাগিব। নাতি এটা এই মাহতে হৈছে যেতিয়া তাৰ বাবদ পাঁচ টকা বেছি।"

বুঢীযে মাত লগালে, "ৰ' অলপ উশাহ লৈ লৈ কথা ক'। আতাৰে গম পালে এসেকা দিব একা।"

সিহঁত শান্ত হ'ল। বুঢীযে ক'লে, "চাহ একোটোপা খাবি নেকি? তহঁতৰ ওঁঠ শুকাই আহিছে।"

"আমাৰ বহুত কাম আইতা, সময় নাই। পইচা দিলেই হয়।"

"দিম বাৰু। আন এসমযত আহিবি। গণেশ কালি ৰাতি অহা নাই। সি আহিলেহে পাবি।"

সিহঁত গ'লগৈ। জীযেক মীনা আৰু সবিতা বুঢীতকৈ আগেয়ে উঠিছিল। সিহঁত ৰান্ধনিঘৰত। দেউতাকলৈ চাহ যতনাই দিবৰ হ'ল। তিনিকুৰি বাৰ বছৰীয়া দেউতাক দিনে দিনে খিংখিঙীয়াহে হৈ গৈছে। গা ধুবলৈ গৰম পানী যতনাই দিযা অকণমান পলম হ'লেই কয়, "বুঢা হ'লোঁ নহয়। এতিয়া তহঁতৰ মোৰ লগত কি স্বাৰ্থ?"

বৰ গাজত লগা কথা। পুতেক গণেশে 'সাৰিবাদি সালসা', 'জেফ্ৰল' নতুবা 'মাল্টিভিটামিন'ৰ বডি যোগাৰ কৰি দিয়াৰ এদিন-দুদিন পলম হ'লেই অস্ফুট স্বগতোক্তিৰ ওৰ নপৰা হয়।

চাহ দিয়াৰ সমযত সবিতাই ক'লে, "দেউতা, ইমানকৈ পঢ়ি নেথাকিবাচোন। ককাইদেৱেও হাক দি গৈছে।" বুঢাই পেঞ্চনৰ টকাৰে প্ৰায় এহেজাৰ পৃষ্ঠাৰ বুৰঞ্জীৰ কিতাপ এখন মগাই অনাইছে। সেইখন কিতাপতনো কি আছে কেৱল তেওঁ আৰু গ্ৰন্থকাৰেহে জানে কিজানি। সেইখনকে অনবৰত পঢ়ি থাকে।

ৰঙা পেঞ্চিলেৰে দাগ দিয়ে। দুটা-এটা পৰিচ্ছেদ কাগজত টুকি থয়। এইবোৰকে কৰি থকা দেখি ঘৰৰ আটাইৰে তিতা লাগিছে। বি এ পাছ সবিতাই ভাবে, এই বয়সত জানো দেউতাকৰ নতুনকৈ বুৰঞ্জীবিদ হোৱাৰ সময় আছে?

সবিতাৰ কথা শুনি বুঢ়া গৰ্জি উঠিল, "এতিয়া তযো মোক উপদেশ দিব পৰা হ'লি? ঘৰখনত মোৰ 'এক্তিয়াৰ' নোহোৱা হ'ল?" সবিতা থিতাতে আঁতৰিল। বুঢ়াই অৰ্থাৎ চিদানন্দ দুৱৰাই মুখেৰে ভোৰভোৰাই থাকিল, "তিনিও কালত নোহে নাৰী স্বতন্ত্ৰ। পিছে এইখন ঘৰতহে দেখিলোঁ, ইহঁত প্ৰতিজনীয়েই স্বাধীন, গৰল দিয়া ম'হৰ মইমতালি। ইহঁতে মোক পানী কেঁচুৱা বুলি ভাবিছে।"

ইয়াকে অলপ অলপ শুনি বুঢ়ীয়ে অলপ নিলগৰ পৰা মাত লগালে, "অলপ মনটো স্ফূৰ্তিত ৰাখিবচোন। তেহে শৰীৰটো ভাল লাগিব। এইকণ কথাতে বুঢ়া মানুহজনৰো জেঙা লাগিলেই।"

বুঢ়াৰ এইবাৰ বাৰুকৈয়ে খং উঠিল। বুৰঞ্জীৰ কিতাপখন ঘপহ্ কৰে জপাই থ'লে। বিতচকুযোৰ সোলোকালে। বুঢ়ীক উদ্দেশ্য কৰি ডাঙৰ ডাঙৰকৈ ক'লে, "এতিযা তযো পুতেৰ-জীযেৰৰ দলত ভুক্ত হ'লি। তইঁতৰ— এই তিৰোতা জাতিটোৰ— সুবিধা বুজি কাম। কি যে চিতল মাছৰ ইলুটি-সিলুটি।"

তেওঁৰ কথাত কোনেও সঁহাৰি নিদিযা যেন পাই মনে মনে থাকিল। ঘৰৰ আগফালে ৰ'দ পৰিছে। পিন্ধি থকা এতৰঁপ কাপোৰ গুচাই হাতত কাগজ কেখিলামান ল'লে আৰু কোঠাটোৰ পৰা অলপ আগবাঢ়ি আহিল। বোৱাৰীযেক সুনন্দাই লক্ষ্য কৰি আছিল। ৰ'দত তাই আৰামী চকীখন পাৰি দিলেহি। বুঢ়া বহিল। পাঁচ দিনমানৰ আগতে প্ৰস্তুত কৰা 'বীৰ ভাস্কৰবৰ্মা' শীৰ্ষক প্ৰবন্ধটো আকৌ এবাৰ চকু ফুৰাই গ'ল। ভাবিলে, দাঢ়ি দুটামান চেমিকোলন কৰিব লাগিব। পহিলা পৃষ্ঠাৰ তৃতীয় পৰিচ্ছদটো আৰু বহলাব লাগিব। পচ্ছদটীকা দিয়াটো কিমানদূৰ সম্ভৱ, ভাবি চালে। কিন্তু হঠাতে তেওঁৰ চিন্তাৰ সোঁতত বাধা পৰিল। দীপনহঁতৰ দলটো ওলালহি। এইবাহ ঊনৈশত বা বলাই ফুৰা ল'ৰা। পঢ়া-শুনালৈ মতি-গতি নাই। চিনেমাৰ গান হ'লে মুখস্থ। কণিষ্ক কোন বংশৰ ৰজা আছিল ক'ব নোৱাৰে, অথচ কোনোবা চিত্ৰাভিনেতাৰ ঘৰ ক'ত আৰু কিমানলৈকে পঢ়িছিল সকলো খৰচি মাৰি ক'ব পাৰে। ইহঁতক তেওঁ চকু পাৰি দেখিব নোৱাৰে। অৱশ্যে এতিযালৈকে ভেঙুচালি কৰিবলৈ ইহঁতৰ সাহ হোৱা নাই। বুঢ়াক দেখি সিহঁত থমকি ৰ'ল। পুলুঙা-পুলুঙি কৰি পাৰ হ'বলৈ নৌ পাওঁতেই বুঢ়াই সিহঁতক মাতিলে। সিহঁত অনিচ্ছাৰে কাষত থিয হ'ল।

"ৰাতিপুৱা এবাৰ আহিছিলি হ'বলা?"

এটাই মাত লগালে, "হয় আতা, গণেশ ককাইদেউক নেপাই ওভতি গ'লোঁ।"

এইবাৰ বুঢ়াৰ মাতটো কঠিন, "এই ভৰ পুৱাতে জানো তহঁত সদায উঠ? পঢ়া-শুনা কৰিবলগীযা হ'লে সাৰকে নেপাব! বাৰু মিণ্টু, ক'চোন,— পাণিপথৰ দ্বিতীয যুদ্ধ কোন চনত হৈছিল?"

মিণ্টুৱে ক'ব নোৱৰাত বাকী দুটামানক সুধি গ'ল। সিহঁত নিৰুত্তৰ। বুঢ়াই আকৌ সুধিলে, "এইবোৰ নোৱাৰিবিতো! বাৰু, তই ক — নমিনেটিভ কেচট এব্‌চলিউ আৰু জিৰাণ্ডিয়েল্ ইন্‌ফিনিটি কাক বোলে?"

দীপনে প্ৰথমটোৰ সূত্ৰ মুখস্থ মাতিলে। কিন্তু জিৰণ্ডিযেল ইন্‌ফিনিটিৰ সূত্ৰ কোনেও আওৰাব নোৱাৰিলে। সেই কাৰণেই বুঢ়াই এটা কৰ্কশ হাঁহি মাৰি বিজ্ঞ হৈ ক'লে, "যিটোৰ দৰকাৰ সেইটো কথা তহঁতে নেজান। তহঁতৰ পঢ়া-শুনা আগনে, বিহু আগ? তহঁতৰ বয়সত আমি বুৰঞ্জীৰ কিতাপৰ প্ৰতিটো

শাৰী মুখস্থ মাতিব পাৰিছিলোঁ। 'ৰ' এণ্ড ৰেব' মুখস্থ আছিল।"

ল'ৰা দুটামানে শ্ৰদ্ধাৰে বুঢাৰ মুখলৈ চালে। বাকীকেইটা বিতৃষ্ণাৰে থিয় হৈ থাকিল। এটাই মৰসাহ দি সুধিলে, "ককা, আমাক অলপ চান্দা দিবনে?"

"ইমানতো তহঁতৰ চান্দা খুজিবলৈ লাজ নেলাগিল, দগধাহঁত? যা, তহঁতক পঢ়োৱা মাষ্টৰবোৰৰ ওচৰলৈ যা। তহঁতৰ কীৰ্তি দেখি তেওঁলোকেইহে বানচ দিব লাগে।"

ল'ৰাহঁত আঁতৰিল। দূৰৈত এটাই ক'লে, "বুঢা হেনো হেড মাষ্টৰ আছিল। সেইসোপা ল'ৰাক জ্বলাইছিল চাগে।" এটাই অভিমত দিলে, "আমিহে এওঁৰ দিনত বাৰুকৈ পঢ়িবলৈ নেপালোঁ। ঈশ্বৰে ভাল বচালে!"

দুপৰীয়া বুঢাই গম পালে, তেওঁৰ ঘৰ আৰু বিক্ৰম বাহাদুৰৰ ঘৰৰ মাজত যি এবিঘা ছন পৰি থকা মাটি আছে, তাতে ল'ৰাবোৰে মেজি সাজিব আৰু মেজিবোৰত ৰাতিও খপিব। তেওঁৰ পুতেক গণেশেও হেনো সিহঁতক দহ টকা দিছে। ডুমডুমাৰ পৰা যোগেশ আহিছে। সি সেই ঠাইৰ চাহ বাগিচা এখনৰ এছিষ্টেণ্ট মেনেজাৰ। সি দিছে কুৰি টকা। বুঢাই কথাটোত ভাল পোৱা নাই। এই মুৰে-ভৰি-কঢ়া ল'ৰাকেইটাক ইমান পইচা দিব লাগিছে কিয়? ইহঁতে এইদৰেই মইমত হ'বলৈ আসৈ পাই গৈছে। আজি ৰাতি আৰু তেওঁৰ সুখ নহ'ব। ইহঁতে গৃহস্থী ঘৰৰ মাজতে বিহু পাতিব। ঘৰৰ কাঠৰ গে'টখন, খৰি আৰু বাৰাণ্ডাৰ বেঞ্চি আদি চুৰ কৰি নি তাৰে জুই ফুৰাব। কিন্তু ধৰা পৰিলে সিহঁতৰ ৰক্ষা নহ'ব,— তেওঁ কিবা এটা মনতে পাঙি থাকিল।

খোৱাঙৰ পৰা নৰা অনা হৈছিল। তাৰে মজপুত মেজিঘৰ এটা সাজিবলৈ দীপনহঁতৰ বেছি সময় নেলাগিল। কাঠৰ মেজি তিনিটাও থিয় কৰোৱা হ'ল। ৰাতি নমান বজাত মাংস-পৰঠাৰে ভোজ খোৱা হৈ গ'ল। সেই ভোজত গণেশ, যোগেশ আৰু বিৰাজকে ধৰি ডেকা কেইটামানো আছিল। সিহঁতে আলোচনা কৰিলে ঃ

"ইহঁতক বোলে বুঢাই 'বৈদ্য ধমক' দি খেদাই পঠিয়ালে?"

"এৰা, মানুহজন দিনে দিনে কিবা হৈ গৈছে। মামাও একে বয়সৰে। তেওঁলোকৰে এজনে চিন্তা কৰে, এলিজাবেথ ভিলাৰ পৰা মস্কোলৈ কিমান কম সময়ৰ ভিতৰত জেটেৰে আহিব পাৰিব,— এজনে চিন্তা কৰে, আমাৰ উপৰিপুৰুষ কীৰাট আছিলনে আৰ্য আছিল।" "তেখেতে ইহঁতক সুধিছিল,— জিৰাণ্ডিযেল ইনফিনিটি? এতিয়া সেইবোৰ সোধাতকৈ বিগ্ৰেডিয়াৰৰ 'বেজ'ত কি কি চিন থাকে তাকেহে সুধিব লাগে?"

—"বাৰু কথা কৈছ! বমডিলা লোৱাৰ দিনাও দেউতাই ঘৰত কিবা কিতাপ এখন বিচাৰি নেপাই হুলস্থূল লগাই দিছিল।" — "কি কিতাপ?"

—"কি কিতাপ ক'ব নোৱাৰোঁ। কিন্তু কি বিচাৰিছিল তাকে জানিব পাৰিলোঁ। পিছদিনা মাষ্টৰ এজনৰ লগত আলোচনা কৰিছিল। আজিকালিৰ পত্ৰিকাবোৰৰ বৰ্ণাশুদ্ধি বেছি বুলি দুই-এটা উদাহৰণ দিয়াৰ পিছত এই প্ৰসঙ্গলৈ হঠাতে আহিছিল।"

—"কি প্ৰসঙ্গ? চীনাযুদ্ধ?"

—"নহয়, তেওঁ মাষ্টৰক খুব দুখেৰে জনাইছিল যে খুনলাইহঁতে যুঁজ কৰিবলৈ অহাৰ কিমান দিনৰ পিছত প্ৰকৃত টাই তিৰোতা অসমলৈ আহিছিল, এই প্ৰশ্নৰ বহুত কিতাপ ঘাটিও আচল উত্তৰ পোৱা

নাই। ”

ৰাতি বুঢ়াৰ টোপনি নগ'ল। আজি ৰাতি হুঁচিয়াৰ থাকিব লাগিব। ৰাতি গণেশ কাঠ এডালৰ দৰে পৰি থাকে। এই ল'ৰাবাহে গঁৰালৰ পৰা কুকুৰা চৰাই নিব পাৰে। গে'টখন ভাঙি নিলেও কম কথা নহ'ব। এদিন-দুদিনৰ ভিতৰতে নতুন গে'টখন দিব নোৱাৰিলে গৰু-ছাগলীয়ে 'ল'ন'খনৰ অৱস্থা নাইকিয়া কৰিব। ফুলখিনিও খাই অন্ত কৰিব। নতুন গে'ট এখন সজাবলৈও দুকুৰিমান টকা লাগিব।

আজি ৰাতি নুশুলেও হ'ব। মূৰ, কাণ আৰু ডিঙি ঢকা মনপাবোৰে পিন্ধাৰ দৰে টুপী এটা বুঢাই পিন্ধি ল'লে। জোতাযোৰ ক্ৰেপ্ চ'লৰ। শব্দ নহয। ৰাতি বাৰটা বাজিছে। আকাশত শেঁতা জোন। আলিটোৱেদি কোন কেনেকৈ অহা-যোৱা কৰিছে ধৰিব পাৰি। মুখবোৰহে চিনিব নোৱাৰি। আমলখিজোপাৰ তলত জোনে ছাঁ পেলাইছে। সেই আন্ধাৰত তেওঁ লাখুটীডাল দৃঢ়ভাৱে খামুচি ধৰি থিয় দি ৰ'ল। এতিযালৈকে কোনো অহা নাই।

হঠাতে তেওঁ গে'টৰ ওচৰত কথা-বতৰা শুনিবলৈ পালে। এয়ে সুযোগ। ইহঁত তেনেহ'লে কুকুৰা চৰাই চুৰ কৰিবলৈ নাইবা গে'টখন উঠাই নিবলৈ আহিছেই।

"ককাক যে মাতিবলৈ আহিছোঁ,— তেওঁ যদি এইবাৰ আকৌ বুৰঞ্জী সোধে?" এইটো মিণ্টুৰ মাত।

"এইবাৰ সুধিলে ককাক ক'ম যে আজিকালিৰ ল'ৰাক পাণিপথৰ যুঁজৰ কথা সোধাতকৈ মিগ বিমান কিমান বেগেৰে চলে তাকেহে সোধা ভাল বুলি ক'ব লাগিব —এযা দীপনৰ মাত।

অলপ সময়ৰ পিছতে সিহঁতৰ আলোচনা অন্যধৰণৰ হ'ল, "বৰ উৰুঙা উৰুঙা লাগিছে। মাইক এটা হোৱাহেঁতেনো জমি থাকিলহেঁতেন। পিছে দেশৰ এনে দুৰ্দশাৰ সময়ত মাইক বজালে লোকে যে বেয়া বুলিবই, আমাৰো ভাল নালাগিব।"

"আমাৰ ট্ৰেনজিষ্টৰটো আনিব পাৰোঁ।"

"মাজনিশা জানো গান দিয়া মিটাৰ আছে?"

'এৰা, ট্ৰেন্‌জিষ্টৰত ৰেডিঅ' প্লেযাৰ বজাহেঁতেন ভাল আছিল। কালি চেষ্টা কৰি চাইছিলোঁ। প্লাগ পইন্ট বোলা বস্তুটোৱেই নাই। গতিকে এইক্ষেত্ৰত প্ৰশ্ন নুঠে।"

"আমাৰ ৰেডিঅ'টো হ'ল কাৰেণ্ট ছেট। গতিকে আমাৰটোত নহ'ব। বিনযহঁতৰ ৰেডিঅ'টোৰ আকৌ বেটাৰী ডাউন।"

সিহঁতৰ এইদৰে কিছু পৰ আলোচনা হ'ল। বুঢ়াৰ সিহঁতলৈ হঠাতে ৰোষ কমিল আৰু মনলৈ ককাকৰ প্ৰসন্নতা আহিল। তেওঁ ইহঁতক যিমান বেয়া বুলি ভাবিছে, ইহঁত সিমান বেয়া নহয নেকি? ইহঁতে তেওঁ বুজি নোপোৱা এইবোৰ কি শব্দ ক'লে? ট্ৰেনজিষ্টৰ, বেটাৰী ডাউন, প্লাগ্ পইন্ট, ছৰ্ট চাৰ্কিট, ভল্‌টেজ, ফ্লাকচুয়েচন্, ষ্টেপ্ ডাউন ট্ৰেন্সফৰমাৰ,— এইবোৰ ইংৰাজী শব্দই। কিন্তু ইযাৰ অৰ্থ? ইহঁতে জিৰাণ্ডিযেল ইনফিনিটি কাক বোলে ক'ব নোৱাৰে, কিজানি তাৰ ব্যৱহাৰ জানে। ইহঁত বৰ বেয়া ল'ৰা নহয। নিজৰ জ্ঞানৰ সীমাবদ্ধতাই তেওঁক যেন এতিয়া এটা নতুন উপলব্ধি আনি দিছে। অনুশোচনাৰে তেওঁ ভাবিছে— কিজানি তেওঁ ভাষাৰ ব্যাকৰণহে জানে, ভাষাৰ মৰ্ম নুবুজে। এই শব্দবোৰৰ অৰ্থ কি?

এইবোৰৰ কি অৰ্থ তেওঁ সঠিককৈ জানিব নোৱাৰিলেও, তাৰ প্ৰয়োগ-ক্ষেত্ৰ জানিব পাৰিলে। তেওঁ আমলখিৰ তলত জাৰত ঠেঁটুৱা লাগি সিহঁতৰ গতি-বিধি লক্ষ্য কৰি থাকিল। সিহঁতে গে'টৰ

কাষত অলপ পৰ কথা-বতৰা পাতি সিদ্ধান্ত কৰিলে যে ককাকক জগালে তেখেতে জাৰত কষ্ট পাব। এঘণ্টাৰ পিছত তেখেতক জগাবহি। কাৰণ আচল মেজিটো পোৰাৰ সময়ত ককাকক যেনে-তেনে জগাবই লাগিব। তেহে সিহঁতৰ ইচ্ছা পূৰণ হ'ব আৰু আজিৰ পৰ্বটোৰ গুৰুত্ব বাঢ়িব।

ইযাকে শুনি বুঢ়া নিজৰ প্ৰাধান্য বিচাৰি পাই গৰ্বত ফুলি উঠিল। ঠেটুৰৈ ধৰা জাৰটোতো যেন তেওঁৰ গাটো উম লাগি গ'ল। কিন্তু এই শব্দবোৰে তেওঁক প্ৰতি মুহূৰ্ততে আমনি দি থাকিল। এইবোৰ ইংৰাজী শব্দই। কিন্তু তেওঁ যে কেতিয়াও "অক্সফৰ্ড ডিক্সনাৰী"ত "কনছাল্ট" কৰি চোৱা নাছিল।

ল'ৰাখিনি মেজিঘৰৰ ফালে আকৌ গ'ল। ওচৰতে মিউনিচিপালিটীৰ বিজুলী বাতিটো জ্বলি আছে। এটা ল'ৰা বিজুলী বাতিৰ খুঁটাটোৱেদি বগাই ওপৰলৈ উঠিল। বাল্বটো কিবা এটা কাযদা খটুৱাই খহালে আৰু সেই ঠাইত কিবা এটা দুমুখীযা 'চুইছ'ৰ দৰে বস্তু ভালেমান পৰৰ মূৰত খুব সাবধানে লগোৱা বুঢ়াই ধৰিব পাৰিলে। অলপ পৰৰ পিছতে দেখা গ'ল যে মেজিঘৰৰ ভিতৰত বাল্ব এটা জ্বলিল। বুঢ়াই এইবাৰহে বুজি পালে যে ইহঁতে আলিৰ বিজুলী বাতিৰ পৰা 'কাৰেণ্ট' লৈছে। কিন্তু এনেকৈ 'কাৰেণ্ট' ল'ব পাৰে বুলি তেওঁ জানো কেতিয়াবা কল্পনা কৰিব পাৰিছিল? বুঢ়াৰ এইবাৰ বেছি কৌতূহল হ'ল। লাখুঁটিডাল মাটিত পেলাই অভাৰকোটৰ জেপত থকা উলৰ হাতমোজাযোৰ পিন্ধি ল'লে। কিছু সময় সকলো নিমাত। তেওঁ থিয হৈ থকা ঠাইৰ পৰা মেজিঘৰটোৰ দূৰত্ব প্ৰায় বিশ গজমান। ইহঁতে এইমাত্ৰ জ্বলোৱা বাল্বৰ পোহৰে তেওঁৰ গাটো চেলেকিছেহি। তেওঁ লাহে লাহে বাৰাণ্ডাত থিয দিলেহি। হঠাতে শুনিবলৈ পালে,— সিহঁত থকাৰ পিনৰ পৰা গান।

"তোৰ স'তে মোৰ<br>
সংঘাত লাগি<br>
মোৰ গানৰ সুৰৰ নৱতম ঝংকাৰ<br>
হে শত্ৰু নমস্কাৰ ”

তেওঁ এইবাৰ এনেকৈ বুজিবলৈ চেষ্টা কৰিলে। ইহঁতে নিশ্চয় কাৰোবাৰ ঘৰৰ ৰেডিঅ' এটা খুজি আনি আলিৰ বিজুলীশক্তিৰে সেই ৰেডিঅ' চলালে। ৰেডিঅ'ত এই শেহ নিশা গান নেথাকে কাৰণে বিজুহঁতৰ ঘৰত থকা "শ্বেৰ্পা প্লেযাৰ" নামৰ ৰেডিঅ'ৰে চলা গ্ৰামোফোনেৰে এয়া ৰেকৰ্ড বজাইছে। (পিছদিনা কথাটো পুতেকক সোধাতহে তেওঁ জানিব পাৰিলে যে তেওঁ শুদ্ধকৈয়ে ভাবিছিল।) সিহঁতলৈ এইবাৰ তেওঁৰ মৰমেই নেলাগিল, অদ্ভুত আকৰ্ষণো হ'ল। তেওঁ এতিয়াহে বুজিলে,— ষ্টেপ্ ডাউন ট্ৰেন্সফৰ্মাৰ, প্লাগ্ পইণ্ট, ছৰ্ট চাৰ্কিট,— এইবোৰ তেওঁৰ অচিন ৰাজ্যৰ ভাষা, এয়া বিজ্ঞানৰ ভাষা। এই ভাষা তেওঁ পঢ়া ইতিহাসৰ গ্ৰন্থৰ দখললৈ অহা নাছিল। তেওঁ ভালেমান পৰ ভাবি এক নতুন অন্তৰ্দৃষ্টিৰে সিদ্ধান্ত কৰিলে,— ভৱিষ্যতৰ ইতিহাস নিশ্চয় এনে বিজ্ঞানৰ ভাষাৰেই লিখিত হ'ব। ইতিহাসৰ যদি পৌনঃপুনিকতা আছে, তেন্তে নতুন পৰিস্থিতি আৰু সংকটে মানুহক সুকীয়া সুকীয়া সংঘাতৰ সন্মুখীন কৰাব। ঐতিহাসিক সত্যৰ সংঘাত-মুক্তিত অৱদান নাই। ই মাথোন দিয়ে— পাৰস্পৰিক জ্ঞান, অস্থাযিত্বৰ সম্যক উপলব্ধি আৰু মানুহৰ অবিৰাম সংগ্ৰাম প্ৰচেষ্টাৰ ৰক্ত স্বাক্ষৰ।

তেওঁৰ সঁচাকৈয়ে আজি লাজ লাগি গৈছে। লাহে লাহে তেওঁ মেজিঘৰ পালেগৈ। দীপনক মাত দিলে। সিহঁতে খুব আনন্দেৰে ককাক আগুৰি ধৰিলে। ককাই আমনি পাই বুলি ইতিমধ্যে ৰেকৰ্ড প্লেযাৰটো বন্ধ কৰিলেই।

"ককা, আপোনাক পলমকৈহে আনিমগৈ বুলি ভাবিছিলোঁ। আমাৰ কি কপাল! আপুনিয়েই আহিল! আমি ভাবিছোঁ, আপুনি হৈ-ধ্বনি দিলেহে আমি আচল মেজিটোত জুই দিম।"

"ঠিক ভাবিছ। তহঁতৰ মোৰ মূৰৰ চুলিৰ সমান আয়ুস হওক। এতিযাই তেনেহ'লে আচল মেজিত জুই দিয়া হওক। আজি পুৱালৈকে তহঁতৰ লগত জুই পুৱাম বুলি ভাবি আহিছোঁ।"

ল'ৰাহঁতৰ কি স্ফূৰ্তি! বুঢ়াই আচল মেজিটোলৈ চালে। এতিয়া জ্বলি থকা মেজিটোৰ জুইত আচল মেজিটো ভালকৈ দেখা যায়। এইটো মেজিৰ শুকান খৰিৰ মাজত এটা দেহৰ আকৃতিৰ পুতলা। তাক যিটো কোট পিন্ধাইছে, সেইটো কোট চীন দেশৰ নেতাবোৰে পিন্ধা ধৰণৰ। মুখখনো সিহঁতৰে কোনোবা এটাৰ দৰে।

"দীপন, এইটোনো কি?"

"চৌ এন লাইৰ এফিজি।"

"এৰা, হয়তো। সাইলাখ তেনেকুৱাই হৈছে। ইয়াক কি কৰিবি?"

"ইয়াক খুচি খুচি পুৰিম।" — কেবাটায়ো একেলগে ক'লে।

বুঢ়াৰ মনত বিজুলী জিলিকিল। এয়া যে ইহঁতে নতুন ধৰণৰ বিহু পাতিছে, নতুন ধৰণৰ মেজিও পুৰিব! মেজিও ইহঁতে পুৰিব আৰু পুৰিব এই দুষ্কৃতিৰ প্ৰতীকক— চৌ এন লাইক আৰু তেওঁৰ ধ্বংসকামী আত্মাক। আৰু ইহঁতে এই মেজি পুৰাই অগ্নিসাক্ষী কৰি প্ৰতিজ্ঞা কৰিব— অগ্নিদেৱতা, আমি আমাৰ দেশক ৰক্ষা কৰিবলৈ শপত খাইছোঁ।

ৰেকৰ্ড প্লেয়াৰত মিণ্টুৱে আৰু এখন ৰেকৰ্ড লগালে। ইহঁতে ৰেকৰ্ডো বাছি বাছি আনিছে ঃ

"লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই
মুকুতি মেধৰ মহান মেজিৰ "

বুঢ়াই হৈ-ধ্বনি দিলে। আচল মেজিত জুই দিয়া হ'ল। খন্তেকৰ পিছতে 'চৌ এন লাই' ভস্মীভূত হৈ গ'ল। তাকে চাই চাই বুঢ়াই ভাবিলে,— জগতত ঐতিহাসিক সত্যই সদায় বাট দেখুৱাব? এই সত্যই প্ৰতি যুগতে মানুহক অন্যায়ৰ বিৰুদ্ধে যুঁজিবলৈ নতুন বল দিব? এই সত্যই সকলোকে দেশৰ হকে মৰিবলৈ সাহ দিব? এয়ে আমাৰ দেশৰ ঐতিহাসিক গতিশীলতাৰ স্বৰূপ? তেওঁৰ নিজকে বৰ সাধাৰণ যেন লাগি গ'ল।

বুঢ়া ভালেমান পৰ নীৰৱে থকা দেখি দীপনে মাত লগালে, "ককা, কথা নোকোৱা হ'ল দেখোন?"

বুঢ়াই গহীনাই ক'লে, "এৰা, অ' বোপাই। মোক কিছুমান ভাবে জুমুৰি দি ধৰিছেহি। ভাবিছোঁ, নল মৰি গজালি বোলা কথাষাৰৰ "

# এই ৰূপ, এই ছন্দ

নাৰাযণে কালি ৰাতি দুই বজালৈকে পঢ়িছিল। পুৱা নমান বজাত শোৱাৰ পৰা উঠি চকু মোহাৰি পোনতে টেবুলখনলৈ চকু দিলে। কালি থোৱা ঠাইত কিতাপখন নাই। টেবুলত থকা কিতাপবোৰ এখন এখনকৈ দাঙি চালে। সি সিদ্ধান্ত কৰিলে, কিতাপখন হেৰাল। কিতাপখন সতকাই আনে বিচাৰি উলিযাব নোৱাৰিব বুলিযেই সি ভাবিছিল। কিন্তু ফিচাৰৰ ফাণ্ডামেণ্টেলছ্ অব্ ষ্টেটিছটিক্স' আৰু ষ্টাৰ্লিঙৰ ইলেকট্ৰিচিটি এণ্ড মেগনেটিজিমৰ মাজত যে কিতাপখন কোনোবাই বিচাৰি উলিয়াব পাৰিব, সি এই বিষযে অলপো আশঙ্কা কৰা নাছিল।

তেনেহ'লে ঘৰৰ কোনে নিব পাৰে? শুই থকা অৱস্থাত কোঠালৈ কোন আহিছিল? এই কোঠাৰ লগত বাৰাণ্ডা-সংলগ্ন দুৱাৰখন খোলা আছে আৰু সদায খোলা থাকে। কাৰণ বাৰাণ্ডাৰ ওখ ৰেলিংখনত তলা মৰা থাকে। এইখন দুৱাৰ খোলা থকা সত্বেও তাৰ কোঠালৈ সাধাৰণতে কোনো নোসোমায। আজিনো কোন সোমাবলৈ পালে। টিপযখনৰ ওপৰত কালিৰ 'ষ্টেটছ্ মেন'খন আৰু এই সপ্তাহৰ 'ইলাছট্ৰেটেড উইকলি'খন আছিল। এতিযা নাই। ইযাৰ পৰা অনুমান কৰিব পাৰি, ইযাত ককাযেক লক্ষ্যধৰ সোমাইছিল। তেওঁৰহে আগদিনাৰ বাতৰিকাকতখন পিছদিনা পঢ়াৰ অভ্যাস।

নাৰাযণ বৰ চিন্তাত পৰি গ'ল। কিতাপখন ঘৰৰ কোনোবাই পালে, তাক বাৰু সিহঁতে কি বুলি ভাবিব? আৰু তাৰ যে কিমান লাজ লাগিব!

বিছনাৰ তলত চাহ খাই এৰা কাপ-প্লেট এযোৰ আছিল। এতিয়া নাই। তেনেহ'লে ইয়ালৈ মাক আহিছিল? তেওঁ আহি জানো টেবুলৰ কিতাপবোৰত চকু দিব? এৰা, চকু দিবও পাৰে। টেবুলৰ কিতাপবোৰ বিশৃঙ্খল হৈ য'তে-ত'তে পৰি আছিল। সেই কাৰণেই মাকে চাগে কিতাপবোৰ থান-থিত লগোৱাৰ সমযত এইখন কিতাপ দেখা পালে। উপায নাই।

বায়েক দুজনীৰ কোনোবা এজনী সোমাইছিল নেকি? অসম্ভৱ। সিহঁত সাধাৰণতে এইটো কোঠাত নোসোমায়। প্ৰয়োজনো নাই। কোঠাটোৰ মজিয়াত জুইশলাৰ কাঠী কিছুমান সিঁচৰতি অৱস্থাত দেখা নেপাই ভাবিলে, কোঠাটো ইতিমধ্যে সৰা হৈ গ'ল। সি সেই সময়ত সাৰকে নেপালে। তাৰ আজি ৰাতিপুৱা বেলাটো ভাল মৰ-টোপনিয়ে ধৰিছিল! কিন্তু এটা কথা মনত পৰাত সি স্বস্তিৰ নিশ্বাস ল'লে। বাযেকহঁতে সাধাৰণতে ঠাই নাসাৰে। এইবোৰ কাম কাঞ্চাইহে কৰে। তেৰ বছৰীয়া কাঞ্চাইনো বুজে কি? আৰু সি অলগৰ্ধও। পিছে ষ্টেটিছ্ টিক্স' আৰু ফিজিক্স'ৰ আকৰ্ষণ-শূন্য কিতাপ দুখনৰ মাজত চকমকীয়া ধুনীযা কিতাপখনে যাকে-তাকে আকৰ্ষণ কৰিব। কাঞ্চাৰো চাগে ধুনীয়া বেটুপাতৰ কিতাপখনলৈ মোহ

হ'ল আৰু ছবি চোৱাত লাগি গ'ল।

আঁঠুৱাখন ওপৰলৈ তুলি বিছনাখন পৰিপাটীকৈ পৰাৰ সময়ত সি ভাবিলে, কাঞ্চাই নিশ্চয় ছবিবোৰ চাই ভাল পাই কিতাপখন চুৰকৈ লৈ গ'ল। উলঙ্গ আৰু অৰ্ধ-উলঙ্গ পুৰুষ-নাৰীৰ ছবি দেখি কাঞ্চাই চাগৈ খুব আমোদ পালে। সি চাগৈ ভাবিলে, এইবোৰ মানুহ পাগল নেকি? তাতকৈ আৰু একো ভাবিব নোৱাৰে। তাৰ হয়তো কৌতূহল আছে, কামনা-বাসনা নাই। সি নিশ্চয় ভাল পাইছে, ছবিবোৰৰ নিষিদ্ধ উন্মত্ততাক। নাৰাযণে এই কথা ভাবি ভাল পালে যে তেৰ বছৰীয়া ল'ৰাটোৰে এতিযাও বুজি উঠা নাই, কি এটা প্ৰবল জৈৱিক তাডনা আৰু উন্মাদ বাসনাত নৰ-নাৰী উলঙ্গ নাইবা প্ৰায় উলঙ্গ হ'ব পাৰে। কিন্তু ছবিৰ পুৰুষ-তিৰোতাবোৰ জানো স্বাভাৱিক? সিহঁত জানো তাৰেই দৰে বিকাৰগ্ৰস্ত নহয়? সি বিকাৰগ্ৰস্ত মনেৰে, ইহঁত বিকাৰগ্ৰস্ত সকলোধৰণে।

নাৰাযণৰ এইবাৰহে নিজকে দোষী লাগি গ'ল। কালি ৰাতি এই ছবিবোৰ চাই চাই সি যে কি হৈ পৰিছিল।

চাহ খাই আঁতাই সি আন দিনাৰ দৰে পাছফালৰ বাৰাণ্ডাত নবহিল। আজি ঘৰৰ যিকোনোৰে মুখ দেখিলেই সি লাজ পাব। অৱশ্যে এটা কথা। ঘৰৰ কাৰো লগত কাৰো মিলা-প্ৰীতি নাই। কোনোৰে কাৰো লগত ভালকৈ কথা নেপাতে। প্ৰত্যেকেই নিজক লৈ ব্যস্ত। গতিকে কিতাপখন যি পাইছে, তাৰ বা তাইৰহে এই বিযয়ে জনা থাকিব। গৰিমাই যদি পায়, ভনীযেক মহিমাৰ লগত এই বিষযে আলোচনা নকৰে। মাকে যদি পায়, পুতেক লক্ষ্যধৰক নকয যে ভাযেক এইবোৰ পঢ়ি নষ্ট হ'ব খুজিছে। লক্ষ্যধৰে যদি পায সিও ভাযেকক সাৱধান-বাণী নুশুনায। আৰু যদি পোৱালি কাঞ্চাই পায?

"কাঞ্চা, আজি মোৰ ৰুমটো কোনে সাৰিছিল?"

"মই নহয। মই বজাৰলৈ গৈছিলোঁ। পিছত কোনে সাৰিলে ক'ব নোৱাৰোঁ।"

'সঁচা কথা ক'। চুলি-ঘঁটা খাবি একা।"

'ইস্, এওঁ এনে বৰ মতা ওলাইছে। ঠাই নেসাৰিলেও চুলি-ঘঁটা খাব লাগে।"

"হেৰ, সেই কাৰণে জানো তোক ধৰিছোঁ। মোৰ টেবুলৰ পৰা কিতাপ এখন নিছিলিনে কি?'

'তুমিও গৰিমা বাইদেউৰ দৰে হৈ পৰিছা। মই ক'ৰ কলেজখন পাছ কৰিছোঁ যে ভৈব্য কিতাপবোৰ পঢ়ি থাকিম?"

কাঞ্চা অৰ্থাৎ প্ৰদীপ চেত্ৰী সিহঁতৰ ঘৰত সৰুৰে পৰা থাকি একেবাৰে ঘৰৰ ল'ৰা হৈ পৰিছে। ঘৰখনৰ ভিতৰত সিয়েহে ৰসাল প্ৰাণী। বাকীবোৰ মন মৰা, নীৰস, স্বাৰ্থপৰ। সকলোৱে কাঞ্চাৰ লগত এষাৰ-দুষাৰ কথা পাতে আৰু তাৰ কিশোৰ মনৰ প্ৰাণচঞ্চলতা অনুভৱ কৰি একেসুৰীয়া নিৰলস জীৱনলৈ ক্ষণিক বৈচিত্ৰ্য আনে। গতিকে কাঞ্চাই আঁসে পাই ভৃত্যানুচিত উত্তৰ দিবই। এইটো একো ধৰিবলগীযা কথা নহয়।

আমন-জিমন কৰি নাৰায়ণ আগফালৰ বাৰাণ্ডাত বহি আছিল। মাক সেইখিনি ওলালহি। ক'লে, "তইঁতৰ পৰীক্ষা আছে নেকি?" সি আন এফালে চাই সমিধান দিলে, "পূজাৰ পিছত কলেজ খুলিলেহে গম পোৱা যাব। প্ৰিটেষ্ট হ'ব বুলি ভাইচ্ প্ৰিন্সিপালে কৈছিল।"

মাকে মাত লগালে, "কালি মাজনিশালৈকে পঢ়া দেখি ভাবিছিলোঁ, তইঁতৰ টেষ্ট কিজানি কলেজ খোলাৰ লগে লগে হ'ব। অৱশ্যে পঢ়ি থকা ভাল। কিন্তু এনেকৈ পঢ়িলে গা বেয়া হ'ব।"

নাৰায়ণে ক'লে, 'এটা বিষয় বৰ টান পাইছোঁ। সেয়েহে।"

মাক আঁতৰিল। সি এইবাৰ ভাবি পালে যে মাকেই কিতাপখন পাইছে। তেওঁ তাৰে ইঙ্গিত দি গ'লহি। কিন্তু তেওঁ তাক টানকৈয়ে ক'ব পাৰিলেহেঁতেন। কিয় নক'লে? মাক হিচাপে নিশ্চয় তেওঁৰ এইখিনি সংকোচ আছে আৰু সেই কাৰণেই এই নিষিদ্ধ কিতাপখন তেৰেঁই পাইছে বুলি জনাবলৈ ভাল পোৱা নাই। তেনেহ'লে কিতাপখন আৰু ঘূৰাই পোৱাৰ আশা নাই। জৰুৰ পুৰি পেলালে।

সি আলিৰ ফালে ওলাই আহিল। কালভাৰ্টটোত বহি আপোন মনে চিগাৰেট এটা হুপিলে। ঘৰৰ পৰা এইকণ দূৰ আঁতৰ হৈয়ে তাৰ ঘৰখনলৈ বেছি বিতৃষ্ণা হ'ল। কলেজখন বহিলেই ৰক্ষা। তেতিয়া লগৰ ল'ৰাবোৰৰ লগত সময় কটাব পাৰিব। ক্লাছ কৰিলে দিনবোৰ অন্ততঃ এটা প্ৰণালীৰে চলি থাকিব। কিন্তু এই বন্ধবোৰহে নাযায়-নুপুৰায়। ঘৰখন তাৰ মানত বৰ পোতাশাল। পিছে ঘৰত নেথাকিতো বাটে বাটে ঘূৰি ফুৰিব নোৱাৰি। সময় কটাবৰ কাৰণেনো বন্ধুকেইটাৰ ঘৰলৈ কিমান গৈ থাকিব? যদি সেইকেইঘৰ মানুহে তাক আপদ বুলি ভাবিছে? সি সঁচাকৈয়ে অকলশৰীয়া। ঘৰত, বন্ধুৰ ঘৰত আৰু বন্ধুৰ মাজত—সকলোতে সি অকলশৰীয়া। নিঃকৰুণ পৃথিৱীখনৰ সকলোৱে তাক নেওচা দিছে। সি মাকৰ মৰমো ভালকৈ পাইছেনে নাই সন্দেহ। গৰিমা, মহিমা আৰু বৰ ককায়েক তাৰ প্ৰতি উদাসীন। সি যদি এইবাৰ বি এছ চি পৰীক্ষাত বিশ্ববিদ্যালয়ৰ ভিতৰত প্ৰথম হয় (যদিও কথাটো নলাৰ মাজত ঘঁৰিয়াল ওলোৱাৰ দৰে অসম্ভব) তেতিয়াও সিহঁতে কিজানি আলোড়ন অনুভৱ নকৰিব। সি আই এছ চি দিয়াৰ বছৰ ককায়েক লক্ষ্যধৰে তাক প্ৰথম বাৰ্ষিকতে পঢ়ি আছে বুলি ভাবিছিল। এনে মানুহে জানো তাৰ ভৱিষ্যতৰ বিষয়ে চিন্তা কৰিব?

ঘৰখন কেনেকৈ চলিছে আৰু কোনে কেনেকৈ থাকে, সি ইমান দিনে লক্ষ্য কৰা নাছিল। কাৰ অভিপ্ৰায় আৰু চিন্তাধাৰা কি, সি বুজিবলৈ চেষ্টা কৰাও নাছিল। সি মাককে ধৰি সকলোৰে সুকীয়া সত্ত্বাক অস্বীকাৰ কৰিছিল। ভাবিছিল, ইহঁত জীয়াই থকাৰ কোনো অৰ্থ নাই। ইহঁতে কিয় জীয়াই থাকিবলৈ বিচাৰে? কিজানি ওচৰৰ আৰু পৃথিৱীৰ আটাইবোৰ ঠাইৰ মানুহ জীয়াই আছে কাৰণে ইহঁতেও দেখাক দেখি জীয়াই আছে। আজি কিতাপখন হঠাতে টেবুলৰ পৰা নাইকিয়া হোৱাত সি সকলোৰে বাহ্যিক আভৰণক সন্দেহৰ চকুৰে চোৱা হ'ল। সকলো নিষ্ক্ৰিয়, সকলোৰে মনত আলস্যজনিত কলুষ। সকলো হীনমনা আৰু সকলোৰে নিশ্চয় নীচমন্যতাও আছে। নহ'লে, বাহিৰত ইমান ভৱক কিয়?

আজি দেওবাৰ। কিন্তু দেওবাৰটোৰ কোনো সুকীয়া তাৎপৰ্য নাই। এইখন ঘৰত সকলো বাৰেই অৰ্থহীন দেওবাৰ। কোনেও চাকৰি নকৰে। কোনেও তাৰিখ, বাৰ বা মাহলৈ নিৰ্দিষ্ট লক্ষ্য ৰাখি কাম নকৰে। কোনো নতুন বছৰে কাৰো মনলৈ নতুন উদ্দীপনা অনা নাই। আটাইবোৰক স্থবিৰতাই বহতীয়া কৰিছে। এয়া জলাশয়ৰ দৰে মধ্যবিত্তৰ সংসাৰৰ নমুনা। এয়া উৰ্বলি পৰাৰ আগতে ঘুণে ধৰাৰ চিন।

নাৰায়ণে হিচাপ কৰি গ'ল। দেওবাৰ, সোমবাৰ, মঙলবাৰ । অহা শনিবাৰলৈ লক্ষ্মী পূজা। সেইদিনা সময় কটাবলৈ সুচল ওলাব। তেতিয়াও কলেজ বহিবলৈ এসপ্তাহ। এইবাৰ বন্ধটোহে বেছি দীঘল লাগিছে।

সি খংমুৱা হৈ আকৌ ঘৰ সোমালেহি। পিছফালৰ বাৰাণ্ডাত থিয় দিলে। নাদৰ পাৰত গৰিমাই মূঢ়া এটা পাৰি বহি একে মনে বুজন ধৰণৰ উপন্যাস এখন পঢ়িছে। মহিমাই এইমাত্ৰ গা ধুই উঠি ৰ'দত

চুলি টুকিছে। পৰ্টিকত ককাযেক লক্ষ্যধৰে ৰেডিঅ' শুনিছে। ভাত-চৰু-ঘৰত মাক আছে। গতিকে সকলোৰে বিভিন্ন ঠাইৰ অৱস্থিতিৰ পৰা বাৰাণ্ডাখনেই মাজ ঠাই। ইয়াৰ পৰা কিবা এযাৰ ক'লে সকলোৱেই শুনিব। নাৰায়ণে স্বগতোক্তি কৰাৰ দৰে সকলোকে শুনাই ভোৰ-ভোৰালে, "মোৰ কোঠাত কলেজ কমন ৰুমৰ বস্তু থাকে। অনেক হিচাপ-পত্ৰ থাকে আৰু যিকোনো বস্তু থাকিব পাৰে। মই তাত আনক যিকোনো সময়ত সোমোৱাটো পছন্দ নকৰোঁ।"

সি থমকি শহাকৰ্ণীযাকৈ ৰ'ল। কাৰোপৰা সঁহাৰি পোৱা নগ'ল। মাথোঁ নাদৰ পাৰত এক মনে উপন্যাস পঢ়ি থকা গৰিমাক কিছু পৰলৈ অন্যমনস্ক দেখা গ'ল। তাই অতৰ্কিতে উদাসীন দৃষ্টিৰে তালৈ খন্তেক চালে আৰু পিছ মুহূৰ্ততে উপন্যাসত মনোনিৱেশ কৰিলে। মহিমাই ওচৰত থকা কুকুৰা চৰাইৰ গঁৰালটোলৈ এনেভাৱে চাই থাকিল যেন চৰাই পোৱালিবোৰৰ বৰ্ণ বৈচিত্ৰ্যৰ পৰা তাই জেনেটিক্সৰহে সূত্ৰ আৱিষ্কাৰ কৰিব। নাৰায়ণৰ অনুমান হ'ল ঃ লক্ষ্যধৰে কিজানি ৰেডিঅ'ৰ ভল্যুমটো বেছিকৈ বঢ়াই দিছে। মাথোঁ ৰান্ধনী-ঘৰৰ পৰা মাকে মাত দিলে, "ভোৰভোৰাই আছ দেখোন! অলপ ৰ'। তোৰ ভোক লাগিছে যেন পাইছোঁ। ডাইলত তেলকণ মাৰি ল'ব পাৰিলেই ভাত বাঢ়িম।"

মাকৰ বাহিৰে কোনেও নমতা দেখি নাৰাযণে ভাবিলে যে একমাত্ৰ কাণ্ডাৰ বাহিৰে সকলোকে কিতাপ চুৰ কৰাৰ বাবে সন্দেহ কৰিব পাৰি। গৰিমা আৰু মহিমাকো বেছি সন্দেহ কৰিব নোৱাৰি। কাৰণ, সিহঁত দুজনী একেটা কোঠাতে শোৱে। বাকচো দুইজনীৰে কাৰণে মাথোঁ এটা। প্ৰত্যেকৰে বিছনা আৰু টেবুল সুকীয়া যদিও এইখন কিতাপ টেবুলত নাইবা গাৰুৰ তলত থ'ব পৰা বিধৰ নহয়। এইখন থ'ব পাৰি গৰ্ভতলা থকা ট্ৰাঙ্কত। থৈযো চাবিটোলৈ চকু ৰখা উচিত।

মাকৰ আঁচলত চাৰিটা চাবি অনবৰত থাকে। তাৰ মানে হ'ল তেওঁৰ চাৰিটা বাকচ। কিন্তু তেওঁ যে কিতাপখন বাকচত নথয়! অগ্নিত আহুতি দিব। কিন্তু এতিযা নাৰায়ণ আচৰিত হৈছে এটা কথাত। কিতাপখনৰ প্ৰতি পৃষ্ঠা দামী আৰ্ট পেপাৰৰ। পুৰিলে নিশ্চয় ৰবৰ পোৰাৰ দৰে গোন্ধ এটা ওলাব। কিন্তু এতিযালৈকে সি তেনে গোন্ধ পোৱা নাই। নটাৰ আগতে পোৰাহেঁতেন গৰিমা আৰু মহিমাই দেখিলেহেঁতেন। দেখাহেঁতেন সামান্য আৰু গতানুগতিক ঘটনা নহয় কাৰণে কথাটোৰ সিহঁতে ইঙ্গিত দিলেহেঁতেন।

কিতাপখন এই পৰ্যন্ত ছাই হোৱা নাই নতুবা আন কাৰোবাৰ হাতলৈ স্থানান্তৰিত হোৱা নাই। এই সম্বন্ধে নাৰায়ণ নিচিন্ত হ'ল। সি ঠিক কৰিলে, দেওবাৰৰ পৰা বুধবাৰলৈ, এই চাৰিদিন ঘৰখনত অতি সাৱধানে চোৰাংচোৱাগিৰি কৰিব লাগিব।

সোমবাৰৰ দিনটো চেষ্টা কৰিও সি একো শুংসূত্ৰ নেপালে। মঙলবাৰেও একেই চেষ্টা। একো ফল নহ'ল। আৰু মাত্ৰ এটা দিন আছে। বৃহস্পতিবাৰৰ পৰা তাৰ আনবোৰ দিনৰ নিচিনাকৈযে ব্যস্ততা আহিব। লক্ষ্মীপূজাত সিহঁতে থিযেটাৰ পাতিছে। সি নায়কৰ অভিনয কৰিব। গতিকে বুধবাৰৰ ভিতৰতে কিতাপখন উলিয়াব লাগিব। নহ'লে কিতাপৰ গৰাকীয়ে জানো শুদায়ে এৰিব?

চাৰি দিন লক্ষ্য কৰিয়েই নিজৰ ঘৰখনৰ বিষয়ে এইবাৰহে নাৰায়ণে বহুত কথা জানিব পাৰিলে। সি কি কথা লক্ষ্য কৰি আমোদ পাইছিল, কি দেখি বিতৃষ্ণ হৈছিল আৰু কি কি কাৰণে হেৰোৱা কিতাপখন উদ্ধাৰ কৰাৰ আশা কৰিছিল, এই সকলোবোৰ গল্পৰ লিপিকুশলতাৰে ব্যক্ত কৰাটো নিতান্ত কষ্টসাধ্য। তদুপৰি সকলো পুঙ্খানুপুঙ্খভাৱে বিবৰি গ'লেও গল্পৰ ক্ৰম-বিচ্যুতি হোৱাৰ ভয আছে। সেই

কাৰণে নাৰায়ণহঁতৰ পৰিয়ালটোৰ এটা চমু অক্ষম বৰ্ণনা দিবলৈ চেষ্টা কৰি চাওঁ বাৰু ঃ

নাৰায়ণৰ মাক সুভদ্ৰাৰ বয়স তিনি কুৰি দুই। ঘৰখনৰ ভিতৰত তেখেতহে একমাত্ৰ ব্যস্ত প্ৰাণী। শোৱাৰ পৰা উঠিয়েই তেখেতৰ বহুত চিন্তা। কাঞ্চাক জগাব লাগে। তাক নাদৰ পৰা পানী তুলি দিবলৈ পাঁচিব লাগে। তেওঁ পুৱাই চৰুৰ তলত জাল দিব লাগে। চাহ খাই উঠি কি কি বস্তুৰ প্ৰয়োজন হ'ব, তাৰে এখন লিষ্ট বনায়। দাম কিমান হ'ব, এবাৰ হিচাপ কৰি চায়। নাৰায়ণ শোৱাৰ পৰা উঠিলনে নাই এবাৰ লক্ষ্য কৰে। নিজে গা-পা ধুই আজৰি হৈ অলপ পৰ নিজৰ কোঠাত বহে। তাৰ পিছত লাহে লাহে খিৰিকীবোৰ খোলে। কোঠাটো সাৰে আৰু বাৰান্দাডাল পিছফালৰ বাৰাণ্ডাত থয়। আকৌ কোঠালৈ আহি আলমাৰিৰ পৰা বিতচকুৰ বাকচটো উলিয়ায়। চাদৰৰ আঁচলৰে বিতচকুযোৰ কেবাবাৰো মুচি চকুত পিন্ধি লয় আৰু আগদিনাৰ কাগজখনৰ প্ৰধান দুই-এটা খবৰ পঢ়ি নিৰ্দিষ্ট ঠাইত থৈ দিয়ে। এনে সময়তহে জীয়েকহঁতে সাৰ পায়। এইখিনি সময়ত মাকে ডলা এখনত চাউল লৈ কেইবাৰমান জাৰে আৰু নমান বজালৈকে ধান বাছে। তাৰ পিছত এঘণ্টা পাচলি কুটে। ইতিমধ্যে কাঞ্চা বজাৰৰ পৰা আহি পায়হি। জীয়েকহঁতে ভাত-চৰুত জুই ধৰি দিয়ে। চৰুত পানী বঢ়াই দিয়ে। তেতিয়া মাকে ভাত ৰান্ধে দিনৰ চাৰে বাৰ বজালৈকে। ডেৰমান বজাত খোৱা-বোৱা শেষ হয়। আধা ঘণ্টা সময় তেওঁ আলোচনী এখনৰ পাত চাই জিৰণি লয়। দুই বাজিলেই তেওঁ আকৌ বজাৰৰ ফৰ্দ লিখাত ব্যস্ত হয়। কাঞ্চাক ওচৰলৈ মাতি কিবাকিবি সোধে। কোনো দিনা হাঁহেও। কেনেকুৱা ধৰণৰ বেঙেনা আৰু আন শাক-পাচলি কিনিব লাগিব তাকে লৈ কাঞ্চাক কেবাবাৰো পৰামৰ্শ দিয়ে। তাৰ পিছত কুকুৰা কেইজনীয়ে যিকেইটা কণী পাৰিলে, সেয়া কণী ক'ত থোৱা হ'ল তাৰে তদন্ত কৰে। গা ধোৱাৰ পিছত মেলি দিয়া কাপোৰসাজ শুকালনে নাই পৰীক্ষা কৰি চায়। লগে লগে চাহ কৰিবৰ হয়েই। চাহ কৰোঁতে জীয়েক দুজনীৰ পৰা সহায় পায়। চাহ খোৱাৰ পিছৰ সময়কণত আলহী আহে নতুবা তেওঁ আনৰ ঘৰত আলহী হয়। সন্ধিয়া হ'লে আকৌ ৰান্ধনীঘৰত সোমায়।

এয়ে মাকৰ গতানুগতিক কাম। এই বয়সত মাকে ইমানবোৰ কাম কৰে, অথচ জীয়েক কেইজনী মাকৰ প্ৰতি তেনেই উদাসীন। মাকে কিন্তু জীয়েকহঁতক এবাৰ টানকৈ কথা নকয়। সিহঁতৰ ওপৰত কৰ্তৃত্ব নেদেখুৱায়। নাৰায়ণে ভাবি পায় যে মাকজনী জীয়েকহঁতৰ প্ৰতি সদয় হোৱাৰ মূলতে হ'ল, তেওঁ সিহঁতক খুব অসুখী বুলি ভাবে। এই বয়সতো যে সিহঁতক বিয়া দিব পৰা নগ'ল। এইটো মাকে নিজৰেই দোষ বুলি ভাবে। এই বয়সত ছোৱালীয়ে মাক-বাপেকৰ ঘৰত মন বহুৱাব নোৱাৰে। এই বয়সত সিহঁতক এখন আপোন ঘৰ লাগে, এজন আপোন মানুহ লাগে। গৰিমাৰ বয়স হ'ল, প্ৰায় তেত্ৰিশ বছৰ। মহিমা তাতকৈ দুবছৰহে সৰু।

ককায়েক লক্ষ্যধৰে ১৯৪৪ চনতে বি এছ্ চি ফেল কৰিছিল। সেই চনত তেওঁৰ বয়স বিশ বছৰ আছিল বুলি ধৰিলে সম্প্ৰতি তেওঁৰ বয়স অতি কমেও আঠত্ৰিশ বছৰ হয়। তেওঁ চাকৰি নকৰিলে। পুনৰায় পৰীক্ষাও নিদিলে। কেইবছৰমান কটালে কৃষ্টি সংঘৰ কামত লাগি। তাৰ পিছৰ দুবছৰ চাহ বাগিচাৰ এছিষ্টেণ্ট মেনেজাৰৰ এপ্ৰেন্‌টিচ্ খাটোতেই গ'ল। এদিন হঠাতে তেওঁ ছুটী লৈ আহিছোঁ বুলি ঘৰলৈ আহি পুনৰ চাকৰি কৰিবলৈ নগ'ল। তেতিয়াৰে পৰা এই তিনি বছৰ ঘৰত এনেয়ে আছে। মাকে ভবিষ্যতৰ কথা সোঁৱৰাই দিলে তেওঁ গুজৰি-গুমৰি উঠে। তেওঁ কয়, "মোৰ যথেষ্ট বয়স হৈছে। এতিয়া আনে উপদেশ নিদিলেও হ'ব।" তেওঁ নিজক গহীন ধৰণৰ বুদ্ধিজীৱী বুলি ভাবে। বহুত কিতাপ পঢ়াৰ

কাৰণে তেওঁৰ গৰ্বও আছে। নাৰায়ণৰ মতে, লক্ষ্যধৰ বুদ্ধিজীৱী নহয়। জিলা পুথিভঁৰালৰ পৰা আনি পঢ়া কিতাপসমূহ একে ধৰণৰ। প্ৰায়ে উপন্যাস, ডিটেক্টিভ্ নাইবা ভ্ৰমণ কাহিনী। লক্ষ্যধৰে এনেকৈ পঢ়ি থকাৰ পৰা এইটো সিদ্ধান্ত কৰিব নোৱাৰি যে তেওঁৰ জ্ঞান-আহৰণৰ দুৰ্বাৰ আকাংক্ষা আছে। তেওঁৰ অধ্যয়ন প্ৰকৃত অনুৰাগৰ পৰিচায়ক নহয়। তেওঁ হয়তো পঢ়ে,— বিফল, গতানুগতিক কৰ্মহীন জীৱনত কিবা এটা আশাৰ প্ৰতিচ্ছবি বিচাৰি। তেওঁৰ কাৰণে অধ্যয়ন হ'ল এক সুলভ বিকল্প।

গৰিমা আৰু মহিমাৰ দিনলিপি প্ৰায একে ধৰণৰ। তাকে বৰ্ণনা কৰাৰ আগতে দুটা বিশেষ প্ৰশ্নৰ উত্তৰ দিয়া উচিত হ'ব। প্ৰথম প্ৰশ্ন হ'ল, এনে নাৰীৰ প্ৰগতিৰ যুগতো অৰ্থাৎ নাৰীয়ে পুৰুষৰ দৰে দিল্লী নাইবা শ্বিলঙত 'মন্ত্ৰিণী' হ'ব পৰা যুগতো, দুজনী গ্ৰেজুৱেট ছোৱালীয়ে একো চাকৰি কৰা নাই কিয়? এই প্ৰশ্নৰ উত্তৰ দিয়া কঠিননেই। নাৰাযণহঁতৰ ঘৰখন অভাৱ নোহোৱাকৈ যেনে-তেনে চলি আছে। টকা পোৱাৰ উৎস হ'ল তিনিটা—বেঙ্ক, তিনিটা ভাড়াঘৰ আৰু গাঁৱৰ ফালে থকা কেইডৰামান খেতি কৰা মাটি। ১৯৪৬ চনত দেউতাকৰ মৃত্যু হ'ল। তেওঁৰ জীৱন-বীমাৰ টকা বেঙ্কত থোৱা হৈছে। ১৯৪৯ চনত চহৰত থকা এডোখৰ মাটি চাৰে সাত হাজাৰ টকাত বেচা হ'ল। সেই টকাও বেঙ্কতে। ভাড়াঘৰ দুটাৰ পৰা মাহে এশ ষাঠি টকাকৈ পাই থাকে। দেউতাক খুব প্ৰতাপী মানুহ আছিল। ব্ৰিটিছৰ দিনত ৰায়বাহাদুৰ খিতাপো পাইছিল। খুব ভাল উকীল আছিল। বহুত টকা আয় কৰিছিল। মৃত্যুৰ দহ বছৰৰ আগৰে পৰা চৰকাৰী উকীলো আছিল। এতিয়া তেওঁ সাজি থৈ যোৱা সুন্দৰ সুবৃহৎ ঘৰটো (আজিকালি মন্ত্ৰীৰ বাস-ভৱনৰ দৰেই) দেখিলেই অনুমান কৰিব পাৰি, তেওঁ কিমান প্ৰতাপেৰে বাস কৰিছিল। গতিকে আমাৰ উত্তৰটো এনেধৰণে হ'ব ঃ (১) যাৰ ঘৰ আছে, বেঙ্কত ক্ৰমক্ষয়িষ্ণু ধনৰ অঙ্ক আছে, দুৰৰা বংশৰ গৌৰৱ আছে, ৰায়বাহাদুৰ পৰিয়ালৰ ঐতিহ্য আছে আৰু সম্প্ৰতি চলি থাকিবলৈ টকাৰ নাটনি হোৱা নাই, তেনে মানুহৰ দুজনী বি এ পাছ ছোৱালীয়ে লোকৰ তলত চাকৰি কৰি সৰ্বসাধাৰণৰ লগতে সাধাৰণ হৈ পৰিব নোৱাৰে। সিহঁতে চাকৰি নকৰাৰ বাবে সকলোৰে গৰ্ববোধ আছে। (২) ১৯৫৩ চনৰ পৰা গৰিমা আৰু মহিমাৰ বিযাৰ চেষ্টা চলি আছে। মাকৰ ইচ্ছা হ'ল, গৰিমাক বিয়া দিযাৰ ছমাহৰ পিছত মহিমাৰো লেঠা মৰা। কোনোটো মাহত গৰিমাৰ বিয়া ঠিক হৈ যাব খোজে আৰু ওচৰ-চুবুৰীযাই অলপ দিনৰ পিছত শুনিবলৈ পায় যে কন্যাৰ ঘৰে বৰক প্ৰত্যাখ্যান কৰিছে। এনেধৰণৰ কথাই শুনিবলৈ পোৱা যায়, "ল'ৰা প্ৰফেছাৰ হ'লে কি হ'ব? তাৰ ঘৰ গাঁৱত। এমাহলৈ হ'লেও আমাৰ ছোৱালী গাঁৱত থাকিব নোৱাৰে। অৱশ্যে ল'ৰাটো হাকিমেই। শুনিছোঁ বোলে গুৰি-গোষ্ঠী ভাল নহয। দৰা শিৱসাগৰৰ প্ৰখ্যাত উকীল। মাক-বাপেককে ধৰি পৰিয়ালত মানুহ ঢেৰ। শুনিছোঁ বোলে সিহঁত বৰ কৰাইচ্ মানুহ। ঘৰত হেনো ভাত-ৰান্ধনি এটাও নাৰাখে। আমাৰ সুখত উঠা ছোৱালীয়ে তেনেখন ঘৰত চলিব নোৱাৰিব। ল'ৰা ডিমৌত ডিষ্ট্ৰিক্ট কো-অপাৰেটিভ অফিচাৰ। পিছে তাত ষ্টাফ কোৱাৰ্টাৰবোৰ হেনো বৰ সৰু। ইলেকট্ৰিচিটিও নাই। সি প্ৰায়ে 'টুৰ'তে থাকিব লাগে ।" ইত্যাদি। গতিকে মাক লক্ষ্যধৰ আৰু কিজানি গৰিমাহঁতৰো বিশ্বাস যে বছৰৰ যিকোনো এমাহৰ (শাওণ, ভাদ, কাতি আৰু পুহ বাদ দি) যিকোনো এদিন বিয়া হৈ যাব পাৰে। এনে অপ্ৰত্যাশিত আশা বুকুত বান্ধি সিহঁত বৈ আছে। তথাপি প্ৰতিটো বসন্ততে সিহঁতৰ বয়স আগুৱাই গৈছে, মাথোঁ যৌৱনৰ ওপৰত প্ৰতিশোধ ল'বলৈ। ইঞ্জিনীয়াৰিং কলেজত ভৰ্তি হ'বৰ বাবে 'ৱেটিং লিষ্ট'ত নাম থকা ছাত্ৰই আন কলেজলৈ যাবলৈ সহজে মন নেমেলাৰ দৰে, গৰিমা আৰু মহিমায়ো একে কাৰণতে চাকৰিত সোমাবলৈ ইচ্ছা কৰা নাই আৰু

মাকৰো এনে ইচ্ছা নাই।

দ্বিতীয় প্ৰশ্ন হ'ল, বিশেষ এটা উদ্দেশ্যৰে কৰ্মত লিপ্ত নোহোৱাকৈ, প্ৰায় একো বিশেষ কাম নকৰাকৈয়ে দুজনী বি এ পাছ ছোৱালীয়ে সময় কটাই দিব পাৰে কেনেকৈ? কৰ্মত লিপ্ত থকাটোৱেহে সুখৰ বিষয়। নিষ্ক্ৰিয়তা সুখৰ বৈৰী। গতিকে সিহঁত দুজনী খুব অসুখী নেকি?

এই প্ৰশ্নটোৰ দ্বিতীয় অংশৰ উত্তৰ দিয়া টান। কাৰণ, সুখ হ'ল এটা মানসিক অৱস্থা। তদুপৰি ই আপেক্ষিক বস্তু। পৰৰ বিয়া নিদিয়া ছোৱালীবোৰ সুখীনে অসুখী এই বিষয়ে জানিবলৈ বিচৰাটোও মোৰ দৰে বিবাহিত মানুহৰ কাৰণে সমীচিন নহয়। ইমানকে ক'ব পাৰি যে গৰিমাহঁত নিষ্ক্ৰিয় হ'লেও ব্যস্ত নহয় বুলি ক'ব নোৱাৰি। ক'ৰবাত পঢ়ি পোৱা এষাৰ কথাত মোৰ বিশ্বাস আছে— 'অতি ব্যস্ত মানুহজনৰহে অৱসৰ-বিনোদনৰ সময় আছে।' পাৰ্কিনচন চাহাবৰ মতে ব্যস্ত থকা সময় আৰু প্ৰকৃত সমাপন কৰা কামৰ মাজত কোনো সম্পৰ্ক নাই, অৱসৰৰ সময় উপভোগ নকৰাকৈ এজনী বুঢ়ীয়ে এখন প'ষ্টকাৰ্ড লিখি দূৰ সম্পৰ্কীয় কাৰোবালৈ পঠাওঁতেই সম্পূৰ্ণ এটা দিন লগাব পাৰে। এই কথাৰ মৰ্ম, গৰিমা আৰু মহিমাৰ দিনলিপিৰ পৰা ভালকৈ উপলব্ধি কৰিব পাৰি।

দুইজনীৰে দিনলিপি প্ৰায় একে ধৰণৰ। গতিকে এজনীৰ কথা বৰ্ণনা কৰিলেই চমুকৈ শেষ কৰিব পৰা যাব।

গৰিমা নাইবা মহিমা পুৱা চাৰে সাত বজাত উঠে। (অৱশ্যে দুয়ো একে সময়তে উঠে বুলি ক'ব নোৱাৰিব। সামৰিক কৰ্মচাৰী নাইবা যোগীসকলৰ বাহিৰে আনৰ ক্ষেত্ৰত সময় মিলি যোৱাটো সিমান দূৰ সম্ভৱ নহয়।) উঠি তাই (গৰিমা বুলি ধৰক) বুকুৰ ওপৰত বা কাষত লোৱা গাৰুটো নিৰ্দিষ্ট ঠাইত থয়। চকু দুটা মোহাৰি বেৰত আঁৰা ঘড়ীটোলৈ চায়। কাষৰ টেবুলত থকা নাতিপ্ৰশস্ত দাপোণত মুখখন চায়। মুখখন চাই টোপনি পূৰ হ'লনে নাই বুজি লয়। শোৱাৰ আগতে ঘঁহা 'কল্ড ক্ৰীমে' মুখশ্ৰী বঢ়োৱাত কাম দিছেনে নাই পৰীক্ষা কৰে। থিয় হৈ আঁঠুৱাখন ওপৰলৈ তোলে। বিছনাখন পৰিপাটীকৈ জাপে। বেড কভাৰখন পাৰি কিছুপৰ পিটিকি সমান কৰি থাকে। তাৰ পিছত ধীৰ পদক্ষেপেৰে আগবাটি খিৰিকী খুলি পৰ্দাখন এটা সুবিধাজনক অৱস্থানত ৰাখে আৰু অলপ সময় বৈ বাহিৰলৈ চায়। হয়তো ভাবে, আগবাঢ়ি অহা দিনটোৰ একো প্ৰতিশ্ৰুতি নাই। নতুবা তাই বাটৰ মানুহো চাব পাৰে। এইবোৰ কৰি থাকোঁতে প্ৰায় আঠমান বাজে। তাৰ পিছত টুথ্‌পেষ্ট বিচাৰোঁতে অলপ সময় লয়। আয়না চাই দাঁত ঘঁহা সময় পোন্ধৰ মিনিট বুলিলে অত্যুক্তি কৰা নহয়। এইদৰে সাজু হওঁতে প্ৰায় চাৰে নটা বাজে। ইতিমধ্যে মাকে ভাত ৰান্ধিবৰ কাৰণে চাউলৰ ধান বাছিবলৈ লাগি যায়। গৰিমাই তেতিয়া চাহ খাই অঁতাই কোঠাকেইটা সাৰে। (আগধৰি গৰিমাই হাতত শোটা ল'লে মহিমাই সেই সময়ত কুকুৰা চৰাইৰ গঁৰালটো খুলি দিয়ে আৰু ৰ'দত থিয় হৈ পোৱালিবোৰ চাই ৰয়। এই কাম অনুৰূপে সিদ্ধ— ভাইচ ভাৰ্চা।) ড্ৰইং ৰুমটো সজাই ফুলৰ টাবত পানী দি হয় মানে ভাত খাবৰ সময় হয়। দুইজনীয়ে বেলেগ বেলেগ ঠাইৰ পৰা ৰেডিঅ' শুনে। দুই বজাত পত্ৰিকা বা উপন্যাস এখন হাতত লৈ বিছনাত পৰে। চাৰে তিনি বজাত মাকক চাহ কৰাত সহায় কৰে। চাৰি বজাত কেশবিন্যাস আৰু প্ৰসাধনত লাগে। চাৰে চাৰি বজাত বাতৰিকাকত আহি পায়হি। কাকত পঢ়াত এঘণ্টামান সময় খৰচ হয়। (ফুৰিবলৈ ওলোৱা দিনা কাকত পঢ়া নহয়।) সন্ধিয়া আলহী সুধিবলগীয়া নহ'লে চাৰে আঠ বজালৈ ৰেডিঅ' শুনে। চিনেমা চোৱাৰ দিনা অৱশ্যে ৰেডিঅ' বন্ধ থাকে। লক্ষ্যধৰৰো ৰেডিঅ' শুনাত বৰ ৰাপ। দহ বজাত ভাত খাই উঠি কাঁহী-

বাটি ধুবৰ বাবে কাঞ্চাক নির্দেশ দিযে আৰু নিজে লেম্প লৈ তাক নাদৰ পাৰত ৰখি থাকে। মুহুদি মাৰি শোৱা কোঠাৰ টেবুলখন চিজিল লগায়। আকৌ দাঁত ঘঁহে। খুব ধীৰে আঁঠুৱাখন পেলায আৰু দাঁতিকেইটা সাৱধানে তুলিত গোঁজে মানে ৰাতি এঘাৰটা বাজেই। মুখত 'কন্ড ক্রীম' ঘহোঁতে আৰু পোন্ধৰ মিনিট লাগে। তাৰ পিছতহে আঁঠুৱাৰ ভিতৰত সোমায যদিও শোৱে বুলি ক'ব নোৱাৰি। প্রায ডেৰটা বজালৈকে কোঠাত পোহৰ দেখা যায়। গতিকে চাৰে এঘাৰৰ পৰা দুঘণ্টা বা আঢৈ ঘণ্টা সময কি কৰে, এই বিষয়ে নাৰাযণৰ জনা অসম্ভৱ।

দেওবাৰৰ পৰা বুধবাৰলৈ নাৰায়ণে ঘৰৰ মানুহখিনিৰ 'অলস ব্যস্ততা'ৰ বিষযেহে জানিব পাৰিলে। কিন্তু কিতাপখনৰ একো শুংসূত্র পোৱা নগ'ল। কিতাপখনৰ দাম চাৰে সাত টকা। দাম যিমানেই হওক লাগে, এনে কিতাপ কিনিবলৈ পোৱা টান। এনেধৰণৰ কিতাপৰ চোৰাং কাৰবাৰ হয। এইখন কিতাপ কলিকতাৰ পৰা আনিছে মহিবুল্লাই। মহিবুল্লা সিহঁতৰ লগৰে। সি চহৰৰ প্রখ্যাত কানি বেপাৰী আব্দুলাৰ পুতেক। বুধবাৰে সি শেষ চেষ্টা কৰি চালে। গৰিমা বাথৰুমত থকা সমযত মহিমাই ড্রইং ৰুম সজাবৰ বাবে ফুলনিত ফুল ছিঙি আছিল। সেই সমযত সিহঁতৰ কোঠাত নাৰাযণ সোমাল। সি দুয়োজনীৰে বিছনাৰ তল আৰু গাৰুৰ তল ভালকৈ চালে। বেড কভাৰখন আগৰ দৰে চিনিব নোৱৰাকৈ ৰাখি দুয়োজনীৰ টেবুলৰ কিতাপ আদি চোৱাত লাগিল। গৰিমাৰ টেবুলত ইংৰাজী, বঙালী আৰু অসমীযা তিনিও ভাষাৰে কেবাখনো বুজন বুজন উপন্যাস পালে। অতি আচৰিত কথা যে দুখন "কাও বয" ধৰণৰ কিতাপ আৰু এখন এডমাণ্ড হিলাৰীৰ অভিযান সম্পর্কে কিতাপো আছে। মহিমাৰ টেবুলত আছে কিছুমান সচিত্র আলোচনী, বেছিভাগেই কথা-শিল্প সম্পৰ্কীয। চাৰিখন ডিটেকটিভ উপন্যাসো চকুত পৰিল। কার্টাৰ ব্রাওনৰে দুখন থ্রীলাৰ আছে। 'ললিতা' নামৰ চাঞ্চল্যকৰ উপন্যাসখনো তাইৰ টেবুলতে আছে। ডি এইচ লৰেন্সৰ 'ৰেইনবো' নামৰ কিতাপখন দেখি সি একো মতামতলৈ নাহিল। 'ললিতা'ৰ বক্তব্য সম্পর্কেও নাৰাযণে একো নেজানে। মাথোঁ 'গৰম কিতাপ' বুলি শুনিছেহে। এইটোও সি জানে যে লৰেন্সৰ 'লেডী চার্টার্লিজ লাভাৰ' বোলা কিতাপখনহে বিতর্কমূলক। 'ৰেইনবো' কেনে ধৰণৰ কিতাপ হ'ব পাৰে এই বিষয়ে সি কাৰো পৰা একো শুনা নাই। তথাপি তাৰ মহিমালৈকে সন্দেহ হ'ল। টেবুলৰ পৰা হেৰোৱা কিতাপখন তাইৰ টেবুলত নেপাই তাৰ তাইলৈ খুব খং উঠিল। হতাশ হৈ সি ভাবিবলৈ বাধ্য হ'ল যে কিতাপখন যিকোনো এদিন চাগৈ মাকে পুৰিলে নতুবা ককায়েকে পাই আন কাৰোবাক দি দিলে। ককাযেক যেনেদৰে গম্ভীৰ হৈ থাকে, তেওঁ এনে কিতাপত চকু ফুৰাব বুলি নাৰায়ণে কল্পনাই কৰিব নোৱাৰে। সি ভাবিলে, চাগৈ তেওঁৰ কোনোবা কামত আহিব পৰা বন্ধুক দি দিলে। কিতাপখনৰ নাম হ'ল— ডি আর্ট অব্ লাভ, ব্রেকেটৰ ভিতৰত লিখা আছে, 'উইথ ফ'র্টি এইট ইলাচট্রেচন।' অর্থাৎ 'কামকলা' 'দুকুৰি আঠটি বিচিত্র প্রামাণ্য ফটোসহ।' কিতাপখনলৈ মনত পৰিলে নাৰাযণৰ মনটো বৰ বেয়া লাগি যায়। পলমকৈ শুই থকাৰ কাৰণেহে এনে হেন কিতাপখন থিতাতে নাইকিযা হ'ল। সি নিজকে ধিক্কাৰ দিলে। মহিবুল্লাও কম নহয়। কিতাপখন হেৰাল বুলি ক'লে সি কোনোপধ্যে বিশ্বাস নকৰিব আৰু ভাবিব, এইবুলি কৈযে নাৰাযণে কিতাপখন নিজৰ কৰি ল'ব খুজিছে।

ইয়াৰ পিছত নাৰায়ণ শোৱাৰ সময়খিনিৰ বাহিৰে ঘৰত নথকাই হ'ল। দুপৰীয়া মাথোঁ এবাৰ ভাত খাবলৈ আহে। কাঞ্চাই ৰাতিৰ ভাত তাৰ কোঠাত সজাই থয়। এই কেইদিন নাৰায়ণৰ ঘৰত থাকি অসহ্য লাগিছিল। সি ঘৰখনৰ সকলো সহিব পাৰে, কিন্তু মাকৰ বাহিৰে বাকীবোৰৰ মুখ দেখা পালেই

তাৰ অসহ্য লাগে। ইহঁত সঁচাকৈয়ে অপদাৰ্থ আৰু নীচ। কাৰো লগত কাৰো বিশেষ আলাপ-আলোচনা নহয়। হাঁহি-তামাচাৰ কথাটো সুকীয়া। লক্ষ্যধৰে দিনটোৰ ভিতৰত দুটামান বাক্যহে উচ্চাৰণ কৰে। তাকো কাঞ্চাক উদ্দেশ্য কৰিহে কয়। "বাথৰুমটো খালী আছেনে?', "ভাত দিয়া হ'লনে?", "মেলি থোৱা টাৱেলখন শুকালনে?" ইত্যাদি। গৰিমা আৰু মহিমাৰ প্ৰত্যক্ষ কথোপকথন নহয়। দুয়োজনীয়ে ভাব-বাচ্যত কথা পাতে। অথচ মাকৰ লগত দুয়োজনী একেলগে বিয়া-সবাহলৈ যায়, ইঘৰ-সিঘৰত ফুৰা-চকা কৰে। সিহঁত দুজনীৰ মনোমালিন্যৰ মূল কাৰণ কি বুজা নেযায়। তথাপি মহিমাক বেছি দোষ দিব পাৰি। তাই ভাবে, তাই গৰিমাতকৈ ধুনীয়া। গৰিমাক বিয়া দিব নোৱৰাৰ কাৰণেহে ভনীয়েক হিচাপে তাই এনেকৈ পৰি থাকিবলগীয়া হৈছে। যদি সহজে গৰিমাৰ বিয়া নহয়, তেনেহ'লে তায়ো ঘৰতে বেছি বয়সলৈ থাকি অলাযক হৈ পৰিব। তাই গৰিমাক ঘৃণা কৰে। গৰিমায়ো তাইক খুব অহঙ্কাৰী বুলি ভাবে। ককায়েক লক্ষ্যধৰে দুযোজনী ভনীযেকক তাৰ উন্নতিৰ পথৰ ডাঙৰ অন্তৰায় বুলি ভাবে। ইহঁত নথকাহেঁতেন সি ঘৰখন এৰিব পাৰিলেহেঁতেন আৰু তেতিয়াহে তাৰ ভৱিষ্যত সলনি হ'লহেঁতেন। এতিয়ালৈকে সিহঁতক একো কৰিব পৰা নাই। ঘৰতে হাড়মাল হৈ আছে। কিজানি একোৰে দিহা নহ'ব। গতিকে সি এতিয়া উদাসীনতাৰ আশ্ৰয় লৈছে। ঘৰখনত সিহঁতৰ উপস্থিতিটো উলাই কৰিছে। ইফালে চিন্তাত মাকৰ আটাইকেইডাল চুলি পকিল। এতিয়া আকৌ মাজে মাজে বায়ুয়ে উক দিয়ে। তেওঁ যিমান বুঢ়ী হ'ব লাগিছিল, তাতকৈ বেছি বুঢ়ী হ'ল।

লক্ষ্মীপূজাৰ ৰাতি থিযেটাৰ কৰি পিছদিনা দহটা বজাতহে নাৰায়ণ শোৱাৰ পৰা উঠিল। কাঞ্চাই তাক চাহ দিলেহি। পিচ চোতালৰ কুকুৰা চৰাইৰ গঁৰালটোৰ ওচৰত মহিমাক থিয় দি থকা নেদেখি তাৰ বৰ ভাল লাগিল। এইটোৱেই যেন গতানুগতিকতাৰ ডাঙৰ ব্যতিক্ৰম। বাথৰুমৰ দুৱাৰ খোলা। গৰিমাই তেনেহ'লে গা ধোৱা নাই। ড্ৰয়িং ৰুমটো পৰিপাটী। লক্ষ্যধৰে অকলে বহি ৰেডিঅ' পকাই আছে। গৰিমাহঁতৰ শোৱা কোঠাৰ দুৱাৰখন বন্ধ। বাহিৰফালে তলা লগোৱা নাই। দিনতে ভিতৰফালৰ পৰা খিল দি থোৱা নাই কিজানি। সি কাঞ্চাক সিহঁতৰ কথা সোধাত সি ক'লে যে আজি মোমাযেকৰ জীযেকৰ জোৰোণৰ দিন। দুদিনৰ পিছত বিয়া। বিয়া ঘৰলৈ ভাত-পানী ৰান্ধিহে যাব পাৰিব। এতিয়া গৰিমা আৰু মহিমাকে পঠিযাইছে। সম্পৰ্কীয় মানুহ কাৰণে বিয়াত সকলোৱে হাত উজনি দিব লাগিবই। গতিকে সিহঁত দুজনী দুইমান বজাতহে আহিব। ভাত খাই আকৌ যাব।

এইবাৰ নাৰাযণৰ হেৰোৱা কিতাপখনলৈ আকৌ মোহ হ'ল। সি এই কেইদিন মহিমাকে সন্দেহ কৰি আছে। কাঞ্চা বজাৰ কৰিবলৈ যোৱা দেখি সি মনে মনে মহিমাহঁতৰ কোঠাটোত সোমাই অকণো শব্দ নকৰাকৈ দুৱাৰখন আগৰ দৰে জপাই থ'লে। পোনতে মাজু বাইদেৱেক মহিমাৰ বিছনাৰ তল খুঁচৰিলে। টেবুলত থকা কিতাপবোৰ এখন এখনকৈ চালে। ক'তো কিতাপখন পোৱা নগ'ল। অৱশ্যে মহিমাৰ বিছনাৰ তলত কেইখনমান চিঠি পালে। চিঠিৰ প্ৰতি তাৰ আগ্ৰহ নাই। ৰাইটিং পেডো পোৱা হ'ল। পেডৰ এফালমান পাত খৰচ হৈছে। তাৰ বৰ কৌতূহল হ'ল। মহিমা বাইদেৱেকে বাৰু কালৈ এইবোৰ চিঠি লিখিলে? বিছনাৰ তলত থকা চিঠিকেইখন খামৰ পৰা উলিয়াই কোনে উত্তৰ দিছে তাকে জানিবলৈকো তাৰ সময় নাই। সিহঁত দুই বজাত আহিব পাৰে বুলি কাঞ্চাই কৈছে যদিও যিকোনো সময়তে ওলাব পাৰে। ঘৰবুঢ়ী ছোৱালীয়ে ঘৰত সোমাই থাকিহে ভাল পায়।

গৰিমাৰ টেবুলত আৰু বিছনাৰ তলত কিতাপখন নেপালে। দুইখন বিছনাৰ মাজৰ চুকটোত

ডাঙৰ ছুটকেচত তলা এটা ওলমি থকা দেখি সি হতাশ হ'ল। হঠাতে বৰ বাইদেৱেক গৰিমাৰ বিছনাৰ আঁঠুৱাৰ ওপৰভাগ অলপ তললৈ দোঁ খাই থকা দেখি, আঁঠুৱাৰ ওপৰতে কিতাপখন থাকিব পাৰে বুলি তাৰ ক্ষীণ আশা হ'ল। সি বিছনাৰ ওপৰত থিয় হৈ চালে। তাৰ অনুমান ভুল নহ'ল। আঁঠুৱাৰ ওপৰত এখন কিতাপ আছে। সি কিতাপখন হাতত তুলি ল'লে। বেছ ওজন আছে। তাৰ কিতাপখনৰো ওজন আছে। তাৰ কিতাপখনৰো ওজন ইমানেই হ'ব কিজানি। কিতাপখনত এটা জিল লগোৱা। জিলৰ ওপৰত লিখা আছে—'বৈষ্ণৱ পদাৱলী'। বৰ বাইদেৱেকে এনেধৰণৰ কিতাপ সাধাৰণতে নপঢ়ে বুলি তাৰ ধাৰণা। এই আখৰকেইটাও বাইদেৱেকৰে। আঁঠুৱাৰ ওপৰত থ'বলগীয়া হোৱা কিতাপখনত কি গুপুত কথা থাকিব পাৰে? সি কিতাপখন এবাৰ মেলি চালে আৰু তাৰ গোটেই গা হঠাতে জড় হৈ পৰিল। এইটো পাতত যে কামকেলিৰ ফটো আছে। এইখন তাৰ হেৰোৱা কিতাপখনেই— ডি আৰ্ট অব লাভ— উইথ্ ফ'র্টি এইট ইলাষ্ট্ৰেচন।

তাৰ কিন্তু বৰ বাইদেৱেকলৈ খং নুঠিল। গভীৰ অনুকম্পাৰে তাৰ মন গধুৰ হৈ পৰিল। চকুৰ কোণ দুটা সেমেকি পৰিল। সি এটা হুমুনিয়াহ কাঢ়িলে। তাৰ বায়েক গৰিমা দহ বছৰৰ আগতে এজনী জাকতজিলিকা ছোৱালী আছিল। হয়তো কলেজলৈ যোৱাৰ সময়ত ভালেমান প্ৰশংসা-চঞ্চল চকুৱে তাইক অভিনন্দন জনাইছিল। কিন্তু এতিয়া গৰিমাক ছোৱালী ছোৱালী নেলাগে। এজনী তিৰোতা বুলি ক'লেহে তাইৰ প্ৰতিচ্ছবিৰ কিঞ্চিত আভাস পোৱা যাব। অপেক্ষাৰ ক্লান্তিয়ে তাইৰ মুখৰ ক্লান্তি কাঢ়ি নিছে। দেহটোৰ ঘেৰ বাঢ়িছে। তাইৰ নিৰাশাৰ পাণ্ডুৰ দৃষ্টিত চাগৈ তৰুতৃণৰ আৰু আকাশৰ অতৃপ্তিৰ অনিৰ্বাণ বহ্নি।

সি কিতাপখন আগৰ ঠাইতে থৈ দোষী অন্তৰেৰে কোঠাৰ পৰা সুৰুকা মাৰি ওলাই আহিল।

ভাত খাবৰ সময়ত সি ক'লে "মা, মই শিখাৰ বিয়াৰ দিনা ইয়াত নেথাকোঁ।"

"কিয়? তোৰনো হঠাতে কি হ'ল?"

"সদায় ইয়াতে থাকি ভাল লগা নাই। অলপ ফুৰি চাকি আহিলেহে পঢ়া-শুনা কৰিবলৈ মনত বল পাম।"

"কিন্তু মোমায়েৰে জানো বেয়া নেপাব? শিখায়ো বা কি বুলি ভাবিব?"

"মই ঘৰৰ আটাইতকৈ সৰু। মই থকা-নথকা একো লেখত ল'বলগীয়া কথা নহয়।"

"ক'লৈনো যাওঁ বুলি ভাবিছ?"

"পেহাইঁতৰ ঘৰলৈ।"

"কিন্তু পেহাৰো যদি বিয়ালৈ আহে?"

"পুলিচত কাম কৰা মানুহ। নিশ্চয় ছুটী নেপায়। হয়তো পেহী আহিব পাৰে।"

পেহাক দুৰ্নীতি নিবাৰণ বিভাগৰ ডি এছ পি।

"তোৰ কলেজ বহিবৰ হ'ল দেখোন।"

"আজি হ'ল চৈধ্য অক্টোবৰ। কলেজ খুলিব বিশ তাৰিখে। মই ঊনৈশ তাৰিখমানে ঘূৰি আহিম।"

মাকে সম্মতি দিলে। সি সেইদিনাই পেহাকৰ ঘৰলৈ ওলাল।

শিখাৰ বিয়াত গৰিমা ৰাতি নেথাকিল। মাক আৰু মহিমাই দৰা অহাৰ পিছত ডেৰ ঘণ্টামান

থাকিব বুলি কোৱা-কুই কৰা তাই শুনিলে। তাই দহমান বজাতে ঘৰলৈ আহিল। ৰাতি ঘৰত মাথোঁ তাই আৰু কাণ্ঠা। বিযাঘৰ মাথোঁ দুই ফাৰ্লংমান নিলগত কাৰণে ইয়াৰ পৰাই 'মাইক'ৰ মাত শুনিবলৈ পোৱা যায়! এঘাৰমান বজাত গৰিমাই বেণ্ডপাৰ্টিৰ শব্দ শুনিলে। তেনেহ'লে এযা তিৰোতা মানুহে পানী তুলিবলৈ আহিছে! অলপ পিছতে শিখাক নোৱাব। তাইৰ সোণালী ৰংটো মাহ-হালধিৰ পৰশ পাই আৰু যে কিমান উজ্জ্বল হৈ পৰিব! গৰিমাৰ অজানিতে এটা হুমুনিয়াহ ওলাই পৰিল। চাৰে বাৰ বজাত তাই চানাইৰ বিননি শুনিবলৈ পালে। তেনেহ'লে দৰা আহিলেই। এতিয়া চাগে তিৰোতা মানুহে কইনাক হোমৰ গুৰিলৈ উলিযাবলৈ খদমদম লগাইছে।

উত্তেজনাত, কেতিযাও ভাবি নোপোৱা আশঙ্কাত, গৰিমাৰ গাটো জ্বৰে-ঘমা দিলে। তাই হেলাই -হেপাই ছুইচটোৰ ওচৰলৈ আহি বাল্বটো নুমাই দিলে। তাই বিছনাত পৰিল। কাষলতিৰ তল দুটাও ঘামিছে। ৰক্তচাপ হোৱা মানুহৰ দৰে তাইৰ গৰম লাগিছে। ঘনে ঘনে উশাহ সলাইছে।

ভালেমান পৰ বিযাঘৰ নিতাল। তাযো কিছু শান্ত হৈছে। সেয়েহে আকৌ লাইটটো জ্বলালে। আঁঠুৱাৰ ওপৰৰ পৰা 'আৰ্ট অব লাভ'খন আনিলে। উৰুৰ কিঞ্চিৎ তললৈ ওলমি থকা চেমিজ্‌টোৰেই তাই টেবুলৰ ওচৰলৈ গৈ পানী এগিলাচ খালে। শুবৰ সমযত নগ্ন বা প্ৰায়-নগ্ন হৈ থকাটোত একো স্বাস্থ্যসম্মত কাৰণ নাই। কিন্তু আজি দুবছৰমানৰপৰা এইটো তাইৰ এক প্ৰকাৰ বাতিক হৈ পৰিছে। কোঠাটোত ভালেমান পৰ অকলে থকাৰ সুবিধা ওলালেই তাই নগ্ন হয় আৰু ড্ৰেছিং আয়নাৰ সম্মুখত থিয দি অতিশয পুলক অনুভৱ কৰে। তাই আজিহে ভাবি পালে যে তাইৰ এয়া বিকাৰ। তাই দেহৰ পৃৰঠ অংশবোৰ আলফুল পৰশেৰে অনুভৱ কৰি আত্ম-তৃপ্তি লাভ কৰিলে আৰু কিতাপখন আকৌ নতুন উদ্যমেৰে চাই গ'ল। শিখাৰ কথা, বিয়াৰ কথা আৰু তাইৰ নিজৰ ভৱিষ্যতৰ কথা খন্তেকতে পাহৰি গ'ল।

* * *

ঊনৈশ তাৰিখে নাৰাযণ ঘৰলৈ আহিল। বাটত মহিবুল্লাক দেখি সি নেদেখা ভাও জুৰিব খুজিছিল। মহিবুল্লাই কিতাপখন খুজিব পাৰে। পিছে তাৰ কাষ পাই মহিবুল্লাই ক'লে, "তোক দেখোন দেখা নাই। খুব পঢ়িছ যেন পাইছোঁ। পিছে বন্ধৰ পিছতহে পৰীক্ষা-চৰীক্ষা নহয়।"

"কিয?"

"বাতৰিকাকত নপঢ়নে কি? দেশত কি হৈছে খবৰেই নাই। চীনা সৈন্য জাকে জাকে ভাৰতত সোমাইছে। আমাৰ কত সৈন্য মৰিল ঠিক নাই।"

তাৰ বাহিৰে মহিবুল্লাই আন কথা নুলিয়ালে। ঘৰলৈ আহি নাৰায়ণে এটা সম্পূৰ্ণ নতুন অৱস্থাৰ সম্মুখীন হ'ল। ঘৰৰ সকলো ড্ৰয়িং ৰুমত বহি আছে। এই অৱস্থাত সিহঁতক আজি চাৰি-পাঁচ বছৰ দেখা মনত নপৰে। সিহঁতে কিবা-কিবি আলোচনা কৰিছে। পোনতে কিবা গোপন ষড়যন্ত্ৰ বুলিয়েই সি ভাবি লৈছিল। কিন্তু সিহঁতে যুঁজৰ আলোচনাই কৰিছে। কিবা নতুন খবৰ আনিছে বুলি তাক প্ৰত্যেকেই প্ৰশ্ন কৰিছে।

গধূলি সাত বজাত আটাইবোৰ ৰেডিঅ'ৰ ওচৰত থুপ খাইছে আৰু খুব মনোযোগেৰে শুনিছে—"বিশ হেজাৰ চীনা সৈন্যই মৰ্টাৰ আৰু মেচিনগানেৰে নেফা আক্ৰমণ কৰিছে। পুৱা খিঞ্জেমানৰ পতন হ'ল। ঢোলাও বিযলি শত্ৰুৰ হাতত পৰিছে। সম্প্ৰতি নামকাচু নদীৰ দক্ষিণফালে প্ৰবল যুদ্ধ চলি

আছে ”

শুনোতা কাৰো মুখত মাত-বোল নাই। নেফাই যদি আক্ৰমণ কৰিলে আৰু থাকিল কি? চহৰখনো পৰিবৰ্তন হৈ পৰিছে। শেষ ৰাতি মিলিটাৰী কনভয়ৰ শব্দত সাৰ পাবলগীয়া হয়। আকাশীযানৰ শব্দই যুঁজৰ বাতাবৰণ সৃষ্টি কৰিছে। দেশৰ সকলোৱে বুজি পাইছে, দেশৰ আজি মহা দুৰ্যোগ। স্বাধীনতা সংকটাকীৰ্ণ। দেশবাসীযে অশেষ দুখ ভোগ কৰিবলগীয়া আছে। সদায় বাতৰিকাকত পঢ়া গৰিমাহঁতে চাগৈ আৰু বুজি পাইছে। গোটেই ঘৰখন চঞ্চল হৈ পৰিছে। ব্যক্তিগত চিন্তা এৰি সকলোৱে যুদ্ধৰ পৰিণামৰ চিন্তা কৰিছে। ঘৰখন ঠন ধৰি উঠিছে। গৰিমা আৰু মহিমাৰ মাজত এতিয়া সম্পৰ্ক অন্তৰঙ্গ। এতিয়া মাক আৰু বৰ পুতেকৰ মাজত ঘৰুৱা কথাৰ আলোচনা হয়। সকলোকে সমযবোৰে আমনি কৰিব পৰা নাই।

২০ অক্টোবৰ। চীনৰ হাতত আৰু ঘাঁটিৰ পতন হৈছে। আই এ এফ্ হেলিকপ্টাৰ এখন চীনা সৈন্যই গুলীযাই পেলাইছে। লাডাখৰ চিপ্চাপ্ অঞ্চলত ঘোৰতৰ ৰণ চলিছে ।

আৰু লুইতৰ দক্ষিণ পাৰৰ এই চহৰখনত ডাঙৰ শোভাযাত্ৰা হৈছে। সকলো প্ৰতিজ্ঞাবদ্ধ হৈছে। কলেজৰ পঢ়া-শুনা সাময়িকভাৱে স্থগিত আছে। দুই বেলা এন চি চিৰ প্ৰশিক্ষণ হৈছে। নাৰাযণে পুৱা এন চি চি প্ৰশিক্ষণ লৈছেঁ আৰু ভাটীবেলা প্ৰাথমিক প্ৰতিবিধানৰ শিক্ষা লাভ কৰিছে।

২২ অক্টোবৰ। চীনাই টেঙ্ক ব্যৱহাৰ কৰিছে। সম্প্ৰতি লঙ্জুত অসংখ্য চীনা সৈন্যৰ সমাবেশ হৈছে।

ইপিনে কলেজ আৰু স্কুলত এন চি চি আৰু এ চি চিত ভৰ্তিৰ সংখ্যা বাঢ়িছে। লক্ষ্যধৰৰ ওপৰত বহুত ভাৰ পৰিছে। সি ঘৰত অলপ সময়হে থাকে। সি ভাৰত সেৱক সংঘৰ আঞ্চলিক শাখাৰ সম্পাদক নিযুক্ত হৈছে।

২৩ অক্টোবৰ। নেফাৰ এখন টাউন টোৱাং। তেজপুৰৰ পৰা ২০০ মাইল দূৰৈত। চীনাবোৰে সেইফালে আগবাঢ়িছে। যুদ্ধৰ অৱস্থা দিনে দিনে বেযাৰ ফালে ঢাল লৈছে

নাৰাযণৰ মাকে চুক্তিৰ ধান অনাবলৈ খোৱাঙলৈ মানুহ পঠাইছে। গৰিমা আৰু মহিমাই শাক-পাচলি কৰাত লাগিছে। দেৰগাঁৱত এন চি চিৰ কেম্প হ'ব। নাৰাযণো যাব লাগিব।

২৪ অক্টোবৰ। আক্ৰমণকাৰী টোৱাঙৰ পৰা বাৰ মাইল নিলগত। লুম্পু, বুমলা আৰু কিবিটু আক্ৰমণকাৰীৰ কবলত

গৰিমা আৰু মহিমাই চহৰত আজিকালি ঘূৰে। মহিলা সমিতি দেশৰ সমস্যাৰ প্ৰতি সজাগ হৈ পৰিছে। সমিতিয়ে গৰিমাৰ প্ৰস্তাৱ মতে চাৰি হেজাৰ টকাৰ মূল্যৰ উপহাৰ জোৱানসকললৈ পঠোৱাৰ সিদ্ধান্ত কৰে। সভাৰ ভিতৰতে দুহেজাৰ টকা সংগৃহীত হয়।

২৫ অক্টোবৰ। টোৱাং শত্ৰুৰ কবলত

আব্দুলা, ছামচুদ্দিন আৰু দীনেশ হাজৰিকাক পুলিচে গ্ৰেপ্তাৰ কৰে। মহিবুল্লাৰ বাপেক আব্দুলা কেৱল কানি-বেপাৰীয়েই নহয, চহৰত তাৰ এখন দোকান আছে। যুদ্ধৰ অৱস্থা বেযা দেখি সি ভালেমান খাদ্য-সামগ্ৰী লুকুৱাইছিল আৰু বস্তুৰ দাম বঢ়াইছিল। এই কথা পোনতে কলেজৰ ছাত্ৰ এজনে ধৰা পেলায। কথাটো গম পাই লক্ষ্যধৰে ভাৰত সেৱক সংঘৰ মানুহ লৈ দোকান পায়গৈ আৰু পুলিচক জনাই আব্দুল্লাক গ্ৰেপ্তাৰ কৰোৱায়। দীনেশ হাজৰিকা চীনাপ্ৰেমী। কমিউনিষ্ট। তেওঁ চি আই ডি ৰিপ'ৰ্ট

মতে ধৰা পৰে। ছামচুদ্দিন খিলঞ্জীয়া অধিবাসী নহয়। বে-আইনীভাৱে পাকিস্তানৰ পৰা অহা। তাৰ লগত ৰাখাৰলেছ ট্ৰেন্সমিটাৰ এটা পোৱা গৈছিল। সি ধৰা পৰে বদৰউদ্দিন মৌলবীৰ সহায়ত।

২৬ অক্টোবৰ। ৰাষ্ট্ৰপতিয়ে জৰুৰীকালীন অৱস্থা ঘোষণা কৰে

নাৰাযণ এন চি চি কেম্প কৰিবলৈ দেৰগাঁৱলৈ যায়।

২৮ অক্টোবৰ। ভাৰতীয় সৈন্যৰ চাংলাৰ পৰা অপসৰণ।

দেশৰ সকলো ঠাইৰ পৰা দান-বৰঙণি আগবঢোৱা হৈছে

মহিমা আৰু গৰিমাই প্ৰাথমিক সাহায্যৰ শিক্ষা লৈছে।

৩১ অক্টোবৰ। নেহৰুৱে প্ৰতিৰক্ষা মন্ত্ৰীৰো ভাৰ ল'ব

চহৰতে ঘৰ ভাড়াকৈ এজন মেজৰ আছিল। তেখেত যুদ্ধলৈ গৈছিল। এতিয়া ভাড়াঘৰত থকা তেখেতৰ গৃহিণীক জনোৱা হৈছে যে তেখেত নিখোজ হৈছে। তেখেতৰ তিনিটা ল'ৰা-ছোৱালী। খবৰটো শুনি মেজৰ পত্নী নিজা ঘৰলৈ যোৱা নাই। মেজৰ পত্নীক মানুহে দেখা কৰে। উপহাৰ দিয়ে। সকলোৰে সমবেদনা। নাৰাযণৰ মাক এদিন তেখেতৰ ওচৰলৈ গৈছিল। তেখেতৰ পইচাৰো নাটনি হৈছে। ঘৰৰ ভাড়া শোধোৱা টান হৈ পৰিছে। মহিলা সমিতিয়ে তেখেতক সাহায্য কৰিছে।

১৮ নৱেম্বৰ। ৱালং শত্ৰুৰ হাতত। জোৱানসকলে বিশ হেজাৰ শত্ৰুৰ লগত প্ৰবল বিক্ৰমে যুঁজ কৰিছিল

মেজৰ-পত্নী এতিযাও যোৱা নাই। গৰিমা আৰু মাকৰ বিশেষ অনুৰোধ তেখেতে ৰক্ষা কৰিলে। এওঁলোকৰ প্ৰকাণ্ড ঘৰটোৰ সম্পূৰ্ণ ব্যৱহাৰ নহযেই। ল'ৰা-ছোৱালীৰ সৈতে থাকিবলৈ তেখেতক দুটা কোঠা দিয়া হ'ল।

১৯ নৱেম্বৰ। নাৰায়ণ কেম্পিঙ'ৰ পৰা উভতি আহিল। সি ঘৰ সোমাই পোনতে মহিমাক দেখা পালে। গহীন নিৰস হাঁহি এটাৰে তাই নাৰাযণক আদৰণি জনালে। নাৰায়ণে লক্ষ্য কৰিলে, তাইক খুব সুকীযা সুকীযা লাগিছে। অলপ পৰৰ পিছতহে তাৰ চকুত ধৰা পৰিল যে তাই পোছাক পিন্ধি আছে যদিও কাণ, ডিঙি আৰু হাতত এপদো অলঙ্কাৰ নাই। সি ভিতৰ সোমাই বুট জোতাযোৰ খুলিলে। মহিমাই কাষতে চাহ লৈ থিয় দি থাকিল।

"সৰু বাইদেউ, মা ক'লৈ গ'ল?"

"মা কাঞ্চাক লৈ বজাৰলৈ গৈছে।"

"মাও বজাৰলৈ যায়নে?"

"কিনো লাজৰ কথাটো? মাই কৈছে, কাঞ্চাই বজাৰ কৰিলে বস্তুও সৰহকৈ আনে আৰু দামো বেছি দিযে। এতিযা আমি হাত টানি চলিবৰ হ'ল। একোতে অপব্যয় কৰিব নোৱাৰি।"

মহিমা আঁতৰিল। সি পাছফালৰ পৰা ডাঙৰ ডাঙৰকৈ সুধিলে, "তোৰ গহনা-চহনা পিন্ধিবৰ মন নোযোৱা হ'লনে কি?"

মহিমাই অতি সাধাৰণ কথা এটা কোৱাৰ সুৰত মাত লগালে, "প্ৰায় তেনেকুৱাই। সকলো প্ৰতিৰক্ষা পুঁজিত দি দিলোঁ।"

নাৰায়ণৰ মনলৈ ডাঙৰ প্ৰত্যয় আহিল। এই কেইদিনৰ ভিতৰতে কেনেকুৱা ঘৰখন যে কেনেকুৱা হৈ পৰিল। ভাবিলেও আচৰিত লাগে। সি গৰিমা ঘৰত থকাৰ সঁহাৰি নেপালে। সি আকৌ

ৰান্ধনিঘৰত থকা সৰু বাইদেৱেকৰ ওচৰ পালেগৈ।

"সৰু বাইদেউ, গৰিমা বাইদেউ নাই নেকি?"

"এৰা অ', সেয়েহে মনটো বৰ বেয়া লাগি আছে। জানই নহয়, দুয়োজনী সৰুৰে পৰা একেলগে ডাঙৰ হোৱা। এদিনো এৰা-এৰি হোৱা নাই। তযো পোনতে কেবাদিনৰ মূৰত ঘৰলৈ আহি তাইৰ কথা শুনি বেজাৰ পাব বুলিয়েই তোক একো কোৱা নাই।"

"কিয়নো কথা বহলাইছ? ক'লৈ গ'ল নক'ব কিয়?"

"কালি পুৱা বেলাতেই দিল্লীলৈ তাই যাত্ৰা কৰিলে। তাত তিনিমাহ থাকিব। তাই এই তিনিমাহতে 'নাৰ্ছিঙ'ৰ বিশেষ ট্ৰেইনিং ল'ব। তাৰ পিছত হেনো সমুখ ৰণলৈ যোৱাৰো ইচ্ছা আছে। মাই হকা-বধা নিদিলে কাৰণে ময়ো তাই যোৱাটো বেযা দেখা নাই। পিছে মনটোহে কেনেবা কেনেবা লাগিছে।"

"ই বৰ সন্তোষৰ কথা, বাইদেউ। বেজাৰ নকৰিবি।"

"মই বেজাৰ কিয় কৰিম? দেশেই যদি যায, আমি জীয়াই থকাৰ প্ৰয়োজন কি?"

নাৰাযণ কোঠাৰ ভিতৰত সোমালহি। দিল্লীলৈ যোৱাৰ আগতে গৰিমা বাইদেউক দেখা নোপোৱাৰ কাৰণেহে তাৰ এতিয়া মনটো বেযা লাগিছে। আগতে তাইৰ প্ৰতি তাৰ সহানুভূতি আছিল। এতিয়া তাইৰ প্ৰতি শ্ৰদ্ধাও হৈছে। সহানুভূতি, শ্ৰদ্ধা আৰু চেনেহ—সকলো তাৰ ভাবৰ লগত মিলি খুব উদ্বিগ্ন আৰু উত্তেজিত কৰি তুলিলে। কিহবাৰ আতিশয্যত তাৰ কান্দি পেলাবৰ মন গ'ল। কিন্তু আজি সি কান্দিব নোৱাৰে। আজিৰ ডেকা আগতকৈ কঠোৰ হ'বৰ দিন আহিল। সকলো ক্ষেত্ৰতে কঠোৰ সংকল্পৰ প্ৰয়োজন হৈ পৰিছে।

সি অবশ হৈ বিছনাখনত বহিল। টেবুলখনলৈ এবাৰ বেজাৰ মনেৰে চালে। সি ভাবিলে, কিমান দিনলৈ এই কিতাপবোৰ টেবুলতে পৰি থাকিব লাগে ঠিক নাই। সি পোছাকটো, মানে খাকী ইউনিফৰ্মটো, সোলোকোৱাই নাই। টেবুলৰ ওপৰতে কামিজ আঁৰা হেঙাৰডাল পৰি আছে। খাকী ছাৰ্টটো খুলি সি হেঙাৰডাল হাতত তুলি ল'বলৈ টেবুললৈ হাত মেলাৰ সময়তে এটা কাণ্ড দেখি তাৰ গাটো শিযৰি উঠিল। কাণ দুখন ৰঙা পৰি গ'ল। সি তাৰ হেৰোৱা কিতাপখন দেখা পালে। ষ্টেটিছটিক্স আৰু ফিজিক্সৰ কিতাপ দুখনৰ মাজত আগতে কিতাপখন যিদৰে আছিল, এতিযাও ঠিক তেনে অৱস্থাতে ৰখা হৈছে। দিল্লীলৈ যোৱাৰ আগতে যে গৰিমাই এনেকৈ কিতাপখন ৰাখি গৈছে, এই বিষযে তাৰ বুজিবলৈ বাকী নেথাকিল। গৰিমালৈ তাৰ খং নুঠিল, ওফোন্দহে লাগিল। তাই তাক ইমান বেযা ল'ৰা বুলি ভাবেনে যে এই কিতাপখনৰ তাৰ নিতান্ত প্ৰয়োজন। তদুপৰি দেশৰ এনে দুৰ্যোগৰ সময়ত।

সি শোৱা কোঠাৰ সোঁফালৰ কোঠা দুটাত মেজৰ পত্নীৰ আৰু ল'ৰা-ছোৱালীৰ মাত শুনিলে। বিশেষ একো নেভাবিলে। কোঠা দুটা কাৰোবাক ভাডা দিয়া হৈছে বুলি ধৰি ল'লে। সি শীঘ্ৰে খাকী ছাৰ্টটো আঁৰি থ'লে আৰু কিতাপখন লৈ বাহিৰলৈ ওলাল আৰু এক ফাৰ্লংমান খোজকাঢি গৈ ব্ৰহ্মপুত্ৰলৈ কিতাপখন দলিয়াই পেলাই স্বস্তি অনুভৱ কৰিলে। কিতাপখন টেবুলত থাকিলে হয়তো তাৰ লুটিয়াই চাবৰ মন যাব পাৰে।

পিছদিনা পুৱা মহিমাই ছুৰেটোৰ গুঁঠি থকা দেখি তাৰ বৰ ভাল লাগিল। আনদিনা হোৱা হ'লে, সি ভাবিলেহেঁতেন : এইৰ জীৱনত কোনো পুৰুষৰ কাৰণে ছুৰেটোৰ গুঁঠিবলৈ তাইৰ ভাগ্য নহ'ল। এতিয়া জোৱানলৈ ছুৰেটোৰ গুঁঠি আকাংক্ষা পূৰণ কৰিছে? কিন্তু সি, আৰু আন কোনেও, আজি তেনেকৈ ভাবিব

নোবাৰে। দেশ জাগি উঠিছে। নাৰায়ণৰ ঘৰখনেই তাৰ প্ৰমাণ। ভৱিষ্যতহীন ভাগুনমুখী মধ্যবিত্তই যুদ্ধৰ যোগেদি জীৱনৰ গতি বিচাৰি পাইছে ঃ গতানুগতিকতাৰ জলাশয়ৰ পৰা আঁতৰি নদীৰ সোঁতেৰে আগুৱাই আহিছে। নতুন পৰিস্থিতিযে আৰু নবীন উদ্যোগে তৎপৰতাহীন মধ্যবিত্তৰ সোণালী ভৱিষ্যতৰ বাট দেখুৱাইছে। সেযেহে যেতিয়া ৰাতি ন বজাৰ ৰেডিঅ'ত শুনিলে, "চেলা গিৰিবৰ্ত্ম আৰু বমডিলা চীনাই অধিকাৰ কৰিলে। চেলা আৰু বমডিলাৰ মাজত এক ডিভিজন ভাৰতীয় সৈন্য আটক হ'ল। তেজপুৰৰ পৰা বমডিলাৰ দূৰত্ব মাথোঁ পঞ্চাশ মাইল ", — তেতিয়া সি অকণো ভাগি নপৰিল। ৰেডিঅ'ৰ কাষত বহি থকা মাক, ককাযেক আৰু মহিমাৰ মুখলৈ চালে। সিহঁতো অযথা গহীন যদিও হতাশ হোৱা নাই। সিহঁতৰ মুখত সি সংকল্প দেখা পাইছে। সেই সংকল্প তীখা-কঠিন—অক্ষয়।

# কঠিন মায়া

জীপ গাড়ীখন কমলাবাৰীৰ চাৰিআলিটোত ৰ'লহি। ড্ৰাইভাৰটো নামি ওচৰৰ চাহৰ দোকানখনত সোমাল। এপিয়লা চাহ পিবলৈ বেছি সময় নালাগিল যদিও চিনাকি মানুহ দুটাৰ লগত কথা পাতি ড্ৰাইভাৰৰ সিহঁতকহে এৰিবৰ মন নোযোৱা হ'ল। ডাক্তৰ জীপতে বহি থাকিল। তেওঁৰ অকণো আমনি লগা নাই। দূৰৈৰ কোনোবা গাঁৱৰ পৰা- সম্ভৱ নতুন কমলাবাৰী সত্ৰৰ পৰা ৰিণিকি ৰিণিকি খোলৰ বোল তেওঁৰ কাণত পৰিছে— ৰিতা থেই, ৰিতা থেই, তাথেই থেইনা খিতি থেই, থেই

আজি ৰাস-যাত্ৰা। আজি ৰাতি মাজুলীৰ প্ৰতি সত্ৰতে ৰাস হ'ব। খোলৰ বোল্‌ত আগত চন্দ্ৰাৱলী নিশাৰ পূৰ্বৰাগ আৰু প্ৰস্তুতিৰ মুখৰতা।

দুপৰীয়া চাৰে এঘাৰ। চাৰিআলিত কেৱল দুটা এটা এলেহুৱা মানুহে থিয় দি পিঠিত ৰ'দ লৈছে।

বনগাঁৱৰ ফালৰ পৰা এখন ভেনেট চাৰিআলিটোত ৰ'লহি। ডাক্তৰে ড্ৰাইভাৰ বহাৰ ওচৰৰ 'ছিট'ত দেখিলে, এজনী ছোৱালী আৰু এটা আঠ-ন বছৰীয়া ল'ৰা। ড্ৰাইভাৰৰ গলগলীয়া মাতটো ডাক্তৰৰ কাণত পৰিল, "এতিয়া তহঁত নাম"। ছোৱালীজনীয়ে অনুনয়- বিনয় কৰি ক'লে, "মোৰে শপত, ড্ৰাইভাৰকাই, আমাক গড়মূৰত থৈ আহা। এই চাৰি-পাঁচ মাইল বাটনো কিমান পৰ? আমাৰ হ'লে বৰ ভাগৰ লাগিছে। কালি ৰাতি এখন্তেকো শুবলৈ নাপালোঁ।"

ড্ৰাইভাৰৰ মন নুকুমলিল। সি কৰ্কশভাৱে ক'লে, "নাম বুলি কৈছোঁ নহয়। নাম ভালে ভালে। ওকালতি কৰিব নালাগে"।

ছোৱালীজনী কিন্তু বিচলিত নহ'ল। ক'লে, "এহ, কিযনো কথা ক'লৈই টিঙিচকৈ উঠা? মোৰ মূৰ কামুৰিছে টোপনি খতি কাৰণে হ'বলা, ৰ'দে বৰকৈ চকুত ধৰিছে।"

ড্ৰাইভাৰ ভেনেটখনৰ পৰা নামিল আৰু ইঞ্জিনটোৰ আগেদি পাৰ হৈ বাঁওফালৰ দৰ্জাখন খুলি দিলে। তথাপি ছোৱালীজনী নানামিল। ড্ৰাইভাৰে ক'লে, "নাম সোনকালে। মই এইমাত্ৰ ঘাটৰ পৰা মানুহ আনিব লাগে। নটীজনীক কঢ়িয়াই ফুৰিলে মোৰ পেট নভৰে। ইমান দূৰতো বিনা পইচাই আহিলি!'

মুখেৰে একো নামাতি টিনৰ চুট্‌কেছ এটা হাতত লৈ ছোৱালীজনী নামিল। লগতে ল'ৰাটোও। ড্ৰাইভাৰে তাচ্ছিল্যৰে তাইৰ ফালে চালে আৰু গাড়ীখন কমলাবাৰীৰ ঘাটৰ ফালে ঘূৰালে।

ডাক্তৰৰ ছোৱালীজনীলৈ অনুকম্পা জন্মিল। অকস্মাতে মুখৰ পৰা এটা শব্দ ওলাই পৰিল,-

বেচেৰী। তাইলৈ তেওঁৰ কৌতূহলো হ'ল। বেছি মনোযোগেৰে তাইক লক্ষ্য কৰি থাকিল। ডাক্তৰৰ ভাব হ'ল ছোৱালীজনীৰ যেন সম্ভ্ৰমবোধ বোলা গুণটো বা দোষটো একেবাৰেই নাই। তাই চুট্‌কেছটো ল'ৰাটোৰ হাতত দিলে। ৰুমালখনেৰে কোবাই কোবাই ব্লাউজ আৰু চাদৰত লাগি থকা আলিৰ ধূলিবোৰ গুচালে। প্ৰায় ওঠৰ টকামানতে কিনিবলৈ পোৱা নীলা কাৰ্ডিগেলটো সোলোকাই দুজাপ কৰি বাঁও হাতত ওলমাই ল'লে। সম্ভৱ ব্লাউজৰ মাজৰ পৰা নাইবা কঁকালৰ খোচনিৰ পৰা ৰবৰৰ ৰঙা ফণী এখন উলিয়াই থিয় হোৱা অৱস্থাতেই তাৰে কপালত খেলিমেলি হৈ পৰি থকা চুলি কেইডাল সাথন লগাই ল'লে। জিভাৰে দুই ওঁঠ তিয়াই শুষ্কতা দূৰ কৰিবলৈ চেষ্টা কৰিলে কিজানি। তাইৰ মনত অকণো অসন্তোষ, পৰিতাপ, হতাশা বা অপমান- লাঞ্ছনাৰ চিন নাই। ভেনেটৰ ড্ৰাইভাৰে তাইক কৰ্কশভাৱে কোৱা কথাখিনিৰ তাইৰ ওপৰত এতিয়া কোনো প্ৰভাৱ নাই। তাইৰ মনত এতিয়া ভেনেটখন, ড্ৰাইভাৰ আৰু কটু কথা - সেইবোৰ একোৰে অস্তিত্ব নাই। তাই নিৰ্বিকাৰ। গডমূৰলৈ যোৱা আলিটোৰ দৰেই।

লগত অহা ল'ৰাটোক ক'লে, "মাঘুৱা, আহি থাক"। সিহঁত ডাক্তৰ বহি থকা জীপখনৰ ফালে আগুৱাই আহি থাকিল। ছোৱালীজনীয়ে ল'ৰাটোৰ হাতৰ পৰা চুটকেছটো ল'লে আৰু আলিৰ দাঁতিত পৰি থকা কাঠ এডালৰ ওপৰত চুটকেছ্‌টো থৈ খুলিলে। নোট কেইখিলামান উলিয়াই ল'ৰাটোৰ হাতত দি ক'লে, "মাঘুৱা, তই এতিয়া যাগৈ। টকা এইকেইটাহে দিলোঁ। বাকী দুমাহৰ মাচুল অহা সপ্তাহতহে দিব পাৰিম। পৰীক্ষা পালেহিয়েই। ভালকৈ পঢ়িবি আকৌ। ঠাওাত ৰাস-চাস চাই ঘূৰি নুফুৰিবি।"

মাঘুৱা তাইক এৰি দক্ষিণফালে গুচি গ'ল। ছোৱালীজনী জীপখনৰ ওচৰ পালেহি।

"বাৰু, এইখন জীপ নিকুনৰ নেকি?"

' কোন নিকুনৰ কথা কৈছা? ড্ৰাইভাৰটোৰ নাম?"

"হয়"।

"ড্ৰাইভাৰৰ নাম কি নাজানো কিন্তু এইখন জীপ গডমূৰৰ পদুম দত্তৰ।"

"বুজিলোঁ। এতিয়া ড্ৰাইভাৰ ক'লৈ গ'ল?"

ডাক্তৰৰ সমিধানলৈ বাট নাচাই তাই চুটকেছ্‌টো জীপত উঠাই দিলে। অৱশ্যে ড্ৰাইভাৰৰ অনুপস্থিতিত তাই জীপত উঠিবলৈ সংকোচ কৰিলে নাইবা সাহ নকৰিলে। ডাক্তৰে হৰ্ণটো বজাই ড্ৰাইভাৰক আমনিদায়ক অপেক্ষাৰ আগজাননী দিলে। ওচৰৰ পৰা তেওঁ ছোৱালীজনীলৈ তন্ন তন্নকৈ চালে। ভৰপূৰ মুখৰ মিঠাবৰণীয়া ছোৱালীজনীৰ কিবা এটা বুজিব নোৱাৰা অকৃত্ৰিম কমনীয়তা আছে। আৰু আছে তাই গ্ৰাম্য সৰলতাক নিষ্কলুষ কৰি ৰাখিব নোখোজা দুখনি কামুক ওঁঠ, বিগত নিশাৰ কামনাক লুকাই ৰাখিব নোৱাৰা ক্ষতচিহ্নিত মাংসল গাল দুখন, অনিদ্ৰা আৰু অমিতাচাৰৰ সাক্ষ্য দিয়াৰ চিন আবেদনদুষ্ট চকুহালৰ তল পতাৰ ক'লাখিনিত। চকুহাল কিন্তু বৈ পৰা। ঘন চেলাউৰিযুৰিও সমান্তৰালভাৱে বৈ পৰা। তাই ধুনীয়া, লোভনীয়, - খুব অসহনীয়ভাৱে লোভনীয়। কোন এই ধূলিৰ ধৰণীত ৰিতহস্তা উৰ্বশী?

ডাক্তৰ ভাল মানুহ। মন হয়তো বৈচিত্ৰ্যলোভী, কিন্তু স্বভাৱ পল্লৱগ্ৰাহী নহয়। তেওঁ পুলকিত হৈ, নৈৰ্ব্যক্তিক অনুৰাগেৰে চাই আছে, ছোৱালীজনীৰ দেহৰ সমগ্ৰ অৱয়ৱত পৰিস্ফুট হোৱা উদ্দাম যৌৱনৰ অকৃপণ প্ৰাচুৰ্য। কলেজত পঢ়োঁতে মাৰ্কিন দেশীয় কোনোবা আলোচনীত পোৱা নাৰী সৌন্দৰ্যৰ অনুপাতৰ অংক এটা মনত পৰিল— ৩৭" ঃ ৩০" ঃ ২৯"। ইয়াকে চাহাববোৰে ভাইটেল ষ্টেটিচটিক্স

বোলে। তেওঁৰ অকস্মাতে স্পষ্ট ধাৰণা হ'ল যে বুকুৰ ঘেৰৰ লগত নিতম্ব প্ৰদেশৰ আৰু কঁকালৰ ঘেৰৰ সামঞ্জস্যৰ ওপৰতেইহে নাৰীৰ দেহ সৌন্দৰ্যই সৰ্বসম্মত আকৰ্ষণীয়তা লাভ কৰে। এই সামঞ্জস্য কিজানি আছে ধূলিৰ ওপৰত থিয় দি থকা এই ছোৱালীজনীৰ।

ড্ৰাইভাৰটো এমোকোৰা তামোল ভৰাই জীপৰ ওচৰ পালেহি। তাক এতিয়া দেখিহে ডাক্তৰৰ খং উঠিল। সি আহিয়ে যেন ৰূপময় পটভূমিত এক অসহ্য বৈপৰীত্যৰ সৃষ্টি কৰিলে। স্বাস্থ্যবান নোহোৱা হ'লে বা এসপ্তাহমান বেমাৰ পৰা হ'লে তাক কুৎচিত বুলি ভাবিবলৈ টান নহ'লহেঁতেন।

সি ডাক্তৰৰ ফালে নোচোৱাকৈয়ে ক'লে, "অ' দামিনী। ক'ৰ পৰা?" সম্বোধন কৰাৰ সুৰটোত একেলগে কৌতুক আৰু তাচ্ছিল্যৰ ভাব। তাই ক'লে, "বনগাঁৱলৈ গৈছিলোঁ, ৰাস চাবলৈ"।

"ৰাস চাবলৈ গৈছিলিনে? আটাইবোৰ ঠাইতে দেখোন ৰাস হয়। একেবাৰে বনগাওঁ পালিগৈ একা। এতিয়া ক'ত ৰাস ক । এস মুখত কিবাবোৰহে আছে।"

এইবুলি ড্ৰাইভাৰে তাইৰ কাষ চাপি তন্ন তন্নকৈ চালে। তাৰ চকুহাল জ্বলি উঠিছে, সম্ভৱ অভিপ্ৰায় আৰু লোভেৰে। সি ইংগিত দি তাইক অলপ আঁতৰলৈ মাতি নি ফুচফুচাই কিবা ক'লে। তাৰ মুখৰ পৰা সময়ান্তৰে দুটা শব্দহে ডাক্তৰৰ কাণত পৰিল- "ইন্সপেক্সন বাংলা।" তাই একো নামাতিলে। "নহয়" বুলি বুজাবলৈ মূৰটো লৰাই থকাহে দেখা গ'ল।

তাই এইবাৰ জীপৰ দুৱাৰত হাত দিলে আৰু ক'লে, "নিকুনকাই, কঁহুৱাআটিলৈ নিনিলেও অন্তত গডমূৰৰ পৰা দুমাইলমান সিফালে নমাই দিলে বৰ ভাল পাম। মোৰ বৰ ভাগৰ লাগিছে। পুৱাৰ পৰা খুদকণ এটাও পেটত পৰা নাই।"

"এতিয়া হ'লে লেন চেলাবলৈ আহিছ' সময়ত হ'লে মই ড্ৰাইভাৰ, ইবোৰ চাহাব, সময়ত আকৌ মই তোৰ চাকৰ।"

তাই এইবাৰ মাতত সাধ্যমতে মিনতি সানি ক'লে, "মোৰে শপত নিকুনকাই, এইকণ উপকাৰ কৰ। বৌজনীও ঘৰত অসুখ হৈ পৰি আছে। মই কালিৰে পৰা ঘৰত নাই।"

ড্ৰাইভাৰে সুধিলে, "ভাযেৰটো?"

তাই ক'লে, "তাক এইবাৰ কমলাবাৰী স্কুলত নাম লিখাই দিলোঁ।"

তাৰ কিন্তু মন নুকুমলিল। ক'লে "বাছত নাযাব কিয? সিবাৰ তোক জীপত উঠাই মহাজনৰ কিমান গালি খালোঁ, তই জানো খবৰ ৰাখিছ?" তাই পিছৰখিনি কথা আওকাণ কৰি উত্তৰ দিলে, "বাছ আকৌ ঘাটৰ ফালৰ পৰা চাৰে চাৰি বজাতহে আছে!"

ড্ৰাইভাৰ নিমাতে ৰ'ল। ডাক্তৰৰ ছোৱালীজনীলৈ মায়া হ'ল। ৰূঢ়ভাৱে ক'লে, "হেৰা উঠাই নোলোৱানো কিয়? তাইৰ ভৰত গাড়ীৰ চকা ফুটিব নেকি?"

দামিনী জীপৰ পিছৰ ছিটত উঠিল। জীপ চলাৰ লগে লগে দেখা গ'ল, তাই ড্ৰাইভাৰৰ লগত বেবেৰিবাং কথা আৰম্ভ কৰি দিছে। ডাক্তৰৰ ড্ৰাইভাৰৰ ওপৰত কেনো কৰ্তৃত্ব নাই কাৰণে সিও তেওঁৰ উপস্থিতিটো গণ্য নকৰি তাইৰ লগত অসৎ ইংগিত থকা কথা পাতিছে। তাই একো একোবাৰ কথাৰ চলতে তাৰ বাহুত হাত দিছে। তাৰ ডিঙিত ধূলি লাগিছে বুলি ফুৰাই দিছে। সিহঁতৰ কথাবোৰ অদ্ভুত। ডাক্তৰে শুনি গৈছে। খঙো উঠিছে। এই বৰ বিজতবীযা ছোৱালী। লজ্জা যদি নাৰীৰ ভূষণ তেনেহ'লে এইৰ সকলো কমনীয়তা আৰু দৈহিক সৌন্দৰ্য অথলে গৈছে। ডাক্তৰৰ এতিয়া তাইক দেখাতো বেয়া

যেন লাগিছে। গাভৰু গুৱনি হয এটি মোহনীয় নিজস্ব ব্যক্তিত্বৰে, নিজৰ মানস-মণ্ডলৰ সীমাবদ্ধ গণ্ডিৰ মাজেৰে আৰু সুৰুচিৰে। এইৰ কিন্তু এইবোৰ একো নাই। তাই মাথোন এটা শৰীৰ। সেইহে হয়তো তাই মানুহৰ মুখলৈ পোনে পোনে চাব পাৰে, নিঃসংকোচে কথা ক'ব পাৰে। হয়তো পুৰুষৰ সঙ্গত তাই বেছি স্বাভাৱিক হয।

কোন এইজনী ছোৱালী? নিশ্চয কিবা এটা কাৰণত হয়তো এই এইটো অঞ্চলত জনাজাত। কিন্তু ডাক্তৰে কোনো তলখুচুৰীযা মানুহৰ মুখত যে ইয়ালৈ অহা এই তিনিমাহে একো শুনিবলৈ পোৱা নাই।

"নিকুনকাই?"

"কি?"

"গডমূৰত আজিও কৃষ্ণলীলা হ'ব?"

"আৰুনো কিমান লীলা চাৱ? যি দেখুৱাইছ সেয়ে আঁটিছে।"

"খোলোচাকৈ নকৱ কিয? কিয়নো দাম বঢাইছ?"

"মোৰনো কেনেকৈ দাম বাঢিব আই? তোৰহে বাঢিছে। বানপানীৰ সময়তহে তোৰ দাম কমিছিল। এতিয়া তোক পায কোনে?"

"মানুহজনৰ আগতেই তোৰ এনেকৈ কথা ক'বলৈ চৰম নালাগিল?"

'তযে তোৰ চৰমটোক বৰচাঙৰ ওপৰত তুলি থ। শুন, গডমূৰত আজিও কৃষ্ণ লীলা হ'ব। ৰিজাৰ্ভৰ টিকেটত তিনি টকা, বাকীবোৰত দুটকা।"

"মোক দেখুৱাবি না।"

"ইস, এনে সুৱদী মাতেৰে কৈছে ঐ। তেনেই কুলিৰ অমিয়া মাত।"

"তই নেদেখুৱালেনো কোনে দেখুৱাব?"

"বহুতে দেখুৱাব। মানুহৰ কি আকাল।"

এইখিনি সময়ৰ ভিতৰত ডাক্তৰৰ ড্ৰাইভাৰটোলৈ ভাল ধাৰণা হ'ল । সি তাইৰ হাত দুখন কান্ধত, ডিঙিত আৰু পিঠিত লগাবলৈ দিছে যদিও তাইৰ লগত এই সৰস সময়খিনিতে তাইক তাচ্ছিল্য কৰিবলৈ পাহৰা নাই। সি সম্ভৱ দুষ্ট মানুহ নহয়। হয়তো অধঃপাতে যাব খোজা ছোৱালীজনীক বেয়া পায় নতুবা ঘৃণা কৰে।

এটা এৰাব নোৱাৰা কৌতূহলৰ বশীভূত হৈ ডাক্তৰে সুধিলে,

"তোমাৰ ঘৰ ক'ত?"

"কঁহুৱাআটিত।"

"কালি বনগাঁৱত ৰাস চাই টোপনি ক্ষতি হৈছে বুলি ক'লা। আজি আকৌ চাবানে?"

"এওঁক এনেয়ে ক'লোঁ।"

ডাক্তৰৰ এটা কথা আচৰিত লাগিল। তেওঁৰ ওলমি থকা হাতটো দামিনীয়ে এনেভাবে ইচ্ছাকৃতভাৱে স্পৰ্শ কৰিছে যে তাই দেখুৱাবলৈ চাইছে, তাইৰ যেন হাতটো ভুলতেহে ডাক্তৰৰ হাতত লাগিছে।

"বনগাঁৱত ৰাস কেনে হয়?"

"বৰ সুন্দৰ। এস্, কি ক'ম। বৰ সুন্দৰ ৰাস পাতে।"

"কি কাৰণে ৰাস ইমান সুন্দৰ বুলি কলা?"

"মুঠৰ ওপৰত, চাই বৰ ভাল লাগিল। আপোনাক কৈ অন্ত কৰিব নোৱাৰিম। আপুনি নিজে গৈ চালেহে বুজিব।"

এইখিনি কওঁতে তাইৰ হাতটো কেৱল ডাক্তৰৰ গাত লগাই নাছিল, তেওঁ সৰু হেঁচা এটাও অনুভৱ কৰিছিল। তাই কথা কওঁতে মুখখনো তেওঁৰ গাৰ ফালে আনিবলৈ চেষ্টা কৰিছিল। তাইৰ অভিপ্ৰাযটো বুজিবলৈ ডাক্তৰৰ আৰু বাকী নাথাকিল। এই সঁচাকৈয়ে এটা শৰীৰহে, ইযাত কোনো নাৰীৰ লজ্জা-সঙ্কোচ নাই। ডাক্তৰে ভাবিলে। তেওঁৰ আচৰিত লাগিল এইটো কথাতহে। যিকোনো সময়ত এই নিজৰ পণ্য-মূল্যৰ জাননী দিছে।

ডাক্তৰৰ অনুমান সঁচা। কাৰণ তাই বাটডোখৰ কেৱল লক্ষ্য কৰি আহিছে ডাক্তৰৰ দামী ঘড়ীটো, চকুত লগা গৰম চুটযোৰ আৰু হাতৰ আঙঠিকেইটা। মাজে মাজে চেহেৰাটোও লক্ষ্য কৰিছে। মানুহজন কোন হ'ব পাৰে তাই ক'ব নোৱাৰে। কিন্তু সঠিক অনুমান কৰিছে, তেওঁ টকা থকা মানুহ হ'ব। উপযাচি কথা পাতিছে যেতিয়া তেওঁ হযতো আকৰ্ষিত হৈছে। পুৰুষৰ দুৰ্বলতা কোনখিনিত তাই ভালকৈ বুজি পায়।

"আপুনি বাৰু গডমূৰত ৰাস চাব নেকি?"

"নাচাওঁ। মই এতিযা বিৰিণাবাৰীলৈ যাম।"

"অ' ভালেই হ'ল। মোক কঁহুৱাআটিত নমাই থ'বলৈ নাপাহৰিব আকৌ।"

"বাৰু। পিছে ৰাস নোচোৱা জানো?"

"দেখুৱাব জানো?"

"কিয় দেখুৱাম? মই তোমাৰ কোন?"

"এস, কিয এনেকৈ কয় দাদা? মোৰ নিচিনা দুখীযা ছোৱালীজনীয়ে আপোনাৰ জহতে ৰাস চাম বুলি ভাবিছোঁ। নহ'লেনো আমাক দেখুৱায় কোনে? মোৰ জানো হেঁপাহ এটা নাই?"

ডাক্তৰে তাইৰ মুখলৈ চালে। এনেকৈ কৈ তাই অভিনয় কৰিছেনে আন্তৰিকতা দেখুৱাইছে, তাইৰ মুখ দেখি একো বুজিব নোৱাৰি। তাইৰ আবেদনময় দেহাটোত তেওঁ দেখা পাইছে এক স্পষ্ট অশ্লীলতা, এক ৰুচিহীন অসত ইঙ্গিত। ড্ৰাইভাৰে তাইক সতৰ্ক কৰি দিযা তেওঁ শুনিবলৈ পাইছে- "দামিনী, যাৰে তাৰে আগত বাৰে-বাংকৰা কথাবোৰ নক'বি। এনেকৈ লম্ফজম্ফ কৰিলে ইয়াতে নমাই থৈ যাম।"

ডাক্তৰো সেই সতৰ্কবাণীত সাৱধান হ'ল। তেওঁ চলন্ত জীপখনৰ পৰা দাঁতিৰ ফালে চাই চাই চিন্তামগ্ন হৈ দেখুৱালে। ছোৱালীজনীলৈ তেওঁৰ দুৰ্বলতাও নাই, তাই এনেকুৱা হোৱাৰ কাৰণে বিদ্বেষো নাই। কিন্তু তেওঁ দুখ পাইছে এটা কথা ভাবিহে। এই ধৰণৰ ছোৱালীবোৰে নিজৰ ভৱিষ্যতৰ বিষয়ে একো নাভাবেনে? আত্মবিনাশৰ পথকে ইহঁতে গ্ৰহণ কৰি নিস্ফল আনন্দৰে সকলো পাহৰি আছে ?

ডাক্তৰে ড্ৰাইভাৰক সুধিলে, "এওঁলোকৰ গাওঁখন বাৰু কেনেকুৱা? মানে, মানুহবোৰ ভালকৈ চলিব পৰা বিধৰনে?"

ড্ৰাইভাৰে চমুকৈ ক'লে- "এসময়ত হয়তো ভালকৈ চলিব পাৰিছিল। এতিয়া আৰু সেই দিন

নাই। খেতিৰ মাটি বৰনৈয়ে সামৰি ল'লে। গাওঁখনৰো যায় যায় অৱস্থা। মানুহ আৰু মানুহ হৈ থকা নাই।"

ডাক্তৰে এটা হুমুনিয়াহ কাঢ়িলে। এদিন তেওঁ বিৰিণাবাৰীলৈ গৈছিল। বাটত পাই গৈছিল কঁহুৱাআটিৰ জুপুৰি ঘৰবোৰ। প্ৰথমে তেওঁ মানুহবোৰ দূৰৈৰ পৰা অহা ভগনীয়া বুলিহে ভাবিছিল। তেওঁ বুজিছিল যে নৈৰ গৰাখহনীয়াই জীৱনক নিষ্ঠুৰভাৱে আঘাত কৰিছে। এতিয়াহে তেওঁ বুজি পাইছে গৰাখহনীয়াৰ লগে লগে মানুহৰ মূল্যবোধ আৰু নৈতিক চেতনাৰো গৰাখহনীয়া আৰম্ভ হৈছে। মানুহ পলায়নবাদী হৈছে। জীৱনৰ অনিশ্চয়তাই সিহঁতক ভোগলিপ্সু কৰিছে। সিহঁতে বিচাৰিছে কোনোমতে জীয়াই থকাৰ সহজ বিকল্প।

তেওঁ এইবাৰ ছোৱালীজনীৰ ফালে পোনে পোনে চালে। এইবাৰ তাইক তেওঁ নতুন ৰূপত দেখিলে। চলন্ত জীপখনৰ ভিতৰত চঞ্চলা- চপলা ছোৱালীজনী হঠাতে ভাবুক হৈ পৰিছে। গালত হাত এখন থৈ তাই কিবা ভাবিছে। কপালত চিন্তাৰ ৰেখা ফুটি উঠিছে। তাই যেন কাৰুণ্যৰ প্ৰতিমূৰ্তিহে।

"বাৰু দামিনী তোমাৰ মাজে মাজে ভুল কৰিছো বুলি দুখ নালাগেনে?"

'কি ভুল কৰিছো বুলি?"

"মানে এনেকৈ "

ডাক্তৰে আৰু ক'ব নোৱাৰিলে। খন্তেকৰ চিনাকি ছোৱালীজনীক প্ৰত্যক্ষভাৱে বেয়া বুলি ক'বলৈ তেওঁৰ দুখ লাগিল। তাই সুধিলে, "গোটেইটো কথা নক'লে দেখোন। কওক আকৌ।" ডাক্তৰে কথাটো সলাই পেলালে। ক'লে, "মই ক'ব খুজিছোঁ মাৰাৰ অসুখ সত্ত্বেও তুমি এনেকৈ আঁতৰত ঘূৰি ফুৰি ভুল কৰা নাইনে?"

তাই তললৈ মূৰ কৰি কিছুপৰ ৰ'ল। শেষত খুব লাহে লাহে ক'লে, "কিন্তু নুফুৰিলে যে । উস্ কি যন্ত্ৰণা। নকওঁ, ইয়াৰ উত্তৰ আপুনি বিচাৰি উলিয়াওক।"

কৈয়েই তাই সংযত হৈ বহিল। ডাক্তৰে তাইলৈ একেথৰে চাই ৰ'ল। তাই লাজতে মুখখন আনফালে ঘূৰাই দিলে। ডাক্তৰৰ ভাব হ'ল এতিয়াহে তাইৰ গাঁৱলীয়া ৰূপ ঘূৰি আহিছে। লজ্জাত, বিনয়ত আৰু দুখৰ উপলব্ধিত।

"বাৰু দাদা, ইমান পৰ কথা হ'লোঁ, আপুনিনো কোন নক'লে দেখোন।"

"ড্ৰাইভাৰ, মই কোন কৈ দিয়াহে।"

ড্ৰাইভাৰে ডাক্তৰৰ পৰিচয় দিয়াত ছোৱালীজনীয়ে দুই হাতেৰে মুখখন ঢাকি পেলালে। হয়তো তেওঁৰ প্ৰতি শ্ৰদ্ধাত বা অনেক কথা কৈ পেলোৱাৰ অনুশোচনাত। কিছুপৰৰ পিছত তাই স্বাভাৱিক হৈ ক'লে, "আপোনাক ডাক্তৰ বুলি ধৰিবই নোৱাৰি। ডাক্তৰৰ বেগটো লৈ নুফুৰেনেকি?"

"মই বিৰিণাবাৰীলৈ যাম আন এটা কাৰণতহে। ৰোগী চাবলৈ নহয়।"

দামিনীয়ে জীপৰ আগৰ আলিটোৰে বহুত দূৰলৈ চালে। গড়মূৰ পাবলৈ আৰু এমাইলো নাই। তাইক এটা চিন্তাইহে বৰ পীড়া দিলে। বহুত দিনৰ পৰা নাম শুনি থকা এই দেৱতুল্য ডাক্তৰজন অহা জীপখনত তায়ো উঠি অহাটো তাইৰ কাৰণে দুৰ্ভাগ্য। কাৰণ তাই সজ মানুহক ভয় কৰে। এনে মানুহৰ উপস্থিতিয়ে তাইৰ ভুল সোঁৱৰাই দিয়ে। অনুশোচনাত তাই দগ্ধ হয়। এৰি অহা নিষ্কলুষ দিনবোৰৰ সোঁৱৰণিয়ে তাইক হুলে বিন্ধাদি বিন্ধে। তাই ভাল হ'বলৈ বিচাৰে। কিন্তু নোৱাৰে। তাইক পৰুৱাই

পাইছে। তাই আচল বাটত উঠিব নোৱাৰে।

"কিন্তু এওঁ মোক আদৰ কৰি ইমানবোৰ কথা সুধিলে কিয়?" তাই ভাবিলে। শেষত এটা কথা মনত পৰিল। ডাক্তৰে বিনা খৰচতে দুখীয়া ৰোগীক চিকিৎসা কৰা, মেল-মিটিঙত বক্তৃতা দিয়া আদিৰ বাহিৰেও তেওঁৰ আৰু এটা গুণৰ কথা তাই অহকাণে-পহকাণে শুনিছিল। তেওঁ হেনো কিতাপ লিখে। কিতাপ লিখাৰ সমলো হেনো মাজুলীৰ চুকে-কোণে পৰি থকা সাধাৰণ মানুহবোৰহে। তেওঁ হেনো সকলো মানুহৰ সকলো কথা জানিবলৈ বিচাৰে। সেয়ে তেওঁ তাইৰ দৰে ছোৱালী এজনীকো ইমানবোৰ কথা সুধিলে।

হঠাতে তাইৰ মনটো উদাৰ হৈ পৰিল। ড্ৰাইভাৰক তাই সুধিলে, "বাৰু নিকুনকাই, জীপখন গড়মূৰ সত্ৰৰ চ'ৰাটোৰ মাজেৰেই যাব নহয়?" সি ক'লে, "অ', আগে-পাছে জানো আন বাটেদি কঁহুৱাআটিলৈ গৈছিলি?"

"বাৰু, এতিয়া চাগৈ চ'ৰাৰ আশে-পাছে দোকানকেইখনৰ ওচৰত ভালেমান মানুহ থিয় দি থাকিব নহয়?"

"সদায় থাকে। আগে-পাছে তই চকু মুদি সেই ফালেদি আহ নেকি?'

তাই মনে মনে ৰ'ল। ডাক্তৰৰ ফালে চাই ভাবিলে, এওঁক চাগে গডমূৰৰ সকলোৱে চিনি পায়। মিটিং কৰা মানুহলৈ সকলোৰে চকু। তদুপৰি মাজুলীৰ ভিতৰত গডমূৰতে মেল-মিটিং বেছি হয। ইয়াৰ মানুহবোৰে তাইকো সুকীয়া কাৰণত চিনি পায়। তাযো সাধাৰণৰ ব্যতিক্ৰম। ডাক্তৰলৈ সেইহে তাইৰ মায়া হ'ল। সেই কাৰণেই হয়তো তাই এটা উপায বিচাৰি পালে। প্ৰায় চিঞৰি দিযাৰ দৰে তাই ক'লে, "নিকুনকাই, গাডী ৰখাই দিযা।"

নিকুনে গাডীৰ গতি ৰাখি সুধিলে, "কিয়?"

"মই ইয়াতে নামি যাওঁ।"

"তই কঁহুৱাআটিতহে নামিম বুলি কৈছিলি? গাডী কৰতীপাৰলৈকে যাব।"

"তথাপি মই ইয়াতে নামিম। এই কেইমাইল খোজকাটি যাম।"

"তই পাগলীও হ'লি নেকি দামিনী?"

"যেয়ে নহওঁ লাগে, মুঠতে নমাই দে।"

এইবুলি কৈয়ে তাই ভৰি এটা ওলমাই নামিবলৈ সাজু হ'ল। এহাতে চুটকেছটো দাঙি ল'লে। নিকুনেই জীপ ৰখাই দিবলৈ বাধ্য হ'ল। ডাক্তৰে ক'লে, "ইয়াতনো কিয নামা? নামাই যদি এইকণ গৈ গডমূৰত নামিবা।"

তাই ডাক্তৰৰ কথা নুশুনিলে। তাই নামিল। ডাক্তৰে নিকুনক ক'লে, "মই হ'লে এইৰ কাণ্ড-কাৰখানা একো বুজি নাপালোঁ।" নিকুনে একো ক'বলৈ নাপাওঁতে তাইহে মাত লগালে, "ডাক্তৰ বাবু, মোক ক্ষমা কৰক। আপোনাৰ লগত আহি মই বৰ ভুল কৰিছিলোঁ। আৰু বেছি ভুল নকৰোঁ বুলিয়েই নামিলোঁ।"

"কিয়? মই বাঘ?"

"বাঘ নহয় কাৰণেহে। মানুহ যেতিয়া লোকৰ মুখৰ বা-বদনামলৈ ভয় কৰিও চলিব লাগে। আপোনাক এই মানুহবোৰে যেনে মানুহ তেনে ভবা উচিত।"

এইকেইটা কথা ডাক্তৰৰ কাণত করুণ মূৰ্ছনাৰে ধ্বনিত হ'ল। এয়া যে উপদেশ। তাইলৈ বৰ মৰম লাগি গ'ল। তাই কাক মহৎ কৰিলে? তেওঁকনে, তাইক? নতুবা মানুহৰ অন্তৰৰ সততাক? ডাক্তৰৰ চিন্তাশক্তি ভাগৰি পৰিল।

ইতিমধ্যে জীপখন জোৰেৰে চলিব ধৰিলে। দুপৰীয়া পথাৰৰ মাজৰ আলিটোত ছোৱালীজনীক অকলে অকলে এৰি আহি ডাক্তৰৰ নিজকে দোষী দোষী লাগিল। বেদনাৰ আকস্মিকতাই তেওঁক অস্থিৰ কৰি তুলিলে।

# পাপ লগ্ন

প্ৰথমবাৰৰ কাৰণে নিৰ্বাচিত হোৱা পঞ্চায়তৰ সভ্যসকল গোট খালে। যিহেতু গোচৰটো বুজন ধৰণৰ, আন মানুহ কিছুমানো ওচৰতে জুম বান্ধিলে। আচামী আহি ওলোৱাহি নাই। তাক কেবাবাৰো খবৰ দিয়া হ'ল। সি কিন্তু নতুনকৈ ক্ষমতাৰ গাদীত বহা সভ্যসকলক উলাই কৰিলে। আচামী ৰোহিতৰ প্ৰতি সকলোৰে ৰোষ। কামো কৰিছে, শুনিলে লাজ লাগি যোৱা ধৰণৰ। সি বংশৰ নামত ছাই সানিছে। অথচ তাৰহে অকণো লাজ লগা নাই। হঠাতে ধনী হ'ল যদিও লাজ-অপমানলৈ যে তেলাইকে নকৰা হ'লেই, গাঁৱৰ মুখিযাল মানুহকেইটাকো সি পানীযে মৰা বাও বুলি ভাবিলে।

ৰোহিত কম দুৰ্দান্ত মানুহ নহয। গাঁৱত ঘৰ হ'লে কি হ'ব, চহৰতো তাৰ দৰে মানুহ খুব কম আছে। ধুনীয়া ঘৰ সাজিছে। দুখনকৈ মদৰ দোকান ডাকি লৈছে। ধন যেন কোৰোণাৰেহে চপাইছে। তাৰ দলত মানুহ আছে। সিহঁতো একো একোটা গুণ্ডা। সি কালৈ কেৰেপ কৰিব? ধনেও মানুহক সুকীযা সাহ-পিত দিযে।

ফৈৰাদী আহি পালেহি। গঞ্জাৰ মেল আৰু পঞ্চাযতৰ গাঁওসভাৰ একো তফাত বুজি নাপাই তাই সচৰাচৰ দেখা মতেই তামোল এবটা আগত লৈ সেৱা কৰিলে। সভ্যৰ এজনে "হৈছে, হৈছে" বুলি ক'লে। আশীৰ্বাদ দিয়া নহ'ল। কাৰণ গাঁওসভা হ'ল চৰকাৰৰ স্বীকৃত অনুষ্ঠান। ইযাত আৰু নামঘৰৰ দৰে আশীৰ্বাদৰ বকলা মেলিব নোৱাৰি।

সভাপতি বকুল মেধিযে সুধিলে, "ৰাসেশ্বৰ, ৰোহিত তেনেহ'লে সঁচাকৈ নাহে?" ৰাসেশ্বৰে ক'লে, "সি একেলগে দুটা বুঢ়া আঙুলিৰ পেট দেখুৱাই কৈছে— শিযালৰ পোৱালিহঁতে মোকো বিচাৰ কৰিব পৰা হ'ল ?" মেধিযে নুশুনা ভাও জুৰিলে। জুৰণ পণ্ডিতে অভিমত দিলে, "ই বেয়াকৈ বুলি আগলি কাটিছে।" কলেজ ফেল কৰি পঞ্চায়তৰ সভ্য হোৱা ৰাজেনে ক'লে, "ধাৰা দুটামান বহুৱাই তাক চমন দি মাতি অনা যাওক। সি ভয খাই যাব।"

"ধাৰানো বহুৱাওঁ কেনেকৈ? তেনে কৰিলে দেখোন আমাৰ গাঁওসভাতো উকীল-মহৰিৰ টিঘিল-ঘিলনি বাঢ়িব।"

ৰাজেন মনে মনে থাকিল। অৱশেষত গাঁওসভাই ৰোহিতৰ অনুপস্থিতিতে ফৰিয়াদী গোলাপী কলিতাৰ ওজৰ শুনিলে। গোলাপীয়ে বুকুলৈকে ওৰণি টানি উচুপনি ঠেলি তাইৰ অঘটন হোৱাৰ কথা ক'লে। ওচৰৰে হীৰা ককায়ে দেখা-সাক্ষী দিলে। কালি সন্ধিয়া ভগাৰ পিচত ৰোহিতে গোলাপীৰ ঘৰৰ পৰা ওলাই আন্ধাৰে-মুন্ধাৰে দুপ দুপ কৰে লৰ মৰা দেখা পাইছিল। সি লেমটো লৈ ৰোহিতক আগচি

ধৰিলে। ৰোহিতে তাক একে ঠেলাতে মাটিত বগৰাই পেলাই গুচি গৈছিল। সি গোলাপীৰ কাষ চাপি শুনিবলৈ পাইছিল তাইৰ কৰুণ বিননি। তাই ফেঁকুৰি ফেঁকুৰি ডিঙি ভাঙি ভাঙি উশাহ সলাইছিল। খঙত মূৰৰ চুলি ছিঙিছিল। হীৰাক দেখি মাটিত ঢাচ কৰে পৰিছিল আৰু কেবাবাৰো সোধাত তাই মুখেৰে একো নামাতিছিল। শেষত কওঁ-নকওঁকৈ কৈছিল "সি পাষণ্ডই ডকাইতৰ দৰে সোমাই মোৰ দেহটোও চিৰদিনলৈ চুৰা কৰি থৈ গ'ল।" তাৰ পিছত তাই হুৰাওৰাওকৈ কান্দিছিল। কাষৰ মানুহ কাষ চাপোতে তাই সিহঁতক দেখি একো নকৈছিল। দুৱাৰখন জপাই বিছনাত পৰি পৰি উচুপিছিল। হীৰাই শুনিবলৈ পাইছিল তাই ফেঁকুৰি ফেঁকুৰি নিজক নিজে কোৱাৰ দৰে কৈছিল, "মোৰ মতাটো নিলগত কাৰণেই তাৰ ইমান সাহ! মোৰ কোনো নোহোৱা হ'ল? হে হৰি! ভাবিৰাম বাচি থাকোঁতেই মোৰ বাঁৰী তিৰোতাৰ অৱস্থা হ'ল।" এই বুলি কৈয়ে কিজানি তাই দুবছৰীয়া ল'ৰাটো বুকুত সাবটি ল'লে। কাৰণ ল'ৰাটোৰ মা মা বুলি কোৱা মাতষাৰ তাইৰ বুকুত ঠেকা খাই ভাহি আহিল।

গোলাপীৰ গিৰিয়েক ভাবিৰাম দুখন জিলা চেৰাই ডিব্ৰুগড়ত আছেগৈ। তাতহে সি ৰোজগাৰৰ বাট এটা বিচাৰি পাইছে। সাত মাইল নিলগত থকা নিজৰ জিলাৰ চহৰখনত থকাহেঁতেননো সি মাহেকে-পষেকে ঘৰলৈ আহিব পাৰিলেহেঁতেন। তাক আহি থকা দেখি হয়তো তাইলৈ তিৰোতাৰ জুতি বিচাৰি ফুৰা মানুহে চল নাপালেহেঁতেন, কিন্তু সি নিজৰখন ঠাইৰ ওচৰত যে কাম কৰিব নোৱাৰে। অচিনাকি ঠাইতহে তেনে কাম কৰিব পাৰি। কেৱল গোলাপীকহে এদিন আহি দুদিন থকা সময়ত থোকাথুকি মাতেৰে ক'লে যে সি ডিব্ৰুগড়ত ৰিক্সাৱালা। তাইক তাৰ লগলৈ লৈ যাবলৈ তাই বৰকৈ ধৰিলে। সি ক'লে যে ৰিক্সাৰে মানুহ কঢিওৱা অৱস্থাত গোলাপীয়ে তাক দেখা পোৱাটো সি সহ্য কৰিব নোৱাৰিব। তদুপৰি চহৰত বাসযোগ্য ঘৰ এটা পোৱাও টান। পালেও ঘৰৰ ভাৰা দিওঁতেই উপাৰ্জনৰ টকা আদায় হ'ব। তিৰোতাৰে সৈতে থাকিব পৰা ধৰণৰ ঘৰত থাকিবলৈ বাবুবোৰৰহে ধনে কুলায়। সি তথাপি কোনোমতে আন ৰিক্সাৱালাৰ লগত গাহৰিৰ গঁৰাল যেন জুপুৰি এটাত থাকে।

সি মাহে ত্ৰিশ-চল্লিশ টকাকৈ গোলাপীলৈ পঠিয়ায়। যোৱা চাৰি মাহ সি অহাই নাই। গোলাপীয়ে তালৈ আশাৰে বাট চাই থাকে। খুব দুখেৰে ভাবে, ভাবিৰামৰো যে কপাল! সি মানুহ হৈয়ো মানুহক ভাৰ বৈ ফুৰিবলগীয়া হ'ল। তাৰ চাগৈ কিমান কষ্ট! মানুহ হৈয়ো পশুৰ কাম কৰিবলগীয়া হোৱাত চাগৈ তাৰ ফেঁহু-হালধীয়া গাৰ ৰং কেঁহৰাজ যেন ক'লা হৈছে। ওখ ডাঙৰ মত্‌গজ মানুহটো চাগৈ শুকাই গৈছে, গাটো হলি পৰিছে! কতৰ চাগৈ কেতেৰা মাত শুনি নিমাত প্ৰাণীৰ দৰে সি সহি আছে! আৰু তাই লগত নথকা কাৰণে চাগৈ খোৱা-লোৱাত কিমান কষ্ট পাইছে!

কিন্তু ৰিক্সা চলোৱা এৰি আন কাম এটা ল'বলৈ, উপদেশ দিবলৈ তাইৰ বুদ্ধিয়ে নুকুলালে। 'ক'ৰ চুকটো চিনি নোপোৱা ভাবিৰামে ক'ত আন চাকৰি পাব? চহৰতনো কাম কেনেকৈ বিচাৰিব লাগে তাৰ জানো সি আওভাও পাব? চাকৰ খাটিবলৈ অৱশ্যে পাব। কিন্তু চাকৰ খটাতকৈ ৰিক্সা চলোৱা বহুত ভাল। মানুহ টানিব লাগে যদিও সি ঘৰচীয়া জন্তু নহয়। ই তাৰ স্বাধীন ব্যৱসায়। টকাও ভালেখিনি পায়। ৰিক্সাৰ মহাজনক দিনে দুটকা দিলেও তাৰ হাতত প্ৰায় তিনি-চাৰি টকা থাকে। খোৱা-লোৱা কৰিও গোলাপীলৈ ত্ৰিশ চল্লিশ টকা পঠিয়ায়। একমাত্ৰ পোনা দেউতিলৈ চোলা পঠিয়ায়, জুনুকা পঠিয়ায়, ৰবৰৰ ফিটা থকা কাগজৰ হাতঘড়ী পঠিয়ায়। যোৱা মাহত সি গোলাপীলৈ বেঙুনীয়া চাদৰ এখন পঠিয়াইছিল। তাৰো যে আকলটো! তাৰ মৰমটোও যেন আঁকোৱালি নোপোৱা।

ব্ৰহ্মপুত্ৰৰ কাষৰ গাঁও এখনত সিহঁতৰ ঘৰ। গোলাপীক অনাৰ সময়ত ভাবিৰাম আছিল চাৰিপুৰা মাটিৰ গৰাকী। গোহালিত গৰু আছিল, ভঁৰালত ধান আছিল, বাৰীত শাক-পাচলি আছিল, পথাৰত উভৈনদী মাছ আছিল। ঘৰত সুখ-শান্তি আৰু মৰমেৰে আকাশ ছুই যোৱা ৰামধেনু তৰিছিল। কি নাছিল, সেইটোহে ভাবি উলিয়াব নোৱাৰা বস্তু। ভাবিবৰো প্ৰয়োজন নাছিল। কিন্তু হঠাতে সকলো ওলট-পালট হৈ গ'ল। ব্ৰহ্মপুত্ৰই সিহঁতৰ বুকুত কামোৰ মাৰিলে। বানপানীযে যে জীয়াতু ভোগালেই, গোটেইখন 'বৰ মুকলি' পথাৰ ব্ৰহ্মপুত্ৰই গ্ৰাস কৰিলে। ভাবিৰামৰ ভেটিটো ৰ'ল যদিও একো লাভ নহ'ল। চাৰিপুৰা মাটি ব্ৰহ্মপুত্ৰই সামৰি ল'লে। গৰাখহনীয়াৰ পিছতহে কাঠৰ দলঙৰ দৰে 'ডাইক' বহিল, মথাউৰি হ'ল, মাটি খামোচ মাৰি ধৰি ৰাখিব পৰা গছ কিছুমান চৰকাৰে ৰোৱালে। কিন্তু ভাবিৰামৰ দৰে বহুতেই নিঠৰুৱা হ'ল। জীৱিকা বিচাৰি কোন ক'লৈ গ'ল পৰস্পৰে পৰস্পৰৰ ভু নোপোৱা হ'ল। গাঁৱৰ সমাজ, পৰিয়াল, জীৱন আৰু একতাতো গৰাখহনীয়া আৰম্ভ হ'ল। গাঁৱত থাকিল অন্য পথাৰত মাটি থকা কিছুমান খেতিয়ক আৰু ঠিকাদাৰ, মহৰি আদি। গডকাপ্টানি বিভাগৰ কাম বেছি হোৱা কাৰণে অসমীয়া, অনাঅসমীয়া কুলিৰ সংখ্যা বাঢ়িল। নতুনকৈ মদৰ ভাটি বাঢ়িল। ৰোহিতৰ দৰে কেইটামান মদৰ ভাটিৰ মহলদাৰ পুৰণি দিনৰ মৌজাদাৰতকৈয়ো বেছি প্ৰতাপী হৈ পৰিল। আনকি এইখন গাঁৱত এবিধ নতুন চোৰাং কাৰবাৰীৰ সৃষ্টি হ'ল। টকাৰ বিনিময়ত দেহ বেচা ছোৱালীৰ কথা জুৱাৰ আড্ডাত শুনিবলৈ পোৱা গ'ল। এক শ্ৰেণীৰ দালালেও মূৰ দাঙি উঠিল। সেইহে এনে এখন ঠাইত (য'ত লাখ লাখ টকাৰ ঠিকাৰ কাম চলিছে, কেইবাটাও কাঠ ফলা কল আছে, আৰু আধা মাইল আঁতৰত এটা উন্নয়ন ব্লক আছে)। পঞ্চায়তৰ গাঁওসভা এখন যে প্ৰতাপেৰে চলিব তেনে আশা কৰা ভুল। ঠাইখন গাঁও নহয়, চহৰো নহয়। ইয়াত ৰোহিতৰ দৰে মানুহবোৰে কাকো কেৰেপ কৰি চলিব নালাগে। তদুপৰি মানুহৰ পাপ-পুণ্যৰ ধাৰণাও ধুঁৱলী-কুঁৱলী হৈ পৰিছে। বেচেৰী গোলাপীযে এইখিনি ভাবি পোৱা নাই। কাৰণ, এই পৰিবৰ্তন অতি ততাতৈয়া। সেইহে তাই গাঁৱৰ বিজ্ঞ লোকৰ পৰা ৰোহিতৰ বিচাৰ আশা কৰিছে আৰু নিজে কি প্ৰায়শ্চিত্ত লৈ অশুচি দেহা শুচি কৰিব পাৰিব তাৰো দিহা বিচাৰিছে।

তথাপি গাঁওসভাই হীৰাৰ দেখা সাক্ষী শুনি আচামীৰ দোষ মানি ল'লে আৰু তাক পঁচিশ টকা জৰিমনা কৰিলে। সভাপতিযে কিয ৰোহিতক জৰিমনা কৰা হ'ল, এই বিষযে তাইক সৰু - সুৰা বক্তৃতাও দিলে। তাই হ'লে একো বুজি নাপালে। কথাবোৰ একাণে সোমাই একাণে ওলাই গ'ল। তাই ৰাইজৰ আগত নাকান্দিলে যদিও হীৰাই ঘৰলৈ লৈ আহোঁতে তাই কান্দি কান্দি ক'লে, "মইতো একো হুৱা-দুৱা নলগাই মনে মনে থাকিব পাৰিলোহেঁতেন। মই যে মূৰ্খ, গাঁওসভাৰ মানুহবোৰ আৰু মূৰ্খ। সিহঁতৰ ওচৰ চপাৰ কাৰণেহে লোকৰ চকুত আজিৰ পৰা অসতী হ'লোঁ। যিখন সভাই এজনী অসহায তিৰোতাক দুষ্ট মানুহৰ পৰা নিৰাপদে ৰাখিব নোৱাৰে, সিহঁতে বিচাৰক হৈ দেখুৱালে কি হ'ব? এজনী তিৰোতাক চিৰদিনলৈ এজনৰ শুদ্ধ হৈ থকা দেহাটো অশুচি কৰাৰ একো বিচাৰ নাই। এজনী তিৰোতাৰ দাম মাথোঁ একুৰি পাঁচ টকা। ?"

হীৰা বৰ ভাল মানুহ। গোলাপীৰ অলপ আপোনো হয়। নবৌ বুলি মাতে। সি একো অভিমত নিদিলে। তাৰো দুধাৰি চকুলো বাগৰি পৰিল। পিছদিনা মানুহে গম পালে, ৰোহিতে তাক জৰিমনা কৰা কাগজখন পাই ফালি পেলালে আৰু গৰ্জি উঠিল, "এতিয়া সেই ফটুৱাকেইটাই মোকো জৰিমনা কৰিব পৰা হ'ল। ইলেকশ্যনৰ সময়ত মোৰ মহলত কাম নথকাহেঁতেন, ময়ো মেম্বৰ হ'লোঁহেঁতেন। অলপ

টকা খৰচ কৰাহেঁতেন, সভাপতিও হ'লোঁহেঁতেন।"

এইবোৰ শুনি গাঁওসভাৰ মানুহকেইটাই একো ভু নোপোৱাৰ ভাও জুৰিলে। গোলাপীৰ কিন্তু জেদ বাঢ়ি গ'ল। তাই ভাবিলে নিশ্চয় ইয়াৰ কিবা ব্যৱস্থা আছে। ৰোহিতৰ প্ৰতি প্ৰতিশোধে তাইৰ অন্তৰত জুই জ্বলাইছে। সি অমানুহ। দুদিন সি উপকাৰী মানুহযেন দেখুৱাই তাইৰ কাষ চাপি তাইৰ অসহায় অৱস্থাৰ সুবিধা ল'ব নালাগিছিল। পোনাটিক হীৰাৰ ঘৰত থৈ তাই অকলে চহৰ পালেগৈ আৰু উকীলক লগ ধৰিলে। উকীলে ধাৰা কিছুমান বহুৱাই কিবা লিখিব খোজাঁতেই তাইৰ এটা কথা মনলৈ আহিল। তাই সুধিলে, "বাৰু, ইয়াৰ ফল কি হ'ব?" উকীলজনৰ তাইৰ নিৰপৰাধী মুখখন দেখি বৰ মায়া হ'ল। মকৰ্দমাটো কাছাৰীত উঠাই তাইৰ পৰা টকা লোৱাৰ আশাটো দমি গ'ল। তেওঁ ক'লে, "কেচৰ ধাৰামতে তাৰ এশ টকা জৰিমনা হ'ব। টকা দিব নোৱাৰিলে এমাহ জেল হ'ব।"

"পিছে, সিয়ে টকা দিবই। টকা তাৰ কাৰণে হাতৰ মলি।" তাই বৰ হতাশ হৈ পৰিল। মূৰটো আচন্দ্ৰাই কৰিবলৈ ধৰিলে। মাটিত অবশ হৈ বহি পৰিল। উকীলে খুব লাহে লাহে ক'লে, "আই, তই লাহে-ধীৰে ঘৰলৈ যাগৈ। কথাটো এনেদৰে টাপ খাবলৈ দে। তোৰ মানুহটোৱে গম নোপোৱাকৈ থাকিলে দেখোন সকলো ওৰ পৰিব। জানিছ আই, অন্তৰ শুদ্ধ থাকিলেনো এইবোৰ বাহিৰা । তদুপৰি তোৰ যে ইচ্ছাৰ বিৰুদ্ধে।"

গোলাপী বাজি উঠিল, "পিছে ছাৰ, এজনী তিৰোতাক অসতী কৰাৰ দায় কেৱল এশ টকা? এইবোৰ কি আইন?" বুঢ়া উকীলজনে বিচলিত মাতেৰে ক'লে, "আইন মানুহে তৈয়াৰ কৰা বস্তু, আই। আমিও যে ভগা বিচনীত ম'ৰা পাখি লগোৱা মানুহহে। আগৰ দেশকাল আৰু নাই। বুজিছ, ৰাইজে ৰজা বুলি ক'লে কি হ'ব, মানুহে চৰকাৰ পাতে। মানুহ ভাল নহ'লে চৰকাৰ নিৰুপায়। চৰকাৰেই কেৱল মানুহক মানুহ কৰিব নোৱাৰে।"

গোলাপী অধোমুখে গুচি আহিল। বাটত তাইৰ কাণত উকীলৰ এষাৰ কথাই বাজি থাকিলঃ অন্তত শুদ্ধ থাকিলেনো এইবোৰ বাহিৰা ।

গোলাপীয়ে পোনাটিক বুকুত লৈ কেবা নিশাও কান্দিলে। লাহে লাহে তাই দুখবোৰ পাহৰি থাকিব পৰা হ'ল। কিন্তু ৰোহিতক গাঁৱত আগৰ দৰে ফুৰা-চকা কৰি থকা দেখি আৰু মানুহেও তাক অৱজ্ঞা নকৰা যেন ভু পাই তাই তাক প্ৰতিশোধ লোৱাৰ উপায় বিচাৰি নিৰুপায় হ'ল।

এদিন আগৰাতি চাৰি মাহৰ মূৰত গিৰীয়েক ভাবিৰাম ওলালতহে তাই গা শিয়ঁৰি উঠিল। আজিহে তাইৰ অগ্নিপৰীক্ষা। সি মনৰ আনন্দত হুলস্থূল লগাই ঘৰ সোমাইছে- গোলাপীয়ে এটা মিচিকনিৰে তাক আদৰিছে যদিও এই হাঁহিত আগৰ প্ৰাণ নাই। সি তাইক বহুত দিনৰ মূৰত দেখি অন্তৰ শাঁত কৰিছে যদিও তাৰ অজস্ৰ প্ৰশ্নৰ উত্তৰবোৰ আগৰ দৰে নহয়, অনিচ্ছুক আৰু চুটি চুটি।

"তোমাৰ কি হৈছে, গোলাপী। ক্ষীণালাও দেখোন।" তাই নিৰুত্তৰ। ভাবিৰামৰ কোচত থকা পুতেকেহে থুনুক থানাক মাতেৰে কৈছিল, "দেতা আমাৰ আই কান্দি থাকে। ময়ো কান্দোঁ।"

ভাবিৰামে তাইলৈ অনা পোছাকৰ টোপোলাটোও তাই খুলি নাচালে। সিবাৰ সি পঠিওৱা বেঙুনীয়া চাদৰখনেৰে তাইক কেনে দেখি তাকে জানিবলৈ যিদিনা তাই সেইখন চাদৰ পিন্ধি ধুনীয়াজনী হৈ আছিল সেই দিনাই সন্ধিয়া ৰোহিতে তাইৰ ঘৰত সোমাই তাইৰ হাতত ধৰিছিল। তাই চিঞৰিবলৈ মুখ মেলাৰ আগতেই সি তাইৰ মুখত সোপা দি ধৰিছিল। তাইৰ ল'ৰাটো আকৌ সেই সময়তহে শুই

আছিল। তাৰ লগত যুঁজি যুঁজি তাই অবশ হৈ পৰিছিল। তাৰ শক্তিয়ে তাইক হাৰ মনাইছিল। তাৰ মুখৰ ভেকেটা ভেকেট মদৰ গোন্ধটো তাইৰ অসহ্য লাগিছিল। তাই চেতনা হেৰাইছিল। তাৰ পিছত আৰু বিশেষ মনত নাই। মাথোন ৰিণিকি ৰিণিকি মনত পৰি তাই এতিয়া জিকাৰ খাই উঠিছে। সি যেন তাইক হত্যা কৰিবলৈহে বিচাৰিছিল। তাইৰ প্ৰায় উলংগ দেহত তাৰ দেহৰ ভৰটো আৰু ।

ভাবিৰামে আহি তাইক মনৰ আনন্দত বহুত কথাই ক'লে। তাই মাথোঁ খুব ৰাপ পোৱা যেন দেখুৱাই শুনি গ'ল। ৰাতি যেতিয়া সকলো গভীৰ নিদ্ৰাত, তেতিয়া ভাবিৰামৰ শৰীৰটো লাহে লাহে তাইৰ ফালে কুৰুকি কুৰুকি আহি থকাৰ উমান পাই গোলাপীৰ উশাহ চুটি চুটি হৈ পৰিল। কিন্তু তাইক হঠাতে এক সচেতনতাই উন্মাদ কৰি তুলিলে। উচুপ খোৱাৰ দৰে তাই বিচনাৰ পৰা জাঁপ মাৰি উঠিল আৰু যথৰ হৈ মাটিত থিয় দি ৰ'ল। ভাবিৰামো মাটিত থিয় হ'ল আৰু তাইৰ কাষ চাপি যাব খোজোঁতে তাই বাউলীৰ দৰে কান্দি উঠিল আৰু শীঘ্ৰে কান্দোনটো তল পেলাই দৃঢ় হৈ ক'লে, "তুমি মোক নুচুবা। মই, মই, মই যে ।" তাইৰ মুখৰ কথা হেৰাই গ'ল।

"খুলি নোকোৱা কিয়?"

"মই যে তোমাৰেই হৈ থকা হ'লে ।"

"গোলাপী! তুমি এইবোৰ কি বকিছা?"

"হয়, মোৰে শপত সোণ, তুমি মোক বিশ্বাস কৰা। সি পাষণ্ডই মোৰ কাল হ'ল। সি ৰোহিতে আজীৱন শুচি কৰি ৰখা দেহাটো ।"

ভাবিৰামৰ মূৰৰ পৰা ভৰিলৈকে গোটেইটো গা কঁপি উঠিল। খন্তেকলৈ তাৰ মগজে কাম নকৰা হ'ল। যন্ত্ৰচালিত মানুহৰ দৰে সি গোলাপীৰ ওচৰলৈ আগুৱাই গ'ল। তায়ো অতৰ্কিতে তাৰ বুকুত সোমাই পৰিল আৰু উচুপিবলৈ লাগিল। তাই কঁপিবলৈ ধৰিলে আশংকাত, এক পাপ-চেতনাত, ক্ৰোধত আৰু ভাবিৰামক পাযো নোপোৱাৰ শোকত।

এনেদৰে অলপ পৰ থকাৰ পিছত ভাবিৰামে ক'লে, "তোমাক মই আশ্বাস দিছোঁ। কৈ যোৱা।" সি কোঠাৰ চাকিটো জ্বলালে। গোলাপীয়ে দুই হাতেৰে মুখখন ঢাকি খুব কম কথাৰে ৰোহিতৰ কথা, গাওঁসভাৰ কথা আৰু উকীলে কোৱা কথাবোৰ ক'লে। ভাবিৰামে নিশ্চয় সকলো বুজি ল'লে। গোলাপীয়ে আশাৰে তাৰ মুখলৈ চাই ৰ'ল। তাই আচৰিত হৈ গ'ল। সি যিমান বিচলিত হ'ব লাগিছিল সিমান বিচলিত হোৱা দেখা নগ'ল। সি হঠাতে বেছি ধীৰ হৈ পৰিল। গোলাপীয়ে মাথোন লক্ষ্য কৰিলে, তাৰ কপালৰ সিৰকেইডাল ফুলি উঠিছে। ডিঙিটো সেপ ঢোকাৰ নিচিনা কৰিছে। তাকে দেখি তাইৰ কিবা এটা অজান সন্দেহ হৈছে।

"মোক এৰি পেলাবা?" তাইৰ প্ৰশ্নৰ একো উত্তৰ নিদি সি বিছনাৰ তলৰ পৰা স্প্ৰিং লগোৱা ছুৰী এখন উলিয়ালে। সি গুণ্ডা নহয় কিন্তু আত্মৰক্ষাৰ কাৰণে এনে সৰঞ্জাম লগত থাকে বুলি সি গোলাপীক কৈছিল। ৰাতি ৰিক্সা চলোৱা বিপদৰ কথা। স্প্ৰিং টিপি দিয়াত এহাত দীঘল ছুৰীখন ওলাই পৰাত গোলাপীৰ বুকু কঁপি গ'ল। কঁপা কঁপা মাতেৰে ক'লে, "মোক মাৰিবা? মাৰা। তেহে মই শান্তি পাম।"

সি একো নামাতিলে। তাইৰ মুখলৈ নাচালেও। এচুকৰ পীৰা এখনৰ ওপৰত থকা তাৰ ৰিক্সাবালাৰ পোছাকটো চুটি হাফপেণ্ট এটা আৰু ডিঙিলৈকে থকা কলা গেঞ্জিটো পিন্ধি ল'লে। পেণ্টৰ

জেপত স্প্ৰিং থকা ছুৰীখন।

"কি কৰিব খুজিছা?" গোলাপীৰ ব্যগ্ৰ প্ৰশ্ন। সি তল ওঁঠটো কামুৰি কাপোৰৰ জোতাযোৰ পিন্ধি ল'লে। গোলাপীৰ প্ৰশ্ন তাৰ কাণত সোমোৱা নাই। গোলাপীয়ে আকৌ ক'লে, "কিন্তু অন্তৰ শুদ্ধ থাকিলেনো এইবোৰ বাহিৰা । উকীলেও কৈছে।

এইবাৰহে সি মাত লগালে। "বুজিলোঁ। তোমাৰ কি দোষ?" তাই সুধিলে, "মোক তুমি ক্ষমা কৰিছা?"

"ৰিক্সাৱালাক 'তুমি' বুলি মৰমেৰে মতা প্ৰাণী এই পৃথিৱীত কেৱল তুমিহে আছা। কিন্তু ময়ো মানুহ। আনে তাৰ বিচাৰ কৰিব নোৱাৰে। মই কি কৰিম?"

"কি কৰিবা?"

"এতিয়াও বুজা নাই?"

"যদি মই একো নকৰি থাকোঁ, তুমিও মোক পুৰুষ ভবা উচিত নহয়।" এই কথাকেইটা সি ভাবি-চিন্তি লাহে লাহে সুস্থ মগজেৰে ক'লে। সি ওলাই আহিব খোজোঁতে তাই তাৰ হাতত ধৰি ৰাখিবলৈ চালে, সি এছাৰ মাৰি এৰাই গ'ল। দুৱাৰডলিটো পাৰ হৈ সি ক'লে, "মই যদি ৰাতি নাহোঁ ভাবিবা, মই কাম শেষ কৰি পলাই গৈছোঁ। ঘূৰি আহিলে ভাবিবা মই তাক নাপাই অপুৰুষ হৈ ঘূৰি আহিছোঁ। কুত্তাৰ বাচ্ছাক মদৰ দোকানৰ বাৰাণ্ডাত বেহুচ হৈ পৰি থকা দেখা পাই আহিছোঁ।"

ভাবিৰামৰ এইকেইটা কথাও ভাবি-চিন্তি হিচাপ কৰি কৰি কোৱা। তেন্তে সি সাৰিব পৰাকৈ ৰোহিতক হত্যা কৰিব? কাৰণ ভাবিৰাম আজি ঘৰ সোমোৱা আনে ক'ব নোৱাৰে। ৰাতি গুচি গ'লেও কোনেও ভু নাপাব। কিন্তু ।

এইবোৰ ভাবি গোলাপী অস্থিৰ পৰিল। তেনেহ'লে তাইৰ মৰমৰ ভাবিৰাম কাইলৈৰ পৰা হত্যাকাৰী হ'ব। উস্, তাই এনে কথা সপোনতো ভাবিব নোৱাৰে।

এখোজ দুখোজকৈ আন্ধাৰৰ ফালে আগুৱাই যোৱা ভাবিৰামক তাই কাতৰ স্বৰেৰে ক'লে, "ভাবি, গুচি আহা।" তাই দুৱাৰডলি চেৰাই তাক ধৰি ৰাখিবলৈ লৰ দি বিফল হ'ল। ভাবিৰাম মাজনিশাৰ ডাঠ আন্ধাৰৰ মাজত হেৰাই গ'ল। গোলাপী মূৰে-কপালে হাত দি দুৱাৰডলিত বহি পৰিল। তাইৰ মুখৰ পৰা ওলাই পৰিল, "হে ঈশ্বৰ"। তাই প্ৰভুক খাটিলে ঃ এতিয়াও যেন ভাবিৰামক সুমতি দিয়ক। যদি প্ৰভুৱে এইকণ কৃপা নকৰে, তেনেহ'লে অলপ পিছতে ভাবিৰামে যি বীভৎস কাম কৰিব সেই বিষয়ে এতিয়া তাইৰ ভাবিব পৰা শক্তি লোপ কৰক।

# উন বিনে ৰাতিয়া

দৰা পদূলিমূৰত ৰোৱাৰ সময়ত বিয়াৰ নাম শুনিও তৰুণাই কান্দিলে। ওচৰত থকা ছোৱালীযেও তাইক দেখি কান্দিলে। পুনৰ কইনাক হোমৰ ওৰিলৈ অনাৰ সময়তো কন্দা-কটা চলিল। পুৰা কইনাক দৰাৰ কাষত মটৰত বহুৱাই দিয়া সময়তো কইনাই উচুপনি বন্ধ কৰিব নোৱৰা হ'ল। মাক, বাযেক আৰু লগৰ ছোৱালী কেইজনীয়েও দুগালে চকুলো বোৱালে।

তিৰোতাৰ কান্দোনেই সাৰ। এই সময়ত, ওপজা ঘৰখন চিৰদিনলৈ এৰিবৰ সময়ত, ঘৰৰ ছোৱালী এজনী এঘৰলৈ উছৰ্গা কৰাৰ সময়ত তিৰোতাৰ চকুত চকুপানী দেখিলে, এই নিৰ্মম কথাষাৰ সুঁৱৰিবলৈ মন নাযায়। সিঁহতে কান্দিবই। পৰিবৰ্তনক তিৰোতাই বেছি ভয কৰে, আনকি কুমাৰী মনে গোপনে পুহি ৰখা মধুৰ পৰিবৰ্তনতো সিহঁত কাতৰ হয়।

কিন্তু ক্ষন্তেকলৈহে তৰুণাই কান্দিছিল। ওপজা ঘৰখনৰ মাযাই আৰু ঘৰৰ একেসুৰীয়া জীৱনৰ অজান আকৰ্ষণে তাইক আতুৰ কৰিছিল। তাতোকৈ বেছি মনঃপীডা দিছিল বাযেক বৰুণাৰ আচৰণে, বৰুণাৰ অস্পষ্ট ভৱিষ্যতে, তাইৰ মহত্বই আৰু তাইৰ ত্যাগৰ অভিনৱত্বই। আধ্যাপিকা বৰুণা কাকতি। এই নামটো লৈ বহুতৰ ঔৎসুক্য আছে। এই নামটো আপোন অৰ্থত বিখ্যাত। এই নামধাৰিণীৰ একত্ৰিশ বছৰৰ যৌৱন বহুতৰ কৌতূহলৰ সামগ্ৰী। পিছে নকইনা তৰুণাই তাইক এজনী মৰমিয়াল বাযেক হিচাবেই বুজি আহিছে। বেছিকৈ বুজিছে বৰুণাৰ ত্যাগক আৰু নিৰ্লিপ্তিক। সেই কাৰণেই বিয়াৰ দিনা উচুপনি বন্ধ কৰিব নোৱৰা সময়খিনিত বৰুণাৰ সংগোপন অস্তিত্ব মনৰ পৰা ক্ষন্তেকলৈ আঁতৰ কৰিব পৰা নাছিল।

কান্দোনতকৈ দুখৰ বয়স বেছি। কান্দোন বিশেষ মুহূৰ্তত স্তব্ধ হয়। দুখ উমি উমি জ্বলে। এদিন পাহৰণিৰ শীতৰ পৰশে দুখৰ কাৰণক স্মৃতিলৈ ৰূপান্তৰিত কৰে। এই দিনটো এবছৰৰ পাছতো আহিব পাৰে, ভাগ্যবশতঃ এদিনৰ পিছতো আহিব পাৰে। মন পৰিস্থিতিৰ দাস। এই মন পানীৰ ওপৰত ৰৈ থকা বৰফ এটুকুৰাৰ দৰে সামান্য অংশহে দৃষ্টিৰ সমতলত দেখা দিয়ে।

ফুলশয্যাৰ ৰাতি এজন পুৰুষ চিৰদিনলৈ আপোন হৈ পৰিল। এজন দুদিনৰ আগৰ অপৰিচিত পুৰুষ নিজৰ জীৱনতকৈ ডাঙৰ হ'ল। নতুন ঘৰখন ওপজা ঘৰখনতকৈ আপোন হ'ল। দেহ ফুল হ'ল। ফুলৰ পাপৰি কামনাৰে ৰঙা হ'ল। ৰঙা আবেদনত নিজকে সমৰ্পণ কৰাৰ পৰিতৃপ্তিত নতুন লাস্যৰে মহিমাময় হ'ল। সঘনে বাগৰি যোৱা নিশাবোৰ চুটি চুটি হ'ল। দিনৰ পোহৰত ইঙ্গিতময মৰমবোৰ বিৰিঙি উঠিল। সৰু সৰু কথাবোৰ, চুটি চুটি শব্দবোৰ গীতৰ লয় হ'ল।

তৰুণাই অতীত পাহৰি গ'ল। বৰ্তমানৰ জল-টল-মল ছন্দত তৰুণা মিলি গ'ল। নিয়ত বৰ্তমানৰ প্ৰতিটো মুহূৰ্তই প্ৰাণ পালে, দীক্ষা পালে, যাদুস্পৰ্শ পালে। এই মধুৰ জীৱনবোধে, এই নতুন ৰঙে, এই নতুন সুৰভিয়ে অধ্যাপিকা বৰুণা কাকতিক সোঁৱৰাব নোৱাৰে, সোঁৱৰাই জীৱন-ছন্দক সামান্যভাৱেও ব্যাহত কৰাব নোৱাৰে। এই জীৱন-ছন্দত মাথোন সুখ, মাথোন আপোন পৰিতৃপ্তিৰ সীমাহীন আকাঙ্খা।

প্ৰভাতৰ নিযৰৰ কণিকাবোৰ মুকুতা হৈ সৰে। ফুলবোৰ দেহা হয। ফুলৰ সুৰভিয়ে মনৰ ৰূপ লয। ফাগুনী বতাহত মনৰ পানচৈ অহা-যোৱা কৰে। তৰুণাই বৰুণাৰ অস্তিত্বও পাহৰি পেলায়। কিয়নো এই যুগ্মজীৱন একক, স্বযংসম্পূৰ্ণ। ইযাত বহু আলোচিতা, বহু পৰিচিতা অধ্যাপিকা বৰুণা কাকতিৰ স্থান নাই।

আঠমঙলা খাবলৈ সিহঁত অহা কথা। ইঞ্জিনীয়াৰ স্বামী অৰূপ দত্ত আহিব শাহুৰ-শাহুৰ ঘৰলৈ। তৰুণা আহিব ওপজা ঘৰখনত চাৰিদিন আলহী থাকিবলৈ। তৰুণাই পুৱাতে গা ধুলে। এটা বাকচত নিজৰ প্ৰয়োজনীয কাপোৰখিনি ভৰালে। তাতকৈ সৰু বাকচ এটাত অৰূপৰ সাজ-পোছাক জাপি গ'ল— দুযোৰ ট্ৰপিকেলৰ চুট, এটা গাউন, কিছুমান ছাৰ্ট আৰু আঠডাল বিভিন্ন নক্সাৰ নেকটাই। প্ৰসাধন সামগ্ৰী আৰু আন বস্তু সৰু চুটকেছটোত ভৰালে। তাৰ পিছত এশ তেৰ মাইল দূৰত্বলৈ যোৱাৰ বাবে টেৰেলিনৰ ধুনীযা শাডী এখন পিন্ধি তাই প্ৰস্তুত হ'ল। সিহঁত টেক্সীখন অহালৈকে বৈ থাকিল। বাৰাণ্ডাত বৈ থকা এনে এটা অৱস্থাত তাই অৰূপলৈ চালে। তাৰ মুখত অকণো চঞ্চলতা প্ৰকাশ পোৱা নাই। আকৌ এবাৰ সূক্ষ্মভাৱে চালে। ট্ৰপিকেলৰ পেণ্টটো, ডেক্ৰনৰ চাৰ্টটো আৰু আজাৰফুলীযা টাইডালেৰে তাক বৰ ধুনীয়া দেখা গৈছে। টৌ উঠা ডাঠ চুলিখিনি অবিন্যস্ত হোৱাৰ কাৰণে সি বৰ মোহলগা হৈ পৰিছে। এনেকুৱা এজন স্বামী পালে কাৰ গৰ্ব নহ'ব? ধুনীয়া স্বাস্থ্যৱান উপাৰ্জনক্ষম স্বামী যে সকলো অবিবাহিতাৰে আশাৰ সপোন।

টেক্সী আহি পালেহি। তৰুণাই শহুৰেক আৰু শাহুৰেকক সেৱা কৰি, অইনক মাত লগাই টেক্সীত উঠিল। অৰূপে পোনতে তাইৰ ওচৰত বহিবলৈ সংকোচ কৰিলে,— মাক-বাপেক আৰু ভনীয়েক দুযোজনীয়ে বাৰাণ্ডাৰ পৰা চাই আছিল কাৰণেই সি ড্ৰাইভাৰৰ কাষত বহিল। চহৰ পাৰ হোৱাৰ পিছত তাৰ নিৰ্দেশমতে টেক্সী ৰ'ল। সি উঠি আহি তৰুণাৰ কাষত বহিলহি। অশান্ত হাতখন তাইৰ পিঠিত আওজাই টেক্সীৰ গতিৰ লগত গাৰ হেন্দোলনি মিলাই দি ক'লে, "চাৰে ছটা বজাত পাবগৈ লাগে।"

তাই ক'লে, "কিন্তু চাবা, পাওঁতে পাওঁতে সাতটা বাজিব। বোকাখাতত চাহ খাওঁতেই আধাঘণ্টা লাগিব।"

সি ক'লে, "তেনেহ'লে তুমি ঘণ্টা, মিনিট পৰ্যন্ত হিচাপ কৰি আছা? ঘৰলৈ কমটো আকৰ্ষণ নহয়।"

তাই ক'লে, "কিয়নো হেঁপাহ নহ'ব? তোমালোক মতা মানুহবোৰৰহে ভাল। তিৰোতা জনম লৈ ঘৰখন এৰিবলগীয়া হ'লেহে বুজিবা, ঘৰ কি বস্তু।"

অৰূপে তাইক সমৰ্থন জনাই মিচিকিয়ালে। চিগাৰেট এটা জ্বলাই ধোঁৱাবোৰ এৰি দি বাহিৰলৈ একান্তমনে চাই ৰ'ল। টেক্সীৰ ভিতৰত কুণ্ডলী পকাই বাহিৰলৈ উৰিব খোজা ধোঁৱা অলপমান তাইৰ গাল আৰু নাকত লাগিল। তিনিদিন মানৰ আগৰে পৰা তাৰ ওপৰত কৰ্তৃত্ব চলাবলৈ ইচ্ছা কৰা ন-

গৃহিণীৰ মনটোৱে তাক ক'বলৈ বিচাৰিলে, "কিয়নো এইসোপা হোপা? এইবোৰ ছপি কি সোৱাদ পোৱা? এইবাৰ বাৰু ঘূৰি আহোঁ। মোৰ উৎপাতত তুমি চিগাৰেট খাব নোৱাৰিবা। তোমাক চিগাৰেট এৰুৱাব নোৱাৰিলে ভাবিম, তোমাৰ মোলৈ মৰম নাই।" কিন্তু তাই নক'লে। এই প্ৰসঙ্গ নিতান্ত অদৰকাৰী যেন লাগিল। কাৰণ, আচম্বিতে এটা উপলব্ধিয়ে তাইক আতুৰ কৰি তুলিলে। ভাব হ'ল এতিয়া অৰূপে তাইৰ মুখলৈ চালেই যেন তাই ধৰা পৰি যাব। তাইৰ চকুৰ কোণ সেমেকিল। সশব্দে ওলাই আহিব খোজা হুমুনিয়াহ এটা সযত্নে বাধা দি অস্থিৰ মনেৰে বাহিৰৰ মুকলি পথাৰলৈ চাই ৰ'ল। তাই নিজক ধিক্কাৰ দিলে। নিজৰ স্বাৰ্থপৰতাক আৰু ব্যক্তিমুখী চৈতন্যক দোষ দিলে। মনে মনে বাইদেৱেককো ক্ষমা বিচাৰিলে। তাই, তৰুণা, ইমান অকৃতজ্ঞ হ'ব নালাগিছিল। কিযনো, পুৰা আঠদিনৰ মূৰত এতিযাহে, - ঠিক এই মুহূৰ্ততহে— বাইদেৱেক বৰুণালৈ তাইৰ মনত পৰিছে।

তাইক অন্যমনস্কা হোৱা দেখি অৰূপে সুধিলে, "তৰু, ঘৰৰ কথা ভাবি তেনেই তন্ময নেকি?"

"নাই ভবা। বাহিৰলৈ চাই চাই ভাল লাগিছে।"

"বোধকৰোঁ ভৱিষ্যতে ঘৰলৈ ঘনাই ঘনাই আহিব পাৰিবা। মই গোলাঘাটলৈ বদলি হোৱাৰ কথাটো খাটাং বুলি জানিব পাৰিলোঁ।"

"গোলাঘাটৰ পৰা যোৰহাট কিমান দূৰ?"

"পঁয়ত্ৰিশ মাইল। তিনিমাহৰ পিছত অৰ্ডাৰ দি থোৱা এম্বাছেদৰখনো আহিব বুলি আজি ডীলাৰেও কৈছে। গতিকে এই কেইমাইল বাট দূৰ যেন নালাগিব।"

এই সুখবৰতো তৰুণাই আনন্দৰ সঁহাৰি নিদিলে। ইযাৰ পিছত অৰূপে কোৱা কথাবোৰ নিৰাসক্তভাৱেহে শুনিবলৈ ধৰিলে আৰু সমিধানবোৰো চুটি চুটি হৈ পৰিল। অৰূপেও কথা কোৱাৰ উৎসাহ নাপালে। 'এযাৰ বেগ'টোৰ পৰা আলোচনী এখন উলিয়াই ছবি চোৱাত মন দিলে।

তৰুণাই যেন এতিযাহে শান্তি পালে। তাই কিছু সময় অকলে থাকিবলৈ খুব ইচ্ছা কৰিছে। বেদনাৰ চেকা লাগি মন বিবৰ্ণ হৈছে। অজানিতে এটা এটাকৈ পুৰণি কথাবোৰ মনলৈ আহিছে। চকুত ভাহি উঠিছে এখনি বেদনা-বিধুৰ মুখ, যৌৱনক বলেৰে শান্ত কৰিব খোজা, আদৰ্শৰে সান্ত্বনা বিচৰা আৰু পুথিগত বিদ্যাই গম্ভীৰ ব্যক্তিত্ব দিয়া এজনী একত্ৰিশ বছৰীয়া গাভৰুৰ ছবি আৰু টেবুলত দ'ম খাই থকা কিছুমান শকত শকত কিতাপ। এই মুখ, এই ছবি আৰু এইবোৰ কিতাপ অধ্যাপিকা বৰুণা কাকতিৰ

বহু আলোচিতা, বহু প্ৰশংসিতা আৰু বহু পৰিচিতা বৰুণা কাকতি। এই নামত ইন্দ্ৰজাল আছে। অৰ্থনীতিৰ দৰে গহীন বিষয়ত প্ৰথম শ্ৰেণী লাভ কৰা বৰুণা কেৱল সুযোগ্যা অধ্যাপিকাই নহয়, লেখিকাও। কেৱল লেখিকাই নহয়, ৰূপৱতী লেখিকা। অথচ তাইৰ মনৰ খবৰ কেইজনে ৰাখিছে? অতীতৰ বিশেষ এটা আখ্যান জনা মানুহৰ এই চাৰি বছৰ জানো তাইৰ প্ৰতি অনুকম্পা আছে? তাইৰ লিখাত আজিকালি কিয় পূৰ্বৰ ঐকান্তিকতা বিচাৰি পোৱা নাযায, তাৰ মূল কাৰণ জানো কোনোবাই জানিবলৈ ইচ্ছা কৰিছে আৰু সমব্যথী হৈছে?

তৰুণা বৰুণাতকৈ আঠ বছৰৰ সৰু যদিও তাই এইবোৰ সকলো জানে। তাকে জানি তাই বাইদেৱেকক দোষ নিদিয়ে। দোষ দিয়ে ভাগ্যক, আত্মনাশী ছেগ একোটাক আৰু মধ্যবিত্তৰ অসচ্ছল জীৱনচক্ৰক। আৰু বৰুণাৰ দুৰ্ভাগ্য হ'ল, তাইৰ বহুত গুণ আছে। এই গুণৰ কাৰণেই জীৱনৰ প্ৰথম পুৰুষজনে তাইক মৰম দিও সন্দেহী হৈ পৰিছিল। তাই প্ৰবঞ্চিতা হ'ল। আৰু পুৰুষ আহিছিল। কিন্তু

কোনেও তাইক আপোন বুলি গ্ৰহণ কৰিব নোৱাৰিলে। হঠাতে তাই অকলশৰীয়া মনৰ বোজা পাতলাবলৈ বিচাৰিলে যৌন মুক্তিৰে। কিন্তু এই বিকল্পই শান্তি নিদিলে। বৰঞ্চ সেই কাৰণে তাইৰ বা-বদনামহে চৌদিশ ব্যাপ্ত হ'ল। এইফালে তাই ঘৰখনো এৰিব নোৱৰা হ'ল। বুঢ়া বাপেক সম্প্ৰতি অসমৰ্থ। তাইৰ অবিহনে ঘৰখন তৰিব নোৱাৰে।

তৰুণাই ভাবিছিল, বায়েকৰো ভৱিষ্যৎ নাই, তাইৰো ভৱিষ্যৎ নাই। কিন্তু এদিন শুনিবলৈ পালে, তাইৰ কাৰণে এটা ল'ৰা ঠিক হৈছে। বাপেকৰ তাত সন্মতি আছে। বৰুণাই তাইৰ কথা সম্প্ৰতি ভবা উচিত নহয বুলি বাপেক-মাকক কোৱা কথাত তেওঁ লোকৰো বিশ্বাস হৈছে যে তাইৰ কাৰণে ল'ৰা এটা যোগাৰ কৰা বৰ সহজ।

তৰুণাৰ আচৰিত লাগিল। তাই পোনতে নিজৰ কাণ দুখনকে বিশ্বাস কৰিব নোৱাৰিছিল। কিন্তু সকলো সঁচা। ঘৰখন তাইৰ আঙঠি পিন্ধোৱা দিনটোৰ অপেক্ষাত ব্যস্ত। তৰুণাৰ অসহ্য লাগিল। এনে কথা তাই হ'বলৈ দিব নোৱাৰে। বৰ অশোভন কথা। বাইদেৱেক কিহৰ ভৰসাত বৈ থাকিব? বাইদেৱেকৰ যে বিয়া হোৱাৰ সম্ভাৱনা নাইকিয়া হ'ব!

তাই বাইদেৱকক মনৰ কথা কৈ পোলোৱাই উচিত বুলি ভাবিলে।

"বাইদেউ, এইবোৰ কি শুনিছোঁ?"

"ঠিকেই শুনিছ। এনে এটা সুবিধা বাদ দিব নোৱাৰি।"

"কিন্তু ”

"কিন্তু কি?"

"মই আগতে ”

"এইবোৰ তোৰ ভাবিবলগীয়া কথা নহয়। দেখিছোঁ, তোৰ ভবা শক্তি কম। বি এছ চি পাছ ছোৱালীজনীক আৰু সুকীয়াকৈ জবাবৰ প্ৰয়োজন নাই। নিজেই বুজি ল।"

তৰুণাৰ মনটো জামৰি গ'ল। তাইৰ সুধিবলৈ ইচ্ছা আছিল, বায়েকে কেতিয়াও বিয়াত নোসোমাব নেকি? কিন্তু সাহ নহ'ল। সংকোচ হ'ল। বৰুণা তাইৰ ওচৰৰ পৰা গহীনাই আঁতৰি যোৱাৰ পিছত তাইৰ অকস্মাতে দুধাৰি চকুলো বাগৰি পৰিল।

এদিনৰ পিছত তাই আকৌ বৰুণাক ক'লে, "বাইদেউ, মই তোক কিবা এটা সুধিম বুলি ভাবিছোঁ যদিও সুধিবলৈ ইচ্ছা কৰা নাই। এইবোৰ কি ঘটিছে, একো বুজিব পৰা নাই।" বৰুণাই আন এফালে চাই লাহে লাহে ক'লে, "তই কি ক'ব খুজিছ, মই বুজি পাইছোঁ। বুজিছ তৰু, এনে কিছুমান ছোৱালী আছে, সিহঁতৰ সকলোৰে মিথুন লগ্নত জন্ম। সিহঁতৰ বিয়া হ'ব নোৱাৰে। সিহঁতৰ কিছুমান হয়তো দেখাত আপচু। কিছুমান দেখাত ভাল, কিন্তু সিহঁত লোকৰ কাৰণে বাচি থাকিবলৈ বাধ্য। কিছুমান আছে সিহঁতৰ আকৌ বেছি ভাল। সেই কাৰণেই অৱস্থাই সিহঁতৰ মাজত গৃহিণী হোৱাৰ লক্ষণ আছে বুলি কোনেও নাভাবে।"

তৰুণাই হাতৰ তলুৱাখনলৈ চাই চাই সুধিলে, "কিন্তু তোৰতো অথন্তৰ আছে বুলি তই ভাবিব নালাগে। তই এনেকৈ কিয় ভাব?"

বৰুণাই নিৰস হাঁহি এটাৰে ক'লে, "তই এতিয়াও সৰু হৈ আছ। এইবোৰ বুজি নাপাব। আৰু মোক জানিবলৈ তোৰ উপায়ো নাই। কোনেও ভনীয়েকক বায়েকৰ কথা ক'বলৈ সাহ নকৰে।"

"তই বেয়া?"

"হ'ব পাৰোঁ। কিন্তু তাৰ আগতে তই আৰু এটা কথা জনা দৰকাৰ। বিজ্ঞানে বিৱৰ্তনক বিশ্বাস কৰে। এইবোৰ কথাতো কিতাপতে পাইছ। ধৰ্মৰ মতো হ'ল— একে জীৱনতে মনৰো ইভ'লিউশ্যন হ'ব পাৰে। কিন্তু কোনো মানুহে এজনী ছোৱালীৰ অতীতক ক্ষমা নকৰে, মনৰ ইভ'লিউশ্যন বিশ্বাস নকৰে কাৰণেই। সেইকাৰণে ভাল হ'বলৈ বিচৰা ছোৱালীয়ে ভাল হ'বলৈ সুবিধা নাপায়।"

"তই কি ক'বলৈ বিচাৰিছ? মই একো বুজা নাই।"

"হয়তো বুজিছ। মই বেয়া পাওঁ বুলিয়েই নুবুজা ভাও জুৰিছ।"

"তেনেহ'লে তই বিয়া নোসোমাব?"

"সোমাম। এতিয়া নহয়। দেৰিকৈ।"

এইবুলি কৈ বৰুণা হঠাতে তাইৰ ওচৰৰ পৰা আঁতৰি গ'ল। তৰুণা এইবাৰ বেছি বিমোৰত পৰিল। মনৰ সকলো অনুমান খেলিমেলি হৈ পৰিল। ভাবিলে, এৰি অহা অতীতৰ কাৰণে বৰুণাৰ বিয়া নহ'বনে, তাইৰ বিয়াৰ কাৰণে মানসিক প্ৰস্তুতি হোৱা নাইনে, অচল অৱস্থাত তাই ঘৰখন এৰি থৈ যাবলৈ ইচ্ছা কৰা নাই? তাইৰ পণ্ডিতমন্য মনটো পুৰুষ-বিদ্বেষী? তাইৰ বিষয়ে ঘুনুক-ঘানাককৈ শুনা কথাবোৰ তেনেহ'লে সঁচা? এতিয়া কি তাইৰ ছদ্মবেশী জীৱন? তেনেহ'লে তাই যৌৱনটো অথলে যাপন কৰা নাই?

পৰস্পৰ বিপৰীত ধৰণৰ চিন্তাই তৰুণাক অস্থিৰ কৰি তুলিলে। বৰুণা সাঁথৰ হৈ ৰ'ল। দুদিনৰ পিছত পিছে বৰুণাই তাইক ক'লে, "তোক পৰহি মিছায়ে ইমানবোৰ কথা ক'লোঁ। তই কিয় ইমান চিন্তা কৰিছ? দেউতাই কিবা মোৰ কথা নভবাকৈ আছেনে? মাৰ হতুৱাই মই দেউতাক জনাই দিছোঁ, আৰু দুবছৰ পিছত মোৰ বিয়া হ'ব। তাৰ লগত যে মোৰ মিল আছে, এই কথা মাক ক'লোঁ।"

"কাৰ কথা কৈছ?"

"নাম জানি লাভ নাই। ডি এছ পি কাম কৰে। আমি একেলগে পঢ়িছিলোঁ। যোৱা মাহত সি নাগালেণ্ডলৈ বদলি হৈছে। মিলিটেৰীৰ লগত সি ব'ৰ্ডাৰত ডিউটী দিব লাগে। সি মাক জনাইছে যে তিনি বছৰলৈকে সি তাৰ পৰা বদলি হৈ অহাৰ আশা নাই। সি বদলি হোৱালৈকে মই বাট চাব লাগিব। এইটো কথা মই পৰহিয়েই তোক কম বুলি ভাবিছিলোঁ। কিন্তু ক'বলৈ সঙ্কোচ হৈছিল। পিছত ভাবিলোঁ, বয়সত সৰু হ'লেও গ্ৰেজুৱেট ছোৱালীজনীক স্পষ্ট কথাটো কৈ দিলে মোৰ সন্মান হানি নহ'ব।"

এই কথা শুনি তৰুণাই বহুত সকাহ পালে। তাই লাজত বাইদেৱেকৰ মুখলৈ চাব নোৱৰা হ'ল। আনন্দ মনেৰে বাইদেৱেকৰ ওচৰৰ পৰা আঁতৰি আহিল। বিয়াৰ এসপ্তাহৰ আগলৈকে তাই আনন্দ মনেৰে কটালে। কিন্তু দুদিনৰ আগতেহে তাই মাকক দুই এষাৰ কথা সোধাৰ পিছত সহজে বুজি পালে যে বৰুণাই উল্লেখ কৰা ডি এছ পি জন মনে সজা। গোটেই ঘটনাটোৱেই তাইৰ উৰ্বৰ কল্পনাৰ সৃষ্টি। হয়তো অলীক ঘটনাৰ উদ্ভাৱনাৰ কাৰণ তৰুণাক শান্তি দিয়াহে।

এই কথা জনাৰ পিছত তৰুণাৰ উপায়হীন অৱস্থা। বিয়াৰ দুদিনৰ আগতে আৰু তাইৰ মত সলনি কৰিবৰ সময় নাই। তাইৰ চকুত বৰুণাক দেৱী যেন লাগিল। বৰুণাই যেন নিজক বলি দিছে। কেৱল তাইৰ কাৰণে। তাই কৃতজ্ঞতাৰ ভাষা বিচাৰি নাপালে। গুণী বাইদেৱেকক সেৱা এটা কৰিবৰ মন গ'ল। বিয়াৰ প্ৰতি মুহূৰ্ততে বাইদেৱেকৰ কথা মনলৈ আহিল। কৃতজ্ঞতা আৰু দুখ মিহলি মনেৰে তাইৰ

যুগ্ম জীৱনৰ ভৱিষ্যৎ চিন্তা কৰি তৃপ্তি নাপালে।

কিন্তু সেইজনী তৰুণাই বিয়াৰ পিছদিনাৰ পৰা এই আঠদিন বাইদেৱেকক পাহৰি আছিল। এতিয়া মনত পৰিছে ঘৰৰ ফালে টেক্সীখন চলাৰ কাৰণে। ঘৰত চাৰিদিন থাকিব লাগিব কাৰণেহে।

এটা এটাকৈ সকলো কথা জল্‌জল্-পটপটকৈ তাইৰ মনত পৰিছে। দেৱী প্ৰতিমা যেন বৰুণা কাকতি তাইৰ চকুৰ পটত স্থিৰ হৈ ৰৈছে। তৰুণা অস্থিৰ হৈছে। নিজৰ স্বাৰ্থপৰতাক দোষ দিছে আৰু অকৃতজ্ঞ হোৱাৰ আত্মগ্লানিত ভুগিছে। বৰুণাৰ ওচৰত ন-বোৱাৰী হিচাপে, মূৰত ওৰণি আৰু সেওঁতাত এসেৰা সেন্দূৰ লৈ এনেকৈ থিয় হ'ব পাৰিব আৰু সেই সময়ত দুয়োজনীৰ মনৰ অৱস্থা কেনে হ'ব-ইয়াকে ভাবি তাই বৰ বেছি ভাবপ্ৰৱণ হৈ পৰিছে। উদ্বিগ্ন হৈছে, ভাৰাক্ৰান্ত মন অৱসন্ন হৈ পৰিছে। আশ্বাস বিচাৰি অৰূপৰ মুখলৈ চাইছে। কিন্তু সেই মুখ নিৰুদ্বেগ, দৃঢ় আৰু কৌতূহলশূন্য। ইঞ্জিনীয়াৰ মানুহ। প্ৰায়ে জীপ-ফাৰ্ষ্ট ক্লাছত ঘূৰি ফুৰে। গতিকে তেওঁলোকে ভ্ৰমণত একো নতুনত্ব অনুভৱ নকৰে। পোন পহিলাবাৰ শহুৰেকৰ ঘৰলৈ ওলোৱাৰ দিনাও সি বিশেষ আলোড়ন অনুভৱ কৰা নাই।

তৰুণাই আকৌ ভাবিলে— হয়তো কাৰিকৰী বিদ্যাৰ শিক্ষাই অৰূপক বেছি যুক্তিবাদী কৰিছে। তাৰ মনত সৰু সৰু অনুভূতিৰ স্থান নাই। হয়তো সকলো মানুহেই বিয়া পাতি আঠ-মঙলা খাবলৈ যায় বাবেই নিজেও তাকে কৰি জীৱনলৈ আকৌ এবাৰ নহা এই বিশেষ দিনটোক আপোন মনৰ মাধুৰীৰে চাব পৰা নাই। নতুবা আলোড়নৰ বহিৰ্প্ৰকাশ অননুমেয়।

ফাগুনৰ এছাটি বৰষুণৰ পিছত গাত অলপ জাৰ লাগিছে। বৰষুণৰ পানীয়ে ধূলি-মাকতি গুচাই গছ-গছনি সেউজীয়া উজ্জ্বল কৰি তুলিছে। ঋতুৰ সঞ্জীৱনীয়ে প্ৰকৃতিক যৌৱন দিছে। এই যৌৱনেও প্ৰাণীজগতক যৌৱন দিছে।

টেক্সীখন পাৰ হৈছে চাহনিৰ মাজে মাজে, চেঁচু-শাল-গামৰিবনৰ মাজে মাজে। সেই গতিৰ আপেক্ষিতাৰে বহল পথাৰবোৰ আৰু দূৰণিৰ সৰু সৰু সেউজীয়া গাঁওবোৰ ঘূৰি ঘূৰি স্থিৰ হৈ ৰৈছে।

বসন্তৰ এই উম লগা বতৰত সৃষ্টি-উন্মাদনাৰ স্পন্দন। বতাহো যেন মৰম, বাসনা আৰু জীৱন-লালসাৰে আপোন পাহৰা।

আবেলিৰ আকাশে বৰ্ণ-বৈচিত্ৰ্যৰ মধুযামিনীৰ আয়োজন কৰিছে।

ইয়াকে চাই চাই তৰুণাই স্মৃতি ৰোমন্থনৰ দুখ পাতলাইছে। অৰূপৰো তাইক বেছি ভাল লগা হৈছে। সি বেছি কাষ চাপি বহিছে।

"বিয়াৰ ৰাতিয়েই লক্ষ্য কৰিলোঁ, তোমালোকৰ ঘৰটো এল্ পেটাৰ্ণৰ। নহয় জানো? ড্ৰয়িং ৰুমটো কোনখিনিত?"

"বিয়াত আলহী সোধা কোঠাটোৱেই।"

"বাৰু, কোনটো ৰুমত কোন কোন শোৱে কৈ যোৱাচোন।"

"কেলেই? গৈ দেখোন সকলো গম পাবা?"

"আগতে কোৱাচোন। মোৰ স্বাৰ্থ আছে।"

"নকওঁ। এই পোন্ধৰ মিনিট ধৈৰ্য ধৰা। পুলিবৰ পালোঁহিয়েই দেখোন।"

"তোমালোকৰ ঘৰ পাই ৰুমবোৰ ভুমুকিয়াই চাই ফুৰিবতো নোৱাৰি। মই যে গহীন হৈ থাকিব লাগিব। গতিকে আগতে জানি লোৱা ভাল।"

'কিন্তু তাকে জানিবলৈ ইমান আগ্ৰহ কিয়? আমাৰ ঘৰত কিবা কষ্ট পাবানে? তোমাক কিবা বাৰাণ্ডাত শুবলৈ দিমনে?"

"এস্ খং খালা কিয়? তুমিও আঁকৰী। তোমাৰ স্বাৰ্থৰ কাৰণেও এই প্ৰশ্ন কৰিছোঁ। বাৰু ড্ৰয়িং ৰুমৰ কাষৰ কোঠাটোত কোন থাকে।?"

"সেইটো গেষ্ট ৰুম।"

"অ' বুজিলোঁ। বেছ ব্যৱস্থা। বাৰু, তুমি যে কৈছিলা— নতুনকৈ বিয়া কৰাই আৰু বেলি মাৰ্ঘেৰিটাৰ মোমাইদেৱেৰা আৰু মামীদেৱেৰা যে আহিছিল,— সিহঁত ক'ত আছিল?"

"গেষ্ট ৰুমত।"

এই বুলি কৈয়ে তৰুণা শিয়ঁৰি উঠিল। 'গেষ্ট ৰুমত' বুলি কোৱাৰ লগে লগেই তাই অৰূপৰ অভিপ্ৰায়টো বুজি পালে। এৰা, সি তেনেকৈ ভাবিবই। নৱ-দম্পতীৰ কাৰণে চাৰিটা ৰাতিৰ বিচ্ছেদেই যেন বহুত ৰাতিৰ বিচ্ছেদ। কিন্তু উপায় নাই। তাই ইমান নিষ্ঠুৰ হ'ব নোৱাৰে।

তাই চিন্তাগ্ৰস্ত হৈ অৰূপৰ মুখলৈ চালে। সিও তাইলৈকে চাই আছে। তাৰ এই দৃষ্টি অদ্ভুত। এই দৃষ্টিত মৰমতকৈ বাসনা বেছি। তাই তাৰ এই দৃষ্টিৰ লগত পৰিচিত। সেইহে তাই তাৰ হাত দুখনত ধৰি মিনতিৰ সুৰেৰে ক'লে, "মোৰে শপত, তুমি মোক ঘৰত অন্য ধৰণে থকা দেখি যেন খং নকৰা।"

"কিয় তেনেকৈ থাকিবা?" ব্যগ্ৰভাৱে অৰূপে সুধিলে।

"গেষ্ট ৰুমৰ ওচৰৰ ৰুমটোত বাইদেউ থাকে। অৱশ্যে মাজত ড্ৰয়িং ৰুমটো। তুমি গেষ্ট ৰুমত থাকিবা। মই এই চাৰিদিন এইটো ৰুমলৈ এবাৰো নাহোঁ। তুমি তাৰ বাবে যেন বেযা নোপোৱা।"

"কিয়?" অৰূপে নুবুজা ভাও ধৰি সুধিলে।

"বাইদেউলৈতো তোমাৰো সহানুভূতি থাকিব লাগে। কেনেকৈ মই ইমান নিষ্ঠুৰ হ'ম? আমাৰ দুটাই গোপনে সৰু সৰুকৈ কথা পাতি থকা যদি তাই ইটো কোঠালিৰ পৰা শুনে, তাইৰ যে কেনেকুৱা লাগিব? তাইৰোতো এটা গাভৰুৰ মন আছে।" তৰুণাৰ মাতটো থোকাথুকি হৈ পৰিল।

অৰূপে কিজানি তাইৰ মনৰ ভাব বুজি পালে নতুবা বৰুণাৰ বেদনাৰ সম্ভাৱনা উপলব্ধি কৰিব পাৰিলে। সি অস্বাভাৱিকৰূপে গহীন হৈ পৰিল। টেক্সী আহি গন্তব্যস্থানত ৰোৱালৈকে সি এষাৰ কথাও নক'লে। তৰুণাই টেক্সীৰ পৰা আগতে নামি দ্ৰুতবেগে ঘৰলৈ খোজ দিলে। বাৰাণ্ডাত বৈ আছে মাক, ভনীয়েক আৰু ভায়েক দুটা। সিহঁতক দেখি তাইৰ অইন এটা সন্দেহ হ'ল। এবাৰ পিছফালে চালে। অৰূপ টেক্সী ড্ৰাইভাৰৰ ওচৰত থিয় হৈ আছে। সম্ভৱ ভাৰাৰ টকা দিছে। এই সুযোগতে তাই মাকৰ আন কথা আওকাণ কৰি মাথোন সুধিলে, "মা, বৰুণা বাইদেউ ক'লৈ গ'ল? মাত শুনা নাই দেখোন।" মাকে কওঁ নকওঁকৈ ক'লে, "এস্, তাইৰ কথা নক'বি আৰু। ইমান ক'লোঁ বোলো তহঁত দুটা আজি অহাৰ কথা, তই আজিৰ দিনটো থাক ।"

"কিন্তু ক'লৈ গ'ল?" তৰুণাই আকুলতাৰে সুধিলে। মাকে ক'লে, "ডিব্ৰুগড়লৈ। মহাকৰ ঘৰলৈ যাম যাম বুলি হেনো যাবই পৰা নাই। এই কেইদিনতে গৈ নাহিলে পিছলৈ হেনো সময় নহ'ব।"

তৰুণাই "এ, হয় নেকি" বুলি কথাটো পাতল কৰিবলৈ চালে যদিও বেদনাসিক্ত চকুযুৰি মাকৰ চকুত পৰাত তললৈ মূৰ কৰিলে।

# প্ৰশিক্ষণ

মই স্তব্ধ হৈ ৰ'লোঁ। এইখিনি দূৰত্বৰ পৰাই ধৰিব পাৰিলোঁ। বুঢ়াজন ভৰত ছাৰৰ বাহিৰে আন কোনো হ'ব নোৱাৰে। মোৰ বৰ দুখ লাগি গ'ল। যোৱা দুবছৰৰ ভিতৰত ছাৰ বহুতো বুঢ়া হৈ গ'ল। লক্ষ্য কৰিলোঁ, ছাৰে ৰিক্সাত বহিয়েই গণি গণি ৰিক্সাবালাটোক পইচা দিছে। ৰিক্সাৰ পৰা দোপ দি উঠিবলৈ দুবাৰ চেষ্টা কৰি আকৌ বহি পৰিছে। পিঠিৰ ফালে আৰু কঁকালত হাত দিছে। মুখখন যন্ত্ৰণাত বিকটাই পেলাইছে।

মই আগবাঢ়ি গৈ থাকিলোঁ। তেখেতৰ ওচৰ পোৱা সময়খিনিৰ ভিতৰতে তেখেতে ৰিক্সাখনত কেবাবাৰো ভেজা দি তাৰ পৰা নামিল। কঁকালত এহাতে ভেজা দি এহাতে লাখুটিডালত খামুচি ভৰত ছাৰ অসহায়ভাৱে থিয় দি ৰ'ল। এবাৰ আলিৰ দুইকাষে চালে, এবাৰ ওপৰলৈ চালে। অলপ পিছতে এডীয়া কাপোৰখনৰ আগেৰে চকু দুটা মচিলে। লাহে লাহে ভৰিদুখন চোঁচৰাই নিয়াৰ দৰেই খোজ দি ৰাস্তাৰ কাষ পালেহি। বোধকৰোঁ যান-বাহনৰ বিপদ সীমাৰ পৰা নিজক আঁতৰত ৰাখিলে।

দহ বজাৰ সময়ত টাউনৰ আলিত চাইকেল আৰোহী কেৰানী-মহৰীৰ দল, জাক পাতি হাঁহি-খিকিন্দালি কৰি অহা ছাত্ৰ-ছাত্ৰী আৰু মাটি কঁপাই দ্ৰুতবেগেৰে চলা ট্ৰাক আৰু জলফাই বৰণীয়া সৈনিকৰ গাড়ী অভ্যস্ত চৰণেৰে পাৰ হৈ ছাৰৰ ওচৰত থিয় দিলোঁহি। ছাৰে চকুৰে ভালকৈ নমনে বুলি অনুমান কৰি মাত লগালোঁ, "ছাৰ, মোক চিনি পাইছেনে? মই গোপেন, গোপেন তামুলী"।

নচলিব বুলি সন্দেহ হোৱা আধলি এটালৈ চোৱাৰ দৰে ছাৰে মোৰ চকুলৈ চালে। মোক চিনিবলৈ কষ্ট হ'ল যদিও চিনিলে। মোৰ মূৰত মৰমেৰে হাত ফুৰাই বোধকৰোঁ আগেয়ে দেখাতকৈ শকত হ'লোঁ নে ক্ষীণালোঁ তাকে জানিবলৈ চেষ্টা কৰিলে। মোৰো বুজিবলৈ বাকী নাথাকিল যে ছাৰে দেখে যদিও দৃষ্টিৰ সূক্ষ্মতাক বয়সে কাটি লৈছে।

কঁকালৰ বিষত আকৌ ছাৰক অস্বস্তিবোধ কৰা দেখা গ'ল। তথাপি তাকে ধৈৰ্যৰে লুকুৱাবলৈ চেষ্টা কৰি প্ৰথমে মাত লগালে, "অ, তই তেনেহ'লে গোপেন। বৰ এটা হলি। উস, মোৰ কি কপাল! চাৰি বছৰৰ মূৰত জিলালৈ আহিছোঁ। একো আওভাও বুজা নাই। দবিয়াই কোৱাৰ দৰে চিএৰিলে ৰিক্সা এখনো নাৰাখে। তোক নোপোৱা হ'লে, অফিচ উলিওৱাটো পিছ কথা, ঘৰলৈকো উভতি যাব নোৱাৰিলোঁহেঁতেন।

ছাৰৰ বৰ ভাগৰ লাগিছে। একেলগে কেইবাটাও উশাহ ল'লে। মই তেখেতৰ বিষয়ে কিবা সোধাৰ আগতে তেখেতে সম্প্ৰতি এঠাইত বহি বিশ্ৰাম লোৱাৰ ব্যৱস্থা কৰাৰ বিষয়েহে ভাবিবলৈ বাধ্য

হ'লোঁ।

"বাৰু গোপেন, এতিয়া কেইটা বাজিল ক'ব পাৰানে?" ছাৰেই আগতে সুধিলে। আমি থিয দি থকা ঠাইৰ বিপৰীতে থকা মনিহাৰী দোকানখনৰ বেৰত আঁৰি থোৱা ডাঙৰ ঘড়ীটোলৈ চাই ক'লো, "দহ বাজি সাত মিনিট গ'ল।" এইবাৰ ছাৰে চিন্তা কৰি ক'লে, "এস্ অকশমান জিৰাম বুলিহে ভাবিছিলোঁ। তেনেহ'লে জিৰোৱা নহ'ব।"

"কিয় ছাৰ?"

"এতিয়াই অফিচ পালেহে কিজানি দিনটোৰ ভিতৰত কাম শেষ হ'ব।"

কোন অফিচত ছাৰৰ কি কাম আছে? ৰাজপথত এই অৱস্থাত থিয দি থকা ভৰত ছাৰৰ পৰা এই বিষয়ে জানিবলৈ উৎকণ্ঠা দেখুৱাই ক'লোঁ, "পিছে ছাৰ, এতিয়া অফিচ ওলালেগৈ একো কামত নাহে। এতিয়া হয়তো অফিচলৈ কোনোবা আহিব, কোনোবা নাহিব। এঘাৰমান বজাতহে আটাইবোৰ চাকৰিয়াল আহি পায়হি। কেৰাণী আৰু অফিচাৰৰ সংখ্যাহে বাঢ়িছে। সিহঁতৰ কামত তেনেই গাফিলতি। এতিয়াহে ভাৰতত পূৰ্ণ স্বৰাজ। কেৰাণীৰ ওপৰতো কৈফিয়ৎ লোৱাৰ দিন উকলিল।"

চাকৰিয়াল জাতিটোৰ ওপৰত মোৰ খং। তেওঁলোকৰ জীৱনত হয়তো উদাৰতা নাই। সেই জীৱনত আছে অসুস্থ সচেতনতা।

মোৰ এই খং আৰু খঙৰ হেতু ব্যক্তিগত যদিও (মোৰেই দোষ। এজন পণ্ডিতে কৈছে যে বৰ্তমান যুগত আমাৰ ক্ৰোধ, হিংসা, প্ৰেম, আনন্দ একোৱেই মৌলিক নহয। আমি চিন্তাহাৰা।) অলপ সুবিধা পায়েই ছাৰৰ আগত চমু ভাষাত মোৰ মনোভাব দাঙি ধৰিলোঁ। ছাৰৰ ইমান ভাগৰ লাগি আছিল যে তেখেতে মোৰ কথাত একো গুৰুত্ব নিদিলে।

মোৰ চিনাকি মানুহৰ দোকান এখনলৈ ছাৰক লৈ গৈ টুল এখনত বহুৱালোঁ। আনে তৈযাৰ কৰা চাহ আদি নাখায় কাৰণে পাণৰ দোকান এখনৰ পৰা মালভোগ কল এহালি আনি ছাৰক খাবলৈ দিলোঁ। কলকেইটা খোৱাৰ পিছত ছাৰে হাত-মুখ ধুলে। তেখেতৰ গালে বল আহিল যেন দেখা গ'ল। কিন্তু বিশ্ৰাম ল'লেও যে কঁকালৰ বিষ নকমে। তেখেতে জেপৰ পৰা এটা মলম উলিয়াই চোলাটো দাঙি কঁকালত অলপ মলম ঘঁহিলে আৰু পোন হৈ বহিবলৈ চেষ্টা কৰি ক'লে, "এঘাৰটা বাজিলনে বাৰু?"

"বাজিল। কাছাৰী ঘৰৰ বেলটো এইমাত্ৰ শুনিলোঁ।"

"তেনেহ'লে যাওঁ ব'ল।"

"ক'লৈ?"

"ছাপ্লাই অফিচলৈ।"

মই ভাবিছিলোঁ ছাৰ চহৰলৈ আহিছে অন্য লেঠাতহে। তেখেতো যে পাৰ্মিট বিচাৰি আহিব এই কথা কল্পনাও কৰিব নোৱাৰিছিলোঁ। আৰু কিমান কষ্ট কৰি যে তেখেত চহৰলৈ আহিছে। লাইন বাছ ধৰিবলৈ ঘৰৰ পৰা তিনি মাইল খোজকাটিলে। বাছতো হেনো হেঁচা-টেপা খোৱা পিছ কথাই, চাৰি মাইলমান বাট থিয় দি থাকিবলগীয়া হ'ল। সেইহে তেখেতৰ সদায় অলপ অলপ উক দি থকা কঁকালৰ বিষটো এতিয়া কালান্তক হৈ পৰিছে। কঁকালৰ গোটেই যোৰাটোতেই হুলে বিন্ধাদি বিন্ধিছে।

"কিহৰ পাৰ্মিটৰ কাৰণে আগতে দৰ্খাস্ত কৰিছিলে জানো?"

"প্ৰায দুমাহ হ'ল বোপাই। দৰ্খাস্ত ফাইলৰ মাজত ভাপতে গেলিল যেন পাইছোঁ। কেইবাটাও মানুহৰ যোগেদি খবৰ কৰালোঁ, সিহঁতেও একো উমঘামকে উলিয়াব নোৱাৰিলে। সেইহে মই আহিলোঁ। নহ'লে উপায় নাই। বঙলা ঘৰটোৰ বাতাম, কেচি দি উভা হৈ গ'ল। বিলাতী মাটি নোহোৱাত তলফালে উঁয়ে ধৰিছে। চ'তৰ পিছত যেতিয়া বৰষুণ আহিব তেতিয়া নিশ্চয় ওপৰৰ বাটাম কেচিবোৰো পচিব। এই মাহতে টিনপাতেৰে ওপৰখন ঢাকিব নোৱাৰিলে ল'ৰাটোৱে কষ্ট কৰি পঠোৱা কেবাহাজাৰো টকা পানীত পৰিব। সিফালে আগৰ ভেটিতে বঙলা ঘৰটো বহুৱাবলগীয়া হোৱাত এতিয়া আমি মুৰৰ সমান ওখ জুপুৰিটোতহে গাহৰি-কুকুৰাৰ দৰে আছোঁ। আৰু সেইবোৰ দুখৰ কথা পাছে পৰে ক'ম। সাধ্যতে ৰিক্সা এখন ৰখাই দে।"

খালী ৰিক্সা এখন মোৰ হাতৰ নিৰ্দেশ পাই বৈ গ'ল। মই সহায় কৰাৰ কাৰণেহে ছাৰে ৰিক্সাত বহিব পাৰিলে। কঁকালৰ বিষ কাৰণে ৰিক্সাৰ উচ্চতা ছাৰৰ বাবে বৰ অসুবিধাজনক।ময়ো ৰিক্সাত ছাৰৰ ওচৰতে বহিলোঁ। এনে সময়তে সাধাৰণতে ৰিক্সাৱালাবোৰে মুখখন গোঙোৰা কৰি থাকে। আমাৰ ৰিক্সাৱালাটোৰ মুখত এনে ভাব যেন সিও ইচ্ছাৰ বিৰুদ্ধেহে আমাক টানিবলগীয়া হৈছে। তাক হুডখন লগাই দিবলৈ কোৱাত সি ৰিক্সাৰ পিছফালে গ'ল আৰু স্বগতোক্তিৰ দৰে ক'লে, "চিভিল ডিস্পেন্সৰীলৈ এক ৰূপযা লাগিব বাবু।" মোৰ খঙে চুলিৰ আগ পালেগৈ। ক'লোঁ, "চুপ থাক। আগতে জনাটো দেখুৱাই পেকপেকাইছাঁ কিয? কথা নাই, বতৰা নাই, সিহঁতৰ য'তে ত'তে কেৱল দৰ কচাকচি! চাল্লা,-চাপ্লাই অফিচ। আঠঅনা পাবি।"

মোৰ এই খং অমূলক। চিভিল হস্পিতাললৈ ৰিক্সা ভাৰা এক টকাই। আমি তালৈকো যাম বুলি সি ভবাৰো হেতু আছে।

ছাৰে ৰিক্সাত উপযাচিয়েই মাত লগালে, "শুনিছো ইয়াত তই কিতাপৰ দোকান এখন দিয়াৰ পিছৰে পৰা হেনো বেছ টকা-পইচা কৰিছ? দোকানৰ নাম কি? 'ছাত্ৰ ভাণ্ডাৰ'ৰ সমানে লাভ হয়নে?'

মই ব্যৱসায়িক নম্ৰতা ৰাখি ক'লোঁ, "কোনোমতে এইটো বেপাৰকে কৰি টুকটাককৈ চলি আছোঁ আৰু দোকানখনৰ নামটো বুক ফৰামকে ৰাখিছোঁ।"

"ভাল হৈছে। ভাল হৈছে।" ছাৰৰ মুখত সন্তোষ পোৱাৰ চিন। মই মনে মনে ভাবিছোঁ কিতাপৰ ব্যৱসায কৰি মই ইমান শীঘ্ৰে টনকিয়াল হ'ব নোৱাৰিলোঁহেঁতেন, যদিহে মই কিছুমান অন্যায়ৰ বাট চিনি নাপালোঁহেঁতেন। এইখিনিতে মোৰ উপযুক্ততা। জধেমধে কিছুমান সস্তিয়া নোট যদি ছপা কৰি অযথা মূল্যত বিক্ৰী নকৰাহেঁতেন জীয়া ভাঙোন মাছৰ দৰে বিক্ৰী হোৱা নোটসমূহৰ নিচলা লিখকক যদি আভুৱা ভাঁৰিব নোৱাৰিলোঁহেঁতেন মই আজি চহৰত মাটিবাৰী কিনি বঙলা ঘৰ উঠাব নোৱাৰিলোঁহেঁতেন। আজিহে মোৰ হাতত ঘড়ী নাই। ঘড়ীটো 'আইলিঙ'ৰ কাৰণে দিছোঁ। মোৰ খালী হাতলৈ ছাৰে চাই মোৰ আৰ্থিক অৱস্থাৰ মতামত পাব নোৱাৰে।'

বাটত ভৰত ছাৰে ঘৰুৱা কথা কৈ গ'ল। তেখেতে স্কুলৰ পৰা অৱসৰ লোৱা প্ৰায় পাঁচ বছৰেই হ'ল। ছোৱালী দুজনী বিয়া দিলে। এতিয়া ঘৰত আছে হাইস্কুলত পঢ়া ল'ৰাটো, তাৰ মাক আৰু দুজনী ছোৱালী। এই দুজনীৰো আৰু চাৰি-পাঁচ বছৰৰ পিছত বিয়াৰ বয়স হ'ব। ডাঙৰ ল'ৰাটোৱে এতিয়া নেফাত কাম কৰে। সি মিলিটাৰী ইঞ্জিনীযাৰিং বিভাগৰ একাউন্টেন্ট। সি কামত সোমোৱাৰ পৰাহে ঘৰখনে ৰস জীপ লৈছে। চীনা যুদ্ধৰ ছমাহমানৰ আগতে সি ঘৰলৈ টকা পঠিয়ালে প্ৰায় চাৰি হাজাৰ।

তাৰ দুমাহৰ পিছতে পঠালে ডেৰহাজাৰ। যুদ্ধৰ সময়ত সি আছিল টিৰাপ সীমান্তত। গতিকে পলাবলগীয়া নহ'ল। যুঁজ ভগাৰ দুমাহৰ পিছত সি ঘৰলৈ আহি দিলে প্ৰায় এহাজাৰ টকা। সেই সময়তে তাক মাকে বিয়া কৰাব লাগে বুলি বৰকৈ ধৰিলে। সিও একপ্ৰকাৰে মান্তি হ'ল যদিও জনালে যে ঘৰটো ভালকৈ সজাব নোৱৰালৈকে সি বিয়া পাতিবলৈ ইচ্ছা নকৰে। গতিকে তেতিয়াৰে পৰা ভৰত ছাৰে পুতেকৰ পৰা পোৱা টকাৰে ঘৰ সজোৱাত ব্যস্ত। তেখেতে ভাবে যে তেখেত আৰু বেছি দিন বাচি নাথাকিব। বুঢ়ীৰ আয়ুসো বেছিদিন নাই বুলি তেখেতে সন্দেহ কৰে। কাৰণ বুঢ়ীৰ বায়ু, পিত্ত, কফ, মৰণৰ আগবতৰাৰ সাক্ষী আটাইকেইটাই আছে। সেযেহে বোৱাৰীৰ মুখ চাই যাবলৈ বুঢ়ীৰ একান্ত হাবিযাস। পুতেক ৰজতলৈ যে তেখেতসকলৰ কিমান মৰম! সিয়ে চাকৰিটোত নোসোমোৱা হ'লে ছোৱালী দুজনী বিয়া দিব পৰা নগ'লহেঁতেন। ঘৰ সজা পিছ কথা আগৰ ঘৰতে খেৰৰ গোঁজ এটা মাৰিবলৈ উপায় নহ'লহেঁতেন। হয়তো এতিয়াৰ বস্তুৰ জুই-ছাই দামৰ সমযত খাই-লৈ থকাই টান হ'লহেঁতেন। গাঁৱৰ বাকীবোৰ মানুহৰে যি অৱস্থা। কিন্তু আজীৱন দুখ-দৈন্যক চিৰলগৰীয়া কৰা ভৰত ছাৰে গাঁৱৰ পঁজা ঘৰৰ মাজত বঙলা সাজিবলৈ ভাগ্য সাধি আহিল— নতুনকৈ গজি উঠা সমাজসেৱী ঠিকাদাৰ আৰু চোৰাং বেপাৰীবোৰৰ দৰেই। ছাৰৰ সম্প্ৰতি আন অভাৱ থাকিলেও অন্ততঃ ধনৰ অভাৱ নাই। ঘৰটো সজাই দি তাত বোৱাৰী এজনী সুমুৱাব পাৰিলে তেখেতৰ ইহকালৰ চিন্তা শেষ।

"বাৰু গোপেন, দৰ্খাস্ত কৰা মতে পোন্ধৰ বান্দিল টিনপাত পামনে? নহ'লে যে উভি থোৱা ঘৰটো নষ্ট হ'ব। তেওজবেলিয়েই খুঁটা আৰু কাঠ লগোৱা হ'ল।"

"আশা কৰিব নোৱাৰি।"

"কিয়?"

"দৰ্খাস্ত কৰিলেই যদি ছাৰ, টিনপাত পায, তেনেহ'লে লাগ বুলিলে ক'লা বজাৰত য'তে-ত'তে টিনপাত পোৱা যায় কেনেকৈ? এতিয়াৰ দিনত ৰক্ষকেই ভক্ষক হৈছে। কাৰবাৰ লগত বিশেষভাৱে যোগাযোগ নাথাকিলে সিহঁতে পুলিচ, চোৰাংচোৱা, কংগ্ৰেছী মানুহ সকলকে ভুৱা দি অনায়াসে বেপাৰ কৰিব পাৰেনে? ময়ো বেপাৰী মানুহ। এইবোৰৰ আদি-অন্ত নজনা নহয।"

"তেনেহ'লে মই টিনপাত নাপাম?"

"নাপাব, চোৰাং বজাৰত নিকিনো বুলি যদি কিবা নীতি আপোনাৰ মনত আছে, তেনেহ'লে আপোনাৰ বঙলা ঘৰৰ ওপৰছোৱা ঢকা নহ'ব।"

"হয় নেকি? ব্লেকতনো দামৰ কিমান তাৰতম্য?"

"প্ৰায় শতকৰা দুশ টকা বেছি।"

"মানে?"

বান্দিলে প্ৰতি তিনিশ টকা। অৱশ্যে বাটত ধৰিব পাৰে বুলি বেপাৰীয়েই ট্ৰাকেৰে ঘৰত থৈ আহেগৈ। যিকোনো মুহূৰ্ততে আপোনাক মই এই ব্যৱস্থা কৰাই দিব পাৰোঁ।

"বাৰু নালাগে দিব। কিজানি মই টিনপাত পাম। ছাপ্লাই ছুপাৰিনটেণ্ডেণ্ট মোৰ ছাত্ৰ আছিল। তাক ভালকৈ ক'লে মোৰ এই আচল অনুৰোধটোও ৰক্ষা নকৰিবনে?"

মোৰ এইবাৰ সন্দেহ দূৰ হ'ল। ভৰত ছাৰে নিশ্চয় পাৰ্মিট পাব। ছুপাৰিনটেণ্ডেণ্ট ভগৱান হাজৰিকা যে তেখেতৰ ছাত্ৰ আছিল এই কথা আগেয়ে জনা নাছিলোঁ। মোৰ বৰ ভাল লাগি গ'ল।

তেনেহ'লে ছাৰৰ লগত অহাৰ কাৰণে মোৰো এটা ডাঙৰ স্বাৰ্থ সিদ্ধি হ'ব। তেখেত চহৰলৈ আহি কিমান অসুবিধাত পৰিছিল আৰু কেনেকৈ মই তেখেতৰ কণাৰ লাখুঁটি হৈ সহায় কৰিছোঁ,— এইবোৰ কথা নিশ্চয় তেখেতৰ পুৰণি ছাত্ৰক ক'ব। ফলত ছুপাৰিনটেণ্ডেণ্ট মহাশয়ৰ মোৰ প্ৰতিও 'পক্ষপাতিতা' থাকিব আৰু ময়ো সাদিনৰ আগতে দৰ্খাস্ত কৰি থোৱা বস্তুখিনিৰ পাৰ্মিট পাম।

"ছাৰ, ভগৱান হাজৰিকাক আপুনি কোন স্কুলত পঢ়ুৱাইছিল?"

"একেখনতে। পিছে সি তহঁতকৈ জুনিয়ৰ আছিল। তহঁতে কিজানি মেট্ৰিক দিয়াৰ সময়ত সি ফাইভ বা ছিক্সত।"

"হয়নেকি? তেন্তে তল শ্ৰেণীৰ ল'ৰা কাৰণে মই মন কৰা নাছিলোঁ।"

"তথাপি সি দেখাতো চকুত লগা নাছিল। পিছতহে তাৰ চেহেৰাটো ধৰিছে।"

"তেওঁক আপুনি কিমান দিন দেখা নাই?"

"মাষ্টৰি এৰি ছাপ্লাইত সোমোৱাৰ পিছত— সেই ধুবুৰীত ইন্সপেক্টৰ থকা সময়তে দেখিছিলোঁ।"

"তেনেহ'লে সাত-আঠ বছৰ দেখা নাই।"

"বোধকৰোঁ সিমান বছৰেই হ'ব।"

মই এই সুবিধাতে ভৰত ছাৰক ক'লোঁ যে অহা দেওবাৰলৈ মোৰ 'বুক ফৰাম'ৰ প্ৰতিষ্ঠা দিৱস। সেইদিনা আন বছৰৰ দৰেই ঘৰত চাহমেল পতাৰ কথা। সেই কাৰণে মোক ভালেখিনি চেনি লাগে। তাৰ বাবে দৰ্খাস্ত কৰিছোঁ যদিও ইমানখিনি চেনি পাম বুলি আশা কৰা নাই। ছাৰে যদি ছুপাৰিনটেণ্ডেণ্টক কৈ দিয়ে মই চেনিখিনি পাব পাৰোঁ। নহ'লে চোৰাং বজাৰত চেনি কিনিলে মোৰ বহুতো ব্যয় হ'ব। এতিয়ালৈকে চেনিৰ খোলা বজাৰ হোৱা নাই। চেনিও সোণৰ দৰে হৈ পৰিছে। চৰকাৰী দৰত বেচা দোকানবোৰৰ প্ৰতাপ চৰিছে। ব্যৱসায়ীৰ জীৱনলৈ সুবৰ্ণ সুযোগ আহিছে, ফলত নিকৃষ্ট গুড়ৰ দামো কিলোৱে প্ৰতি ডেৰ টকাকৈ উঠিছে।

মোৰ কথা শুনি ছাৰে প্ৰবোধ দি ক'লে, "কোনো চিন্তা নকৰিবা। হৈ যাব। যদি সি টিনপাতৰ পাৰ্মিট দিব পাৰে, এইখিনি চেনিৰ পাৰ্মিতো দিব নোৱাৰিবনে? নোৱাৰিলে সি কিহৰ ছুপাৰিনটেণ্ডেণ্ট?"

মই লক্ষ্য কৰিলোঁ, ছাৰৰ মুখত আৰু বচনভঙ্গীত শিক্ষাৰ কৰ্তৃত্বৰ চিন। গাম্ভীৰ্যও হঠাতে শিক্ষকসুলভ হৈ পৰিছে। কিজানি ভগৱান হাজৰিকাৰ কথা সুঁৱৰি তেখেতে শিক্ষকতাৰ সাৰ্থক কৰ্তব্য বুলি ভাবিছে। আৰু হয়তো আন সফল জীৱনৰ ছাত্ৰৰ কথা সুঁৱৰি গৌৰৱবোধ কৰিছে, লগে লগে ছাৰে চাৰি বছৰৰ মূৰত শিক্ষকৰ ব্যক্তিত্ব পাইছে।

"সি ভগৱান সকৰে পৰা অতি চোকা ল'ৰা আছিল। তাৰ নিচিনা ল'ৰা সাধাৰণতে পাবলৈকে নাই। তেনে ল'ৰাৰ শিক্ষক হ'বলৈ পোৱাও ভাগ্যৰ কথা বুলিয়েই ক'ব পাৰি। বাছনি পৰীক্ষাত ইমান টানকৈ প্ৰশ্ন কাকত চাওঁতে সি মোৰ হাতত সংস্কৃতত নব্বৈ পাইছিল। মোৰ সেই বছৰৰ বৰ নাম হৈছিল। সি সংস্কৃতত বিশ্ববিদ্যালয়ৰ ভিতৰত প্ৰথম হৈছিল।"

"তেনেহ'লে আনবোৰ ছাত্ৰতকৈ ভগৱান হাজৰিকালৈ মৰমটো সুকীয়া।"

"কিয় নহ'ব? যেতিয়া প্ৰমাণ পাওঁ যে নিজে পঢ়োৱাখিনি এটাই ভালকৈ আয়ত্ত কৰিছে তেতিয়া তালৈ বিশেষ আকৰ্ষণ হ'বই।"

"সি আনবোৰ বিষয়ত কেনে আছিল?"

"সমানে ভাল। নহ'লে মেট্ৰিকত তিনিটা 'লেটাৰ' কেনেকৈ পাব? অৱশ্যে ভূগোলত বৰ ভাল নাছিল। ভূগোলত আনবোৰ বিষয়ৰ দৰে ভাল কৰিব নোৱাৰিলে কাৰণে সি প্ৰথম দহটা ল'ৰাৰ ভিতৰত নপৰিল। ষ্টেণ্ড কৰিব নোৱাৰিলে কেইটামান নম্বৰৰ কাৰণেহে। তাৰ পজিচন আছিল থাৰ্টিনথ্।"

"ইংৰাজী কোনে পঢ়ুৱাইছিল? আপুনিনে ভূএগ্ৰা ছাৰে?"

"ক্লাছ নাইনত ময়ে পঢ়ুৱাইছিলোঁ। অৱশ্যে পয়েত্ৰি আৰু গ্ৰামাৰহে, বাকী অংশ উৰ্দুকে পঢ়ুৱাইছিল। ভগৱানৰ স্মৃতিশক্তি আচৰিত। 'ৰ' এণ্ড ৰেৱ'ৰ আটাইবোৰ 'এপ্ৰ'প্ৰিয়েট্ প্ৰিপ'জিশ্যন' তাৰ কণ্ঠস্থ আছিল।"

মই এনেকৈ আগ্ৰহেৰে প্ৰশ্ন কৰিছিলোঁ দুটা কাৰণত। ভগৱানৰ লগত ভৰত ছাৰৰ পূৰ্বৰ বন্ধন জানিবলৈ আৰু এতিয়া ভগৱানৰ লগত সোতৰ-ওঠৰ বছৰ আগৰ ভগৱান হাজৰিকা নামৰ আশাসুধীয়া আৰু পৰিশ্ৰমী বিদ্যাৰ্থী ল'ৰা এটাৰ মানসিক পাৰ্থক্য বিজাই চাবলৈ। ভৰত ছাৰৰ পৰা জানিলোঁ যে ভগৱানৰ গুৰুভক্তি অনুকৰণীয় আছিল। সি পৰীক্ষাৰ আগদিনা শিক্ষকৰ আশীৰ্বাদ বিচাৰি ঘৰতে সেৱা কৰি গৈছিল।

"বুজিছ, গোপেন, গুৰুৰ শুভ ইচ্ছাও জীৱনত কবচৰ নিচিনাই। লক্ষ্যভেদী অৰ্জুনৰ কোনো দিনেই পৰাজয় নাছিল। কাঁৰণ কাঁড় টোঁৱাবৰ সময়ত প্ৰতিবাৰে শিক্ষাগুৰু দ্ৰোণক স্মৰণ কৰিছিল।"

মই একো অভিমত দিয়া নাছিলোঁ। ময়ো ভৰত ছাৰৰ ছাত্ৰ। মই ষ্টাৰ লৈ মেট্ৰিক পাছ নকৰিলেও মেট্ৰিকত বৃত্তি পাইছিলোঁ। ভগৱান হাজৰিকাও গ্ৰেজুৱেট আৰু মযো গ্ৰেজুৱেট। মই শিক্ষকতা এৰি কিতাপৰ দোকানী হ'লোঁ, সিও শিক্ষকতা এৰি চাপ্লাই ইন্সপেক্টৰ সোমাই এতিয়া ছুপাৰিনটেণ্ডেণ্ট হ'ল। সি ধনী হৈছে অসাধু বেপাৰীৰ টকাৰে আৰু মযো দুখীয়া হৈ থকা নাই একে বুদ্ধিকে ব্যৱসায়ত খটুৱাই। পিছে, এক প্ৰকাৰে চাবলৈ গ'লে মই বেছি বুদ্ধি খটুৱাইছোঁ। মই 'নোট' লিখোঁ, 'ছিযৰ ছাক্‌ছেছ লিখোঁ— 'পৰীক্ষক মণ্ডলীৰ দ্বাৰা' বুলি প্ৰণেতাক লুপ্ত ৰাখি। 'মেড ইজি', 'পৰীক্ষা লগৰী' আদি লিখোঁৱাই আৰু ছপাই পৰীক্ষাৰ আগৰ বজাৰ গৰম কৰি তোলোঁ। তেনেহ'লে আমাৰ দুটাৰ পাৰ্থক্য ক'ত? ভৰত ছাৰে ভগৱান হাজৰিকাক জীৱনত মোতকৈ ভালকৈ প্ৰতিষ্ঠিত বুলি ভাবিছেই। (মই তেখেতৰ ছাত্ৰ হোৱা স্বত্বেও) তাৰ কথা মোৰ আগত ক'বলৈকেও দ্বিধাবোধ নকৰিলে। তেখেতৰ দৃষ্টিত মই ভগৱানতকৈ সৰু?

মোৰ এক বিক্ষোভৰ মনোভাব জাগি উঠিল।

আমি যোগান বিভাগৰ অফিচ পালোঁগৈ। কেৰাণী এজনক সুধি জানিব পাৰিলোঁ, ছুপাৰিনটেণ্ডেণ্টক লগ পাবলৈ হ'লে তেখেতৰ কোঠাৰ আগত থকা চাপ্ৰাচীটোৰ হাতত আমাৰ নাম আৰু লগ পাবৰ কাৰণটো লিখি এখন শ্লিপ দিব লাগে। শ্লিপ পাই তেখেতে মাতিলেহে আমি সোমাব পাৰিম। কিন্তু কোঠাৰ আগত চাপ্ৰাচীটো নেদেখিলোঁ। একো সোধপোচ নকৰাকৈ মাৰোৱাৰী এটা সোমাই যোৱা দেখি আমিও ছুপাৰিনটেণ্ডেণ্টৰ কোঠাত সোমাই পৰিলোঁ।

আমি কোঠাত সোমাই অলপ পৰ থিয় দি থাকিলোঁ। ছুপাৰিনটেণ্ডেণ্ট হাজৰিকা ফাইলত চহী কৰাত ব্যস্ত। অলপ আগতে সোমোৱা মাৰোৱাৰীটোৱে আপোনমনে চিগাৰেট হুপি বহি আছে।

মই কিবা এটা ক'বলৈ প্ৰস্তুত হওঁতে হাজৰিকাই আমাৰ ফালে এবাৰ চালে। সেই দৃষ্টিত দেখিলোঁ— তেওঁৰ অৱজ্ঞা, আমনি পোৱা ভাব আৰু নিজৰ শ্ৰেষ্ঠত্ব। বহিবলৈ নোকোৱা দেখি আৰু

কোৱাৰ সম্ভৱনা নেদেখি মই চকী এখনত বহি পৰিলোঁ। হাজৰিকাই মোৰ ফালে এবাৰ খঙেৰে চোৱা যেন লাগিল। মোক দেখি ভৰত ছাৰো ওচৰৰ চকী এখনত বহিল।

হাজৰিকাই কলমটো ফাইলৰ ওপৰত থৈ আমাৰ দুজনৰ উপস্থিতিটো গণ্য নকৰি মাৰোৱাৰীটোৰ মুখলৈ চাই ক'লে, "বাৰু, আপুনি আজি যাওকগৈ। মই ভাবি চাওঁ। পাৰিলে কাইলৈ আগবেলা আহিব। পৰহিলৈ কিন্তু মোক নাপাব। মই শ্বিলঙলৈ যাম। অৱশ্যে 'কনছাইনমেণ্ট'টো খালাচ কৰিবলৈ ইন্সপেক্টৰ এজনক কৈছোঁ।"

কথাৰ সুৰটো অস্বাভাৱিকৰূপে গহীন। এনে গহীনালিত অভিসন্ধি আছে, স্বকীয় বৈশিষ্ট্য নাই। মাৰোৱাৰীটোৰ লগত কথা পতা সময়কণ আমাৰ বৰ অস্বস্তি লাগিছিল। ভাবিছিলোঁ, ছুপাৰিনটেণ্ডেণ্ট হাজৰিকাৰ দৃষ্টিত আমাৰ অস্তিত্ব লুপ্ত হৈছে। আমি যেন বেৰত থকা এখন কেলেণ্ডাৰ, টেবুলৰ এটা দোৱাত, আঁতৰাই থোৱা ফাইলটোৰ বেটুপাত নাইবা কোঠাটোৰ এখন খিৰিকীহে!

মাৰোৱাৰীটোৱে দীঘল চালাম এটা দি যোৱাৰ পিছত তেওঁ আমাৰ ফালে চালে।

"কিহৰ কাৰণে আহিছে? চিমেণ্ট, টিনপাত?"

হাজৰিকাৰ এই প্ৰশ্ন আওকাণ কৰি ভৰত ছাৰে গললগীয়া মাতটোৰে আৰম্ভ কৰিলে, "বোপা ভগৱান, মই ভৰত মাষ্টৰ, ভৰত কাকতি! বুঢ়া হ'লোঁ নহয়, চুলিও পকিল, মুখো সোতোৰা-সুতুৰি হ'ল। সেইহে কিজানি আগতকৈ বহু বেলেগ হ'লোঁ।"

হাজৰিকাই নকল নোট এখনলৈ চোৱাৰ দৰে ভৰত চাৰৰ মুখলৈ চালে আৰু অলপো বিস্মিত নহৈ অফিচাৰৰ গাম্ভীৰ্য বজাই ৰাখি ক'লে, "অ' মনত পৰিছে।"

তাৰ পিছত মোৰফালে চাই ক'লে, "আপোনাক টাউনতে দেখা যেন মনত পৰে।"

মই ক'লোঁ, "হয়। মই ইয়াতে ব্যৱসায় কৰোঁ। এখেত মোৰ ছাৰ আছিল। আজিয়ে ছাৰৰ মুখে শুনিলোঁ আপুনিও আমাৰ স্কুলতে পঢ়িছিল।"

বুজিবলৈ বাকী নাথাকিল যে ভগৱান হাজৰিকাৰ এৰি অহা দিনবোৰৰ স্মৃতি ৰোমন্থন কৰিবলৈ কোনো আগ্ৰহ নাই। মোৰ পেটে পেটে খং উঠিল। মই আশা কৰিছিলোঁ, ভৰত ছাৰৰ নাম শুনা মাত্ৰই তেওঁ চকীৰ পৰা উঠিব, "এস্ চাৰ, ইমান পৰ মই চিনিবই পৰা নাছিলোঁ, মোক ক্ষমা কৰিব" বুলি কৈ ঘৰুৱা খা-খবৰ ল'ব আৰু কিয় আহিছে বুলি আথেবেথে সুধিব। কিন্তু সম্প্ৰতি দেখা গ'ল, তেওঁ টেবুলত থকা চিগাৰেটৰ পেকেটটো ফাইল এটাৰ ওপৰত জাপি অনায়াসে লুকুৱাব পাৰিলেহেঁতেন যদিও তাকে কৰিবলৈ অকণো চেষ্টা নকৰিলে।

যিকোনো এজন ছুপাৰিনটেণ্ডেণ্টক কোৱাৰ দৰে ভৰত ছাৰে নিজৰ অসুবিধাসমূহ কৈ গ'ল। হাজৰিকাই কপট ঔৎসুক্যৰে শুনিলে আৰু ক'লে, "আপোনাৰ দৰ্খাস্ত পাইছিলোঁ। কিন্তু টিনপাতৰ যোগান ধৰিবলৈ আমাৰ উপায় নাই। আমাৰ ষ্টকত যি টিনপাত আছে, তাৰে চৰকাৰী-বেচৰকাৰী অনুষ্ঠানসমূহক দিবলৈকে নুজুৰিব, সেই কাৰণে এইবাৰলৈ নোৱাৰিম।"

লক্ষ্য কৰিলোঁ, ছাৰৰ মুখখন কঠিন হৈ পৰিছে। চকুৰ দৃষ্টিতো বিতৃষ্ণাৰ স্ফুলিঙ্গ। তেখেতে মাত লগালে, "তেনেহ'লে কেতিয়া খবৰ কৰিলে টিনপাত পোৱা যাব?"

ছুপাৰিনটেণ্ডেণ্ট হাজৰিকাই চমুকৈ মোখনি মাৰিলে, "যি ঠাইৰ পৰা টিনপাত পঠিয়ায় তাৰ মানুহেহে জানে। অৱশ্যে এইবোৰ টেক্নিকেল কথাও আমি কোৱা অনুচিত। সেইহে আমাক এনেয়ে

বছতে বেয়া পায়।" ভৰত ছাৰে খঙেৰে সুধিলে, "তেনেহ'লে চোৰাং বজাৰত যিকোনো সময়তে টিনপাত পোৱা যায় কিয়?"

ভগৱান হাজৰিকাই একে সুৰতে উত্তৰ দিলে, "যি বেচে সিইঁতক সোধক। এইটো মই উত্তৰ দিবলগীয়া প্ৰশ্ন নহয়। আমি চৰকাৰৰ ঘৰৰ মানুহ। প্ৰাইভেট বিজনেছমেনৰ লগত আমাৰ সম্বন্ধ নাই।"

মই এইবাৰহে নিমাতে থাকিব নোৱাৰিলোঁ, "কিন্তু পাৰ্মিটত থকা টিনপাত জানো ছাপ্লাই অফিচতে বেচে। কোনোবা প্ৰাইভেট বিজনেছমেনৰ ঘৰতে সেই টিনপাত ৰখা হয়!"

হাজৰিকাই মোৰ মুখলৈ তীক্ষ্ণভাৱে চাই ক'লে, "অ' আমাৰ লগত লেনদেন থকা টিনপাত তেনেকৈ ৰখা হয়। কিয় ৰখা হয় এই বিষয়টো অথ'ৰিটীয়ে জানে। আনে কৈফিয়ৎ তলব কৰাটো পছন্দ নকৰোঁ।

মই বাজি উঠিলোঁ, "তেনেহ'লে প্ৰাইভেট বিজনেছমেনৰ লগত সম্পৰ্ক নাই বুলি নিজৰ শিক্ষাগুৰুৰ আগত ক'বলৈ আপোনাৰ সংকোচ নহ'ল?"

ছুপাৰিনটেণ্ডেণ্ট হাজৰিকাই খঙতে চকীখন দোলাই আগতকৈ ওখ হৈ বহিল আৰু শ্লেষ সানি ধীৰে ধীৰে প্ৰতিটো শব্দৰ ওপৰত জোৰ দি ক'লে, "হেৰি ডাঙৰীয়া, মনত ৰাখিব, এইটো চৰকাৰী অফিচ। তৰ্ক কৰাৰ ঠাই নহয। যদি কিবা সন্দেহ আছে, বাতৰি কাকতৰ "সম্পাদকলৈ চিঠি লিখক।"

মই তৰ্ক বহলাবলৈ ইচ্ছা নকৰি লৰালৰিকৈ কোঠাৰ পৰা ওলাই আহিলোঁ। বাৰাণ্ডাত উঠি পিছফালে চাই দেখিলোঁ ভৰত ছাৰো বিষ থকা কঁকালটোৰ পিছফালে হাত এটাৰে হেঁচা দি ভৰি এখন মাটিত চোঁচৰাই যন্ত্ৰণাত কাতৰ হৈ মোৰ পিছে পিছে আহি আছে।

দুয়ো আহি অফিচৰ আগৰ দুবৰিডৰাৰ মাজ পালোঁহি। এবাৰ পিছফালে চালোঁ। দেখিলোঁ, ছুপাৰিনটেণ্ডেণ্ট হাজৰিকা মানুহ এটাৰ ওচৰত থিয় দি আছে কঁকালত দুইখন হাত থৈ। সেযা খঙৰ মূৰ্তি, বুজিবলৈ বাকী নাথাকিল। হঠাতে এইকেইটা কথা কাণত পৰিল, "তই ক'ত মৰিবলৈ যাব? মোক আগতে নোসোধাকৈ যিকোনো মানুহক সোমাবলৈ দিয় কিয?  "

বোধকৰোঁ কথাকেইটা ছাৰৰো কাণত পৰিল। তেখেত বুধিযক। শুনিযো নুশুনাৰ ভাও জুৰিলে। আলিত উঠি ছাৰক ক'লোঁ, "ছাৰ, ঈশ্বৰে যদি আজি মোক আপোনাৰ লগত ননালেহেঁতেন।"

ভৰত ছাৰ ভালেমান পৰ নিমাতে ৰ'ল। তেখেতৰ মুখলৈ ৰ লাগি চাই ৰ'লোঁ। আচৰিত লাগি গ'ল। এইখন মুখত ক্ষন্তেকৰ আগৰ ঘটনাৰ শিক্ষকতাৰ অস্বীকৃতিৰ আৰু আশাহত অৱস্থাৰ সামান্য চিনো ফুটি উঠা নাই। এতিয়াও মুখত প্ৰকৃত শিক্ষাগুৰুৰ শান্তশ্ৰী বিৰাজ কৰিছে। ছাৰ যেন স্থিতপ্ৰজ্ঞ। "সুখে-দুখে সমস্থিতা।" পাৰ্থিৱ পৰিস্থিতিৰ লগত আৰু স্থান-কাল-ব্যাপ্তিৰ লগত যেন ঈশ্বৰআৰোপিত জীৱনৰ সম্পৰ্ক নাই!

ছাৰে খুব চিন্তিতভাৱে ক'লে, "গোপেন, তই এতিযা কি ভাবি আহিছ আৰু মোক কি ক'বলৈ বিচাৰিছ, মই ধৰিব পাৰিছোঁ। পিছে, মই হ'লে তাক দোষ নিদিওঁ। আমি জানো শিক্ষাগুৰু ? আমিনো কিবোৰ শিকাইছোঁ? আমাৰ জানো তইঁতৰ মন অধিকাৰ কৰিব পৰা যোগ্যতা আছে? আমি পঁচিশ-ত্ৰিশ বছৰে ল'ৰাক শিক্ষা দিয়া নাই, মাথোন চিঞৰিছোঁ- অমুকটো প্ৰশ্ন অমুক বছৰত আহিছিল, এইবোৰ ভেৰি ইম্পৰ্টেন্ট, অমুকটো চেপ্টাৰ ম'ষ্ট ইম্পৰ্টেন্ট, অদ্ভুত-তন্ত্বাৰে ট্ৰি প্ৰত্যযত দাগ দে, ছৰ্ট নোট আহিব পাৰে, চাৰি নম্বৰৰ ছৰ্টনোটৰ এয়ে নমুনা।"

এইবুলি কৈ ছাৰে দীঘল উশাহ্ সলালে আৰু ক'লে, "মূঠতে আমি শিক্ষাগুৰু নহয়, এখন জীৱন্ত নোটবহী।"

মই এই প্ৰসঙ্গ তল পেলাবলৈকে মাত লগালোঁ, "ছাৰ, আপোনাৰ বৰ ভাগৰ লাগিছে। আহক সৌ দোকানখনলৈ যাওঁ। অলপ জিৰাব পাৰিব।" ছাৰ মোৰ লগে লগে কষ্টেৰে আহি থাকিল।

চাহৰ দোকানৰ এচুকত আমি বহিলোঁ। ছাৰে মূৰটো টেবুলত একতীয়াকৈ পেলাই বেৰখনলৈ চাই চাই কৈ গ'ল, "এই প্ৰশ্ন কিয় আজিহে মোৰ মনলৈ আহিছে? সি ৰজতে সাধাৰণ একাউণ্টটেণ্ট এটা হৈ আঠ মাহৰ ভিতৰতে ছহেজাৰ টকা কেনেকৈ পঠিযাব পাৰিলে? বুজিছ, বুজিছ, গোপেন, ৰজতৰ বাপেক হৈ ভগৱানৰ দৰে ল'ৰা এটাক দোষ দিবলৈ মোৰ কোনো অধিকাৰ নাই। ৰজতে ঘটা ধন অবাবত নষ্ট হোৱা উচিত। সেই ধনেৰে থিয় কৰা ঘৰৰ খুঁটা-কাঠ বৰষুণত পচি-জহি যাওক, মোৰ ভাবিবলৈ একো নাই। মোৰ পোনতে ভুল হৈ গ'ল।"

ইযাকে কৈ ভৰত ছাৰ মূৰ দাণ্ডি ভালকৈ পোন হৈ বহিল। এই বিৰল ব্যক্তিত্বৰ কাষত মই তেনেই হীন হৈ পৰিলোঁ। মনত এটা প্ৰশ্ন আপোনা-আপুনি উদয় হ'ল,— কোনো কোনো ক্ষেত্ৰত ময়ো জানো নিজৰ মাজত ভগৱান হাজৰিকাক বিচাৰি নাপাওঁ?

ভৰত ছাৰৰ সান্নিধ্যই মোক যেন দহি-পুৰি ছাইহে কৰিলে। স্কুলীয়া জীৱনৰ মনটো হেৰুৱাৰ বেদনাত মোৰ প্ৰাণ কান্দি উঠিল। ভাবিলোঁ, ছাৰৰ ওচৰৰ পৰা আঁতৰ হ'লেই যেন মই আজিলৈ ৰক্ষা পৰোঁ! অতৰ্কিতে ছাৰৰ ভৰিলৈ মোৰ হাত দুখন আগবাঢ়ি গ'ল আৰু লগে লগে ক'লোঁ, "ছাৰ উঠক। আপোনাৰ বাছখন যাবৰ সময় হৈছেই।"

# সন্মোহ

মাজনিশা। চুলি যেন ক'লা ডাঠ আন্ধাৰৰ মাজেদি আধা মাইলমান প্ৰাণটাকি ল'ৰি ল'ৰি আহি সি দিখৌৰ গৰাৰ খোৰোং এটাৰ তলত থিয় হৈ ফোঁপাবলৈ ধৰিলে। চোলাটো খহাই মুখ আৰু বুকুৰ ঘামবোৰ মচিলে। ভাগৰত তাৰ কলিজাখন ফাটি যায় ফাটি যায় লাগিছে। চৌপাশে নিমাত, নিজম। মাথোন অচিন পখীৰ গুঞ্জনে মাজৰাতি পাৰ হ'ব খোজা ৰাতিটোৰ গোপনতা বেছি নিবিড় কৰি তুলিছে। দিখৌৰ সোঁতৰ খলকনি তাৰ কাণত বাজিছে। নৈৰ কাষত হাত-ভৰি মেলি শুই পৰাৰ দৰে বহি সি নিৰ্ভয় হৈছে। আন্ধাৰতো সি দিখৌৰ পানী দেখা পাইছে। সময়ে সময়ে পোহৰৰ চিকমিকনি, শূন্যত তিৰবিৰোৱা তৰোৱালৰ দৰে। দস্যুৰ দৰে কিছুমান আন্ধাৰ যেন ক'লা পানীৰ কুণ্ডলী হৈ ওপৰলৈ উঁৰিছে। সি নিশ্চিত হৈছে। গোপন ভাষা কোৱা নৈয়ে তাক প্ৰবোধ দিছে। আন্ধাৰে আশ্ৰয় দিছে। সি জিৰাইছে। শান্তি পাই চকু দুটা মুদি দিছে।

হঠাতে সি এটা কোলাহল শুনিলে দূৰৈত। সি বুজি পালে। সি এৰি অহা গাঁওখনতে এই কোলাহল। কিজানি এতিয়া মানুহ গোট খাইছে। সি চকুহাল মেলি দিয়াৰ লগে লগে পহিলা দৃষ্টি গ'ল নৈৰ সিপাৰলৈ। তাৰ অভ্যস্ত চকু। আন্ধাৰতো ভুল হ'ব নোৱাৰে। সিপাৰে, সি বহি থকাৰ পোনে পোনে কিবা এটা মূৰ্তিৰ দৰে থিয় দি আছে। সেই মূৰ্তিৰ বগা সাজযোৰ তাৰ চকুত ধৰা পৰিছে। ডাৱৰে ঢকা আকাশৰ অৱশিষ্ট! কোন হ'ব পাৰে? উচ্চতা নাৰীৰ নতুবা নাবালকৰ? ফাগুনমহীয়া নৈৰ দহ-বাৰ হাতমান বালি খচকি সি পানীৰ কাষ পালেগে। টৰ্চ মাৰিবলৈকো ভয়। এৰি অহা গাঁওখনৰ পৰা আগুৱাই আহি থকা কোনোবাই সি ইয়াতে থকা সম্ভেদ পাব পাৰে।

খুলি থোৱা ক'লা চোলাটো গধুৰ। সি চোলাটো বালিৰ ওপৰত থ'লে। হাফ পেণ্টটোৰ পৰাও কিবাকিবি উলিয়াই টোপোলাটোৰ ওপৰত থ'লে। টৰ্চটো হাতত ল'লে। সিপাৰলৈ আকৌ চালে। বগা সাজযোৰ আগৰ অৱস্থাতে, কিন্তু আগৰ দৰে নিশ্চল নহয়। মুহূৰ্তে মুহূৰ্তে এবাৰ, পিছফালে ছুঁৰলিছে! সি সন্ত্ৰস্ত হ'ল। তিনি বেটাৰী টৰ্চটোৰ চুইচৰ ওপৰত বুঢ়া আঙুলিৰ পেটটো ৰাখিলে। অকস্মাতে সি শুনিলে পানীৰ ওপৰত জপং কৰে গধুৰ কিবা এটা পৰাৰ শব্দ। অজানিতে সি সেই ঠাইলৈ টৰ্চ টিপিলে। তাৰ চকুত পৰিল, দুখন অস্থিৰ হাত আৰু লগে লগে নাৰী কণ্ঠৰ অৰ্তনাদ— মৰিলো ঔ! বচা (পানী খাইছে) ব-চো-ৱা ।

সি সকলো আশংকা পাহৰি গ'ল। মাথোন এতিয়া তাৰ এক উদ্দেশ্য— এইক বচাবই লাগিব। সি নদীত জাঁপ দিলে। সাঁতুৰি ওচৰ পাই টলং ভটং কৰা গধুৰ শৰীৰটো এহাতে গবা মাৰি

ধৰি এহাতে চিলনী সাঁতোৰ দি আগৰ ঠাই পালেহি।

লেতুসেতু নিপোটল দেহটো উবুৰি খুৰাই চিৎ কৰি পিঠিত দুটামান হেঁচা দিলে। তাৰ পিছত পেটত। বেছি পানী খাবলৈ নাপালে। সি এবাৰ ডিঙিটোত হাত ফুৰাই অনুভৱ কৰিলে, তাই ডিঙিত কলহ বন্ধাৰ কোনো চিন নাই। তেনেহ'লে তাই সাঁতুৰিবও নাজানে। অৱশ্যে ফাগুনমহীয়াও দিখৌৰ এই ডুবিটো বৰ দ'। সাঁতুৰিব জনা মানুহৰো গড়াৰ পৰা জঁপিয়াই পৰিলে বচা টান।

দুৰৈত আকৌ কোলাহল। এইবাৰ কোলাহলটো লাহে লাহে ডাঙৰ হৈ আহিছে। তাৰ সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। সি তাইৰ হাতৰ নাড়ী পৰীক্ষা কৰিলে, ঠিকেই আছে। গালেও উম আহিছে। চাদৰৰ আগটো চেপি শুকান কৰি তাৰে তাইৰ তিতি থকা গাটো মচিলে। হঠাতে মানুহজনীয়ে জোৰেৰে উফাল এটা মাৰিলে। সি এহাতে তাইৰ দুইহাত খামুচি ধৰিলে। তাই এৰাই যাবলৈ নিস্ফল চেষ্টা কৰি চিঞৰি উঠিল, "এৰি দিযা মোক, এৰি দিয়া।"

তাৰ হাতৰ খামোচ আৰু দৃঢ় হ'ল। তাই আকৌ ফোঁপাই ফোঁপাই ক'লে, "কোন তুমি? তোমাৰ মই কি জগৰ লগাইছিলোঁ? কিয় শতৰু শালিলা? কিয় মোক তুলি আনিলা?"

কোলাহলটো লাহে লাহে বেছি হৈ আহিল। সি ইখন হাতেৰে তাইৰ মুখত সোপা দিলে। ক'লে, "কিয নবচাম? তই মুৰ্খনে কি? মৰিবি কিয়? মৰিবলৈ আহি 'বচা' 'বচা' বুলি চিঞৰিলি কিয়?"

তাই অলপ শান্ত হ'ল। ওকমোকাই থকা বন্ধ হ'ল। সি তাইক এৰি দিলে। তাই বালিত পোন হৈ বহিল। সৌফালে কাণ পাতি ৰ'ল। কোলাহলটো লাহে লাহে সিহঁতৰফালে আগুৱাই আহিছে। তাই কঁপা কঁপা মাতেৰে ক'লে, "সেযা, সেযা, সিহঁতে মোকে বিচাৰি আহিছে।" সি নিৰ্ভয় দি মাত লগালে, "ভয নাই। বহি থাক। এয়া দিখৌৰ ইপাৰেহে। এযা আন গণ্ডগোলহে।"

"কিহল গণ্ডগোল?"

"ক'ব নোৱাৰোঁ। গাঁৱত কাৰোবাৰ ঘৰত জুই-চুই লাগিছে।"

"গণ্ডগোলটো আগুৱাই আহিছে কিয়?"

"ক'ব নোৱাৰোঁ। বোধকৰোঁ ওচৰৰে ক'ৰবাত। অ', তই কঁপিছ। আহ, আহ, সৌ খোৰোংটোৰ ভিতৰলৈ আহ।"

বাৰিষা নৈৰ সোঁতে হেলনীয়া গৰাত খোৰোং কৰিছিল। সুন্দৰ গুহাৰ দৰে খোৰোং। ওপৰে মাটি, তলে মাটি, দুয়ো কাষে মাটি। সন্মুখত তুলি যেন কোমল বালি আৰু খৰস্ৰোতা দিখৌ। ভিতৰত অকোৱা-পকোৱা চেঁচা বতাহ— শেষ ৰাতিৰ নৈৰ।

বালিত কিছুমান শুকান বিৰিণা পৰি আছিল। সি সামৰি ল'লে। তিৰোতাজনী এহাতে টানি খোৰোংটোলৈ লৈ আহিল। চোলাটোৰ এটা জেপত খালি জুইশলা বাহ আৰু ইটো জেপত কেইটামান কাঠি আছিল। কোনোবা এটা জেপত বিড়ি এটাও আছিল। সি বিড়িটো জ্বলালে। বিৰিণাখিনিতো জুই লগালে। দপ্‌দপ্ কৈ জ্বলা জুইকুৰা দিখৌৰ সিপাৰৰ পৰাহে দেখি, ইপাৰৰ পৰা চকুত নপৰে। সি নিশ্চিত হ'ল। তথাপি এইপাৰে কোলাহল একে ঠাইতে চলি থাকিল।

জুইৰ পোহৰত সি ছোৱালীজনীক দেখিলে। ধুনীয়া গাভৰু। স্বাস্থ্যৱতী। আজলীযেন লগা বগা মুখখন মনৰ বেদনাই বা আত্মঘাতী হোৱাৰ সংকল্পই কঠিন কৰিছে। তাইৰ ধুনীয়া আয়ত চকুহাল বেছি তীব্ৰ, ভূতে পোৱা মানুহৰ চকুৰ দৰে। তাইক দেখি তাৰ বৰ মায়া হ'ল। বহুদিনৰ আগতে হেৰাই

যোৱা মনৰ কোমলতা আকৌ হঠাতে সি ঘূৰাই পালে। তাৰ হিয়া সেমেকি গ'ল। চোলাটো সি তাই নেদেখাকৈ পিঠিৰফালে লুকুৱালে আৰু মৰমেৰে তাইৰ মুখলৈ চাই ৰ'ল। আঁতৰৰ কোলাহলটোলৈও কাণপাতি ৰ'ল। কোলাহল হয়তো কমা নাই। হঠাতে ক'লা মেঘে গোটেই আকাশখন তল-ওপৰ লগাইছে। কাণ তাল মাৰি যোৱা ঢেৰেকনি, চকু ছাট মৰা বিজুলী। আকাশত যেন দেৱ-দানৱৰ যুঁজহে হৈছে। এই শব্দত সেই কোলাহল হয়তো তল পৰিছে নতুবা মানুহবোৰ হতাশ হৈ ঘৰাঘৰি গৈছে।

সি স্বস্তিৰ নিশ্বাস কাঢ়িলে। ছোৱালীজনীক সি ৰক্ষা কৰিও ইমান পৰে টান ব্যৱহাৰেই কৰি আছিল। এইবাৰ মৰমেৰে সুধিলে, 'নাম? বয়স কিমান তোমাৰ? এই বয়সত তুমি মৰিব খুজিছা?"

তাই একো নামাতিলে। জুইত গাটো সেকি তাৰ মুখলৈ চাই ৰ'ল। তাইক উদ্ধাৰ কৰা মানুহটোৰ কি ভয়াবহ চেহেৰা! দৈত্যৰ দৰে বিৰাট কায়। মুখখন কুৎসিৎ, লেতেৰা দাগ লগা বেৰীয়া দাঁত দুপাৰি আৰু কুৎসিৎ। বাঘৰ দৰে চকু দুটা ৰঙা। মূৰৰ চুলিবোৰো যেন চুলি নহয়, কচু পিতৰ এমুঠি সিপাহে। কপালত আৰু কাণত কটা দাগ। তাৰ ওঁঠ দুখন আৰু চেলাউৰি দুটা অশ্লীল। চকুৰ দৃষ্টি অমার্জিত। কথা কওঁতে মুখৰ পৰা মদৰ ভেকেটা ভেকেট গোন্ধ ওলাইছে।

মৰিব বুলি ঠিৰাং কৰা ছোৱালীজনীৰো তাক দেখি ভয় হ'ল। তাৰ কথা শুনিও নুশুনা ভাও জুৰিলে। হাত দুখনেৰে নিজৰ মুখখন ঢাকি পেলালে। তাৰ কিন্তু খং নুঠিল। আকৌ সুধিলে, "নক'লা?"

আঙুলিৰ ফাঁকেদি ছোৱালীজনীয়ে লক্ষ্য কৰিলে, তাৰ ভয়াবহ মুখখন যেন চেনেহৰ ভাবৰ পৰশ লাগি কোমল হৈ পৰিল। তাই ক'লে, "মই কোন, জানি লাভ নাই। মোক বাধা নিদিবা। মৰিবলৈ দিয়া। কাইলৈ এনেয়ে জানিবলৈ পাবা। এই পৃথিৱীত মোৰ থাকি লাভ নাই।"

ইয়াকে শুনি সি তাইৰ চকুত অশ্লীল যেন হাঁহিটো মাৰি ধীৰে ধীৰে ক'লে, "মৰিবলৈ ওলালে কাকো বাধা দি লাভ নাই। তথাপি কওঁ, মৰাটো একো গৌৰৱৰ কথা নহয়, যেনে-তেনে জীয়াই থাকিব পৰাহে আচল কথা।"

তাই হঠাতে তালৈ কেৰাহিকৈ চালে। সি আকৌ হাঁহিলে। আগৰ দৰেই অসৎ ইঙ্গিত থকা হাঁহি। তাই থৰ লাগি ভাবিলে, ই হাঁহিৰ নাজানে নে ইয়াৰ অভিপ্ৰায় অসৎ? নিশ্চয় ইয়াৰ অভিপ্ৰায় অসৎ। তাইৰ খং উঠিল। এয়ে নেকি তাৰ তাইক বচোৱাৰ উদ্দেশ্য? অনাৱশ্যকীয় জীৱনলৈ ঘূৰি আহি তাই এতিয়া বাসনাৰ বলি হ'ব?

তাই ক'লে, "এই অৱস্থাত তুমি মোক যি ইচ্ছা তাকে কৰিব পাৰা। বলাৎকাৰ কৰা, মাৰি পেলোৱা। কিন্তু এইদৰে তুমি মোক অপমান নকৰিবা, এইদৰে নাহাঁহিবা।"

সি শুকান বিৰিণাকেইডালমান জুইত জাপি দিলে। এটা দীঘল হুমুনিয়াহ কাঢ়িলে। আহত হৈ চকু দুটা মুদি দিলে। সেই হুমুনিয়াহে তাইৰ অন্তৰ স্পৰ্শ কৰিলে। নিমিষতে তাই কঠোৰ সংকল্প পাহৰি পেলালে।

"তুমি বাৰু কোন?"

"পিছত ক'ম। কিন্তু আগতে তুমি ক'ব লাগিব, তুমি কি কাৰণত নৈত জাঁপ দি মৰিবলৈ ওলাইছা? এই কথা আগতে শুনিবলৈ মোৰ স্বত্ব আছে; মই তোমাক ৰক্ষা কৰিছিলোঁ।"

তাই চাদৰৰ এটা অংশ জুইৰ আগত ধৰি শুকুৱালে। অলপ পৰ তভক মাৰি ৰ'ল। শেষত ধীৰে ধীৰে ক'লে, "মই সৌখন গাঁৱৰ বোৱাৰী। মোক বিয়া দিয়াৰ পাঁচ বছৰ হ'ল। কিন্তু মই সতি-

সন্তানৰ মুখ নেদেখিলোঁ। গাঁৱৰ আটায়ে মোক হেকান পৰা হ'ল। শাহুৰ অত্যাচাৰত কিমানদিন যে কান্দি ভাত খাইছোঁ। ননদইঁতৰ যে কিমান তিতা মাত শুনিছোঁ। সকলোৱে মোক ঘিণায়, সকলোৱে মোক নেওচা দিয়ে। মই হেনো শাখিনী। ঘৰত মই বান্দীৰ দৰে কাম-বন কৰিব লাগে, বান্দীৰ দৰে থাকিব লাগে। এনেকৈ কোনো জীয়াই থাকিব নোৱাৰে। আজি সিও মোৰ পিঠিত     "

লাহে লাহে তাইৰ মাতটো থোকাথুকি হৈ আহিল। শেষত উচুপনিয়ে কণ্ঠ ৰোধ কৰিলে। সি সুধিলে, "সি মানে গিৰীয়েৰাৰ কথা কৈছা?" তাই উচুপনিৰ মাজেৰে কোনোমতে ক'লে, "সিয়েই। সি মোকেই সকলো দোষ দিয়ে।"

"কিন্তু তুমি কি ভাবা?'

"মই জানো, মোৰ দোষ নাই। কেবাজনী জনা-শুনা তিৰোতাক সুধিলোঁ। সিহঁতে ক'লে যে সি অপুৰুষ।"

"কি নাম?"

"কচলু।"

সি আকৌ দুখভাব দেখুৱালে। কচলুক সি চিনি পায। গাঁৱৰ ভিতৰত সিহঁত ধনী মানুহ। গেলামালৰ দোকান আছে। সেইবুলি কচলু এইজনী ছোৱালীৰ যোগ্যনে? কাঁইবাঁই দেহাটো দেখিলে তাক ডেকা হৈছে বুলি ভাবিব নোৱাৰি। মুখত দাড়ি-গোঁফ নাই। ডিঙিটো বগলীৰ দৰে। ফাঁহ লগা মাতটো চিঁচিঁযিযা।

সি একো অভিমত নিদি অলপ পৰ বহি থাকিল। গেঞ্জীটো খুলি জুইত সেকিলে। তাই লাজুকীয়া ভাও জুৰি জুইকুৰাৰ্লৈ চাই ৰ'ল।

কাউৰীৰ পাখি যেন ক'লা আকাশত বিজুলী ঢেৰকণি আৰু জাৰ লগা গাত জুইৰ উম। কাষত বালিৰ সমতল আৰু খৰস্ৰোতা নৈ। সিহঁতৰ প্ৰাণত মুখৰা প্ৰকৃতিৰ আকস্মিক বৈচিত্ৰৰ পুলক।

ধাৰাসাৰে বৰষুণ পৰিল। সি তাইলৈ চাই চাই ক'লৈ, "বহুত কুষ্ঠৰোগী আছে। দুসন্ধ্যা খাবলৈ নোপোৱা মানুহ বহুত আছে। বহুত মানুহ কুকুৰ-গাহৰিৰ দৰে জীয়াই আছে। সিহঁত মোৰ দৰে মৰিব খোজা নাই। কিয? চোৱা, সৌফালে চোৱা। আকাশলৈ চোৱা। ইয়াকেইতো তুমি চাবলৈ নাপালাহেঁতেন।"

তাইৰ মনত নতুন অনুভূতি জাগিল। ওপৰলৈ চালে। আকাশখন সঁচাকৈয়ে অপৰূপ। আৰু এই পৃথিৱীও। শীতত জুৰুলা লগা পৃথিৱীলৈ প্ৰতি বছৰে বসন্ত আহে। ফুল ফুলে। গছ-লতাই নতুন ৰং লয। গছে গছে চৰাই-চিৰিকটিয়ে বিবিধ গীত গায়। বতাহে আৰু বসন্তৰ সুৰভিয়ে প্ৰাণ সজীৱ কৰে, মন উচাটন কৰে। গ্ৰীষ্ম আহে, বৰ্ষা আহে। দিখৌ ফেনে-ফোটোকাৰে উপচি পৰে। দিখৌ পাৰৰ বন-বিৰিখ বেছি সেউজীয়া হয়। আকৌ নতুন লাগে। শৰতৰ আকৌ সুকীয়া ৰূপ। দিখৌপৰীয়া প্ৰকৃতিয়ে মাতৃত্ব পায়। সেউজীয়া ধাননি বেছি গহীন হৈ পৰে। দিখৌৰ পানী ফটিকৰ ধাৰযেন হয়। বন-বিৰিখৰ চৰায়ে নতুন সুৰত গীত গায়। আঘোণৰ সোণালী ৰ'দে পথাৰ সোণালী কৰে। দিখৌৱে প্ৰহৰে প্ৰহৰে ৰূপ সলায়। সেইহে এইখন পৃথিৱী, এইখন দিখৌৰ পাৰৰ এৰিব নোৱৰা মোহ আছে। তাই ভাবিছে, তাই যেন দিখৌৰ পাৰৰ এজনী সখিয়তী, এজুপি কলি পেলোৱা আমগছ, সোণৰ কেৰুমণি পিন্ধা এজুপি সোণাৰু। এটি বালিমাহী। বালিত ৰ'দ লোৱা এহালি চাকৈ- চকোৱা। এৰা, তাইৰ মাৰাত্মক ভুল হৈছে; তাই মূৰ্খ আছিল। দিখৌপৰীয়া গাভৰু হৈ এই শোভা চাই চাই, এই বৈচিত্ৰ্য অনুভৱ কৰি কৰি

তাইতো বেছ সন্তোষেৰে জীয়াই থাকিব পাৰে। সেই চিৰমোহনীয় পটভূমিত থিয় হ'লে নিন্দাস্তুতি, মান-অপমান সকলো একে হৈ পৰে। নৈপৰীয়া মানুহৰ পৰিবৰ্তনে আৰু ঋতুৱে ঋতুৱে হোৱা, নহ'ব যেন লগা প্ৰকৃতিৰ পৰিবৰ্তনে জীৱন-যাতনাক সহনীয় কৰি তোলে। এৰা, এই অচিন মানুহটোৱে আজি তাইলৈ দেৱতাৰ বাণী কঢ়িয়াই আনিছে। সি নোহোৱা হ'লে, তাইতো এনে সুন্দৰ ঠাই এৰি যাব লাগিলেহেঁতেন।

নিশ্চিত মৰণৰ পৰা অব্যাহতি পাই তাইৰ জীয়াই থাকিবলৈ আগতকৈ বেছি মোহ হ'ল। তাই তথাপি মানুহটোক এবাৰ কৈ চালে, "কিন্তু, যি তিৰোতাৰ সন্তান-সন্ততি নহ'ব, তেনেজনী তিৰোতাৰ জীয়াই থাকি কি লাভ?"

"এৰা, তোমালোকে এইটো হেঁপাহ পূৰ নহ'লে শান্তি নোপোৱা। মই জানো। কিন্তু এটা কথা, মানুহে উলিওৱা নীতি-নিয়মবোৰকে আচল সত্য বুলি ভাবি তুমি হতাশ হৈছা। তুমি পাপ হোৱাৰ কথা ভাবা। এইটোৱেই তোমাৰ পাপ। বন্ধা-ধৰা নিয়মত পৃথিৱী নচলে। ঈশ্বৰ যদি আছে, তেনেহ'লে তেওঁৰ আঁচনি ইয়াতকৈ বহুত বেলেগ। এওঁ বহুত মহান। সেইকাৰণে পুলিচৰ আইন আৰু সমাজৰ আইনৰ মাজত তফাত নাই। এইবোৰ আইন কিমানে মানি চলিছে ?"

"তেনেহ'লে মই কি কৰিম?"

"এতিয়াও বুজি নাপালা? শুনা। এস্ তোমাৰ নামটো নক'লা।"

"সুভদ্ৰা।"

"সুভদ্ৰা, তোমাৰ এইহেন ৰূপ। তোমাৰ কিহৰ অভাৱ? তুমি কচলুকো ঠগিব নোৱাৰা?"

তাই লাজত মুখখন ঢাকি পেলালে। মনে মনে ৰ'ল। তাইৰ মনত বিজুলী জিলিকিল। তাই হঠাতে সংকল্প কৰিলে। সেই সংকল্পৰে তাই নাৰীসত্তাৰ সাৰ্থকতা বিচাৰি পালে। হঠাতে তাই এই প্ৰসঙ্গ তল পেলাবলৈ ইচ্ছা কৰি সুধিলে,

"তুমি কোন, মোক নোকোৱা?"

"নকওঁ। তুমি বেয়া নাপাবা, মই ক'ব নোৱাৰোঁ। কিন্তু এতিয়া তোমাৰ বিষয়ে চিন্তা কৰা। মোৰ বিষয়ে জানিবলৈ পাবা। হয়তো কাইলৈকে।"

"বাৰু বেয়া পোৱা যদি তোমাক আৰু নোসোধোঁ।"

"ভাল কথা। এতিয়া তুমি ক'লৈ যাবা? কচলুৰ ঘৰলৈ।"

"মৰিলেও নাযাওঁ।"

"সুভদ্ৰা, অলপ ভাবি-চিন্তি চোৱা। তোমাৰ মাৰাৰ ঘৰ ক'ত?"

"এই পাৰে। ইয়াৰ পৰা মথাউৰিৰে ডেৰ মাইল।"

"তালৈ যাবা?"

"ওঁ, যাম।"

"উঠা তেনেহলে। মই থৈ আহোঁগৈ।"

সি ক'লা চোলাটো পিন্ধি ল'লে। সিহঁত খোৰোংটোৰ পৰা ওলাল। ফাগুনমহীয়া বতৰ হঠাতে ফৰকাল হ'ল। শেষ ৰাতিৰ জোনাকত সুভদ্ৰাই প্ৰকাণ্ড মানুহটোৰ মুখলৈ মূৰ দাঙি চালে। সুন্দৰ-অসুন্দৰৰ সম্পূৰ্ণ সুকীয়া ধাৰণাৰে তাই সেই বিকট মুখখনত দেখা পালে এক সুকীয়া ৰূপ, আন্তৰিক

সৌন্দৰ্য্য প্ৰতিফলিত হোৱা পুৰুষোচিত সৌম্য ভাব, মহত্ত্ব আৰু মৰ্যাদা।

বাটত তাই আকৌ তাক পৰিচয় সুধিলে। কিন্তু কথা যে এতিয়া স্পষ্টকৈ পাতিব নোৱাৰি। সিহঁত ধৰা পৰি যাব। পিছে পথাৰ এখনৰ সোঁমাজ পোৱাৰ লগে লগে সি মুখ মেলিলে, "আজি মোৰ চিনাকি মানুহ এটাৰ কথা ক'বলৈ খুব মন গৈছে। নাম নকওঁ দেই। তাৰ বয়স মোৰ সমানেই। দুকুৰি তিনি-চাৰি বছৰমান হ'ব। টাউনৰ ওচৰতে সৰু গাঁও এখনতে তাৰ ঘৰ। চাৰিটা ল'ৰা-ছোৱালীৰ বাপেক। সি খুব দুখীয়া। কোনোপধ্যে পৰিয়ালটো পুহিব নোৱাৰে। মানুহঘৰ কেতিয়াবা চাৰি-পাঁচ দিন লঘোনে থাকিবলগীয়া হয়। ওচৰবোৰৰো একে অৱস্থা। এদিন এজনী বাঁৰী মানুহে নিজৰ ল'ৰা-ছোৱালী দুটাক ভোকৰ চিঞৰত অসহ্য হৈ কুঠাৰেৰে কাটি মাৰিলে। তাই বিচাৰকক কান্দি কান্দি ক'লে, "মই দোষী, মোক সকলো শাস্তি বিহক। তেহে মই শান্তি পাম।" এইবোৰ দেখি-শুনিয়েই সেই মানুহটো তেনেই সলনি হ'ল। পহিলাতে সি চোৰ হ'ল, ঠগ হ'ল। তথাপি তাৰ অনুতাপ নহ'ল। সি মনৰ লগত মিলা মানুহক ক'লে, সি এনেকৈ জীয়াই থাকিবলৈহে অধিকাৰ আছে। পিছত সি এদিন মানুহ এটাও কাটিলে। এতিয়া সি ডকাইত। জিলাখনৰ ভিতৰতে প্ৰখ্যাত ডকাইত। পুলিচে তালৈ ভয় কৰে।"

তাইৰ গা শিয়ঁৰি উঠিল। সি কোৱা কাৰণেহে আৰ্তনাদ কৰি নুঠিল। এই মানুহটোৰ কাষত থাকিলে, এনেকুৱা বীভৎস কথা শুনিলেও আৰু হঠাতে ডকাইত ওলালেহিও তাইৰ ভয় নালাগিব।

সিহঁত আহি পালেহি। পদুলিমুখত তাই ৰ'ল আৰু ক'লে, "এয়া আমাৰ ঘৰ।" সি ক'লে, "তেনেহলে মই যাওঁ।" তাই ক'লে, "কিন্তু তুমি যে নামটো নক'লা। বৌটিয়ে শুনি যেন কিমান আশীৰ্বাদ দিলেহেঁতেন। কোৱা, মোৰে শপত, তোমাৰ নামটো কোৱা। নক'লে যে মোলৈ অকণো মৰম নাই বুলি ভাবিম। সেয়ে মোক হুলে বিন্ধাদি বিন্ধি থাকিব।"

তাইৰ অনুনয় শুনি সি বিচলিত হৈছিল, কিয়নো, শেষ কথাকেইটি কওঁতে তাই কঁপিছিল আৰু মাতটো কঁপা কঁপা হৈছিল। সি আনফালে মুখ কৰি চমুকৈ ক'লে, "ময়ে সেই ডকাইতটো। ময়ে উপেন।"

তাই মাথোন ক'লে, "মোৰ হ'লে বিশ্বাস নহয়। তুমি মিছা মাতি মোক ভয় খুৱাইছা।"

সি তালৈ চালে। তাইৰ দুগালেদি তপত চকুলো বৈছে। কিন্তু দৰদী মনেৰে তাইক চাই বৈ থকাটো সি বিপদশূন্য বুলি নাভাবি ততাতৈয়াকৈ তাইৰ ওচৰৰ পৰা গুচি যোৱাৰ সংকল্প কৰিলে। হঠাৎ ক'লা চোলাটোৰ জেপৰ পৰা বুজন ধৰণৰ দুই বান্দিল দহটকীয়া নোট উলিয়াই তাইক দেখুৱাই সি ক'লে, "এতিয়াও বিশ্বাস হোৱা নাই? নৈৰ পাৰত সেয়া গণ্ডগোল কাৰ কাৰণে হৈছিল বুলি ভাবিছিলা? মোৰ লগৰ দুটা কালি ধৰা পৰিছে। মই যে কিমান দিন নিখোজ হৈ থাকিব লাগিব ঠিক নাই।"

এইবুলি কৈ সি তৎক্ষণাত আঁতৰ হ'ল। বাঁহ আৰু নিম-গমাৰিৰে আবৰা দূৰত্বত সি হেৰাই গ'ল। সুভদ্ৰাৰ ওপজা ঘৰখনলৈ এখোজ-দুখোজকৈ যোৱাৰ সময়ত মাথোন এটা কথায়ে মনলৈ আহিছিল— মানুহটোৱে তাইক নৈৰ পৰা তুলি অনাৰ পিছৰে পৰা তাইৰ যে আঙুলি এটাও স্পৰ্শ নকৰিলে!

# অন্তৰাগ

এইবাৰ খুব বেযা পোৱা যেন দেখুৱাই শৰৎ নাজিৰে মোক ক'লে, "বৰুণ, তুমি তেনেহ'লে মোৰ কথা নাৰাখিবা বুলি শপত খাই লৈছা? ভাবি চোৱা, মই তোমাৰ দেউতাৰৰ বয়সৰ। মোৰ ল'ৰাও বয়সত তোমাতকৈ ডাঙৰ। মই অনুৰোধ কৰোঁতেও তুমি কাণ-সাৰ নিদিলা।"

মই অপ্ৰস্তুত হৈ সমিধান দিলোঁ, "চাওক, এই লিখা কাম বৰ সহজ নহয়। তদুপৰি ছপা হোৱা প্ৰতিটো শব্দৰে দায়িত্ব মোৰ ওপৰত। মই আপোনাক লৈ গল্প এটা লিখিম বুলি এই ডেৰমাহ আপোনাৰ গতিগোত্ৰ লক্ষ্য কৰি আছোঁ। কিন্তু গল্প কৰিবৰ কাৰণে যিখিনি সমল লাগে তাক কোনোপধ্যে বিচাৰি পোৱা নাই। সেই কাৰণেহে আপোনাৰ অনুৰোধ ৰাখিব নোৱাৰিলোঁ। বয়সত সৰু হিচাপে, মই আপোনাৰ বজাৰ কৰি দিব পাৰোঁ, চাইকেলত পাম কৰি দিব পাৰোঁ, এচিলিম ধঁপাত সজাই দিব পাৰোঁ, কিন্তু গল্প লিখোঁ কেনেকৈ?"

শৰৎ নাজিৰ এইবাৰ মনে মনে ৰ'ল। মোৰ টেবুলৰ ওপৰত থকা বুদ্ধদেৱৰ মূৰ্তিটোৰ ওপৰত হাত ফুৰালে। কামিজৰ শেষ বুটামটো মাৰি কেলেণ্ডাৰৰ ছবিত থকা সন্ধিয়া পৰৰ নৈৰ নাৱৰীযালৈ চাই ৰ'ল। মই বুজিলোঁ- এখেতৰ অনুৰোধটো সঁচাকৈয়ে আশাশুধীযা। প্ৰকৃত জীৱনত হয়তো নায়ক হ'বলৈ নাপাই ভাবিছে, ফুকলীয়া ল'ৰা এটাই লিখা গল্প এটাত তেওঁতো দুই-তিনি পৃষ্ঠা অধিকাৰ কৰিবলৈ যোগ্যতা নাইনে?

মই ক'লোঁ, "বাৰু, আপোনাক এটা কথা সোধোঁ। আপোনাক লৈ গল্প এটা লিখিলে আপোনাৰ কি লাভ হ'ব? আপুনিনো গল্পটো ওলালে কিয় ভাল পাব?"

তেওঁ মাত লগালে, "বুঢ়া হৈ আহিছোঁ। স্মৃতিশক্তিও কমি আহিছে। হয়তো এৰি অহা দিনবোৰৰ কথা তেনেই পাহৰি যাম। তেতিযাহ'লে কিহৰ ভাৰসাত বাকী কেইটা দিন জীযাই থাকিম? কত দুখ-সুখ আৰু কত মৰম-চেনেহৰ বান্ধোনৰে ইমান দিন কটাই আজি আঁঠে কুৰি বছৰত ভৰি দিলোঁহি।"

এই বিষয়ে আৰু অলপ পৰ আলোচনা হ'ল। তেওঁৰ কথাৰ পৰা বুজিলোঁ যে তেওঁৰ মনৰ অন্তৰালত জীৱনৰ আৰু অৱস্থিতিৰ স্থায়িত্ব-অস্থায়িত্বৰ প্ৰশ্নই দকৈ শিপা মেলিছে। পেঞ্চন পোৱাৰ পৰা সেই বিষয়ে এটা আপোন মনে গঢ়া দাৰ্শনিক সিদ্ধান্তলৈ আহিবলৈ চাইছে। শৰৎ নাজিৰে পেঞ্চন পোৱা আজি তিনিমাহ হ'ল। তেওঁৰ আজিকালি আজৰি সময় বহুত। খুব কিতাপ-পত্ৰ পঢ়ি থাকে। মানুহজন ইংৰাজীত আনতকৈ চোকা কাৰণে ইংৰাজী কিতাপ এখন উজুটি নোখোৱাকৈ পঢ়ি ৰস আস্বাদন কৰিব পাৰে। কেবাখনো ভাল ভাল উপন্যাস পঢ়িছে। চেকভ্‌, তুৰ্গেনিভ, চাৰ্লচ্‌ ডিকেন্সৰ কথা প্ৰসঙ্গক্ৰমে

উল্লেখ কৰিব পাৰে। তেওঁৰ মতে, পেঞ্চন পোৱাৰ পিছৰে পৰা তেওঁৰ নৱ জন্ম হৈছে। চৰকাৰী নথিপত্ৰ আৰু চাকৰি আচৰণ বিধিৰ পৰা ৰক্ষা পাই পৃথিৱীখন নতুন দৃষ্টিৰে চাবলৈ এতিয়াহে সময় হৈছে! এতিয়া তেওঁৰ মনত সময় অনন্ত, মনত বন-বিহঙ্গৰ ডেউকা গজিছে। কোনোবা গল্প সংকলনত চেকভৰ 'হাঁচি' আৰু 'কেৰাণীৰ মৃত্যু' নামৰ গল্প দুটা পঢ়াৰ পৰা তেওঁ ভাবিলে, তেওঁৰ জীৱনতো নিজস্বতা আছে, সপোন আছে, প্ৰহসনো আছে। তেতিয়াৰে পৰা তেওঁক লৈ মই এটা গল্প লিখি দিব লাগে বুলি তিনি-চাৰিবাৰ খাটনি।

"বুঢ়া মানুহৰো ফটোত উঠাৰ চখ আছে। কেমেৰা এটা লৈ পকামুৰা গাঁওলৈ গ'লে গম পাবা, বুঢ়া-বুঢ়ীযেও ফটো এটা তোলা বুলি কেনেকৈ খটবান্ধ কৰি ধৰিব। বুজিছা বৰুণ, মই যেনিবা ফটোত নুঠি গল্পৰ পাতত উঠিব খুজিছোঁ। ইমানেই। তুমিনো সেই কাৰণেই আচামীক সোধাৰ দৰে প্ৰশ্ন কৰা কিয়?" শৰৎ নাজিৰৰ এইষাৰ কথাযে মোক আকৰ্ষিত কৰিলে। মই কথা দিছিলোঁ যদিও কথাটো ৰাখিব পাৰিম বুলি আত্মবিশ্বাস নহ'ল। কাৰণ বহুত ক্ষেত্ৰত প্ৰত্যক্ষ বাস্তৱে মোৰ গল্পক নীৰস কৰি তোলে। আপোন মনৰ ৰঙেৰে চৰিত্ৰক প্ৰাণ দিব নোৱাৰোঁ।

মই সুধিলোঁ, "আপোনাৰ কোন ঘটনাৰে গল্প লিখিব লাগে?" তেওঁ ক'লে, "ক'লোঁৱেই দেখোন। এইকেইদিন কোৱাৰে নহ'বনে? মই গল্প লিখিব জনাহেঁতেন এইবোৰ যে কিমান ভাল গল্প হ'লহেঁতেন। পিছে ছয়ত্ৰিশ বছৰ কেৰাণী কৰি যে কি হৈ পৰিলোঁ। কলমটো ল'লে হাতত আহি যায়- — উইথ ৰেফাৰেঞ্চ টু ইয়ৰ লেটাৰ নাম্বাৰ "

মই আকৌ সুধিলোঁ, "তাৰ বাহিৰেও কিবা গোপন কথা আছে নেকি?"

তেওঁ সমিধান দিলে, "কিয়? একেটা অফিচতে ডেকা হৈ সোমাইছিলোঁ আৰু সেই অফিচৰ পৰা বিত চকু পিন্ধি পিঠি বেঁকা কৰি পেটত পিত্ত লৈ বুঢ়া হৈ ওলাই আহিলোঁ। তথাপি মোৰ অনুতাপ হোৱা নাই। এয়ে জানো গোপন কথা নহয়?"

মই হয় বুলি আশ্বাস দি পুনৰ প্ৰশ্ন কৰিলোঁ, "আৰু গোপন কথা নাইনে?"

তেওঁ উৎসাহ পাই কৈ গ'ল, "ধৰা, মই অৱসৰ লৈ ঘৰৰফালে খোজ দিয়াৰ দিনা নিজকে হাতভৰি নাইকিয়া মানুহ যেন লাগিছিল। ভাবিছিলোঁ, আজিৰ পৰা মোক, ছয়ত্ৰিশ বছৰ কলম পিহা মানুহটোক মহৰীয়ে পাহৰি যাব, উকীলে পাহৰি যাব। কাছাৰী ঘৰটোৱে আৰু বহল চৌহদটোৱে পাহৰি যাব। আনকি লগৰ কেৰাণীবোৰেও পাহৰি যাব। এইবোৰকে ভাবি দুনিশামান শোৱা নাছিলোঁ। এয়া জানো মোৰ মনৰ গোপন কথা নহয়? গাঁৱত ওপজা মানুহ কাৰণে ছয়ত্ৰিশ বছৰ চহৰৰ ভাৰাঘৰতে কটাই দিলোঁ। ভাৰাঘৰৰ পৰা দুজনী ছোৱালীক বিয়া দিলোঁ। ভাৰাঘৰতে জোৱাইহঁতে আঠমঙলা খালেহি। দুখী-দুখী অৱস্থাৰেই একমাত্ৰ ল'ৰাক এম এ লৈকে পঢ়ালোঁ। কেৰাণীৰ ল'ৰাক কলেজৰ অধ্যাপক কৰিলোঁ। এটা গোপন আকাংক্ষা মনত পুহি নোথোৱা হ'লে জানো ইমানখিনি কৰিব পাৰিলোঁহেঁতেন?"

ইমানখিনি কোৱাৰ পিছতো যে তেওঁক লৈ এটা ঘটনা থিয় কৰাবলৈ মোৰ কল্পনা আৰু সৃজনী-শক্তি ভাগৰি পৰিল। মনে মনে ভাবিলোঁ, শৰৎ নাজিৰ কিতাপ-পত্ৰ পঢ়া মানুহ যদিও বোধকৰোঁ কলা-কৌশল বা গল্পৰ শিল্প-কৰ্ম সম্পৰ্কে তেওঁৰ ধাৰণা নাই। থকা হ'লে, মই লিখিব পৰা ধৰণৰ ঘটনা এটা মোক ক'লেহেঁতেন।

মোৰ প্ৰতিশ্ৰুতি শুনাৰ পিছতে নাজিৰ গ'লগৈ। সেইদিনাৰ পৰা তেওঁক দেখিলেই ফালৰি কাটি ফুৰোঁ। নিজৰ সাৱধানতা সত্ত্বেও দেখাদেখি হ'লে আগতেই কৈ পেলাওঁ- অৱশ্যে মিছাকৈ যে গল্পটো অলপ অলপকৈ লিখি আছোঁ। সেই বুলি মই হাত সাবটি বহি থকা নাই। বুৰঞ্জীমূলক উপন্যাস এখনৰ দিনে একোটাকৈ অধ্যায় লিখি আছোঁ আৰু মানসিক অৱসাদ দূৰ কৰা সময়খিনিত বিশেষকৈ আবেলি ফুৰা-চকা কৰা সময়ত শৰৎ নাজিৰৰ বিষয়ে তেওঁৰ অন্তৰঙ্গ মানুহৰ পৰা এটা-দুটা কথা জানি লৈছোঁ। তথাপি যিমানেই জানিছোঁ সিমানেই গল্প লিখাটো বেছি টান হৈছে বুলি বিশ্বাস হৈছে। শৰৎ নাজিৰৰ জীৱনত কোনো বৈচিত্ৰ্য নাই। কথাশিল্পত উপেক্ষিত যিকোনো এটা মানুহৰ দৰেই যথাসময়ত এনট্ৰেঞ্চ পাছ কৰিছে, ট্ৰেজাৰী চালানত টকা জমা দি চাকৰি পাইছে, দহৰ পৰা চাৰিলৈ অফিচ কৰিছে, আবেলি চাহ-জলপান খাই বজাৰ কৰিছে, বন্ধত ইঘৰ-সিঘৰ ফুৰিছে, আঠৈ কুৰি পাঁচ বছৰ বয়সত পেঞ্চন পাইছে আৰু লগে লগে দেখা পাইছে যে তেওঁৰ পিছৰ পুৰুষটো এতিয়া ডেকা হৈছে। এনে জীৱনত কোনো নাটকীয় সংঘাত নাই, কোনো দুঃসাহসিকতা নাই, গতিশীলতাৰ কোনো স্পন্দন নাই- 'টেগুাৰ' বিচৰা জাননী এখনৰ দৰেই গতানুগতিক।

কিন্তু যিমান গতানুগতিক বুলি ভাবিছিলোঁ, আচলতে সিমান নহয়। এদিন তেওঁক বাটত হঠাতে লগ পালোঁ। বহুতো কিবাকিবি কৈ গ'ল। তেওঁৰ এতিয়া অকণো সময় নাই। ৰজা মৈদামৰ ফালে ঘৰ এটা সজাইছে। পুতেকে মিস্ত্ৰী আৰু কামলাবোৰক চকু দিয়াৰ ভাৰ তেওঁক দিছে। তেওঁ দিনটো ঘৰ সজোৱা ঠাইতে থাকে। তেওঁৰ খুব ইচ্ছা। জীৱনটো ভাৰাঘৰতে কটাই দিলে। এতিয়া তেওঁৰ নিজৰ ঘৰ এখন হ'ব। উপযুক্ত পুতেকৰ জহতহে সুখৰ মুখ চিনিব।

মই সুধিলোঁ, "আপোনাৰ ঘৰটোত কিমান টকা খৰচ হ'ব?"

তেওঁ খুব সাধাৰণভাৱে ক'লে, "প্ৰায় যোল্ল হাজাৰ।"

মই আকৌ ব্যগ্ৰ হৈ সুধিলোঁ, "ইমান টকা আপোনালোকে ক'ত পালে?"

তেওঁ উত্তৰত ক'লে, তেওঁৰ প্ৰায়বোৰ টকা পুতেকৰ অৰ্জনৰে। ১৯৫৬ চনতে কলেজৰ অধ্যাপকৰ দৰমহা বাঢ়িছিল। সেই বঢা দৰমহাৰ নিৰিখমতে ওপৰঞ্চি তিনি হাজাৰ টকা পালে। পাঁচ বছৰতকৈ বেছি কাম কৰাৰ কাৰণে ঘৰ সজাবৰ বাবে আঠ হাজাৰ টকা আগধন পালে। তদুপৰি ল'ৰা গজেন বৰ উপযুক্ত। কজেলৰ ল'ৰাক সামৰিক বিদ্যা শিকোৱাৰ ব্যৱস্থা হোৱাৰে পৰা তাৰ কপাল ফুলিল। সি এন চি চিৰ চেকেগু লেফটেনেণ্ট হ'ল। এতিয়া আকৌ কেপ্টেইন। কেপ্টেইন হিচাবে পাই মাহে আঠৈকুৰিকৈ। যোৱা তিনি বছৰ সিয়েই এন চি চিৰ কোম্পানীটোৰ তত্ত্বাৱধানত থকাৰ কাৰণে মাহিলি ডেৰশকৈ চাৰ্জ এলাঞ্চ পায়। গতিকে যোল্ল হাজাৰ টকা যোগাৰ কৰাত অসুবিধা নহ'ল। তদুপৰি শৰৎ নাজিৰে নিজেও প্ৰভিডেণ্ট ফাণ্ডৰ পৰা ডেৰ হাজাৰ টকা ঘৰৰ কামত খটুৱাইছে।

"ছয়ত্ৰিশ বছৰ কাম কৰাৰ পিছত আপোনাৰ প্ৰভিডেণ্ট ফাণ্ডত মাথোন ডেৰ হাজাৰহে গোট খাইছে?" মই আগ্ৰহেৰে সুধিলোঁ।

নাজিৰে ক'লে, "ভালেমান টকাই গোট খাইছিল। কিন্তু মাজে মাজে টকা উলিয়াই আছিলোঁ নহয়! ছোৱালী দুজনীৰ বিয়াৰ সময়ত দুবাৰ উলিয়াইছোঁ। গজেনক এম এ পঢ়োৱাৰ সময়তো কেবাবাৰো ফাণ্ডৰ টকা উলিয়াইছোঁ। শেষত পেঞ্চন পোৱাৰ সময়ত দেখোঁ - মোৰ প্ৰভিডেণ্ট ফাণ্ডৰ তলি উদং।"

তাৰ পিছত প্ৰায় এমাহ কাল শৰৎ নাজিৰৰ লগত দেখা-শুনা হোৱা নাই। সিটো শনিবাৰে

তেওঁ মোৰ তালৈ আহিছিল। গল্পৰ কথা একো উলিওৱা নাছিল আৰু কৈছিল যে ঘৰ সাজি শেষ হৈছে। দ্বিতীয়বাৰ চুণ দিয়াৰ পিছত আৰু ঘৰৰ মজিয়া কেইখন ধোৱা-পখলা কৰাৰ পিছত ঘৰ লোৱা হ'ব। বিশ্বকৰ্মা পূজাৰ দিনা নতুন ঘৰত নামগোৱা পাতিব আৰু পিছদিনাৰ পৰাই নতুন ঘৰত 'টাব' অঁৰা ফুলগছ ৰোৱা আদিৰ কাম আৰম্ভ হ'ব। সেইদিনা শৰৎ নাজিৰৰ মুখত জটিল মহাযুদ্ধৰ বিজয়োল্লাস দেখা পালোঁ। নিজৰ ঘৰ এখন হোৱা যে কিমান সুখৰ কথা, নাজিৰৰ পৰাহে স্পষ্ট হ'ল। কাৰণ মোৰ জীৱনত এনে নতুন অনুভূতি নহ'ব। দেউতাই সজোৱা দহ খুটলীয়া পকা ঘৰ এটা আমাৰ আছে। স্বচ্ছন্দে থাকোঁ। মোৰ পিছৰ পুৰুষটো ডাঙৰ হ'লেও ঘৰটো সৰু নালাগিব।

তিনিদিন মানৰ পিছত নাজিৰে নতুন ঘৰটো দেখুৱাবলৈ মোক লৈ গ'ল। বৰ ধুনীয়া ঘৰ হৈছে। চাৰিটা খোটালি। চেনিটাৰি লেট্ৰিনৰ ব্যৱস্থা আছে। গা-ধোৱা কোঠাটো তাৰ লগত সংযুক্ত। দুৱাৰ-খিৰিকী আহল-বহল।

শৰৎ নাজিৰে ঘৰৰ প্ৰতিটো কোঠা পুংখানুপুংখকৈ দেখুৱাই ক'লে, "পশ্চিমফালৰ কোঠা দুটাত বুঢ়ী, মানে গজেনৰ মাক আৰু মই থাকিম। বাকী দুটা তাক এৰি দিম। আমাৰ দুটা কোঠা আৰু সি থকা কোঠা দুটা সংলগ্ন কৰা দৰ্জা এইখন নহয় জানো! এই দৰ্জাৰ খিলি সদায় বন্ধ থাকিব। আমি বুঢ়া-বুঢ়ী আপোন মনে থাকিম। ভাৰাঘৰত থাকোঁতেতো তেনেই মুকলিমূৰীয়া হ'বলৈ নাপালোঁৱেই। আৰু এটা কথা। আমি ঘৰ লোৱাৰ পিছতহে ইয়ালৈ বিজুলী বাতি অনাব পৰা যাব। লাইন লগাওঁতে বহুত খৰচ হয়। দুমাহমানৰ পিছত গজেনে মেট্ৰিকৰ বহী চোৱাৰ কাৰণে চাৰি-পাঁচশমান টকা পাবলগীয়া আছে। তেতিয়ালৈকে ৰ'ব লাগিব। আৰু এটা কথা নহয়, বৰুণ, তোমালোক সাহিত্যিক মানুহ! ভাবি-চিন্তি ঘৰটোৰ নাম এটা দিবা দেই। আজিকালি আকৌ ঘৰত নাম দিয়া ফেশ্বন এটা হৈছে।" সেইদিনা সিমানতে। বিশ্বকৰ্মা পূজাৰ ঠিক ছয়দিনমানৰ আগতে নাজিৰে আকৌ মোক লগ ধৰিলে। ঘৰৰ নামটো দিয়া হ'লেনে নাই সুধিলে। মই ক'লোঁ যে ঘৰটোৰ নাম শান্তি কুটীৰ দিয়াই ভাল হ'ব। নাজিৰে কুটীৰ শব্দটোত আপত্তি কৰিলে। যোল্ল হেজাৰ টকা খৰচ কৰা ঘৰটো কেনেকৈ কুটীৰ হ'ব? মই তেওঁৰ মনৰ কথা বুজি পাই ক'লোঁ যে নম্ৰতাবোধ দেখুৱাবলৈকে ভাল ঘৰকো কুটীৰ বা পঁজা বোলাটো এক নতুনত্ব। আনকি তাহানিৰ নবাবেও অভ্ৰাৱতী যেন ঘৰক 'গৰীবখানা' বুলি উল্লেখ কৰিছিল। নাজিৰে মোৰ যুক্তিৰ প্ৰশংসা কৰিলে। সোলা মুখখনেৰে শিশুৰ দৰে হাঁহিলে।

কিন্তু বিশ্বকৰ্মা পূজালৈ দিন চমু চাপি অহাৰ লগে লগে নাজিৰৰ মনৰ অৱস্থা বেছি ভাল হওক চাৰি বেয়াৰ ফালেহে ঢাল ল'লে। মই গল্পত বিচৰা ধৰণৰ মানসিক সংঘাত। তাকে মোক হিয়া উবুৰিয়াই ক'বলৈ বিচাৰিলে। মই অভিভূত হৈ পৰিলোঁ। বুঢ়া নাজিৰৰ নিজৰ জীৱনবোধে মোক আপ্লুত কৰিলে।

ৰাতি ন-মান বজাত তেওঁ নতুন ঘৰটো এনেয়ে এবাৰ চাবলৈ গৈছিল। পশ্চিমফালৰ কোঠাটোত বহি তেওঁ বহুত পুৰণি কথা ভাবিছিল। ৰাতিৰ কাৰণে এইটো কোঠা কিমান সুন্দৰ! তেওঁ লক্ষ্য কৰিলে পশ্চিমৰ নিৰ্মেঘ আকাশৰ কাঁচি জোনটোৰ পোহৰে কোঠাটো ৰমক-জমক কৰি তুলিছে। মজিয়াখন জোনাকৰ জেউতিয়ে ফুলাম কৰি তুলিছে আৰু নাজিৰৰ ভাব হৈছে যেন গোটেই কোঠাটোৱেই স্নিগ্ধ আলোকিত অগৰু চন্দন সুবাসিত এখনি ফুলশয্যা। থিতাতে তেওঁৰ হৰ্ষোজ্জ্বল মনটো মৰহি গ'ল। অসহ্য অতীতে সকলো আশা-আকাংক্ষা শুকুৱাই পেলালে। সকলো অসাৰ অসাৰ লাগিল। বত্ৰিশ-তেত্ৰিশ বছৰৰ আগতে গজেনৰ মাকৰ আছিল এই খিৰিকী ভুমুকিয়াই চোৱা লাজুকী চন্দ্ৰমাৰ ৰূপ আৰু

বৰ্ষাৰ তটিনীৰ দৰেই অফুৰন্ত যৌৱন। শৰৎ আছিল একৈশ বছৰীয়া ডেকা। তেওঁৰ বুকুত আছিল অসীম কামনাসিক্ত কোমল মৰম। কিন্তু এওঁলোকৰ ফুলশয্যা হৈছিল গাঁওৰ এটা চেঁচুকীয়া ঘৰৰ সংকীৰ্ণ কোঠাত আৰু তাৰ পিছত যৌৱনৰ আচল বয়স পাৰ হৈছিল, চহৰৰ প্ৰায়অন্ধকাৰ বাসৰ অযোগ্য বুলিব পৰা বিভিন্ন ভাৰাঘৰত। তেওঁৰ আচল জীৱন গচক লাগি দুবৰিৰ তলত পোত গ'ল। এতিয়া জীৱনৰ অন্তিম সন্ধিয়া বুঢ়া-বুঢ়ী যোল্ল হাজাৰ টকীয়া ঘৰত কটাবনে জুহালৰ গুৰিত বা গছৰ তলত বহি দেহবিচাৰৰ গীত গাই জীৱন যাত্ৰাৰ লেছেৰি বুটলিব?

এইবোৰ মন খোকোজা লগা, হিয়া আতুৰ কৰা দুখৰ কথা সেইদিনা গজেনৰ মাককো ক'লে। বুঢ়ীয়ে একো মন্তব্য নিদিলে যদিও এটা দীঘল হুমুনিয়াহ কাঢ়িলে। শৰৎ নাজিৰে সেই হুমুনিয়াহত বুকুৰ তেজেৰে লিখা জীৱন বুৰঞ্জীৰ মৰ্মকথাহে যেন শুনিবলৈ পালে।

নাজিৰে সেইদিনা যাবৰ সময়ত ক'লে, "এইবোৰ কথাৰে বাৰু গল্প নহয়নে বৰুণ? গল্প এটা লিখিবা। কিন্তু মোৰ নামটো হ'লে নিদিবা। সাজি দিবলৈকো ঢেৰ নাম আছে। মোৰ নাম থাকিলে গজেনে গম পাব। বাৰু, এৰিছোঁ সেইবোৰ কথা। ঘৰ ল'বলৈ আৰু ছদিন আছে। এইবোৰ নভবাই ভাল। মই এই বুঢ়া বয়সত পোৱাখিনিকে গ্ৰহণ কৰিবলৈ শিকা উচিত। কি কোৱা? পেঞ্চন পাই বিজুলী বাতি আৰু পাংখা থকা আহল-বহল ঘৰত থাকিবলৈ পাম। এইখিনিনো কিমানৰ ভাগ্যত ঘটিছে? বাৰু যাওঁ দেই, বৰুণ। পৰহিলৈ আহিম। ঘৰ লোৱা সকামলৈ মুখে মুখে মাতি যামহি।"

আজিয়েই শৰৎ নাজিৰ তেওঁ কোৱা মতে মোৰ তালৈ অহাৰ কথা আছিল। সন্ধিয়া লাগি ভাগিল। এতিয়াও নাহিল যেতিয়া আৰু নাহে। মই কিন্তু খুব আশা কৰি আছিলোঁ। মানুহটোলৈ এতিয়া মোৰ অদ্ভুত মোহ হৈছে। মোৰ মনৰ সপোনে তেওঁক নায়কোচিত যোগ্যতা দিছে। ৰাতি ন-মান বজাত দুৱাৰত শব্দ শুনি নাজিৰ অহাৰ আশা কৰি খুব উদ্বিগ্ন হৈ দুৱাৰখন খুলি দিলোঁ। কিন্তু মোৰ আশাৰ মূৰত বজ্ৰপাত হ'ল। শৰৎ নাজিৰ নিজে নাহিল, নেপালী ল'ৰা এটাৰ হাতত সৰু চিঠিখনহে দি পঠিয়ালে। খুব সন্তৰ্পণে চিঠিখন পঢ়ি গ'লোঁ ঃ

কল্যাণীয় বৰুণ,

তোমাৰ ওচৰলৈ আৰু যোৱা নহ'ব। লাজ কাটি কৰি থৈ মই কি মূলধন সাৰোগত কৰি তোমাৰ আগত মুখ দেখুৱাম? বুঢ়া বয়সতো আমি আৰু সেই তুমি 'শান্তি কুটীৰ' বুলি নাম দিব খোজা ঘৰটোত বাকী দিনকেইটা কটোৱাৰ ভাগ্য নহ'ল। প্ৰিঞ্চিপালে গজেনক হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্ট পাতিলে। আজিৰ পৰা সি চাৰ্জ লৈছে। সি হোষ্টেলৰ কোৱাৰ্টাৰতে থাকিব। নতুন ঘৰটো মোৰ মত নোলোৱাকৈয়ে তেল কোম্পানীৰ মানুহক ভাৰা দিলে। আমি এতিয়াৰ ভাৰা ঘৰটোতে থাকিব লাগিব। গজেনে মোৰ কথা একেবাৰে নুশুনিলে, বুঢ়া আৰু গছৰ মুঢ়া একে বুলি ভাবিলে। সেযেহে আজি ভাবিছোঁ, আজি পোন্ধৰ বছৰৰ পৰা মানুহে ত্যাগ কি বস্তু পাহৰি গৈছে। কিজানি কৃতজ্ঞতা স্বীকাৰো অচিন অভিধানৰ ভাষাহে। এই ভাবাৰ্থ লৈ মোক লৈ লিখা গল্পটো শেষ কৰিব নোৱাৰানে? মোৰ নামটো আকৌ নিলিখিবা। ভুলতো যাতে মোৰ নামটো তোমাৰ কলমৰ মুখত নাহে। মোক জগতে পাহৰি যাওক, আকাশৰ জোনবেলিয়ে পাহৰক

# যন্ত্ৰৰ যন্ত্ৰণা

আমি তিনি বন্ধু দায়িত্বপূৰ্ণ বিষয়া যদিও মাজে মাজে ল'ৰামতীয়া হৈ পৰোঁ। এনে কিছুমান কাম কৰোঁ, যিবোৰত সময় নষ্ট কৰিবলৈ হাইস্কুলীয়া ল'ৰাৰো সময় নাই। তিনিওজনে একেখন চহৰতে কাম কৰোঁ। প্ৰত্যেকৰে সুকীয়া সুকীয়া বিভাগ। প্ৰত্যেকৰে সুকীয়া সুকীয়া কৰ্তা। কোনজনৰ কাম কেনেকুৱা ধৰণৰ, আমি পৰস্পৰে নাজানো। গোটা খালে অৱসৰৰ সময়কণৰ আমোদখিনি সম্পূৰ্ণভাৱে উপভোগ কৰিবৰ কাৰণেই চাকৰি জীৱনৰ বিষয়ে একো কথা নাপাতোঁ। এই ফালৰ পৰা চাবলৈ গ'লে আমি আমোলাতন্ত্ৰৰ যন্ত্ৰ নহয়, কাৰণ প্ৰকৃত আমোলাই চাকৰি সংক্ৰান্ত অহমিকাক পাহৰি আনন্দত নিজকে ঢালি দিব নোৱাৰে। কিন্তু আমাৰ তিনিজনৰ মানত চাকৰিটো সোণ। আমাৰ তিনিওৰে জীৱনবোধ আন আমোলাৰ লগত নিমিলে। আমাৰ উদ্দেশ্যও অলপ সুকীয়া।

কিন্তু এদিন এক বিশেষ পৰিস্থিতিত আমি তিনিও চাকৰিৰ কথা পাতিবলগীয়া হ'ল, হঠাৎ নাটকীয়ভাৱে।

এইখিনিতে আমাৰ তিনিওৰে পৰিচয় দাঙি ধৰা উচিত। মই হ'লোঁ বিবুধ বৰুৱা। মই এছ ডি চি অৰ্থাৎ মাটি হাকিম। আমাৰ এজন হ'ল অনন্ত কাকতি। তেওঁ কৃষি বিষয়া। ইজন হ'ল মইনুদ্দিন আহমেদ। তেওঁ হ'ল সমবায় বিভাগৰ এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ। এইখিনিতে আকৌ চাকৰি নকৰা মানুহক জনাই দিয়া উচিত হ'ব যে চৰকাৰী কলেজৰ অধ্যাপকৰ বাহিৰে আন সকলো গেজেটেড বিষয়াই কেবাটাও বিষয়ত 'বিভাগীয় পৰীক্ষা' দিব লাগে। ইযাত উত্তীৰ্ণ হ'ব নোৱাৰিলে বেতনৰ বাৎসৰিক বৃদ্ধি নহয় আৰু চাকৰিটোত চিৰস্থায়ীভাৱে ৰ'বলৈ অনুমতি দিয়া নহয়। অৰ্থাৎ কন্‌ফাৰ্ম নহয়।

তিনিও বন্ধু 'বিভাগীয় পৰীক্ষা' দিবলৈ গুৱাহাটীলৈ আহিলোঁ। পৰীক্ষা দি উঠি একেলগে উভতি আহিবৰ উদ্দেশ্যে গুৱাহাটী ৰে'ল ষ্টেচনত ৰাতি ন বজাত হাজিৰ হ'লোঁ। সেই ৰাতিৰ ৰে'লৰেই আমি কৰ্মস্থান পাবগৈয়ে লাগিব। বহুত দিনৰ মূৰত গুৱাহাটীলৈ আহি দুদিন বেছিকৈ থকাৰ ইচ্ছাক দমাব নোৱাৰিলোঁ। দুদিনৰ ছুটী শেষ হৈ গ'ল। গতিকে এই ৰাতিৰ ৰে'ল গাড়ীত নগ'লে আৰু আমাৰ উপায় নাই। আমাৰ অৱশ্যে প্ৰথম শ্ৰেণীত যাবৰ ইচ্ছা আছিল, বিভাগীয় অনুশাসনলৈ ভয় কৰা কাৰণেই। কিন্তু আজিকালি প্ৰায়ে নগাপাহাৰ বা পাকিস্তান সীমান্তলৈ সৈন্য অহা-যোৱা কৰি থাকে। প্ৰথম শ্ৰেণীৰ কোঠাবোৰ সৈন্য বিভাগৰ কমিছনড্ অফিছাৰেৰে ভৰ্তি হৈ থাকে। সেই কাৰণেই আমি প্ৰথম শ্ৰেণীৰ 'ৰিজাৰ্ভেচন' নাপালোঁ। দ্বিতীয় শ্ৰেণীত টিকট কৰিবলৈ বাধ্য হ'লোঁ।

দহ বজাত ৰে'ল আহি প্লেটফৰ্মত ৰ'লহি। প্ৰত্যেকটো দবাতে মানুহ ঠাহ খাই আছে। দ্বিতীয়

শ্ৰেণী আৰু তৃতীয় শ্ৰেণীৰ কোঠাত সমানে ভিৰ। তাকে দেখি মইনুদ্দিনে খঙেৰে ক'লে, "এনেকৈ দুটা পৃথক শ্ৰেণী ৰখাৰ মানে নাই।" অনন্ত কাকতিয়ে মাত লগালে, "মানে আছে। ৰে'ল কোম্পানী অঁকৰা নহয়। যিমান দিনলৈকে নিম্ন মধ্যবিত্তৰ বৃথা অভিমান থাকিব আৰু মান বজাই ৰাখিবলৈ চাব, সিমান দিনলৈকে চেকেণ্ড ক্লাছবোৰ চলি থাকিব। থাৰ্ড ক্লাছতকৈ মানুহ বেছি হ'লেও চেকেণ্ড ক্লাছ চেকেণ্ড ক্লাছেই।" মই একো নামাতিলোঁ। তেওঁলোকৰ লগতে কুলীৰ পিছে পিছে গৈ থাকিলোঁ। দ্বিতীয় শ্ৰেণীৰ দুটা কোঠাত কুলীয়ে ট্ৰাঙ্ক আৰু বিছনা সুমুৱাবকে নোৱাৰিলে। শেষত আন এটা কোঠাত কুলীকেইটাই জোৰ কৰি বস্তুবোৰ ভৰাই দিলে। আমিও "ছিট নাই নোসোমাব" বুলি দুৱাৰৰ ওচৰত থিয় দি চিএৰি থকা মানুহকেইটাক ঠেলি কোঠাটোত উঠি পৰিলোঁ।

কোঠাটোত উঠিহে আচৰিত হৈ গ'লোঁ। এইবোৰ মানুহ নহয় যেন গুদামৰ চেনিৰ বস্তাহে। এনে ভাব হ'ল, 'অন্ধকূপ হত্যা'ৰ উদ্দেশেহে যেন আমাক এনেকৈ ৰখা হৈছে। অৱশ্যে ওপৰৰ মালবস্তু থোৱা চাংখনত কায়দা কৰি ট্ৰাঙ্ক-চুটকেছ জাপি কেইটামান মানুহে বিছনা পাৰি শুইছে। সিহঁতক দেখি আমাৰ ঈৰ্ষা হ'ল। ৰে'লত উঠাৰ আগতে ষ্টেচনৰ ৰেষ্টোৰাঁত আমি ভুৰি-ভোজন কৰিছিলোঁ। সেযে আমাৰ টোপনিৰ ভাব হৈছে। অথচ আমি দবাটোৰ মজিয়াত ঠেকা-ঠুকলি খাইহে কোনোমতে থিয দি আছোঁ। আমাৰ কাষৰ বুঢ়া মানুহ এটাও আমাৰ দৰে কষ্টেৰে থিয দি থকা দেখি বেয়া লাগি গ'ল। আন ষ্টেচনত ৰে'ল ৰখালে যদি আৰু মানুহ উঠে, তেনেহলে হেঁচা-ঠেলাত এই নিছলা বুঢ়াটো চেপেটা হৈ যাব, হয়তো মঙহবোৰ হেঁচাত হাড়ৰ ভিতৰ সোমাই এটা জীৱন্ত কঙ্কাল হৈ পৰিব। কিন্তু বুঢ়াক দেখিলে এনে ভাব হয় যেন বুঢ়াৰ মনত হেঁচা-ঠেলা খোৱাৰ কাৰণে অকণো বিক্ষোভ, বিতৃষ্ণা বা অসন্তুষ্টি নাই। বোধকৰোঁ এনে দুৰ্গতি হ'ব বুলি আশা কৰি আগতেই ৰে'লত উঠিছিল কাৰণেই এই অনুকৰণীয় নিৰ্লিপ্তি। বেচেৰাৰ মুখখন করুণ। হয়তো কিবা দুখে ইমান পীড়া দিছে যে সেই দুখৰ তুলনাত যেন ৰে'লৰ কায়িক কষ্ট নিতান্ত সাধাৰণ। বুঢ়াক ভালকৈ লক্ষ্য কৰিলোঁ। কৃচ্ছ্ৰসাধন কৰিলেও মানুহৰ চেহেৰা এনে হ'ব নোৱাৰে বুলি মোৰ বিশ্বাস হ'ল। এইটো চেহেৰা যে আৰোগ্যাতীত গেছট্ৰিক ৰোগীৰ। মৃত্যুৰ পিছত ৰূপান্তৰ হ'বলগীয়া ভূতটোৰহে যেন আংশিক প্ৰতিচ্ছবি।

ৰে'ল আহি নাৰেঙ্গী ষ্টেচনত ৰ'লহি। আমি অলপ সকাহ পালোঁ। যিখন বেঞ্চিৰ কাষত আমি বহিছিলোঁ সেইখন বেঞ্চিৰ পৰা চাৰিটা মানুহ এই ষ্টেচনত নামিল। আমি তিনিও তৎক্ষণাত সেই হঠাৎ খালী হোৱা ঠাইত বহি পৰিলোঁ। চাৰি আঙুলমান ঠাই খালী আছিল। তাতে বুঢ়াটোৱে বহিবলৈ চেষ্টা কৰা দেখি আমি তিনিও চাপ খাই বুঢ়াক বহিবলৈ ঠাই দিলোঁ। বুঢ়া বহিল। কিন্তু আমাক ধন্যবাদ নিদিলে। তাৰবাবে বিতুষ্ট নহ'লোঁ। এনে অৱস্থাত ৰে'লৰ কথা জীৱন-সংগ্ৰামৰ নগ্ন ৰূপৰ প্ৰতীক। ইয়াত লৌকিকতা বা ফৰ্মেলিটীৰ ঠাই নাই।

অলপ পিছতে বাৰ্থত (ওপৰৰ বেঞ্চি) আৰামতে শুই থকা মানুহ এটাই লৰালৰিকৈ বিছনাখন বান্ধি থকা চকুত পৰিল। আমি আশাৰে চাই ৰ'লোঁ। এক মিনিটেই নালাগিল। বিছনা বান্ধি মানুহটো তললৈ নামিল আৰু কাষলতিৰ চেপত বিছনাখন লৈ নাৰেঙ্গীতে নামি পৰিল। মই চকুৰ পচাৰতে এটেচি বেগৰ পৰা টাৱেল এখন উলিয়াই সেই মানুহটোৱে অধিকাৰ কৰা ঠাইত টাৱেলখন পাৰি বাকীবোৰ মানুহক জনাই দিলোঁ যে এই ঠাইত মোৰ দখল স্বত্ব।

কিন্তু এই খালী ঠাই পূৰণৰ কাৰণে আমাৰ মাজতহে অৰিয়াঅৰি। মই সিহঁতক ক'লোঁ যে

মই ৰাতিটো শুই যোৱা উচিত, কাৰণ কৰ্মস্থান পোৱাৰ লগে লগেই ডি চি য়ে মোক বানপানীত নিঠৰুৱা হোৱা মানুহক ধান-চাউল বিলাবলৈ পঠিয়াই দিব পাৰে। মোৰ চাৰ্কোলত কেবা ঠাইতো বানপানীয়ে কৰাল মূৰ্তি ধৰিছে।

সিহঁতে কিন্তু মোৰ কথা নামানিলে। মইনুদ্দিনে ক'লে যে সিহে শুই যোৱা উচিত। তাৰ 'বিভাগীয় পৰীক্ষা' ভাল হোৱা নাই। গতিকে তাৰ এই যাত্ৰা আৰু ওভতনি নিষ্ফল হৈছে। সেই বিফল কষ্টৰ ক্ষতিপূৰণ হিচাবে সি এতিয়া টোপনি যোৱাৰ সুবিধা দাবী কৰিছে মানুহটোৱে এৰি যোৱা ঠাইখিনিত।

এই প্ৰস্তাৱ অনন্ত কাকতিয়ে আৰু মই নাকচ কৰিলোঁ। কাকতিয়ে ক'লে যে সিহে শুই যোৱা উচিত। সিও দুটা বিষয়ত ফেল কৰিব- একাউনটেন্সি আৰু ফাণ্ডামেণ্টেল ৰুল্‌ছ্‌ত। তদুপৰি পৰহি গোটেই ৰাতি সি ফাণ্ডামেণ্টেল ৰুল্‌ছ্‌ৰ প্ৰকাণ্ড কিতাপখন পঢ়ি আছিল। তাৰ টোপনি খতি এতিয়াও পূৰ হোৱা নাই।

আটাইৰে যুক্তি একে। গতিকে সেই ঠাইত শোৱাৰো সমস্বত্ব। অথচ তিনিওটাই শোৱাও অসম্ভৱ। তিনিওটাৰ একে বয়স, একে স্বাস্থ্য, একে উদ্দেশ্য। কোনে কাৰ কাৰণে স্বাৰ্থ ত্যাগ কৰিব? সেই ঠাইত শুবৰ বাবে আমাৰ তিনিওৰে মাজত অনেক ধৰণৰ বিতণ্ডা চলিল। আমি অকস্মাতে ল'ৰামতীয়া হৈ পৰিলোঁ। বাৰ্থটো যেন এখন তিনিচকীয়া খেলনা ৰিক্সা আৰু আমি যেন ৰাণা, সেউজী, লাখু, টুটুমণিহে।

মোৰ মগজত এটা বুদ্ধি খেলালে। এক ৰকম বান্দৰৰ বুদ্ধি বুলিয়েই ক'ব লাগিব। কাৰণ, সেই সময়ত বান্দৰে পিঠা ভগোৱা সাধুটো মনলৈ আহিছিল। গোটেইটো বুদ্ধি সাজি থকা সময়খিনিত বুঢ়াটোৰ মুখলৈ চালোঁ। বুঢ়া নিৰ্বিকাৰ। চকুত টোপনিৰ আভাস নাই। কিজানি এই বয়সত ইমান হাই-উৰুমিত টোপনি নাহে। বুঢ়া-বুঢ়ীবোৰৰ টোপনি পাতল বুলি আইতাৰ পৰা গম পাইছিলোঁ। কিন্তু বুঢ়াটোৱে চিৎ হৈ শুই যাব পৰা হ'লে ভাল পালেহেঁতেন। তথাপি তেনে ইচ্ছাও চকুৰে-মুখে প্ৰকাশ পোৱা নাই। বুঢ়াই অশ্বত্থামাৰ দৰে জিৰণি নোলোৱা আৰু টোপনি নোযোৱা শাওপাত পাইছে নেকি?

মই ইহঁতক ক'লোঁ, "এটা বাজি মাৰোঁ। এই বাজিত যি জিকিব সিয়ে শুব পাৰিব।" সিহঁতে একেলগে সুধিলে, "কি বাজি?"

"আগতে শুনি নল'লে আমি মত দিব নোৱাৰোঁ। কাৰণ, তোমাৰ জিকাৰ সুবিধা বেছি থাকিব পাৰে।"

"বিবুধটো কম শ্ৰেণীৰ মানুহ নহয়। নাকটো খজুৱালে বুদ্ধি এটা ওলায়।"

এনেকৈ মোৰ বুদ্ধিৰ প্ৰশংসা কৰাত ভাল লাগিল। মই মোৰ উদ্দেশ্যত আগবাঢ়ি গ'লোঁ। ক'লোঁ, "আমাৰ আজি এই দুৰ্দশা হৈছে— চাকৰি কৰাৰ কাৰণে নহয়, আনকি গৱৰ্ণমেণ্ট চাকৰি কৰাৰ কাৰণেও নহয়। ৰে'লত ফাৰ্ষ্ট ক্লাছত টিকট নোপোৱাৰ কাৰণতো হ'বই নোৱাৰে।"

"তেন্তে কি কাৰণে?" অনন্তৰ প্ৰশ্ন।

"তিনিওটা একেটা দবাতে উঠাৰ কাৰণে? এ ৰাচ অব দিছ মভিং পপুলেচন বাই টু—?" মইনুদ্দিনৰ প্ৰশ্ন।

মই ক'লোঁ, "ডিপাৰ্টমেণ্টেল পৰীক্ষা দিবলগীয়া হোৱা কাৰণে।"

মইনুদ্দিনে ক'লে, "তেনেহ'লে উৰহৰ খং ভগা ঢাৰি-পাটীত? শেষত পৰীক্ষাটোৱেই জগৰীয়া হ'ল?"

অনন্তই মাত লগালে, "পৰীক্ষা-চৰীক্ষাৰ কথা বাদ। পৰীক্ষাৰ লগত বোধকৰোঁ তোমাৰ বাজিৰ কোনো সম্পৰ্ক নাই। আগতে বাজে কথা কিছুমান কৈ লৈছা কিয়? এয়া বাজিকৰৰ প্ৰফেচনেল ট্ৰিক নে কি?"

মই ক'লোঁ, "পৰীক্ষাৰ লগত মোৰ বাজিটোৰ সম্পৰ্ক আছে। এটা কথা উপলব্ধি কৰা উচিত। ডিপাৰ্টমেণ্টেল পৰীক্ষা দি কোনো অফিচাৰ আগতকৈ বেছি দক্ষ হোৱা নাই। আনহাতে পৰীক্ষা পাছ কৰাৰ পিছত এইবোৰ আইনৰ কিতাপ সাধাৰণতে নপঢ়ে কাৰণে দক্ষতা কমিবহে। গতিকে এই পৰীক্ষা লোৱাটো এটা বুৰ'ক্ৰেচীৰ (আমোলাতন্ত্ৰৰ) দৰমহা বন্ধ কৰা আৰু কমফাৰ্ম নকৰাৰ কাৰচাজিহে। গতিকে আমাৰ এই দুৰ্দশাৰ বাবে দায়ী বুৰ'ক্ৰেচীহে।

"আলবৎ। আলবৎ।"

"মানি লৈছোঁ। বুৰ'ক্ৰেচীক লৈ কি বাজি ৰাখিব লাগে।"

মই ক'লোঁ যে আমাৰ তিনিওৰে চাকৰি জীৱনৰ বিষয়ে যিয়েই কৌতূহলপূৰ্ণ অথচ তিক্ততা ভৰা অভিজ্ঞতা কওঁতে প্ৰথম স্থান পাব সিয়েই ওপৰত গৈ শুব পাৰিব। সিহঁতৰ অভিমতৰ পৰা বুজিলোঁ, তেনেহ'লে অভিজ্ঞতা দুয়োটাৰে আছে। গতিকে মই ছল কৰি জিকিম বুলি সন্দেহ নকৰিলে।

পোনতে মোৰ আখ্যান ক'বলৈকে সিহঁতে অনুৰোধ কৰিলে। মই কৈ গ'লোঁ।

এছ ডি চি হোৱাৰ আগতে মই গুৱাহাটীত আইন পঢ়িছিলোঁ। সেই সময়ত মই জিলা সমবায় বিষয়াৰ বাবে ইণ্টাৰভিউ দি থৈছিলোঁ। এমাহ পিছত সেই কাম পালোঁ। কিন্তু সেই কাম নকৰোঁ বুলি জনালোঁ। তাৰ এমাহৰ পিছত এখন চিঠি পালোঁ। এই চিঠি কোনোবা এখন জিলাৰ সদৰ ঠাইৰ পৰা মোলৈ ৰি-ডাইৰেক্ট হৈ আহিছে। চিঠিখন খুলি চাই দেখিলোঁ— বিভাগীয় সঞ্চালকে মোক অৰ্থাৎ বিবুধ বৰুৱা নামৰ ডি চি অ'টোক জনাইছে যে এসপ্তাহৰ পিছত খ্বিলঙৰ হিচাপ পৰীক্ষক আহিব, মই যাতে সকলো হিচাপ মজুত কৰি ৰাখোঁ। মই চিঠিত বিস্ময় প্ৰকাশ কৰি সেই সঞ্চালকক জনালোঁ যে মই এই কাম নকৰোঁ বুলি জনাই দিয়া চিঠিখন পঠিওৱা ইতিমধ্যে এমাহ পাৰ হ'ল। ইমানতে শেষ বুলি ভাবিছিলোঁ। কিন্তু তিনি মাহৰ পিছত আৰু এখন চিঠি পালোঁ। এইখন চিঠিও আগৰখন চিঠিৰ দৰে। ঘূৰি পকি মোৰ ওচৰত হাজিৰ হৈছেহি। এইখন পঢ়িহে আচৰিত হ'লোঁ। অৱশ্যে হাঁহিও উঠিল। এইখন চিঠি নহয়। বিভাগীয় হুকুমহে। লিখিছে— "জনগণৰ স্বাৰ্থৰ খাতিৰত- (In the interest of public affair) নগাৱঁৰ ডি চি অ' শ্ৰী বিবুধ বৰুৱাক ডিফুলৈ বদলি কৰা হৈছে ।" চাকৰি নকৰোঁতেই এঠাইৰ পৰা এঠাইলৈ মোক বদলি কৰাৰ সংবাদ পাই আমোদ পালোঁ, এনে বলিয়ালিৰ উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰিলোঁ। ইতিমধ্যে প্ৰশাসনীয় সেৱাৰ পৰীক্ষা দি থৈছিলোঁ। এদিন বাতৰিকাকতত দেখিলো যে ক্লাছ টুত মানে এচ ডি চি হ'বলগীয়াসকলৰ মাজত আগশাৰীত মোৰ নামটো জিলিকি আছে। কিন্তু ডেৰমাহ নিযুক্তিপত্ৰ নহা দেখি মই খ্বিলং পালোঁগৈ। তালৈ গৈহে জানিলোঁ যে মোক সমবায় বিভাগে ডি চি অ হিচাপে কামৰ পৰা অব্যাহতি দিয়া নাই কাৰণে মোক এছ ডি চি নিযুক্ত কৰিব পৰা নাই। মই যে ডি চি অ' হোৱা নাই এই কথা বুজোৱাৰ পিছতো প্ৰশাসনিক লৌকিকতাৰ বাবে মোৰ আৰু দুমাহৰ পিছতহে এপইণ্টমেণ্ট হ'ল। তাৰ ফলত মোৰ লগৰ এছ ডি চি সকলতকৈ চিৰদিনলৈ চাৰিমাহৰ কনিষ্ঠ

(জুনিয়ৰ) হৈ থাকিলোঁ। সেই কাৰণেই কিমান সুবিধা হেৰুৱাব লাগে এক ভগবানেহে জানে।

মোৰ গল্প শুনি সিহঁতে আমোদ পালে। পিছে মইনুদ্দিনে তাৰ গল্পটো বেছি আমোদ লগা বুলি কৈ গ'ল।

কামত সোমোৱাৰ দুমাহ পিছত ওপৰৰ পৰা তললৈ এখন চিঠি লিখিলে। জানিবলৈ বিচাৰিলে যে ভেলৌগুৰি সমবায় সমিতিখন চাবলৈ মন্ত্ৰী মহোদয় অহাৰ কথা। তাৰ বাবে সকলো যোগাৰ ৰাখিব লাগে। এছিছটেণ্ট ৰেজিষ্টাৰ বিবুদ্ধিত পৰিল। সেই জিলাত ভেলৌগুৰি নামৰ ঠাই এখন নাই। কোনেও ভেলৌগুৰিৰ কথা ক'ব নোৱাৰে। এছিছটেণ্ট কো-অপাৰেটিভ অফিচাৰ আৰু ডি চি অই জনালে যে ঠাইখনৰ নাম ভুলকৈ টাইপ কৰা হৈছে। এই যুক্তিত সি ক্ষান্ত নহ'ল। চাব ডেপুটীৰ ওচৰলৈ গৈ জিলাৰ মানচিত্ৰ চালে। তাত ভেলৌগুৰি নাই। বৰ চাহাবৰ অফিচত খবৰ কৰিও জানিলে ভেলৌগুৰি নামৰ ঠাইৰ পৰা খাজানা আদি নাহে। পুলিচ অফিচত থকা গাঁৱৰ নাম তালিকাত ভেলৌগুৰি নাই। সেই কাৰণেই মইনুদ্দিনে ওপৰৱালাক জনালে যে এনেকুৱা সমবায় সমিতি সেই জিলাত নাই। গতিকে তালৈ মন্ত্ৰী মহোদয় নাহিবলৈ অনুৰোধ কৰা হওক। কিন্তু ওপৰৱালা জ্বলি-পকি উঠিল। তালৈ লিখিলে যে ভেলৌগুৰি সমবায় সমিতিৰ পচিশ হাজাৰ টকাৰ হিচাপ দহ দিনৰ ভিতৰত দাখিল কৰিব নোৱাৰিলে তাক কিয় চাৰ্জছিট দি চাচপেণ্ড কৰিব নোৱাৰিব। সি চাৰ্জছিটত ভেলৌগুৰিৰ অস্তিত্বহীনতাৰ কথা বিবৰি দেখুৱালে যদিও ওপৰৱালা সন্তুষ্ট নহ'ল। মিছা সমিধান দিয়াৰ কাৰণে সি জগৰীয়া। গতিকে তাৰ নামটো দুৰ্নীতি নিবাৰণী বিভাগলৈ পঠিওৱা হৈছে। আৰু জনালে যে ভেলৌগুৰি নামৰ ঠাই নাই বুলি সি কোৱা স্বত্বেও মন্ত্ৰী তালৈ যাবই, কাৰণ তেখেতৰ ভ্ৰমণসূচী গেজেটত ছপা হ'ল। মইনুদ্দিন বিপদত পৰি গ'ল। সি পুথিভঁৰালত ভেলৌগুৰি সন্ধেদ বিচাৰিও হতাশ হ'ল। শেষত এদিনি সি হঠাতে এখন পুৰণি উপন্যাস পালে। সেই উপন্যাসত ভেলৌগুৰি নামৰ গাঁও এখন ১৯৫০ চনৰ ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত নিশ্চিহ্ন হৈ যোৱাৰ কাহিনী সহানুভূতিৰে বৰ্ণনা কৰা হৈছে। ওপৰৱালাক এই কথা জনোৱাত তেওঁ লিখিলে যে ঔপন্যাসিক সত্যক চৰকাৰী আইনে সঁচা বুলি নাভাবে। মইনুদ্দিন বিপদত পৰিল। সি শ্বিলং পালেগৈ। মুখে মুখে সকলো কথা কোৱাত ওপৰৱালা পতিযন গ'ল যদিও ক'লে, "যিকোনো এখন গাৱঁৰ সমবায় সমিতিকে ভেলৌগুৰি বুলি কোৱা হ'ব। মন্ত্ৰীয়ে সিমান খবৰ নাৰাখে। গতিকে তেনে এখন গাঁৱতে সকলো যা-যোগাৰ কৰাগৈ।" সি চামনা চাপৰিত মন্ত্ৰীৰ অভ্যৰ্থনাৰ আয়োজন কৰিলে। মন্ত্ৰীযে বক্তৃতাত 'এইখন ভেলৌগুৰিয়েই এসময়ত গণ আন্দোলনত বীৰত্ব দেখুৱাইছিল আদি ধৰণৰ কথাত বাৰে বাৰে ভেলৌগুৰি ভেলৌগুৰি বুলি উচ্চাৰণ কৰাত পিছদিনা সেই গাঁৱৰ পঞ্চায়তৰ সভাপতিয়ে মইনুদ্দিনক সুধিলে, "মন্ত্ৰীয়ে আমাৰ গাঁওখনক বাৰে বাৰে ভেলৌগুৰি বুলি কয় কিয়?" মইনুদ্দিনে উত্তৰ দিলে, "তেওঁলোকে এনেকৈ বহু গাঁৱত বক্তৃতা দি ফুৰে নহয়। সেই কাৰণে কোন গাঁৱত বক্তৃতা দিছে তাকে পাহৰি যায। সকলো গাঁও একে আৰু সকলোকে একে দেখে কাৰণেই।"

মইনুদ্দিনৰ পিছত অনন্ত কাকতিয়ে নিজৰ তিক্ততা ব্যক্ত কৰিলে।

চাকৰি কৰা এবছৰ পিছত সি চিভিল লিষ্টত তাৰ নামটো আৰু বহুত কথা ভুল দেখিলে। অনন্ত কুমাৰ কাকতীৰ ঠাইত ভুলকৈ ছপা হৈছে 'অনন্ত চন্দ্ৰ কাকতি'। সেই বছৰ একাউনটেণ্ট জেনেৰেল অফিচৰ এই নামেৰে চিঠি-পত্ৰ আহি আছে। সেইখন চিভিল লিষ্টত আৰু এটা ভুল আছে। তাৰ কামত যোগ দিয়াৰ তাৰিখ হ'ল ৮/৯/৫৭ কিন্তু লিখা আছে ১৬/৯/৫৭। গতিকে এনে ভুল থাকিলে তাৰ

ভৱিষ্যতে বিপদ আছে বুলি জানি সি ভুলকেইটা সংশোধন কৰিবৰ বাবে অনুৰোধ জনালে। এ জি কো (একাউনটেণ্ট জেনেৰেল) জনালে যাতে শুদ্ধ নামত পে শ্লিপখন আহে। যথা পে শ্লিপত তাৰ নামটো এনেদৰে আহিল- অন্ত কুমাৰ কাকতি। কুমাৰ শুদ্ধ হ'ল যদিও অনন্তটো ভুল হ'ল। সি এই কথা জনালে আৰু ক'লে যে প্ৰথমে ৮/৯/৫৭ৰ কামত যোগ দিছে যেতিয়া প্ৰতি বছৰৰ চেপ্তেম্বৰৰ আঠ তাৰিখে তাৰ ইনক্ৰিমেণ্ট হোৱা উচিত, যোল্ল তাৰিখে নহয়। সেই কাৰণে ইনক্ৰিমেণ্ট পোৱা পে-শ্লিপখন ওভতাই পঠালে। কিন্তু অফিচৰ কথাত এবাৰ ভুল হ'লে আৰু ৰক্ষা নাই। নানা ধৰণৰ ভুলৰ পুনৰাবৃত্তি হয়। নতুন পে-শ্লিপত যোল্ল তাৰিখটো আঠ তাৰিখ হ'ল সঁচা, 'অন্ত' শব্দও 'অনন্ত' হ'ল, কিন্তু তাৰ নামটোৱে এই অদ্ভুত ৰূপ ল'লে— 'অনন্ত কুমাৰ চন্দ্ৰ কাকতি।' সি ৰোষত এই সকলোবোৰ জনাই লিখিলে। কিন্তু উত্তৰ নাহিল। উপায় নাপাই সি ভুল নামেৰেই ট্ৰেজাৰীৰ পৰা দৰমহা ল'বলৈ বাধ্য হ'ল। এই ভুল দুবছৰ চলি থাকিল। হঠাতে শুদ্ধ নামত এবাৰ পে-শ্লিপ আহিল। সেই কাৰণে এইবাৰ চিভিল লিষ্টত তাৰ বিষয়ে শুদ্ধ বিৱৰণ আছে বুলি ভাবি আশাৰে কিতাপখন মেলি চাই দেখিলে, কামত যোগ দিয়া দিনটো ঠিকেই আছে- ৮ চেপ্তেম্বৰ ১৯৫৭। নামটোত কিঞ্চিতহে ভুল, যেনে অনন্ত কুমাৰ কাকতি। আগতে জন্ম দিনটো শুদ্ধ আছিল। এনেকৈ লিখা আছিল ঃ ১ মাৰ্চ, ১৯২৭। কিন্তু এতিয়া লিখা আছে ঃ জন্ম তাৰিখ ১ মাৰ্চ ১৮৫৭। সি এই অক্ষমনীয় ভুলৰ বাবে লিখা লিখি কৰি আছে।

অনন্তৰ বিৱৰণ শুনিও আমোদ পালোঁ। প্ৰত্যেকৰে আখ্যান সমান মানৰ। কাৰ বিৱৰণ শ্ৰেষ্ঠ- — এই বিষয়ে বিবেচনা কৰা টান হৈ পৰিল। শেষত সিহঁত দুটাই মোকে পোনতে এই আমোদৰ কাৰণটো উদ্ভাৱন কৰাৰ বাবে জিকা বুলি বিবেচনা কৰি ওপৰত শুবলৈ নিৰ্দেশ দিলে। কিন্তু এনেতে এটা আচৰিত কথা হ'ল। আমাৰ লগত বহা বুঢ়াই মাত দিলে, 'বোপাহঁত, মোৰ অভিজ্ঞতাটো বাৰু শুনিবানে? নিচেই চমু। উপযুক্ত বুলি যদি বিবেচনা কৰা, ক'ব পাৰোঁ।"

আমি সানন্দে তেখেতক ক'বলৈ দিলোঁ। বুঢ়াই ক'লে, "মোৰ নাম বন্ধুৰাম বৰা। মই জিলাৰ স্কুলৰ ডিপুটী ইন্সপেক্টৰ। মোক আমাৰ বিভাগৰ প্ৰায়ভাগ মানুহে জানে। কামত উপযুক্ত বুলি নহয়, একে বিভাগতে কাম কৰা মোৰ ভাইটোৰ বয়স মোতকৈ বেছি বুলি চৰকাৰী মহলত গণ্য হোৱাত সি মোতকৈ আগতে পেঞ্চন পালে। অথচ মোৰ পেঞ্চন পাবলৈ আৰু এবছৰ আছে। এই কাৰণে মোক প্ৰায়বোৰে জানে।"

"কেনেকৈ আপোনাৰ বয়স ভায়েকতকৈ কম?"

"অতি সহজ কথা। তাহানি ভাইটোৱে আন এখন স্কুলৰ পৰা মেট্ৰিক পাছ কৰিছিল। কিন্তু আমি একে বছৰতে মেট্ৰিক দিছিলোঁ। তাৰ চাৰ্টিফিকেটত বয়স আছিল একৈশ আৰু মোৰ চাৰ্টিফিকেটত আছিল যোল্ল। ককায়েকতকৈ ভায়েকৰ বয়স কম বুলি এই চিৰসত্য চৰকাৰে বিশ্বাস নকৰিলে। মেট্ৰিকৰ চাৰ্টিফিকেটত জোৰ দিলে। অথচ বয়স কমাবলৈও আই-বোপা নাছিল কাৰণে হাকিমৰ আদালতত ভাইৰ বয়স কমোৱাৰ যুক্তি নিষ্ফল হ'ল। অৱশ্যে মোৰ গল্পটোৰ কিন্তু বয়সৰ লগত সম্পৰ্ক নাই।"

"তেনেহ'লে দেউতা, আপুনি আচল গল্পলৈ অহাই নাই।"

"নাই। এতিয়াহে কওঁ। এবছৰৰ আগতে মোৰ বেমাৰ হৈছিল। মই চিক লিভৰ কাৰণে দৰ্খাস্ত কৰিলোঁ। কিন্তু ছুটী মঞ্জুৰ হৈ নাহিল। বেমাৰী গাৰে কাম চলালোঁ। কিন্তু বেমাৰ ভাল হোৱাৰ এমাহৰ

পিছত ছুটী মঞ্জুৰ হ'ল। ষাঠি দিনৰ ছুটী। গাটো দুৰ্বল আছিল কাৰণে এই ছুটী ল'লোঁ। কিন্তু কামত জইন কৰি দেখিলোঁ, মোৰ চিক লিভৰ (নৰীয়া ছুটী) দুমাহৰ বাবে পে-শ্লিপ পোৱা নাই। তাৰ পিছৰ কেইমাহৰ পে-শ্লিপহে পাইছোঁ। কিন্তু ছুটী লোৱা দুমাহৰ দৰমহাহে মোৰ দৰকাৰ আছিল। কাৰণ মোৰ ভালেমান ধাৰ হৈছিল। পিছে ছুটীৰ পিছৰ মাহৰ দৰমহাহে পাবলগীয়া হ'ল। অৱশেষত এমাহৰ পিছত চিক লিভ লোৱা দুমাহৰো এখন পে-শ্লিপ আহিল। সেইখন পে বিলৰ লগত দাখিল কৰিলোঁ যদিও ট্ৰেজাৰীয়ে মোক সেই দুমাহৰ দৰমহা নিদিলে। এটা হেনো ডাঙৰ ভুল থাকি গ'ল। মই ট্ৰেজাৰী অফিচাৰক সোধাত তেওঁ ক'লে যে মই চিক লিভ লোৱা দুমাহ জীয়াই আছিলোঁ বুলি এখন চাৰ্টিফিকেট দিব লাগে বিভাগীয় কৰ্তাই। মই ক'লোঁ, - গেজেটেড অফিচাৰ হিচাপে মই ল'ৰা-ছোৱালীৰ সৈতে বিবাহিত মানুহ বুলি নিজৰ বিষয়ে নিজৰ চাৰ্টিফিকেট দিব পাৰোঁ যেতিয়া মই জীয়াই আছিলোঁ বুলি কিয় চাৰ্টিফিকেট দাখিল কৰিব নোৱাৰিম? কিন্তু তেওঁ নামানিলে। শেষত মোৰ কৰ্তা স্কুল ইন্সপেক্টৰৰ কাষ চাপিলোঁ। তেওঁ ক'লে যে তেওঁ এই চাৰ্টিফিকেট দিব নোৱাৰে। কাৰণ মোৰ দৰে গ্ৰেজেটেড অফিচাৰবোৰ তেওঁৰ তলতীয়া যদিও এনেকুৱা 'চিৰিযাছ' বিষয়ত অৰ্থাৎ ট্ৰেজাৰী আৰু একাউন্টেণ্ট অফিচাৰৰ লগত হোৱা খেলিমেলিত একমাত্ৰ চেক্ৰেটাৰীহে এইবোৰ কাম কৰিব পাৰে।"

"তেনেহ'লে আপুনি সেই দুমাহৰ দৰমহা নাপালে?"

"নাই পোৱা। কিন্তু জৰুৰ পাম। এতিয়া শ্বিলঙৰ পৰাহে থাৰ্ড টাইম বাছত আহিছোঁ। চেক্ৰেটাৰীয়ে লিখি ট্ৰেজাৰীক জনাইছে, অৱশ্যে মোৰ কথা শুনিহে— যে এমাহৰ আগতে দুমাহ মই জীয়াই আছিলোঁ। এই চাৰ্টিফিকেট এতিযাও মোৰ জেপত আছে।"

বুঢ়াৰ কথা শুনি মোৰ অজানিতে হুমুনিয়াহ ওলাই পৰিল। আমি নিৰ্বিবাদে একমত হ'লোঁ যে এই বাজিত বুঢ়া ডেপুটী ইন্সপেক্টৰ জিকিছে। তেওঁৰ গল্পৰ তুলনাত আমাৰ গল্পবোৰ একোৱেই নহয়। আমি সভক্তিৰে বুঢ়াক 'বাৰ্থ'ত শুবলৈ অনুৰোধ কৰিলোঁ। মইনুদ্দিন আৰু অনন্তই বুঢ়াক বিছনাখন পাৰি দিলে।

# ক্ষণিকা

আঁতৰলৈ আহিছোঁ যদিও যোৱা চাৰিদিন ৰে'লৰ প্ৰথম বিভাগৰ কোঠাত মনোমত সঙ্গী পোৱাৰ কাৰণে অকলশৰীয়া লগা নাছিল। কিন্তু "ডেক্কান কুইন"'ৰ পৰা সন্ধিয়া চাৰে সাতটা বজাত পুনা ষ্টেচনত নমাৰ লগে লগেই নিজকে অতি অকলশৰীযা আৰু অসহায় অনুভৱ কৰিলোঁ। মালবস্তুখিনি প্লেটফৰ্মৰ এঠাইত এৰি থৈ কুলী এটা বিচাৰি যাব নোৱাৰা হ'লোঁ। প্ৰায় আধা ঘণ্টাৰ পিছত এটা কুলী ওলালহি। সি দুগুণ দাম কৰিলে বুলি অনুমান কৰিলোঁ। এই ৰাতি কোনোবা এখন হোটেলতে কটাব লাগিব। কাইলৈহে চৰকাঁৰে আমাৰ কাৰণে ব্যৱস্থা কৰা ঘৰটো বিচাৰি উলিয়াব পৰা যাব।

কুলীয়ে চাৰি-মহলীয়া হোটেল এখনলৈ লৈ গ'ল। মেনেজাৰৰ সাক্ষাতত নাম, ঠিকনা, অহাৰ উদ্দেশ্য আদি কথা ফৰ্ম এখনত পূৰাই তৃতীয তলালৈ গ'লোঁ। সোতৰ নম্বৰৰ কোঠাটোত হোটেলৰ ল'ৰা এটাই মোৰ বয-বস্তুবোৰ থ'লে। মুখ-হাত ধুই নতুন পোছাক এযোৰ পিন্ধি ল'লো। বোম্বাইৰ পৰা চাৰে তিনি ঘণ্টাৰ ৰে'ল ভ্ৰমণ কৰোঁতে আমনিও লগা নাছিল, ভাগৰো লগা নাছিল। তিনি তলাৰ পৰা পুনা মহানগৰীলৈ দৃষ্টি নিক্ষেপ কৰিলোঁ। ভেনেচিযান গথিক কাৰুকাৰ্যৰ সুন্দৰ সুন্দৰ অট্টালিকাবোৰ, নিমজ ঋজু আলিবোৰত ধুনীযা-ধুনীয়া যান-বাহনৰ মিছিল, বিজুলী পোহৰৰ চমৎকাৰিত্ব, সদাগৰী অফিচবোৰৰ বৰ্ণাঢ্য পৰিৱেশ, ৰমক-জমক দোকান-পোহাৰ, মুখৰ জনতাৰ সমাগম, ৰেইন ট্ৰিৰ সুৰঙ্গ আৰু টিউব লাইটৰ বিচিত্ৰ পযোভৰ,— এই সকলোবোৰ মিলি মোৰ মনত ইন্দ্ৰজালৰ সৃষ্টি কৰিলে। দুখন বিছনা থকা হোটেলৰ মাৰ্বলৰ বেৰ চাৰিখনৰ মাজত সোমাই থকাটো অসম্ভৱ হৈ পৰিল। মনে পাখি মেলিলে,— পোহৰৰ মাজলৈ, মানুহৰ মাজলৈ, শিৱাজীৰ দেশৰ প্ৰকৃত মহানগৰীৰ মাজত প্ৰাণৰ স্পন্দন অনুভৱ কৰিবলৈ।

ফাগুনৰ বতাহে সন্ধিযাক ষোড়শী কৰিছে। বিজুলী লতাৰে মাটিত যি ৰাশি-ৰাশি ইন্দ্ৰধনু দেখিলোঁ, তাৰ মাজেদি লক্ষ্য কৰি অনুভৱ কৰিলোঁ,— ইযাতো নিৰ্মেঘ নিৰ্মল আকাশ এখনত জোনে মিচিকিযাইছে। উদাৰ আকাশে, থুপি-থুপি তৰাৰ বস্তিযে, সীমাহীন বিস্তৃতিৰ অনিৰ্বচনীয় চন্দ্ৰতাপে শিল্প-প্ৰধান ধোঁৱা-ধূসৰ মহানগৰীৰ প্ৰেৰণা, উত্তেজনা আৰু অবিৰাম জনস্ৰোতক নিৰ্লিপ্ত দৃষ্টিৰে চাইছিল,— সাইলাখ কেবা শতিকাৰ আগতে মাৰাঠাৰ জাতীয় অভ্যুত্থানক চাই থকাৰ দৰে।

ইয়াতো ফাগুন। কিন্তু বকুল-শেৱালিৰ সুবাস নাই, আছে পুৰ-ৰমণীৰ প্ৰসাধনৰ সৌৰভ। খৰাং বতৰ। মন মতলীয়া কৰা বতাহ। দেহ-মন জুৰ পৰি যায। 'গাইড বুক'ত লিখা আছে,— 'পাতল ট্ৰপিকেলৰ ছুট পিন্ধিলে আৰাম পোৱা যাব।'

কোঠাটোত তলা মাৰি বাটলৈ ওলালোঁ। টেক্সী এখন লৈ কেইখনমান পাৰ্ক চালোঁ। আৰু

চালোঁ 'বজাৰ কৰোঁতাৰ স্বৰ্গ' লক্ষ্মী ৰোড। ষ্টেচনৰ কেটাৰিঙত খাই-বৈ হোটেল সোমাওঁ মানে ৰাতি চাৰে দহ বাজিল। চিৰি বগাই যাওঁতে অনুমান কৰিলোঁ, মোৰ পিছে পিছে এটা মানুহ আহি আছে। Excuse me বুলি কৈ লৈ মোৰ লগত কথা পাতিবৰ চেষ্টা কৰিছে। মই ৰৈ গ'লোঁ। তাক চিনি পালোঁ। সি এই হোটেলৰে মানুহ। "I am so sorry gentleman!"

ধুনীয়া ইংৰাজী। অৱশ্যে উচ্চাৰণ আমেৰিকান। গাত আকাশী ৰঙৰ এটা টেৰেলিনৰ ছুট আৰু নিটেড্ টেৰিলিনৰ ছাৰ্টত এডাল মেৰুণ ৰঙৰ 'জোডিয়াক' টাই! পোনতে পোছাকটোতহে চকু পৰে। মুখখন দেখিলে বিতৃষ্ণা ওপজে। ধুনীয়া ছুটযোৰে তাৰ শৰীৰৰ হীনতা লুকুৱাব পৰা নাই। মুখাৱয়বৰ প্ৰতিটো ৰেখাত অসংযম আৰু অশিষ্টতাৰ চিন। কলিকতাৰ চৌৰঙ্গীত দেখা তিৰোতা লৈ ব্যৱসায় কৰা মানুহবোৰৰ চেহেৰা।

"কিবা ক'ব?"

"Excuse me, sir I am so sorry!'

মই এটা প্ৰস্তাৱ কৰিব খোজোঁ। আপুনি যাতে বেয়া নাপায়।"

"কওক।"

"এৰা, মোৰেই ভুল হ'ল। ১৭ নম্বৰ ৰুমত আপোনাক দিছিলোঁ ভদ্ৰমহিলাগৰাকী নোলায়হি বুলিহে।"

"তেনেহ'লে ইয়াত ছিট নাই? কওক, মই এতিয়াই গ্ৰীণ হোটেললৈ যাব পাৰোঁ।"

"No, No, please, please Sir'

ইতিমধ্যে মই মোৰ ৰুমৰ তলা খুলিলোঁৱেই। সি খালী হৈ থকা বিছনাখনত বহিল। সি কৈ গ'ল, "ভদ্ৰমহিলা এইটো কোঠাত ইয়াৰ আগতে একেলাটে ছমাহ আছিল। যোৱা ছদিন তেওঁ ক'ৰবালৈ গৈছিল। আজি হঠাৎ আপুনি যোৱাৰ অলপ পিছতে ওলালহি। ঊনত্ৰিশ নম্বৰত খালী আছে। কিন্তু ইমান বুজালোঁ, তথাপি তাত তেওঁ কোনোপধ্যে নেথাকে। এইটো কোঠাতহে বোলে থাকিব, ইয়াত বোলে তেওঁৰ Prejudice আছে। She is adamant, আঁকোৰ-গোজালিকৈ লাগিছে। মই বৰ বিমোৰত পৰিছোঁ। সিফালে তেওঁ ইয়াত ছমাহকৈ আছে। তেওঁৰ অনুৰোধ ৰক্ষা নকৰিবলৈ টান লাগে। জানেইতো, আমি ব্যৱসায়ী মানুহ ।"

মই খঙেৰে মাত লগালোঁ, "তেনেহ'লে মই কি কৰিব লাগে?"

সি ক'লে, "ঊনত্ৰিশ নম্বৰলৈ যাবলৈ আপোনাৰ যদি অসুবিধা হয়, তেন্তে ইয়াতে থাওক। কিন্তু ভদ্ৰমহিলা অলৰ-অচৰ। তেওঁ ইয়াত বোলে থাকিবই। আপুনিতো কাইলৈ ইয়াৰ পৰা যাবই। তেওঁ যে ইয়াত থাকিবই।"

মই সকলো বুজিলোঁ। এইটো হয়তো নতুন ধৰণৰ দালালী নাইবা তাইৰ যোগেদি ৰাতি মোক ব্লেক্‌মেইল কৰাৰ বুদ্ধি। সি নিশ্চয় ধৰি লৈছে যে মই কম টকা হাতত লৈ অসমৰ পৰা ইমান দূৰলৈ অহা নাই। ইতিমধ্যে মোৰ গল্প লিখকৰ অভিপ্ৰায়ে মগজত ঠাই ল'লেই। মই ঠিক কৰিলোঁ যে মই ঊনত্ৰিশ নম্বৰলৈ যামেই। তেতিয়া ইয়াৰ সকলো পৰিকল্পনা মাটি হ'ব। কিন্তু তাৰ আগতে ইয়াক অদ্ভুত কেইটামান প্ৰশ্ন সোধা যাওক।

"কিন্তু এটা কথা, এগৰাকী ভদ্ৰমহিলাই মই ইয়াত থাকিম বুলি ক'লেও যে ইয়াত থাকিবলৈ

সম্মত হ'ব,— এই কথা আপুনি কেনেকৈ জানিলে?"

"মই একো ভবা নাই। But she ıs desperate (তাই ইয়ালৈ আহিবলৈ মূৰে ভৰি কাটি মৰিছে)। উপায় নেপাইহে আপোনাক এই অসম্ভৱ কথাটো ক'বলৈ বাধ্য হৈছোঁ।"

"কিন্তু শালীনতাৰো যে এটা সীমা আছে! মানুহ পৰিস্থিতিৰ দাস।"

"এৰা, ঠিকেই কৈছে। জৈৱিক নিয়মৰ কথা মই পাহৰিয়েই গৈছিলোঁ।"

এইবাৰ তালৈ সদয়ভাৱে চালোঁ। ই দালাল যদিও বা হোটেলে ৰখা দালাল যদিও হোটেলখনৰ দৰে সি উচ্চ-স্তৰৰ।

সময় আগবাঢ়ি গৈ আছে। এঘাৰ বাজি পোন্ধৰ। মোৰ হামি আহিছে। ছটকীয়া ডিনাৰে দেহটো আড়ষ্ট কৰিছে। চকুৰ পতা গধুৰ হৈছে। সেযেহে তাক ক'লোঁ, "গতিকে মই ঊনত্ৰিশ নম্বৰলৈকে যোৱা ঠিক কৰিলোঁ। কিন্তু এটা কথা। মই মাল-বস্তুৰে সৈতে সেইটো ৰুম পোৱাৰ পিছতহে ভদ্ৰমহিলা ইয়ালৈ আহিব পাৰিব।"

হোটেলৰ 'বয়' দুটাই মোৰ মাল-বস্তুখিনি ঊনত্ৰিশ নম্বৰৰ ৰুমলৈ লৈ গ'ল। তাতে পালোঁ, সেই 'ভদ্ৰমহিলা'ক। তাই ছোৱালীহে। এংলো ইণ্ডিয়ান। উৰুৰ লোভনীয় অংশ প্ৰকট কৰা এটা স্কাৰ্ট পিন্ধিছে। কুমলীয়া পৰিপূৰ্ণ মুখ। চকুত অসংযমৰ, নিদ্ৰাহীনতাৰ আৰু অৱসন্নতাৰ চিন। প্ৰসাধনত ৰুচিবোধ আছে। কিন্তু কামুক ওঁঠৰ লিপ্‌ষ্টিকৰ ৰং উৎকট যদিও মুখখন মৰমলগা। ওখ ঋজু দেহৰেখাৰ সৌষ্ঠৱ আৰু কমনীয়তা মোহনীয়। দুষ্ট ইঙ্গিতময় চকুৰ কোণে মুহূৰ্তে-মুহূৰ্তে প্ৰলোভনৰ শিখা জ্বলায়। এৰাতিৰ প্ৰিয়া কৰিবলৈ দুৰ্বাৰ বাসনা জাগে।

তাইৰ লগত কেৱল এটা সৰু এয়াৰ বেগ। আৰু একো নাই। বোধকৰোঁ, আনবোৰ পোছাক এই মানুহটোৰ লগত আছে।

মই তাইৰ ফালে চাই ক'লোঁ, "এতিয়া যাব পাৰে।" তাই ধুনীয়া ইংৰাজীৰে মোক অনেকপ্ৰকাৰে ধন্যবাদ জনাই শেষত ক'লে, "মই ভাবিছিলোঁ, আপুনি ৰাজী নহ'ব। কিন্তু মোৰ কাৰণেই ইমান কষ্ট কৰা দেখি আপোনালৈ খুব মৰম লাগিছে।"

তাই কৰমৰ্দন কৰিবলৈ হাতখন আগুৱাই আনিলে। মই বাঁওহাতে চিগাৰেট হুপি নমস্কাৰহে দিলোঁ। গুড নাইট দি তাই মোৰ ফালে ধুনীয়াকৈ চাই ওলাই গ'ল।

মই 'বয়'ৰ হতুৱাই বিছনাখন পৰাই ল'লোঁ। ভাগৰে জুমুৰি দি ধৰিছিল যদিও এতিয়া মোৰ টোপনি অহা নাই। হোটেলখন ষড়যন্ত্ৰৰে ভৰা যেন লাগিল। ভয় হ'ল। এলাহতে ট্ৰেভেলাৰ্ছ চেক্ এখন অনা নহ'ল। টকা এতিয়া ট্ৰাঙ্কতহে আছে। তথাপি ভাবিলোঁ,— দুৱাৰ মাৰিলো যেতিয়া ভয় নাই। এবাৰ লেভেটৰীলৈ আহোঁতে দেখা পালোঁ,— মই এৰি অহা আৰু এতিয়া তাই থকা কোঠাটোত লাইট্ জ্বলি আছে। দুই বাজি দহ মিনিট গৈছে। এতিয়ালৈকে মোৰ টোপনি নাহিল যেতিয়া আৰু টোপনি নাহিব। সেই কাৰণে মোৰ কোঠাটোত তলা মাৰি বিপৰীত দিশৰ বাৰাণ্ডাখনলৈ গ'লোঁ। মূৰৰ কোঠাটোৱেই তাইৰ। কাণ পাতি ৰ'লোঁ। ভিতৰত দুটা মতা মানুহৰ কণ্ঠস্বৰ। ইংৰাজীত এটাৰ মাত বুজিব পাৰিলোঁ। তেনেহ'লে সেই মানুহটোও আছে। থিতাতে মই গুচি আহিলোঁ। লাইট্‌টো 'অফ' কৰি নিজ কোঠাৰ বেল্‌কনীত থিয় দি ৰ'লোঁ। সোতৰ নম্বৰৰ কোঠালৈ লক্ষ্য কৰিলোঁ ঃ ভেণ্টিলেটৰেদি পোহৰ আহিছে। নীলা কোমল পোহৰ। অথচ মোৰ কোঠাটোত তেনে পোহৰৰ ব্যৱস্থা নাই। বাৰাণ্ডাত বগা উজ্জ্বল

পোহৰ। বোধকৰোঁ হোটেলৰ মানুহটো গ'লগৈ। হোটেল নিজম। দূৰৈত দুই-এখন মটৰ গাড়ীৰ বাদে একোৰে শব্দ কাণত নপৰে। হঠাতে শহাকণীয়া হৈ ৰ'লোঁ। কম ভলিউমত গান ভাহি আহিছে। ধৰিব পাৰিলো, 'কাম ছেপ্টেম্বৰ' নামৰ কথাচিত্ৰৰ সেই বিখ্যাত গানটো। লগতে আৰু শুনিলোঁ, তালে-তালে সৰু খুৰাৰ জোতাৰ শব্দ। সকলো ঘটিছে সোতৰ নম্বৰৰ ৰুমত। মই বৈ গ'লোঁ। অলপ পিছত গান বন্ধ হ'ল। জোতাৰ লয় মাৰ গ'ল। নীলা লাইট নুনুমাল। তাৰ পিছত ৰাতিৰ আচল নীৰৱতা। হোটেল নিষ্প্ৰাণ। কেৱল যেন প্ৰাণৰ সঁহাৰি দিছে সোতৰ নম্বৰৰ ৰুমৰ কোমল নীলা পোহৰে। মই মোৰ ৰুমলৈ আহিলোঁ। চাৰি ঘণ্টাৰ আগৰ কথা মনত পৰিল। মই এইটো ৰুমত থিতাপি লোৱাৰ পাঁচ মিনিটমানৰ পিছত ভাব হৈছিল যে সোতৰ নম্বৰত কিবা বস্তু থাকিব পাৰে। তালৈ গ'লোঁ। দুৱাৰ খোলা আছে। বাহিৰৰ পৰা মাত দিলোঁ—"Excuse me Miss " মই জনালোঁ যে মোৰ কিবা বস্তু থাকিব পাৰে, তাকে পৰীক্ষা কৰিবলৈ আহিছোঁ। তাইকে চাবলৈ ক'লোঁ। পৰ্দাৰ সিপাৰৰ পৰা তাই ক'লে, "কোনো কথা নাই। You are always welcome আপুনিয়েই চাই যাব পাৰে।" মই সোমাই গ'লোঁ আৰু অপ্ৰস্তুত হৈ পৰিলোঁ। তাই পিন্ধি আছে এটা সৰু আণ্ডাৰ-পেণ্ট আৰু এটা চুটি হাৱাইন ছাৰ্ট। এক লোভনীয় আৰু অসহনীয় পৰিৱেশ। মই ৰুমটোত ভালকৈ চাই একো নাই বুলি কৈ যিমান সোনকালে পাৰি সিমান সোনকালে ওলাই আহিলোঁ। বাৰাণ্ডাৰ পৰাই তাইৰ বাক্ সৰুকৈ গোৱা একুট গান শুনিলোঁ। 'Once a papa met the mama in the yellow tree, Meet me tonight in the moonlight meet me all alone

এতিয়া ভাবিছোঁ, তাইৰ বাৰু গ্ৰাহকবোৰ কেনে হ'ব পাৰে? আকৌ বেলকনীলৈ আহিলোঁ। এইবাৰ দেখিলোঁ, তাইৰ ৰুমৰ পৰা এটা মানুহ ওলাই বাৰাণ্ডাৰ ইমূৰে থকা বাথৰুমলৈ খোজ দিছে। দামী গাউন পিন্ধা, চিগাৰেট হুপি থকা এটা কুৎসিৎ মানুহ। নিশ্চয় ধনী। বাৰ্দ্ধক্যই আৰু কুৎসিৎ কৰা তাৰ লোলুপ ভঙ্গীত ৰাতিকগ্ৰস্ত প্ৰবৃত্তিৰ চূড়ান্ত প্ৰকাশ!

তাইলৈ পুতৌ উপজিল। এই বিশ্ৰী বুঢ়াৰ মুখ আৰু এই গাভৰু-কোমল ওঁঠ। এই জৰাগ্ৰস্ত দেহ আৰু সেই মাধবীলতাৰ দৰে দেহ-মাধুৰী। এই ব্যতিক্ৰম মোৰ অসহ্য হ'ল। কিয়? কিয় তাই আত্মক্ষয়ী পন্থা বাছি ল'লে? তাই ক'তো ষ্টেনো বা টাইপিষ্ট হ'ব নোৱাৰিলে কিয়?

পুৰা আমাক চৰকাৰে দিয়া বাসভৱন বিচাৰি ল'লোঁ। আহিল ব্যস্ত দিন। তাইৰ কথা পাহৰি গ'লোঁ। পুনা এৰিবলৈ আৰু দহদিন বাকী। ৰিজাৰ্ভেচন কৰিবৰ সময় হ'লেই। ষ্টেচনলৈ প্ৰায়ে ৰাতি নটাত আহোঁ, কেটাৰিঙত খোৱা-বোৱা কৰিবলৈ। এদিন ৰিজাৰ্ভেচন কৰিবলৈ সন্ধিয়া সাত বজাত আহিছিলোঁ। তাইক পালোঁ কেটাৰিঙৰ ওচৰত। তাই মোক 'হেলো' বুলি সম্ভাষণ জনালোঁ। মই সুধিলোঁ, "বোধকৰোঁ তুমি তাতে আছা?"

"মানে?"

"সেই হোটেলত! মই যে ৰুমটো এৰি দিছিলোঁ।"

"Oh, I just could recapitulate, Yes, Yes, I am there"

তাতে আছোঁ বুলি মিছায়ে কৈছে বুলি দৃঢ় ধাৰণা হ'ল।

"ক্ষমা কৰিব, মই এতিয়া যাব লাগে। তেওঁ তলৰ তলাত বৈ আছে!"

"ক'লৈ?"

তাই অসংযত খলকনি তুলি হাঁহিলে। এইবাৰ মোৰ ইমান কাষত থিয হ'ল যে স্কাৰ্টৰ এটি অঞ্চলে মোৰ ওলমি থকা হাত এখন ছুই গ'ল। আজি তাইৰ পোছাকটো গাত বেছিকৈ লিপিট খোৱা। পোছাকটো উজ্জ্বল ছালখনৰ অংশবিশেষ যেনহে লাগে। ভেনিটি বেগৰ ৰং পোছাকৰ লগত 'মেট্‌চ' কৰা। তাই হুপি থকা বেঙুনীয়া ৰঙৰ চিগাৰেট ডালৰ ধোঁৱাবোৰ সুগন্ধি। তাইৰ মুখলৈ স্পষ্টকৈ চালোঁ। ইমান নিখুঁত সাজসজ্জা কৰা সত্ত্বেও মুখত কামুক দাঁতৰ দাগ সযত্ন প্ৰসাধনে লুকুৱাব পৰা নাই। ওঁঠ এইবাৰ ৰঙা নহয়, পলাশবুলীয়াও নহয়। 'নেচাৰেল কালাৰ'ৰ লিপ্‌ষ্টিক ঘঁহিছে। এতিয়া তাইৰ দেহৰ কোষে-কোষে আবেদন। আবেদন-দুষ্ট লেহুকা শৰীৰৰ ভাঁজে-ভাঁজে লালসা থুপ খাই ৰৈছে।

অলপ পৰ ভেনিটি বেগটো লিৰিকি-বিদাৰি থাকি তাই মোৰ প্ৰশ্নৰ উত্তৰ দিলে,—"এতিয়া শম্ভাজী পাৰ্কত এজনৰ লগত যাম। তাৰ পিছত যাম 'পাৰ্বতী দৰ্শন'ৰ ফালে। আজি তেওঁ মোক বৰকৈ ধৰিছে। এয়াৰ কণ্ডিচনড হোটেলত থাকিম।"

"ৱেলক্‌ছলি হোটেলত?"

"অঁ, তাতেই।"

"কিন্তু তুমি ইমান বিশদ ব্যাখ্যা দিলা কিয?"

"মই জানো তুমি নিৰামিষ (not of other type) যদিও তুমি নিশ্চয নেশ্বনেল ডিফেন্স একাডেমীৰ।"

এই কথাত মই তৃপ্তি পালোঁ। মোক মিলিটেৰী কলেজখনৰ ছাত্ৰ বুলি ভাবিছে যেতিয়া তাই মোক বেছ স্মাৰ্ট দেখিছে। এটা ডাঙৰ কমপ্লিমেণ্ট। মই তেনেহ'লে স্বাস্থ্যৱান আৰু চফল ডেকা।

"কিন্তু তুমি সেইদিনা "

মই ইয়াকে কৈ ৰৈ গ'লোঁ। মোৰ ক'বৰ ইচ্ছা আছিল, সেইদিনা তাই সেই কুৎসিৎ বুঢ়া মানুহটোক সহ্য কৰিলে কেনেকৈ? কিন্তু তাইৰ ধুনীয়া মাৰ্জিত মুখখনলৈ চাই এই কথা ক'বলৈ বেয়া পালোঁ।

"সেইদিনা কি?"

"সেইদিনা সোতৰ নম্বৰৰ ৰুমত মোক থাকিবলৈ ইমান জোৰ কৰিছিলা কিয?"

"এস্, সেইটো কথা মই পাহৰিলোঁৱেই।"

তাই গুচি গ'ল। ইযাৰ পিছত মাজে-মাজে তাইক পাইছিলোঁ। তাই 'হেলো' বুলি মাত লগাই পাৰ হৈছিল। মই ধৰিব পাৰিছিলোঁ যে তাইৰ চিকাৰৰ থল হ'ল ৰে'লৰ প্ৰথম বিভাগৰ পৰা নমা যাত্ৰী। হয়তো তাইক মানুহ যোগাৰ কৰি দিয়া মানুহ এই ষ্টেচনৰ আশে-পাশে আছে।

বোম্বাইৰ, পুনাৰ বা কলিকতাৰ হোটেলে-হোটেলে, অলিয়ে-গলিয়ে এনে ছোৱালী বহুত আছে। তাইত কোনো নতুনত্ব নাই। নিষ্ঠুৰ শিল্পীকৰণৰ পুঁজিপতিৰ দেশৰ কলঙ্ক হিচাপে ইহঁত আনৰ কাৰণে নিজক বচাই আছে, নিত্য বৰ্তমানত দেউলীয়া আত্মাৰ বিকল্প বিচাৰি। তাইক দেখোঁ যদিও এতিযা তাইৰ প্ৰতি মোৰ কোনো কৌতূহল নাই। পাতল-জীৱনৰ প্ৰতি মোৰ যোৱা কেইবছৰৰ পৰাই কৌতূহল কমি আহিছে। তাইক পাহৰি গ'লোঁহেঁতেন। কিন্তু পুনাৰ পৰা অহাৰ তিনিদিনৰ আগতে তাইক এক বিশেষ অৱস্থাত দেখি মই অভিভূত হ'লোঁ। তাইক কিজানি কেতিয়াও পাহৰিব নোৱাৰিম।

সেইদিনা দেওবাৰ। আবেলিৰ পুনাৰ আনদিনাতকৈ উলহ-মালহ বেছি। এদিনৰ অৱসৰে

মানুহক যেন বেছি বিলাসী, বেছি আৰামপ্ৰিয় আৰু বেছি সৰস কৰি তুলিছে।

মই কাউণ্টাৰত ৰিজাৰ্ভেচন হৈছে নে নাই সঠিককৈ জানি লৈ প্লেটফৰ্মত এনেয়ে ঘূৰা-পকা কৰি আছোঁ। হয়তো আনবোৰ মানুহ বৰ ব্যস্ত। কাৰো গতি মন্থৰ নহয়। প্লেটফৰ্মৰ দোকানত মই কিতাপ চাই আছোঁ। তাৰ অলপ আঁতৰত 'হুল্ড্-অল'ৰ ওপৰত বহি আছে এজনী আদহীয়া বয়সৰ তিৰোতা। তাইৰ লগত তিনিটা ল'ৰা-ছোৱালী। মানুহজনী দেখিলেই পুতৌ ওপজে। মুখত যেন গোটেই পৃথিৱীৰ দাৰিদ্ৰ্য আৰু বেদনা থুপ খাই আছে। ল'ৰা-ছোৱালীকেইটাৰ সাজপাৰ তেনেই সাধাৰণ আৰু অপৰিষ্কাৰ। দুটাৰ ভৰিত জোতাও নাই। সিহঁতে মাকক আমনি কৰি আছে। প্লেটফৰ্মৰ হকাৰে লৈ ফুৰা ফলমূলবোৰ দেখি ইটো-খাওঁ সিটো-খাওঁকৈ মাকৰ তৰ্ধনি বাজ কৰিছে। মাকৰ নিচেই ওচৰতে থিয় দি উদাসভাৱে ওপৰলৈ চাই ৰৈ আছে,—খুব সম্ভৱ সিহঁতৰ বাপেক। তেওঁৰ গাত এটা খাকী পেণ্ট আৰু এটা সস্তীয়া বগা হাৱাইন ছাৰ্ট। নিকাকৈ ডাঢ়ি খুৰুওৱা চশমা পিন্ধা মুখখনত বুদ্ধিৰ দীপ্তি। কিন্তু তেওঁৰ মুখখনতো বেদনা আৰু শঙ্কাৰ চিন। তেওঁ সিহঁতৰ বাপেক হয়েই। কাৰণ, এটাই মাজে মাজে ফেঁকুৰি ফেঁকুৰি তেওঁৰ ভৰিত সাবটি ধৰিছে। তেওঁ শুনিও নুশুনা ভাও জুৰি নিশ্চল হৈ ৰৈ আছে। মাজে-মাজে চশমাযোৰ সোলোকাই চকু মোহাৰিছে।

এবাৰ তেওঁ ৰে'লৰ আলিৰ ফালৰ পৰা মুখখন ঘূৰাই প্লেটফৰ্মত বেগেৰে ঘূৰা-পকা কৰি থকা মানুহবোৰৰ একো-একোটাৰ মুখখন মনোযোগেৰে পৰীক্ষা কৰিছে। হয়তো কাৰোবাক বিচাৰিছে নাইবা কিবা বিশেষ কথা ক'বলৈ বিচাৰিছে। বোধকৰোঁ মোৰ বাহিৰে এই ব্যস্ত ষ্টেচনটোত কাৰো এই পৰিয়ালটোক লক্ষ্য কৰিবলৈ সময় নাই। এবাৰ তেওঁ মোৰ চকুৰে-চকুৰে পৰিল। মই চকু ঘূৰাই আনিলোঁ। এইহাল চকুত আছে পৰাভূত জীৱনৰ ছায়া আৰু মিনতি। অন্ততঃ মই এনে বুলিয়েই ভাবিলোঁ। এৰা, এই মহানগৰীত ইমান মানুহ, ইমান হুলস্থূল, চাৰিওফালে মানুহৰ বৈভৱ আৰু বিজয়ৰ ইমানবোৰ প্ৰমাণ, অথচ এই লোকাৰণ্যৰ মাজত প্ৰতিটো মানুহেই যে কিমান অকলশৰীয়া! কিন্তু প্ৰত্যেকৰ অন্তৰাত্মাৰ বিননি শুনিবলৈ আমি অক্ষম।

লাহে-লাহে সেই ঠাইৰ পৰা আঁতৰি আহিব খোজোঁতেই দেখিলোঁ, মানুহজনে বেছ ভদ্ৰ চেহেৰাৰ মানুহ এজনক অলপ পৰ কিবা ক'লে। ইজন মানুহে অনিচ্ছাৰেহে শুনা যেন লাগিল। তাৰ পিছত তেওঁ মূৰটো জোকাৰি আঁতৰি আহিল। সেই ভদ্ৰ চেহেৰাৰ মানুহজনে বোধকৰোঁ তেওঁৰ পৰিচিত মানুহজনৰ লগ ধৰিলে। তেওঁ ইংৰাজীতে কোৱা শুনিলোঁ, "বেলেগ ধৰণৰ জুৱাচোৰ ওলাইছে। পইচা লোৱাৰ এক নতুন কায়দা। ইয়াতো কলিকতীয়া বুদ্ধিৰ মানুহ আছে।"

অনুমান কৰিলোঁ, সেই তিনিটা সন্তানৰ পিতৃয়ে কিজানি এই মানুহজনৰ পৰা কিবা সহায় বিচাৰিছিল। নিশ্চয় টকা-পইচাৰ সহায়। কিন্তু তেওঁ অজুহাত এটা উলিয়াই পইচা বিচাৰিছে বুলি মোৰ ভাব নহ'ল। মানুহজনৰ ব্যক্তিত্ব আছে, সম্ভ্ৰম-জ্ঞান আছে।

এবাৰ তেওঁৰ ওচৰেদি পাৰ হৈ গ'লোঁ। তেওঁ মোলৈ নেচালে। মই আহি প্ৰকাণ্ড ব'ৰ্ড এখনৰ ট্ৰেইনবোৰৰ সময় চোৱাত লাগি গ'লোঁ। এই ডোখৰ ঠাইত মানুহ তেনেকৈ নাই। মাথোন কেইটামান ৰঙা কামিজ পিন্ধা আৰু ৰঙা পাগুৰি মৰা কুলীহে আমন-জিমনকৈ বহি আছে। ট্ৰেইনৰ সময়-তালিকাৰ পৰা চকু আঁতৰাই দূৰলৈ চালোঁ। ওচৰতে মোক কোনোবাই মতা যেন পাই ঘূৰি চালোঁ। দুখোজ আগুৱাই গ'লোঁ। দেখিলোঁ, সেই মানুহজন।

"কিবা কথা আছে?"

"ক্ষমা কৰিব, মই আপোনাক এবাৰ কথা সুধিব খোজোঁ। মোৰ নিতান্ত ভিতৰুৱা কথা।"

কথাখিনি পৰিষ্কাৰ ইংৰাজীত ক'লে। মই কৌতূহলেৰে তেওঁৰ মুখলৈ চাই ৰ'লোঁ। তেওঁ কিবা ক'ব খুজিছিল যদিও বোধকৰোঁ সংকোচত অলপ পৰ ৰ'ল। মই আৰু আগুৱাই আহিলোঁ। য'ত থিয় হ'লোঁ, সেই ঠাইত মানুহৰ সমাগম কম। তেওঁ ভিতৰুৱা কথা ক'ব কাৰণেই ইযাত ৰ'লোঁহি। তেওঁ চাৰিওফালে সন্ত্ৰস্তভাৱে এবাৰ চাই ল'লে। মযো চালোঁ। দেখিলোঁ, টেক্সীবোৰ ৰোৱাৰ ঠাইৰ পৰা হোটেলত লগ পোৱা আৰু কেবাবাৰো এই ষ্টেচনত কাৰোবাৰ সন্ধানত ফুৰা ছোৱালীজনী কোবাকুবিকৈ আহিছে, দুটা মানুহক 'হেলো' বুলি কৈছে আৰু আগতে মই ৰৈ থকা ঠাইখিনিত থিয় হৈ ট্ৰেইনৰ সময়-তালিকাখন পঢ়িছে। বোধকৰোঁ এনেয়ে। মোৰ চকুৱে-চকুৱে পৰাত তাই সম্ভাষণৰ ভঙ্গীত হাঁহিছে আৰু মযো সঁহাৰিস্বৰূপে হাত এখন দাঙিছোঁ। মানুহজনে কিন্তু মোক তাইৰ লগত সংশ্লিষ্ট থকা লোক বুলি বোধকৰোঁ সন্দেহ কৰা নাই। নিশ্চয তাইৰ বিষযে আনবোৰ মানুহৰ দৰে জনাটো অসম্ভৱ কাৰণেই।

মই ক'লোঁ, "এতিয়া কওক।" কৈয়ে ভাবিলোঁ, তাই হযতো আমাৰ সম্পূৰ্ণ বাক্যবোৰ শুনিব নোৱাৰি, যদি শহাকৰ্ণীযাকৈ ৰয়, তেনেহ'লে দুটা-এটা শব্দ কাণত পৰিব পাৰে।

তেওঁ ক'লে, "বোধকৰোঁ, আপুনি বিশ্বাস কৰিব। মই এদিন নাবিক আছিলোঁ। এছিযাৰ প্ৰাযবোৰ বন্দৰেই দেখিলোঁ। এতিযাতো মোক কোনেও বিশ্বাস নকৰে। ইয়াত কোনো কাৰো চিনাকি নহয়। তথাপি আজিহে প্ৰথম প্ৰমাণ পালোঁ,— এই দুনিযাৰ পৰা বিশ্বাস হেৰাই গৈছে। এতিযালৈকে তিনিজনক ক'লোঁ। তাকো আগতে লক্ষ্য কৰি সদয ধৰণৰ মানুহ হ'ব বুলি সিদ্ধান্ত কৰিহে। কিন্তু তেওঁলোকৰ উত্তৰ শুনি আজি মই মানুহ গুচি কুকুৰত পৰিণত হ'লোঁ।"

ইমানখিনি কথা ইংৰাজীতে ক'লে। শব্দ-চয়ন চমৎকাৰ। তেওঁৰ ইংৰাজীত কথা-বতৰা ক'ব পৰা ক্ষমতা প্ৰশংসনীয। প্ৰাক্তন নাবিক বুলি মোৰ বিশ্বাস হ'ল। তেওঁ ৰৈ যোৱা দেখি চিগাৰেট এটা দিলোঁ। চিগাৰেটটো ধন্যবাদ দি হাতত ল'লে। জুইশলাটো আগবঢাই দিলোঁ। তেওঁ চিগাৰেটটো জ্বলাই এহোপা মাৰি তিনিবাৰমান কাহিলে। ক'লে, "আগতে চেইন্ স্মোকাৰ আছিলোঁ। যোৱা চাৰিমাহত এটাও নোখোৱা কাৰণে এতিযা ডিঙিত ধৰিছে।"

তেওঁ চিগাৰেটটোৰ জুই ফ্ল'ৰত ঘঁহি নুমুৱালে আৰু মই বেযা পাওঁ বুলি জেপত ভৰালে। মই বাঁওফালে চালোঁ। ছোৱালীজনী বোধকৰোঁ কাৰোবাৰ কাৰণে বাট চাই আছে। তাই ইফালে-সিফালে চঞ্চলভাৱে চাইছে।

"আপুনি বোধকৰোঁ আজি নেযায। ভাব হৈছে, আপুনি এই ঠাইৰ মানুহ নহয়।"

"ঠিকেই ধৰিছে। পিছে আপুনি যে কিবা ক'ম বুলি ৰৈ গ'ল।"

"কেতিযাও এনে পৰিস্থিতিত পৰা নাই কাৰণে তিনিবাৰ অপমান পাযো আকৌ অপমানলৈ ভয হৈছে।"

"কওক, মযো বহুত দূৰৈৰ মানুহ। আপোনাক অন্যথা ভাবিবলৈ মোৰ কোনো বিশেষ অভিজ্ঞতা নাই।" এইবুলি কোৱাৰ লগে লগে মানুহজনৰ মুখখন আৰু কৰুণ হৈ পৰিল। বোধকৰোঁ মযো এনেয়ে তেওঁক কিবা সন্দেহ কৰিছোঁ বুলি অনুমান কৰিলে। সেই ৰূপহী ছোৱালীজনীলৈ চালোঁ। তাই সময-তালিকা পঢ়া এৰি মানুহজনক লক্ষ্য কৰি আছে।

"যোৱা চাৰিমাহ ইযাৰ হস্পিতালত আছিলোঁ। কালি খালাচ হৈছোঁ। ইমান দিন নাই দেখা কাৰণে গৃহিণী ল'ৰা-ছোৱালীকেইটাৰে সাদিনৰ আগতেই ওলালহি,—সোনকালে লৈ যাব পাৰে বুলি। জানেই নহয, পেঞ্চনজীৱী নাবিক। কেইটানো পইচা পাওঁ! সিহঁত ইয়াত থাকিল। তাতো খৰচ হ'ল। এতিয়া হাতত এইকেইটা পইচা আছে। বাৰুকৈ কোনোমতে টিকট তিনিখন কিনিলোঁ। এতিয়া আমি জব্বলপুৰলৈ যাব লাগিব। কালি নিশা আৰু আজি দুপৰীয়াও আমাৰ খোৱা নহ'ল। কাৰণ টিকটত কিমান দাম পৰিব, জনা আছে। মই বা গৃহিণীয়ে নেখালেও একো নাই। কিন্তু ল'ৰা-ছোৱালীকেইটাই হাহাকাৰ কৰি আছে। সিহঁতক দেখি মন মৰি গৈছে। সিফালে যাবও লাগিব ইমান দূৰ। তাকো আজিকালিৰ দিনৰ থাৰ্ড ক্লাছত। সিহঁতক বাটত চানাচুৰ বা কল কেইটামান খুৱাব পৰাহেঁতেন! উপায় নাই।

এইবুলি কৈ মানুহজনৰ চকু চলচলীয়া হ'ল। শেষৰ ফালে কথাখিনি থোকাথুকি হৈছিল। মোৰ বৰ অসহ্য লাগিল। পইচাৰ এনেদৰে প্ৰযোজন হোৱা মানুহক বিশ্বাস কৰিব পৰা মানুহ কিমান আছে নেজানো। কিন্তু পইচা খুজিলেই যে মানুহটো ভিক্ষাৰী হৈ যায়! মোৰ বন্ধু ৰতন ফুকনে ঠিকেই কৈছিল,— "মমত্ববোধ শেষ হৈ নগ'লেও কমি আহিছে। আনৰ হৈ ভবাৰ কথা ৰমক-জমক মহানগৰীয়ে পাহৰি গৈছে।"

মই ষ্টেচনৰ ফালে আহিলে সাধাৰণতে বেছি পইচা নানো। এতিয়া তেলৰ বটল এটা আৰু পত্ৰিকা এখন কিনাৰ পিছত জেপত আছে দুটকা পোন্ধৰ পইচা। বাছত থুবে পাৰ্কৰ হোষ্টেললৈ যাবলৈ লাগিব দহ পইচা। সেই কাৰণে বেগটোৰ পইচা দেখুৱাই তেওঁক টকা দুটা দি দিলোঁ। ভাবিলোঁ, জব্বলপুৰলৈকে ল'ৰা-ছোৱালী আৰু তিৰোতা লৈ যাবলৈ এই দুটকা একোৱেই নহয়। তেওঁ টকা দুটা লৈ কৃতজ্ঞতাত মুখখন কন্দাৰ নিচিনা কৰি ক'লে, "অশেষ ধন্যবাদ। আপোনাৰ নাম নেজানো, ঘ'ৰ ক'ত নেজানো— একোৱেই নেজানো। কিন্তু আপোনাক যে জীৱনত পাহৰিব নোৱাৰিম। এয়া চাওক

ইযাকে কৈ তেওঁ মানিবেগটো উবুৰিযাই মোক দেখুৱালে,— তিনিখন জব্বলপুৰলৈ যোৱা তৃতীয় শ্ৰেণীৰ টিকট আৰু দুটা দহ পইচা। মোৰ তেওঁৰ ওচৰত থিয় দি থাকিবলৈ অসহ্য লাগিল। জীৱনত উপায় নেপাই প্ৰথমবাৰৰ কাৰণে লোকৰ পৰা পইচা লোৱা এই সম্ভ্ৰম-সজ্ঞান মানুহজনৰ ওচৰত থকাটো সঁচাকৈয়ে এক নিষ্ঠুৰতা! মই আঁতৰি আহিলোঁ।

মই তেওঁক এৰি অহাৰ লগে-লগে সেই ছোৱালীজনী তেওঁৰ ওচৰ পালেগৈ। ভেনিটি বেগৰ পৰা পাঁচটকীয়া নোট এখন উলিয়াই তেওঁৰ হাতত গুঁজি দি ক'লে, "ময়ো শুনি আছিলোঁ। এয়া লওক, প্লিজ, প্লিজ।"

এইবুলি কৈয়ে তাই মানুহজনে কি ক'ব পাৰে তালৈ কাণসাৰ নিদি বা শুনিবলৈ ইচ্ছা নকৰি তড়িৎবেগে আঁতৰ হ'ল। মই অবাক বিস্ময়ত তাইৰ লয়লাস গতি চাই ৰ'লোঁ। তাইক কিন্তু ৰচকী দেহোপজীৱিনী যেন নেলাগিল। ভাব হ'ল,— তাই যেন মৰতৰ দুখ বুজা স্বৰ্গচ্যুতা কোনোবা অপ্সৰা! পৰহিলৈ মই নিজৰ দেশলৈ যামগৈ। তাইৰ লগত আজিয়েই শেষ দেখা। আজি তাইক সময়-তালিকা থকা ব'ৰ্ডখনৰ ওচৰত দেখোঁতেই মই মনস্থ কৰিছিলোঁ যে তাইক মই সুধিম,— তাই ইমান ধুনীয়া হৈ, ইমান গাভৰু হৈ সেই ৰাতি সেই কুৎসিৎ বুঢ়াটোক কিয় প্ৰত্যাখ্যান নকৰিলে? আৰু তাৰ কুৰূপ দেহটো

কি ধৈৰ্যৰে সহ্য কৰিলে? তাই হয়তো কিবা এটা ক'লেহেঁতেন। কাৰণ মই তাইৰ পৰা 'সন্মানসূচক দূৰত্ব' বজাই ৰাখিছোঁ— নাৰীজাতিৰ প্ৰতি থকা পুৰণি দিনৰ শ্ৰদ্ধাৰে। তাই হয়তো নক'লেহেঁতেন যে সেই বুঢ়াটো নোলোৱাহেঁতেন তাই সেই ৰাতি আশ্ৰয় নেপালেহেঁতেন নাইবা তাইৰ এদিনৰ জীৱনযাত্ৰা কঠিন হৈ পৰিলহেঁতেন। কিন্তু আজি কিবা এটা উত্তৰ শুনিবলৈও মোৰ খুব কৌতূহল হৈছিল। এতিয়াও ইয়াত আধা ঘণ্টামান ৰৈ থাকিলে তাইক লগ পাব পাৰোঁ। কিন্তু তাইক লগ নধৰোঁ, তাইক নোসোধোঁ। অসম্ভৱ। তাইৰতো সম্ভ্ৰম-চেতনা আছে! তায়োতো মানুহ জাতিৰ বংশধৰ! এই দুটা প্ৰশ্নই তাইক যে খুব আঘাত দিব! এৰা, তাই মোৰ চকুত তন্দ্ৰাস্বৰূপে ঠাই লৈ মনত ইন্দ্ৰজালৰ সৃষ্টি কৰক। মই ইয়াকেহে আশা কৰোঁ।

# দালাল

কেৱল দুদিনৰ কাৰণে কলিকতাত থাকিম। মোৰ বহুত কাম। ডেলহাউছী স্কোৱাৰত সদাগৰী অফিচ এটাত ইণ্টাৰভিউ দিব লাগে। তাৰ আগতে দেখা কৰিব লাগে চাৰিজনমান বিখ্যাত মানুহক। তেখেতসকলৰ ওপৰতে চাকৰিটো পোৱা নিৰ্ভৰ কৰিছে। অসমৰ বিখ্যাত মানুহ এগৰাকীৰ পৰা তেখেতসকললৈ একোখন চিঠি আনিছোঁ। আৰু কাম আছে— ছুটৰ অৰ্ডাৰ দিব লাগে, শীত-তাপ নিয়ন্ত্ৰিত হোটেলটোত আৰামত নাথাকি চাহ শিল্পৰ খুঁটি-নাটি খবৰ থকা প্ৰকাণ্ড কিতাপখনৰ ভালেমান কথা মনত ৰাখিব লাগে। লাইট হাউছত 'ক্লিওপেট্ৰা' চলিছে। আৰু এটা ছবিঘৰত চলিছে 'মাই ফেয়াৰ লেডী'। এই চিনেমা দুখন নাচাই অসম পালেগৈও পিছত অনুতাপ কৰিব লাগিব। মহানগৰীৰ প্ৰলোভনে মোক ব্যাকুল কৰিছে। চাৰিওফালে ভোগৰ, আৰামৰ আৰু বাসনা চৰিতাৰ্থৰ অলেখ সমল। মই যেন সোণ-ৰূপ ভৰা কক্ষত আলিবাবাহে। মোৰ সময় নাই। সময নাই শ্যামবজাৰলৈ গৈ বঙালী মধ্যবিত্তৰ ক্ষয়িষ্ণু জীৱনযাত্ৰা চাবলৈ, কলেজ স্কোৱাৰ নাইবা যাদৱপুৰলৈ গৈ স্বাধীনোত্তৰ কালৰ শিক্ষাৰ সম্প্ৰসাৰণ লক্ষ্য কৰিবলৈ। এই চাৰিজন মানুহক সুকীয়া সুকীয়াকৈ দেখা কৰোঁ মানে কিজানি গোটেই দুদিন লাগিব পাৰে।

তথাপি আঠ বছৰৰ মূৰত কলিকতালৈ আহি অতীতৰ মায়া ত্যাগ কৰিব পৰা নাই। পুৰণি দিনৰ কথাবোৰে মনটোত থৌকি-বাথৌ লগাইছে। সূৰ্য সেন ষ্ট্ৰীটেদি গৈ যিটো লেন পায়, সেই লেতেৰা, পোহৰ নপৰশা লেনটোৰ লগত মোৰ এতিয়াৰ বিলাসী আৰাম-পুষ্ট সফল জীৱনৰ সম্পৰ্ক নাই। সেই লেনত সিহঁতে বায়ু আৰু পোহৰৰ পৰাও বঞ্চিত হৈছে ('কলিকতা দেখিলেহে ভাব হয়, ঈশ্বৰৰ পৃথিৱীত বায়ুৰো দাম আছে'—বিনোৱা ভাবে)। মই কিন্তু যিখন হোটেলত আছোঁ, সেইখন হোটেলৰ ভিতৰখনত সিহঁত কলিকতাৰ মানুহ হৈও গচকিবলৈ ভাগ্য হোৱা নাই। কিন্তু এই সপোন সপোন লগা কক্ষ এৰি সিহঁতক লগ পাবলৈ মই অস্থিৰ হৈ পৰিছোঁ। এই আৰামে, এই বিলাসে, এই সম্ভোগে পাহৰাব পৰা নাই সূৰ্য সেন ষ্ট্ৰীটৰ (তেতিয়াৰ মীৰ্জাপুৰ ষ্ট্ৰীট) উত্তৰফালে থকা এটা অখ্যাত লেনৰ কেইজনমান উপকাৰী মানুহক— হিমাংশু বাবুক, কানাই দেক, হাৰাণ পোদ্দাৰক। কানাই দে আছিল বুক্ বাইণ্ডাৰ। এতিযাও হয়তো সেই কামেই কৰি আছে। দিনটো হয়তো কিতাপ বান্ধিছে আৰু ৰাতি হযতো ফৰ্মাবোৰেৰে তুলি কৰি শুইছে; লাগে সেইবোৰ ফৰ্মাত গীতাৰ কথাই থাওক বা দেহ-মন ৰোমাঞ্চিত কৰা যুগ্ম যৌন জীৱনৰ কথাই থাওক। হাৰাণ পোদ্দাৰ আছিল টাইপিষ্ট। দৰ্জি এটাৰ ওচৰতে টেবুল এখনত সি এপাতত ছ অনাকৈ টাইপ কৰিছিল। কত শিক্ষিত নিবনুৱাৰ যে চাকৰিৰ দৰখাস্ত সি

টাইপ নকৰিলে। হিমাংশু বাবু আছিল গৰীয়াহাটাৰ প্ৰকাশন কোম্পানী এটাৰ এশটকীয়া ৰিপ্ৰেজেণ্টেটিভ্। এই তিনিজন মানুহৰ সহায় নোহোৱাহেঁতেন মই কলিকতাৰ পৰা শিক্ষা লাভ কৰিব নোৱাৰিলোঁহেঁতেন আৰু এতিয়াৰ এই স্বচ্ছন্দ জীৱন কেতিয়াও সম্ভৱ নহ'লহেঁতেন। এই লেনটোতে কেইজনমান ছাত্ৰৰ লগত মেছ কৰি আছিলোঁ। সেই কাৰণেই এওঁলোকৰ লগত মোৰ বন্ধুত্ব বাঢ়িছিল। এওঁলোকে বেছ বুজিব পাৰিছিল যে মই দুখীয়া, ঘৰৰ পৰা মোলৈ নিয়মিত টকা পঠিয়াব নোৱাৰে। শেষৰ বছৰ কপিলীৰ পানীয়ে আমাৰ খেতি-বাতি নষ্ট কৰিছিল। মই কলেজ এৰি দিয়াৰ কথাই ভাবিছিলোঁ। কাৰণ মোক পঢ়ুওৱা পিছৰ কথাই, ঘৰখন কোনো মতে চলাই টান হৈ পৰিছিল। কিন্তু এওঁলোকে মোক কলেজ এৰিবলৈ নিদিলে। বুক বাইণ্ডাৰ কানাই দেই অসমীয়া কিতাপো ছপা কৰা ছপাশাল এটাৰ মালিক এজনৰ লগত মোক চিনাকি কৰি দিলে। মই আজৰি সময়ত আৰ্হি-কাকত চাই অলপ পইচা উপাৰ্জন কৰিব পৰা হ'লোঁ। হাৰাণ পোদ্দাৰে যৎসামান্য পইচা লৈ মোৰ 'থেছিছখন' টাইপ কৰি দিলে। পিছে হাৰাণ পোদ্দাৰ বা কানাই দে'তকৈ হিমাংশু বাবুৰ উপকাৰ নোপোৱাহেঁতেন মই কেৱল আৰ্হি-কাকত শুদ্ধ কৰিয়েই কলেজত পঢ়িব নোৱাৰিলোঁহেঁতেন। হিমাংশু বাবুৱে যিজন প্ৰকাশকৰ তলত কাম কৰিছিল, সেই প্ৰকাশকে বঙালী কিতাপ অসমীয়ালৈ অনুবাদ কৰোৱাই প্ৰকাশ কৰে। হিমাংশু বাবুৱে তেওঁৰ ওচৰলৈ মোক লৈ গৈ দুখন কিতাপ অনুবাদ কৰাৰ ব্যৱস্থা কৰি দিলে। এমাহতে কিতাপ দুখন অসমীয়ালৈ অনুবাদ কৰি প্ৰায় ছশ টকা পালোঁ ঃ (এতিয়া দেখিছোঁ, সেই দুখন কিতাপ বজাৰত ওলাইছে। তাত মূল লিখক আৰু অনুবাদকৰ নাম নাই। নাম আছে অসমৰ কোনো এজন বিখ্যাত ব্যক্তিৰ)। তাৰে দুশ হিমাংশু বাবুক দিব খুজিলোঁ, তেওঁ মোৰ কষ্ট আৰু শৰীৰৰ অৱস্থা দেখি তেওঁ এশ টকাহে ল'লে! লওক বাৰু মোৰ কষ্টৰ টকা। তেওঁৰ সহায় নোহোৱা হ'লে যে মই এই পাঁচশ টকাও নাপালোঁহেঁতেন। এই তিনিজন মানুহৰ ভিতৰত হিমাংশু বাবুক মোৰ সমূলি পছন্দ নহৈছিল। মানুহজনৰ মন বুজা বৰ টান। সকলো কথাৰ উদ্দেশ্য মাথোন এটা,— টকা। নিজে দুখীয়া যদিও মানুহ জোখে টকাৰ মূল্যৰে। তথাপি তেওঁৰ পৰাই মই বেছি উপকাৰ পালোঁ। তেওঁ গলিৰ সৰু কোঠা দুটা ভাড়া লৈ আছিল। মানুহজন বিবাহিত। ঘৈণীয়েক মাজে মাজে তেওঁৰ লগত দুই-এমাহ থাকি যায়। তাই প্ৰায়ে শ্ৰীৰামপুৰৰ মাকৰ ঘৰতহে থাকে। মানুহজনী বৰ ধুনীয়া। ইমান ধুনীয়া যে এই লেতেৰা লেনটোত তাই এক ডাঙৰ ব্যতিক্ৰম। ওচৰৰ মানুহবোৰে হিমাংশু বাবুক ভাল নাপায়। বোধকৰোঁ বৰ বৰ কথা কৈ থাকে কাৰণেই। কিন্তু ঘৈণীয়েকজনী ধুনীয়া কাৰণেই বা ইমান ধুনীয়া তিৰোতা এজনীয়ে তাক ভাল পাইছে কাৰণেই তাক ভাল ব্যৱহাৰ কৰে।

আজি সেইবোৰ কথা মনত পৰিছে। সিহঁতক চাবলৈ আৰু কৃতজ্ঞতা জনাবলৈ দুৰ্বাৰ ইচ্ছা হৈছে। সেয়ে টেক্সী এখন লৈ সেই সুপৰিচিত লেনটোলৈ ওলালোঁ। লেনৰ ৰূপ সলনি হোৱা নাই। মানুহৰো ৰূপ সলনি হোৱা নাই। কিন্তু মানুহ সলনি হৈছে। আগৰ সেই অনবৰতে জাল গুঁঠি থকা বুঢ়াকেইজন নাই। কিজানি মৰিল। এতিয়া সেই ঠাই অধিকাৰ কৰিছে কয়লাৰ কাৰবাৰ কৰা মানুহে। পোদ্দাৰ বহি থকা দৰ্জিৰ দোকানখন নাই। সেই কোঠাটো বন্ধ। তাতে এখন ছাইনবৰ্ড দেখিলোঁ। লিখা আছে—"টিউটৰিয়েল হোম"। আগুৱাই গ'লোঁ। টেক্সীখন বাদ দিলোঁ। শেষত গৈ কানাই দে'ৰ ঘৰ ওলালোঁগৈ। কানায়ে মোক পোনতে চিনিবই পৰা নাছিল। সি মানুহজন একেদৰেই আছে। মোক দেখি সি আচৰিত হ'ল। মোৰ সকলো কথা শুনিহে তাক বিচাৰি অহা মানুহটো মই বুলি প্ৰত্যয় হ'ল।

পোদ্দাৰৰ খবৰ ল'লোঁ। পোদ্দাৰ আজিকালি কোনোবা ব্যাৰিষ্টাৰৰ মহৰী। কানাইৰ বিষয়ে বিশেষ একো জানিব নোৱাৰিলোঁ। তাৰ জীৱনত বিশেষ পৰিৱৰ্তন নহ'ল। একে কামেই কৰি আছে, একেটা ঘৰতে। বিয়া নকৰালে কাৰণে আৰ্থিক দুৰ্গতিৰ কথা নক'লে। হয়তো সি নিজে সুখী বুলিয়েই ধৰি লৈছে। তাৰ অভিলাষ কম আছিল।

শেষত হিমাংশু বাবুৰ খবৰ লৈহে আচৰিত হৈ গ'লোঁ। হিমাংশুৱে কিতাপৰ কাৰবাৰ এৰি কিছুদিন ৰাজনীতি কৰিলে। সেই সময়ত কোনোবা ডাঙৰ মানুহৰ চকুত পৰিল। সেয়েহে পাৰ্মিট আদি পোৱা হ'ল। কিছুদিনৰ পিছত লোকক পাৰ্মিট দিয়া দালাল হৈ পৰিল। কিছুদিনৰ পিছত সি বহুত গোপন কাৰবাৰত হাত দিলে। দুবছৰৰ ভিতৰতে তাৰ কলিকতাত তিনিটা ঘৰ হ'ল। কিন্তু তৃতীয় বছৰত আহিল তাৰ অশান্তি। দুৰ্নীতি নিবাৰণী বিভাগৰ অফিচাৰে তাক ধৰিলে। তাৰ কাৰণ হ'ল,— কোনো ব্যৱসায় নকৰাকৈ সি কলিকতাৰ ভিতৰত তিনিটা ঘৰ সাজিলে কেনেকৈ?

তাৰ বিপক্ষে কেচ চলিল। সিও উকীল ধৰিলে। কিন্তু নামজ্বলা উকীলজনেও তাক বিশেষ বুদ্ধি দিব নোৱাৰিলে। হিমাংশু বিমোৰত পৰিল। এই কলিকতাতে সি কত পৰিৱৰ্তন দেখিলে! কত সাধাৰণ মানুহ কেডিলাক গাড়ীৰ গৰাকী হ'ল। কত ভাল মানুহৰ পতন হ'ল। কত সতী বেশ্যা হ'ল। কত বেশ্যা সতী হ'ল! কত দেশপ্ৰেমিকক সময়ে পাহৰি পেলালে আৰু কত ভণ্ড লোক দেশৰ হৰ্তা-কৰ্তা-বিধাতা হ'ল। সিও আছিল এশ টকীয়া ৰিপ্ৰেজেণ্টেটিভ। আজিৰ যুগৰ মানুহৰ কৌশলেৰেই সি লাখপতি হ'ল। কিন্তু এনেকুৱা বহু লাখপতি হয়তো চকুত ধূলি মাৰি সাৰিল। কেৱল সিয়েইহে ধৰা পৰিল। ইয়াৰ জানো কোনো উপায় নাই?

আছে উপায। উকীলজনে শেষ উপায় দিলে। ক'লে, "মই জানো, আপুনি জবানবন্দী দিয়াৰ দিনা ক'ৰ্টত বহুত মানুহ গোট খাব। কাৰণ আপুনি খ্যাতিমান। আপোনাৰ প্ৰতি বহুতৰ কৌতূহল আছে। সেই মানুহবোৰলৈ ভ্ৰূক্ষেপ নকৰি আপুনি যদি বিচাৰকৰ আগত এষাৰ কথা ক'ব পাৰে, তেনেহ'লে আপোনাৰ আযৰ ওপৰত চৰকাৰে পুনৰ হেতা-ওপৰা নলগাব। এইষাৰ মিছা কথা ক'ব পাৰিব?"

হিমাংশু বাবু উল্লসিত হ'ল। মিছা কথা কোৱাটোৱেই তাৰ কাৰণে স্বাভাৱিক। অতি সহজ কথা। এই মূলমন্ত্ৰৰ আশ্ৰয় লৈযে সি ইমান দূৰ আগুৱাইছে।

সি আগ্ৰহেৰে সুধিলে, "কি কথা?"

উকীলে ক'লে, "এই সকলো সম্পত্তি আপোনাৰ স্ত্ৰীৰ উপাৰ্জন বুলি ক'ব পাৰিব?"

"নিশ্চয় পাৰিম।"

"কিন্তু আপোনাৰ স্ত্ৰীযে কেনেকৈ উপাৰ্জন কৰিলে বুলি যদি সোধে?"

"কিবা এটা ক'ম।"

"কিবা এটা ক'লে নহ'ব। আৰু বেলি এনে এটা কেচ পাইছিলোঁ। বহুত আইনৰ কিতাপ চলাথ কৰি জানিলোঁ, স্বামীয়ে যদি নিজ মুখে বিচাৰকক কয় যে "

"কি?"

"যে মোৰ স্ত্ৰী বেশ্যা। তেনে আয়ত কৰ নাই। কোনো তদন্ত হ'ব নোৱাৰে। ক'ব পাৰিব?"

তাৰ পিছত উকীলক সি কি সমিধান দিলে এই বিষয়ে কানাই দেই বিশেষ খবৰ দিব নোৱাৰিলে। দুয়োৰে মাজত কি গডমিল হ'ল, এই বিষয়ে জানিবৰ উপায় নাই। কিন্তু গোপন কথা এদিন

ওলাবই। পোদ্দাৰ হ'ল বিপক্ষৰ উকীলৰ মহৰী। পোদ্দাৰৰ মুখেহে কানাই দেই বাকীছোৱা শুনিবলৈ পালে ঃ

আচল গোচৰৰ দিনা বহুত মানুহ। কাৰণ দেশ-সেৱক হিমাংশু সেনগুপ্তৰ বিপক্ষে দুৰ্নীতিৰ অভিযোগ। বাতৰিকাকতৰ সংবাদদাতাও আহিছে। পোদ্দাৰে মাথোন হিমাংশুক লক্ষ্য কৰি আছে। বহু দিনৰ পৰিচিত হিমাংশুৰ সেইদিনা নতুন ৰূপ। সি এনেকৈ থিয় দি আছে যেন সিয়েইহে বিচাৰ-গৃহৰ অধিকৰ্তা। আনৰ উপস্থিতি যেন সি গণ্য কৰা নাই। চকুত নিৰ্লিপ্ত ভাব। বিচাৰকে সি চহী কৰা জবানবন্দীখন পঢ়ি চাই তাক ক'লে, "আপোনাক শপত গ্ৰহণ কৰাবলৈ আদেশ দিয়া হৈছে।"

সি থিয় দি ৰ'ল। তাৰ পিছত মানুহ এটাই সুধিলে, "আপোনাৰ নাম?"

"হিমাংশু সেনগুপ্ত।"

"কওক, যি ক'ম সঁচা ক'ম।"

"যি ক'ম সঁচা ক'ম।"

"আকৌ কওক,—'ধৰ্মৰ দোহাই— যি ক'ম সঁচা ক'ম।"

"ধৰ্মৰ দোহাই,—যি কম সঁচা কম।"

"আকৌ এবাৰ।"

"ধৰ্মৰ দোহাই,— যি ক'ম সঁচা ক'ম।"

এই পৰ্ব শেষ হোৱাৰ পিছত বিচাৰকে হিমাংশুৰ ফালে চাই সুধিলে, "আপোনাৰ স্ত্ৰীৰ নাম অঞ্জনা সেনগুপ্ত।"

"হয়।"

"তেনেহ'লে কওক, তেখেতে কেনেকৈ, আই মিন,— কি উপায়েৰে কলিকতাত তিনিটা ঘৰ সজাব পাৰিলে? কি নিয়মিত ব্যৱসায়ত হাত দিয়াৰ কাৰণে বেঙ্কত তেখেতৰ নামত ধনৰ অঙ্ক মাহে মাহে বাঢ়ি গৈছে? আপোনাৰ জবানবন্দীত থকা কথাষাৰ আপোনাৰ মুখৰ পৰা নিজ কাণে শুনিব খোজোঁ।"

বিচাৰ-কক্ষ নিমাত, নিজম। কেৱল তিনিটা শব্দ উচ্চাৰণ কৰিলেই সকলো শেষ। এই তিনিটা শব্দ কাইলৈৰ বাতৰিকাকতত ডাঙৰ হৰফত ছপা হ'ব। পোদ্দাৰে লক্ষ্য কৰিলে, হিমাংশুৱে প্ৰেছ গেলাৰীলৈ চালে। মূৰটো খজুৱালে। হয়তো কিবা বুদ্ধি বিচাৰি পালে। (নিশ্চয় সেইদিনাই সংবাদদাতাকেইজনক সি টকা দি হাত কৰিলে। কাৰণ পিছদিনা কোনো কাকততে এই খবৰ নোলাল।)

পোদ্দাৰ উৎকীৰ্ণ হৈ ৰ'ল।

বিচাৰকে আকৌ ক'লে, "কওক।"

হিমাংশুৱে অকণো অপ্ৰস্তুত নহৈ স্পষ্টভাৱে ক'লে, "মোৰ নিজৰ সুকীয়া ৰোজগাৰ নাই। মোৰ স্ত্ৰী শ্ৰীমতী অঞ্জনা সেনগুপ্তই বেশ্যা বৃত্তিৰে এই সম্পত্তি উপাৰ্জন কৰিছে।"

বিপক্ষৰ উকীলৰ মাত বন্ধ হ'ল। দৰ্শকৰ গেলেৰীত হুলস্থূল। তাচ্ছিল্য কৰি কোৱা বহু কটু কথাৰ একো একোটা শব্দই পোদ্দাৰৰ কাণতো বিন্ধিলেহি। কিন্তু হিমাংশুৰ মুখত কোনো উত্তেজনাৰ চিন নাই। পোদ্দাৰে লক্ষ্য কৰিলে,— হিমাংশু কোঠাটোৰ পৰা ওলাই আলি পালেহি আৰু বিদেশী শীত-তাপ নিয়ন্ত্ৰিত মটৰখনত বহি অবশ দেহাটো পেলাই দিলে। পোদ্দাৰে খং, ৰোষ আৰু ঘৃণাত দুৱাৰ

ভেটিত থুই পেলালে। সি ভাবিলে, আজিৰ দিনত টকাই সকলো। এই যুগত ঐতিহ্যৰ, সততাৰ আৰু কোমলতাৰ স্থান নাই। এই যুগত অতি নিষ্প্ৰয়োজনীয় বস্তু হ'ল,— আত্মাৰ পৰিশোধন আৰু আত্মোপলব্ধিৰ। গান্ধীৰ লগে লগে এটা যুগ শেষ হৈ গ'ল। স্বাধীনতা পোৱাৰ যোল বছৰৰ পিছত চিৰপৰিচিত নীতিভীৰু ধৰ্মভীৰু মধ্যবিত্ত ঘৰৰ ল'ৰা হিমাংশু হ'ল আন বহুতৰে দৰে সুকীয়া মানুহ। নিজ তিৰোতাক বেশ্যা বুলি কৈ হয়তো সি মুখৰ খজুৰতি মাৰিছে বুলিহে ভাবিছে।

কানাই দে'ই খুব অনুভূতিৰে কথাখিনি কোৱাৰ পিছতো মোৰ সন্দেহ নুগুচিল। সুধিলোঁ, "তাৰ যে ঘৈণীযেকে বেশ্যাবৃত্তি কৰে, এই কথাটোৰতো পুলিচ ৰিপ'ৰ্ট লাগিব।"

সি ক'লে, "তাকেতো ক'ম বুলি ভাবিছোঁ। বিচাৰকে তাৰ তদন্ত হ'ব লাগে বুলি ক'লে। এইখিনি সময়ৰ ভিতৰতে সি বহুত ঘূৰি পুলিচক হাত কৰাই লাইচেঞ্চ নম্বৰ আদিও কৰাই ল'লে। শেষত সময় আহিল,— পুলিচ কমিছনাৰে নিজে সেই ঠাই অৰ্থাৎ সেই গলিত তাইক চাই আহিবৰ কাৰণে। যিকোনো এজনীক অঞ্জনা সেনগুপ্ত বুলি এঠাইত ৰখা হ'ল। কিন্তু পুলিচ কমিছনাৰে নিজে তদন্ত কৰিবলৈ যোৱাৰ আগদিনাই বাতৰিকাকতত আমি এটা খবৰ পঢ়ি আচৰিত হ'লোঁ।"

"কি খবৰ? হিমাংশু এৰেষ্ট হ'ল? নিশ্চয় এইবাৰ 'ফ'ৰ টুৱেণ্টি'ত পৰিল।"

"নহয়। তাৰ ওলোটাটোহে। বোধকৰোঁ সি বিবেকৰ দংশন সহিব নোৱাৰিলে। অৱশ্যে বাতৰিকাকতত লিখিছিল যে পৰিয়ালৰ জীৱনৰ অশান্তিত অতিষ্ঠ হৈ সি আত্মহত্যা কৰিলে। আমি ভাবিলোঁ,— সি মৰিল ভালেই হ'ল। নমৰা হ'লে আমি সভ্য দেশৰ মানুহ বুলি ক'বলৈ এটা বাক্যও বিচাৰি নাপালোঁহেঁতেন।"

হিমাংশুৰ জীৱন-ইতিহাস শুনি মই খন্তেক পৰ বজ্ৰাহত মানুহৰ দৰে বৈ আছিলোঁ। এনেকৈ থকা দেখি কানায়ে সুধিলে, "খুব বেয়া লাগিছে, নহয়? আমাৰ হ'লে এনেবোৰ কথা জানি আচৰিত নলগা হ'ল। জীৱনটো থিয়েটাৰ বুলি ধৰি ল'লে আৰু ভাবিবলৈ একো নাথাকে।"

এই কথা শুনি কানাইলৈ বৰ শ্ৰদ্ধা উপজিল। তাক সাৱট মাৰি ধৰিলোঁ। চকু মোৰ চলচলীয়া। তাক থোকাথুকি মাতেৰে ক'লোঁ, "ক্ষমা কৰ, কানাই। তই দুখীয়া হৈ থাকিব পাৰ, কিন্তু তইঁতৰ দৰে মানুহৰ চুলি এডালৰো যোগ্য মই হ'ব নোৱাৰোঁ। হিমাংশুৰ কথা বাদেই। তোক সঁচা কথা কওঁ। তেহে মই আজি শান্তি পাম। এৰা, তিৰোতাবোৰ বেশ্যা। আমি সকলো দালাল। মই ডাঙৰ চাকৰি কৰোঁ। ইয়াত ইণ্টাৰভিউ দিয়াৰ পিছত এইটোতকৈও ডাঙৰ চাকৰি এটা পাম। কিন্তু কিয় পাম? মই গুণী? মই যে নিজক বিক্ৰী কৰি দিছোঁ, কানাই,— মই যে নিজক সম্পূৰ্ণ বিক্ৰী কৰি দিছোঁ। প্ৰতাপী আৰু জঘন্য মানুহ এটাই মোক কিনিছে। মই তাৰ দাস। মোৰ ভনীজনীৰ ৰূপ-যৌৱন তাৰ কবলত। আঢৈ কুৰি বছৰীয়া লুচ্চা মানুহটোক মোৰ ভনীজনীক সপি দিলোঁ— কেৱল মোৰ স্বাৰ্থৰ খাতিৰতেই। সভ্য ভাষাত সি মোৰ বৈনায় ।"

# দহ বছৰ

আমি দুয়োকো দুয়ো লগ পাইছোঁ পূৰা দহ বছৰৰ পিছত। আজিকালি দহ বছৰেই বহুত যুগ। কত যে পৰিবৰ্তন হ'ল! সিদিনাৰ ল'ৰা আজি ডেকা হ'ল। তেতিয়াৰ স্কুলীয়া ল'ৰা এতিয়া ডাক্তৰ-ইঞ্জিনীয়াৰ হ'ল। বুকুত চাদৰ ল'বলৈ আমনি পোৱা পাটগাভৰু এতিয়া বোৱাৰী হ'ল। থুলন্তৰ ডেকাৰ আজি হয়তো চুলি পকিল।

দেশে মোট সলালে। দুটা সাধাৰণ নিৰ্বাচন হৈ গ'ল। শাসকবৰ্গৰ সালসলনি হ'ল। কিন্তু পৰিবৰ্তনক জানো প্ৰগতি বোলে? মই এতিয়া আৰু ডেকা হৈ থকা নাই। আগৰ কল্পনা-অনুপ্ৰেৰণাই এৰা দিছে। চেহেৰা সলনি হৈছে। এতিয়া ওখ আয়নাখনৰ কাষত থিয় দি নিজক দেখি পুৰণি দিনৰ কথা মনত পেলাই হুমুনিয়াহ কাঢ়োঁ। মই এটা আদহীয়া ভৱিষ্যৎ-শূন্য মানুহ।

"দহ বছৰ আগতে মই অবিবাহিত আছিলোঁ। এতিয়া তিনিটি সন্তানৰ পিতৃ।"

"আৰু মই একা? এতিয়া মোৰ বল হৰিল, ভোক হৰিল, টোপনি পাতলিল।"

"এই দহ বছৰে তোমাক কি শিকালে?"

"একো নিশিকিলোঁ। শিকিব পাৰিলোঁহেঁতেন, কিন্তু ভাবিলোঁ এতিয়াৰ কোনো কথাৰ লগত মোৰ মনটো মিলাব নোৱাৰিলোঁ।"

"এৰা, আমি হয়তো নিজক নিজে চাব পৰা শক্তি বিচাৰি পাইছোঁ। কাৰণ নিজৰ প্ৰতি নিজৰে আজিকালি সুকীয়া আকৰ্ষণ নাই। সেযেহে ভাবি পাইছোঁ পুৰণি দিনলৈ শ্ৰদ্ধা জনাব নোৱাৰিলে আৰু নতুনৰ অসহনীয়বোৰ সহ্য কৰি নগ'লে জীয়াই থকাই অসম্ভৱ।"

"মনত আছেনে, এই কেইবছৰৰ ভিতৰত ষাঠি বছৰীয়া বুঢ়া কেবাজনো মৰিল?"

"এৰা! সেইসকল লোকৰ কথা ভাবিলে কিবা লাগি যায। মাজে মাজে ভাবোঁ, আমি পাল নোহোৱা নাৱতহে উঠি আছোঁ। তেখেতসকল আছিল সাধক। তেখেতসকলৰ জীৱনৰ উদ্দেশ্য আছিল, জীৱনলৈ মোহ আছিল, দেশলৈ প্ৰেম আছিল, ঐতিহ্যলৈ শ্ৰদ্ধা আছিল। সেই জীৱনত গতি আছিল, উত্তাপ আছিল, আৰু কি নাছিল? সেই কাৰণেই কওঁ, পৰিবৰ্তন মানেই প্ৰগতি নহয। ভাবি চোৱাচোন, তেখেতসকলৰ অবিহনে কিজানি আমি স্বৰাজ নেপালোঁহেঁতেন। গান্ধী, জৱাহৰলাল, পেটেল, আজাদ আৰু আমাৰ মাজত নাই। এজন এজন লোক নাইকিয়া হোৱাৰ লগে লগে এটি এটি মূল্যবোধ নাইকিয়া হৈ আহিছে। হওক তেও, এতিয়াও আমাৰ মাজত ৰাধাকৃষ্ণণ, ৰাজাগোপালাচাৰী আছে। কিন্তু আমি আমাৰ যুগৰ কাক ভৰসা কৰিম? বিনোৱাক? ইন্দিৰা গান্ধীক, নে মোৰাৰজীক? নে পুলিচৰ কৰ্তা

গুলজাৰিলালক?

"সিহঁতে কয়, আজিৰ যুগ বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ যুগ।"

"হ'লে কি হ'ব? ৰমন, ভাবা, চাহা, বসু কোন যুগৰ? এস্, ভাবাটো দেহি! তেখেত যদি আৰু কেইবছৰমান বাচি থাকিলহেঁতেন। আমাৰ দেশত বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ নামত ভুৱাহে। লোকৰ চৰ্বিত-চৰ্বণৰ মাথোন ভু ৰাখিছে। ইমানেই। চণ্ডীগডত অলপতে বিজ্ঞান কংগ্ৰেছত তিনি হেজাৰ 'বিজ্ঞানী' গোট খালে। যিবোৰ—'পেপাৰ' পঢ়া হ'ল তাৰে প্ৰায়বোৰেই অসহ্যভাৱে অৰ্ডিনেৰী।"

"এৰা, ঠিকেই কৈছা। মুঠতে এতিয়াৰ কথা ক'বলৈ গ'লে, একে আষাৰে ক'ব পাৰি এনেকৈ ঃ কুৰি বছৰীয়া ডেকাই ভাবে, নিজে কোনোমতে চলি থাকিলেই হ'ব আৰু ষাঠি বছৰীয়া বুঢ়াই ভাবে, ভৱিষ্যতৰ কথা।"

"অ' মনত পৰিছে। এনেকুৱা এটি হিন্দী গল্প পঢ়িছিলোঁ?"

"তুমি কোৱা গল্পটো শুনি মোৰ এটা গল্প মনত পৰিছে।"

"ৰাজেন্দ্ৰ সিং বেদীৰ গল্পটোৰ দৰে?"

"ঠিক তেনে নহয়। তোমাৰ মুখত এই সৰু গল্পটোৰ নাম শুনি মোৰ নিজৰ জীৱনত ঘটা কথাবোৰ মনত পৰিছে। এৰা, সেই কাৰণে নকুলক দোষ দি লাভ নাই।"

"নকুলৰ অসুখটোৰ কথা নেজানাই কিজানি। সি বাচিব বুলি কোনেও ভবা নাছিল। ককাইদেউৰ সি একমাত্ৰ ল'ৰা। সেই কাৰণে ককাইদেউ আৰু মই ভাবিলোঁ, প্লেনেৰে কলিকতালৈ যোৱাই ভাল হ'ব। ডিব্ৰুগড বা গুৱাহাটীত যে এই অচিন বেমাৰটো ভাল কৰিব পৰা ডাক্তৰ আছে এই কথা ভাবিবলৈকে নহ'ল। আৰু আমি কলিকতাত তাক দেখুৱালোঁ। নকুলক চোৱা ডাক্তৰজন বিশেষজ্ঞই আছিল। পেথ'ল'জিকেল্ টেষ্ট কৰাৰ পিছত অৰ্থাৎ তিনিদিনৰ মূৰত ডাক্তৰজনে ক'লে, "এই বেমাৰ আমি ইয়াত ভাল কৰা নাই। অস্ত্ৰোপচাৰৰ প্ৰয়োজন হ'ব। কিন্তু এনেকুৱা অস্ত্ৰোপচাৰ আমাৰ দ্বাৰা নহয়। এজন ছাৰ্জন আছে আপোনালোকৰ তাত,— ডাক্তৰ বেনাৰ্জী। তেখেতে এনেকুৱা 'কেচ্' কেবাটাও ভাল কৰিছে। আৰু বেলি আমি এজনক পঠাইছিলোঁ। তেখেতে ভাল কৰিলে। কিন্তু এটা কথা, আৰু দুদিন দেৰি হ'লে ল'ৰাটো নেবাচে। আজিয়েই যাওক।"

"আমি সেইদিনা প্লেনত ছিট নাপালোঁ। নকুলৰ আশা এৰি দিলোঁ। পিছদিনা প্লেনেৰে আমি ডিব্ৰুগড পাওঁ মানে আমাৰ আশঙ্কা আৰু বাঢ়িল। নকুলৰ অৱস্থা আৰু বেয়া হৈছে! তাক মৰা মানুহ যেনহে লাগিছে। সি হিকটিযাই হিকটিযাই মুখেৰে উশাহ লৈছে। লৰালৰিকৈ ডাক্তৰ বেনাৰ্জীৰ বাসভৱনলৈ লৈ গ'লোঁ। তেখেতে ভালকৈ চাই সেইদিনা নকুলক নিজৰ চেম্বাৰতে ৰাখিলে। আমাক আশ্বাস নিদিলে। আমাৰ বুজিবলৈ বাকী নাথাকিল যে নকুল বাচিব বুলি ডাক্তৰ বেনাৰ্জীৰো সন্দেহ।"

"বাৰু, ডাক্তৰ বেনাৰ্জী সঁচাকৈয়ে বিখ্যাত ডাক্তৰনে?"

"আচলতে অদ্ভুত ছাৰ্জন। সেৱাই তেখেতৰ ধৰ্ম। সাত দিনৰ আগতে দিল্লীৰ পৰা আহিছিল দলৈ লামাক চিকিৎসা কৰি। তেখেত কৰ্মযোগী। তেনে মানুহৰ তুলনা হয় ঋষিৰ লগতহে।"

"তেখেতৰ ফটো আছে কেৱল মোৰ ঘৰতেই নহয়। আৰু বহুতৰেই ঘৰত। এদিন গাঁৱৰ নিছলা মানুহ এঘৰত তেখেতৰ ফটো দেখিলোঁ। এইদৰে কতৰ ঘৰত আছে। কত নিছলাৰ চাগৈ প্ৰাণ বচাইছিল। যদি যম আছে, তেনেহ'লে সেইজন যমৰো কিজানি ডাক্তৰ বেনাৰ্জীলৈ শ্ৰদ্ধা আছে। অৱশ্যে

এটা কথাত দুখ লাগে, ধনিক সম্প্ৰদায়ে প্ৰেনেৰে দূৰত তেখেতক ৰোগী চাবলৈ লৈ যোৱা গম পালেহে। ডাক্তৰ বেনাৰ্জীৰ মানত সকলো সমান। মানুহক মানুহ বুলি ভাবে। এনাটমী, ফিজিঅ'লজীৰ কিতাপৰ স্পেচিমেন বুলি নাভাবে। ডাক্তৰ বেনাৰ্জীৰ কথা জনাহেঁতেন বিখ্যাত ঔপন্যাসিক— এ জে ক্ৰনিলে হয়তো 'চিটাডেল'ৰ ঘটনাক্ৰম সালসলনি কৰিলেহেঁতেন।"

"পিছে ডাক্তৰ বেনাৰ্জীয়ে কি কৰিলে?"

"মনত ৰাখিবা, ডাক্তৰ বেনাৰ্জী আঠাৱন্ন বছৰীয়া মানুহ। আমাৰ আগৰ পুৰুষৰ। খুউব আশাবাদী। কাৰণ এই পুৰুষৰ লোকৰ আত্মবিশ্বাস প্ৰচুৰ। পিছদিনা অপাৰেশ্যন হ'ল। পূৰা আঠ ঘণ্টাৰ অপাৰেশ্যন। যমৰ লগত যুদ্ধ। আঠ ঘণ্টাৰ ধ্যান। পূৰা আঠ ঘণ্টাৰ ৰাজ যোগ। A state of extreme concentration। ভিতৰত এজনে অপাৰেশ্যন কৰি আছে। আমি সংশয়ত, আশঙ্কাত বাহিৰত সময় নিয়াইছোঁ। প্ৰতিটো মুহূৰ্ত নেযায়-নুপুৱায় লাগিছে। যিজন মানুহে প্ৰতিটো মুহূৰ্ত চূড়ান্ত মনোযোগেৰে সদ্ব্যৱহাৰ কৰিছে, বৈজ্ঞানিক আহিলা পাতিৰে আৰু আপুৰুগীয়া কাৰিকৰী বিদ্যাৰ সমগ্ৰতাৰে এটি প্ৰাণীৰ জীৱন দান কৰিবৰ বাবে,— যমক প্ৰত্যাহ্বান জনাইছে, সেইজন মানুহলৈ কাৰ শ্ৰদ্ধা নহ'ব? এৰা, ঈশ্বৰ যদি আছে, তেনেহ'লে তেওঁ নিজে প্ৰকট নহৈ আমাৰ শ্ৰদ্ধা আদায় কৰিছে আৰু আনত ঈশ্বৰত্ব দি আঁপোন গৌৰৱ ঘোষণা কৰিছে। বাৰু, সেই কথা বাদ। পূৰা আঠ ঘণ্টাৰ পিছত ডাক্তৰ বেনাৰ্জী ওলাই আহিল। মুখত মিচিকনি। যেন মানুহৰ ত্ৰাণকৰ্তা মুচাৰহে পৌৰুষৰ দীপ্তি সেই মিচিকনিত লুকাই আছে। আমাৰ চকুত কৌতূহল আৰু অলেখ ব্যগ্ৰ প্ৰশ্ন। সেই কাৰণে মনে জানিযেই ডাক্তৰ বেনাৰ্জীয়ে ক'লে,— মোৰ বিদ্যা যদি ভুল নহয়, তেনেহ'লে সি বাচিব। অ' নহয়' সি বাচিব লাগেই। এনেবুলি কোৱাৰ পিছত কি বুলি ধন্যবাদ জনাম? কোনো শব্দই অন্তৰৰ অশেষ শলাগ প্ৰকাশ কৰিব নোৱাৰে। সেযেহে আমি কৃতজ্ঞ হৈ থিয় দি ৰ'লোঁ। ডাক্তৰ বেনাৰ্জী আমাৰ ফালে সদযভাৱে চাই ওলাই গ'ল। নকুলক চকা লগোৱা বিছনাখনেৰে 'প'ষ্ট অপাৰেশ্যন ৱাৰ্ড'লৈ অনা হ'ল। তাক এখন বিছনাত শুৱালে আৰু অপাৰেশ্যনৰ পিছৰ কামবিলাক কৰাত নাৰ্ছকেইজনী লাগি গ'ল। সি কাঠ এডালৰ দৰে পৰি আছে। পোন্ধৰ মিনিটমানৰ পিছত ডাক্তৰ বেনাৰ্জী আহি তাৰ ওচৰত পাঁচ মিনিটমান থিয় দি থাকিল আৰু নিজক নিজে কোৱাৰ দৰে ঠিক আছে বুলি কৈ আঁতৰ হ'ল। কিন্তু সেযে যে এই দেৱতুল্য মানুহজনৰ লগত শেষ দেখা,— এই কথা জানো কল্পনা কৰিব পাৰিছিলোঁ? পাঁচ ঘণ্টামান আমি নকুলৰ ফালেই চাই ৰ'লোঁ। চাৰে পাঁচ ঘণ্টামানৰ পিছত গাটো তাক লৰোৱা দেখিলোঁ। সি চকু মেলিলে। মৌলৈ আৰু ককাইদেউলৈ চালে। লাহে লাহে কোনোমতে ক'লে— পানী। তেতিয়া ওচৰত বহি থকা ডাক্তৰজন আৰু নাৰ্ছ দুজনীৰ যে কি আনন্দ! বিজয়ৰ আনন্দ। প্ৰাণ দিওঁতাৰ বুজাব নোৱৰা ধৰণৰ স্বৰ্গীয় আনন্দ। কিন্তু আমিতো ভবা নাছিলোঁ যে অতি বেছি দুখৰ বতৰাই এই আনন্দক মনত পেলাবলৈকে ভয় লগোৱাব। নেপালী ৱাৰ্ড বয় এটাই ওচৰৰ ডাক্তৰজন আৰু নাৰ্ছ দুগৰাকীক ভঙা ভঙা হিন্দীত কিবা ক'লেহি। তাৰ মুখৰ এটা শব্দহে বুজি পালো। 'ব্লাড প্ৰেছাৰ'। ৰক্তচাপ। মাৰাত্মক শব্দ। নিমিষতে লক্ষ্য কৰিলোঁ,— ডাক্তৰ আৰু নাৰ্ছৰ চকুত পানী। কি হৈছে? মই সুধিলোঁ। ডাক্তৰজনে থোকাথুকি মাতেৰে ক'লে,—অলপ আগতে ডাক্তৰ বেনাৰ্জীৰ ব্লাড প্ৰেছাৰত মৃত্যু হৈছে।"

"ব্লাড প্ৰেছাৰ! আগৰে পৰা আছিল নেকি?"

"ক'ব নোৱাৰোঁ। বাৰে বাৰে ভাবিলোঁ,— সেই আঠ ঘণ্টাৰ যুঁজখন। সেই মনোযোগ। ডাক্তৰ

হ'লেওতে নাৰ্ভছিষ্টেম (স্নায়ুতন্ত্ৰ) আনতকৈ সুকীয়া নহয়। সেই কৰ্মযোগীয়ে নিজৰ মৃত্যুৰ আগমুহূৰ্ততো এটাক জীৱন দি গ'ল। ভাবিলোঁ, আঠাৰমৰ বছৰ বয়সীয়া ছাৰ্জনে ভৱিষ্যৎ পুৰুষক বচাই নিজে নিশ্চিন্ত হৈ স্বৰ্গযাত্ৰা কৰিলে। নকুলৰ কথাও ভাবিলো। সিটো নাজানে যে তাৰ প্ৰাণদাতাই এইমাত্ৰ প্ৰাণ হেৰুৱালে। যদি এতিয়াৰ এই দহ বছৰীয়া নকুলে এদিন ডাক্তৰ হৈ ডাক্তৰ বেনাৰ্জীৰ নিচিনা হ'বলৈ চেষ্টা নকৰে, তেনেহ'লে সি জীৱন পোৱাৰ মূল্য নাই, সি জীযাই থকাৰো মূল্য নাই। মই একান্তভাৱে বিশ্বাস কৰিছিলোঁ যে তাক এই আখ্যান শুনোৱাৰ পিছত সি ডাক্তৰ হোৱাৰ বাহিৰে অইন কথা ভাবিবই নোৱাৰিব। কিন্তু ”

“কিন্তু নকুল কি হ'ল? দহ যোগ দহ— বিশ বছৰ। সি বিশ বছৰীয়া ডেকা। নিশ্চয় এতিয়া মেডিকেল কলেজত।”

“কি কয়? হয়তো তাৰ কথা নোকোৱাই উচিত আছিল। কিন্তু আজি উঠি অহা পুৰুষটোৰ কথা আলোচনা কৰিছোঁ যেতিয়া তাৰ কথা ক'বই লাগিব। দহ বছৰৰ পিছত তাৰ কথা কোৱা বিশেষ প্ৰযোজন। অন্ততঃ তোমাক, তুমিও মোৰ দৰে কথাবোৰ দকৈ ভাবি চাইছা কাৰণেই। সি এতিয়াৰ ডেকা। এতিয়া আমি বিজ্ঞান আৰু টেকনোল'জিৰ কথা কওঁ— যুগৰ বতাহ আৰু যুগৰ ফেচ্ছন কাৰণে। ঠিক দেখাক দেখি ছুট পিন্ধাৰ দৰে। অথচ বিজ্ঞান আৰু টেকনোলজিযেই সকলো বুলি মনে মনে এতিয়াৰ পুৰুষটোৱে ভাবি পেলাই পুৰণিক অস্বীকাৰ কৰিব নোৱাৰে। সিহঁতে এইখিনিতে ভুল কৰিছে। প্ৰতিটো ডেকাই যেন ঠিকনা নোহোৱা একোটা লেফাফাহে। এই উক্তি ৰাজা গোপালাচাৰীৰ। বিজ্ঞান বিজ্ঞান বুলি টেঁটু ফালি চিঞৰাৰ দিনত আমি এতিয়া বিজ্ঞানো নাজানো, কলাও নাজানো, দৰ্শনো নাজানো।”

“পিছে নকুলৰ কি হ'ল?”

“কি হ'ব আৰু? যুগৰ লগত মিলি গ'ল। আগৰ মেট্ৰিক পৰীক্ষাক এতিয়া কি বুলি কয়? মোৰ নামটোৱেই মনত নৰয। আৰু আগৰ আই এছ চি কি?”

“হাইস্কুল লিভিং চাৰ্টিফিকেট একজামিনেচন। আৰু বিশ্ববিদ্যালয়ৰ প্ৰথম পৰীক্ষাটোক কয় পি ইউ। ইযাৰ লগত এছ চি, এ আদি যোগ নহয়।”

“তেনেহ'লে কওঁ শুনা। সি হাইস্কুলৰ পৰীক্ষাটোত সৰকি কলেজ পালে। এবছৰ ছায়েন্সত নাম লগালে। তুমি কোৱা পি ইউ ছায়েন্স পৰীক্ষাটোত এজন বয়োবৃদ্ধ অধ্যাপকে নকল কৰাত ধৰা পেলাই উত্তৰ লিখা বহীৰ ওপৰত কিবা লিখিলে। বোধকৰোঁ পৰীক্ষকে নম্বৰ কাটিবলৈ নাইবা কোনোবা এটা প্ৰশ্ন নকল কৰিছে বুলি জনাবলৈ কিবা লিখিছিল। কিন্তু আগৰ দিনত হ'লে, পৰীক্ষাৰ পৰা উলিয়াই দিলেহেঁতেন। কিন্তু আজিকালি এনে সাহস কৰা সহজ কথা নহয়। নকুলে কিন্তু পেন্সন পাবৰ হোৱা অধ্যাপকজনক নিজৰ কৰ্তব্য কৰিছে বুলি ভাবিব নোৱাৰিলে। এয়া দহ দিন আগৰ কথা। তোমাক লগ পোৱাৰ দহ বছৰৰ পিছৰ কথা। সি পিছদিনা বুঢ়া অধ্যাপকক বাটত অপমান কৰি মৰিয়ালে। ভালকৈ জখম হ'ল। আজিও কিজানি তেওঁ চকু এটা মেলিব পৰা নাই। তাক পুলিচে গ্ৰেপ্তাৰ কৰিলে। এতিয়া সি জে'লত আছে। ককাইদেউ ঘৰত নাছিল। জামিনত খালাচ কৰি আনিবলৈ দুই-এক ‘হক কওঁতাই’ মোক পাচিলে। মই কিন্তু তাৰ খং সিহঁতৰ ওপৰতে জাৰিলোঁ। ককাইদেউ ফুৰি আহি মোক বেয়া পাওকহি। তথাপি মই তাক জামিনত খালাচ কৰি আনিব নোৱাৰোঁ। মই এই কাম কৰিলে যে আগৰ পুৰুষটোক অপমান কৰা হ'ব।”

"তাৰ দেউতাকে জামিনত খালাচ কৰিলে নেকি?"

"ককাইদেউ ছাপ্লাইৰ এছিছ্টেন্ট কণ্ট্ৰোলাৰ। তেওঁক উপকাৰ কৰি 'প্ৰিয়পাত্ৰ' হ'ব খোজা চাউল বেপাৰী এটাই নকুলৰ নকলী মোমাই হৈ তাক হাজোতৰ পৰা আনিলে।"

"ককায়েৰাই আপত্তি নকৰিলে? বেপাৰীটোক ধমক নিদিলে?"

"ক'ব নোৱাৰোঁ। মই সিহঁতৰ খবৰ নেৰাখিম বুলিয়েই ঠিক কৰিছোঁ। ককাইদেৱো যে যুগৰ লগত মিলি গৈছে!"

# দৃষ্টি-দুখ

কেৱল টকা থাকিলেই নহয়, ব্যৱসায় কৰিবলৈ হেনো দূৰ-দৃষ্টিও লাগে। এতিয়া বৰভেটাৰ মানুহে ইয়াৰ উদাহৰণ দিয়ে মোৰ কথা কৈ। মই প্ৰশংসা-যোগ্য হয় নে নহয় ক'ব নোৱাৰোঁ। পিছে মই তিনি বছৰৰ আগতেই মোৰ ব্যৱসায়বোৰৰ নিশ্চিত উন্নতি দেখিছিলোঁ। বি এ পাছ কৰি তিনি বছৰ বহি আছিলোঁ। বহুত চেষ্টা কৰিও ভাল চাকৰি পোৱা নাছিলোঁ। অৱশ্যে নাম নুশুনা ধৰণৰ ঠাইত শিক্ষকতা কৰিবৰ সুবিধা পাইছিলোঁ যদিও যোৱা নাছিলোঁ। কাৰণ তেনেবোৰ ঠাইত কাম কৰিলে একো কামত নাহে। জীৱনটোও অথলে যায় আৰু মনোবাঞ্ছা লাহে লাহে নাইকিয়া হৈ পৰে। শেষত ভাবিলোঁ, যিটো বয়সত মোৰ নিচিনা ডেকাবোৰে এতিয়া চাকৰি বিচাৰি নিজক তুচ্ছ কৰিছে আৰু জীৱনক মৰা-সুঁতি বুলি ভাবিছে, সেইটো বয়সতে বিশ-পঁচিশ বছৰৰ আগৰ ডেকাবোৰে দেশ-মাতৃকাৰ হকে বিদেশী চৰকাৰৰ বিৰুদ্ধে যুঁজ কৰি মহত্ত্বৰ জীৱন লাভৰ আশা কৰিছিল। এতিয়া সমসাময়িক নেতৃত্বই যুৱকক ক্লীব কৰিছে।

ইযাকে ভাবি নিজলৈ ঘৃণা উপজিল। শেষত ভাবি পালোঁ যে মোৰ স্বকীয়তা জীয়াই ৰখাৰ একমাত্ৰ উপায় হ'ল ব্যৱসায় কৰা। মোৰ ঘৰ বৰভেটাত। যোৰহাটৰ পৰা তিনি মাইল দূৰৈত। ৰৈয়া বিমান কোঠৰ পৰাও ডেৰ মাইল দূৰৈতহে। বৰভেটাখন বছৰে বছৰে ডাঙৰ হৈ আহিছে। চাই থাকোঁতেই কৃষি কলেজখনে বিৰাট ৰূপ ধাৰণ কৰিছে। ইয়াত কৃষি বিভাগৰ ভালেমান অফিচ আছে। ডেৰমাইল আঁতৰৰ ৰৈয়াত হেজাৰ হেজাৰ সৈনিক আছে। ইয়াত জে'লখানা আছে, পুলিচ ৰিজাৰ্ভ আছে, গ্ৰামসেৱক-গ্ৰামসেৱিকাৰ প্ৰশিক্ষণ কেন্দ্ৰ আছে, কৃষি অৰ্থনীতিৰ গৱেষণাগাৰ আছে। ইয়ালৈ অনেক মানুহৰ সোঁত ব'ব ধৰিছে।

*এনে এখন ক্ৰমবৰ্দ্ধমান ঠাইত কোনোৱে ব্যৱসায় কৰিবলৈ মন নেমেলা দেখি মই আচৰিত* হ'লোঁ। অসমীয়া মানুহৰ সঁচাকৈয়ে মূলধন নাই নে, সাহস নাই? মই কিন্তু বিচলিত নহ'লোঁ। দেউতাক মোৰ আঁচনিটো জনালোঁ। তেখেতেও এসময়ত কাঠৰ বেপাৰ কৰিছিল কাৰণে ব্যৱসায় কৰা মানুহক শ্ৰদ্ধাৰ চকুৰে চায়। ইতিমধ্যে তেখেতে এটা বিষয়ত দূৰদৰ্শিতা দেখুৱাইছে। বৰভেটাতে এবছৰৰ ভিতৰত তিনিটা ঘৰ সাজিলে। ঘৰকেইটা জে'ল ৰোডৰ কাষত কাৰণে ভাল ভাড়া পায়। অৰ্থাৎ মাহে তিনিশ পোন্ধৰ টকা। তেখেতে ক'লে যে মোক ব্যৱসায় কৰিবৰ বাবে তেৰ হেজাৰতকৈ বেছি টকা দিব নোৱাৰে, কাৰণ তেখেতে মাটি কিনি আৰু দুটা ভাড়া ঘৰ সাজিব। মই তেৰ হেজাৰ টকা পায়েই সন্তুষ্ট হ'লোঁ। পোনতে খুলিলোঁ এখন চাইকেল মেৰামতিৰ দোকান। নাম দিলোঁ, পৱন ষ্টোৰ্ছ। তাৰ পিছত

প্ৰায়বোৰ বাতৰিকাকত আৰু আলোচনীৰ এজেঞ্চি ল'লোঁ। পোনতে এবছৰ বিশেষ লাভ হোৱা নাছিল যদিও যিখিনি লাভ হৈছিল সেই লাভ, কেৱল টকাৰ কাৰণে অধ্যাপক হ'ম বুলি ভবা অধ্যাপক এজনৰ চাকৰি-ৰূপী ব্যৱসায়তকৈ বেছি আছিল।

কিন্তু হঠাতে বাষষ্ঠি চনৰ পৰা বেছি লাভ হ'বলৈ ধৰিলে। বৰভেটাখন যোৰহাট চহৰৰে এটা অঙ্গ হৈ পৰিল। পোনতে বাতৰিকাকত আদিৰ এজেঞ্চি লোৱাৰ সময়ত অসমীয়া ভাষাত ওলোৱা বাতৰিকাকত আৰু আলোচনী আদি খুব কম আছিল। মুঠতে এখন দৈনিক, দুখন সাপ্তাহিক আৰু এখন মাহেকীয়া। কিন্তু এতিয়া দৈনিক বাতৰিৰ পৰা আৰম্ভ কৰি মাহেকীয়া আলোচনীলৈকে মুঠ সংখ্যা হ'ল প্ৰায় সোতৰ-ওঠৰখন। মোৰ চাইকেলৰ দোকানখনো বেছ বুজন হ'ল। কিন্তু এইখন দোকানতকৈ বেছি লাভ হয় নিউজ পেপাৰ এজেঞ্চিৰ পৰাহে। এতিযা মোৰ হ'কাৰবোৰে কাকত-আলোচনী আদি লৈ প্ৰায পাঁচ বৰ্গমাইলজুৰি ঘূৰি ফুৰে। স্বৰূপতে মই এতিযা এই অঞ্চলত 'পৱন নিউজ পেপাৰ এজেঞ্চি'ৰ মালিক বুলিহে জনাজাত।

পিছে এই সপ্তাহটো মই বৰ বিপদত পৰিছোঁ। বাতৰিকাকত আৰু আলোচনীবোৰ বিমানকোঠ আৰু ষ্টেট ট্ৰেন্সপোৰ্টৰ পৰা অনোৱা হৈছে। কিন্তু সকলোকে বিলাব পৰা নাই। গ্ৰাহক অসন্তুষ্ট হৈছে। মোৰ কাকত বিলোৱা মানুহ তিনিটা। সিহঁত তিনিওটাই বিহাৰী। কাৰণ ইয়াৰ খিলঞ্জীয়া মানুহে আৰু মেট্ৰিক ফে'ল কৰা নিবনুৱা অসমীয়া ল'ৰাই এইবোৰ কাম কৰিবলৈ লাজ পায। পূজাৰ দুমাহমানৰ আগৰে পৰা সাধাৰণতে বিহাৰীবোৰ সিহঁতৰ দেশলৈ যায়। চাৰি মাহমানৰ পিছত হে ঘূৰি আহে। মোৰ দুটা বাতৰি বিলনীয়া এসপ্তাহৰ আগতে সিহঁতৰ ঘৰলৈ গ'লগৈ। প্ৰায় দুবছৰমান 'দেশ'লৈ যোৱা নাছিল কাৰণে কেতিয়া ঘূৰি আহে ঠিক নাই। অথচ মই নতুন মানুহ কোনোপধ্যে যোগাৰ কৰিব পৰা নাই। মোৰ লগত থাকি হাইস্কুলত পঢ়া ভাগিন ল'ৰাটোকো ওচৰৰ মানুহখিনিক কাকত বিলাবলৈ পাচিবলগীযা হৈছে। সেই কাৰণে বাইদেউৰ পৰা বা কি শুনিবলগীযা আছে ঠিক নাই।

মোৰ সমস্যাটো বুজি ৰূপক গগৈয়ে এটা মানুহ বিচাৰি উলিযালে। ৰূপক গগৈ পাঁচখন ৰিক্সাৰ মালিক। সেই কাৰণে তেওঁৰ বিহাৰী মানুহৰ লগত সম্পৰ্ক বেছি।

"বাৰু, গগৈ, তাৰ বয়স কিমান?"

"প্ৰায় ডেৰকুৰি।"

"সিও দেচুৱালী নেকি?" বিহাৰীবোৰক আমি সাধাৰণতে দেচুৱালী বুলি কওঁ।

"দেচুৱালীয়েই। তাক নিশ্চয় আপুনি চিনি পায়। জে'ললৈ যোৱাৰ আগতে সি প্ৰায় আঢৈ বছৰ মোৰ ৰিক্সা চলাইছিল।"

"জে'ল খটা মানুহ! সৰ্বনাশ! তাক ৰখা ভাল হ'ব জানো?"

"খুব ভাল হ'ব। সি চোৰ-ডকাইত নহয়। প্ৰচেছন্ন কৰিহে জে'ল খাটিছিল। তাক ৰাখক। মোৰে শপত। তাৰ নিচিনা ভাল মানুহ মই পোৱা নাই। মোৰ আটাইকেইখন ৰিক্সাতে একোটাকৈ ৰিক্সাৱালা আছে। এতিয়া ভাবিছোঁ, আৰু এখন ৰিক্সা কিনিব লাগিব কেৱল তাক ৰাখিবৰ কাৰণেই। তাৰোতো এটা পৰিয়াল আছে। সি টকা পঠাব নোৱাৰিলে যে চাপৰাত ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী লঘোণে মৰিব। জে'লত থাকোঁতে মই সিহঁতৰ ঘৰলৈ টকা পঠিয়াই আছিলোঁ।"

"আও! তালৈ ইমান মৰম নে?"

"কৈছেহে! সি মোৰ বহুত উপকাৰ কৰি থৈছে। সি মিছা-বেশ্যাত নাই। চেহেৰাটো ভাল কাৰণে তাক ধানকল এটাত চকীদাৰ ৰাখিব খুজিছে নাগৰমল কেএ্রাই। কিন্তু খেচেৰা কেএ্রাৰ তলত কাম কৰিবলৈ সি ইচ্ছা কৰা নাই।"

"মোৰ তাক ৰখাত আপত্তি নাই। পিছে হিচাপ-পত্ৰ ৰাখিবৰ কাৰণেহে অলপ পঢ়া-শুনা জনাৰ দৰকাৰ।"

"পঢ়া-শুনা জানে কাৰণেহে আকৌ আপোনাক ৰাখিবলৈ কৈছোঁ। সি জে'লত পঢ়া-শুনা শিকি আহিছে। তাকো অসমীয়াহে। জে'লৰ পৰা ওলাই আহিয়েই মোৰ ঘৰ পালেহি। পিছদিনা দেখিলোঁ সি 'নবযুগ'ত গোহাঁইগাঁৱৰ বানপানীৰ কথা পঢ়িছে।"

"মই পিছে তাক আগতে দেখা নাই। নামটো কি বাৰু?"

"গোপাল, গোপাল মহাতো।"

"তেনেহ'লে তাক এতিযাই পঠিয়াই দিয়ক।"

আবেলি গোপাল মোৰ ওচৰত থিয় হ'লহি, মই তাক ভালকৈ লক্ষ্য কৰিলোঁ। প্ৰথম দৃষ্টিতেই তাক সুপুৰুষ বুলি ক'ব পাৰি। আগতে হযতো গাটো ৰ'দে চেলেকা আছিল। এতিয়া গাৰ ৰংটোও মিহি, ৰিক্সাৱালৰ জীৱনতকৈ জে'লজীৱন আৰামৰ কাৰণেই।

দৰমহা কিমান লাগিব, পূজাৰ কেইদিন বেছিকৈ খাটিলে অতিৰিক্ত পইচা কিমান লাগিব আদি নুসুধি পোনতে সুধিলোঁ, "কাইলৈৰ পৰা কাগজ বিলাবলৈ হ'লে তোৰ অসুবিধা নহ'ব নে?"

সি শুধ অসমীযাতে ক'লে, "কাগজবোৰৰ ওপৰত অসমীয়াতে মানুহবোৰৰ নাম লিখি দিব। মই বিচাৰি উলিযাম, দুই-তিনি দিনৰ পিছত নাম নিলিখিলেও হ'ব।"

তাৰ উত্তৰ শুনি সন্তোষ পালোঁ। আকৌ সুধিলোঁ, "ঘৰলৈ কিমান দিন যোৱা নাই?" সি ক'লে, "আজিকে ধৰি তিনি বছৰ দুমাহ এঘাৰ দিন।"

তেনেহ'লে বেচেৰাই এঘাৰ দিনলৈকে হিচাপ কৰি আছে। জীৱিকাৰ কাৰণে অসমলৈ আহিছে ঘৰত গাভৰু তিৰোতা এৰি থৈ। যক্ষৰ দৰে বিৰহ যাতনাত ভুগিছে। অভাৱ-অনাটনে তাক এই নিষ্ঠুৰ নিৰ্বাসন দিছে। ধুনীযা ডেকা মানুহটোৰ কাৰণে মোৰ দুখ লাগিল। তাৰ জৰিয়তেই নাম নজনা পৰিচিত মুখৰ বহুত বিহাৰী মানুহৰ অন্তৰৰ দুখ যেন অকস্মাতে বুজি পালোঁ। এনেকুৱা বহুত দেচুৱালী আছে যি সহজাত জৈৱিক বাসনা দমাই ৰাখিছে কেৱল এৰি থৈ অহা তিৰোতাজনীক প্ৰতাৰণা কৰা অন্যায় বুলি ভাবিয়েই। দুৰ্দশাই নৈতিকতা কাঢ়ি নিব পৰা নাই। মোৰো বহুত দেচুৱালীৰ লগত চিনাকি। চেংৰা, হাথলী, নাথ্নী, ভানু, যমুনা, বিদেঁচৰ— ইহঁত কোনোৱেই দুটকাৰ বিনিময়ত কেঁচা দেহৰ উম পোৱাৰ কথা ভাবিবই নোৱাৰে।

তিনি কুৰি দহ টকা দৰমহাত তাৰ লগত বন্দবস্ত হৈ গ'ল। সি কামত লাগিল। তিনি দিনমান গ্ৰাহকৰ ঘৰ চিনি লোৱাত তাৰ অসুবিধা হৈছিল। কিন্তু পিছলৈ সি তাৰ কামটো সহজ পালে। মই কোনো গ্ৰাহকৰ পৰা আপত্তি নুশুনা হ'লোঁ। বহুতে তাক শলাগিলেও। তাৰ পাৰ্গতালি দেখি মই মোৰ ব্যৱসায় বঢ়োৱাৰ সপোন দেখিলোঁ। ভাবিলোঁ, গোপালে পঢ়িব পাৰে কাৰণে এখন কিতাপৰ দোকান খুলি তাক ৰাখিম। সি ইতিমধ্যে কেবাটাও নতুন কাম শিকি পেলাইছে। বেঙ্কত টকা জমা দিয়া, ভি পি এল খালাচ কৰা, ট্ৰেজাৰীৰ চালান অনা আৰু ইন্সিওৰ কৰা, পাৰ্চেল বন্ধা আদি কাম সুন্দৰকৈ কৰিব

পাৰে। সেই কাৰণেই মই তাৰ লগত মৰমেৰে কথা-বতৰা কওঁ। তাক বৰ ভাল লাগে। তাৰ ভিতৰুৱা কথাবোৰ জানিবলৈ বৰ আগ্ৰহ হয়।

এদিন সুধিলোঁ, "তই জে'লত কিমান দি আছিলি?"

সি ক'লে, "প্ৰায় ন মাহ।"

দুনাই প্ৰশ্ন কৰি সি জে'ললৈ যোৱাৰ কাৰণটো জানিব পাৰিলোঁ। ৰিক্সাৱালাৰ বছৰেকীয়া লাইচেন্সখনৰ মূল্য চৈধ্য টকালৈ বঢাই দিলে। সেই কাৰণে সিহঁতে দুদিন ধৰ্মঘট কৰিলে। তৃতীয় দিনা ৰিক্সাৱালাবোৰে শোভাযাত্ৰা কৰিলে। শোভাযাত্ৰা শান্তিপূৰ্ণভাৱেই হৈছিল। কিন্তু বৰ চাহাবৰ বাংলাৰ আগেদি যাবলৈ নিদিয়াত সিহঁতৰ পুলিচৰ লগত সংঘৰ্ষ হয়। চাৰিটা পুলিচৰ জখম হয়। বহুতো ৰিক্সাৱালাই পুলিচৰ লাঠিৰ কোব খায়। পুলিচে একুৰি ৰিক্সাৱালাক গ্ৰেপ্তাৰ কৰে। গোপাল দেখাত পালোৱানৰ দৰে কাৰণে তাকো নেতা বুলি মাৰধৰ কৰি জে'ললৈ লৈ যায়। বিচাৰালয়ত তাক হাকিমে সোধে, "তোমালোকে বৰ চাহাবৰ বাংলাৰ আগেদি দল বান্ধি গৈ ভুল কৰিছিলা নে নাই?" ইয়াকে শুনি গোপালৰ খং উঠে। সি কয়, "বৰ চাহাবৰ বাংলাৰ আগৰ ৰাস্তাটো বৰ চাহাবৰ নহয়। সেইফালে দল বান্ধি যাবলৈ আমাৰ স্বত্ব আছে। পুলিচে আগতে উচটাই ল'লে সিহঁতক নামাৰিম কিয়? আমিতো মৰা মানুহ নহয়। লাগে মৰি যাম, তথাপি চৰকাৰক ভয় নকৰোঁ। চৰকাৰেনো আমাৰ কি কৰিছে? খাবলৈ নেপাই মৰিলেও চৰকাৰে আমাৰ খবৰ কৰিব নে?"

তাৰ উক্তি শুনি হাকিমে ক্ৰোধভাব নেদেখুৱালেও অলপ সময়ৰ পিছতে সি শুনিবলৈ পালে যে ভাৰত প্ৰতিৰক্ষাৰ আইন অনুসৰি তাৰ জে'ল হৈছে। জে'লত সি অচিনাকি মানুহৰ মাজত দিন কটাব লাগিব বুলি ভাবিছিল। কিন্তু এসপ্তাহৰ পিছত দেখিলে তাৰ লগলৈ আহিছে পোন্ধৰটামান ৰিক্সাৱালা আৰু ৰিক্সাচালক সন্থাৰ ছেক্ৰেটাৰী অৰুণ দত্তও। এনেকৈ জে'ল খালে জে'লত কাম-বন কৰিব নেলাগে। বৰ আমনি লাগে। অৰুণ দত্তই কিতাপ পঢ়ি সময় কটায়। কিন্তু সিহঁতৰহে সময়বোৰ নেযায়-নুপুৱায়। সেয়েহে অৰুণ দত্তই সিহঁতক অসমীয়া পঢ়ুওৱাৰ ভাৰ ল'লে। এই নমাহতে গোপালে অসমীয়া ভালকৈ লিখিব-পঢ়িব পৰা হ'ল।

ইয়াকে শুনি মই সুধিলোঁ, "বাৰু গোপাল, আকৌ তই ৰিক্সা চলাবি?" সি টপৰাই মাত লগালে, "সকলোৱেই কয়, এইটো হেনো যন্ত্ৰৰ যুগ। এনে যুগতো যিবোৰে মানুহ হৈ মানুহৰ ভাৰ বয়, সিহঁত মানুহ হৈ জীয়াই থকাৰ লাভ নাই।"

মই আচৰিত হ'লোঁ। ভাবিলোঁ, অৰুণ দত্তই তাক তেনেই সুকীয়া মানুহ কৰিছে। মই তাৰ মনটো বুজিবলৈকে আকৌ ক'লোঁ, "মই যদি এখন কিতাপৰ দোকান দিওঁ আৰু তাত যদি তোক মেনেজাৰ কৰোঁ, তই চলাব পাৰিবি?"

সি ক'লে, "নিশ্চয় পাৰিম। মোৰ দুগুণ লাভ হ'ব।"

"দুগুণ লাভ হ'ব! মানে তোক দুগুণ দৰমহা দিব লাগিব?"

"দৰমহাৰ কথা মই ভবা নাই। কিতাপৰ দোকানত থাকিলে যে মই কিতাপবোৰ পঢ়িব পাৰিম। মোৰ যে নতুন কিতাপ পঢ়িবলৈ কিমান হেঁপাহ! এতিয়াহে বুজিছোঁ, কিছুমানে বিধ বিধ কিতাপ পঢ়ে লোকক ঠগিবলৈ। কিছুমানে পঢ়ে লোকৰ উপকাৰ কৰিবলৈ। কিছুমানে পঢ়ে নিজে ঠগ নেখাবলৈ আৰু নিজকে ডাঙৰ কৰিবলৈ।"

"এইবোৰ কথা তোক কোনে ক'লে?"

"কোনোবাই ক'ব লাগিছে নে? নিজেই ভাবি পাইছোঁ। আমাৰ ছাল টানি খোৱা মানুহবোৰ প্ৰায়েই পঢ়া-শুনা জনা মানুহ। মন্ত্ৰীৰ পৰা দাৰোগালৈকে।"

"অৰুণ দত্তয়ো এনেকৈ কয় নেকি?"

"অৰুণ দত্তই কি কিয় ক'ব নোৱাৰোঁ। মই আগতেই কৈছোঁ নহয়, এইবোৰ কথা মই নিজে ভাবি পাইছোঁ।"

"তই মুঠতে কিমান কিতাপ পঢ়িছ?"

"বেছি পঢ়া নাই। এতিয়ালৈকে দহ-বাৰখন হ'ব কিজানি। কেইখনমান বিনোবা ভাবেই লিখা। এনে সুন্দৰ কথা কয় বুঢ়াজনে। কথাবোৰ পানী কৰি বুজাই দিয়ে। তেওঁ হেনো কিতাপবোৰ আন এটা ভাষাতহে লিখিছিল। মই পঢ়াকেইখন অসমীয়ালৈ তৰ্জমা কৰাহে।"

কিতাপৰ কথা ওলাওঁতেই মোৰ এটা জৰুৰী কথা মনত পৰিল। বাঘচোং উন্নয়ন খণ্ডৰ ডাক্তৰ এজনে এখন কিতাপ লিখিছে। তেওঁ মোৰ বন্ধু। এদিন তেওঁ হাতে লিখা সৰু কিতাপখন মোক দেখুৱালে। মই পঢ়ি ইমান ভাল পালোঁ যে সৰু কিতাপখন মই ছপা কৰাবলৈ গাত ল'লোঁ। লগে লগে এটা ব্যৱসায়িক বুদ্ধিও মোৰ শিপালে। কিতাপখন সাধাৰণ মানুহৰ কাৰণে লিখা, বিশেষকৈ নকৈ লিখা-পঢ়া শিকা গাঁৱলীয়া মানুহৰ কাৰণে তেনেকুৱা কিতাপ উন্নয়ন খণ্ডবোৰে হেজাৰ হেজাৰ কপি কিনি লয়। ভাবিলোঁ, এই কিতাপখন ছপাই অলপ পইচা পাম। পিছত কিতাপৰ দোকান খুলিম আৰু প্ৰকাশকো হ'ম। বৰভেটা নতুনকৈ বাঢ়ি অহা ঠাই। ইয়াত যি ব্যৱসায়তে পোনতে হাত দিয়া যাব তাতে উন্নতি হ'ব।

কিতাপখন ছপাবৰ বাবে কলিকতালৈ পঠোৱা প্ৰায় এমাহ হ'ল। দুদিনমানৰ আগতে তাৰ পৰা জনাইছে যে বাকী ছশ টকা পঠালে গোটেইখিনি কিতাপ অতি শীঘ্ৰে পঠাব। কালিয়েই বেঙ্ক ড্ৰাফ্‌ট এখন আনিছোঁ। আজি পঠাবলৈ পাহৰিযেই গৈছিলোঁ। সেয়েহে গোপালক ড্ৰাফ্‌টখন ৰেজিষ্টাৰ্ড কৰিবলৈ ক'বলৈ মনত পৰিল।

"গোপাল, এয়া ঠিকনা আছেই। তই এতিয়াই যা, ৰেজিষ্টাৰ্ড কৰগৈ।"

"কিমান টকা পঠাইছে?"

"ছশ।"

"তেনেহ'লে কিতাপখন ছপা হোৱা নাই?"

"হ'ল। টকা পঠালেহে কিতাপবোৰ পঠাব।"

"কি কিতাপ? নাম কি?"

"জন্ম নিয়ন্ত্ৰণ।"

"কেনে ধৰণৰ কিতাপ?"

"ধৰ, এটা মানুহৰ বহুত ল'ৰা-ছোৱালী আছে। আৰু ল'ৰা-ছোৱালী হ'লে সি মহা বিপদত পৰিব। তেনেকুৱা মানুহে কেনেকৈ ল'ৰা-ছোৱালী নোপজোৱাকৈ থাকিব পাৰিব? এই কিতাপখনত ল'ৰা-ছোৱালী ওপজা বন্ধ কৰা নিয়মবোৰ আছে।"

"তেনেহ'লে জন্ম-নিয়ন্ত্ৰণ মানে কি?"

"ইচ্ছামতে ল'ৰা-ছোৱালী ওপজোৱা বা ইচ্ছামতে বন্ধ কৰা।"

"অ', তেনেহ'লে বৰ ভাল কিতাপ। এৰা, আমাৰ দুখীয়াবোৰৰ খাবলৈও নাই আৰু ল'ৰা-ছোৱালীও পেনাপেন।"

তাৰ মুখত অসমীয়া জতুৱা ঠাঁচৰ প্ৰয়োগ শুনি মোৰ তালৈ বৰ মৰম লাগি গ'ল। সি অসমত প্ৰায় ছবছৰ আছে আৰু ছবছৰতে সি অসমীয়া শিকিলে। আমি ইংৰাজী জনা মানুহবোৰেহে শ্ৰুতিকটু অসমীয়া কওঁ। বাক্যৰ মাজত দুটা-এটা ইংৰাজী শব্দ নুসুমুৱালে কিছুমান কথা ক'বলৈকে টান পাওঁ। আমিহে প্ৰকাশ কৰা শক্তি হেৰুৱাই পেলাইছোঁ।

এঘণ্টাৰ পিছত সি ডাকঘৰৰ পৰা ঘূৰি আহিল। একো নকৈ অলপ পৰ মোৰ ওচৰত থিয় দি ৰ'ল। শেষত বাতৰিকাকত এখনেৰে ঘামি থকা মুখখন বিচি, লাজ লগা ভাব ফুটি উঠা তেজগোৰা মুখখন মাজে মাজে বাতৰিকাকতেৰে ঢাকি, সি মোক লাহে লাহে ক'লে, "মই মহা বিপদত পৰিছোঁ। হিন্দীও ক'ব পাৰোঁ, অসমীযাও ক'ব পাৰোঁ। তিৰোতাজনীলৈ হিন্দীত লিখিলেহে তাই চিঠিখন কাৰোবাৰ হতুৱাই পঢ়ুৱাই শুনিব পাৰিব। মই কিন্তু হিন্দী আখৰ লিখিব নোৱাৰোঁ। মুন্সী বা ৰামচন্দ্ৰৰ হতুৱাই লিখাবলৈকো মন নাই। সিহঁতে গুপুত কথা জনা মই পছন্দ নকৰোঁ। আপুনি বাৰু হিন্দী আখৰ লিখিব পাৰে নে?"

মই তাৰ সমস্যাটো বুজি পালোঁ। ক'লোঁ, "আখৰকেইটাহে লিখিব পাৰোঁ। কিন্তু তহঁতৰ মাত-কথা ভালকৈ লিখিব নোৱাৰোঁ।"

তাক আনন্দিত যেন দেখা গ'ল। তাৰ চকু দুটা খুব উজ্জ্বল হৈ পৰিছে। অন্তৰপৰশা কোনো সুৱদী ভাবে তাৰ পূৰঠ মুখখন মোহ লগা কৰি তুলিছে। মই তালৈ সূক্ষ্মভাৱে লক্ষ্য কৰা দেখি বোধকৰোঁ সি লাজ পালে। বিচি থকাৰ ছলেৰে বাতৰিকাকতেৰে মুখখন বেছিকৈ ঢাকি সি ক'লে, "তেনেহ'লে, বাবু, মোৰ এইকণ উপকাৰ কৰক। মই কৈ যাওঁ, আপুনি লিখক।"

এইবুলি সি অন্তৰ্দেশীয পত্ৰ এখন মোৰ আগতে দাঙি ধৰিলে। নিশ্চয় এইখন এইমাত্ৰ সি ডাকঘৰৰ পৰা কিনি আনিছে।

সি ওপৰৰ ফালে নিবিষ্টমনে চাই চাই হয়তো তাৰ মৰমৰ জানকীজনীক কল্পনাৰে চকুৰ আগলৈ আনি সি চিঠিৰ কথাবোৰ কৈ গ'ল আৰু মই লিখি গ'লোঁ। প্ৰথমতে লিখা কথাখিনি অসমীযাত লিখিলে এনেকুৱা হ'ব ঃ

চেনেহৰ জানকী,

মোৰ হিযাৰ আমঠু বাকি তোলৈ মৰম যাচিলোঁ। তই লিখাই পঠিওৱা চিঠিখন পাই মোৰ এনে ভাব হৈছে যেন এইমাত্ৰই য'ৰে কাম ত'তে এৰি থৈ তোৰ ওচৰ পাওঁগৈ। কিমান দিন যে তোক দেখা নাই। পূৰা তিনি বছৰ তিনিমাহ দহদিন। তই চাগৈ এতিযা ধুনীয়াজনী হৈ পৰিছ। কানায়ে চাগৈ এতিযা ঠুনুক-ঠানাক্ মাতেৰে ঘৰখন ৰজনজনাই আছে। তিনিমহীযা হৈ থাকোঁতেই হে তাক যি দেখা পালোঁ। কিন্তু এইকেইবছৰ তহঁতৰ ওচৰলৈ যোৱাৰ সুবিধা নহ'ল। ভগৱানে ভালে ৰাখিলে আৰু বেলিলৈ পূজাৰ আগে আগে যাম। এইবাৰ নোৱাৰিলোঁ। এতিযা যিজন বাবুৰ লগত কাম কৰিছোঁ, তেওঁৰ আকৌ পূজাৰ সময়তহে কাম বেছি। মই তেওঁৰ লগত থাকি বৰ ভাল পাইছোঁ। কামো পূৰা ভদ্ৰলোকৰ কাম। টকাও বেছি পাম। গতিকে আৰু বেলিলৈ গ'লে তোক আৰু কানাইক লৈ আহিব

পাৰিম আৰু ইয়াত বটিয়াকৈ চলিব পাৰিম। অসমখনত থাকিবলৈ বৰ ভাল। আমাৰ ফালৰ দৰে খৰাং নহয়। প্ৰায়ে বৰষুণ পৰে। তেতিয়াহে তোলৈ চেৰেং চেৰেংকৈ মনত পৰে। বৰষুণৰ বতৰত গাটো চেঁচা লাগিলে ভাল লাগে। কিন্তু হিয়া শাঁত নপৰে ।"

চিঠিখন শেষ কৰি ঠিকনাটো লিখি তাক সুধিলোঁ, "তোৰ ঘৈণীয়েৰজনী বৰ ধুনীয়া নেকি অ'?" সি দুখ ভাব দেখুৱালে। মোৰ ভাব হ'ল যেন মই ৰহইচ কৰিবলৈ বিচাৰি এনেকৈ সুধি তাক বেছি কষ্ট দিছোঁ আৰু এনে প্ৰশ্ন কৰি যেন মই নিষ্ঠুৰতাৰ চিনাকি দিছোঁ। সি ক'লে, "মইনো নিজে কেনেকৈ ধুনীয়া বুলি কওঁ বাবু? মুঞ্চী বা ৰামচন্দ্ৰক সুধিলেই ক'ব এনেজনী ৰমক-জমক ছোৱালী ।"

আৰু নকৈ সি ৰৈ গ'ল। বুকুৰ জেপৰ পৰা অকণমান বহী এখন উলিয়ালে। বহীখনৰ মাজৰ পৰা ফটো এখন উলিয়াই মোৰ হাতত দিলে। মই চালোঁ। সঁচাকৈয়ে ধুনীয়া গাভৰু! সোলোক-ঢোলোককৈ পিন্ধা সাধাৰণ শাড়ীখনেও তাইৰ যুৱতী দেহৰ সৌষ্ঠৱ লুকুৱাব পৰা নাই। একলা-দুকলাকৈ বাটি অহা জোনবাইৰ দৰেই তাইৰ মুখখন। কামনাৰ জেতুকা লগা পাতল ওঁঠ দুখনিৰ মাজেদি বিৰিঙি উঠা ঈষৎ বঙ্কিম হাঁহিটোৱে মৰম, হেঁপাহ আৰু নিযম নমনা যৌবনৰ আকুলতা প্ৰকাশ কৰিছে। আৰু তাকে চাই চাই হয়তো গোপালে এই তিনি বছৰ কত গোপন ৰাতি কটাই দিছে, কত হা-হুমুনিযাহ কাঢ়িছে।

আনদিনা হোৱা হ'লে তাক এইবুলি ক'লোঁহেঁতেন, "তেনেহ'লে এই ফটো তোৰ বুকুৰ জেপত সদায় থাকে! এৰা, কিয় নাথাকিব? তেনেই খাওঁ খাও চেহেৰা!" এনেকৈ ৰসিকতা কৰাহেঁতেন হয়তো সি খুব ভাল পালেহেঁতেন। কিন্তু আজি একো নক'লোঁ। এনেয়ে ক'লে সি খুব আঘাত পাব বুলিহে ভাবি পালোঁ।

সি অন্তৰ্দেশীয় পত্ৰখন নিজ হাতে ডাক-বাচকত সুমুৱাই দিবৰ কাৰণে জেপত ভৰাই ল'লে। দুটা বাজিলেই। বাতৰিকাকতবোৰ বিমান অফিচৰ পৰা আহি পালেহিয়েই। সি তাৰ ভাগৰ কাকতবোৰ গণি কেৰিয়াৰত বোজাই কৰিলে আৰু কোবেৰে চাইকেল চলাই আঁতৰ হ'ল। মই বাৰে বাৰে ভাবিলোঁ, ইয়াৰ ঘৈণীযেকে বাৰু এইখন চিঠিৰ কি উত্তৰ দিব?

দুদিনমান গোপালো অতিপাত ব্যস্ত আৰু ময়ো। পূজাৰ বিশেষ সংখ্যাবোৰ আহি পালেহি। মই প্ৰকাশ কৰা 'জন্ম-নিযন্ত্ৰণ'ৰ তিনি হেজাৰ তিনিশ কিতাপ আহি পালেহি। মই বাতৰিকাকতত বিজ্ঞাপন দিলোঁ। প্ৰধান প্ৰধান কিতাপৰ দোকানবোৰলৈ একোখনকৈ চিঠিও লিখিবলগীয়া হ'ল। ডাকঘৰ, বেঙ্ক আৰু ট্ৰেভেল এজেঞ্চিবোৰলৈ গোপাল ঘনাই ঘনাই যাবলগীয়া হ'ল। দিনটোৰ ভিতৰত এতিয়া এঘণ্টামানহে তাৰ লগত মোৰ দেখা-সাক্ষাৎ হয়। এদিন সি আগ্ৰহেৰে এখন 'জন্ম নিয়ন্ত্ৰণ' খুঁজি ল'লে। তাৰ পিছত মোক যিবোৰ শব্দৰ অৰ্থ সুধিলে তাৰ পৰাই ধৰি ল'লোঁ যে সি কিতাপখন খুব মনপুতি পঢ়িছে। এদিন "গৰ্ভাশয় মানে কি?" আন এদিন সোধে, 'মাসিক চক্ৰ মানে কি?" মই শালীনতা ৰক্ষা কৰি বুজাবলৈ চেষ্টা কৰোঁ। এইদৰে সুধি থকা কাৰণে সি "ডিম্বস্ৰাব", "নিৰাপদ সময়", "ৰাসায়নিক বড়ি" আদিৰ অৰ্থ জানিব পাৰিলে। বোধকৰোঁ সি কিতাপখনত খুব ৰস পাইছে, তাৰ অশিক্ষিত মনে সৃষ্টিতত্ত্বৰ আভাস পাই বিস্ময় মানিছে।

পূজা পাৰ হ'ল। কিতাপখন কেনেকুৱা লাগিল বুলি সোধাত সি মাথোন ক'লে, "পাৰোঁতেহে লিখা-পঢ়া নজনা মানুহক চকু থাকিও কণা বুলি কয়। এইবোৰ কথাতো কেতিয়াও নেজানিলোঁহেঁতেন।" এৰা, সি নতুন দৃষ্টি পাইছে।

পূজাৰ পিছত বৰভেটাৰ দেশৰ পৰা কিছুমান দেচুৱালী ঘূৰি আহিছে। নোযোৱাবোৰে সিহঁতৰ ঘৰৰ খবৰ পাইছে। কোনোবাই আনন্দ কৰিছে। কোনোবাই হুৰাওৰাওকৈ কান্দিছে। মোৰ চকুত পৰিছে যে, মই চিনি পোৱা চাৰিটা ৰিক্সাৱালাই একেদিনাই মূৰ খুৰাই পেলাইছে। আগেযেও এনেকৈ হঠাতে মূৰ খুৰুৱা দেচুৱালী দেখিছিলোঁ। কিন্তু কৌতূহল দেখুওৱা নাছিলোঁ। সেযেহে এইবাৰ গোপালক ইয়াৰ কাৰণ সুধিলোঁ। সি ক'লে, "ঘৰত কোনোবা মৰাৰ খবৰ পালে ইহঁতে ইয়াতে মূৰ খুৰায়। ঘৰলৈ যাবলৈতো বহুত খৰচ।"

বেচেৰাহঁতলৈ মোৰ পুতৌ ওপজে। গোপালে মোৰ লগত থাকি ভাল পাইছে। সি আনবোৰ দেচুৱালীতকৈ বহুত সুকীয়া হৈ পৰিল। কিন্তু মোৰ লগত থকাৰ কাৰণেই সি আগৰ মনটো হেৰুৱালে। এদিন মোৰ লগত থাকি বাতৰিকাকত পঢ়ি বা 'জন্ম নিয়ন্ত্ৰণ' পঢ়ি যি নতুন দৃষ্টি পালে সেই দৃষ্টিয়ে তাক আজীৱন অসুখী কৰিলে। তাক আকৌ মই হেৰুৱাব লগা হ'ল। সেয়া অতি কৰুণ কথা।

দীপান্বিতাৰ পিছদিনা দোকানত মই অকলে বহি আছোঁ। অলপ পিছতে সি ওলালহি। এনেতে পাৰ্চেল এটা লৈ পিয়ন এটা সোমাই আহিল। পাৰ্চেলৰ ওপৰত নাম লিখা আছে গোপাল মহাতো। মই সহজভাৱে ভাবি ল'লোঁ যে গোপালে কিজানি কিতাপ মগাই আনি পঢ়ে। এইটো নিশ্চয় কিতাপৰ পাৰ্চেল। কিন্তু তাৰ নামত পাৰ্চেল অহা দেখি সি মানুহটো জ্বৰে ঘমা দিলে। সি কঁপিবলৈ ধৰিলে। চকু দুটা হত্যাকাৰীৰ দৰে ৰূঢ় হৈ পৰিল। এই দুটা চকুৰেদি যেন জুইহে ওলাইছে! মই সুধিলোঁ "গোপাল, হঠাতে তোৰ কি হ'ল?" সি পাৰ্চেলটো লৈ খঙেৰে মাটিত পেলাই দিলে আৰু হত্যাকাৰীয়ে পৰাজিত শত্ৰুলৈ চোৱাৰ দৰে চালে। সি মোৰ প্ৰশ্নৰ উত্তৰ নিদিলে। টেবুলত থকা কেঁচিখন হাতত লৈ কঁপা কঁপা হাতেৰে পাৰ্চেলৰ ওপৰৰ কাপোৰখন কাটিলে। লগে লগে ডাঙৰ গামোচা এখন ওলাই পৰিল। গামোচাৰ বুকুত এখন চিঠি। তাকে দেখি সি নিজৰ ভাষাত চিঞৰি চিঞৰি কিবাবোৰ বকিবলৈ ধৰিলে। নিমিষতে গামোচাখন মুঠি মাৰি ধৰি আঁতৰলৈ দলিয়াই দি সি নিজক নিজে ক'লে, "ৰাণ্ডী।"

মই এইবাৰ থিয় হ'লোঁ আৰু গোপালৰ হাত এখনত জোৰেৰে ধৰি ক'লোঁ, "গোপাল, কি হৈছে নক'ৱ কিয়? এইখন গামোচা কোনে পঠিয়াইছে? জানকীয়ে??"

সি এইবাৰ উত্তৰ নিদিলে। জোৰেৰে এচাৰ মাৰি মোৰ হাতখন আঁতৰাই দিলে আৰু ইটাৰ বেৰখনত খুব জোৰেৰে মূৰটো খুন্দিয়াবলৈ ধৰিলে। মই তাক সাবট মাৰি ধৰিলোঁ, সেই কাৰণে সি আকৌ জোৰেৰে মূৰটো খুন্দিয়াব নোৱাৰিলে। মই গম পালোঁ, তাৰ বুকুখন ফোপাইছে। যেন নেউলে আক্ৰমণ কৰা সাপ এটাইহে ফোপাইছে। মূৰত ভালকৈ আঘাত পাইছে। মূৰৰ কেবা ঠাইৰ পৰা তেজ ওলাইছে। মুখেদি দুসোঁতা তেজ বৈছে। ইয়াকে দেখি মই ডাঙৰকৈ চিঞৰি দিলোঁ, "গোপাল মৰিল ঐ। ধৰহি।"

ৰাস্তাত ৰৈ থকা ৰিক্সাৱালা দুটা আহি ওলালহি। সিহঁতে তাক জোৰেৰে টানি আনি বেঞ্চি এখনত বহুৱালে। তথাপি তাক শান্ত হোৱা যেন দেখা নগ'ল। মই আকৌ সুধিলোঁ, "গোপাল, তোৰ কি হৈছে নক'ৱ কিয়??" সি ফোপাই ফোপাই ক'লে, "বাবু, লিখা-পঢ়া নজনা মানুহ কণাৰ দৰে। কিন্তু আমাৰ দৰে মানুহ তেনেকুৱা কণা হৈ থকাই ভাল। কওক, কওকচোন বাবু, এই কিতাপখন বুজাই দি কিয় মোক চিৰদিনলৈ অসুখী কৰিলে? কিয় মোক চিৰদিনলৈ জ্বলা জুইত জাপি দিয়ালে?"

মই আচৰিত হৈ সুধিলোঁ, "কিতাপখনে কি জগৰ লগালে? কিতাপখনৰ লগত গামোচাখনৰ

কোনো সম্পৰ্ক নাই।” সি এইবাৰ থোকা-থুকি মাতেৰে ক'লে, “আপুনি নুবুজে বাবু। মোৰ দৰে মানুহক অৰুণ বাবুৰ দৰে মানুহে পঢ়িবলৈ নিশিকোৱাই ভাল আছিল। কিয় আপোনালোকে এই ন চকুযুৰি দিলে? কিয় ডাক্তৰে এই কিতাপখন লিখিলে? এনে কিতাপ এখন নোপোৱাহ'লেতো মই জানকীক ভাল পাই সুখী হৈ   এতিয়া চব ওলট-পালট হৈ গ'ল। ”

তাৰ কথাবোৰ সাঁথৰ যেন লাগিল। তাক বেষ্টিত হৈঁচি বহুৱাই ৰখা ৰিক্সাৱালা দুটায়ো একো বুজি পোৱা নাই বুলি মুখ দেখিয়েই ধৰিব পাৰিলোঁ। সিহঁতৰ এটাই মোক ক'লে, ‘ই পাগলা হৈ গৈছে বাবু।” এইবুলি কোৱা শুনি গোপালৰ গাত যেন শনিহে চৰিল। সি ঘপহ কৰে থিয় হ'ল, সিহঁতৰ মুখলৈ থুৱাই দি ক্ৰোধেৰে ক'লে, “মই পাগল নে তইঁত পাগল? চুৱৰৰ বাচ্চা চব। দেশত তইঁতৰ মাইকীবোৰে আৰামত থাকি তইঁতক ঠগিছে। আৰু তইঁতে হাড ভঙা ৰিক্সা চলাই সিহঁতলৈ ধন ঘটিছ? তইঁত মূৰ্খও, পাগলো।”

সিহঁতে একো বুজি নেপাই মনে মনে থাকিল আৰু হয়তো তাক হঠাতে পাগল হৈছে বুলিয়েই ভাবি ল'লে। সেযেহে সিহঁতৰ খং উঠা যেন দেখা নগ'ল।

ৰিক্সাৱালা দুটাক গালি পৰাৰ পিছত তাক বৰ ভাগৰুৱা যেন দেখা গ'ল। সি মূৰটো তল কৰি বগলীটোৰ দৰে বহি থাকিল। এনেতে মই এটা ৰিক্সাৱালাক অলপ আঁতৰলৈ মাতি আনিলোঁ। মই একো সুধিবলৈ পোৱাৰ আগতেই সিয়েহে সুধিলে, “সি কিয় এনেকুৱা হ'ল?’ মই ক'লোঁ, “এইমাত্ৰ পাৰ্চেলত গামোচা এখন আহিছিল। নিশ্চয় ঘৈণীয়েকৰ পৰা। তাকে দেখিয়েই সি এনেকুৱা হৈছে।”

ইযাকে শুনি ৰিক্সাৱালাটোৱে ক'লে, “সেইটো ভাল খবৰহে। সি ফূৰ্তিহে কৰিব লাগিছিল!”

এইযাৰ কথাৰো একো অৰ্থ ধৰিব নোৱাৰিলোঁ। মোৰ আজি বাৰু কি হৈছে? সদায় লগত থকা গোপালকো বুজিব পৰা নাই আৰু এই নিছলা ৰিক্সাৱালাটোৰ কথাও ধৰিব পৰা নাই। ইহঁত মোতকৈ বুধিযকনে, আজি মোৰহে হঠাতে মতিভ্ৰম হৈছে?

উপায় নেপাই মই ৰিক্সাৱালাটোক আকৌ সুধিলোঁ, “প্ৰায়ে ঘৈণীয়েকে এনেয়ে গামোচা পঠায়নে, কিবা আন কাৰণত পঠায়? মই ভাবিছোঁ, বিপদ হ'লেহে কিজানি গামোচা পঠায়।”

মোৰ কথা শুনি ৰিক্সাৱালাটোৱে অলপ হাঁহিলে আৰু ক'লে, “চব মাইকীয়ে গাম্‌চা পঠায়, বাবু। বাৎচা হ'লেই মতাটোলৈ গাম্‌চা পঠাইব। জৰুৰ পঠাব। এইটো বহুত পুৰণি নিযম আছে। গোপালৰ বেটা-বেটী হৈছে। সি কিন্তু খুব ফূৰ্তি কৰিব লাগে।”

মোৰ এইবাৰ ধৈৰ্যৰ সীমা হেৰাই গ'ল। গোপালৰ দুখত ময়ো বিচলিত নহৈ নোৱাৰিলোঁ। মোৰ চকু চলচলীয়া হৈ পৰিল।

“বেজাৰ কৰিছে, বাবু? বাৎচা হোৱা কি খাৰাপ?”

“কিন্তু গোপাল যে চাৰে তিনি বছৰ ঘৰলৈ যোৱা নাই।”

“ল'ৰা-ছোৱালীটো ভগৱানৰ কৃপা, বাবু। মই দুবৎসৰ যোৱা নাই। মোৰ হৈছে। ৰামচিচৰ হৈছে। ”

# তাম্বুল কেন্দ্ৰিক

বিধানসভাৰ এটি মনোযোগ আকৰ্ষণী প্ৰশ্নৰ উত্তৰত মন্ত্ৰীগৰাকীয়ে কয় যে চৌবিশ বৰ্গমাইল জুৰি থকা চৌখুঁটি অঞ্চলত কেৰ্কেটুৱাৰ উপদ্ৰৱ বন্ধ কৰিবৰ বাবে ব্যৱস্থা হাতত লোৱা হৈছে। সদস্যগৰাকীয়ে সবিশেষ জানিবলৈ বিচৰাত মাননীয় মন্ত্ৰী মহোদয়ে কয় যে ইতিমধ্যে এই বিষয়ে কৃষি বিভাগে যথেষ্ট তৎপৰতা দেখুৱাইছে। বিদেশৰ পৰা এজন কেৰ্কেটুৱা বিশেষজ্ঞ অনোৱাৰ ব্যৱস্থা কৰা হৈছে, ছজন তামোল পৰিদৰ্শকক নিযুক্ত কৰা হৈছে। তামোল সঞ্চালক (এৰেকা নাট ডাইৰেক্টৰ) নামৰ পদবীৰ সৃষ্টি কৰা হৈছে আৰু এই বিশেষ পদবী সম্প্ৰতি যুটীয়া সঞ্চালকক অতিৰিক্তভাৱে বহন কৰিবলৈ দিয়া হৈছে। এতিয়ালৈকে কেবাটাও কেৰ্কেটুৱা মৰা পৰিছে। কিন্তু পনীয়া তামোলৰ থোকত বিহ প্ৰয়োগ কৰাটো দুই-এক বিশেষজ্ঞৰ পছন্দ হোৱা নাই কাৰণেই, কেৰ্কেটুৱাই খাব নোৱৰা ধৰণৰ তামোলৰ বীজ সৃষ্টি কৰিবৰ বাবে চাৰিজন কৃষি স্নাতকক বংশগতি আৰু সুপ্ৰজনন বিদ্যাৰ শিক্ষা লাভৰ বাবে অষ্ট্ৰেলিয়ালৈ পঠোৱা হৈছে'

মন্ত্ৰীৰ উত্তৰত দলীয় সদস্যসকল সন্তুষ্ট হ'ল যদিও আন কেইজনমানে তৰ্ক-বিতৰ্ক কৰিলে। মন্ত্ৰীৰ অস্ত্ৰ হ'ল পৰিসংখ্যা। তেওঁ বিভিন্ন ধৰণৰ তথ্য দাঙি ধৰি, অনেক অঙ্ক বা ফিগাৰৰ উদ্ধৃতি দি বিৰোধী পক্ষৰ মাত বন্ধ কৰিলে।

চৌখুঁটি অঞ্চলৰ ৰাইজে অলপ সকাহ্ পালে। উজনি অসমত যেনেকৈ চাহপাত, নগাঁৱত মৰাপাট আৰু তিতাবৰ-হোজাই যেনেকৈ ধানৰ কাৰণে বিখ্যাত, তেনেকৈ চৌখুঁটি অঞ্চল তামোলৰ কাৰণে বিখ্যাত। এই অঞ্চলত সোমালেই মন জুৰাই যাব। প্ৰত্যেক মানুহৰ বাৰীত একোডৰা তামোল থাকিবই। অতি নিছলা মানুহটোৱেও তামোল বেচি পাঁচ-ছশ টকা পায়। সাত-আঠ হালিচা মাটিত তামোল ৰোৱা মানুহবোৰ বেছ্ ধনী। তামোলে বিভিন্ন শ্ৰেণীৰ মানুহৰ সৃষ্টি কৰিছে। যেনে তামোল খেতিয়ক, তামোল সাউদ, তামোল ফালেঙী, তামোল পৰা ঠিকাদাৰ, তামোল বগোৱা বনুৱা আৰু তামোল মজুতকাৰী। ইয়াৰ গ্ৰাম্য অৰ্থনীতি নিয়ন্ত্ৰণ কৰে তামোলে। ইয়াত অভাৱগ্ৰস্ত মানুহৰ সংখ্যা নিচেই তাকৰ। কাৰণ অতি এলাইবাদু এলেহুৱাটোৱেও আধা হালিচা মাটিত তামোল ৰুই বা বাপেকে ৰুই থৈ যোৱা তামোল গছবোৰ চম্ভালি ৰাখিও লোণ-তেল, কাপোৰ-কানিৰ যোগাৰ কৰিব পাৰে। তামোল বেচা ধনেৰেই চৌখুঁটি অঞ্চলৰ ল'ৰাক ডাক্তৰ-ইঞ্জিনীয়াৰ, উকীল-অধ্যাপক কৰিব পাৰিছে। চৌখুঁটি অঞ্চলত যিখন কলেজ হৈছে, সেইখনেই তামোল শিল্পৰ অগ্ৰগতিৰ প্ৰতীক। বহুতে কয়, স্কুল-

কলেজে প্ৰকৃত শিক্ষা নিদিয়ে, এইবোৰ হ'ল নিবনুৱা প্ৰস্তুত কৰা ফেক্টৰীহে। তথাপি চৌখুঁটি অঞ্চলৰ মানুহৰ শিক্ষালৈ বৰ আগ্ৰহ। এক বৰ্গমাইলত কিজানি এখনকৈ হাইস্কুল আছে। গাঁও অঞ্চলত এহেজাৰ ছাত্ৰ-ছাত্ৰীয়ে পঢ়া কলেজখনেই চৌখুঁটি অঞ্চলৰ শিক্ষা-প্ৰীতিৰ চানেকী।

কিন্তু হঠাতে কেৰ্কেটুৱাবোৰে সকলো ওলট-পালট কৰি পেলালে। কেৰ্কেটুৱাৰ প্ৰচুৰ বংশ বৃদ্ধি হৈছে, কেৰাণী পৰিয়ালত অৰ্থৰ নাটনি অস্বীকাৰ কৰি বছৰি বছৰি নতুন মুখে দেখা দিয়াৰ দৰেই। ইহঁত, এই কেৰ্কেটুৱাবোৰ, ৰক্তবীজৰ বংশধৰ। ইহঁতক মাৰি শেষ কৰিব নোৱাৰি। আৰু একো একোটা কেৰ্কেটুৱাৰ কি পৰাক্ৰম! গাখীৰ খাবলৈ নোপোৱা চেৰেলা মেকুৰী এটাৰ দৰে কেৰ্কেটুৱা এটায়েই এহালিচা মাটিত হোৱা তামোল অৰ্থাৎ প্ৰায় বাৰ শ টকাৰ তামোল নষ্ট কৰিব পাৰে।

চৌখুঁটি অঞ্চলত কোনো শত্ৰু নাই ঃ চোৰাং কাৰবাৰী নাই, খদ্দৰ পৰিহিত মিঠামুখীয়া শত্ৰু নাই, পাপী মজুতকাৰী নাই, ঘোচখোৰ বিষয়া নাই। আছে মিত্ৰবোৰহে ঃ যাত্ৰা পাৰ্টি কৰা দৰদী শিল্পী, পৰিশ্ৰমী কৃষক, ডাক্তৰ, কবিৰাজ, শিক্ষক, অধ্যাপক আৰু পুথি ব্যৱসায়ী। এতিয়া অকস্মাতে এইবিধ শত্ৰুৰ আৱিৰ্ভাৱ হ'ল। এই কেৰ্কেটুৱাবোৰ অনুপ্ৰৱেশকাৰী পাকিস্তানীতকৈও মাৰাত্মক।

চৌখুঁটিৰ ৰাইজ মৰ্মাহত, আতঙ্কিত, উদ্বিগ্ন। চীনাই ব'মডিলা দখল কৰা সময়ত নাইবা অষ্টগ্ৰহৰ মিলন হৈ পৃথিৱী ধ্বংস হ'ব বুলি প্ৰচাৰিত হোৱাৰ সময়তো ৰাইজৰ এনে অৱস্থা হোৱা নাছিল। বিধানসভাৰ সদস্যসকলৰ বাক-বিতণ্ডা আৰু মন্ত্ৰীৰ বিশ্বাসযোগ্য প্ৰত্যুত্তৰ আদি বাতৰিকাকতত পঢ়িবলৈ পাই চৌখুঁটিৰ ৰাইজে অলপ সকাহ পালে। কেৰ্কেটুৱা নিধন কাৰ্য চৰকাৰী পৰ্যায়ত সম্পন্ন হ'ব বুলি জানি স্থানীয় সদস্যজনো উৎফুল্ল। ইয়াৰ মানুহে একেলাটে দুবছৰ তামোল বেচি বিশেষ উপাৰ্জন কৰিব পৰা নাই। এতিয়া কিছুমান বাস্তৱ বুদ্ধিৰ মানুহে শালিধান আৰু কুঁহিয়াৰ খেতিত বেচি মন দিছে। এনে মানুহৰ দুই-এজনে কৈছে, “পৰক ভৰসা কৰিবি, লাওলোৱা হ'বলৈ দিন গণি থাকিবি। চৰকাৰৰ শকতি বুজিলোঁ। মোৱা পোক, গান্ধীপোক, আনকি নওঠা নগায়ো নাকত ধৰি চাকত ঘূৰাইছে।”

যেয়ে হওক, চৰকাৰৰ ‘কেৰ্কেটুৱা নিধন আঁচনি’ কামত খটুওৱা হৈছে। ৰাইজে দেখিলে, ইয়ালৈ সঞ্চালক আহিছে, মন্ত্ৰী আহিছে। চৌব্বিশ বৰ্গমাইল ঠাইত কেৰ্কেটুৱা ইন্সপেক্টৰে পিনাপিন দিছে। একো একোটা কেৰ্কেটুৱা ইন্সপেক্টৰে তামোলৰ বাৰীযে বাৰীয়ে গৈ তামোল গছবোৰ পৰীক্ষা কৰিছে, নিজৰ ডায়েৰী লিখিছে, ৰাইজক কিবাকিবি প্ৰতিবিধান ল'বলৈ দিহা দিছে। সঞ্চালকৰ সভাপতিত্বত উন্নয়ন খণ্ডৰ বিষয়াই ডাঙৰ ডাঙৰ মিটিং পাতিছে। মিটিঙত এনে ধৰণৰ প্ৰস্তাৱ সৰ্বসম্মতিক্ৰমে গৃহীত হৈছে ঃ (১) কেৰ্কেটুৱা নিধনৰ বাবে সকলো ৰাইজ দৃঢ়প্ৰতিজ্ঞ হয় আৰু যি মানুহে কেৰ্কেটুৱা দেখি স্থানীয় কেৰ্কেটুৱা ইন্সপেক্টৰক খবৰ নিদিয়ে তেওঁক দুটকা জৰিমনা কৰিবলৈ ৰাইজে মত দিয়ে। (২) এটা কেৰ্কেটুৱা নিধন পুঁজি সংগ্ৰহ কৰিবৰ বাবে গাঁও পঞ্চায়তৰ সভাপতিক ভাৰ দিয়া হয়। (৩) তামোল পুখুৰীৰ ৰাইজে কেৰ্কেটুৱা-পীড়িত ৰাইজৰ সাহায্যৰ বাবে এসপ্তাহ যাত্ৰা পাতিব বুলি শুনি সভাই তেখেতসকললৈ কৃতজ্ঞতা আগবঢ়াবলৈ সন্মতি দিয়ে। ইত্যাদি।

চৌখুঁটি অঞ্চলত ‘কেৰ্কেটুৱা নিধন দিৱস’ পালন কৰা হয়। আৰু এয়ে ৰাইজৰ দৃঢ়তা প্ৰমাণ কৰে। লগে লগে কেৰ্কেটুৱা ইন্সপেক্টৰ সন্থাৰ প্ৰতিষ্ঠা হয় আৰু এই সন্থাৰ কাৰ্যকৰী সমিতিয়ে চৰকাৰক এই মৰ্মে স্মাৰক-পত্ৰ দিয়ে যে কৰ্তব্যৰ জটিলতা আৰু দায়িত্ব অনুসৰি তেওঁলোকৰ দৰমহা কম, তেওঁলোকক গিৰিমিটীয়া পৰ্যায়লৈ (গেজেটেড্ কেডাৰ) উন্নীত কৰিব লাগে।

আনহাতেদি কিছুমান কেৰ্কেটুৱা ইন্সপেক্টৰক কোদাইকানাল, উটি, নীলখেৰি, ভুবনেশ্বৰ আদি ঠাইত বিশেষ প্ৰশিক্ষণ ল'বলৈ পঠোৱা হয়। নতুনকৈ সৃষ্টি হোৱা 'কেৰ্কেটুৱা সঞ্চালক' নামৰ পদটোৰ বাবে ৰাজধানীত উচ্চ পৰ্যায়ৰ বিষয়াৰ মাজত হেতা-ওপৰা লাগে। শেষত লোকসেৱা আয়োগে পদটোৰ বাবে বিজ্ঞাপন দিয়ে আৰু নিম্নোক্ত অৰ্হতা থকা লোকক অগ্ৰাধিকাৰ দিয়া হ'ব বুলি প্ৰতিশ্ৰুতি দিয়েঃ (১) বৃক্ষাৰোহণত দক্ষতা, (২) উৰ্ধ্বমুখী দৃষ্টি, (৩) প্ৰাণীবিদ্যাৰ ডক্টৰেট্ নাইবা কেৰ্কেটুৱাৰ বিষয়ে গৱেষণা, (৪) তামোল সুপ্ৰজনন বিদ্যাত (জেনেটিক্স) গৱেষণা-পত্ৰ, (৫) চৌখুঁটি আদি তামোল উৎপন্ন হোৱা ঠাইৰ সামাজিক নৃতত্ত্বত (ছচিয়েল এনথ্ৰ'প'লজি) ব্যুৎপত্তি।

এনে বিজ্ঞাপন দেখি কেবাজনো প্ৰাৰ্থী নিৰাশ হৈছে আৰু সমানসংখ্যক প্ৰাৰ্থী উৎসাহিত হৈছে। কাৰণ অৰ্হতাসমূহ তামোল গছৰ পাতত লেপেটা খাই শুই থকা কেৰ্কেটুৱাটোৰ দৰেই অস্পষ্ট।

এই উদ্যোগ-পৰ্ব বাতৰিকাকতত আৰু ৰেডিঅ'ত প্ৰচাৰিত হৈছে। কেৰ্কেটুৱাবোৰে এই প্ৰচাৰলৈ ভয় খোৱা নাই। কাৰণ, সিহঁত মানুহ নহয়। অৱশ্যে এই উদ্যোগ-পৰ্বৰ উদ্দেশ্য কেৰ্কেটুৱাক ভয় খুউৱাও নহয়।

বহুত টকা খৰচ হয়, বহুত চাকৰিৰ সৃষ্টি হয়, বহুত মিটিং হয়, বহুত প্ৰতিজ্ঞা দিনে দিনে ছপা হয়, কিন্তু কেৰ্কেটুৱাৰ উৎপাত নকমে। চৌখুঁটিৰ ৰাইজে মানুহলৈ আস্থা নেহেৰুৱায়, হেৰুৱায় প্ৰশাসনিক দক্ষতালৈহে। ইন্সপেক্টৰ ঘূৰিছে, গৱেষণা কৰা মানুহ 'ডাটা' সংগ্ৰহ কৰিবলৈ আহিছে, সঞ্চালক-সচিব-মন্ত্ৰীয়ে অনাতাঁৰ ভাষণ দিছে, কেৰ্কেটুৱাৰ জহত চৌখুঁটি প্ৰখ্যাত হৈ পৰিছে। কিন্তু তামোল বেচি পইচা কৰিব নোৱৰা, চৌখুঁটিৰ ৰাইজ অতিষ্ঠ হৈ পৰিছে। ইয়াৰ কোনো প্ৰতিকাৰ নাই? চৰকাৰী বিফলতাই কি চৰম বিফলতাৰ চিন?

চৌখুঁটিত এখন ডাঙৰ সভা হ'ল। এইখনেই প্ৰকৃত সভা। কাৰণ ইয়াত মন্ত্ৰী, উন্নয়ন বিষয়া, পঞ্চায়তৰ সভাপতি আদিৰ উম্ভগালি নাই। মানুহবোৰ সঁচাকৈয়ে গোট খাইছে—প্ৰকৃত সমাধানৰ আলচ কৰিবলৈহে।

ৰাইজ, জয়প্ৰকাশ নাৰায়ণে কি কৈছে শুনক ঃ চৰকাৰক অতিপাত ভৰসা কৰাটো এটা বৰ বেয়া লক্ষণ।

এৰা, চৰকাৰে ৰাইজক গঢ়িব নোৱাৰে। ৰাইজেহে চৰকাৰ গঢ়ি তোলে।

এনে ধৰণৰ বক্তৃতাৰ পিছত এজন আদহীয়া বয়সৰ সুপুৰুষ লোক থিয় হ'ল। তেখেতক সকলোৱেই চিনি পায়। তেখেত এই অঞ্চলত নতুন যদিও ইয়াৰ মানুহ। তেখেতক সকলোৱে চিনি পোৱাৰ কাৰণ হ'ল তেখেতে প্ৰায় চিকাৰী পোছাক পিন্ধি থাকে, কান্ধত তেখেতৰ অনবৰত বন্দুকটো থাকিবই আৰু ভাল চিকাৰীও। চেহেৰাটোও দেখনিয়াৰ। আজি এই পোছাকেৰেই তেখেত ৰাইজৰ আগত থিয় হ'ল। ৰাইজ শহাকণীয়া হ'ল। কাৰণ চিকাৰী আৰু সৈনিকে সাধাৰণতে বক্তৃতা নিদিয়ে বুলিয়েই বহুতৰ বিশ্বাস। মানুহজন এই বছৰহে ইয়ালৈ আহিছে, তাকো পেঞ্চন পোৱাৰ পিছত। তেখেত সৈন্য বিভাগত লেফ্‌টেনেন্ট কৰ্ণেল আছিল। 'কৰ্ণেল' বুলিলে সকলোৱে তেখেতকে বুজে।

"ৰাইজ, মই পোনতে এটা অনুৰোধ কৰিব খোজোঁ। মোক যদি তেৰ হাজাৰ টকা দিয়ে, তেনেহ'লে এমাহৰ ভিতৰতে সকলো কেৰ্কেটুৱা মাৰিব পাৰিম। যদি সন্মত হয়, তেনেহ'লে মই নিজেই এইখিনি টকা খৰচ কৰি ৰাইজৰ এইকণ উপকাৰ কৰিম বুলি কথা দিলোঁ।"

সভাৰ মানুহ কাঁহ পৰি জীণ গ'ল। ই কেনে ধৰণৰ কথা? অসম্ভৱ। বন্দুকেৰে, কেৱল দুটা-এটা বন্দুকেৰে কেনেকৈ কেৰ্কেটুৱা মাৰিব? অনুৰোধক্ৰমে তেখেতে ক'বলগীয়া হ'ল যে আন এটা সমস্যাই এইটো সমস্যা মষিমূৰ কৰিব।

—কি সমস্যা?

—নিবনুৱা সমস্যা। আমি এই সমস্যাৰ সুবিধা ল'ব লাগিব।

কৰ্ণেলে থুলমূলকৈ নিজৰ আঁচনিটো দাঙি ধৰিলে। অতি সহজ আঁচনি,— মাথোন তেৰ হাজাৰ টকাৰ। আঁচনিটো পাঁচ বছৰীয়া নহয়, এমহীয়াহে। তেখেতে এই আঁচনিৰ নাম দিলে 'ভাদ মহীয়া কেৰ্কেটুৱা নিধন আঁচনি।' কিন্তু শেষত ৰাইজৰ মুখত 'কৰ্ণেল আঁচনি' বুলিহে শুনিবলৈ পোৱা গ'ল।

পহিলা ভাদত চৌখুঁটিৰ ৰাইজে 'কেৰ্কেটুৱা নিধন পুঁজি'ৰ পৰা 'কৰ্ণেল আঁচনি'লৈ তেৰ হাজাৰ টকা স্থানান্তৰিত কৰে অৰ্থাৎ কৰ্ণেলক তেৰ হাজাৰ টকা দিয়া হয় আৰু এসপ্তাহৰ কাৰণে কৰ্ণেলক উন্নয়ন খণ্ডৰ জীপখন ব্যৱহাৰ কৰিবলৈ দিবলৈ অনুৰোধ কৰা হয়। কৰ্ণেলে ৰাইজক আশ্বাস দিয়ে যে এই অঞ্চলত এমাহৰ পিছত এটা কেৰ্কেটুৱাও নাথাকিব।

কৰ্ণেল অবিবাহিত মানুহ। তেওঁৰ আন একো লেঠা নাই। শাওণৰ ভিতৰতে তেখেতে চৌখুঁটি অঞ্চলত কিমান একৰ মাটিত তামোল গছ হয় হিচাপ কৰি ল'লে। এটা কেৰ্কেটুৱাই দিনে কিমান তামোল নষ্ট কৰিব পাৰে তাৰ এটা মোটামুটি অনুমান ক'ৰি পৰিসংখ্যাৰ সহায় নোলোৱাকৈয়ে কেৰ্কেটুৱাৰ সংখ্যা কিমান হ'ব পাৰে তাৰে এটা আনুমানিক হিচাপ কৰিলে। তাৰ পিছত চৌখুঁটি অঞ্চলত মেট্ৰিক ফেলৰ পৰা বি এ পাছলৈকে কিমান নিবনুৱা থাকিব পাৰে, তাৰো এটা হিচাপ কৰিলে। এই অঞ্চলত শিক্ষিত নিবনুৱা বহুত—কোনোবাই চাকৰি নাপাই চৰকাৰক গালি পাৰে, কোনোবাই চাকৰি পাবলৈ লোকৰ হাতে-ভৰিয়ে ধৰি ফুৰে, কোনোবাই শিক্ষাই সকলো অশান্তিৰ মূল বুলি ভাবি নিৰ্বাচনৰ জৰিয়তে ডাঙৰ হ'বলৈ বিচাৰে। এই শিক্ষিত নিবনুৱাবোৰৰ সংখ্যা ইমান বেছি যে পৰিসংখ্যা দপ্তৰে চৰকাৰক প্ৰকৃত তথ্য দিলে চৰকাৰে সাম্প্ৰতিক আত্মতুষ্টিৰ বিসৰ্জন দিবলৈ বাধ্য হ'ব। এই নিবনুৱা ডেকাবোৰেই এই অঞ্চলৰ সকলো অসামযিক কাৰ্যৰ গুৰি। ইয়াত গ্ৰেজুৱেট নিবনুৱাই প্ৰায় আঢৈ কুৰি। সিহঁতে জীৱনত একো নাপাই সমাজক, নেতৃত্বক আৰু শিক্ষা-প্ৰসাৰক অস্বীকাৰ কৰিবলৈ বিচাৰে। (আৰু যৌৱনৰ ধৰ্মও এয়ে।) অথচ স্কুল-কলেজবোৰ দুবৰি বনৰ দৰে গজিছে। কেনে স্বতঃবিৰোধী কথা! কি অপূৰ্ব পেৰাডক্স!

সেনা বিভাগত থাকোঁতে কৰ্ণেলে এইবোৰ কথা জনা নাছিল। কেৰ্কেটুৱাৰ উপদ্ৰৱ এনেকুৱা হ'ব পাৰে বুলিও কল্পনা কৰিব নোৱাৰিছিল। এতিয়া তেওঁ অন্তৰ্দৃষ্টিৰ বলেৰে নিবনুৱা শিক্ষিতৰ লগত কেৰ্কেটুৱাৰ ক্ষয়ঙ্কৰী অভিযানৰ সুসমন্বয় স্থাপন কৰি নিজক ধন্য মানিলে।

শাওণৰ শেষ সপ্তাহতে ৪২৮৫ টকা খৰচ কৰি তেওঁ পঁচপন্নখন ধনু সজাই অনালে। কাঁড সজোৱালে প্ৰায় এহেজাৰডাল। প্ৰতিডাল কাঁডত খৰচ পৰিল গড়ে ৪ পইচা। চৌখুঁটি অঞ্চলৰ গাঁও কেইখন ঘূৰি বাৱন্নটা ডেকা গ্ৰেজুৱেট বিচাৰি আনিলে আৰু সিহঁতক ক'লে, "এটা কেৰ্কেটুৱা মাৰিলে তিনি টকা দিয়া হ'ব। অৱশ্যে কেৰ্কেটুৱাৰ নেজডাল মোক শোধাই দিলেই হ'ব। এই সুবিধা তোমালোকক দিয়াৰ কাৰণ হ'ল, শিক্ষাৰ মৰ্যাদাতকৈ শ্ৰমৰ মৰ্যাদা বেছি বুলি মই ভাবোঁ আৰু এই চাকৰি দিয়াৰ ক্ষেত্ৰত (কেৰ্কেটুৱা বধ কৰা চাকৰি) মই অন্যান্য সন্থাৰ দৰেই ডিগ্ৰীক বেছি মূল্য দিছোঁ। আশা কৰোঁ, তোমালোকে

কেৰ্কেটুৱা মাৰি যি ধন পাবা, সেই ধনেৰে ট্ৰেজাৰী চালান কিনি চাকৰিৰ কাৰণে দৰ্খাস্ত কৰিব পাৰিবা আৰু 'ইণ্টাৰভিউ'ৰ কাৰণে অহা-যোৱা কৰা খৰচো সাঁচি থ'ব পাৰিবা।"

গোৱালপাৰা জিলাৰ চাওতালী গাঁও এখনৰ পৰা সাতাইশ টকাৰ কাঁড়ত লগোৱা বিহ অনা হৈছিল। কৰ্ণেলে প্ৰত্যেককে ধনু-কাঁড় আৰু বিহৰ টেমা একোটা দিলে। ভাদৰ দুই তাৰিখৰ পৰা দেখা গ'ল যে, কৰ্ণেলে নিযুক্ত কৰা গ্ৰেজুৱেটসকলে জুম বান্ধি হাতত ধনু-কাঁড় লৈ চৌখুটিৰ বাৰীয়ে বাৰীয়ে কেৰ্কেটুৱা মাৰিবলৈ পিনাপিন দি ফুৰিছে। তিনি দিনৰ ভিতৰতে কৰ্ণেলক এশ বাৰডাল কেৰ্কেটুৱাৰ নেজ দাখিল কৰা হ'ল। ৰাইজে এইবাৰহে স্বস্তিৰ নিশ্বাস ল'লে। কেৰ্কেটুৱা ইন্সপেক্টৰ, উন্নয়ন বিষয়া, সামাজিক শিক্ষাৰ সংগঠন বিষয়া আৰু স্থানীয় এম এল এ আদিৰ চকুৰ টোপনি হৰিল। সঞ্চালক সচিব আদিয়ে ফোন যোগে এই অভূতপূৰ্ব বাতৰি পাই কৈফিয়ৎ দিয়াৰ যুক্তি বিচাৰি উদ্বিগ্ন হৈ পৰিল।

এপষ পাৰ হ'ল। কেৰ্কেটুৱাৰ সংখ্যা কমিলত যিকোনো সময়তে কেৰ্কেটুৱা দেখিবলৈ নোপোৱা হ'ল। এতিযা কৰ্ণেলে নিযুক্ত কৰা গ্ৰেজুৱেটইঁতৰ দিনত কাম হ'ল কেৰ্কেটুৱাৰ আৱাস বিচাৰি তাত বিহ প্ৰযোগ কৰা আৰু ৰাতি তামোলৰ আগত কেৰ্কেটুৱাৰ শব্দক লক্ষ্য কৰি ধনুৰে কেৰ্কেটুৱা বধ কৰা।

ভাদৰ তৃতীয় সপ্তাহলৈকে দিনে সমানসংখ্যক কেৰ্কেটুৱা মৰা হৈছিল। কিন্তু লাহে লাহে কমি আহিল। কৰ্ণেলে এতিয়া এটা কেৰ্কেটুৱা মাৰিলে পাঁচ টকা দিয়া হ'ব বুলি ঘোষণা কৰিলে।

ভাদ শেষ হ'ল। কৰ্ণেলে কেৰ্কেটুৱাৰ নেগুৰ গণি বৰ আমোদ পালে। তেখেতে এই অঞ্চলত যিমান কেৰ্কেটুৱা আছিল বুলি ভাবিছিল, তাতকৈ এশ নডাল কেৰ্কেটুৱাৰ নেজ বেছিকৈ পোৱা গ'ল। চৌখুঁটি অঞ্চলত কেৰ্কেটুৱা নোহোৱা হ'ল। গ্ৰেজুৱেটসকলে ট্ৰেজাৰী চালান আৰু ইণ্টাৰভিউ আদিত খৰচ হ'বলগীয়া টকাৰ সমান মাননি লৈ নতুন পন্থা বাছি ল'বলৈ তৎপৰ হ'ল।

আৰু চৌখুঁটি অঞ্চলত কৰ্ণেল হৈ পৰিল দেৱতা। ৰাইজৰ পৰিত্ৰাণৰ কাৰণেহে যেন ঈশ্বৰে এইজন দেৱতাক মৰ্ত্যলোকলৈ পঠাইছিল। কেৰ্কেটুৱা আৰু নিবনুৱা বিচাৰি ফুৰিবলগীয়া হোৱাত কৰ্ণেলৰ লগত সকলোৰে অন্তৰঙ্গ পৰিচয় হৈছিল।

কৰ্ণেলৰ এনে প্ৰতিপত্তি হোৱা দেখি ৰাজনৈতিক মহলত চাঞ্চল্যৰ সৃষ্টি হ'ল। সাধাৰণ নিৰ্বাচনলৈ আৰু চাৰি মাহ বাকী। কৰ্ণেলে প্ৰতিদ্বন্দ্বিতা কৰিলে যে বেপাৰীৰ টকাৰেও আন মানুহ জিকিব নোৱাৰিব। তেওঁলোকৰ মাজত অনেক গুণা-গঁথা চলিল।

ইফালে আমোলাতান্ত্ৰিক দপ্তৰসমূহে বিশেষ আলোড়ন অনুভৱ নকৰিলে। অষ্ট্ৰেলিয়া আদি ঠাইত কেৰ্কেটুৱা আৰু তামোল সম্পৰ্কে উচ্চ শিক্ষা লাভ কৰিবলৈ যোৱা বিজ্ঞানীকেইজনৰ বৃত্তিভোগ কৰাৰ সময় বঢ়াই দিয়া হ'ল। বিদেশী মুদ্ৰাৰ অভাৱত বিদেশী বিশেষজ্ঞ এজন আনিব পৰা নগ'ল বুলি বাতৰিকাকতৰ পৰা জানিব পৰা গ'ল। পিছে কেৰ্কেটুৱা নিধন হোৱাৰ পিছতো এজন কেৰ্কেটুৱা-সঞ্চালকৰ নিযুক্তি হ'ল। তেখেতে নতুন কাৰ্যভাৰ গ্ৰহণ কৰি সৰ্বাধিক প্ৰচাৰিত দৈনিক বাতৰি কাকত এখনত এটা প্ৰবন্ধ লিখিলে। এই প্ৰবন্ধৰ মূল বক্তব্য চমুকৈ ক'বলৈ হ'লে এনেকুৱা হ'ব ঃ যত বাঘ নাথাকে, তাত হৰিণাও নাথাকে। বাঘ আৰু হৰিণাৰ এই ওতঃপ্ৰোত সম্বন্ধই প্ৰমাণ কৰে যে সকলো ক্ষেত্ৰতে এটা জৈবিক ভাৰসাম্য আছে। তামোল নাথাকিলে কেৰ্কেটুৱাও নাথাকে। ই এক জৈবিক সত্য। পিছে কেৰ্কেটুৱা নাথাকিলে তামোল থাকিব। কাৰণ তামোল উদ্ভিদ। গতিকে দুবছৰমান তামোলৰ ফুলবোৰ গৰ্ভধাৰণৰ আগতে যদি বিনষ্ট কৰা হয়, তেতিয়াহ'লে আপোনা-আপুনি কেৰ্কেটুৱা নিধন হ'ব

আৰু তাৰ পিছত নতুনকৈ তামোল খেতিত ৰাইজে মনোনিৱেশ কৰিব পাৰিব। ইত্যাদি।

কিন্তু প্ৰবন্ধটোত পাৰিভাষিক শব্দ ইমান বেছি আছিল যে কোনেও এই বক্তব্যৰ মৰ্ম ধৰিব নোৱাৰিলে। অৱশ্যে ৰাজনৈতিক মহলত কৰ্ণেলে প্ৰচুৰ দুঃচিন্তাৰ সমল যোগালে। আহিনৰ মাজভাগতে এজন ক্ষমতাশালী মানুহে আহি তেখেতক ক'লে যে তেখেতক চৰকাৰে বন্য জন্তু সংৰক্ষণ বিভাগৰ অবৈতনিক সংৰক্ষক নিযুক্ত কৰিব খোজে আৰু তামোল বিশেষজ্ঞ সমিতিৰ সদস্য হিচাবেও পাবলৈ বিচাৰে। কাৰণ, তেখেতে কেৰ্কেটুৱাৰ ক্ষেত্ৰত প্ৰচুৰ প্ৰাণীবিদ্যাৰ পৰিচয় দিছে আৰু তামোল গছবোৰ ৰক্ষা কৰিও প্ৰভূত বিজ্ঞান-চিন্তাৰ প্ৰমাণ দিছে।

ইযাকে শুনি কৰ্ণেলৰ খং উঠিলনে নাই ধৰিব নোৱাৰি। সেই সময়ত তেওঁৰ ঘৰৰ এচুকত এটা ছাতি দেখা পালে। ওচৰত থিয় দি আছিল এটা মাউত। বোধকৰোঁ মাউতৰ লগত কৰ্ণেল চিকাৰলৈ যোৱাৰ কথা আছিল। ক্ষমতাশালী সমাজ-সেৱকজন প্ৰায় ছহাতমান দূৰত। সেয়েহে কৰ্ণেলে মাউতটোক ওচৰলৈ মাতি ফুচফুচাই ক'লে, "সৌ ছাতিটো আনচোন। মোৰ খুব হাঁহি উঠিছে। ছাতিটোৰ আঁৰ লৈয়ে অলপ হাঁহো। এওঁলোক ডাঙৰ মানুহ নহয়। দেখাকৈ হাঁহিলে কিজানি মান কৰা নাই বুলি ভাবিব পাৰে। "

# দেৱতাৰ ব্যাধি

মানুহজন ৰে'লৰ পৰা নামিল। সৰু ষ্টেচন। ৰে'ল কেৱল দুই মিনিটহে ৰয়। মানুহো নামিছে তিনিটা। বিশ বছৰৰ মূৰত এই ঠাইলৈ আহি তেওঁ বিমোৰত পৰি গ'ল। ষ্টেচনৰ দক্ষিণে আৰু উত্তৰে দুটা আলি আছে। কোনটো আলিৰে হেমাৰবৰিলৈ যাব লাগে তেওঁৰ সঠিক মনত নপৰিল। ৰে'লৰ পৰা নমা মানুহ দুটাই পথাঁৰ এখনৰ মাজেদি কোনোবা এখন গাঁৱলৈ পোনাইছে। আনটোৱে উত্তৰলৈ যোৱা আলিটোত উঠিছে। তেওঁ পিছফালৰ পৰা মানুহটোক মাত দিলে। মানুহটোৱে পিছফালে ঘূৰি চাই দেখিলে,— ওখ, বগা, আদহীয়া, থূলন্তৰ মানুহ এজনে তাৰফালে চাইছে। কান্ধত টোপোলা এটা লোৱা, খাকী লংপেণ্ট, বগা কামিজ আৰু গেৰুৱা ৰঙৰ কাপোৰৰ জোতা পিন্ধা হৃষ্টপুষ্ট ডেকা মানুহটোলৈ চাই তেওঁ সুধিলে, "হেমাৰবৰিলৈ এইফালেই যাব পাৰি নেকি?" সি খোজ পাতলাই নিদি ক'লে, "হয়। মোৰ লগে লগে আহি থাওক।"

মানুহজনে ঘনাই খোজ দি তাৰ ওচৰ চাপিল। সি টোপোলাটো ইখন কান্ধলৈ আনি মানুহজনলৈ চাই আকৌ সুধিলে, "এইফালে কেতিয়াও অহা নাই নেকি?"

"প্ৰায় কুৰি বছৰ আগতে হেমাৰবৰিতে আছিলোঁ। তাৰ পিছত এইফালে অহা নহ'ল।"

"এতিয়ানো আহিবলগীয়া হ'ল কিয়?'

"ইয়াৰ বহুত কথা। হেমাৰবৰিৰ অধিকাৰক লগ পাব লাগে। বৰ জৰুৰী কথা আছে।"

এনেকৈয়ে কথা পাতি দুয়ো গৈ থাকিল। মানুহটোৱে জানি আচৰিত হ'ল যে এই থূলন্তৰ পুৰুষজন ডেৰ শ মাইল আঁতৰৰ পৰা আহিছে কেৱল অধিকাৰক লগ পাবলৈহে। আন একো কাম নাই। চেহেৰা দেখিযেই ধৰিব পাৰি মানুহজন আঢ্যৱন্ত আৰু সুখী, মানুহজনেও জানিব পাৰিলে, এই একৈশ-বাইশ বছৰীয়া ল'ৰাটোৰ ঘৰ এফলীয়াবৰিত,—হেমাৰবৰিৰ কাষৰ গাঁওখনত। সি চাৰিদিনৰ ছুটী লৈ শালনাৰ পৰা আহিছে। তাত সি 'ফৰেষ্ট গাৰ্ড'।

"অধিকাৰক চিনি পোৱানে?"

"কোন অধিকাৰৰ কথা কৈছে? হেমাৰবৰিৰ প্ৰায়বোৰ মানুহকেই চিনি পাওঁ। কিন্তু কোন অধিকাৰ ক'ব নোৱাৰোঁ। আপুনি কওঁতেহে জানিলোঁ, হেমাৰবৰিতো তেনেহ'লে সত্ৰ এখন আছে।"

ল'ৰাটোৰ কথা শুনি থূলন্তৰ মানুহজনক বিচলিত হোৱা যেন লাগিল। অজানিতে তেওঁৰ মুখৰ পৰা এটা হুমুনিয়াহ ওলাই আহিল। তেওঁ আলিৰ দুইকাষৰ জুপুৰি ঘৰবোৰলৈ চালে। নঙঠা, আধা

নঙঠা ল'ৰা-ছোৱালীবোৰ আৰু গাঁৱৰ নিৰ্জীৱতাই তেওঁক বেথা দিলে। তেওঁ ভাবিলে, গাঁও এৰি 'ফৰেষ্ট গাৰ্ড' হোৱা ল'ৰাটোৰ অকণো দোষ নাই। হেমাৰবড়িত সত্ৰ এখন আছে বুলি নজনাটো হয়তো একো আচৰিত কথা নহয়। সত্ৰ, গোসাঁই, ধৰ্ম, ৰীতি-নীতি সকলো গৌণ, এই যুগত মুখ্য বস্তু হ'ল, অভাৱৰ পৰা ৰক্ষা পোৱাটোহে।

সি আকৌ ক'লে, "অৱশ্যে সৰু নামঘৰ এটা দেখিছোঁ। তাৰ ওচৰত বুঢ়া গোসাঁই এটা থাকে। সেই গোসাঁইটোৱেই কিজানি আপুনি কোৱা অধিকাৰ। নাম কি বাৰু?"

"তুৰাকান্ত।"

"হয় তেনেহ'লে, আমি তুৰা গোসাঁই বোলোঁ।"

ইযাকে কৈ সি আপোন মনে হাঁহিলে। এই হাঁহি তাচ্ছিল্যৰ হ'ব পাৰে, নতুবা তুৰাকান্ত দেৱগোস্বামীৰ বিষয়ে সি বিশেষ কিবা এটা কথা জনাৰ কাৰণেও হ'ব পাৰে। মানুহজনে তাৰ হাঁহিটো লক্ষ্য কৰি একো বুজিব নোৱাৰিলে। তেওঁৰ কৌতূহল হ'ল। সুধিলে, "হাঁহিলা দেখোন?" সি ক'লে "এনেয়ে।" কিন্তু সি এনেয়ে হঁহা নাছিল। গোসাঁইৰ অৰ্থাৎ অধিকাৰৰ লুভীয়া স্বভাৱটোৰ কথা মনত পৰিলতহে তাৰ হাঁহি উঠিছিল। সি গাঁৱত থাকোঁতে শনিবাৰে ফুলগুড়ি হাটলৈ আৰু মঙলবাৰে জাজৰি হাটলৈ গৈছিল। তেতিয়াই সি জানিব পাৰিছিল যে তুৰা গোসাঁই বৰ লুভীয়া। হাটৰ পৰা কোনোবাই যদি মাছ এটা আনে, তেওঁ দামটো সুধিবই আৰু কেনেকৈ জুতি-বুধি লগাই ৰান্ধিব তাৰ বিষয়ে বক্তৃতা এটা দিবই। কোনোবাই কাঠ আলু নিয়া দেখিলে তেওঁ মানুহটো ৰখাই শ'ল মাছৰ লগত খোৱাৰ বিষয়ে নিৰ্দেশ দিব। হাঁহ-পাৰ নিয়া দেখিলে তেওঁ ওচৰ চাপি আহি মঙহ কিমান আছে পৰীক্ষা কৰিবলৈকে ঠেং দুখনত ধৰি দাঙি চাব। বাটৰুৱাক এনেকৈ দাম-দৰ সুধি, কথা-বতৰা কৈ সময় নষ্ট কৰে যদিও বুঢ়া মানুহ কাৰণে তেওঁক কোনেও একো নকয়। কিন্তু আমনি পায়। কিছুমানে হাটৰ পৰা মাছ আনিলে তুৰা গোসাঁইৰ মুখ লাগিব বুলি তেওঁৰ পদূলি মুখ পোৱাৰ লগে লগে ভালকৈ ঢাকি লয়।

সেয়েহে তুৰা গোসাঁইৰ দৰে অদৰকাৰী বুঢ়া এটাক লগ পাবলৈ ডেৰশমান মাইল দূৰৈৰ পৰা এই ভব্য-গব্য মানুহজন অহা দেখি আৰু গোসাঁইৰ প্ৰতি কৌতূহল দেখি এতিয়া তাৰ হাঁহি উঠিছে। এই হাঁহি সি লুকুৱাব পৰা নাই। এই হাঁহিয়ে তুৰা গোসাঁইক উপলুঙা কৰা নাই। এই হাঁহিয়ে তুচ্ছ কৰিছে তেওঁক বিচাৰি অহা মানুহজনকহে। এই মানুহজনকহে 'ফৰেষ্ট গাৰ্ডে' আচৰিত ধৰণৰ বুলি ভাবিছে!

"তুমি বাৰু অধিকাৰক কিমান দিন দেখা নাই?"

"গাঁও এৰাৰ দিন ধৰি। ঘৰলৈ মাজে মাজে আহোঁ। কিন্তু সেইফালে যোৱা নাই।"

"যদি ঢুকাল?"

এৰা, মই সেই কথা ভাবিয়েই চোৱা নাই। হয়তো ঢুকাবও পাৰে। দুবছৰৰ আগতে গোসাঁইক বৰ নিশকতীয়া দেখিছিলোঁ। পিঠি বেঁকা হৈছিল। এৰা, আজিকালি কিছুমান খবৰ নেপাওঁ।"

মানুহজন এইবাৰ বৰ চিন্তিত হৈ পৰিল। তেওঁ ভাবিলে এই ল'ৰাটোৰ মনত তুৰাকান্ত দেৱগোস্বামীৰ মৃত্যু নিশ্চয় অতি সাধাৰণ কথা। কিজানি হেমাৰবড়িৰ মানুহৰ কাৰণেও। তেওঁৰ পদূলিৰ মুখেদি অহা-যোৱা কৰা হাটৰুৱাবোৰেও কিজানি গোসাঁই মৰা বুলি জানি এখন্তেক দুখ কৰিব আৰু পিছ মুহূৰ্ততে পাহৰি যাব। হয়তো সম্পৰ্কীয় মানুহে তেওঁ মৰাৰ পিছত আপদ খণ্ডিল বুলিহে ভাবিব। কিন্তু মানুহবোৰে নাজানে যে তুৰাকান্ত দেৱগোস্বামীৰ গাত কি গুণ লুকাই আছে! এৰা, এতিয়াৰ মানুহে

কেৱল ভাতমুঠিৰ কাৰণে জীৱনৰ বহুত কোমলতা আৰু সুন্দৰতা নেওচা দিবলৈ বাধ্য। দুখীয়া গাঁৱলীয়া মানুহবোৰে তুৰা গোসাঁইৰ কোনো গুণ বিচাৰি নোপোৱাটো স্বাভাৱিক। জেঠৰ বাৰখৰৰ বালিচৰত ফুল নুফুলে। আৰু বালিচৰে ফুলৰ আদৰ নুবুজে।

"বোপা, তোমালোকৰ গাঁওবোৰত আগৰ দৰে ভাওনা-সবাহ হয়নে?"

"কাচিৎহে। এবাৰ হেমাৰবড়িলৈকে গৈছিলোঁ। তাতো সেই। শঙ্কৰগুৰুৰ তিথিতো নামঘৰ খালী। মানুহৰনো কিয় ভাওনা-সবাহলৈ মতি হ'ব? বুইছে, ভাত মুঠিয়েই সকলো। ঘৰত ভাতমুঠি থকাহেঁতেন জানো মই ঘৰত গাভৰু তিৰোতাজনী এৰি শালনাৰ জংঘলত বনবাস খাটোঁগৈ? অথচ পাঁচ বছৰৰ আগতে ময়ে আটাইকেইখন গাঁৱৰ ভিতৰত উত্তম ভাৱৰীয়া আছিলোঁ। অৱশ্যে নিজে বৰাই কৰি কোৱা নাই। সকলোৱেই কয়।"

"ভাওনা কৰা মানুহ হৈও তুমি তুৰা গোসাঁইৰ নাম শুনা নাই? গোসাঁই যে খুউব নামজলা। তেওঁৰ মাত নহয় যেন বাঁহীহে। তেখেতৰ দৰে গায়ন নহ'ব-নুপজিব।"

"হয় নেকি? হ'বও পাৰে। পিছে আমি বুজন হোৱা দিন ধৰি সেই কথা শুনা নাই। হেমাৰবড়িত পতা ভাওনাতো গোসাঁইক দেখা নাই। কিজানি বেছি বুঢ়া হ'ল কাৰণেই নাহে।"

"পিছে তেখেত মোৰ বয়সৰে।"

"আপোনাৰ বয়সৰে? আপোনাৰ বাৰু বয়স কিমান?"

"আঢৈ কুৰি চাৰি।"

"হয় নেকি? তেনেহ'লে গোসাঁইৰ বেছি বয়স হোৱা নাই। পিছে গোসাঁইক দেখিলে চাৰি কুৰিৰ ওপৰ যেন লাগে। তেখেত বাৰু আপোনাৰ কি হয়?"

"মই তেখেতৰ শিচ।"

"হয় নেকি? মই তেখেতৰ শিচ আছে বুলি আজিহে জানিলোঁ।"

"এৰা আজিকালি গোসাঁই আৰু শিচৰ কোনো সম্পৰ্ক নোহোৱা হ'ল। দিন বহুত সলনি হ'ল। নহ'লেনো তুমি খোল-তাল, খেতি-বাতি এৰি জংঘলত থাকিব লাগেনে?"

"ঠিক কথা কৈছে। এই কেইবছৰতে গাঁওবোৰ মৰিশালি হ'ল। প্ৰায়বোৰ মানুহৰ খাবলৈ নাই। উপায় নেপাই কোনোবাই আঁতৰত হাজিৰা খাটিছে। আনকি বামুণৰ ল'ৰাও চহৰত পিয়ন হৈছে, নীহকুলীয়া মানুহৰ ভাত ৰান্ধনি হৈছে।

তিনি মাইল বাট শেষ হ'ল। 'ফৰেষ্ট গাৰ্ডে' মানুহজনক হেমাৰবড়িলৈ যোৱা বাটটো দেখুৱাই দিলে। আপোন মানুহক মাত লগোৱাৰ দৰে আন্তৰিকতাৰে বিদায় ল'লে। নিজৰ গাঁৱৰ ফালে সি খোজ দিলে। মানুহজনৰহে আচৰিত লাগিল। এই ল'ৰাটোৱে ভাওনাৰ উত্তম ভাৱৰীয়া হৈও তুৰাকান্ত দেৱগোস্বামীৰ বিষয়ে কিয় একো নাজানে? তেখেত ঢুকাল? ল'ৰাটোৱে তেওঁক কি উদ্দেশ্যৰে তেখেতৰ ওচৰলৈ আহিছে বুলি কিয় নুসুধিলে? হয়তো সি ভাবি ল'লে যে ভকতে গুৰুক দেখা কৰিবলৈ আহিছে। এতিয়াৰ দিনত এইটো বিৰল কথা যদিও সি বিশ্বাস কৰিলে। তাৰ বিষয়ে তেওঁ সকলো কথাই জানিলে। কিন্তু সি তেওঁ কি কৰে, আগতে ঘৰ ক'ত আছিল, কিয় আঁতৰলৈ উঠি গ'ল আদি কথা নুসুধিলে। হয়তো বহুদিনৰ মূৰত ঘৰলৈ যাব কাৰণে গাভৰু ঘৈণীয়েকৰ ভাবনাই তাৰ আনৰ প্ৰতি কৌতূহল নাইকিয়া কৰিলে।

তেওঁ হেমাৰবৰিত সোমাল। বাটত তেওঁ দুই-এক মানুহক লগ পাইছে। সিহঁতে তেওঁক দেখি চিনি পোৱা নাই। মাত্ৰ বুঢ়া ডাঙৰীয়াৰ দৰে শুৱনি মানুহজনলৈ কৌতূহলেৰে চাইছেহে।

গাঁৱৰ ওখোৰা-মোখোৰা আলিয়ে আভাস দিছে, গাঁৱলীয়া মানুহৰ পোতাশালৰ জীৱনৰ। বাকৰিত, চোতালত, বেৰত, পিৰালিত, মানুহৰ মুখত আৰু সাজ লগা সময়ৰ প্ৰাণৰ উত্তাপ নথকা অস্পষ্ট কলৰৱত যাতনা, দীনতা আৰু স্থবিৰতাৰ চিন।

তেওঁ চাই গ'ল। এইটো একালত বাটচ'ৰা আছিল। এতিয়া তাৰ চিন-চাব নাই। এসময়ত কিন্তু এই বাটচ'ৰাৰ মুখত তেতিয়াৰ ত্ৰিশ বছৰীয়া অধিকাৰক চাবলৈ মানুহৰ ভিৰ হৈছিল। অধিকাৰ শিচ্ ফুৰিবলৈ যোৱাৰ সময়ত আৰু ঘূৰি অহাৰ সময়ত এই বাটচ'ৰাৰ মুখতে তেখেতক খোল-তালেৰে আদৰিছিল। আগতে এইখিনি ঠাইৰ পৰা মানুহে জোতা পিন্ধি বা ছাতি লৈ নগৈছিল। এতিয়া তেওঁৰ চকুত পৰিছে, মটৰৰ টায়াৰৰ চেণ্ডেল পিন্ধা মৈমনচিঙীয়া এটা গপ্ গপ্ কৰে গৈ আছে। তেওঁ পিছে পিছে গৈ আছে। কাল সন্ধিয়া হৈছে। এই সময়ত আগৰ হেমাৰবৰিত দবা-কাঁহৰ মাত শুনিবলৈ পোৱা গৈছিল। খোল-তাল, গীত-মাত, পযাৰ-বিলাপ আৰু উচ্ছল কথা-বতৰাৰে হেমাৰবৰিয়ে সত্ৰীয়া সংস্কৃতি, সুখ-সাচ্ছন্দ্য আৰু প্ৰাণ-প্ৰাচুৰ্যৰ আগজাননী দিছিল। কিন্তু এতিয়া শুনা গৈছে,—বিহাৰী মানুহৰ 'হলি'ৰ গান আৰু অলপ নিলগতে হাই-কাজিয়া। তেওঁৰ চকুত পৰিল সত্ৰৰ নামঘৰটো। সন্ধিয়া নামঘৰৰ সিংহাসনৰ ওচৰত এগছি চাকি জ্বলিছে। চাকিৰ পোহৰত জিলিকিছে কেইটামান উদঙীয়া গৰু-ছাগলী। নামঘৰটোৰ বেৰ নাই। অলপ হালিছে। জৰাজীৰ্ণ নামঘৰটোৱে গাঁৱৰ মানুহৰ নিছলা অৱস্থাৰেই হয়তো সাক্ষী দিছে। সেয়েহে তেওঁৰ এইবাৰ সঁচাসঁচি বিশ্বাস হ'ল যে ফৰেষ্ট গাৰ্ডে অনুমান কৰাই সঁচা। তুৰাকান্ত দেৱগোস্বামীৰ মৃত্যুও হ'ব পাৰে।

দুখ আৰু সন্দেহ মনেৰে তেওঁ আগুৱাই গ'ল। অলপ দূৰৈত দেখা পালে এটা ইটাৰ ভাটা। সেইফালৰ পৰা মানুহ আহি আছে। তাৰ লগত ভেটা-ভেটি হ'লত তেওঁ সুধিলে, "এইফালে তুৰা গোসাঁইৰ ঘৰলৈ যায়, নহয়?"

সি মাটিত ভালকৈ খোজ কাঢ়িব পৰা নাই। মুখত মদৰ ভেলেকা ভেলেকা গোন্ধ। সি ঘৰ এটাৰ ফালে আঙুলিয়াই দেখুৱাই তেওঁক পাৰ হৈ গ'ল। তেওঁ আকৌ সুধিলে, "তেখেত ঘৰত আছেনে?" সি ক'লে, "থাকিব পায়।"

ইয়াকে শুনি তেওঁ সকাহ পালে। তুৰাকান্ত অধিকাৰ তেনেহ'লে মৰা নাই। তেওঁ দুখোজমান আগুৱাই আহিল। ইতিমধ্যে সেই মদ খোৱা মানুহটো উভতি আহি তেওঁক লগ ধৰিলে, আৰু সুধিলে, "টকা এটা হ'বনে, বাৰু?" তেওঁ একো চিন্তা নকৰি তাৰ হাতত টকা এটা দিলে আৰু সুধিলে "তোমাৰ ঘৰ ইয়াতে হ'বলা?" সি ক'লে, "ইয়াতে। সৌটো মোৰ ঘৰ।" সি তুৰাকান্ত অধিকাৰৰ ওচৰৰ ঘৰটো দেখুৱাই দিলে।

"তোমাৰ আতাৰাৰ নাম?"

"দেউকান্ত।"

দেউকান্ত হ'ল এই সত্ৰৰ ডেকা অধিকাৰ। এতিয়া তেখেতৰ ল'ৰাৰ মুখত মদৰ গোন্ধ পাই তেখেত আচৰিত হ'ল।

"তুমি কি কাম কৰা?"

"ইটাৰ কাম।"

কোৱাৰ লগে লগে সি সময় ব্যয় নকৰি কোবাকুবিকৈ আঁতৰ হ'ল।

মানুহজন এইবাৰ তুৰাকান্ত অধিকাৰৰ ঘৰ সোমাল। মাত দিলে। বহুত সময় ৰৈ থকাৰ পিছত হাতত চাকি এটা লৈ গাভৰু ছোৱালী এজনী ওলাই আহিল। সুধিলে, "কাক বিচাৰিছে?"

"অধিকাৰক।"

"অলপ বহক।" তাই হাত ভগা চকী এখনলৈ আঙুলিয়াই দিলে। তেওঁ বহাৰ পিছত তাই আকৌ সুধিলে, "ক'ৰ পৰা আহিছে?"

"বহুত দূৰৈৰ পৰা। তেখেতৰ লগত মোৰ এটা বিশেষ কথা আছে।"

"বিশেষ কথা। বৰ জৰুৰী নেকি?"

"এৰা, জৰুৰী কাৰণেই ইমান দূৰ আহিলোঁ।"

"বহক বাৰু। আতা অলপতে ওলাবহি।"

"ক'লৈনো গৈছে?"

"কেবাদিনৰ মূৰত ৰেচনৰ দোকানত আজিহে চাউল আহিছে। আতা নিজেই গৈছে।"

চাকিটো তুল"এখনৰ ওপৰত থৈ ছোৱালীজনী আকৌ ভিতৰ সোমাল। মানুহজনে ঘৰটো খুটি-নাতিকৈ লক্ষ্য কৰিবলৈ ধৰিলে। ঘৰৰ বেৰবোৰ হয়তো বহুত দিন মেৰামতি কৰা নাই। ছালেদি আকাশৰ তৰা গণিব পাৰি। তেওঁ বহি থকা কোঠালিটোৰ এচুকত আছে এটা বৰতি ছিগা, এলান্ধু লগা খোল আৰু আন এটা চুকত কিছুমান ভগা-ছিগা উঘা-চেৰেকী।

সম্ভৱ ছোৱালীজনীয়ে তেওঁক ৰাতি থাকিব বুলি ধৰি লৈছিল নাইবা আতাকৰ নলে গলে লগা মানুহ বুলি ভাবিছিল। তাই লোটা এটা আৰু গামোচা এখন তেওঁৰ ওচৰত থৈ ক'লে, "হাত-মুখ ধুই লওক, আতা ওলাবহি এতিয়া।"

তেওঁৰ হাত-মুখ ধোৱাৰ ইচ্ছা নাইকিয়া হৈ গ'ল। তুৰাকান্ত অধিকাৰৰ ঘৰুৱা কথা জানিবলৈহে আগ্ৰহ হ'ল।

"তুমি বাৰু "

"জীয়েক।"

"আৰু কোন কোন আছে?"

"ভাই দুটা।"

"মাৰা?"

"আৰু বেলি ঢুকাল।"

"ভায়েৰাহঁতে পঢ়ে?"

"পঢ়িছিল।"

"কিমানলৈকে? এতিয়া কি কৰে?"

"ক'বলৈকে বেয়া লাগে।"

"কিয়?"

"এটা ধৰা পৰি জে'লত আছে। আপুনি নাজানে?"

"এৰা, নেজানো। মই বিশ বছৰ এইফালে অহা নাই।"

"তেনেহ'লে আপুনিও আতাৰ একো নহয়?"

"শিচহে।"

তাই আচৰিত হ'ল। তাইৰ মনত পৰা দিনৰে পৰা কোনো শিষ্য সিহঁতৰ ঘৰলৈ অহা নাই। আজি এই শুৱনি মানুহজনৰনো কি ইচ্ছা হ'ল? মানুহজন নিশ্চয় চহৰৰ। আহিছেও ইমান দূৰৈৰ পৰা। তাই একো কাৰণ বিচাৰি নাপালে। ভাবিলে হঠাতে শুভ দিন আহিছে।

"আতাৰে আগৰ দৰে গীত-পদ গায়নে?"

"আমি হ'লে শুনা মনত নপৰে। দুই-একে কৈছে বোলে আতাৰ সমান হেনো বৰগীত গোৱা মানুহ এই অঞ্চলত নাছিল। বাৰু, আপুনি বহকচোন। মই তামোল এখন কাটোঁগে।"

তাই আকৌ ভিতৰ সোমাল। তেওঁ ভাবিলে, পূৰ্বতে অধিকাৰৰ ঘৰত ছোৱালীক কেতিয়াও অচিনাকি মানুহৰ আগত ওলোৱা দেখা নগৈছিল। এতিয়া সেই সত্ৰৰ ছোৱালীয়েই অচিনাকি মানুহৰ লগত কথাও পাতিছেহি। কথা-বতৰাও অধিকাৰৰ ঘৰৰ দৰে নহয়। অধিকাৰৰ ঘৰত তামোল এখনক সদায় 'গুৱা এভাগ' বুলিহে কোৱা শুনিছিল।

সৰু মোনা এটাত কিবা বস্তু লৈ হেলাই-হেফাই বুঢ়া এজন সোমালহি। বুঢ়াৰ দেহা উৰলিছে। চুলি সৰিছে। দাঁত সৰিছে, অৱশিষ্ট চুলিবোৰ পকিছে। গাত, মুখত, চকুত সকলোতে বাৰ্দ্ধক্যৰ নিদাৰুণ আঁচোৰ। এইজন মানুহেই তুৰাকান্ত অধিকাৰ বুলি তেওঁ বহু কষ্ট কৰি চিনি পালে। তেওঁ চকীৰ পৰা উঠিল আৰু তেখেতৰ ভৰি ছুই সেৱা কৰিলে। হাতৰ তলুৱা এচলু কৰি মাটিত থৈ সেৱা গ্ৰহণ কৰি সেৱা কৰা সুন্দৰ মানুহজনৰ ফালে অধিকাৰে বিহ্বল চকুৰে চালে। তেখেত খুব অপ্ৰস্তুত হৈ পৰিল। মানুহজনে দক্ষিণা স্বৰূপে তেখেতৰ হাতত দহ টকীয়া নোট দুখন গুঁজি দিলে। মানুহজন থিয় দি ৰ'ল।

"নীলপদ্ম! তুমি?"

"হয় প্ৰভু।"

"মোক প্ৰভু নুবুলিবা নীলপদ্ম। মই পাতকী। পাতকী নহ'লে জানো মোৰ এই অৱস্থা হয়?" অধিকাৰৰ মাতটো আবেগত কঁপা কঁপা।

ছোৱালীজনী তামোলৰ বটাটো লৈ ওলাই আহিল। একো নামাতি বটাটো তুলখনৰ ওপৰত চাকিটোৰ ওচৰত থৈ আতাকে অনা মোনাটো ভিতৰলৈ লৈ গ'ল। ভাগৰত অহা অধিকাৰ একমাত্ৰ চকীখনত বহিল। নীলপদ্ম বহিল সমান ওখ ভগা মূঢ়া এটাত। তেওঁৰ উচ্চ আসনত বহাৰ ইচ্ছা নাছিল। অধিকাৰৰ অনুৰোধ মতেহে তাত বহিবলগীয়া হ'ল।

"কি খবৰ নীলপদ্ম? মোকনো কিয় মনত পৰিল? তোমাক যে এযুগ দেখা নাই। তুমি দেখাত আগতকৈও ভাল হ'লা। তোমাকহে গোসাঁই যেন লাগে।"

"তেনেকৈ নক'ব, প্ৰভু। বৰ দুখ পাম।"

"ইমান দিন ক'ত আছিলা? কি কৰিলা? এতিয়া ক'ত থাকা?"

"ইয়াৰ পৰা গৈয়েই চাহ বাগিচাত কাম পালোঁ। ভগৱানৰ ইচ্ছা, সেই বিদ্যাৰেই খোপে খোপে উঠি বাগিচাৰ বৰবাবু হ'লোঁগৈ। আৰু বেলি পেঞ্চন পালোঁ। যোৰহাটতে ঘৰ সাঁজিলোঁ। ইমান দিনে বাগিচাত বহতীয়া হৈ থকাৰ কাৰণেই এইফালে আহিবলৈ সময় নহ'ল। ভাটী বয়সতহে আহিবলৈ সময়

পালোঁ।

নীলপদ্মৰ জীৱনত আৰু সুখৰ খবৰ আছে। কিন্তু অধিকাৰ বিপৰীত অৱস্থাত পৰা দেখি তেওঁ দুখ পাইছে। সেয়েহে অধিকাৰৰ আগত তেওঁৰ শকত চাকৰি কৰা ল'ৰা দুটা আৰু ধনী জোঁৱায়েকৰ কথা ক'বলৈ ভাল নেপালে।

"মোৰ অৱস্থাতো দেখিছাই। শিচ-তিচ নাহে। কোনোমতে উশাহ-নিশাহ লৈ বাচি আছোঁ মাত্ৰ। এই জীৱন মানুহৰ জীৱন নহয়, নীলপদ্ম। এৰা, শিচসকলে একো ভুল কৰা নাই। মোতকৈ আগতেই হযতো সিহঁতে বুজি পালে যে পাপ-পুণ্য আৰু ধৰ্ম-অধৰ্মৰ লগত উন্নতিৰ সম্পৰ্ক নাই। এই কথা মই আগতেই বুজি পোৱাহেঁতেন মোৰ এই অৱস্থা নহয়। মোতকৈ কুকুৰ-শিয়ালো ভালেৰে আছে।"

অধিকাৰে অনৰ্গল মনৰ কথা কৈ গ'ল। নীলপদ্মই দেখা পালে, তেখেতৰ চকুপানী গাল দুখনেদি বৈ আহি থুঁতৰিত মিলি গৈছে। নীলপদ্মৰ অসহ্য লাগিল। নিজৰ চকুপানীও লুকুৱাব নোৱাৰিলে। তেওঁ যি উদ্দেশ্যেৰে আহিছিল, সেই উদ্দেশ্য ব্যক্ত কৰিবলৈ তেওঁৰ সাহস নহ'ল। ভালেমান পৰ দুয়ো নিমাত। কিন্তু দৃষ্টি বিনিময়ৰ যোগেদি দুয়োৰে মাজত বহুত ভাবৰ বিনিময় হ'ল। অৱশেষত অধিকাৰে সুধিলে, "চৰ্চা কেনে আছে নীলপদ্ম?"

"কিহৰ চৰ্চা, প্ৰভু?"

"তোমাকো বুজাই ক'ব লাগে, নীলপদ্ম?— দেউবিদ্যাৰ চৰ্চাৰ কথা কৈছোঁ। এইবোৰ কথা শুনিবলৈ, আলচ কৰিবলৈ মোৰ খুউব ইচ্ছা হয। কিন্তু কোনো লগ নাই। কাৰো আগ্ৰহ নাই। মই খুউব অকলশৰীয়া। তোমাক দেখিহে আজি দহ বছৰৰ মূৰত মনত পৰিছে,— মযো এসময়ত গাইছিলোঁ, গীতত হিয়া ঢালি দিছিলোঁ, গীতৰ যোগেদি এদিন প্ৰভুক অনুভৱ কৰিছিলোঁ। কিন্তু সেই দিন নাই। এৰা, মই ঠিকেই অনুভৱ কৰিছোঁ। পাপ-পুণ্য, ভাল পোৱা, বেয়া পোৱা আৰু ঈশ্বৰ বিশ্বাসৰ লগত ইহ জনমৰ কোনো সম্পৰ্ক নাই। মোৰ খুব ভুল হ'ল, নীলপদ্ম!— মোৰ খুব ভুল হ'ল!! প্ৰথম ভুল হ'ল গোসাঁইৰ ঘৰত জনম লৈ। তাতকৈ ডাঙৰ ভুল হ'ল— আন একো নেভাবি গীত-মাতক ভাল পাই জীৱনটো সঁপি দিযাত। এনে এখন সমাজত মই সুকীযা এটা মন লৈ জীযাই থকাৰ কোনো অৰ্থ নাই।"

উত্তেজনাৰে একেলাটে ইমানখিনি কথা কৈ অধিকাৰ ভাগৰি পৰিল। মূৰটো বেৰত আওঁজালে। নীলপদ্মই ভাবিলে কুৰি বছৰৰ আগৰ কথা। তেতিয়া এইজন তুৱাকান্ত অধিকাৰক চাবলৈ বহুত দূৰৰ পৰা মানুহ আহিছিল। তেখেতৰ গীত শুনি মানুহ মুগ্ধ হৈছিল। গোটেই নগাঁও জিলাত তুৱাকান্ত গোসাঁইৰ নাম বিয়পিছিল। তেখেতৰ মুখৰ গীত শুনাটো সকলোৱে ভাগ্যৰ কথা বুলি ভাবিছিল। কিন্তু এতিয়া ওচৰৰ মানুহেই তেখেত মৰিল নে আছে খবৰ ৰখা নাই।

"নীলপদ্ম!"

"প্ৰভু!"

"দেশখন স্বাধীন হোৱা ওঠৰ বছৰ হ'ল। ইমান কষ্ট কৰি স্বাধীন হোৱাৰ কি প্ৰযোজন আছিল? আমাৰ কি লাভ হ'ল? অৱশ্যে তোমাৰ কথা নকওঁ। আচল সময়তেই এইবোৰ এৰি আজিৰ মানুহৰ কাম কৰিলা? পিচে দেশ স্বাধীন নোহোৱাহেঁতেনো তুমি বাগিচাত চাকৰি কৰিব পাৰিলাহেঁতেন। কিন্তু গাঁৱৰ মানুহবোৰৰ কি হৈছে? সিহঁত আগতে দুখীয়া থাকিলেও অন্ততঃ মানুহৰ দৰেই আছিল। এতিয়া আৰু আমাক মানুহ বুলি ক'ব নোৱাৰি।"

"প্ৰভু! মোৰ মনেৰে স্বাধীনতাৰ আগতে এইবোৰত বাপ থকা মানুহ স্বাধীন আছিল। স্বাধীনতাৰ পিছতহে পৰাধীন হ'ল।"

"এৰা, তুমি মোৰ মনৰ কথা কৈছা।"

বিশ বছৰ পিছত দেখা-দেখি হোৱাত দুয়ো অনেক মনৰ কথা পাতিলে। ভাওনা পতাৰ কথা, ছালি নৃত্য শিকিবলৈ গড়মুৰ সত্ৰত থকাৰ কথা, কেইটামান বিশেষ ৰাগিণী শিকিবলৈ কমলাবাৰীলৈ যোৱাৰ কথা, কৰচুং সত্ৰত ৰাসযাত্ৰা শিকোৱাৰ কথা। আৰু অনেক। নীলপদ্মক পাই অধিকাৰে যেন বহুত দিনৰ মূৰত এটা বৈষয়িক চিন্তা নথকা উচ্চতৰ জীৱনৰ দিন বিচাৰি পালে।

নিশাৰ আহাৰৰ পিছত নীলপদ্ম শুই পৰিল। আলহী বুলি সুকীয়া খোৱাৰ ব্যৱস্থা নাছিল। শিলগুটি মিহলি চাউল, অলপমান বেঙেনা ভজা আৰু ডাইলৰ পাতল পানী। ইমানেই। অধিকাৰে নিজৰ নিছলা অৱস্থা ঢাকিবলৈ অকণো ইচ্ছা নকৰিলে। কিন্তু পুৱাৰ লগে লগেহে নীলপদ্মই নিজকে বৰ আচহুৱা অনুভৱ কৰিলে। এই ঠাইত চৌদিশে হা-হুতাশ। চৌদিশে নোপোৱাৰ ব্যাকুলতা। এই ব্যাকুলতাত তেজ নাই, বিদ্ৰোহ নাই। মৰিশালিৰ নীৰৱতায়ো ফেঁচাৰ কুৰুলি, হুদুৰ মাত আৰু বতাহৰ সোঁ-সোঁৱনিৰ মাজেদি মৃতকৰ জীৱন পোৱাৰ আকাঙ্ক্ষাৰ বিক্ষোভ তোলে। কিন্তু এই গাঁওবোৰত, ঐতিহ্য থকা এই সত্ৰখনত, ক'তো নোপোৱাৰ বিক্ষোভ নাই। এনে জীৱন্মৃত অৱস্থাত থাকি এটা ৰাতিৰ ভিতৰতে নীলপদ্মৰ আমনি লাগিল। তেওঁৰ ভাব হ'ল,— তুৱাকান্ত যেন জীৱন্ত মানুহ নহয়, ভূতহে। তুৱাকান্তৰ প্ৰতিও তেওঁৰ শ্ৰদ্ধা নোহোৱা হ'ল। সেই কাৰণে তুৱাকান্তৰ কাষলৈ অহাৰ উদ্দেশ্য ব্যক্ত নকৰি যোৰহাটলৈ যোৱাৰ কথা উলিয়ালে। তেওঁৰ মনত এক নতুন সত্যই ভুমুকি মাৰিলে। সেয়ে হ'ল,— সঙ্গীততকৈ জীৱন ডাঙৰ। এই জীৱন আছে তেওঁৰ সচ্ছল পৰিয়ালটোৰ মাজত। সঙ্গীত মাত্ৰ এটা বিলাসহে। আৰু তেওঁ সঙ্গীতক বিলাস বুলি ভাবি লোৱাৰ কাৰণে নিজকে গৰিহণাও দিছে। তেওঁ ভাবিছে, সঙ্গীতক এনেকৈ ভাবিবলৈ বাধ্য হৈছে, মনৰ বহুত সূক্ষ্ম অনুভূতি হ্ৰাস পোৱা কাৰণেহে। যোৱা কুৰি বছৰৰ উৎকট জীৱন সংগ্ৰামে তেওঁৰ মনৰ পৰা বহু কোমলতা, অনুভূতি আৰু স্পৰ্শকাতৰতা নাইকিয়া কৰিলে।

তেওঁ যাবলৈ ওলোৱাত তুৱাকান্ত অধিকাৰ অযথা গম্ভীৰ হৈ পৰিল।

"আৰু এদিন থাকিব নোৱাৰা?"

"ঘৰত কাম আছে।"

"তেনেহ'লে কিয় আহিছিলা? একুৰি টকা দি সেৱা কৰি ধনৰ গৰ্ব দেখুৱাবলৈ?"

নীলপদ্ম ক্ষুব্ধ হ'ল। তাকে প্ৰকাশ নকৰি বিনীতভাৱে ক'লে, "মই মাথোন চাবলৈহে আহিছিলোঁ। আপোনাক চাবলৈ খুউব ইচ্ছা হৈছিল। কাৰণ, আপুনি শেষ হোৱাৰ লগে লগেই এটা যুগ শেষ।"

অধিকাৰে হয়তো এই কথাৰ মৰ্ম বুজি নেপালে। তেখেতে ক'লে, "শুনা নীলপদ্ম! আজিৰ দিনত স্বাৰ্থ নাথাকিলে কোনো কাৰো ওচৰলৈ নাহে। মোত শৰণ লোৱা ইয়াৰ ভকতসকলেই মোৰ ওচৰলৈ নাহে। তুমি নিশ্চয় কিবা উদ্দেশ্যেৰে আহিছিলা।"

এইবাৰ নীলপদ্মই আচল কথাটো উলিয়াবলৈ চেলু পালে। ক'লে "বহুত আশা কৰি আপোনাৰ ওচৰ পাইছিলোঁ। কিন্তু মোৰ ক'বলৈকে সাহস হোৱা নাই।"

"নোকোৱা কিয়? ক'লেহে জানিব পাৰিম। মোৰ নিচিনা মানুহ এটাইতো তোমাক খং কৰাৰ

অৰ্থ নাই। তুমি যে উপযাচি ওলালাহি। সেই কাৰণে মৰমতে এইকণ সময়ৰ ভিতৰতে তোমাৰ লগত ওফন্দো পাতি সুখ পাইছোঁ।"

"আপুনি দুখ পাব বুলিহে সেই কথা উলিওৱা নাই। ময়ো জানো যে বালিৰ ওপৰত ভেট নুফুলে। কথাটো হ'ল, চহৰত আমি পেঞ্চন পোৱা মানুহ কেইজনমানে এটা শঙ্কৰ সংঘ খুলিলোঁ। এতিয়া আনৰো হাত উজনী পাই এই সংঘ খুউব ডাঙৰ হৈ পৰিল। আমি এখন শঙ্কৰী কলাকৃষ্টিৰ শাখাও খুলিলোঁ। অলপতে এজন বিখ্যাত মানুহ আমাৰ সংঘলৈ গৈছিল। তেখেতে পুৰণি গীত-মাত উদ্ধাৰ কৰাত লাগি আছে। আনহাতেদি তেখেত বিশ্ববিদ্যালয়ৰ অধ্যাপকো। তেখেতে ক'লে যে মহাপুৰুষৰ ৰাগ-ৰাগিণীৰ ভালেমানৰে শুদ্ধকৈ গাওঁতা মানুহ নাই! তেখেতে আকৌ ক'লে, —— অহিৰ, ধনশ্ৰী, শ্ৰীগান্ধাৰ, বডাডী আৰু ৰামকেলি ৰাগ চিৰদিনলৈ লুপ্ত হ'ল। মই কিন্তু আপোনাৰ কথা কোৱাত তেখেত খুব আচৰিত হ'ল। মোৰ কথা শুনি তেখেতে খুব সন্তোষ পালে। মই দেশৰ হকেই গাত ল'লোঁ যে এই ৰাগ আপোনাৰ যোগেদি ৰক্ষা কৰিম। সেই কাৰণেই কালি ৰেডিঅ'ৰ মানুহ এজন আৰু তেখেতক লগত লৈ আহিছিলোঁ। তেওঁলোক এতিয়া ৰহাৰ ডাক বঙলাত আছে। লগত 'টেপ্ ৰেকৰ্ডাৰ' লৈ আহিছে।"

"সেইটো কি বস্তু?"

"আপুনি গালেই সেই যন্ত্ৰৰ ফিটাত গীতবোৰ ৰৈ যাব। গীতবোৰ সেই ফিটাৰ পৰাই সদায় বজাব পৰা যাব। আপোনাৰ গীত চিৰদিনলৈ ৰৈ যাব। আপুনি গাওঁ বুলি ক'লেই তেওঁক আজিৰ ভিতৰতে লৈ আহিম।"

ইয়াকে শুনি অধিকাৰ সৰু ল'ৰা এটাৰ দৰে অস্থিৰ হৈ পৰিল। হাত এখনেৰে কোটৰগত চকুহাল লুকুৱাই পোনতে হুমুনিযাহ কাটিলে, তাৰ পিছত তেওঁৰ মুখৰ পৰা উচুপনিৰ দৰে শব্দ এটা শুনিবলৈ পোৱা গ'ল। কিছুপৰৰ পিছত অধিকাৰৰ বিহ্বলতা ক্ৰমাৎ কমি আহিল। থোকা-থুকি মাতেৰে ক'লে, "নীলপদ্ম! কিয় তুমি পাঁচ বছৰৰ আগতে নাহিলা? মৰাৰ আগলৈকে দুখটো বুকুত বান্ধি ল'বলৈকে কিয় আজি এই কথা ক'লা? মই এতিয়া অহিৰ, শ্ৰীগান্ধাৰৰ কথা বাদেই, কানাডাৰ দৰে সহজ ৰাগ এটাও টানিব নোৱাৰোঁ। পেট পুৰাই যদি খাবলৈকে নেপাওঁ, মাত ওলায় কেনেকৈ? পেটৰ ভোকত অহিৰ ৰাগৰ গীত একুট গাবলৈকে বৰ মন যায়, "পয়লি বহু পঙ্ক, হামু বহু ৰঙ্ক।" কিমান কৰুণ! গাব পৰাহেঁতেন হয়তো পেটৰ ভোক আৰু মনৰ দুখ বহুত কমিলহেঁতেন। কিন্তু নোৱাৰোঁ, মাতটো নোলায়। ভালকৈ আহাৰ নোপোৱা শৰীৰটোৱে আগৰ মাতটো ৰাখিব নোৱাৰিলে। এতিয়া গালেই ফোঁপনি উঠে।"

এইবাৰ অধিকাৰে চলচলীয়া চকুৰে নীলপদ্মলৈ আক্ৰোশেৰে চালে। সেই দৃষ্টি যেন দুৰ্বাসাৰ দৃষ্টি। সেই দৃষ্টিত পুৰণি গীত-মাতৰ পম খেদি সংস্কৃতি ৰক্ষা কৰিবলৈ বিচৰা নীলপদ্ম ফুকন যেন ছাই হৈ গ'ল। কালিৰে পৰা তেওঁ শুনি আহিছে অধিকাৰৰ মাতটো। এই মাত অকাল বাৰ্দ্ধক্যৰে ক্লীব হৈ গৈছে। এই মাতত দুখৰ বিননি আছে, একো নোপোৱাৰ তিক্ততা আছে; আগৰ পৌৰুষ নাই।

নীলপদ্ম ফুকনে কি ক'ম কি নক'ম ভাবি ওৰ নাপালে। তেওঁ বজ্ৰাহত মানুহৰ দৰে থিয় দি ৰ'ল। ভাবিলে, তেওঁ এতিয়া ক্ষমা প্ৰাৰ্থনা কৰিবনে, তেওঁক সান্ত্বনা দিব? নতুবা কেইসাঁজমান ভালকৈ খাবৰ কাৰণে এতিয়াৰ অপাৰগ মহান শিল্পীগৰাকীক সেৱা কৰাৰ চলেৰে এশ টকা দান দি লৰালৰিকৈ

গুচি আহিব? কিন্তু হঠাতে তুৰাকান্ত অধিকাৰৰ কৰ্কশ আৰু খঙাল মাতটো শুনি তেওঁৰ গাৰ নোম শিয়ৰি উঠিল। অধিকাৰে এনেকৈ চিঞৰিছে যেন তেখেতৰ গাত জুইহে জ্বলিছে।

"কি চাই আছা? নোযোৱা কিয়? যোৱা! যোৱা!! বেগতে যোৱা। এই মুহূৰ্ত্ততে যোৱা। মোক চাই থাকি ৰং লাগিছে নহয়! যোৱা, তুমি যোৱাৰ পিছতহে মই কিজানি শান্তি পাম। এতিয়াই যোৱা, কি চাই আছা? সিহঁতক কোৱাগৈ, তুৰাকান্ত বোলা গোসাঁইটো মৰিল, তাৰ হাড়ত তিল গজিল "

"কিন্তু "

"কিন্তু-চিন্তু নাই। এতিযাই যোৱা। তোমাক চাই থাকিও মোৰ অসহ্য লাগিছে।"

নীলপদ্ম যাওঁ-নেযাওঁকৈ খোজ দি অধিকাৰৰ ফালে দুবাৰমান ঘূৰি চালে। তাৰ পিছত তেওঁ দ্ৰুত বেগেৰে আঁতৰ হ'ল।

# ত্ৰৈৰাশিক

বিজুলী বাতি নথকা এইখন ঠাইত তিনিখন পাণৰ দোকান আছে। দোকানৰ হাৰিকেন লেমে সৰু আলিটো পোহৰ কৰিছে। লোক সমাগমহীন এই সৰু আলিটোত পাণৰ দোকান কেইখন চলে কেনেকৈ? ইয়াৰ বহুত কাৰণ আছে। পিছফালে সৌবোৰ চাপৰ চাপৰ ঘৰ। সেয়া বস্তি। তাতেই চুলাই মদ পোৱা যায়। আৰু? আঁৰু বহুত। মাইকীলৈ লীলা-খেলা হয়। জুৱাখেল আৰু জুৱাচোৰ-দগাবাইজৰ কথা নক'লেও হ'ব।

মই ৰাতি ন বজাত ইয়ালৈকে আহিছোঁ। গতিকে অনুমান কৰক, মই মানুহটো কেনেকুৱা হ'ব পাৰোঁ। হয়তো এসময়ত ভাল আছিলোঁ। এতিয়াও বেয়া হৈছোঁ বুলি আপুনি ক'ব পাৰে। মই হ'লে নিজক বেয়া বুলি ক'ব নোখোজোঁ। কাৰণ মোৰ নিজৰ একো হানি হোৱা নাই। মোৰ টকা আছে। আৰু টকা হ'ব। মটৰ গাড়ী আছে। আৰু এখন ট্ৰাক হ'ব। ধুনীয়া ঘৰ আছে। আৰু কেইটামান ভাড়া দিয়া ঘৰ হ'ব।

মই আহিছোঁ এজনী কাঞ্চীক বিচাৰি। মোৰ কাৰণে নহয়। অফিচাৰটো ডাক-বঙলাত আছে। তাকহে যোগান ধৰিব লাগিব। নহ'লে নিশ্চয় বিলখন আৰু এমাহ পেলাই থ'ব পাৰে।

কাঞ্চীৰ ঘৰত সোমালোঁ। দুৱাৰত টুকুৰিয়ালোঁ। তাই নিশ্চয় খুব আমনি পালে। কিছু সময় দুৱাৰ খোল নেখালে। ভিতৰত দুই-তিনিটা প্ৰাণীৰ ভোৰ-ভোৰণি শুনা গ'ল। মোৰ কাৰো অভিমতলৈ ভ্ৰূক্ষেপ নাই, কালৈকো ভয় নাই। কোনেও মোৰ নামটো নতুনকৈ কলঙ্কিত কৰিব নোৱাৰে। মই মাত দিলোঁ। মাতটো ধৰিব নোৱৰাত কাঞ্চীয়ে আকৌ কোন বুলি সুধিলে। মোৰ নাম ক'লোঁ। দুৱাৰ খোল খালে। ভিতৰত দেখিলোঁ, এটা উলৰ টুপী পিন্ধা বুঢ়া আৰু লগত এটা চফল ডেকা। ডেকাটোলৈ বিদ্বেষেৰে চালোঁ। কিন্তু পিছ মুহূৰ্ততেই বুঢ়াক চিনি পাই অস্বস্তি বোধ কৰিলোঁ। আচৰিত! বুঢ়া ইয়াত কিয়? মাতাল? নিশ্চয় ই মাতাল হ'ব। দুজনী জীয়েকক বিয়া দিলে। কিজানি নাতি-পুতিও আছে। ঘৰত আৰু চাৰিজনী গাভৰু জীয়েক আৰু দুটা ডেকা নিবনুৱা পুতেক।

বুঢ়াৰ নিশ্চয় ভালকৈ ৰাগীয়ে ধৰিছে। ডিঙিত ওলমি থকা মূৰটো, চকু দুটা আৰু থিয় দিয়া ধৰণটো দেখিযেই বুজিব পাৰি বুঢ়াই ঘৰলৈ যাবলৈ ইচ্ছা কৰা নাই আৰু কিজানি নেযায়ো। বুঢ়াক মই সাধাৰণতে মামা বুলি মাতোঁ। এতিয়া মামা বুলিবলৈ ইচ্ছা হোৱা নাই। কিন্তু মানুহটোলৈ কৰুণা হৈছে। ই নিশ্চয় জুৱা খেলিবলৈ নাইবা অন্য অভিপ্ৰায়েৰে ইয়ালৈ অহা নাই। কেৱল মদ খাবলৈহে আহিছে।

বাৰ্ধক্যই হয়তো অন্য প্ৰলোভন নাইকিয়া কৰিছে। হয়তো এই বস্তিত থকা ছোৱালীবোৰক বা ইয়ালৈ অহা মানুহবোৰক নিৰাসক্ত দৃষ্টিৰে গ্ৰহণ কৰিছে। মোৰ নিশ্চিত ধাৰণা হ'ল যে এসময়ত চাহ বাগিচাত এছিষ্টেণ্ট মেনেজাৰী কৰা বুঢ়াই কেৱল মদটুপিহে এৰিব পৰা নাই।

কিন্তু লগত এই ডেকাটো কিয়? কাঞ্চীয়ে ভিতৰলৈ মাতিলে। মই কিন্তু একে ঠাইতে থিয় দি ৰ'লোঁ। পেণ্টৰ জেপত থকা ছুৰীখনত এবাৰ হাত ফুৰালোঁ। ডেকাটোলৈ খুব আক্ৰোশ হ'ল। ইয়েই নিশ্চয় বুঢ়াক মদ খুৱায় আৰু বুঢ়াই তাক ভাল পোৱাৰ সুবিধা লৈয়ে নিশ্চয় কোনোবা এজনী জীয়েকৰ পৰা সকলো সুবিধা আদায় কৰে। মোৰ মনটো দমাবলৈ বৰ টান হৈ পৰিল। ইয়াক ঘুচিয়াই পেলাই দিওঁ নেকি? গোটেই গাত মদ ঢালি জুই লগাই দিওঁ? চুৱৰৰ বাচ্চা। দুনিয়াত চব হাৰামজাদা চুৱৰৰ বাচ্চা। অথচ মোকেই এই মানুহবোৰে কয় দালাল বুলি। এই 'ভদ্ৰলোকবোৰে' মোক ঘৃণা কৰে। মই গুণ্ডা হ'ব পাৰোঁ, কিন্তু ভণ্ড নহয়।

"অ' এইটো, এইঠু বিশ্ব," বুঢ়াই ক'লে। বুঢ়াই তেনেহ'লে মোক চিনি পাইছে। বুঢ়াক একো নকৈ ডেকাটোৰ ফালে চাই মাত লগালোঁ, "তুমি কোন?"

কথাষাৰ কৈ তালৈ লক্ষ্য কৰিলো। চেহেৰাটো বেছ ধুনীয়া। সি উলৰ পেণ্ট আৰু হাত দীঘল ডাঠ ছুৱেটাৰ এটা পিন্ধিছে। দেহ উজ্জ্বল। সাজ-পোছাক পৰিপাটী। এনেকুৱা সুস্থ প্ৰকৃতিৰ মানুহ সাধাৰণতে এনেকুৱা ঠাইলৈ নাহে। সি থিয় হৈ থকা ধৰণত দম্ভ আছে। সি মোৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ প্ৰয়োজন নাই বুলি কিজানি ভাবিলে। মই তাৰ ওচৰত থিয় হ'লোঁ আৰু কঠিন দৃষ্টিৰে মুখলৈ চাই আকৌ সুধিলোঁ, "কোন? বুঢ়াৰ লগত কিয়?"

সি বুঢ়াৰ ফালে আঙুলিয়াই দেখুৱালে অৰ্থাৎ সি জনালে যে বুঢ়াই তাৰ পৰিচয় দিব। তাৰ নিচেই ওচৰত থিয় দিও চিগাৰেট হুপি থকা মুখখনত মদৰ গোন্ধ নেপালোঁ। এইবাৰ বেলেগ এটা সন্দেহ হ'ল। ই কিজানি এইবোৰ চুলাই-মদ নেখায়। বুঢ়াক সন্তুষ্ট কৰিবলৈহে সি ইয়ালৈ আহিছে। চাৰিজনী গাভৰু ছোৱালীৰ বাপেক কাৰণেই নিশ্চয় সি বুঢ়াৰ আগত ভাল ল'ৰাৰ অভিনয় কৰে। পিছে বুঢ়াৰ আগত চিগাৰেটটোও তেনেহ'লে হুপিব নেলাগিছিল। তেতিয়া হ'লে তাৰ কপটালি সম্পূৰ্ণ হ'লহেঁতেন।

মই পোনতে বুঢ়ালৈ লক্ষ্য কৰিলোঁ, তাৰ পিছত পকা পাণবৰণীয়া লাস্যময়ী গাভৰু কাঞ্চীজনীলৈ। কাঞ্চীৰ চকুত মদৰ ঈষৎ ৰাগীৰ আভা,— নীলা চকুৰ নিমজ পৰ্দাত গোলাপী ইন্দ্ৰধনু। যেন অস্থিৰ গতিময় আকাশখন তাইৰ চকুৰ পৰিধিত সীমিত হৈ ৰৈছে। কিন্তু তাহানিৰ কোনোবা নাৰীপ্ৰেমীয়ে শিলত কটা মূৰ্তিৰ জোখ-মাখৰ নিটোল দেহটো,—তাইৰ বহুধৰ্ষিতা মঙহৰ শৰীৰটো,— ধোঁৱাময় সৰু কোঠাটোৰ এচুকত থৰথৰকৈ কঁপিছে। তাই যেন বতাহে আমনি দিয়া এজোপা কেতেকী। বুঢ়াই বাঁহেৰে সজা সৰু বিছনাখনত হাতেৰে ভেজা দি মোলৈ চাইছে। চকুত তাৰ বিশ্বামিত্ৰৰ কঠোৰ দৃষ্টি।

কাৰণ কি? মই একো ধৰিব পৰা নাই। কাঞ্চী, বুঢ়া আৰু ডেকাটোৰ প্ৰত্যেকৰে মনৰ অৱস্থা স্বতন্ত্ৰ। যেন একেখন টুলুঙা নাৱত গোট খোৱা তিনিটা অপৰিচিত যাত্ৰীহে।

বুঢ়াক ডেকাটোৰ কথা সুধিবলৈ নেপালোঁৱেই। কাঞ্চীয়ে কিবাকিবি ক'লে থৰক-বৰক মাতেৰে। থৰক-বৰক হাত দুখনে মাতটোও তাইৰ তেনেকুৱা কৰিছে। তাইৰ আজি মুখৰ মাত কেইষাৰ বেছি সুৱদী শুনিছোঁ। এটা শব্দৰ বোকোচাত ইটো শব্দ জাঁপ মাৰি উঠি মদিৰ নিশাৰ নিজম বায়ুত অসংযমী আখৰে জখলা সাজিছে।

তাইৰ কথাৰ পৰা বুজিলোঁ যে ডেকাটো ডাক্তৰ আৰু ডাক্তৰক বেয়া ব্যৱহাৰ নকৰিবলৈকে মোক তাই কাবৌ কৰিছে। সেয়েহে মই এইবাৰ নিৰ্বিকাৰভাৱে ডেকাটোলৈ চালোঁ। একো ক'বৰ ইচ্ছা নহ'ল। কিন্তু মোৰ কবৰ ইচ্ছা আছিল যে কাঞ্চীক মাহিলি টকা দি কেৱল মোৰ কাৰণেই ৰাখিছোঁ আৰু তাই মোৰ নিৰ্দেশতহে মোৰ স্বাৰ্থত অহা মানুহৰ ভোগৰ বস্তু হ'ব পাৰে। তাৰ বাহিৰে তাইৰ ৰূপ-যৌৱনত আন কাৰো এক্তিয়াৰ নাই।

ডাক্তৰে (যদি সি ডাক্তৰ আচলতে হয়) বোধকৰোঁ মই তাক তুমি বোলাত ক্ষুব্ধ হ'ল। সি ক'লে, "আপুনি, আপুনি কিয় এনেকৈ সুধিছে? আপুনি ইয়াতেই যদি নেথাকে, তেনেহ'লে আপুনি, আমি কোন জানিবৰ দৰকাৰ নাই। মই ফুকনক আগতেই কৈছিলোঁ,— এইবোৰ ঠাইলৈ ৰাতি মই নেযাওঁ।"

সি কথা কওঁতে আপুনি শব্দটোত বেছি জোৰ দিছে। এতিয়াহে মনত পৰিল যে বুঢ়াৰ নাম ভৈৰৱ ফুকন। ডেকাটোৰ কথা-বতৰাত গাম্ভীৰ্য আছে, সংযমৰ মাত্ৰা চেৰাই যাবলৈ নিদিয়া ৰোষ আছে। আত্মবিশ্বাস আছে। ই ডাক্তৰ হয় বুলি ভাবি ল'লোঁ। তাৰ কথাৰ উত্তৰ দিলোঁ সহজভাৱে। অন্য এদিন হোৱা হ'লে, বা পৰিস্থিতি ইয়াতকৈ সুকীয়া হোৱা হ'লে, তাৰ কথাত মাত নলগাই হাত দুখনহে চলালোঁহেঁতেন। ক'লোঁ, "ইয়ালৈ আপোনাৰ (এইবাৰ আপুনি) অহাৰ প্ৰয়োজন নেদেখিহে সুধিলোঁ।"

"মানে?"

"ডেকা মানুহৰ, ভাল চাকৰি থকা মানুহৰ ইয়ালৈ অহাৰ প্ৰয়োজন নাই। ভদ্ৰলোকৰ পৰিয়ালতে ঢেৰ আছে। আমাৰ নিচিনাবোৰ নথকা হ'লে ইহঁত খাবলৈ নেপাই মৰিলহেঁতেন। বুইছে ডাক্তৰ, ইহঁতৰ লগত সিহঁতৰ ভযানক কম্পিটিশ্বন।"

ডাক্তৰে ভ্ৰূকুটিৰে হাঁহিলে। এই হাঁহিয়ে মোক তুচ্ছ কৰিলে। মই দমি গ'লোঁ। ডাক্তৰে চিগাৰেটৰ পেকেটটো মোৰ ফালে আগুৱাই দিলে। তাৰ অঙ্গী-ভঙ্গী স্বাভাৱিক। কাঞ্চীয়ে এইবাৰ বিছনাত গাটো হলাই দিলে। ফুকন বুঢ়াই মোলৈ বিষদৃষ্টিৰে চালে। নিমিষতে অনুভৱ কৰিলোঁ মূৰত দুখ পাইছোঁ। বুঢ়াই গিলাচ এটা মোৰ মূৰলৈ দলিয়ালে। লগে লগে শুনিলোঁ, "বিশ্ব, সাৱধান! তইঁত বাঢ়ি গৈছ। খবৰদাৰ। বুঢ়া মানুহটোৰ আগত এনে কথা ক'বলৈ তোৰ চৰম নেলাগিল! মই তোৰ বাপেৰৰ বযসৰ নহয়!"

মই এইবাৰ স্তম্ভিত হ'লোঁ। তথাপি ক'লোঁ, "কিন্তু বুঢ়া হৈ ইয়ালৈ?"

"খবৰদাৰ! চুপ্ চুপ্। কুসুম মোৰ কি হয় জান? চালা চণ্ডাল! থুৱাই কটা।"

কিন্তু থু নোলাল। উক্ উক্ শব্দ হ'ল। ওলাল কিছুমান বমি। লেমৰ পোহৰত দেখা দিয়া বমিবোৰ, বিজল আৰু শেঁতা হালধীয়া। মোৰ বুঢ়ালৈ পুতৌ উপজিল। তড়িৎবেগে বুঢ়াৰ ওচৰ পাই বুকুত হেঁচা মাৰি ধৰিলোঁ আৰু দাঙি বিছনাত শুৱাই দিলোঁ। ডাক্তৰে বোধকৰোঁ মোক তন্ন তন্নকৈ লক্ষ্য কৰি আছিল। হয়তো মোৰ মেজাজটো সলনি হোৱা ধৰিব পাৰিছিল। সি মাত লগালে, "কঁথাখনো গাত দিয়ক। বেৰৰ ফুটাইদি বতাহ আহিছে।"

আধা মেলা চকুৰে বুঢ়া মৰা মানুহটোৰ দৰে পৰি ৰ'ল। গাত চেতনা আছে, কিন্তু মাতিবলৈ শকতি নাই। কঁথাখন ভালকৈ জাপি দি অপৰাশ্যন কৰি উঠা ডাক্তৰৰ দৰে এবাৰ ডাক্তৰলৈ আৰু এবাৰ কাঞ্চীলৈ চালোঁ।

ডাক্তৰে ক'লে, "মই এতিয়া যাওঁ। বুঢ়া শুব।"

কাণ্ডীয়ে ক'লে, "টকা?"

ডাক্তৰে ক'লে, "নেলাগে।"

মোৰ ফালে চাই ডাক্তৰ ওলাই গ'ল। মানুহটোলৈ মোৰ বৰ কৌতূহল হ'ল। সি শিষ্টাচাৰৰ প্ৰতিমূৰ্তি। সি যেন পাঠশালা স্কুলৰ পণ্ডিতৰ উপদেশবোৰ আখৰে আখৰে পালিছে।

মই তাৰ পিছে পিছে গ'লোঁ।

"হেৰি ৰ'বচোন।"

"আহক।"

মই তাৰ লগ ধৰিলোঁ। সি থিয় দি ৰ'ল।

"ইযালৈ আপোনাক বুঢ়াই লৈ আহিছিল, নহয়?"

"হয়। তাইক আপুনি ৰাখিছে?"

এই প্ৰত্যক্ষ প্ৰশ্নৰ উত্তৰ দিবলৈ মই ভাষা বিচাৰি নেপালোঁ। জীৱনত পহিলাবাৰৰ বাবে নিজলৈ ধিক্কাৰ আহিল। মনে মনে ৰ'লোঁ।

"বুঢ়াই কেবাদিনো কৈছিল যে তাইক চাব লাগে। কালি তাইৰ কথা কৈ কৈ বুঢ়াই চকু চলচলীয়া কৰিলে। আহিবলৈ বাধ্য হ'লোঁ। বেছি চিন্তা নাই। প্ৰথম অৱস্থা। দহ লাখ পেনিচিলিন দিলোঁ।"

"পেনিচিলিন।"

"এৰা, পেনিচিলিন। কেৱল আপুনি দিয়া টকাৰে তাই চলিব নোৱাৰে। আনকো লয় কিজানি!"

মই আকৌ অপ্ৰস্তুত হ'লোঁ। আনক তাই লয় নে নলয় ক'ব নোৱাৰোঁ। কাৰণ ময়ো কম টকা নিদিওঁ। প্ৰায় তিনিশ। কিন্তু এই তিনিশৰে তাই সন্তুষ্ট কৰিব লাগে পি ডব্লিউ ডিৰ মহৰীৰ পৰা ছাপ্লাই ইন্সপেক্টৰলৈকে, কুলি যোগাৰ দিয়া চৰ্দাৰৰ পৰা ট্ৰাকৰ ড্ৰাইভাৰলৈকে। তাইৰ ওচৰলৈ মই নিজৰ তাগিদাত আহোঁ, যেতিয়া নতুন চিকাৰলৈ সময় নহয় আৰু সম্ভোগৰ বৈচিত্ৰ্যই যেতিয়া বাতিক ৰূপত দেখা দিখে। এৰা, তাই বহুত ৰূপহীতকৈ ভাল।

"বুঢ়া কেৱল মদ খাবলৈহে আহে। কিন্তু তাইক খুব মৰম কৰে। প্ৰায় জীয়েকৰ দৰে। আচৰিত কথা। অথচ তেওঁ জানে যে তাই এনেকুৱা। এৰা, জীৱন আৰু মনে কোনো নীতি নেমানে।"

"কিন্তু, মই বুঢ়াক এদিনো দেখা নাই। বোধকৰোঁ দিনত আহে।"

"হ'ব পাৰে" বুলি কৈ ডাক্তৰে মোক এৰিলেই যেন ৰক্ষা পায। সি যদিও কথাবোৰ নিৰপেক্ষভাৱে আৰু নিৰাসক্তভাৱে কৈছে, তথাপি মোৰ ভাব হৈছে, মোৰ কদৰ্যতাৰ প্ৰতি তাৰ ঘৃণা আছে। কিন্তু তাৰ মুখ দেখি ভাব হয, নিকা জীৱন আৰু কদৰ্যতাৰ প্ৰতি তাৰ সমদৃষ্টি আছে। মানুহটো হয় ভাবুক, নহয় তাৰ দৃষ্টি সম্পূৰ্ণ চিকিৎসকৰ। এনে মানুহৰ ওচৰত মোৰ দৰে দুৰ্নীতিলিপ্ত ঠিকাদাৰৰ তুলনা নহয়।

সি খোজ দিয়াৰ সময়ত মই ক'লোঁ, "কুসুমৰ টকাটো লওক।"

তাৰ এইবাৰহে খং উঠিল। মোৰ নোটখনৰে সৈতে আগবাঢ়ি যোৱা হাতটো জোৰেৰে আঁতৰাই দি ক'লে, "লৈ যাওক টকা। ধনৰ বাহাদুৰী দেখুৱাব নেলাগে। বহুত টকা দেখিছোঁ। দালালৰ টকা নেৰাখোঁ। বেশ্যাৰো নেৰাখোঁ। সিহঁত বেশ্যা হৈয়ে বহুত উছৰ্গা কৰিছে।"

মোৰ মুখৰ মাত হৰিল। ডাক্তৰ সম্ভ্ৰমেৰে গৈ থকাকে পিছফালৰ পৰা চাই ৰ'লোঁ। ভাব হ'ল, মই যেন এটা হীন ভৃত্য আৰু ডাক্তৰ যেন সামন্ত যুগৰ উদাৰ মহাৰাজ।

কাঞ্চীৰ ঘৰত ফুকন শুই আছে। মাজে মাজে ভুল বকিছে। বহুত শব্দ স্পষ্টকৈ ওলোৱাই নাই। মাজে মাজে কাণত পৰিছে বুঢ়াৰ মুখত সুৱদি হৈ উঠা এটা শব্দ,— কুসুম!

কাঞ্চীৰ নাম যে কুসুম, মই জানিছিলোঁ— তাইক হাত কৰাৰ প্ৰথম পৰ্যায়ত। অৰ্থাৎ চাৰি বছৰৰ আগতে। তাৰ পিছত পাহৰি গ'লোঁ। কামনাৰ চৰম মুহূৰ্তত তাইলৈ মৰম (উৎকট মৰম?) ওপজে। কিন্তু তেতিয়াওতো তাইক মৰমেৰে কুসুম বুলি নেমাতোঁ! তাই কাঞ্চী, তাই এটা দেহ, তাই সামগ্ৰী। ইয়াকে হয়তো ভাবে,— ছাপ্লাই ইন্সপেক্টৰে, পি ডব্লিউ ডিৰ মানুহে, বনুৱাৰ চৰ্দাৰে, মই আৰু বহুতে। তাই মৰম নেপালে। তাই একো নেপালে। তাই কিন্তু সকলো দিলে। এতিয়ালৈকে তেনেহ'লে তাই আনক কি দিবলৈ বাকী আছে? মৰম? — নেলাগে দিব। কোনেও যদি তাইক মৰম নিদিযে তাই কাকো মৰম দিব নেলাগে। মৰম ইমান সস্তীয়া বস্তু নহয়। দেহ হে সস্তীয়া। এবটল চুলাইতকৈ অলপ বেছি। তাই মোকো মৰম দিব নেলাগে। মোক ঘৃণা কৰক, এই অফিচাৰবোৰক ঘৃণা কৰক। তাইৰ অভিশাপেৰে আমাৰ প্ৰায়শ্চিত্ত হওক, তাইৰ কল্পনাৰে সুস্থ সমাজ গঢ়ি উঠক।

ছিঃ, মই আকৌ সিফালে গ্ৰেজুৱেট। শ্বেলী, কীটচ্ পঢ়া কবিতাৰ কোমলতা ইমান দিন ক'ত লুকাই আছে! আৰু সেই কলেজীয়া জীৱনৰ কোমলতা কাহানিও বিচাৰি নেপাম। নিবনুৱা আৰু দৰিদ্ৰ হৈ থকা সময়তেই মানুহঁৰ মনটো বিসৰ্জন দিলোঁ। আকৌ মানুহ হ'বলৈ আন বাটেৰে দুনাই খোজ দিব নোৱাৰিম। তেনেহ'লে মোৰ অৱস্থিতিৰ লক্ষ্য কি?

"তুমি এনেকুৱা লৈছা?" পেনিচিলিনৰ বাহটো দেখুৱাই কাঞ্চীযে,— অ' নহয়,—কুসুমে সুধিলে। মোৰ বুকু কঁপি গ'ল। এযা যে অজান শিহৰণ' তেনেহ'লে কুসুমে মোক ভাল পায? নিশ্চয নেপায। তাই সুধিছে এই কাৰণেই যে গৰ্মি হৈছে বুলি যদি তাইক এৰি পেলাওঁ, তেনেহ'লে তাইৰ জীৱিকা বন্ধ হ'ব।

মই কুসুমৰ ওচৰলৈ গৈ কোমল চুলিটাৰিত ধৰি লেনীয়া মাতেৰে ক'লোঁ,—"কাইলৈ ল'ম। তোমাৰ সমানেই। দহ লাখ।"

তাই মোৰ কথাত গুৰুত্ব নিদি চুলিৰ পৰা·মোৰ হাতখন এচাৰ মাৰি আঁতৰাই ক'লে "নুচুৱা। আতাই দেখা পাব।"

অভিভূত হৈ তাইৰ মুখলৈ চালোঁ। লাজত তাই ৰঙা-ছিঙা পৰিছে। যেন শহুৰেকৰ (ফুকন বুঢ়াৰ) আগত ন-বোৱাৰীৰ লাজ। প্ৰথম দেখা পালোঁ, তাইৰ সুগোল গালত লাজৰ আভা। বুঢ়ালৈ চালোঁ,— চকুহাল ভালকৈ মুদ খোৱা। উশাহ দীঘল।

"বুঢ়াক তুমি কেনেকৈ চিনা, কুসুম?" কুসুম শব্দটো নিজে উচ্চাৰণ কৰি নিজে আচহুৱা শুনি চমকি উঠিলোঁ। কুসুমে মোলৈ নিতান্ত নতুন দৃষ্টিৰে চালে। সেই দৃষ্টিত আকৰ্ষিত হোৱাৰ কৌশল নাই, কামনাৰ অভিনয নাই, নিচাৰ স্বপ্ন নাই। সেই সৰল বনহৰিণীৰ দৃষ্টিত আছে সুখী হোৱাৰ আকুতি।

"এই কথা মোৰ মুখত শুনাতকৈ আতাৰ মুখত শুনা। মই ক'ব নোৱাৰিম। কেতিযাও নোৱাৰোঁ।" তাই হুকহুককৈ কান্দি পেলালে। মই নিৰস্ত্ৰ, নিৰ্বাক, হতভম্ব।

তাই আকৌ ক'লে, "তথাপি। মই এনে বুলি জানিও। মানে, মানে, "

"বুজিলোঁ, কিন্তু মদৰ বাবে?"

' পইচা দিযে। কেতিযাবা নলওঁ বুলিলে ধমকি দিযে। সেই কাৰণে দামটো খুব কমাই কওঁ।"

"আজি ইমান বেছি খালে কিয়?"

"উপায় নাছিল। মই ইমান হাক দিলোঁ। নুশুনিলে। আজি আতাৰ বৰ দুখ। আহি ক'লেহি,— তই, কুসুম, কোনো নথকা কাৰণে বিক্ৰী গৈছ। কিন্তু মোৰ ছোৱালী চব থকা কাৰণেও বিক্ৰী গ'ল।"

মই কুসুমৰ ওচৰত বহি গ'লোঁ। তাই শুই থকা বুঢ়াটোৰ ওচৰত শালীনতা ৰক্ষা কৰিবলৈকে থিয় হ'ল আৰু দুখোজ আঁতৰ হ'ল।

মই সুধিলোঁ, "কেনেকৈ বিক্ৰী গ'ল? এই ডাক্তৰটোৰ পৰা পইচা লৈ ছোৱালীক গটাই দিলে নেকি?"

"নহয়, একেবাৰে বেলেগ কথা। বাগানৰ পৰা পেঞ্চন পোৱাৰ পিছত এজনী জীয়েকে অফিচত চাকৰি কৰি ঘৰখন পোহে। কিন্তু তাই এটাৰ লগত মজি আছে। সি ঘৰলৈ আহি থাকে। যেতিয়া বিয়াৰ প্ৰস্তাৱ কৰিলে, তেতিয়া মাক গৰ্জি উঠিল। তাক অপমান কৰি পঠাই দিলে। কাৰণ তাই যদি এটালৈ যায়, তেনেহ'লে কেৱল বুঢ়াৰ সাঁচতীয়া কেইশমান টকাৰে ঘৰ নচলে। বুঢ়াৰ কিন্তু ল'ৰাটোক শোধাবলৈ মন আছিল। ভাবিছিল, তেওঁ আকৌ কোনোবা মাৰোৱাৰীৰ বাগানত সোমাব। কিন্তু সেয়া নহ'ল। ছোৱালীৰ মাকে সেই মানুহটোৰ যি অৱস্থা কৰিলে, তাইৰ কাৰণেই বিয়াখন ভাগিল। সেই কাৰণেই বুঢ়াই পোনতে ক'লেহি, —কুসুম, আজিৰ পৰা মই মানুহ নহয়। যদি মানুহ, তেনেহ'লে মই পাষণ্ড মানুহ। মই ছোৱালীক ঘৰতে বুঢ়ী কৰি বাচি থাকিব লাগিব। এইবুলি কৈ দহ টকীয়া নোট এখন উলিয়াই ক'লে, — এয়া ল। পেঞ্চনৰ পিছতো সাঁচি থোৱা টকা। দে, কেৱা গিলাচো দে। খাই খাই শেষ হৈ যাওঁ। ভাবি ভাবি শেষ হৈ যাওঁ। মদ খাই খাই এইটো কথাকে আকৌ ভাবিবলৈ দে, কুসুম,— পাপৰ লগত কপালৰ সম্পৰ্ক নাই, উন্নতিৰ লগত ঈশ্বৰৰ সম্পৰ্ক নাই। যদি এটা ঈশ্বৰ আছে, তেনেহ'লে সি দায়িত্বহীন। সি চাগৈ এতিয়া মদ খাই বেহুঁচ হৈ আছে।"

তাইৰ মুখত বুঢ়াৰ বিষয়ে শুনি নতুন সত্যৰ সন্ধান পালোঁ। তেনেহ'লে এয়ে আগৰ সুৰুচিপূৰ্ণ আৰু এতিয়াৰ ছন্দ যতিহীন, মধ্যবিত্তৰ জীৱন! ইহঁত কিয় বাচি আছে? এনেকৈ বাচি থাকি এদিন জীয়ন দিয়া মাছৰ দৰে মৰাৰ প্ৰযোজন কি? এতিয়াই বিদ্ৰোহ কৰি নমৰে কিয়? নাইবা আমাৰ দৰে সমাজক অস্বীকাৰ কৰি পাপেৰে জীয়াই নেথাকে কিয়?

কুসুমক আজি নতুন ৰূপত পালোঁ। এয়া, মোৰ এহাত আঁতৰত এজনী সামান্য নেপালী ছোৱালী। ভ্ৰষ্টা। বহুধৰ্ষিতা। সাম্প্ৰতিক ব্যৱস্থাৰ নিষ্ঠুৰতাৰ দেখ দেখ সাক্ষী। কিন্তু আজি এই মুহূৰ্তত, এই নীৰৱ নিশা, এই আন্ধাৰত, এই অসহায় বুঢ়াটোক অকলে এৰি, তাইক এছ ডি অ'ৰ পালঙ্কশায়িনী কৰিবলৈ (সেইবাবে মই কাইলৈ লাভৱান হ'বলৈ) এতিয়া তাৰ বাংলোলৈ লৈ যোৱাৰ কথা সপোনতো ভাবিব নোৱাৰোঁ। এয়া, এইজনী মোৰ এহাতৰ দিগন্তত নতুন এজনী কুসুম। তাই প্ৰিয়া হ'ব পাৰে, সখী হ'ব, মোৰ দৰিদ্ৰ মনৰ ঐশ্বৰ্য হ'ব পাৰে, আৰু হ'ব পাৰে লাঞ্ছিত মানৱতাৰ এটি কৰুণ মূৰ্চ্ছনা।

"কুসুম, টোপনি ধৰা নাই?"

"আজি নধৰে। আতাৰ কথাই ভাবিছোঁ। ডাক্তৰৰ কথাও। মোৰ বাহিৰে আতাৰ লগৰবোৰ এই ডাক্তৰজনৰ দৰেই। দেৱতা যেন লাগে।"

"তেনেহ'লে মোৰ দৰে জঘন্যবোৰ "

"নক'বা তেনেকৈ। তুমি যে মোক পোনতে আশ্ৰয় দিছিলা।"

অদ্ভুত ছোৱালী। তাই মোৰ প্ৰতি কৃতজ্ঞ হ'ব নেলাগিছিল। এনে কৃতজ্ঞতাই মোক দুখ দিলে। কাণত বাজি থাকিল তাইৰ কথাবোৰ। মানে আজি কোৱা কথাবোৰ। আজি তাই কিছুমান শব্দ কৈছে যিবোৰ শব্দ তাইৰ ভাষাজ্ঞানৰ অন্তৰ্ভুক্ত আছিল বুলি ভবা নাছিলোঁ। এই কুখ্যাত বস্তিত অচিন মুখত, মোল নুবুজা মানুহটোৰ আগত, অচিন আপোন ভাষা!

(এইখিনিতে কৈ থোৱা ভাল হ'ব যে কুসুম নেপালী ছোৱালী যদিও বাপেক-মাক মৰাৰ পিছত তাই নেপালী ভাষা পাহৰি গ'ল। তাই ইয়াতে ওপজা। চাহ বাগিচাৰ বাবু-বাবুৱনীৰ মাজত ডাঙৰ হোৱা। তাইৰ বাপেক বৰবৰুৱা চাহ বাগিচাৰ অফিচটোৰ পিয়ন আছিল।)

বুঢ়াই সাৰ পালে। তেওঁৰ পোনতে চকুত পৰিল মোক। সুধিলে, "তই আকৌ কেতিয়া আহিলি?" গতিকে বুজি ল'লোঁ যে ইয়াৰ আগতে মোৰ মূৰলৈ মদৰ গিলাচ দলিওৱাৰ কথা বুঢ়াৰ মনত নাই। এইবাৰ মোৰ কপটালিয়ে উপস্থিত বুদ্ধিৰে দেখা দিলে। ক'লোঁ, "কুসুমৰ অসুখ বুলি শুনি দেখা কৰিবলৈ আহিলোঁ।"

"ভাল কথা, ভাল কথা। এইক খা-খবৰ লৈ থাকিব লাগে। এই বৰ ভাল ছোৱালী।" বুঢ়াই ক'লে। অনুমান হ'ল বুঢ়াক ৰাগীয়ে এৰা নাই। কুসুমেও বুঢ়াৰ লগত আত্মীয়তাৰ কথা নিজে নকওঁ বুলি কৈছে। মোৰ এই কথা বুঁঢ়াৰ মুখৰ পৰা শুনিবলৈ দুৰ্বাৰ ইচ্ছা হ'ল। বোধকৰোঁ এই কথা বুঢ়াই কুসুমৰ আগতো নক'ব। সেযেহে কুসুমক ক'লোঁ, "তুমি যোৱা, তিনিকাপ চাহ আনাগৈ। ভাল লাগিব।"

বুঢ়াই ক'লে "গাখীৰ কিন্তু নিদিবি। বুইছ বিশ্ব, চেৰাপ খোৱাৰ পিছত চাহাববোৰে চাহ নেখায়। খাবলগীয়া হ'লেও গাখীৰ দিয়া চাহ নেখায়। সাধাৰণতে সিহঁতে গাখীৰ দিয়া চাহ নেখাযেই।'

কুসুম ইটো কোঠালৈ গ'ল।

"এস, ঘৰত চাগৈ ভাবিছে মদপী বুঢ়াটো খালে-ডোঙে পৰি মৰিল। এৰা মৰাই ভাল আছিল। ৰাতিপুৱা ঘৰ ওলাই ক'ব লাগিব, ৰাতিটো ভুবন ডাক্তৰৰ তাতে থাকিলোঁ।" এইবুলি কৈ বুঢ়াই নীৰসভাৱে মিচিকিযালে। এই মিচিকনিত অন্তৰৰ দুখ বেছি স্পষ্ট হৈ পৰিছে। ইটো-সিটো কথা সুধি কুসুমৰ কথা উলিযাই জানিব পাৰিলোঁ— কুসুমৰ প্ৰতি বুঢ়াৰ চেনেহ আপুৰুগীযা। তাইক বৰবৰুৱা চাহ বাগিচাত বুঢ়াই চকুৰ আগতে ডাঙৰ হোৱা দেখিছে। নেপালী বাপেকৰ একমাত্ৰ ছোৱালী কুসুম। কুসুম নামটো বুঢ়াযেই দিছিল। ডেইজী ফুলৰ দৰে সৰস-সজীৱ এটি শিশুত বুঢ়াই ভৱিষ্যতৰ সুন্দৰী কুসুমৰ প্ৰতিচ্ছবি দেখিছিল। সকলো শিশুৰ মাজত তাই আছিল ব্যতিক্ৰম। অতি ধুনীযা। সেযেহে বুঢ়াই তাইৰ নাম কুসুম দি আত্মতৃপ্তি লাভ কৰিছিল। চাই থাকোঁতেই নঙঠা কুসুমে ফ্ৰক এৰি দীঘল কাপোৰেৰে গা আবৰিলে। তাই গাভৰু হ'ল। এনেতে বাপেক মৰিল। কোনোবা এটা সম্পৰ্কীয় নেপালীযে কুসুমক আন এখন চাহ বাগিচালৈ লৈ গ'ল, তদাৰক হিচাপে। সেই বছৰেই ফুকন বুঢ়াই পেঞ্চন পালে। তাৰ পিছত কুসুমৰ কথা মনত পৰিল। তাইৰ বাপেকৰ কথা, এৰি অহা জীৱনটোৰ কথা, কুসুমে তেওঁক বাপেকৰ দৰে ভক্তি কৰাৰ কথা আৰু তাইৰ নধৰ ৰূপৰ কথা বুঢ়াৰ নগৰীয়া জীৱনত অস্পষ্ট স্বপ্নৰ দৰে খোপনি পিটি ৰ'ল। বাগিচাত কাম কৰাৰ চিনস্বৰূপে নিতৌ গধূলি মদ এটোপা খোৱাৰ অভ্যাসটোহে তেওঁৰ থাকি গ'ল। মানসিক অৱসাদ, অনিশ্চিত সম্ভাৱনাহীন ভৱিষ্যৎ, নিৰাশা আৰু অলস জীৱনে বুঢ়াক বেছি মদপী কৰি তুলিলে। এদিন গধূলি, প্ৰায তিনি বছৰৰ আগতে, এইফালে সস্তীয়া মদ বিচাৰি আহোঁতে কুসুমৰ লগত বুঢ়াৰ দেখা হ'ল। কুসুমে কান্দি-কাটি কলঙ্কিত জীৱনৰ কথা কৈ বুঢ়াক সেৱা কৰিলে। বুঢ়াই তাইৰ মূৰত

হাত ফুৰাই আশীৰ্বাদহে দিলে আৰু ক'লে, "ঠিক আছে, যেনেকৈয়ে জীয়াই থাক লাগে জীয়াই যে আছ, এয়ে মোৰ মানত ঢেৰ। মই বাৰু গধূলি গধূলি আহি তোক এবাৰ চাই যামহি। কিন্তু চিন্তা নকৰিবি, কুসুম, তোৰ মানুহবোৰ অহাৰ আগতেই মই ফালৰি কাটিম।"

কুসুমৰ আখ্যান শেষ কৰি বুঢ়াই ধোঁৱা-কোঁৱা চকুৰে মোৰ ফালে চালে। এই দৃষ্টিত মোৰ প্ৰতি ক্ৰোধ নাই। মোক দেখাৰে পৰাই তেওঁ মোক অতি সহজভাৱে গ্ৰহণ কৰিছে। কিন্তু এতিয়া মোৰ নিজৰ ভাব হৈছে— মই যেন সাধক ঋষিৰ অগ্নি দৃষ্টিৰহে সন্মুখীন হৈছোঁ। মই যেন এইমাত্ৰ ছাই হৈ যাম। বুঢ়াৰ চকুলৈ চাই ৰ'বলৈ মোৰ সাহস নহ'ল। মোৰ নীচ মনে শেষত আত্মিক হীনতা স্বীকাৰ কৰি ল'লে। মাথোন মাটিলৈ দৃষ্টি নিক্ষেপ কৰি ক'লোঁ, "ইয়ালৈ যে কেনে ধৰণৰ মানুহ আহে আপুনি জানেই, কুসুমৰ সিহঁতৰ লগত কেনে সম্পৰ্ক তাকো জানে। অথচ আপুনি যে ইয়ালৈ আহে' এই জীৱনলৈ আপোনাৰ ঘৃণা নাই? অৱশ্যে আপোনাক সেইবাবে একো ভবা নাই। মাথোন জানিবৰ ইচ্ছা হৈছে। এনেকুৱাকৈ বিপৰীত অৱস্থাৰ লগত খাপ খুৱাব পৰা মানুহ মই আজিলৈকে পোৱা নাই।"

মোৰ কথাকেইটা বুঢ়াৰ বোধকৰোঁ মনঃপুত হ'ল। তেওঁ বিছনাৰ ওপৰত পোন হৈ বহিল। খুব গহীন হৈ জুপুৰি ঘৰটোৰ ওপৰৰ নিশকতীয়া ৰুৱাবোৰলৈ চাই চাই ক'লে, "দুনিয়াত বহুত কিবাকিবি দেখিলোঁ বিশ্ব। পাপক ঘিণ কৰিও এইখন পৃথিৱীত জীয়াই থকা অসম্ভৱ। দেশ বহুত বদলিল। কিছুমান কাণ্ড-কাৰখানাক নিৰ্বিকাৰভাৱে সহি নগ'লে কোনো মানুহ এক মুহূৰ্তও সুখেৰে থাকিব নোৱাৰে। এতিয়া মই পাহৰি গৈছোঁ,— ভাল আৰু বেয়াৰ কিবা পাৰ্থক্য আছে নে নাই। বোধকৰোঁ নাই। যিদিনালৈকে মানুহে পাপ-পুণ্যৰ উৎস ক'ত ধৰিব নোৱাৰে, সেইদিনালৈকে তই কাকো বেয়া বুলিব নোৱাৰ। মই হ'লে নিৰ্বিকাৰ। মই কাকো বেয়া নোবোলোঁ, কাকো ভালো নোবোলোঁ। সেই কাৰণেই ইমান দিনে মই আত্মহত্যা কৰা নাই। আজিৰ দিনত নিজৰ নিচিনা নোহোৱাবোৰক সহ্য নকৰিলে, দিন নিওৱাই অসম্ভৱ। মইতো নিজৰ মতে পৃথিৱীখন গঢ়িব নোৱাৰোঁ। বুইছ, হিন্দু ঋষিবোৰে ঈশ্বৰৰ কথা খুব কৈছে। পঢ়ি মোৰ অসহ্য লাগে। কিন্তু এঠাইত এটা ভাল কথা কৈছে,— নিৰ্লিপ্ত হ'ব লাগে। এৰা, সেইটো ঋষিয়ে মোৰ মনৰ কথা কৈছে। সি আগতেই ক'লে কাৰণে মোৰ তালৈ খং। এস্, বহুত বকিলোঁ। আছে নেকি জেপত? বহুত দিন দামীবোৰ মুখতেই দি পোৱা নাই।"

বুঢ়াৰ কথা শুনি মই স্তম্ভিত হ'লোঁ। এৰা, সহ্য গুণ নেথাকিলে যে আমাৰ প্ৰতি মুহূৰ্তই প্ৰতিশোধৰ মুহূৰ্ত। অথচ প্ৰতিশোধেৰে কাকো সলনি কৰিব নোৱাৰি। মই পেণ্টৰ বাঁওফালৰ জেপৰ পৰা বিদেশী মদৰ বটলটো খুলি বুঢ়াৰ ফালে আগবঢ়াই দিলোঁ। বুঢ়াই ব্যগ্ৰতাত কঁপা হাতটোৰে বটলটো লৈ দুঢোকা মাৰি ক'লে "অ', এইটো! এইটো ব্ৰেগু উইলিয়ামচন চাহাবৰ বৰ প্ৰিয় আছিল। মই আজি পূৰা পাঁচ বছৰৰ মূৰত পাইছোঁ। ধন্যবাদ।"

এইবুলি বুঢ়াই বটলটো অলপ দূৰৈত ৰাখি লেবেলটো মনোযোগেৰে পঢ়া যেন লাগিল। তাৰ পিছত আকৌ দুঢোকা। এইবাৰ ক'লে, "এস, কুসুমক এনেয়ে চাহ কৰিবলৈ দিলোঁ।"

এইবাৰ এখন্তেক ৰ'ল। বটলটো মোৰ হাতত দিলে আৰু হঠাতে বুঢ়াই নাকৰ পানী উজাই উচুপিবলৈ ধৰিলে। মই সুধিলোঁ, "কি হৈছে?" বুঢ়াই থোকা-থুকি মাতেৰে ক'লে, "তাইৰ গৰ্মি হৈছে অ'। মোক কালি কান্দি-কাটি ক'লে। বুইছ, বিশ্ব, তাইৰোতো জীযাই থকাৰ হাবিয়াস আছে। ধুনীয়া ফুলত ঘুণে ধৰা মই একেবাৰে সহ্য কৰিব নোৱাৰোঁ। তই টকা থকা মানুহ নহয়, তাইক তই চাবি। তাই বৰ

ভাল ছোৱালী। এটাৰ হৈয়ে থাকিবলৈ পালে তাই তোক খুব সুখত ৰাখিব। তাইৰ লক্ষ্মী তিৰোতাৰ লক্ষণ আছে।"

ইয়াকে কৈ মোৰ হাতখনত খামোচ মাৰি ধৰি কন্দাৰ সুৰত আকৌ ক'লে, "পাৰিবি নে? ক'চোন, পাৰিবি নে বাৰু? জীৱনত কাকো বিশ্বাস কৰিব নেলাগে। অন্ততঃ এদিন, এতিয়া, অন্ততঃ এটা মানুহক বিশ্বাস কৰ,— এই বুঢ়াটোক। মই কাতৰ কৰি কৈছোঁ। "

মই বুঢ়াৰ হাতৰ খামোচটো এচাৰ মাৰি এৰুৱাই আনিবলৈ ইচ্ছা নকৰিলোঁ আৰু মোৰ গাত সেইকণ বলৰো অভাৱ হ'ল।

# মাজত তৃষাৰে নৈ

অৱসন্ন আৰু দ্ৰুত পদক্ষেপৰ গতিবেগ বন্ধ হ'ল, ডেকাজনে প্ৰকাণ্ড লোহাৰ গে'টখনলৈ চালে। তলাটো খোলা আছে নে নাই পৰীক্ষা কৰিলে। লাহে লাহে গে'টৰ শলখাডাল খোলোঁতে সামান্য এটা শব্দ হ'ল। অলপ সময়ৰ পিছতে ধুনীয়া ফুলনিখনৰ মাজ পালেহি। এটা সৰু গলহেকাৰি মাৰিলে। ভিতৰৰ পৰা কাকো ওলাই অহাৰ লক্ষণ নেদেখিলে। কৌতূহল আৰু প্ৰশংসাত তাৰ মন অস্থিৰ, হিয়া উদ্বিগ্ন। এইটো যেন ঘৰ নহয়, ৰাজকাৰেংহে। এইখন যেন ফুলনি নহয়, অশোক বনহে। যিখন চহৰত মাটি ইমান আপুৰুগীয়া হৈ পৰিছে যে বৰ্গফুট হিচাপে কিনা-বিকা হয়, সেইখন চহৰত এনে এটা প্ৰকাণ্ড জাক-জমক ঘৰ আৰু ডেৰ বিঘামান মাটি জুৰি থকা 'ল'ন' আৰু ফুলনিৰ অধিকাৰী পৰিয়ালটোৱে বাহ্যিক আড়ম্বৰেৰেই তাক বিস্ময়ান্বিত কৰিলে। মনৰ দীনতা বঢ়াই তুলিলে। ভাবিলে, এইটোৱেই তাৰ মৰমীৰ ঘৰ বুলি তাৰ বিশ্বাস কৰিবলৈকে টান লাগে।

খোজত সঙ্কোচ আৰু মনত আৱেগ লৈ সি বাৰাণ্ডাত উঠিল। জোতাৰ শব্দটো যেন চাৰিওফালে প্ৰতিবিম্বিত হৈ গ'ল। তথাপি সি দুৱাৰত টোকৰ দিলে।

গাভৰুৱে যেন সি আহিব বুলি আশা কৰি হে আছিল! দুৱাৰ খুলি দি ধুনীয়া মিচিকনিৰে ডেকাক অভ্যৰ্থনা জনালে। ডেকাই কিন্তু মিচিকিয়া হাঁহি এটাৰে তাইক ওলগ জনাব নোৱাৰিলে। তাইলৈ হে চাই ৰ'ল। তাইৰ নিমজ দেহত যেন বসন্তৰ আলফুল পৰশ পাই কপৌ গছে কুঁহিপাত মেলিছে; তাইৰ অঙ্গে অঙ্গে যেন কপৌফুল হালিছে-দুলিছে! কোনে ক'ব যে এই ৰূপ এজনী চিনাকি গাভৰুৰ! কাঁজি-নেমু বৰণীয়া পাতল-মিহি চাদৰখনৰ ওপৰত প্ৰাণৰ উচ্ছ্বাসে আৰু হিয়াৰ হিল্লোলে— বুকুৰ যৌৱন ছন্দয়ো— ঢৌ খেলিছে। গলিত হীৰাৰ দৰে জিকি-মিকি চকুহালিত মন-ফাগুনৰ ব্যাকুলতা। অৰ্ধনমিত লম্বিত মুখখনিৰ তিল-ফুল সম নাকটিয়ে সৰ্বদেহ-ব্যাপ্ত সৌন্দৰ্যৰ আংশিক প্ৰকাশ তীব্ৰ কৰিছে।

"আহা, ভিতৰলৈ আহা! তুমিতো এনেকৈ হঠাৎ ওলাবাহি বুলি ভাবিবই পৰা নাছিলোঁ।"— গাভৰুৰ মাতটোত গাঢ় আন্তৰিকতা।

"এওঁলোক ক'ত? তুমি এনেকৈ আবেলি অকলে থাকা? বুজিছোঁ, নেলাগে ক'ব। তুমিও বহা।" আবেলিৰ বতাহে ছেদেলি-ভেদেলি কৰা শুকান চুলিবোৰৰ দৰেই ডেকাৰ মাতটো অসংযত, ভাববোৰ খেলি-মেলি।

"তেওঁলোক এফালে ওলাই গৈছে।" গাভৰুৰ এই প্ৰসঙ্গ তল পেলাবৰ ইচ্ছা।

কিছু সময় দুয়ো নিমাত। ডেকাৰ ভাব হৈছে— এইমাত্ৰ যেন সময় থমকি ৰৈ গৈছে, ফাগুনৰ

আবেলি বতাহ যেন স্তব্ধ হৈছে, কৃষ্ণচূড়াত পখীৰ কূজন বন্ধ হৈছে।

“তুমি এইদৰে মোৰ মুখলৈ কি চাইছা? মোৰ ভয় লাগি গৈছে। কথা কোৱা, যি খুচি তাকে কোৱা?” গাভৰুৰ কোমল-সুৰীয়া মাতটোত বহুত মিনতি। ডেকাই সমিধান দিবলৈ ভাষা বিচাৰি পোৱা নাই। গাভৰুৰ মুখলৈ চাই মায়া-ভৰা অতীত সুঁৱৰিছে। —প্ৰথম দেখাৰ আকস্মিকতা, পিছৰ সংগোপন সঁহাৰি, নৈৰ পাৰৰ সন্ধিযাবোৰৰ গাভৰু-সুবাস, প্ৰথম দিনৰ পৰশানুভূতিৰ শিহৰণ আৰু কত কি। এতিয়া সেইজনী গাভৰুৰ মুখলৈ চাই চাই ডেকাৰ বিশ্বাসেই হোৱা নাই যে তাইৰ উপস্থিতিযে বাস্তৱৰ এটা বিশেষ দিনৰ বিশেষ সময় অধিকাৰ কৰিছে।

“সুনীলা, এই শেষ দিনটোত খুচিমতে কথা ক'বলৈ আৰু ক'ত সময় পাম! মই খবৰটো দি তোমাক মাত লগাই আহোঁ বুলিয়েই ঠিক কৰিলোঁ। অৱশ্যে পোনতে ভাবিছিলোঁ, তালৈ গৈ তোমালৈ চিঠি এখন হে দিম।”— ডেকাৰ মুখত সঙ্কল্প আৰু কঠিনতা। এনে মুখত যেন প্ৰণয় এক অলপ বিলাস হে। সি সদায় ‘নীলা’ বুলি মাতি আজি কিয় সুনীলা বুলিছে?

“ক'লৈ যাবা? খুলি নোকোৱা কিয়? উস্, তোমাৰ মুখখন কি হৈ পৰিছে! বাৰু, এতিযা নেলাগে ক'ব। চাহ একাপ খাই ধীৰে-সুস্থিৰে কোৱা।”— গাভৰুৰ মুখতো তাৰ বিষণ্ণতাৰ দাগ লাগে।

“নেলাগে চাহ দিব। এইকণ সময় তুমি মোৰ চকুৰ আঁতৰ হ'ব নেলাগে। মই আজি তোমাৰ পৰা বিদায় ল'বলৈ আহিছোঁ। তোমাক আগতেই কৈছিলোঁ যে মই নেফাত চাকৰিৰ কাৰণে দৰ্খাস্ত কৰিছিলোঁ। চাকৰিটো পালোঁ। তিনি দিনৰ পিছত চাকৰিৰ ভাৰ ল'ব লাগিব বুলিও হুকুম আহিছে।”

“অৰুণ, মই হ'লে এতিয়াও বিশ্বাস কৰিবলৈ টান পাইছোঁ। আচল কথা কোৱা। এতিযাও ভাবিছোঁ, তুমি মোৰ লগত ধেমালিহে কৰিছা!”— গাভৰুৰ চকুত সন্দেহৰ ছাঁ। কিহৰ দুখত ডেকা নেফালৈ যাব?

ডেকা বহি থকা চকীখনৰ পিছফালে গাভৰুৱে লেহুকা হৈ থিয় দিলে। এখন হাতেৰে চকীৰ পিছফালডোখৰ এনেযে মোহাৰি থাকিল। হঠাতে ডেকাৰ তপত হুমুনিযাহ এটাই বহু ব্যয়সাধ্য ড্ৰয়িংৰুমৰ বায়ু দুখ-বাষ্পেৰে বিষাক্ত কৰি তুলিলে। ডেকাই ক'লে, “তুমি তেনেহ'লে মোৰ কথা সকলো নেজানা। জানা যদিও বোধকৰোঁ দকৈ ভাবি চোৱা নাই। মুখ ফুটাই ক'বৰ প্ৰয়োজন নাছিল। যদিও কওঁ— মই তুমি ভাবি থকা অৰুণ নহওঁ। মই আন বহুতৰ দৰেই দুখীযা। সেযেহে পইচাৰ মুখ দেখিলে নেফা নেলাগে ভুটান পাহাৰলৈকো যাবলগীয়া হয়। তোমাক কোৱা নাছিলোঁ নে সুনীলা, যে মোৰ কাৰণেই গাঁৱত ঘৰ এখন বৰ্তি আছে?”

ডেকাৰ চকুৰ দৃষ্টি তীক্ষ্ণ। তাত চকুলোৰ দুৰ্বলতা নাই। মাত দৃঢ়। এই মাতত সাময়িক আৱেগৰ চিন নাই।

গাভৰুৰ চকু সেমেকা। হিয়া দুৰু দুৰু। মন ধুঁৱলী-কুঁৱলী। তাইৰ কাঁজি-নেমু বৰণীয়া চাদৰখনে দুটোপাল তপত চকুলো শুহি ল'লে। তাই দেখিলে, ডেকাৰ হাতখন তাৰ পিঠিফালে থকা তাইৰ বুকুৰ ফালে আগবাঢ়ি আহিল— প্ৰণযৰ প্ৰচণ্ডতাই বুকুত থিতাপি ল'বলৈ নহয়— তাৰ কঁপা কঁপা হাতখনত আছে এখন টাইপ কৰা কাকত—নিযুক্তি-পত্ৰ।

তাই পঢ়ি চালে। চাকৰি নেফাৰ টুটিঙত। নেফা বানচ, শতকৰা বেছি হাৰে মৰগীযা বানচ আদি ধৰি দৰমহা প্ৰায় তিনিশ পঞ্চাশ। দৰমহাৰ অঙ্কটো কিমান বেছি? ‘ইন্সপেক্টৰ’ অব্ ইণ্ডাষ্ট্ৰী’ নামৰ

চাকৰিটো কেনে হ'ব পাৰে? এই বিষয়ে ধনীৰ দুলালীৰ একো ধাৰণা স্পষ্ট নহ'ল। মাথোন সুধিলে, "অৰুণ, সঁচাকৈয়ে তুমি যাবা?"

সি নিৰ্বিকাৰভাৱে উত্তৰ দিলে, "যাবই লাগিব। কাইলৈ ভৰ-পুৱাতে। তেহে পৰহিলৈ সন্ধিয়া পামগৈ। বুইছা, আমাৰ নিচিনা মানুহে এনে ছেগ আওকাণ কৰিব নোৱাৰোঁ। ভাবি চোৱা নীলা— অ' সুনীলা, কোনোমতে ইমানবোৰ আপদৰ মাজেদি বি এছ চি পাছ কৰা ল'ৰাটোৱে এনে এটা চাকৰিয়েই যদি নলওঁ, এতিয়া মাষ্টৰী কৰা দৰমহাৰে জানো ঘৰ-দুৱাৰ সজাই তিনিজনী গাভৰু ভনীক বিয়া দি ভাই দুটাকো পঢ়োৱাৰ ব্যৱস্থা কৰিব পাৰিম? সিফালে অৱসৰ পোৱাৰ পিছত দেউতাৰ দেহৰ অৱস্থা দিনে দিনে বেযা হৈ গৈছে।"

গাভৰুৱে ভাবিলে— তাই এতিয়া তাক কি বুলি সান্ত্বনা দিব? তাই মাথোন তাৰ চুলিবোৰত হাত বুলাই দিলে। তালৈ অপৰিসীম শ্ৰদ্ধাৰে তাইৰ হিয়া উপচি পৰিল। তাক ভৰি ছুই সেৱা কৰিবৰ মন গ'ল। দুৰ্ভাগ্যই আতুৰ কৰা মানুহক, তাই প্ৰাচুৰ্যৰ মাজেদি ডাঙৰ-দীঘল হৈ ইমান দিনে চিনি পোৱা নাছিল। আজি চিনি পালে। আৰু চিনি পালে মানুহৰ অদমনীয় সত্তাক, পৰাজয় বৰণ কৰিব নোখোজা দৃঢ়তাক আৰু বাস্তৱৰ সন্মুখীন হোৱাৰ সাহসক। তাইৰ ডেকালৈ আৰু মৰম লাগি গ'ল। ডেকাৰ বাহুত মুখখন গুঁজি তাই সেমেকা মাতেৰে ক'লে, "অৰুণ! অৰুণ।"

তাই ডেকাৰ গলগলীয়া মাতটো শুনিবলৈ পালে, "তোমাক ধন্যবাদ। তোমাৰ ধাৰ মই শুজিব নোৱাৰোঁ। তোমাৰ সংশ্ৰৱলৈ নহাহেঁতেন হয়তো কিছুমান হতাশাই মোক খুলি খুলি খালেহেঁতেন। হয়তো জীযাই থাকিবলৈ "

ডেকাই বাকীখিনি নক'লে। গাভৰুৱে মাত লগালে, "অৰুণ, ভাবি চোৱা, মোৰো ধৈৰ্য নোহোৱা নহয়। তুমি বৰকৈ চিন্তা নকৰিবা! এনেকৈনো কিমান দিন যাব? আমিতো বুঢ়া-বুঢ়ী হৈ যোৱা নাই। মাথোন তুমি সপ্তাহত দুখনকৈ চিঠি দিবা। মোৰে শপত, দিবা?"

ডেকা সন্মত হ'ল। আৱেগৰ বোজাই সন্ধিয়াটো গধুৰ কৰি তুলিলে। ড্ৰয়িংৰুমত বিজুলী-বাতি নজ্বলিল। মিনিটবোৰ যেন ছেকেণ্ডৰ গতিত পাৰ হ'ল। অৱশেষত ডেকাই ক'লে, "বোধকৰোঁ তেওঁলোক আহিবৰ হৈছে। মই যাওঁ।"

এইবুলি ডেকাই গাভৰুৰ হাত এখন দুই হাতেৰে বুকুৰ কাষলৈ তুলি ল'লে। পাতল অন্ধকাৰত গালৰ দুসেৰা চকুলো দেখা পালে। গাভৰুৱে থোকাথুকি মাতেৰে ক'লে, "মই দীঘল দীঘল চিঠি দিম। তুমি প্ৰতিজ্ঞা কৰা, সপ্তাহত তিনিখন চিঠি লিখিবই লাগিব।"

* * *

তেতিয়াৰ সোতৰ বছৰৰ সুনীলা ভৰালীয়ে পাঁচ বছৰৰ পিছৰ এদিন দুপৰীয়া দুই বজাত সাজি-পাৰি ল'নত থিয় হ'ল। 'ড্ৰাইভাৰ, ড্ৰাইভাৰ' বুলি কৰ্কশ স্বৰেৰে দুবাৰ মাতিলে। ড্ৰাইভাৰ কাষতে থিয় হ'লহি।

"গাড়ী গেৰেজৰ পৰা উলিয়া।"

"আচ্ছা মাইজী।"

বিদেশী গাড়ীখন নগৰৰ পিচ দিয়া আলিটোত উঠিল। সুনীলাই ক'লে, "পোনতে নিবি চিনেমা-হলৰ ফালে। তাৰ পিছত আহিব লাগিব লাইব্ৰেৰীলৈ।"

গাড়ীয়ে খন্তেকতে গতি-বেগ ল'লে। চিনেমা হলৰ সন্মুখত ৰ'লহি। সুনীলাই ক'লা মটৰখনৰ খিৰিকীয়েদি নিজৰ বগা মুখখন উলিয়াই চিনেমা হলৰ বেৰত থকা প্ৰকাণ্ড 'পোষ্টাৰ'খন পঢ়ি চালে : 20th Century Fox presents Gregory Peck Marlin Brando, Adrey Hapburn and Jane Russel in SENSE AND SAGACITY। সন্ধিয়াৰ কাৰণে তিনিটা বেলকনিৰ টিকট কিনি তাইৰ হাতত ড্ৰাইভাৰটোৱে দিয়াৰ পিছত তাই গাড়ী চলাবলৈ অনুমতি দিলে।

লাইব্ৰেৰিয়ান বহি থকা কোঠাটো হঠাতে বিদেশী প্ৰসাধনৰ সুবাসেৰে ভৰি পৰিল। নতুন কিতাপৰ পাতৰ ফুৰ্ফুৰীয়া গোন্ধ লৈ এক্‌ছেচন নম্বৰ দি থকা লাইব্ৰেৰিয়ানে মৃদু চৰণ-ধ্বনি আৰু তীব্ৰ সুবাসৰ সমন্বয়ত উচ্ছল হৈ নতুন অনুভূতিৰ আকস্মিকতা অনুভৱ কৰি মূৰ তুলি চালে। পোনতে চকুত পৰিল ব্লাউজে ঢাকিব নোখোজা লোভনীয় মঙহাল উদৰাংশ, তাৰ পিছত হাতীদাঁত যেন বগা বাহুহাল। মুখলৈ নোচোৱাকৈ লাইব্ৰেৰিয়ানে ক'লে, "অ' মিছ ভঁৰালী! বহক।"

"নাই, মই যাবঁহি। পিছে, খুজি পঠিওৱা কিতাপ দুখন 'ইচ্ছু' নকৰিলে দেখোন?"

"কিতাপ দুখন নাছিল। বোধকৰোঁ চাৰ্কুলেচনত আছে।"

"বাৰু, কাৰ্টাৰ ব্ৰাউনৰ কিবা থ্ৰীলাৰ আছে নে?"

"সম্প্ৰতি নাই। অৰ্ডাৰ দিযাইছোঁ।"

"ডিটেক্‌টিভ্-চিটেক্‌টিভ একো নাই?"

"চাৰিখনমান আছে। পিছে, মোৰ মনত পৰিছে— আপুনি এইকেইখন পঢ়িলে।"

"তেনেহ'লে নম্বৰ দিবলৈ বাকী থকা দুখনমান কিতাপকে দিযক।"

লাইব্ৰেৰিয়ানে নতুন কিতাপবোৰলৈ আঙুলিযাই দিলে। সুনীলাই কিতাপৰ নামবোৰ পঢ়ি গ'ল। এখনো পছন্দ নহ'ল।

"নিনিয়ে নেকি?"

"এইবোৰ বৰ গহীন কিতাপ। কপালৰ সিৰ কোঁচ খুৱাব।"

দুয়ো হাঁহিলে। সুনীলাই আকৌ সুধিলে, "বাৰু, 'স্কেণ্ডেল ছিক্সটি থ্ৰি'খন আছে নেকি?"

লাইব্ৰেৰিযানে হতভম্ব হৈ তাইৰ ধুনীযা মুখখনলৈ চালে। হযতো ভাবিলে— মুখ মনৰ দাপোণ নহয? এনেজনী ছোৱালীযে যদি কিছুমান কবিতাৰ কিতাপৰ নাম কাঢ়িলেহেঁতেন। নতুবা 'স্কেণ্ডেল ছিক্সটি থ্ৰি' বুলি অলপ লাজকুৰীযা ভাব দেখুৱালেহেঁতেন!

"ক্ৰিষ্টিন কিলাৰৰ কথা যে আছে— সেইখন কিতাপ?"

"হয।"

"দিছোঁ বাৰু।"

নিজৰ টেবুলৰ ড্ৰয়াৰ খুলি কিতাপখন সুনীলাৰ হাতত দিলে। তাই বিশুদ্ধ উচ্চাৰণেৰে 'থেঙ্ক ইউ ভেৰি মাচ্চ' বুলি কৈ বিদায় ল'লে। বৈ থকা গাড়ীখনত বহি ভাবিলে— আলিটোত দুবাৰ ঘূৰিলে, কিন্তু আশা কৰা ঠাই দুডোখৰত তেওঁক দেখা নগ'ল কিয়?

"মাইজী, কাঁহাতক লে চলেগা।"

"ঘৰলৈ।"

গাড়ী নগৰৰ মূল আলিটোৱেদি চলিল। হঠাতে তেওঁক দোকান এখনত দেখা যেন লাগি

গাড়ী ৰখাবলৈ হুকুম দিলে। তাই দোকানখনত সোমোৱাৰ আগতে সকলো জৰীপ কৰি ল'লে। তেওঁ তাতে আছে। কিবা কিনিছে। নেদেখা ভাও জুৰি তাই ভেনিটি বেগৰ পৰা দহ-টকীয়া নোট এখন উলিয়াই ডাঙৰ দোকানখনৰ আন এটা কাউণ্টাৰক ক'লে, "এটা থ্ৰী ফ্লাৱাৰ' আৰু এটা 'হোৱাইটেক্স।" তেওঁ সেইফালে চাপি আহিল আৰু মাত দিলে। তাই হঠাতে তেওঁৰ ফালে চোৱাৰ দৰে ভাও জুৰি ক'লে, "অ' আপুনি! মই মনেই কৰা নাই!" এইবুলি কৈ গহীন ব্যস্ততাৰে বস্তুকেইপদ আৰু ঘূৰাই পোৱা পইচাকেইটা হাতত ল'লে।

তেওঁ বাৰাণ্ডালৈ ওলাই আহিল। তাই মিচিকিয়াই ওলাই আহি তেওঁৰ মুখলৈ চাই সুধিলে, "কিবা কিনিলে?"

"নাই কিনা। ইয়াতে চেক্ এখন ভঙালোঁ।"

"কিহৰ চেক্? বহুত টকা পালে হ'বলা।"

"খুব কম। এশৰ বেছি, দুশলৈ বহুত কম।"

"পৰীক্ষাৰ বহী চোৱা চেক হ'বলা।"

"ঠিক ধৰিছে।"

দুয়ো দোকানৰ বাৰাণ্ডাতে অলপ পৰ থিয় দি ৰ'ল। দৃষ্টি বিনিময়েৰে বহুত কথাই কোৱা হৈ গ'ল। এফালে দোকানবোৰৰ ব্যস্ততা, ইফালে আলিত যান-বাহনৰ উদুলি-মুদুলি! তাৰ মাজতেই সুনীলাৰ মাতটো কোমল আৰু সৰু হৈ পৰিল। ক'লে, "আপোনালৈ খবৰ পঠিয়াম বুলিহে ভাবিছিলোঁ। লগ পালোঁ ভালেই হ'ল। আজি সন্ধিয়া আমাৰ তালৈ যাবই লাগিব।" এইবুলি কোৱাৰ লগে লগেই তাইৰ সকলো চিন্তাৰ ওৰ পৰি গ'ল। টিকট তিনিটা কিনিছিল তাই আৰু ভায়েক দুটাৰ কাৰণে। এতিয়া তিনিটা টিকট তাই ভাযেকহঁতক দিব আৰু ক'ব, 'মোৰ মূৰ কামুৰিছে। আজি মাক খট্-বান্ধ ধৰি চিনেমালৈ লৈ যা।' তেতিয়া আৰু তাইৰ অসুবিধা নেথাকিব। তেওঁক যে তাই দহ দিনমান নিৰিবিলি অৱস্থাত পোৱাই নাই।

তেওঁ কথা দিলে। দুয়ো এৰা-এৰি হ'ল।

এজনক নিজৰ কৰা মোহ, আশা কৰা মনৰ মানুহজনৰ আদৰ আৰু প্ৰশংসা পোৱাৰ আকাঙ্ক্ষা, যৌৱন আৰু সৌন্দৰ্যৰ সাৰ্থকতা অনুভৱ কৰিব পৰা সংগোপন মিলনেচ্ছা আৰু এজনক দুটি বাসনাদীপ্ত ৰাঙলী ওঁঠেৰে, এখনি ভৰপূৰ বুকুৰে উত্ৰাৱল কৰি নিজক পৰশানুভূতিৰে ব্যাকুল কৰাৰ উদগ্ৰ ঐকান্তিকতাই সুনীলাক যেন বেছি ৰমণীয় কৰি তুলিলে।

গাঢ় ৰঙা ব্লাউজটোৰ ওপৰত তাই আকাশী নীলা 'কাঞ্জিভৰাম' মেখেলা-চাদৰযোৰ পিন্ধিলে। ঘৰত মালীটোৰ বাহিৰে কোনো নাই। আৰু ভায়েক দুটাই তাইৰ কথা বিশ্বাস কৰি চিনেমা চাবলৈ গ'ল। বাপেক আবেলি আৰু গধূলি প্ৰায়ে ঘৰত নেথাকে। বাট চাই আমনি লগা সময়খিনি শেষ হ'ল। সন্ধিয়া নামিল। সুনীলাই লাহে লাহে ৰেডিঅ'টো পকাই দিলে। খন্তেকতে চেতাৰৰ মৃদু গুঞ্জনে শেৱালিৰ সুবাস-সৰস বকুলৰ গন্ধ-মধুৰ এই গোপন সন্ধিয়াটো গভীৰ আৰু মুখৰ কৰি তুলিলে। পাতল আন্ধাৰবোৰ যেন জুলীয়া হ'ল! জুলীয়া আন্ধাৰবোৰ যেন সুৰদী লয়ৰ লগে লগে বৈ গ'ল। সাৱধানেৰে অসাৱধান ভঙ্গিমাত সুনীলা ছোফাখনত শুই পৰিল। নীলা চাদৰৰ ভাঁজে ভাঁজে লেহুকা মনৰ বিলাসী আড়ষ্টতা বিৰিঙি উঠিল। অবিন্যস্ত চাদৰখনে ব্লাউজে আবৰি ৰখা দেহৰ পুষ্টতা বেছি স্পষ্ট কৰি তুলিলে।

তেওঁ আহিল। আনদিনাৰ দৰেই একো নেমাতি কোঠাত সোমাল। সুনীলাই ওচৰতে থকা 'গছা-চাকিটো'ৰ ছুইচটো টিপি দিলে আৰু থিয় হ'ল। চাদৰৰ অধিকাংশৰ কাৰ্পেটত পৰোঁ পৰোঁ অৱস্থা। লাজকুৰীয়া ভাব দেখুৱাই তাই চাদৰ সামৰি ল'লে। দুয়োৰে মাজত আলাপ হ'ল। এই আলাপৰ নিৰ্দিষ্ট গতি নাই, বিশেষ ভাবাৰ্থ নাই। এই আলাপ তথাপি জীৱন্ত, স্বাভাৱিক, গতিময় আৰু গীতিময়। ইমান সহজভাৱে কথাবোৰৰ সোঁত বৈছে, অথচ কি কথা পাতি ইমান সময় কটালে বুলি যদি পিছত ভবা যায়— একো কথাই মনত নপৰিব। সময়ৰ কাঁটাডাল যেন এক স্থিৰ বিন্দুত ৰৈ আছে, বাহিৰৰ জগতখন অস্তিত্বহীন। সুনীলাৰ মনত মাথোন তাই আৰু তেওঁৰ অৱস্থিতিযেহে একক সত্য। সেই ভাবনাৰ তীব্ৰতাই পাহৰাই পেলায়— লুকুৱাই ৰখা মনৰ সঙ্কোচ, পৰিমিত জ্ঞান আৰু সংশয়ৰ বাস্তৱ ।

দুয়ো মিলি যায়— মনে মনে, অঙ্গে অঙ্গে, তেজৰ তৰঙ্গে তৰঙ্গে। দুয়োৰে গালত বাসনাৰ চেকা লাগে। দুয়োৰে অন্তৰ প্ৰণয়-ৰাগত ৰঞ্জিত হয়। দুয়োৰে কথাবোৰ ভাৰাক্ৰান্ত হৈ সৰু সৰু হয়। উদ্দাম যৌৱনৰ, ক্ৰমক্ষয়মান জীৱনৰ এটি মনোমত সন্ধিয়া— বসন্তৰ এই মৃদু বা লগা সুৱাস-ভৰা বাসনাসিক্ত সন্ধিয়া— লাহে লাহে শেষ হৈ আহে। ক্ৰমবৰ্ধমান অনুৰাগ আৰু মধুৰ অতৃপ্তিৰেই তথাপি দুয়োৰে এৰা-এৰি হয়। গে'টখনৰ ওচৰত থিয় দি তেওঁ চকুৰ আঁৰ নোহোৱালৈকে তাই চাই ৰয়। খন্তেকলৈ চকু দুটা মুদি দিয়ে।

ৰাতি শেষ হয়, দিন আহে। বসন্ত লেৰেলি পৰে গ্ৰীষ্মৰ উত্তাপত। মাটিৰ পযোভৰ আৰু বৈচিত্ৰ্য কাঢ়ি লৈ বাৰিষাই মেঘৰ বৈচিত্ৰ্যেৰে আকাশত যাদু দেখুৱায়।

দিনবোৰ পুৰণি নহয়। সুনীলাৰ মনত নতুন নতুন ৰং লাগে। কিন্তু দিনবোৰে অজানিতে বিপৰ্যযো কঢিয়ায়। এদিন ৰাতি শুনিবলৈ পায়— মাক-বাপেকে এটা কোঠাত চিন্তা কৰি কৰি কিবা আলোচনা কৰিছে। তাইক লৈ যে আলোচনা, এই বিষযে তাইৰ বুজিবলৈ বাকী নেথাকে। কাৰণ, মাজে মাজে তাই শুনিছে তাইৰ মনৰ মানুহটোৰ নাম—সঞ্জীৱ বৰুৱা। তাই দেৱালত কাণ পাতি ৰয়।

দেউতাক ঃ তাই তোমাক নিজৰ ইচ্ছাটোও কৈ পেলাইছে?

মাক ঃ কৈছে। মই একো নক'লোঁ। কাৰণ, শিক্ষিত ছোৱালী হৈ বাছি লৈছে যেতিয়া মোৰ মাতিবলৈ কি আছে?

দেউতাক ঃ এস্, তুমিও সেই। সেয়েহে নিজৰ ছোৱালীৰ হিতাহিত জ্ঞান নাই।

মাক ঃ তেনেকৈ নক'বা।

বাপেক ঃ তেনেহ'লে কিছুদিনৰ কাৰণে এটাৰ লগ লৈ সময কটাইছে?

মাক ঃ ক'ব বিচাৰিছা, মোৰ ছোৱালীযে এটাক নচুৱাই চাইছে? তেনেকৈ নক'বা, মোৰ ছোৱালী তেনে নহয।

দেউতাক ঃ কিন্তু তেনে নহ'বলৈ তুমি জানো তাইক শাসনত ৰাখিছা?

মাক ঃ শিক্ষিত ছোৱালীজনীকনো মই পহৰা দি ৰাখিব লাগে নে?

দেউতাক ঃ এতিযা এইবোৰ কথা কৈ লাভ নাই। মই জীযাই থাকোঁ মানে এনে হ'বলৈ নিদিওঁ। তাকেই যদি বিযা দিব লাগে, মোৰ ছোৱালীক আদৰ-আপদালত ৰখা কি লাভ হ'ল?

মাতটোৰ পৰাই তাই ধৰিব পাৰিলে, দেউতাক বিচলিত হৈ পৰিছে। তেওঁ কোনোপধ্যে সুখত উঠা ছোৱালীজনী এটা বেচৰকাৰী কলেজৰ অধ্যাপকলৈ দিব নোৱাৰে। জীৱানন্দ ভঁৰালী বেছ মৰমিয়াল

পিতৃ। সুনীলালৈ মৰমটো আৰু বেছি। তেওঁৰ বিশ্বাস, সুনীলা ওপজাৰ দিন ধৰি ঘৰখনে দিনে দিনে উন্নতি কৰি আহিছে। তাই ওপজা বছৰৰ পৰাই তেওঁৰ চাৰিওফালে জয়জয়-ময়ময়। ঠিকা, দোকান, মদৰ মহল— সকলোতে। যোৱা পাঁচ বছৰে আকৌ কলেজৰ গৱৰ্ণিং ব'ডিৰ সভাপতি— এটা ডাঙৰ সামাজিক স্বীকৃতি।

অধ্যাপক সঞ্জীৱ বৰুৱাৰ লগত জীযেকৰ এনে এটা সম্পৰ্কৰ কথা শুনি তেওঁ ব্যৱসায়জীৱী মানুহ কাৰণেহে খং নুঠিল। তথাপি সঞ্জীৱলৈ এটা আক্ৰোশ থাকি গ'ল। পিছদিনা জীয়েকক বহুতপৰ কিবাকিবি বুজালে। গতানুগতিক উপদেশ দিলে। আৰু ক'লে যে এটা বয়সত ছোৱালীয়ে ভবা কথাবোৰ নিতান্ত যুক্তিহীন। গতিকে সাময়িক মোহ এৰিব পৰাহে বুদ্ধিমতীৰ কাম। কাৰণ প্ৰেম, ৰোমাঞ্চ আদি শব্দৰ কোনো অৰ্থ নাই। এইবোৰ পুথিগত বিদ্যাৰ দৰেই বাস্তৱৰ লগত অমিল। আচলতে ছোৱালীক লাগে এটা নিৰ্ভৰযোগ্য উপাৰ্জনৰ আৰামত ৰাখিব পৰা স্বামী আৰু জীৱনৰ নিৰাপত্তা।

সুনীলাৰ মন কুমলিল নে নুকুমলিল, তেওঁ ধৰিব নোৱাৰিলে। সেইদিনাই সঞ্জীৱক তেওঁ থকা ভাড়া-ঘৰটোত লগ ধৰি প্ৰকাৰান্তৰে নিজৰ অভিমত জনাই দিলে। তথাপি অধ্যাপকৰ প্ৰতি তেওঁৰ বিদ্বেষ নকমিল। মাথোঁ দুশ-আঢ়ৈশ টকা পোৱা ল'ৰা এটাযো তেওঁৰ ছোৱালীলৈ হাত মেলিবলৈ সাহস কৰিলে কেনেকৈ? ই ল'ৰা নিশ্চয় চতুৰ আৰু সুবিধাবাদী হ'ব লাগিব।

দুমাহমানৰ পিছত সুনীলাক শ্বিলঙলৈ পঠাই দিলে— খুৰাকৰ ঘৰত থাকি মনটো সুকীয়া কৰিবলৈকে। আচৰিত কথা যে তাই দেউতাকৰ প্ৰতিটো কথা শুনিলে। তাইৰ এবাৰো মনলৈ প্ৰশ্ন নাহিল— কিয় তাই প্ৰকাৰান্তৰে দেউতাকৰ কথা সমৰ্থন কৰিছে। তাইক যোৱা কেইমাহ আচ্ছন্ন কৰি ৰাখিছিল কেৱল যৌনতাৰ বৈপৰীত্যই আৰু এক জৈৱিক মোহেহে? তেনেহ'লে তাইৰ আকাঙ্ক্ষা আৰু অনুভূতিত যথাৰ্থতা নাই। বকেঁ'ত থকা প্লাষ্টিকৰ পাপৰিৰ দৰে তাই কৃত্ৰিম?

আত্মজিজ্ঞাসা নথকা অশান্ত মনত এদিন সন্তুষ্টিৰ চিন ফুটি উঠিল। নোসোধা প্ৰশ্নবোৰৰ একমাত্ৰ উত্তৰটো ওলাই পৰিল। সেযে হ'ল— সুখ-স্বাচ্ছন্দ্যৰ বাধা-বিপদহীন জীৱনৰ ছোৱালী এজনীৰ আন্তৰিক গভীৰতা থাকিব নোৱাৰে। ভোগৰ আৰু ঐশ্বৰ্য-চেতনাই স্মৃতি আৰু অনুভূতিক স্থূল কৰি ৰাখে। কিযনো শ্বিলঙৰ পৰা আহি যেতিযা সুনীলাই শুনিলে যে তেল কোম্পানীত নতুনকৈ সোমোৱা অফিচাৰ এজনৰ লগত তাইৰ বিযা ঠিক হৈছে, তেতিযা তাই সেই বিয়াত সম্মতি দিয়াৰ বিষয়ে ভাবিবৰ কাৰণে সময়হে ল'লে, কিন্তু মনৰ দ্বন্দ্বই অন্তৰক পীডা নিদিলে।

দেউতাকে ভাবিছিল, কথাটো এতিয়াও তাইৰ কাণত পৰা নাই। সেযেহে কথাটো তাই জনাৰ আগতে মনটো পৰীক্ষা কৰিবৰ ইচ্ছা গ'ল। দুদিনৰ পিছত তেওঁ তাইক ক'লে, "নীলা, মোৰ লগত বজাৰ কৰিবলৈ যাওঁ ব'ল।"

দেউতাকেৰে সৈতে তাই গাড়ীত উঠিল। তেওঁ চহৰৰ আটাইতকৈ বেছি আভিজাত্য থকা দোকানখনত জীযেকক লৈ সোমাল। এখন দামী কাৰ্পেট কিনিলে। পেট্ৰ'লেৰে চলা 'ল'ন ম'ৱাৰ' এটা আৰু এখন টেবুল 'ছাপ্লাই' কৰিবৰ বাবে অৰ্ডাৰ দিলে। তাৰ পিছত আন এখন জাক-জমক দোকানত সোমাই জীয়েকক প্ৰায় চাৰে-তিনিশমান টকাৰ কাপোৰ আৰু আন বিলাসৰ সামগ্ৰী কিনি দিলে।

দুযো গাড়ীত উঠিল। জীৱানন্দ ভঁৰালীয়ে জীয়েকক ক'লে, "নীলা, এতিয়াই ঘৰ নোসোমাওঁ। তোৰ কি মত? অলপ ফুৰোঁ।" জীযেকে সম্মতি দিলে। বাটত জীৱানন্দই খুব গহীনাই সুধিলে, "নীলা,

জীৱনত আটাইতকৈ অসহ্য বস্তু কি জান?" সুনীলা আচৰিত হৈ গ'ল। এইটো ডাঙৰ সাঁথৰ। যুগে যুগে মানুহে এই সাঁথৰৰ উত্তৰ বিচাৰি হাবাথুৰি খাইছে। তাই ক'লে, "মই কেনেকৈ ক'ম? এই বিৰাট প্ৰশ্নৰ উত্তৰ দাৰ্শনিকেহে দিব পাৰিব।" জীৱানন্দ হতাশ নহ'ল। দুখী অৱস্থাৰ পৰা ছলে-বলে-কৌশলে, ঠগ-প্ৰৱঞ্চনা আৰু কপটতাৰে উন্নতি কৰি কৰি পূৰ্বৰ দুখ লগা জীৱনক সুঁৱৰিবলৈ ইচ্ছা নকৰা এতিয়াৰ প্ৰতাপী ধনী জীৱানন্দৰ ব্যৱসায়-অভিজ্ঞ বস্তুবাদী মনৰ কাৰণে এই প্ৰশ্নত কোনো অতীন্দ্ৰিয ৰহস্য নাই। অতি উজু প্ৰশ্ন। সেযেহে তেওঁ ক'লে, "তই ইমান পঢ়িও একো উত্তৰ দিব নোৱাৰিলি। মই জানো, তই ইমান ভাবিব পৰা হোৱা নাই। জীৱনত আটাইতকৈ অসহ্য কথা কি জান? দাৰিদ্ৰ্য, আই ৰিপিট্, প'ভাৰ্টি!"

সুনীলাই দেউতাকৰ মুখলৈ ৰ' লাগি চালে। কিজানি মনটো বুজিবলৈকে। কিন্তু এই মন বুজা তাইৰ সাধ্যৰ অতীত। দেউতাকৰ ইঙ্গিত মতে নগৰৰ পশ্চিম প্ৰান্তৰ শেষ বিজুলী-বাতিৰ খুঁটাটোৰ ওচৰত মটৰখন ৰ'ল। দেউতাকে ক'লে, "নীলা, নাম। অলপ খোজ কাঢ়োঁ। দুইকাষে পথাৰ পাম যেতিয়া ভাল লাগিব।" সুনীলা মটৰৰ পৰা নামি দেউতাকৰ কাষত থিয় হ'ল। জীৱানন্দ ভঁৰালীক বেছি চিন্তিত দেখা গ'ল। প্ৰতিটো শব্দত জোৰ দি দি তেওঁ ক'লে, "বাৰু নীলা, কিবা কাৰণত যেনিবা তই সৌ ঘৰটোত এমাহ থাকিবলগীয়া হৈছে। তই থাকিব পাৰিবি নে?"

সুনীলাই তিনি খোঁটলীয়া টিনৰ চাপৰ ঘৰটোলৈ চালে। ঘৰটোৰ পিছফালে এখন কচু-পিটনি। তাৰ কাষত বাঁহৰ চাঙৰ এটা পাইখানা ঘৰ। ঘৰটোলৈ বিজুলী-তাঁৰ নাই। এটা কোঠাতহে লেম এটা জ্বলি আছে। ঘৰত তিনি হাতমান বহল বাৰাণ্ডা এখন আছে। তাৰ পৰা পাঁচ হাতমান আঁতৰতে আলিটো। এইটো ঘৰত থকাৰ কল্পনা কৰিবলৈ চেষ্টা কৰি তাই আঙুলি এটা মুখত দি নিজৰ ঘৰটোৰ কথাহে ভাবিলে। সিহঁতৰ ঘৰটোত বহুত কোঠা। তাই সঠিক নেজানে, কিমান কোঠা থাকিব পাৰে। তদুপৰি ল'ন, ফুলনি আদিৰ কথা বাদেই।

তাই উত্তৰ দিয়াৰ আগতেই জীৱানন্দই উপযাচি কৈ গ'ল, "নগৰৰ ভিতৰত এইটো ঘৰত ভাড়া পৰিব মাহে সত্তৰ টকা, আওহতীয়া কাৰণে ইয়াৰ ভাড়া চল্লিশ টকা বুলি মই জানো।"

"কেনেকৈ জানিলে?"

"সেইবোৰ পিছকথা। আগতে মোৰ লগত বাজি ৰাখ। থাকিব পাৰিবি নে নোৱাৰ? মনত ৰাখিবি, ইয়াত 'ছেনিটেৰি লেট্ৰিন'ৰ প্ৰশ্নই নুঠে। তহঁতৰ দৰে বা মাৰৰ দৰে তিৰোতাযো লেট্ৰিনটো বাথ-ৰুমৰ লগত এটেচ্‌ড লেট্ৰিন নহ'লে মৰিব পাৰ।"

"এৰা, হওঁতে কথাটো সঁচাই।"

"আৰু নীলা, ইলেকট্ৰিক ফেন নচলোৱাকৈ জানো গৰম দিনত শোৱাৰ কথা তোৰ মনত পৰে? কেতিয়াবা ইলেকট্ৰিক লাইট নথকা ঘৰত ৰাতি আছিলি?" জীৱানন্দৰ কণ্ঠ আৱেগেৰে ভৰা।

সুনীলাই একো নেমাতিলে। তেওঁ আপোন মনে কৈ গ'ল, "আৰু এনে এটা ঘৰত থকা মানুহৰ আনবোৰ খৰচো কেনেকুৱা, এই বিষয়ে তোৰ ধাৰণা আছে?"

সুনীলাই হতভম্ব হৈ ক'লে, "মোৰ এই বিষয়ে একো জ্ঞান নাই।"

জীৱানন্দই সেয়েহে থিতাতে সুধিলে, "তেনেহ'লে এইটো ঘৰত, এমাহ নেলাগে থাকিব— মাথোন এসপ্তাহ থাকিব পাৰিবি?"

তাই ধীৰে ধীৰে ক'লে, "নোৱাৰোঁ। এদিনো নোৱাৰোঁ। এসপ্তাহ থাকিবলগীয়া হ'লে মই মৰি যাম।"

ইয়াকে শুনি জীৱানন্দই এটা সন্তোষৰ হাঁহি মাৰিলে। ক'লে, "সেই কাৰণেই মই কওঁ, দুখীয়া অৱস্থাইহে একেবাৰে সহিব নোৱৰা অৱস্থা। কিন্তু নীলা, এইটো ঘৰত এসময়ত ছমাহ কোন আছিল জান?"

"নেজানো। মই এইফালে অহাই নাই। মটৰত যাওঁতে আনদিনা হয়তো মন কৰা নাছিলোঁ।"

"এইটো ঘৰতে সঞ্জীৱ বৰুৱা নামৰ প্ৰফেছাৰ এটা ছমাহ আছিল। এতিয়া সি ল'ৰাৰ চাৰ্জ লৈ হোষ্টেলত থাকে।"

কথাটো শুনাৰ লগে লগে সুনীলা চিঞৰি উঠিল। হাতেৰে কাণ দুখন টেপা মাৰি ধৰিলে। নিজক নিজে কোৱাৰ দৰে ভোৰভোৰালে, "ড্ৰাইভাৰ, গাড়ী চলোৱা, নোৱাৰোঁ। নোৱাৰোঁ— কেতিয়াও "

ঘৰৰ অভিমুখে বিদেশী কাৰখন চলিল। বাটত বাপেক-জীয়েকৰ কথা-বতৰা নহ'ল। তথাপি জীৱানন্দই পুলক অনুভৱ কৰিলে।

পিছদিনা মাকে আঙঠি পিন্ধোৱাৰ দিনটো সুনীলাক জনালে— হাইস্কুলত পঢ়া পুতেকটোৰ যোগেদি। সুনীলাই বিশেষ আলোড়ন অনুভৱ নকৰিলেও হতাশ নহ'ল। তাইৰ এই প্ৰশ্ন মনত উদয় হ'ল, হয়তো বাস্তৱ-বুদ্ধিৰ মনে ধৰিব পাৰিলে যে এহেজাৰৰ বেছি দৰমহা পোৱা বিষয়াজনৰ সুন্দৰ বাংলো আছে, আছে সুন্দৰ ল'ন, ফুলনি আছে, আৰু আছে এটা ধুনীয়া ভৱিষ্যত।

আঙঠি পিন্ধোৱাৰ দিনটো আহি পালেহি। পুৱাৰে পৰা ঘৰখন উলহ-মালহেৰে নধৰা হৈছে। শ্বিলঙৰ পৰা খুৰাক, খুৰীয়েক আৰু ল'ৰা-ছোৱালীকেইটা আহিছে। এ আৰ টি ৰি ডাঙৰ বিষয়া পেহাকো আহিছে। জীৱানন্দ ভৰালী জা-যোগাৰ কৰাত ব্যস্ত। সুনীলাৰ নিজৰ ঘৰখনতে আচহুৱা আচহুৱা লাগিছে। তাইৰ খুৰাক-খুৰীয়েকৰ আগলৈ ওলাবলৈ আৰু লাজ-সঙ্কোচ হৈছে। শোৱনি ঘৰত আমন-জিমনকৈ পৰি আছে। তাইৰ আমনি লাগিছে। মনটোও অসাৰ। শৰীৰৰ প্ৰতি অঙ্গ যেন বেছি শিথিল হৈ পৰিছে। মনত বিতৃষ্ণা নাই, তৃষ্ণা নাই। সুকোমল আৱেগ, অনুভূতি আৰু মধুৰ আশঙ্কাৰ শিহৰণে বুকুৰ স্পন্দন ঘন ঘন কৰা নাই। মাথোন সাৰশূন্য মন এটা লৈ বিছনাত পৰি আছে। তাই ভাবিছে, তাই এজনী তেজ-মঙহৰ গাভৰু নে এটা ফুলদানী?

তাই এনেয়ে এবাৰ কোঠাটোৰ চৌপাশে চালে। ওখ টুল এখনৰ ওপৰত বাতৰিকাকত দুখনমান জপা আছে। তাই টুলখনৰ ওচৰলৈ গ'ল। পহিলাতে পোৱা কাকতখন হাতত তুলি ল'লে। তাৰিখটো পঢ়িলে— চাৰি অক্টোবৰ। আজিৰ তাৰিখেই। তেনেহ'লে বাৰ বজাত 'হকাৰ'টো অহা তাই মন কৰা নাছিল। কিজানি কোনেও নপঢ়িব বুলি ভাবি আজিৰ কাকতখন চাকৰণীজনীয়ে তাইৰ কোঠাত থ'লেহি। কাকতখনৰ পহিলা পৃষ্ঠাৰ বৰ বৰ হৰফত লিখা আখৰবোৰ তাই পঢ়িহে গ'ল, মগজুত একো নোসোমাল। কাৰণ, এতিয়া এক বাজিছে। চাৰি বজাত দৰা-পক্ষৰ মানুহ অহাৰ কথা।

সুনীলাই এনেয়ে বাতৰিকাকতখন লুটিয়াই চালে। ফটো এখনত চকু পৰাত তাই চমকি উঠিল। তাই নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান পালে। আজিৰ বাতৰিত যে এইখন সঞ্জীৱৰ ফটো। ফটোৰ তলৰ শাৰীকেইটা তাই গোগ্ৰাসে যেন গিলিহে পেলালে—" ৰ কলেজৰ ইংৰাজীৰ অধ্যাপক সঞ্জীৱ নাৰায়ণ বৰুৱা এইবাৰৰ প্ৰতিযোগিতাত আই এ এছৰ বাছনিত পৰিছে। "

সুনীলাই আৰু কাকতখন হাতত লৈ নেথাকিল। তাই বিছনাত উফাল খাই পৰিলগৈ। নিজৰ প্ৰতি বিতৃষ্ণা আৰু তিক্ততাত তাই জৰ্জ্জৰিত হ'ল। সঞ্জীৱৰ সকলো কথা এটা এটাকৈ তাইৰ মনলৈ আহিল— ইচ্ছাৰ বিৰুদ্ধে। জীৱনলৈ আমন্ত্ৰণ জনোৱা নতুন পুৰুষ এজনক অশ্ৰদ্ধা কৰিবলগীয়া হ'ব পাৰে বুলিয়েই তাই সঞ্জীৱক স্মৃতিৰ অন্তৰালত ৰাখিবলৈ খুব চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। ভাবিলে, আজি কাকতত ফটো ওলাইছে যেতিয়া সি হয়তো তিনি-চাৰি দিনৰ আগতেই খবৰটো পালে। কিন্তু সি হয়তো সকলোকে বেছি আচৰিত কৰিবলৈকে কাকো একো নকৈ ইয়াৰ পৰা গুচি গ'ল।

এঘণ্টামান বিছনাত পৰি থকাৰ পিছত তাই হাত-মুখ ধুলেহি। বাতৰিকাকতখন বিচাৰি নোপোৱা ঠাই এডোখৰত গুঁজি থ'লে। তাইৰ দযা হ'ল নিজলৈ আৰু দেউতাকলৈ। দেউতাক যেনেকুৱা মানুহেই হওক লাগে, তাইক তেওঁ খুব মৰম কৰে আৰু তাইৰ কাৰণে তেওঁ সকলো কৰিব পাৰে। সেযেহে এচুকত গুঁজি থোৱা বাতৰিকাকতখনলৈ তাইৰ ভয় লাগিল। এইখন যেন বাতৰিকাকত নহয়— জোপ লৈ লুকাই থকা এটা বাঘহে' তাই খাটিলে— "হে ঈশ্বৰ, কোনেও যেন এই কাকতখন নেদেখক' দেউতাই যেন কাৰো মুখে এই খবৰ নুশুনক' শুনিলে তেওঁ যে আত্মগঞ্জনা আৰু পৰিতাপত মৰা যেন হৈ পৰিব!"

তাই লাহে লাহে নিজৰ গোপনে ৰখা ছুটকেচটো খুলিলে। ভাবিলে, ইযাত হযতো কেনেবাকৈ এখন-দুখন সঞ্জীৱে লিখা চিঠি থাকিব পাৰে। সেইবোৰ চিঠি, তাই লোকৰ হৈ পৰাৰ এই দুই-এঘণ্টাৰ আগতেই নষ্ট কৰা উচিত। সঞ্জীৱ তাইৰ অচিনাকি হৈ পৰা উচিত।

চুটকেচটো মেলি তাই পোনতে কিছুমান বন্ধোৱা ফটো পালে। এইবোৰ ফটোৰ লগত সঞ্জীৱৰ কোনো সম্পৰ্ক নাই। এইবোৰ তাই গুৱাহাটীৰ কলেজত পঢ়া সমযত তোলা ফটো। চুটকেচত আৰু পালে কেইখনমান কিতাপ—নিষিদ্ধ কিতাপ, পৰিয়াল-জীৱনত লুকুৱাই ৰাখিবলগীয়া কিতাপ' তাৰে এখন কিতাপৰ মাজত এখন অন্তৰ্দেশীয পত্ৰ চকুত পৰিল। ভাবিলে, এইখন সঞ্জীৱৰ চিঠি হ'ব নোৱাৰে। কাৰণ সঞ্জীৱে সদায় লেফাফাতহে চিঠি দিয়ে। তাইৰ দৃঢ় ধাৰণা হ'ল যে এইখন কোনোবা অদৰকাৰী চিঠি। তাকে কিতাপৰ পৃষ্ঠাৰ মাজত গোঁজা হৈছিল চাগৈ, পঢ়ি থৈ যোৱা পৃষ্ঠাৰ চিন ৰাখিবলৈ। তথাপি কৌতূহল দমাব নোৱাৰি চিঠিখন হাতত লৈ নিজৰ ঠিকনাটো পঢ়িলে। ঠিকনাৰ আখৰ এসময়ত পৰিচিত আখৰ আছিল যদিও, এতিযা কাৰ আখৰ হ'ব পাৰে, তাই মনত পেলাব নোৱাৰিলে। ডাকঘৰৰ মোহৰটো জুপি জুপি চালে। মোহৰত থকা তাৰিখটো প্ৰায় চাৰে-পাঁচ বছৰৰ আগৰ। তাই লাহে লাহে অন্তৰ্দেশীয় পত্ৰখন খুলি ল'লে। ঠিকনটো আৰু প্ৰথমৰ শাৰীটো পঢ়ি তাইৰ হাত দুখন কঁপিবলৈ ধৰিলে—

"মৰমৰ নীলা,

আগৰ দুখন চিঠিৰ উত্তৰ নেপাই এইখন আকৌ লিখিলোঁ। চিঠি নিলিখি তুমি কিয় চিন্তা কৰিছা? মই যে কিমান কথা ভাবিছোঁ! কিমান সন্দেহ কৰিছোঁ। বাৰে বাৰে তোমাৰ কিবা অসুখ হৈছে বুলিহে ভাবি দুখত দিন কটাইছোঁ। নহ'লেনো দুখন চিঠিয়েও তোমাক উত্তৰ লিখাব পৰা নাই নে? গতিকে সোণ, মোৰে শপত, জৰুৰ একলম লিখিবা। মোৰ যে ইয়াত কিমান অকলশৰীয়া লাগিছে' কেৱল তোমাৰ সোঁৱৰণেই হৃদয়ৰ শূন্যতা পূৰণ কৰিছে। বুইছা, ইয়াত থাকি নিজক বেছিকৈ চিনি পাবলৈ শিকিছোঁ। বাৰে বাৰে এটা সত্যই মনলৈ আহিছে— মই ধন্য নে তুমি ধন্য? মই ভাবোঁ— মই ধন্য।

কাৰণ মই দুখীয়া, মোৰ জীৱনত ঘাত-প্ৰতিঘাত আছে। সেয়েহে মোৰ উপলব্ধি গভীৰ, মোৰ মৰম গভীৰ। হয়তো আন্তৰিক অনুভূতিও গভীৰ। হয়তো আশা-আকাঙ্ক্ষাও অকৃত্ৰিম আৰু ”

সুনীলাই আৰু পঢ়িব নোৱাৰিলে। শেষৰ আখৰকেইটালৈ অজানিতে কেবাবাৰো চকু গ'ল। সৰু সৰুকৈ উচ্চাৰণ কৰিলে, “ইতি, তোমাৰেই— অৰুণ।”

অন্তৰ্দেশীয় পত্ৰখন আলফুলকৈ জাপি তাই বুকুত সুমুৱাই ল'লে। শোৱনিকোঠাৰ দুৱাৰ বন্ধ কৰি বিছনাত বহিল। দুগালেদি দুধাৰি চকুলো বাগৰি থুঁতৰিৰ তলত মিলি গ'ল। অন্তৰৰ প্ৰচণ্ড আৱেগে যেন তাইক তপত চৰুত পেলাই লুটিয়াই লুটিয়াই ভাজিছে। তাই ছটফটাবলৈ ধৰিলে— এটা চিন্তাত, মাথোন এটা চিন্তাত— তাই নাৰী নে এটা মমৰ পুতলা? কিয় এই পাঁচ বছৰৰ এদিনো তাইৰ অৰুণলৈ মনত নপৰিল?

তাই ভূতে পোৱা মানুহৰ দৰে হঠাতে চিঞৰ মাৰি দিলে। তাৰ পিছতে সৰু ছোৱালীজনীৰ দৰে নাকৰ পানী উজাই ফেকুৰিবলৈ ধৰিলে। তাকে শুনি মাকে সিফালৰ পৰা দুৱাৰত ঢকিয়াই ঢকিয়াই ডাঙৰ ডাঙৰকৈ সুধিলে, “নীলা, খুলি দে দুৱাৰ। তোৰ কি হ'ল?”

তাই একে ঠাইতে নিশ্চল হৈ বহি থাকিল। অলপপৰ ওপৰলৈ চাই ৰ'ল— অজান ঠাইৰ পৰা সান্ত্বনা বিচাৰি। মাকৰ মাত আকৌ তাইৰ কাণত পৰিল, “নীলা, দুৱাৰ খোল। তোৰ কি হৈছে?”

নীলাই মাথোন ওপৰলৈ চাই চাই ভাবিলে— এই কেইবছৰৰ ভিতৰত পৈত্ৰিক সম্পত্তিৰে আনক ৰিজাই চোৱাৰ পিছৰ পৰা আচল নাৰীৰ বহুত মানৱীয় গুণ যেন তাই হেৰুৱাই পেলালে!

# লতা-গোলাপ

ষোল বছৰত ভৰি দিয়াৰ লগে লগে দেখা গ'ল, ৰহতীয়ে মানুহৰ মুখলৈ চাই কথা নকয়, তলমূৰা হৈ খোজ কাঢ়ে, তাইৰ কোঠাটোত অকলে থকা সময়কণ গুণ্‌গুণ্‌কৈ নাম গায়। সোতৰ বছৰত তাই আৰু দেখনিয়াৰ হয়। গাইজনী আঁতৰলৈ গ'লে ধৰি আনিবলৈ পিছে পিছে লৰ নেমাৰে। ওঠৰ বছৰত তাইৰ কানি-কাপোৰবোৰ আৰু পৰিষ্কাৰ হয়। তাই কেবাটাও ধৰণে খোপা বান্ধে। তাইৰ শোৱাঘৰটোও ভালেমান সলনি হয়। নানা ছবিৰে বেৰখন শুৱনি কৰি ৰাখে। তাই অকলে থকা সময়কণ একমাত্ৰ দুৱাৰখন খোলা নেথাকে। মাথোন খিৰিকীখনেদিহে এটা নাৰীসুলভ সুৱাসৰ আভাস পোৱা যায়। সেয়ে জাননী দিয়ে তাইৰ অস্তিত্বৰ। পাউডাৰ, স্নো, নেপ্‌থেলিন আদিৰ মিশ্ৰিত সুৱাসত আছে তাইৰ মনৰ মাদকতা।

ৰহতীক ঘৰৰ সকলোৱে ভাল পায়। তাইক বেছিকৈ ভাল পায় আমাৰ ককাদেউতা ওৰফে গউৰ ককাই, আকৌ ওৰফে গৌৰচন্দ্ৰ শইকীয়াই। ককাৰ কেইবাটিও নাতি-নাতিনী। ৰহতী নাতিনীও নহয়, আনকি একেকুলীয়া ছোৱালীও নহয়, আনকি, তাইৰ মাক-বাপেককো ককাই দেখা নাই। তাইৰ ঘৰটো ক'ত আছিল, তাকো কিজানি ককাই পাহৰিলে। কাৰণ, ৰহতী আমাৰ পৰিয়ালভুক্ত হ'ল। আচলতে আমাৰ ঘৰৰ ওপৰত, পৰিয়ালৰ এটাইৰে ওপৰত ৰহতীৰ কৰ্তৃত্বও বাঢ়িল। তাই যে এনে আপোন কৰিব জনা ছোৱালী।

ঊনৈশত ৰহতীৰ ৰূপৰ আৰু একলা বাঢ়িল। খোজবোৰ মাটিত আগতকৈ বেছি গহীনাই পৰা হ'ল। মূৰ আঁচোৰাকৈ বাহিৰলৈ নোলোৱা হ'ল। আগৰ দৰে খৰ-ধৰকৈ কথা নোকোৱা হ'ল। সাজ-পোছাকৰ পছন্দ-অপছন্দ বুজিব পৰা হ'ল। আগতে দেউতাক 'ককাইদেউ' বুলি মাতিছিল। খুৰাদেউক মাতিছিল 'কণ খুৰা' বুলি। এতিয়া তেনেকৈ নেমাতে। সমন্ধ নধৰাকৈ কথা ক'বলৈ তাই এটা সুকীয়া ধৰণৰ কথা কোৱাৰ উপায় উদ্ভাৱন কৰিছে।

বিশত ৰহতীৰ পূৰ্বৰ চঞ্চলতাৰ অভাৱ পূৰণ কৰিছে চকুৰ অস্থিৰতাই, দেহৰ পূৰ্ণতাই আৰু ভাষাৰ যাদুৱে। বোধকৰোঁ পোছাকেও। এতিয়া তাই মেখেলাৰ বাহিৰে ব্লাউজ, চাদৰ আদি ৰঙীণ পিন্ধে। মাজে মাজে জেতুকাৰে হাত আৰু ভৰিৰ তলুৱা ৰঙা কৰে। অচিন মানুহ আমাৰ ঘৰলৈ আহিলে তাই ভিতৰৰ পৰা নোলায়।

তথাপি ককাই ভাবে, ৰহতী কলগছ বঢ়াদি বাঢ়িছে হে, মনটো আগৰ ৰহতীৰে হৈ আছে। মই হাইস্কুলত পঢ়া ল'ৰা যদিও, ককাৰ সকলো কথা মানি ল'বলৈ টান পাওঁ। বছৰে বছৰে ৰহতী বাইদেউৰ

মোট সললনি হৈ আছে— ফাগুন-চ'তৰ নাহৰ-সোণাৰু আৰু লতা-গোলাপৰ দৰে, মাজতে দুভাগ কৰা বিতচকু পিন্ধা গউৰ ককাৰহে চকুত পৰা নাই। আমি জানো মানে— মই, দীনেশ, ভৱ, সন্ত আৰু মোহনে— যে তাইৰ মনটোত ফাগুনৰ ৰং লাগিছে। সেই ৰং তাই পাইছে ৰঙা পুখুৰীৰ পাৰত ফুলি থকা আজাৰ কেইজোপাৰ পৰা, কপৌফুলৰ পৰা আৰু বতাহে উৰুৱাই অনা বনফুলৰ সুৰভিৰ পৰা। এয়ে মোৰ অনুমান। আকৌ কওঁ, মই হাইস্কুলত পঢ়োঁ যদিও চৰাই-চিৰিকটি, গছ-লতা-ফুল আৰু ফাগুনৰ বতাহৰ খলকনিত মোহ যাওঁ। লগৰ কিছুমানে মোক কবি বুলিও শ্ৰদ্ধা কৰে। মই কবিতা লিখোঁ। স্কুলৰ হাতে লিখা আলোচনীত মোৰ কবিতা ওলায়। লগৰ ছোৱালীয়ে পঢ়ি ভাল পালোঁ বুলি ক'লে বুকুখন ৰমৰমাই যায। এই বয়সতে 'স্বপ্নভঙ্গ' আৰু 'পাপৰি'ৰ বেছিভাগ কবিতা মুখস্থ মাতিব পাৰোঁ। সেয়েহে পূৰ্ণানন্দ মাষ্টৰে মোৰ বিষয়ে এনেকৈ কয়— সি এটা হ'ব। পিছে কিবা এটাহে হ'ব। ভাল নহ'ব। মাহতকৈ চিৰা দীঘল, ঢোলতকৈ মাৰি দীঘল।'

মোৰ বাইদেউ নাই। ৰহতীয়েই মোৰ মনত বাইদেউৰ আসন পূৰ কৰিছে। তাই মোক ডবিয়ায়, খোৱা-বোৱা নকৰি ক'ৰবালৈ যাবলৈ ওলালে তাই চুলিত ধৰি মোক ভাতৰ পাতত বহুৱায়। বল খেলি ঘৃণীয়া হৈ আহিলে তাই বাইদেউজনী হৈ মালিচ কৰে, কটা অংশত দৰব বান্ধি দিয়ে আৰু কয়, "আজিৰ পৰা যদি তই এনেকৈ বল খেলি ফুৰা গম পাওঁ, তোৰ ঠেং ভাঙিম।" এৰা, তাই যে মোৰ ঠেং দুখন ভাঙিব পাৰিবই, ইচ্ছা কৰিলে এহাতে নেলু খামুচিযেই উশাহ-নিশাহ বন্ধ কৰিব পাৰিব। তাইৰ গাত ইমান জোৰ' হাতত ধৰিলে এৰাই যাবৰ উপায নাই। খং উঠিলেই বুকু চমকি যায়। খং উঠিলে তাইৰ কাণ দুখনেও আজাৰ ফুলৰ ৰং লয। গাল দুখনৰ মাজত যেন দুটা ঘূৰণীয়া ৰঙা ফুলৰ পাহিহে জিলিকি উঠে।

অৱশ্যে ৰহতীৰ ডাবি-ধমকি, খং, আদেশ-উপদেশ সকলো মই সহিব লাগিব। তাই নোহোৱা হ'লে মই হেনো নেবাচিলোঁহেঁতেন। এতিয়া ক্লাছ এইটত পঢ়িয়েই কবিতা লিখিব নোৱাৰিলোঁহেঁতেন। (কণ খুৰাই মোক কবিতা লিখা বুলি শুনি কৈছিল, "পদ্য লিখিবি নে ফেল্ কৰি আলি-মহৰী হ'বি? হে হৰি, ই আকৌ হালোৱাৰ ঘৰত বামুণৰ বিদ্যা লৈছে।" মোৰ বৰ খং উঠিছিল।)

শুনিছোঁ বোলে মোৰ তিনি বছৰ বয়সতে বৰ বেয়া বেমাৰ এটা হৈছিল। এবছৰলৈ হেনো মূৰত চুলিয়েই গজা নাছিল। বহুতে মোক মৰিব বুলিয়েই আশা এৰি দিছিল। সেই সময়ত ৰহতীক কণ খুৰাই ডিমাপুৰৰ পৰা আনিছিল। তেতিয়া তাইৰ বয়স সাত-আঠ বছৰ। তাইৰ মাক-বাপেক কোনো নাছিল। বাপেকে মহাযুদ্ধৰ সময়ত কোহিমাত ৰাস্তাৰ কাম কৰিছিল। তাতে তেওঁ বোমা পৰি মৰিল। তাইৰ বৰদেউতাক খুব নিছলা মানুহ আছিল। তেওঁ মিলিটাৰীৰ তলত হাজিৰা কাম কৰিও নিজৰ এপাল ল'ৰা-ছোৱালী কোনোমতেহে তৰাইছিল। ৰহতীয়ে কাৰো পৰা আদৰ নেপাইছিল। ভালকৈ খাবলৈ-ববলৈ নেপাইছিল। যুদ্ধ ভয়ানক হৈ অহাৰ লগে লগে সিহঁত ভাটীফালে ভাগি যাবলৈ ওলোৱাৰ সময়ত কণ খুৰাই টকা দি ৰহতীক ৰাখিছিল আৰু আমাৰ ঘৰলৈ আনিছিল। এতিয়া ৰহতীৰ বৰদেউতাকহঁত কোন ক'ত আছে, কোনেও নেজানে। তায়ো আত্মীয়-কুটুমৰ অভাৱ অনুভৱ কৰা নাই। তাইৰ ওচৰত সকলো কৃতজ্ঞ, মোক ডাঙৰ-দীঘল কৰা কাৰণেই। তিনি বছৰত মই পঁয়া লাগিছিলোঁ। তিনি বছৰতো থিয়-দণ্ডা দিব পৰা হোৱা নাছিলোঁ। মোৰ আমনি বৰ বেছি আছিল। মই হেনো নকন্দা সময়কণো আঙুলি চুপি চুপি পেনপেনাই আছিলোঁ। আইজনীও আছিল এটা ৰোগৰ ভঁৰাল, ৰহতীয়ে মাজে মাজে কয়,

"বৌৱেৰৰ সেই বয়সতে কঁকাল হালিছিল। বিষ, মূৰ-ঘূৰণি, পেটৰ বেমাৰ— মুঠতে চন্দ্ৰ কবিৰাজে জনা আটাইকেইটা বেমাৰেই আছিল। তোৰ চাৰি বছৰতে মাৰ মৰিল।"

আইজনী থকা অৱস্থাতো আৰু মৰাৰ পিছতো সাত-আঠ বছৰীয়া ৰহতীয়ে মোক হেঁপুচি-হেঁপুচি কোলাত লৈ, অতি সহনশীলা মাতৃতকৈও বেছি ধৈৰ্যৰে মোক ডাঙৰ কৰিছিল। গতিকে তাইহে মোৰ আচল বাইদেউ। ঘৰখনতো তাইৰ কথা সকলোৱেই শুনে। তাইৰ কামত, কথাত আৰু চেহেৰাত চাকৰণীৰ চিন নাই। আমি তাইক কেতিয়াও চাকৰণী বুলি ভবা মনত নপৰে। কেতিয়াবা ৰহতীয়ে সৰু-কালতে সিহঁতে বাঁহৰ চাঙত শোৱাৰ কথা, ভাত নেপাই গছৰ পাত সিজাই খোৱাৰ কথা যেতিয়া কয়, তেতিয়া মোৰ চকুপানী ওলায়। মাজে মাজে ভাবোঁ, ৰহতী আমাৰ ঘৰলৈ অহাটো তাইৰ সুভাগ্য নে আমাৰ সুভাগ্য।

কিন্তু আমাৰ ঘৰখনৰহে দুৰ্ভাগ্য। আমি যোৱা দুবছৰৰ পৰা কোনোমতেহে চলি আছোঁ, মাটিৰ বাবদ পোৱাৰ টকাৰে। আমাৰ পথাৰৰ মাটিখিনি চৰকাৰে ল'লে। সেইদৰে ভালেকেইঘৰৰ মাটিও গ'ল। তাত সমূহীয়া উন্নয়ন কেন্দ্ৰৰ ঘৰ-দুৱাৰ বহিল। এতিয়া ঘৰৰ কাৰো ৰোজগাৰ বুলিবলৈ একো নাই। কণ খুৰা আমাৰ লগত কাজিয়া লাগি বেলেগ হ'ল। তেওঁ লক্ষীমপুৰত পাম ল'লৈগে। চাই থাকোঁতেই ৰৈয়াখন টাউনৰ দৰেই হৈ পৰিল। মিলিটাৰীৰ মটৰৰ শব্দত, আকাশী জাহাজৰ শব্দত ৰৈয়াৰ আকাশ-বতাহ মতলীয়া হ'ল। বস্তুৰ জুই-ছাই দাম হ'ল। দিনে দিনে আমাৰ পৰিয়ালৰ দৰে পুৰণি মানুহবোৰৰ নিশকতীয়া অৱস্থাৰ কথা লক্ষ্য কৰিবলৈও কাৰো সময় নোহোৱা হ'ল। দেউতা বিবুদ্ধিত পৰি গ'ল। দুকুৰি বছৰ পাৰ হোৱাৰ পিছতেই দেউতাক বুঢ়া যেন দেখা গ'ল। মনো কিজানি বুঢ়া হ'ল। আজিকালি তেওঁ ঘৰত থকা সময়খিনি কাৰো লগত কথা নেপাতে। কিবা এটা সুধিলে কাজিয়া কৰাৰ দৰে উত্তৰ দিয়ে। ককাদেউতাই কয়, "ধন নোহোৱা মানুহৰ সদায় তালু তপত হৈ থাকে।" ৰহতীয়ে কয়, "ভোজন ককাইৰ অনবৰত মূৰৰ বিষ হয় যেন পাইছোঁ। সেয়েহে ইমান খং।" এইবাৰ মেট্ৰিক দিবলগীয়া ককাইটোৱে কয়, "দেউতাৰ খং উঠে, আমাক খুৱাব-পিন্ধাব লাগে কাৰণে।"

ৰহতীয়ে আমাৰ দুখীয়া অৱস্থাৰ লগত খাপ খুৱাই খুব দুখত উঠা চাকৰণীৰ দৰেই থাকে। আগৰ দৰে বিধ বিধ ধৰণৰ খোপা নাবান্ধে। ককাযো আগৰ দৰে ভাতৰ পাতত বহি খোৱাত জুতি-বুদ্ধি নেলাগিলে ওজৰ নকৰে।

দেউতা কিন্তু শুদাবিধৰ মানুহ নহয়। তেওঁ আমাক তৰাবলৈ বুলি বুধি এটা বিচাৰি পায। তেওঁ আজি চাৰি মাহৰ পৰা হাতত থকা সামান্য ধনেৰে গাঁৱে গাঁৱে ঘূৰি-পকি ছাগলী কিনি ফুৰে আৰু মিলিটাৰীক যোগান ধৰে। এনে ব্যৱসায় কৰি তেওঁ ধন সাঁচিছে বুলি ওচৰৰ দুই-এজনে কয। আমাৰ হ'লে বিশ্বাস নহয। কিযনো দেউতা আগতকৈ সুকীয়া মানুহ হৈ পৰিছে। এদিন দেউতা দক্ষিণ হেঙ্গেৰালৈ ছাগলী বিচাৰি গৈছিল। ছাগলী বোধকৰোঁ মিলিটাৰী কেম্পত শোধাই ৰাতি বাৰ বজাতহে ঘৰ সোমালেহি, মুখত ভেকেটা-ভেকেট গোন্ধ। মাটিত ভালকৈ খোজ দিব পৰা নাই। আধা-ফুটা মাতেৰে হিন্দী নাইবা নেপালী গান গাই আহিছিল। গানটো শুনিলেই হাঁহি সামৰিব নোৱাৰি। কথাবোৰ সুৰ হ'বলৈ ধৰোঁতেই পিছৰ অংশৰ শব্দকেইটা জিভাৰ আগৰ পৰা ওলাই আহিব নোখোজে। কি ভাষাত গান গাবৰ চেষ্টা কৰিছে সেয়া অনুমান কৰা টান। সেইদিনা হেনো ৰাতি দেউতাই বৰ গণ্ডগোল কৰিছিল। অবাইচ মাতিছিল। ৰহতীয়ে তেওঁক চোঁচোৰাই বিছনাৰ কাষলৈ নিছিল। টানি-আঁজুৰিও বিছনাত উঠাব নোৱাৰিছিল।

দেউতা মাটিতে গভীৰ টোপনি গৈছিল। পিছদিনা ককাক ৰহতীয়ে সকলো কথা কৈছিল। তাই কান্দিছিল। ৰাতি কান্দোতে কান্দোতে তাইৰ চকু আৰু নাকৰ পাহি উখহিছিল। সেইদিনা ককাই দেউতাক কৈছিল, "আজিৰ পৰা যদি তোৰ বিষয়ে এনেকৈ শুনো, তেনেহ'লে তোৰ উপাৰ্জনৰ পইচাৰে জীয়াই নাথাকোঁ।" কিন্তু এনে সঙ্কল্প জানো কামত আহে? দেউতা লাজতে তিনি দিনমান ঘৰলৈ নাহিল। চতুৰ্থ দিনা ৰাতি আগৰ দৰেই ঘৰ সোমাল। এইবাৰ হয়তো মদৰ জালটো কম। কাৰণ দুৱাৰ-এবাৰ অবাইচ মাতিছে যদিও শোৱা কোঠাৰ পৰা ঢলং-পলং খোজটো মই শুনিবলৈ পোৱা নাই। বোধকৰোঁ তেওঁ কিবা ভাবিছে। গান গোৱা নাই। আকৌ শুনিবলৈ পালোঁ, জোতাযোৰ খুলি এঠাইত লাহেকৈ থোৱাৰ শব্দ। বোধকৰোঁ ঘৰৰ সকলোৰেই দেউতা অহাৰ গম পাইছে। লাজতেহে একো গম নোপোৱা যেন দেখুৱাবলৈ টোপনি যোৱাৰ ভাও ধৰিছে। মই দুনাই কাণ পাতি ৰ'লোঁ। এইবাৰহে গাটো কঁপি গ'ল। ৰহতী শোৱা কোঠাৰ ফালে দেউতাৰ খালী ভৰিৰ শব্দ শুনিলোঁ। অলপ পিছতে দুৱাৰত সৰু সৰু টোকৰ।

মই শোৱাৰ পৰা উঠিলোঁ। পিছফালৰ পাচলি-দৰাত থিয় হৈ ৰহতীক বিপদমুক্ত কৰি ৰখা দুৱাৰখনলৈ চাই ৰ'লোঁ। ৰহতী কিজানি ভয়তে পেঁপুৱা লাগিছে। বহুত পৰ চাই ৰ'লো। ৰহতী নিশ্চয় চালাক। তাই দুৱাৰখন খুলি নিদিলে। দেউতা আঁতৰি অহা দেখা পালো। মই অলপ পিছত শুনিবলৈ পালোঁ, দেউতাই নিজৰ কোঠাত ভঙা ভঙা মাতেৰে গান গাইছে।

আচৰিত কথা যে পিছদিনা ৰহতীয়ে ককাক কথাটো নক'লে। মইহে ক'বলগীয়া হ'ল। মই নোকোৱা হ'লেই ভাল আছিল, কাৰণ ককাক বৰ বিচলিত দেখা গ'ল। ককাই ইমান দীঘলকৈ হুমুনিয়াহ কঢ়া কেতিয়াও শুনা নাছিলোঁ। তেওঁ দুদিন ভাতৰ পাটত বহিয়েই মুখ ধুবলৈ উঠিছিল। বোধকৰোঁ বেজাৰত পেটলৈ ভাত যোৱা নাছিল।

ৰহতীকো ক'লোঁ, "তই দেউতাক পিছদিনা নবকিলি কিয়?" তাই নিৰ্বিকাৰ হৈ ক'লে, "কি লাভ?" মই সুধিলোঁ, "কিয়? শুনিছোঁ, এইবোৰ খোৱা মানুহক দিনত লাজ দিলে কামত আহে।" তাই মাথোঁ উত্তৰ দিলে, "তই দেখিছোঁ বৰ গিয়ানী হৈ পৰিছ। কিন্তু ভাবি নেচাৱ কিয়, বাপেৰক জানো এইটো লাজ দিয়াৰ বয়স?"

কথাটো মই আৰু ককাই জানো বুলি বোধকৰোঁ দেউতাৰ মনত সন্দেহ হ'ল। তেওঁক ৰহতীৰ লগত কথা পতা দেখা নগ'ল। ঘৰলৈও প্ৰায়ে নহা হ'ল। আহিলে ঘৰ চলাবলৈ ককাক মোৰ হতুৱাই পইচা দি যায়। দেউতাই হেনো আজিকালি কেম্পৰ ওচৰত দোকান এখন দিছে।

এদিন মনে মনে ৰহতীক সুধিলোঁ, "দেউতা বাৰু ঘৰত নথকা হ'ল কিয়?" তাই উত্তৰ দিলে, "ঘৰতে বহি থাকি মানুহে ৰোজকাৰ কৰিব নোৱাৰে।"

"তেনেহ'লে খুৰাৰ দৰে উত্তৰ লক্ষীমপুৰলৈ উঠি নেযায় কিয়?"

"তযো অঁকৰা। খেতি কৰি মানুহ পোহ যাব পাৰে। ধনী হ'ব নোৱাৰে।"

"দেউতা জানো ধনী?"

"আজিহে জানিলি!"

"ধনী হ'লেই মানুহে মিলিটাৰীৰ লগত মদ খাব লাগে নে? মোক হ'লে লগৰ ল'ৰাবোৰে দেউতাৰ কথা কৈ জোকায়।"

"কি বুলি জোকায়?"

"ভোজন মদাহীৰ ল'ৰা বুলি।"

"মানুহৰ টকা-পইচা হ'লে হিংসা কৰেই।"

"স্কুলৰ ল'ৰায়ো হিংসা কৰিব নে?"

"সিহঁতৰ বাপেক-মাকে কোবা-কুই কৰে চাগৈ।"

"সেইবুলি মদ খাব কিয়? মদে হেনো কলিজাটো খাই পেলায়।"

"মানুহ লৈ কথা। মহাদেৱে বিষ খায়ো বিষকে হজম কৰিছিল।"

এনেকুৱা উত্তৰবোৰ শুনি ৰহতীলৈ মোৰ খং উঠিছিল। তাইৰ লগত কথা পতাই বাদ দি দিলোঁ। লক্ষ্য কৰিলোঁ, ককাযো তাইক আগৰ দৰে ৰহতী বুলি মৰম লগাই নেমাতে। দেউতা মদ নোখোৱাকৈহে পিছে আজিকালি মাজে মাজে ঘৰলৈ আহে আৰু আমি শোৱাৰ পৰা উঠাৰ আগতেই গুচি যায়গৈ। তেওঁৰ আজিকালি পোছাক-পৰিচ্ছদ ভাল। চেহেৰাও ভাল হৈছে। মুখৰ শোটোৰা-শোটোৰিবোৰ নোহোৱা হৈছে। কিন্তু ককাৰ অৱস্থাহে বিষম। বিছনাৰ পৰাই উঠিব নোৱৰা অৱস্থা। দেউতাইহে ঘৰলৈ আহিলে ককাৰ খবৰ নলয়। মোৰ দেউতালৈ বৰ খং উঠে। কিন্তু আজিকালি ভাল সাজ-পোছাক কিনি দিয়ে কাৰণে খং ভাব নেদেখুৱাওঁ।

ৰহতীৰ লগত দেউতাই কথা নেপাতে? কিজানি আমাক দেখুৱাই কথা নেপাতে। নহ'লেনো তাই ইমান ধুনীয়া ধুনীয়া কাপোৰবোৰ পিন্ধিবলৈ পায় কেনেকৈ? তাইলৈ হিংসাহে হয়। চাকৰণী ৰাজৰাণী হৈছে বুলি কৈ তাইক এবাৰ শুনাবলৈ মন যায়।

ককাৰ ফাঁহ লগা কাহটোৱে ৰাতি শুবলৈ নিদিযে। তাই তথাপি ককাৰ বুকু মালিচ নকৰে। দৰব খুৱাই নিদিয়ে। মইহে সেইবোৰ কাম কৰোঁ। মোৰ কোনো নিশা নোশোৱাকৈয়ে যায়। ককাক সোধোঁ, "বাৰু ককা, মোক যে ইটো-সিটো কৰিবলৈ পাচ, ৰহতীক নেমাত কিয়?" ককাই শুকান গালেদি চকুলো বোৱাই কয়, "তাই মোৰ ওচৰলৈ নাহিলেই মই শান্তি পাওঁ। তাইক দেখিলেই মোৰ গা বিজবিজাই যায়।"

"কিয?"

"নকওঁ দে। বেয়া নেপাবি। তাইৰ চকু দুটা মন কৰিছ নে? চকুত সেই ক'লা ক'লাবোৰ ঘঁহি হয়তো ভাবিছে, তাই পটেশ্বৰী হ'ল। তাইৰ হাঁহিটো মন কৰিছ নে? তেনে হাঁহিত পাপ লুকাই আছে। তই নুবুজ।"

মই আৰু একো নোসোধোঁ। ককাই হুমুনিয়াহ পাৰি নিজকে নিজে কোৱাৰ দৰে কয়, "কি দিন আছিল আৰু কি দিন হ'ল! তাহানি সুৰথ কেৰাণীৰ এজনী চাকৰণী এনেকৈয়ে ডাঙৰ হৈছিল। তাইক কেৰাণীয়ে নিজৰ ছোৱালীৰ দৰেই এঘৰলৈ উলিয়াই দিছিল।"

"দেউতাৰ টকা হ'ল যেতিয়া ৰহতীকো আমি বিয়া দিব পাৰোঁ।"

"মই তাক কৈ চাইছিলোঁ। সি বাৰে-কুৰি কথাহে ক'লে। এতিয়ালৈকে ল'ৰা এটা নিবিচাৰিলে। সি আকৌ কয়, ৰহতীক যিকোনো মানুহলৈ বিয়া দিব নোৱাৰি। সি হেনো হাকিম-ছাব-ডেপুটিহে খেপিয়াই ফুৰিছে বুলি মোক শুনাই গ'ল। বুইছ বৰুণ, তই মোক ভাল পাব কাৰণেহে তোৰ মুখ চাই এইকেইটা দিন বাচি আছোঁ। মই আৰু বেছি দিন জী নেথাকোঁ। কালি আইতাৰক সপোনত দেখিছিলোঁ। মৰা মানুহক সপোনত দেখিলেই জানিবি, মোক সিফালৰ পৰা আগতীয়াকৈ জনাইছে।"

ইয়াকে শুনি ককাই নেদেখাকৈয়ে মই চকুলো টুকিলোঁ।

এদিন হঠাতে দেখিলোঁ আমাৰ ঘৰৰ আগত এখন জীপগাড়ী ৰ'লহি। তাৰ পৰা দেউতা আৰু সুন্দৰ ছুট পিন্ধা পঞ্জাৱী এটা নামিল। পঞ্জাৱীটোৱে আমাৰ ঘৰৰ চৌহদটো তন্ন-তন্নকৈ চালে। সি তাৰ নিজৰ ভাষাত কোৱা কথাৰ পৰা বুজিলোঁ, আমাৰ ঘৰ থকা ঠাইডোখৰ এটা ধানকল বহুওৱাৰ উপযুক্ত ঠাই।

দেউতা আৰু পঞ্জাৱীটো ঘৰৰ পহিলা কোঠাটোত বহিল। ৰহতীও তেওঁলোকৰ ওচৰত টুল এখনত বহি কথা শুনাত লাগিল। তাকে দেখি ৰহতীলৈ মোৰ অতি বেছি খং উঠিল। তাইক মোৰ মৰিয়াই মৰিযাই আধা-মৰা কৰিবৰ মন গৈছিল। কিন্তু নোৱাৰিলোঁ। মোৰ ভৱিষ্যতে আৰু দৈহিক দীনতাই বাধা দিলে।

কেইদিনমানৰ পিছত এটা কথা চাৰিওফালে প্ৰচাৰ হৈ গ'ল ঃ দয়াল সিং নামৰ পঞ্জাৱী এটাই আৰু দেউতাই মিলি মিলিটাৰী কেন্টিনখন ডাকি লৈছে। দেউতাৰ হাতত বিশেষ মূলধন নাই কাৰণেও তেওঁ লাভৰ অংশীদাৰ হ'ব পাৰিব, ব্যয়ৰ সৰবৰাহ কৰাৰ ভাৰ লোৱাৰ বাবে। দুয়োজন মানুহ কাগজে-কলমে প্ৰতিজ্ঞাবদ্ধ হোৱা নাই যদিও দয়ালৰ মুখৰ পৰাই বহুতে কথাটো শুনিছে।

আমি, মানে— মই আৰু ককাই বাতৰিটো শুনি ভালেই হৈছে নে বেয়া হৈছে ধৰিব পৰা নাই। ককাই মাথোন কৈছে, "বৰুণ, মই হ'লে বাপেৰৰ মতি-গতি একো বুজিব পৰা নাই। আচল মানুহটোক তললৈ নমালে আৰু নিজত্ব নাইকিয়া কৰিব খুজিলে, তাৰ দৰে যিকোনো মানুহেই টকা ঘটিব পাৰে। তথাপি ধনৰ মোহ বৰ ডাঙৰ বস্তু। ই মানুহক বলিয়া কৰে।"

মই ককাৰ কথাবোৰ বুজিব নোৱাৰিলোঁ। সেয়েহে সম্বন্ধ নাইকিয়া প্ৰশ্ন এটা কৰিলোঁ, "বাৰু ককা, দেউতা যদি ধনীয়েই হ'ল, তেনেহ'লে আমাৰ ঘৰটো ভালকৈ নসজায় কিয়?" ককাক সুধি বিপদতহে পৰিলোঁ। তেওঁ সৰু ল'ৰা এটাৰ দৰে ফেঁকুৰি পেলালে। গাটো কঁপিবলৈ ধৰিলে। শেহাই শেহাই ক'লে, "ইযাত সি ঘৰ কিয় সাজিব? এই ঠাইত সি আৰু পঞ্জাৱীটোৱে ধানকল বহুৱাব। মই তাৰ বাপেক যদিও, এই মাটিত মোৰ স্বত্ব আছে যদিও তাক হকা-বধা দিবলৈ উপায় নাই। আমি ক'ত থাকিব লাগিব, আমাক ক'লৈ নিব, ক'ব নোৱাৰোঁ। পিছে তাক ভৰসা নকৰিও উপায় নাই। শুনিছোঁ এই মাটি বেচিম বুলি সি পঞ্জাৱীটোৰ পৰা টকাও লৈছে।"

এনে কৰি দেউতা ওপৰলৈ উঠিব খুজিছে নে অধঃপাতে যাব খুজিছে? ককাযো আঁৰ মাৰি নক'লে। সেইদিনা আবেলি আগ-চোতালত ৰহতীক দেখিহে ঘৃণাত চকু ঘূৰাই আনিলোঁ। তাই চালে লাজ লাগি যোৱা পোছাক পিন্ধিছে। তেজৰঙা ব্লাউজটোৱে তাইৰ ইচ্ছা কৰা মতেই বাহুহাল আৰু তলপেটৰ ভালেখিনি ঠাই লুকুৱাব পৰা নাই। পোছাকটো ইমান টানি টানি পিন্ধিছে যে কাপোৰৰ বিশেষ বিশেষ অংশ গাৰ ছালৰে অংশ হৈ পৰিছে। তাই ভাৱৰীয়াৰ দৰে চেলাউৰি বোলাইছে। চকুত কাজল ঘঁহিছে। চুলি বান্ধিছে সম্পূৰ্ণ সুকীয়া ধৰণেৰে। আঁতৰৰ পৰা যোঁৱাৰ নেজৰ দৰে দেখি। হাতত এটা ৰং-বিৰঙৰ বেগ লৈছে।

আবেলি ঘৰত মোৰ আৰু ককাৰ বাহিৰে কোনো নাই। ককাই কাহিছে, কেঁকাইছে। কঁপনিৰ লগে লগে ওঁঠ আৰু জিভাৰে হোৱা শব্দ মোৰ কাণত পৰিছে। মই তেওঁৰ ওচৰলৈ যোৱা নাই। পিৰালিত থিয় দি হিংস্ৰ জন্তুৰ দৰে ৰহতীলৈ চাই আছোঁ— খঙত, বিদ্বেষত আৰু ঘৃণাত। তাইৰ লগত

মোৰ মাত-বোল নাই কাৰণে ক'লৈ যাবলৈ বৈ আছে, মই সোধা নাই।

হঠাতে ঘৰৰ আগত জীপগাড়ী এখন ৰ'লহি। দয়াল সিং, অৰ্থাৎ সিদিনা অহা পঞ্জাবীটোৱেই জীপৰ পৰা নামিল। সি ৰহতীৰ মুখলৈ চাই অৰ্থসূচক হাঁহি এটা মাৰিলে। ৰহতীয়েও তাৰ সঁহাৰি দিলে। কিন্তু পিছ মুহূৰ্ততে তাই মোৰ ফালে পোন্দোৱাকৈ চালে। দয়াল সিঙে উপযাচিয়েই ক'লে, "দেৰিয়েই হ'ল। নবহোঁ।" তাই আগতকৈও লেহুকা হৈ থিয় দি সুধিলে, "কিয় ?" সিঙে আধা-অসমীয়া আৰু আধা-হিন্দীৰে ক'লে যে দেউতাক তাই এইমাত্ৰ টাউনত লগ পাব লাগে। বৰ জৰুৰী। সেই কাৰণেই সিঙক পঠিয়াইছে তাইক নিয়াবলৈ। দয়াল সিঙৰ কথাখিনি সঁচা নে মিছা এই বিষয়ে ৰহতীয়ে এক-মুহূৰ্তও চিন্তা নকৰিলে যেন অনুমান হ'ল। তাই 'বাৰু তেনেহ'লে' বুলি তাৰ পিছ ল'লে। সি জীপৰ দুৱাৰখন খুলি ধৰিলে। তাই ষ্টিয়েৰিংডালৰ কাষত বহিলগৈ।

জীপ চলিল। মই লক্ষ্য কৰিলোঁ জীপখন কেইগজমান যোৱাৰ পিছতেই সিঙৰ ষ্টিয়েৰিং নধৰা সোঁহাতখন ৰহতীৰ পিঠিত উঠিল। পিছফালৰ পৰা তাইৰ সোঁ-গালৰ একাংশ দেখি অনুমান হ'ল, তাত হাঁহিৰ টুকুৰা এটাই ঢৌ খেলিছে।

# শ্ৰীশঙ্কৰৰ ক্ষমা-প্ৰাৰ্থনাৰে

সম্পাদক ডাঙৰীয়া,

বকুলনিত শঙ্কৰদেৱৰ জন্মোৎসৱ ‘মহা সমাৰোহে’ৰে পালন হোৱাৰ বাতৰিটো আপোনাৰ কাকতত পঢ়িলোঁ, সভাপতিৰ অভিভাষণৰ তুলি দিয়া দুই-এটি কথাই মোক বেছি আমোদ দিলে। কিন্তু মই নিজে এই অঞ্চলৰ বিশেষ সংবাদদাতা হৈও এই জন্মোৎসৱ সভাৰ বিষয়ে একো নপঠিওৱাত আপুনি নিশ্চয় মোক খবৰ সংগ্ৰহ কৰিব নোৱৰা ধৰণৰ মানুহ বুলি সন্দেহ কৰিছে। হয়তো কেইদিনমানৰ পিছত এই মৰ্মে আপোনাৰ পৰা এখন চিঠিও পাব পাৰোঁ। সেই কাৰণেই আগতে এই চিঠি লিখাৰ প্ৰয়োজন বোধ কৰিলোঁ। এই চিঠি যাতে নিতান্ত ব্যক্তিগত বুলি ভাবি লয়। আপোনাৰ লগত ব্যক্তিগত চিনাকি থকাহেঁতেন, এই চিঠি আৰু খোলোচাকৈ লিখিব পাৰিলোঁহেঁতেন। তথাপি সম্পাদকৰ দৰে উত্তম গোষ্ঠীৰ লোক এগৰাকীলৈ লিখা এই চিঠিখনত তথাকথিত লৌকিকতা আৰু তদনুৰূপ চুম্বকত্ব বিসৰ্জন দিছোঁ। তাৰ বাবে যেন বেয়া নাপায়। তদুপৰি মোৰ নিজস্ব মতৰ লগত বাতৰিকাকতৰ একো সম্পৰ্ক নাই। গতিকে এই চিঠি ছপা হোৱাৰো সম্ভাৱনা নাই। বকুলনিৰ শঙ্কৰ জন্মোৎসৱ পালনৰ ইতিবৃত্ত সেইবাবেই বেছি ঘৰুৱাভাৱে আপোনাক জনাবলৈ মোৰ ইচ্ছা হৈছে। অৱশ্যে এই দীঘলীয়া চিঠিখনৰ পৰা আপুনিও একেবাৰে উপকৃত নহ’ব বুলি মই নেভাবোঁ।

পোনতে আপোনাক কৈ থোৱা ভাল হ’ব যে বকুলনিৰ শঙ্কৰ জন্মোৎসৱলৈ মই গৈছিলোঁ। সমালোচকৰ দৃষ্টিৰেই গীত আদি বিচাৰ কৰিছিলোঁ। সভাত এটি ঘটনাই বেছ চাঞ্চল্যৰ সৃষ্টি কৰিছিল। গতিকে এটি সুখপাঠ্য নাতিদীৰ্ঘ সংবাদ পঠিয়াবলৈ ভাল সুবিধা হৈছিল। কিন্তু আপোন কৰ্তব্যক অৱহেলা কৰিও একো খবৰ নিলিখিলোঁ— তিক্ততাত, বিতৃষ্ণাত আৰু মহাপুৰুষৰ প্ৰতি শ্ৰদ্ধাত। বহুতে কয় যে যান্ত্ৰিক যুগ আৰু মানুহৰ ব্যস্ত জীৱন, এই দুয়োটাই চুটিগল্পৰ জন্মৰ ঘাই উৎস কিন্তু মোৰ বোধেৰে চুটিগল্পৰ মাতৃ হ’ল জীৱনৰ তিক্ততা আৰু পিতৃ হ’ল পৰিৱেশৰ লগত আপোন মনৰ অসহযোগ। মই ভাবোঁ, সেই সভালৈ মোৰ সলনি যদি মালিক কাইটি গ’লহেঁতেন, এটি সাৰ্থক গল্প লিখিব পাৰিলেহেঁতেন।

কথাটো কেনেকৈ আৰম্ভ কৰোঁ, তাৰ একো ক্ৰম নিৰ্ণয় কৰিব পৰা নাই। বাৰু, এনেকৈয়ে আৰম্ভ কৰোঁ। ঠিক মৰিলে ছপা হোৱাৰ সামান্যতম সম্ভাৱনা নথকা সাধাৰণ মানুহবোৰৰ ডায়েৰীৰ দৰেই। খুঁটি-নাটি আছে, ভাবৰ আবেগ আছে, কিন্তু তথ্য নাই।

আহিনৰ  তাৰিখ। দেওবাৰ। দুপৰীয়া ভাতমুঠি খাই তললখন ফিচিকি যোৱা পায়জামা এটা

আৰু লেতেৰা, ফুটা ওলোৱা গেঞ্জি এটা পিন্ধিহে স্বস্তিৰে শুব পাৰিম বুলি ভাবি সচিত্ৰ আলোচনী এখন হাতত লৈ বিছনাত দীঘল দিলোঁ। আপুনি হয়তো ভাবিব পাৰে— ফিচিকি যোৱা পায়জামা আৰু লেতেৰা ফুটা গেঞ্জিৰ লগত স্বস্তিৰে শোৱাৰ সম্পৰ্ক কি? আচৰিত কথা যে সিহঁতৰ লগত শোৱাৰ সম্পৰ্ক নিবিড়। ডাৰত আছে এটা পাযজামা আৰু গেৰুৱা ৰঙৰ পঞ্জাবী। বাহিৰলৈ ওলাবলৈ সেয়ে একমাত্ৰ পোছাক। বাৰ বজালৈকে টলৌ টলৌকৈ ঘুৰি সেই পোছাকেৰেই বিছনাত পৰাহেঁতেন, মোৰ ভালকৈ টোপনি নাহিলহেঁতেন। কলা ঘুমটিতে মোৰ চিন্তা হ'লহেঁতেন— বাগৰ সলাওঁতে যদি পাযজামাটো কোঁচ-মোচ খায়, পঞ্জাবীটোৰ বুকুৰ জেপটো যদি এৰাই পৰে? টোপনি অহাহেঁতেনো অৱচেতন মনে পায়জামা-পঞ্জাবীৰেই সপোন দেখুৱালেহেঁতেন। তেনে অভিজ্ঞতা মোৰ আছে। গতিকে তলফালে ফিচিকি যোৱা জঁই পৰা পায়জামাটো আৰু তাতকৈ নিছলা গেঞ্জিটো পিন্ধি, অন্যভাবে স্নায়ু উত্তেজিত কৰিব পাৰে বুলি ভয কৰি, সচিত্ৰ আলোচনী এখনৰ পাত লুটিযাই 'আডম্বৰে'ৰে শোৱাৰ চেষ্টা কৰোঁতেই শুনিলোঁ, মটৰ এখনে মোৰ ঘৰৰ সন্মুখত উকিয়াইছে। নিশ্চয দামী বিদেশী 'কাৰ'। উকিটোত আভিজাত্য আছে। মোক বিচাৰি তেনে মটৰ আহিব নোৱাৰে বুলি খাটাং সিদ্ধান্ত কৰি নিশ্চিন্ত হ'বলৈ নৌপাওঁতেই দুৱাৰত টোকৰ পৰিল। লগে লগে শুনিলোঁ— "চম্পক আছে নে?" তেনেহ'লে দুৱাৰ খুলি দিবৰ হ'ল। গেঞ্জিটো খুলি গামোচা এখন গাত ল'লোঁ। তেনে কৰাৰ কাৰণ হ'ল, এনে পোছাকেৰে দেখা দিলে মানুহে ভাবিব যে মই গা ধুবলৈ ওলাইছোঁ। নিজৰ নিঃকিন অৱস্থাটো এনেকৈয়ে প্ৰায়ে লুকুৱাওঁ। কিন্তু কলেজৰ সৰ্বোচ্চ শিক্ষা লাভ কৰিও এই তিনি বছৰে এটা ভাল চাকৰি পোৱা নাই, এই বিষযে অৰ্হতাহীনতা বা চাকৰিৰ দুৰ্লভতা লুকুৱাবলৈহে একো বাহ্যিক উপায উলিযাব পৰা নাই।

দুৱাৰ খুলি দিযাৰ লগে লগে দেখিলোঁ— শঙ্কৰ জন্মোৎসৱৰ সভাপতিজনক অৰ্থাৎ দামোদৰ ৰাজখোৱাক। দৃষ্টিকটু বুকুখন গামোচাৰে লুকুৱাবলৈ অকণমান হেলনীযা হৈ দেখিলোঁ— মোৰ ঘৰৰ আগৰ বাটটোত বৈ আছে এখন সৰগৰ নন্দন পক্ষীৰ দৰে চালে চাই থাকিবৰ মন যোৱা 'ফাৰ্ষ্ট ক্লাছ'। নিমিষৰ ভিতৰতে এটা উপমা মনলৈ আহিল ঃ চহৰৰ এই অঞ্চলটোত বসবাস কৰে অতি তল-খাপৰ মানুহবোৰ। চানাচুৰৱালা, মিলত হাজিৰা খটা মানুহ, অফিচৰ পিযন, কাছাৰী-ঘৰৰ আগত ভেলেকি দেখুওৱা পশ্চিমীয়া মানুহ, কেইটামান কাবুলীৱালা আৰু ভালেমান ৰিক্সাৱালা। ঘৰ-দুৱাৰতো আলি-পদূলিৰে এই অঞ্চলটো মিউনিচিপেলিটিৰ চিন্তাৰ অযোগ্য আৰু গৰু-গাহৰি, চৰাই-চিৰিকটি আদিৰ বাহিৰে ডাক্তৰীবিদ্যা কষ্ট-ব্যয়-সাধ্য কৰি তোলা মানুহ নামৰ জীৱবোৰৰো বাসৰ অযোগ্য। তেনে ঠাইৰে এটা ভাড়া-ঘৰত মই থাকোঁ, দুখী জীৱনক বুজিবৰ কাৰণে নহয়, ব্যয-সঙ্কোচনৰ কাৰণেহে। এনে পাণ্ডৱ-বৰ্জিত ঠাইত এনে জীৱ-লগা যেন অনুমান হোৱা ধুনীয়া মটৰখন দেখি মই ভাবি আমোদ পাইছিলোঁ— কোনোবা যেন আৰামপুষ্ট একমাত্ৰ ছোৱালীজনীৰ বাপেকে তাইৰ দুখীযা প্ৰেমিকৰ মহত্ত্ব জানিব পাৰি নিজেই তাক বিচাৰি আহিছে, বস্তিৰ মাজলৈ। তাকো কোনোবা 'প্ৰগতিশীল' বোলছবিৰ আখ্যান ৰচয়িতাৰ উৰ্বৰ কল্পনাৰ তাড়নাত পৰি।

দামোদৰ ৰাজখোৱাই খুব খৰধৰকৈ ক'লে, "ইয়ং মেন, তুমি হ'বলা ওলোৱাই নাই? খবৰ পোৱা নাই নেকি?"

"খবৰ পাইছোঁ। অৱশ্যে যোৱাটো মোৰ কৰ্তব্যও। পিছে, "

"এনেকুৱা পিছ পৰা হ'লে নহ'ব। মই একো নুশুনো। তুমি যাবই লাগিব। মোৰ লগতে।

এতিয়াই।”

তেখেতক বহিবলৈ দি মই পোছাক পিন্ধিলোঁ। ভাবিলোঁ, দামোদৰ ৰাজখোৱাৰ দৰে লোকে মোৰ দৰে এটা মানুহক এনেকৈ খাতিৰ কৰাৰ কথা শুনিলে, বহুতো চাকৰিত প্ৰমোচন বিচৰা মানুহৰ, বহুতো পাৰ্মিট বিচৰা মানুহৰ আৰু তাতোকৈ অধিকসংখ্যক ঠিকাদাৰৰ মোলৈ ঈৰ্ষা হ'ব। কাৰণ দামোদৰ ৰাজখোৱাৰ ক্ষমতা ইমান বেছি যে তেখেত শোৱাৰ পৰা উঠাৰ আগতেই দৰ্শন লাভৰ কাৰণে বাৰাণ্ডাৰ বেঞ্চিত উদ্‌গ্ৰীৱ হৈ বহি থাকে ভালেমান গণ্য-মান্য মানুহ, বিখ্যাত ব্যৱসায়ী, গ্ৰেজুৱেট ল'ৰাৰ পিতৃ, পঞ্চায়তত সভাপতি হ'বলৈ বিচৰা অভিলাষী পুৰুষ আৰু অনেক। তেখেতে ইমান আগ্ৰহ দেখুওৱাৰ মূলতে কিবা স্বাৰ্থ আছে বুলি ঘৰতে তেখেতক পাই ভাবিবলৈ ভাল নেলাগিল। অৱশ্যে মই তেখেতৰ নামৰ প্ৰচাৰত বৰঙণি যোগাব পাৰোঁ। বকুলনিৰ দৰে আওহতীয়া ঠাইলৈ যে সাংবাদিক যাবলৈ টান পায়, এই কথা বোধকৰোঁ ৰাজখোৱাই নজনা নহয়। মটৰত উঠাৰ আগতে মটৰৰ গৰাকী আৰু চালকজনক চিনাকি কৰি দিয়াৰ লগে লগে মোৰ মনটো জঁই পৰি গ'ল। মানুহজন হ'ল প্ৰখ্যাত (?) মাৰোৱাৰী কৃপাল হিমৎসিংকা। তেওঁৰ ব্যৱসায়বোৰৰ উঁহ বিচাৰি চোৰাংচোৱা বিভাগৰ মানুহেও আদি-অন্ত নেপায়। আয়ৰ অঙ্কটো আয়-কৰ বিভাগৰ বিষয়াই কিঞ্চিত জানিও নজনা ভাও জোৰে। শেহৰাতি সন্দেহজনকভাৱে দ্ৰুতগতিত বিচৰণ কৰা মটৰকেইখন বাটতে জব্দ কৰিবলৈকো আবকাৰী বিষয়াই ভয় কৰে, তাৰ পৰিৱৰ্তে মাহেকৰ মূৰত দৰমহাৰ দৰে ধন লৈ ৰাতি নিশ্চিন্তে লেপৰ তলত শুই পৰে। কৃপাল হিমৎসিংকাৰ ভোগ-বাসনাৰ জুইয়ে কেবাঘৰো নিম্ন-মধ্যবিত্তৰ ঘৰ-জেউতি পুৰি ছাই কৰিছে। কেবাজনীও ধুনীয়া নতুন গাভৰুৱে ধনৰ কঠুৱা মায়াত পৰি কোমল শৰীৰৰ মায়া পাহৰিছে আৰু শৰীৰে আকুলভাৱে বিচৰা সনাতন তৃপ্তি বিকলাঙ্গ হৈ পৰিছে। গতিকে সম্পাদক ডাঙৰীয়া, আপুনি ভাবি চাওক, কিয় তেওঁক দেখি মোৰ গা শিয়ৰি নুঠিব? তেওঁ আৰু দামোদৰ ৰাজখোৱাই 'বহুমূলীয়া' সময় নষ্ট কৰি আওহতীয়া গাঁৱত শঙ্কৰদেৱৰ মহিমা-কীৰ্তন শুনাবলৈ বা শুনিবলৈ ওলোৱাটো গভীৰ আশাবাদীৰ কাৰণে সুখৰ বিষয় হ'ব পাৰে। মোৰ কাৰণেও সুখৰ খবৰ বুলি আপুনি ধৰি লওক। কাৰণ, মই ব্যক্তিসত্তাৰ মৌলিক ৰূপান্তৰ বিশ্বাস কৰোঁ আৰু মই সপোন ৰচিবলৈও বৰ ভাল পাওঁ। সপোনসন্ধানী আশাবাদী মন এটা থকাৰ বাবেই মই সেই বিলাতী মটৰখনত উঠি ভাবিলোঁ— ৰাজখোৱা আৰু হিমৎসিংকা দুয়ো আমাৰ ধন্যবাদৰ পাত্ৰ, এই কাৰণেই যে তেওঁলোকে যুগ পৰিৱৰ্তনৰ লগে লগে সাম্প্ৰতিক গণতন্ত্ৰৰ যুগত সাধাৰণ মানুহৰ মোল বুজিছে, সমাজবাদী শঙ্কৰ মহাপুৰুষৰ মহিমা বুজিছে। ইয়াকে ভবাৰ যুক্তি আছিল এয়ে যে পৰিৱৰ্তন মানুহৰ কাৰণে বৰ স্বাভাৱিক। ৰত্নাকৰবোৰ বাল্মীকি হ'ব পাৰে, সম্ৰাটে বৌদ্ধ-ধৰ্মত দীক্ষা লৈ যুদ্ধবিৰতিৰ দৃষ্টান্ত দেখুৱাব পাৰে। ধনলোভী বণিকে বিদ্যালয়ৰ কাৰণে লাখ লাখ টকা দান কৰিব পাৰে আৰু নিষ্ঠুৰ সেনাপতিয়েও এটা সামান্য কুকুৰৰ মৃত্যু দেখি চকুলো টুকিব পাৰে।

বাটত হিমৎসিংকাই মোক কৈছিল, “হাজৰিকা, পানিকাৰ চাহাবে আমাৰ চংকৰদেৱৰ কথা এই ৰকম কৈছে ঃ চংকৰদেৱে অচমক ইণ্ডিয়াৰ চাথ চিনা-জানা কৰি দিলে, অউৰ চংকৰৰ মাৰফৎ ইণ্ডিয়াই অচমক চমঝি ল'লে।”

ৰাজখোৱাই কথাটো শুনি তেওঁৰ মুখলৈ আগ্ৰহেৰে চালে। মই ক'লোঁ, “পানিকাৰে কি কৈছে, সেইটো কেলৈ? আপুনি ইয়াতে মানুহ হৈছে, আপুনি কি কয়, সেইটোহে আমাক লাগে।”

তেওঁ ক'লে, "আমি এই হাওৱা-বাতাচত মানুচ হৈছে। চইত কথা। আমি দুই-এক পুথিৰ কথা চুনিছে। খুউব ভাল লাগি গেইছে। তবে পানিকাৰ চাহাবৰ কথা ভাৰী পচন হৈছে।"

মোৰ খুব খং উঠিছিল। কিয় এনে হৈছিল কাৰণটো লিখিব নোৱাৰি দুঃখিত। ৰাজখোৱাই কিন্তু মোৰ মনৰ অৱস্থাৰ উমান পাইছিল। সেয়েহে মাত লগালে, "এৰা, শঙ্কৰদেৱক আমি নিজে বুজা উচিত। লোকৰ চকুৰে তেখেতক জানিবলৈ বিচৰা ভাল। তেখেতক আমি আজি হিয়াই হিয়াই উপলব্ধি কৰিছোঁ। কাৰণ তেখেত আছিল এনে—

'পণ্ডিত মানী, বেদ বখানি, গৰব কৰলি সব চুৰ।
গীত-কবিত্ব গুণ, শঙ্কৰদেৱৰ, কীৰিতি গায় বহুদূৰ।।'

তেখেতে এটা জাতিক চিৰকাললৈ জীয়াই থৈ গ'ল।" বোধকৰোঁ সভাত ক'বলৈ এইখিনি কথা ক'ৰবাৰ পৰা মুখস্থ কৰি আহিছে।

চৈধ্য মাইল যোৱাৰ পিছত মটৰ বকুলনি গাঁৱত সোমাল। এইখন গাঁও মোৰ সৰুৰে পৰা পৰিচিত। ইয়াৰ ভালেমান মানুহ মোৰ চিনাকি। সেয়েহে গাঁৱৰ ঘৰ-দুৱাৰবোৰ, বাট-পথবোৰ আৰু আহিনৰ সেউজ সেউজ নলগা পথাৰখন দেখি মোৰ গাটো ডেই-পুৰি গৈছিল। মটৰত উঠি গৈযেই অনুমান কৰিব পাৰি যে বকুলনি দিনে দিনে নিছলা হৈহে গৈছে। যেন আগৰ বনগীতৰ সুৰবোৰে বেসুৰা হৈ ভগা-কাঁহৰ কৰ্কশতাৰ ৰূপ লৈছে, আগতে বাটে-পথে শুনিবলৈ পোৱা গীত-পদবোৰে যেন গদ্যৰূপে কাণক আমনি দিছে।

এইখন গাঁৱেই নিজকে পাহৰি গুৰুজনাৰ মহিমা-কীৰ্তন কৰিব এবছৰৰ মূৰত। খুব সুখৰ কথা। মানুহে ধৰ্মৰ গুণ বুজে, কিজানি দুখীয়া হ'লে আৰু বেছিকৈ বুজে— মহাত্মা বিদুৰৰ দৰেই। গাঁৱে গাঁৱে জন্মোৎসৱ পাতি অসমীয়া ৰাইজে খুব ডাঙৰ কাম কৰিছে। নামঘৰৰ মাহ-চাউলৰ খৰাহিৰ ওচৰৰ পৰা খেল ভগা-পতাৰ আৰু পৰাচিত দায়-জগৰৰ মাজৰ পৰা শঙ্কৰদেৱক মিটিঙৰ মাজলৈ উলিয়াই খুব ভাল কাম কৰিছে। কিন্তু সভাৰ আয়োজন দেখিহে মনটো সেমেকি গ'ল। কলপাতৰ ৰভাৰ তলত ৰাইজ। ওৰণি লোৱা একুৰিমান তিৰোতা মানুহ চকু পৰিল। তেওঁলোক বুঢীয়েই নে নতুন বোৱাৰী, একো অনুমান কৰিব নোৱাৰিলোঁ। সাজ-পাৰত দুযোটা বয়সৰ বৈশিষ্ট্য অস্পষ্ট। খুব নিৰ্বিকাৰ হৈ বহি আছিল কেইজনমান বুঢা। তাৰ অলপ ওচৰতে কণ কণ ল'ৰা-ছোৱালী এবাহ বহি আছিল। আমি অহা মটৰখনৰ হো-হোৱনি শুনি সিহঁতে ল'ৰি আহি মটৰখন আগুৰি ধৰিলে। একোটাই মটৰৰ মিহি ৰংটোত হাত বুলাই চালে। কেইটামানে সেই মিহি গাটোত নিজক প্ৰতিবিম্বিত হোৱা চাই ৰং পালে। সম্পাদক বোধন কলিতাই যিমান নম্ৰ হ'ব লাগে তাতকৈ বেছি নম্ৰ হৈ আমাক সাদৰি নিলেহি। আমি সভাত বহিলোঁ। মানুহ সিমানেই। গাভৰু ছোৱালী কেইজনীমানক অস্থিৰ যেন দেখিলোঁ। সিহঁত হেনো ভলণ্টিয়াৰ। সম্পূৰ্ণ মুগাৰ সাজ-পাৰ। একোটা বেজ আঁৰি লৈছে। একোজনী এনে ব্যস্ততাৰে ঘূৰি ফুৰিছে যেন ৰে'লগাড়ী সময়মতে নেপাব বুলিহে লৰালৰি লগাইছে। ভলণ্টিয়াৰৰ বেজটো সুন্দৰ, নিমন্ত্ৰণী-পত্ৰও সুন্দৰ কাগজত সুন্দৰভাৱে ছপোৱা। সভাপতিও মাতিছে নগৰৰ এজন বিখ্যাত মানুহক। নিৰ্দিষ্ট বক্তাজনৰ পৰিচয় লৈ জানিব পাৰিলোঁ, তেৰোঁ হেনো এগৰাকী নামজলা কবি, কলেজৰ অধ্যাপকো। সভাৰ তোৰণটো খুব ৰুচিসম্মত, জাক-জমকতাপূৰ্ণ। তথাপি সভাত মানুহ সেৰেঙা কিয়? বকুলনিক মই একেবাৰে বুজিব পৰা নাই। মানুহ নহা দেখি সভাপতিৰ ওচৰত সম্পাদক বোধন কলিতা বৰ অপ্ৰস্তুত

হ'ল যেন লাগিল। তেওঁ ক'লে, "ছাৰ, বেয়া নেপাব। গাঁৱৰ সভা ছাৰ, এনেকুৱাই। মানুহবোৰক দহাই দহাই সময়ৰ মোল বুজাব নোৱাৰিলোঁ। পিছে আহিব। নিজৰ সুবিধা বুজি আহিব। গাঁৱতো ভালেমানৰ বেমাৰ বুলি শুনিছোঁ।" এইবুলি কৈয়ে তেওঁ মাইকটোৰ ওচৰলৈ গৈ কিবা নিৰ্দেশ দিলে। অলপ পিছতে ৰেকৰ্ডত হিন্দী গান দৈত্যৰ চিঞৰৰ দৰে বাজি উঠিল। গান কামত আহিল। আৰু ছকুৰিমান মানুহ এঘণ্টাৰ ভিতৰত গোট খালেহি। বোধন কলিতাই গ্ৰামোফোন চলোৱা মানুহটোক এইবাৰ কোৱা শুনিলোঁ, "আৰু বজাব নেলাগে। এইটো বাজি থাকিলে সভা আৰম্ভ হোৱা নাই বুলি আহিবলগীয়া মানুহো নহাকৈ থাকিব। মানুহৰ দেখিছোঁ, সজ কথালৈ আওহেলা হ'ল।"

আশানুৰূপ মানুহ গোট খালে। এক বজাৰ সভাখন চাৰে-তিনি বজাত আৰম্ভ কৰা হ'ল। সভাপতি আৰু নিৰ্দিষ্ট বক্তা আসনত বহিল। নিৰ্দিষ্ট বক্তাজনে নিজ আসনত বহি সমাজৰ ফালে নিঃসংকোচে চাব নোৱৰা হ'ল। বোধকৰোঁ বক্তৃতা দিয়াৰ অভ্যাস নাই। তেওঁৰ আগত থকা পানী-গিলাচ দাঙি এঢোক খাই ঘড়ীটোৰ ফিটাডালৰ ফালে এনেযে চাই থাকিল। ইখন হাতেৰে থুঁতৰিটো মোহাৰিলে। সভাপতি সাধাৰণতে বহাতকৈ বেছি পোন হৈ বহিল। গাৰ চাদৰখন অলপ তললৈ নমাই দিলে। ধকধকীয়া পঞ্জাৱী চোলাটোৰ যত্ন-ধৌত মসৃণতা, ৰোল্ডগ'ল্ডৰ বুটামকেইটা আৰু বুকুৰ দুকাষেদি বাগৰি যোৱা ক্ৰিজৰ সূক্ষ্মতা জিলিকি উঠিল। ডুৰ্কো-ফ্ৰেমৰ ঠাৰিবহল চশমাযোৰ খহাই খালী চকুযোৰেৰে দূৰলৈ দৃষ্টি নিক্ষেপ কৰিলে আৰু অসাৱধানভাৱে সাৱধানতাৰে গ্লাছ দুখন মচি চশমাযোৰ পিন্ধি লৈ ৰাইজক বিনা বাক্যেৰে জনাই দিলে যে এইমাত্ৰ সভাৰ কাম আৰম্ভ হ'ব। বিখ্যাত অৰ্থনীতিবিদে পঞ্চবাৰ্ষিক পৰিকল্পনাৰ ধনৰ অঙ্ক পৰীক্ষা কৰাৰ দৰে তেখেতে তাৰ পিছত কাৰ্যবিৱৰণীৰ কাকতখনত চকু ফুৰালে আৰু ব্যক্তিত্বনিহিত কাহ এটা মাৰি পয়োভৰেৰে থিয় হৈ গলগলীয়া মাতটোৰে জনালে— "ভগৱতবৃন্দ, এতিয়া অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীযুত সোমবৰ হাজৰিকাই নিজ প্ৰতিবেদন দাঙি ধৰিব। শ্ৰীযুত হাজৰিকা।"

সোমবৰ হাজৰিকাই এজাপ লিখি অনা কাকত পঢ়ি প্ৰতিবেদন শুনাবলৈ লাগিল। লুটিয়াই যোৱা কাকতখিলা কঁপাৰ পৰা অনুমান কৰিলোঁ, তেওঁৰ নিশ্চয় হাত দুখনো কঁপিছে। চুৰিয়াৰ আগছোৱা একাঙুলমান এবাৰ তললৈ নামে আৰু এবাৰ ওপৰলৈ উঠে। তেনেহ'লে তেওঁৰ ভৰি দুখনো সামান্যভাৱে কঁপিছে। তেওঁৰ বক্তৃতালৈ কাণ নিদি এনেকুৱা সৰু-সুৰা কথা লক্ষ্য কৰাতহে লাগিলোঁ। নহ'লে এনেকুৱা গতানুগতিক নিষ্প্ৰাণ কথা শুনি প্ৰাণহীন হৈ বহি থাকিব নোৱাৰোঁ। কিন্তু মই সাংবাদিকৰ কাম ঠিকেই কৰিছোঁ। সভা শুনি শুনি হাজৰিকাই কি ক'ব পাৰে আগতেই মই জানো। সাধাৰণতে আৰম্ভ কৰে, 'জয় গুৰু শঙ্কৰ সৰ্বগুণাকৰ' বুলি। মাজত কয়, সেইখন নগৰ বা গাঁৱৰ অতীত বৃত্তান্ত কি কি আছিল। কেতিয়াবা নামটো কেনেকৈ হ'ল তাৰো গুৰি-কথা কয়। তাৰ পিছত কয় দুই-এষাৰ শঙ্কৰ মহাপুৰুষৰ কথা আৰু 'বয়োবৃদ্ধ, জ্ঞান-বৃদ্ধ সভাপতি ডাঙৰীয়া আৰু অন্যান্য সুধীবৃন্দই অভাজনতকৈ বহুত ভালকৈ বখানিব পাৰিব, গতিকে তেখেতৰ মহিমা-কীৰ্তন ইমানতে এৰি' বুলি কৈ দাস্য ভকতিৰ একান্ত বিনয়াৱনত অথচ একেসুৰীয়া ভাষাত, নিজৰ সেৱা-শুশ্ৰূষা জনোৱাত দোষ-ত্ৰুটি হৈছে— এই কথাটো জনাই প্ৰায় এঘণ্টা বকি বহি যায়। সোমবৰ হাজৰিকায়ো মোৰ বিশেষ সূত্ৰমতেই এঢাপৰ পিছত এঢাপ আগবাঢ়ি গ'ল। মই বৰ আমনি পাই বাহিৰৰ ফালে ওলাই আহিলোঁ। জেপৰ পৰা আধা-পোৱা 'মিক্‌চাৰ'ৰ টুকুৰা এটা উলিয়াই দীঘলকৈ হোঁপা এটা মাৰিলতহে অৱসাদৰ এফাল উৰুৱাই দিব পাৰিলোঁ। অকণমান

সময়ৰ পিছতে এটা ল'ৰাই মোক পিছফালৰ পৰা 'ছাৰ' বুলি মাতিলে।

মই সুধিলোঁ, "তুমি বৰুণ নহয় জানো? বৰ এটা হ'লা দেখোন? তোমাৰ ঘৰো ইযাতে নেকি?"

"হয, ছাৰ।"

বৰুণক মই কেইবছৰমানৰ আগতে অস্থায়ী মাষ্টৰ হিচাপে চহৰৰ হাইস্কুল এখনত পঢ়ুৱাইছিলোঁ।

"এতিয়া কি কৰা?"

"মেট্ৰিক পাছ কৰি তিনি বছৰ বহি থাকিলোঁ। টাউনত মাৰোৱাৰী এঘৰত হিচাপ-পত্ৰ চোৱা কাম কৰি অলপ টকা গোটালোঁ। গাঁৱতে স্কুল এখনত সোমাবলৈ এম ভি স্কুল এখনো নাই। প্ৰাইমাৰীখনত আকৌ খালী নাই। গতিকে দোকানতে সোমালোঁ। সেইখিনি টকাকে ভৰসা কৰি এইবাৰ কৃষি কলেজত নামটো লগালো।"

"বেছ কথা। ভাল কৰিছা। ডাক্তৰী, ইঞ্জিনীযাৰিং আদিৰ কথা নকওঁৱেই, আজিকালি কৃষিবিদ্যা, পশুবিদ্যা আদি কাৰিকৰী বিদ্যাৰো প্ৰয়োজন বৰ বেছি।" শিক্ষকৰ গাম্ভীৰ্য আৰু আত্মবিশ্বাসৰ ভঙ্গীৰ খুব উপযুক্ত কথা এটা কৈ পেলালোঁ বুলি ভাবি ল'লোঁ।

সঁচাকৈয়ে বৰুণক পাইহে বৰ ভাল লাগি গ'ল। সভাৰ যেন কোনো মানুহ মোৰ আপোন নহয়, কেৱল বৰুণহে আপোন। সভাপতি আৰু হিমৎসিংকা মোৰ চিনাকি নহয, কেৱল যেন বৰুণহে চিনাকি। তাৰ লগত ভালেমান পৰ কথা পাতিলোঁ। এইখিনি সময়ৰ ভিতৰতে হাৰমনিয়ামত দুটা বৰগীত গোৱা হৈ গ'ল। খোলৰ সলনি তবলা সঙ্গত কৰা হৈছিল। ঘোষণা কৰামতে জানিব পাৰিলোঁ যে বৰগীত গোৱা শিল্পী আৰু তবলা বাদকক আমদানি কৰা হৈছে চহৰৰ পৰা। পুৰণি সুৰত শুনিবলৈ পালোঁ মাথোঁ বুঢ়া এজনে গোৱা এফাকি কাকুতি ঘোষা। সুৰ অতি কৰুণ। গাঁৱৰ নিৰ্জীৱতাক বেছি কৰুণতাৰে লক্ষ্য কৰিব পৰা মনটোক সেই সুৰে সজাগ কৰি তোলে।

মনটো বৰ কিছুমান অস্থিৰ চিন্তাই আবৰি ধৰিলে। ভাবিলোঁ, সভাপতি আৰু হিমৎসিংকাই ৰাইজক কৃতাৰ্থ কৰিছে নে তেওঁলোকক আমন্ত্ৰণ জনোৱাত তেওঁলোকহে কৃতাৰ্থ হৈছে? বৰুণক সকলো কথা সুধি পেলালোঁ। তাৰ পৰা উপযুক্ত উত্তৰো পালোঁ। সি ক'লে যে উৎসৱটোত ছশমান টকা খৰচ হ'ব। ৰাতিকৈ পহুপুখুৰীৰ মানুহে ভাওনাও কৰিব। কিন্তু এটকাকৈ চান্দা দিবলৈকো ৰাইজৰ শকতি নাই। আহিনমহীযা দিনকেইটা ৰাইজৰ মানত নেযায-নুপুৰায। ভালেমানৰ ঘৰত খাবলৈ নাই। ভালকৈ কাপোৰ-কানি এখন ল'বলৈতো উপাযেই নাই। ডেকা ল'ৰা কিছুমান চহৰলৈ গৈছে ঠিকাদাৰৰ তলত হাজিৰা খাটিবলৈ। সেই কাৰণেই উৎসৱৰ সকলো টকা দিছে কৃপাল হিমৎচিংকাই। তেওঁ এই ঠাইত সৰবৰহী হ'বলৈ এবছৰৰ আগৰ পৰা চেষ্টা কৰি আহিছে। কাৰণ এইবাৰ ইযাৰ পৰা দামোদৰ ৰাজখোৱা উঠিব। কৃপাল হিমৎসিংকাই তেওঁক সেই গণতান্ত্ৰিক প্ৰতিনিধিত্ব লাভত সকলোপ্ৰকাৰে সহায কৰিব। ৰাজখোৱাৰ ওপৰত তেওঁৰ কেবাটাও ব্যৱসায়ৰ শ্ৰীবৃদ্ধি নিৰ্ভৰ কৰে।

সভাত আকৌ বহিলোঁহি। কাষতে বৰুণ। কিমান সময সভা চলিব তাকে অনুমান কৰিবলৈকে ক'লা-ব'ৰ্ডত চক-পেঞ্চিলেৰে লিখি আঁৰি থোৱা কাৰ্য-বিৱৰণীখনত চকু ফুৰালোঁ। সভাৰ কাম আৰু বহুত আছে। মাজে মাজে বহুত নাচ-গান আছে। 'নৱ জাগৰণ কৃষ্টি সংঘ'ই দেখুৱাব। কিন্তু সভাপতিয়ে ক্ৰম অনুসাৰে ঘোষণা কৰা নাই। সম্পাদক বোধন কলিতা খুব খঙেৰে অহা-যোৱা কৰিছে। শেষত

উপায নেপাই সভাপতিৰ অনুমতি লৈ ৰাইজক কৈছে, "আমাৰ সভাৰ কাৰণে 'নব জাগৰণ কৃষ্টি সংঘ'ক নিমন্ত্ৰণ জনাইছিলোঁ। তেওঁলোকে কিন্তু মূৰকৰ পৰত আমাক চৌঠেঙীয়াত পেলালে। কথা দি কথা ৰাখিব নোৱাৰিলে। আমাক এনেকৈ ঠগ কৰিব বুলি কাহানিও ভবা নাছিলোঁ। সেই কাৰণেই কাৰ্য-বিৱৰণীমতে কাম নোহোৱাত সদৌ ৰাইজ আৰু সভাপতি ডাঙৰীয়াৰ ওচৰত ক্ষমা বিচাৰিছোঁ।"

এইবুলি কৈয়ে বোধন কলিতাই সভাপতিক ফুচফুচাই কিবা ক'লে। সভাপতিয়ে তেওঁক কোৱা শুনিলোঁ— "সেইবুলি আপুনি 'ঠগ কৰিছে' আদি গৰম কথা সভাত ক'ব নেলাগিছিল।" বোধনে কোৱা শুনিলোঁ— "ক্ষমা কৰিব, ছাৰ। মই যে একেবাৰে অধৈৰ্য হৈ পৰিছোঁ।"

সভাপতিযে নিৰ্দিষ্ট বক্তাৰ নাম ঘোষণা কৰিলে। তেওঁনো কি ক'ব? মই ভবামতেই ক'ব। নতুন কিবা ক'বলৈ তেওঁ নিশ্চয় ইয়ালৈ নাহে। ইয়ালৈ আহিছে, কেৱল ৰাজখোৱা অহাৰ কাৰণে। তেৰোঁ সেই একে গছৰে পাণ। গতিকে তেওঁৰ বক্তৃতাও বাতৰিকাকতত ছপা হোৱা বিধৰ নহয়। বক্তাৰ মুখত যে শঙ্কৰদেৱ কি হৈ পৰিছে' কেইআষাৰমান এনেকুৱা কথাই শুনিলোঁ ঃ (১) শঙ্কৰদেৱে প্ৰথম বৰ্ণমালা শিকিযেই আকাৰ-ইকাৰ নোহোৱাকৈয়ে সুললিত কবিতা লিখিলে। —'কৰতল কমল কমলদল নয়ন ।' ইযাৰ ভাব-ভাষা উত্তম। সেই কাৰণে শঙ্কৰদেৱ কবি। (২) তেওঁ দুৰ্দান্ত ষাঁড় গৰু শিঙত ধৰি জোকাৰি দূৰলৈ ঠেলি দিলে। ষাঁড় গৰুটোৱে ভয়তে নেগুৰ দাঙি লৰ মাৰিলে। সেই কাৰণেই তেখেত বলী পুৰুষ আছিল। স্বাস্থ্যৰক্ষাৰ বিধান মতে চলিছিল। সেইফালৰ পৰা তেখেত আমাৰ আদৰ্শনীয়। কাৰণ শৰীৰমাদ্যং খলু ধৰ্ম সাধনং। (৩) তেখেতে কুকুৰ-শৃগাল-গৰ্দভৰো আত্মাৰাম বুলি লিখিছে। গতিকে তেখেত সাম্যবাদী। (৪) নীহকুলীযা ৰাধিকাৰ দ্বাৰা যি শান্তিৰ মহিমা দেখুৱালে তাৰ পৰা প্ৰমাণ হয় যে তেখেত সমাজবাদী। ইত্যাদি।

এযা ৰাজনীতি কৰা, বাতৰিকাকত আৰু গেজেট পঢ়াৰ বাহিৰে আন পঢ়িবলৈ সময় নথকা, এবিধ মানুহৰ বক্তৃতাৰ নমুনা। যি অলপ পঢ়ি-শুনি আছে, তেওঁলোকৰ বক্তৃতা কেইটামান কথাৰে শেষ কৰিব পাৰি। আজিৰ নিৰ্দিষ্ট বক্তাজনে তাতকৈ এষাৰ কথাও বেছি কোৱা নাই। যেনে—(১) শঙ্কৰদেৱ হ'ল অসমৰ লিওনাৰ্ড দ্যা ভিঞ্চি। (২) তেওঁ বিপ্লৱীও। তেওঁ আমাৰ মাৰ্টিন লুথাৰ। (৩) তেওঁৰ সাহিত্যক বাদ দিলে অসমীয়া সাহিত্যৰ বুৰঞ্জী উকা হৈ থাকিব। (৪) গাঁৱে গাঁৱে নামঘৰ সজাই অসমীয়া ৰাইজক সমাজ-জীৱন শিকালে। (৫) তেখেতে আমাক সঙ্গীত শিকালে, ৰঙ্গমঞ্চলৈ অশেষ অৱদান দিলে, তেখেতে এটা জাতি চিৰকাললৈ জীযাই থাকিবলৈ সমল দিলে। (আচৰিত কথা যে দৃষ্টান্ত দি এইবোৰ কথা নকয়।)

সেই কাৰণেই সম্পাদক ডাঙৰীয়া, একে ধৰণৰ বক্তৃতা আৰু ঘটনাবোৰ লিখি থাকিবলৈ মোৰ আচল মনটোৱে বাধা দিয়ে। মাজে মাজে ভাবোঁ, শঙ্কৰদেৱৰেই দুৰ্ভাগ্য বুলিব লাগিব যে তেখেতৰ বহুত গুণ আছিল। আচল গুণবোৰৰ অন্তৰ্নিহিত সত্য বুজি নাপাই আমি যেন চালে-বেৰে কোবাইছোঁ। বহুতে তেখেতৰ নামটো যে স্বাৰ্থসিদ্ধিৰ কাৰণেও ব্যৱহাৰ কৰিছে!

এইবাৰ আকৌ সভাৰ কথালৈ আহোঁ। তোৰণখনৰ ওচৰত কেইটামান ডেকা ল'ৰা জুম পাতি আছে। বৰুণো মোৰ কাষৰ পৰা উঠি সেইখিনিলৈ কেতিয়া গ'ল, মোৰ তৰ্কিবলৈকে নহ'ল। বোধন কলিতাই সিহঁতক কিবা-কিবি কৈছে। ময়ো সিহঁতৰ মাজ পালোঁগৈ। কলিতাই সিহঁতক কোৱা শুনিলোঁ— "তাক পৰহিও মাতিছিলোঁ। আজিও পুৱা কৈছোঁ। দুয়োবাৰেই নাহোঁ বুলি ক'লে। কিন্তু সি নাহিলেও

আমাৰ কাম নহয়। জোৰ পুৰি হাত পালেহি। তাক হাতে-ভৰিয়ে ধৰি হ'লেও লৈ আহাগৈ।"

কাৰ কথা কৈছে আৰু কিয় কৈছে, অলপ চেষ্টা কৰিয়েই জানিব পাৰিলোঁ। 'নব জাগৰণ কৃষ্টি সংঘ'খন হ'ল চৌকামূৰীয়া গাঁৱৰ। সেই সংঘই কেইটামান বস্তু বৰ ভালকৈ দেখুৱাব পাৰে। যেনে দশাৱতাৰ আৰু ঊষা পৰিণয় নৃত্য আদি। খোল আৰু নাগাৰা ভালকৈ বজাব পৰা ল'ৰা কেইটামানো আছে। এই সংঘই সাতোটা বস্তুত অংশগ্ৰহণ কৰাৰ কথা আছিল। কিন্তু শেষত তেওঁলোকে ঠগিলে। মজদুৰ সন্থা এটাই জানকীপুৰ চাহ বাগিচাত বহুত টকা খৰচ কৰি জন্মোৎসৱ পাতিছে। সেই সন্থাৰ সভাপতি কোনোবা সৌৰভ গোস্বামীয়ে বেছি টকা দিয়া হ'ব বুলি তেওঁলোকক লৈ গ'ল। সেই কাৰণেই আজিৰ সভাৰ সফলতা নিৰ্ভৰ কৰিছে লদৰ বায়নৰ ওপৰত। তেওঁক এই তিনিও দিন অনুৰোধ কৰা হৈছিল। কিন্তু তেওঁ সেই অনুৰোধ ৰক্ষা নকৰিলে। উপায় নেপাই এতিয়া বোধন কলিতাই তেওঁক ঘৰৰ পৰা মতাই অনাবলৈ ল'ৰাকেইটাক ক'লে।

গাঁওখন এবাৰ চাই লওঁ বুলি ভাবি ময়ো সিহঁতৰ লগ ল'লোঁ। অৱশ্যে আৰু এটা কাৰণো আছে। লদৰ বায়ন বোলা মানুহজনক ঘৰৰ পৰা মতাই অনাৰ মূলতে যে বিশেষ মৰ্ম আছে, এই বিষয়ে মোৰ অলপ বিশ্বাস হ'ল।

বকুলনিৰ মাজেদি এবেঁওমান গৈযে মোৰ ভাব হ'ল যেন মই এখন এৰাবাৰীৰে বাট বুলিছোঁ। সভাত বহি থকা মানুহবোৰৰ মুখবোৰ এতিয়াহে স্পষ্টকৈ ভাহি উঠিছে। সিহঁতৰ প্ৰত্যেকৰ মুখবোৰত কেৱল দেখা পাইছোঁ দুখ আৰু অনাটনৰ ছবি। এৰা, শঙ্কৰদেৱৰ দুৰ্ভাগ্য ইমানতো যে তেখেতৰ শিষ্যসকল দুখীয়া। এটি তোটয়, এটি বৰগীত বা এটি খোলৰ লহৰৰ সঙ্গীত-সৌন্দৰ্য উপভোগ কৰিব নোৱৰা ধৰণৰ দুখীয়া। ইচ্ছাৰ বিৰুদ্ধে ভুগিব লগা হোৱা দাৰিদ্ৰ্যৰ যাতনাই মানুহক মহৎ কৰিব নোৱাৰে, কৰে হীন, অক্ষম আৰু স্বাৰ্থপৰ।

ল'ৰাহঁতৰ মুখত লদৰ বায়নৰ বহুত গুণ শুনি গ'লোঁ। তেওঁ হেনো একেলগে ছটা খোল বজাব পাৰে। তেওঁৰ দৰে খোলত ৰগৰ দিব পৰা মানুহ এই অঞ্চলত নাই বুলিযেই ক'ব পাৰি। আঙুলিকেইটাৰে বোল দিলে মনিব নোৱৰা হয়। হাতখনো খোল বজাই বজাই তেনেই লোহা হৈ পৰিছে। একেলগে দুই-তিনিখন ভাওনাত সমানে খোল বজালেও হাত নিবিষায়। কেৱল খোলতেই নহয়, লদৰ বাযন ভাও দিয়াতো নাম কৰা। ভীষ্ম পৰ্ব, অভিমন্যু বধ, ত্ৰিশঙ্কুৰ স্বৰ্গলাভ আৰু ৰাম বিজয়— এই চাৰিখন নাট অনৰ্গল মুখস্থ মাতি যাব পাৰে। তদুপৰি লদৰ বাযনৰ সূত্ৰ-নাচ আৰু মহাদেৱৰ নাচ যি এবাৰ চাইছে, তাৰ চিৰদিনলৈ মনত থাকিব।

আমি লদৰ বায়নৰ ঘৰ পালোঁগৈ। ঘৰটো পঁজা বুলি ক'লেও বঢ়াই কোৱা হয়। দহ হাতমান দীঘল দুটা দুচলীয়া ঘৰ। ইকৰাৰ বেৰকেইখনত ঢকুৱাৰ টাপলি। বাহিৰৰ পৰাই ভিতৰখন ভালকৈ দেখা যায়। লকচা আৰু দুবৰি বনেৰে হাবি যেন হোৱা চোতালখনৰ পৰা ল'ৰা এটাই মাত দিলে— "ককাইটি আছা নে?"

ঢাৰিত কামি বান্ধি সজা দুৱাৰখন খোল খালে। দেখিলে বেজাৰ লাগি যোৱা ধৰণৰ তিৰোতা এজনী ওলাই আহিল। ভিতৰফালে দেখা পালোঁ— চালপীৰা এখনত তিনি-চাৰি বছৰীয়া ছোৱালী এজনীৰ কপালত তিতা কাপোৰ দি পাঁচ-ছবছৰীয়া ল'ৰা এটাই বিচি আছে। ওচৰতে লালকাল হৈ শুই আছে এজন হাড় শকত, ওখ অথচ জীৰ্ণ-শীৰ্ণ মানুহ। পিন্ধিছে এখন ফটা তিয়নী। কঁকালত গামোচাখন

টানি বন্ধা। চালপীৰাখনৰ পৰা আধা-হাত দূৰৈৰ বেৰখনত আঁৰি থোৱা আছে এটা খোল। বৰটিবোৰ ছিগি কেবা ঠাইতো থুপ খাই আছে। ডিমাটোৰ হেঙুল-হাইতালৰ বোলত ধূলি-মাকতি পৰি, এলান্ধু লাগি বেৰখনৰ দৰেই হৈ পৰিছে। দুযোফালে ফুটা ওলোৱা খোলটো মকৰাজালে মেৰামত কৰিছে।

"নবৌ, আমি ককাইটিক মাতি নিবলৈ আহিছোঁ। তেওঁ খোল নবজালে আৰু মহাদেউৰ নাচটো নেদেখুৱালে সভাৰ আৰু সন্মান নৰয। সংঘ এটাই আমাক মূৰকৰ পৰত ঠগিলে।" ইহঁতে বাৰু এনেকৈ ক'বলৈ কিহত ভৰসা পালে?

কথাকেইটা শুনি মানুহজনীৰ দুগালেদি দুধাৰি চকুলো লৈ গ'ল। নাকৰ পানী উজাই দুহাতেৰে মুখখন ঢাকি পেলালে আৰু কওঁ-নকওঁকৈ কোনোমতে ক'লে, "ককাযেৰা কোনোপধ্যে যাব নোৱাৰে!"

ভূত-ভৱিষ্যৎ ভাবি নোচোৱা ল'ৰা এটাই ক'লে, "ৰাইজে ইমান আশা-দশাকৈ মাতিছে। নগ'লে যে সমাজক বঞ্চিত কৰা হ'ব।"

"এৰা, বোপাইহঁত, যাব পৰা হ'লে ভাল আছিল। পিছে সৰু ছোৱালীজনীৰ সন্নিপাত জ্বৰটো আজি তেৰ দিনে এৰা নাই। দৰব এপালি মুখত দিবলৈকো যদি ক'ৰবাত পইচা এটা পালোঁহেঁতেন!"

সেই ল'ৰাটোৱে আৰু একো ক'ব নোৱাৰিলে। বৰুণে মোক ক'লে— "ছাৰ, আহিলোঁ যেতিয়া ককাইক কথাটো জনাই গ'লে কেনে হয়?"

মই একো উত্তৰ নিদিলোঁ।

এটা ল'ৰাই ক'লে, "ককাই তেনেহ'লে শুইছে। বৰ টোপনি যেন পাইছোঁ। সাৰ পোৱাহেঁতেন, কৈ যাব পাৰিলোঁহেঁতেন।"

আন এটা ল'ৰাই দুৱাৰডলিটো পাৰ হ'ব খোজোঁতে মাইকী মানুহজনীয়ে খুব আতঙ্কিত হৈ ফুচফুচাই ক'লে, "বোপাইহঁত, ভৰিত ধৰি মাতিছোঁ, বায়নক নজগাবা। আজি তিনিসাঁজ লঘোণে আছে। ল'ৰাটোকহে কাঠ-আলু অলপমান সিজাই খুৱাই পেটৰ পোৰণি মৰাইছোঁ। এতিয়া তেওঁ শুই থাকি ভোকটো পাহৰি আছে। সাৰ পালেই পেটৰ উৎপাতত যে কি অৱস্থা হ'ব।"

কথাকেইটা শুনাৰ লগে লগেই যেন মোৰ ভৰিৰ তলৰ পৰা মাটি খহি পৰিল। মূৰটো আচন্দ্ৰাই কৰি গ'ল। বৰুণলৈ লক্ষ্য কৰিলোঁ, সি চকু দুটা ডাঙৰকৈ মেলি ওপৰলৈ চাই আছে। বাকী ল'ৰাকেইটাৰ মুখৰ মাত হৰিল। আমি সুৰুকা মাৰি ওলাই আহিলো। বাটত কাৰো মুখত কথা নাই। অলপ দূৰ আহিয়েই শুনিলোঁ মাইকত সভাপতি ৰাজখোৱাৰ মাত। বোধকৰোঁ তেখেতে ভাষণ এইমাত্ৰ আৰম্ভ কৰিছে। সেই একেধৰণৰ আৰম্ভণি

যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি

অৰ্থাৎ যেতিয়া ধৰ্মৰ গ্লানি হয় আৰু অধৰ্মৰ অভ্যুত্থান

সভামণ্ডপলৈ আকৌ যোৱাৰ প্ৰয়োজনবোধ নকৰিলোঁ। হিমৎসিংকাৰ মটৰত ৰাজখোৱাৰ লগত নিজৰ ঠাইলৈ যাবলৈকো বিবেকে বাধা দিলে।

সেই কাৰণেই সম্পাদক ডাঙৰীয়া, নিজে সভাত হাজিৰ হৈও কাকতলৈ বাতৰি নপঠালোঁ— তিক্ততাত, বিতৃষ্ণাত আৰু বিবেকৰ অনুশাসনত। তাৰ বাবে যেন অকণো অন্যথা নেভাবে।

শেষত নমস্কাৰ। ইতি—

শ্ৰী চম্পক হাজৰিকা

# দিনান্তৰ ৰং

"মা, সেইটো একো লাজৰ কথা নহয়। কিছুমান মানুহ আছে সিহঁতে নিজৰ চাবেক ঘৰ ভাড়া দি চৰকাৰী কোৱাৰ্টাৰত থাকে। দেউতা মৰাৰ পিছত আমাকনো আঢ্যৱন্ত বুলি কোনে ভাবিছে?"

তথাপি মাকে বৰ জীয়াৰী ৰঞ্জনাৰ কথাত হয়ভৰ দিব নোৱাৰিলে। মনে মনে থাকিল। তেওঁ কোন সতে ঘৰটোৰ এছোৱা ভাড়াত দিব? কিন্তু উপায় নাই। তেওঁৰ স্বামী মৰাৰ পিছৰ পৰা এই পাঁচ বছৰ ঘৰৰ ভৰণ-পোষণৰ ভাৰ ৰঞ্জনাৰ ওপৰতে পৰিছে। বেচেৰীযে তেতিয়াই স্কুলখনত সোমাই নোলোৱা হ'লে ইমান দিনে ঘৰ ভাড়া দিয়া পিছ কথাই, চহৰৰ মাজত থকা ঘৰটোকে বেছি নিজে সাধাৰণ জুপুৰী-ঘৰত আশ্ৰয় ল'ব লগা হ'লহেঁতেন।

"মা, নেমাত দেখোন। এতিয়াও আগৰ ভৰক ৰাখিব পাৰিবি?"

মাক আকৌ নিমাত। ভাবিলে, ঘৰত দুজনীকৈ গাভৰু ছোৱালী। সৰু ল'ৰা দুটাই এইবাৰ মেট্ৰিক দিব। ৰঞ্জনা আৰু স্বৰ্ণা দুযোজনী তেনেই মাটি-মিঠা ছোৱালী। ওচৰৰ ছোৱালীকেইজনীৰ দৰে পুৰুষ দেখিলে গাৰ তত নোহোৱা বিধৰ নহয়। এতিয়ালৈকে সিহঁতৰ বিপক্ষে এষাৰ কথা ক'বলৈ কাৰো সাধ্য হোৱা নাই। তথাপি ঘৰটোৰ এক অংশ ভাড়া দিবলগীয়া হ'লে, বিবাহিত মানুহকেই দিব লাগিব। কিন্তু ভাড়া দিয়া অংশত থকা মানুহ ঘৰৰ পৰা হাই-উৰুমি হ'বই। ল'ৰা দুটাৰ পঢ়া-শুনাত ব্যাঘাত হ'ব। এতিয়াৰ শান্তিৰ ঘৰখন কিবা উমৈহতীয়া বস্তু হৈ পৰিব। ঘৰৰ এক অংশ ভাড়া দি থাকিবলৈ কেনেকুৱা লাগে, এই বিষয়ে বুঢ়ীৰ কোনো অভিজ্ঞতা নাই। ভাবিছে, এনে কাম কোনেও কৰা নাই।

"মা, এতিয়াই যদি ঘৰটোৰ এছোৱা ভাড়া দি টকা-পইচা দুটামান সাঁচি নেৰাখোঁ, আৰু বেলিলৈ ইহঁত দুটাই মেট্ৰিক পাছ কৰিলে কেনেকৈ কলেজত পঢ়ুৱাম? মোৰ দৰমহাটোৰ পৰা জানো জমাব পৰা যাব?"

মাকে এইবাৰ হঠাতে চমক খোৱাৰ দৰে মূৰ দাঙি জীয়েকলৈ চালে। দুটি অশ্ৰু-সজল চকু, জালত পৰা হৰিণীৰ চকুৰ দৰে অসহায়, ধূসৰ, কাতৰ মিনতিৰে বিহ্বল। ৰঞ্জনাই সেই চকুত দেখা পাইছে মাকৰ দুঃসহ জীৱনৰ কৰুণ প্ৰতিচ্ছবি। তাই অস্থিৰ হৈছে, তাইৰ অসহ্য লাগিছে। দৃষ্টি আঁতৰাই আনি চকু দুটা মুদি দিছে। কাজল-বুলীয়া চকুৰ পতাৰ ওপৰত চেপা খাই ওলাই চকুলোৱে থিতাপি লৈছে।

"—মা, কিবা এটা ক'। মই মৰাৰ সমান দুখ পাইছোঁ। কথাকেইটা কৈ তোক ইমান দুখ দিম বুলি ভবা নাছিলোঁ।"

"কিনো আৰু ক'ম? ঘৰখনৰ বিষয়ে তই মোতকৈ বেছি বুজ। তই মোৰ জীয়াৰী নহয় যেন বৰ-পোহে। পিছে তই বেয়া নাপাব যদি এষাৰ কথা কওঁ। পৰাপক্ষত বিয়া-বাৰু কৰা মানুহকহে ঘৰত

থাকিবলৈ দিয়া ভাল। নহ'লে ওচৰৰ শতৰুবোৰে সন্দেহৰ চকুৰে চাবলৈ সাহ পাব।"

"ভাড়া কিমান হোৱা ভাল হ'ব?"

"মই এইবোৰ আও-ভাও নেপাওঁ।"

"পঞ্চাশ?"

"চাওঁচোন কোনে কিমান দিয়ে?"

"তাৰ এপইচাও কমাব নোৱাৰি, মা।"

নুশুনা ভাও জুৰি মাক তাইৰ ওচৰৰ পৰা গুচি গ'ল। তাই বিছনাখনত উবুৰি হৈ শুই খিৰিকীৰ কাঁচখনেৰে বাহিৰলৈ চালে। সন্ধিয়াৰ পাতল আন্ধাৰ আঁতৰাই পুব আকাশত জোনে ভুমুকি মাৰিছে। মাটি আৰু জোনৰ মাজত পাতল কুঁৱলীৰ কণা তিৰবিৰাইছে। আৰু তিনি দিনৰ পিছত শাৰদী পূৰ্ণিমা। এনে এটা মন উচাটন কৰা বতৰত আৰু দেহ বিয়াকুল কৰা সময়ত তাইৰ বয়সৰ কত গাভৰুৰ শৰতৰ শেৱালি-কোমল মনে চাগৈ প্ৰণয়-যমুনাত সুৱদি কল্পনাৰ সোঁত গণিছে! কতই চাগৈ প্ৰিয়জনক নতুন অনুৰাগেৰে মৰম যাচিছে!

ৰঞ্জনাৰ অতৰ্কিতে এটা হুমুনিয়াহ ওলাই আহিল। তাই আজি কৰিছে কি?—কোনো গাভৰু ছোৱালীয়ে উৱাদিহ নোপোৱা কিছুমান কঠিন সাংসাৰিক সমস্যাৰ কথা ভাবি মূৰ ঘমাইছে। তাইৰ একুৰি আঠ বছৰৰ জীৱনলৈ প্ৰেম নাহিল, আহিল দৈন্য আৰু দায়িত্ব। জীৱন পূৰ্ণ কৰা এটি সঁহাৰিয়েও নিজক ধন্য নকৰিলে, পাৰিবাৰিক বান্ধোনেহে আত্মোৎসৰ্গৰ পথ দেখুৱালে। মৰমৰ মোহে দিলে অপ্ৰকাশৰ বেদনা। আৰু? আৰু তাই একো ভাবিব নোৱাৰে। পিঞ্জৰাত আবদ্ধ হৈ থকা মনটোৰ খেলি-মেলি ভাববোৰেও নিজস্ব গতি হেৰুৱাইছে।

পিছদিনা সিহঁতৰ ঘৰটোৰ তিনিটা কোঠা ভাড়া দিব বুলি দুই-এজনক কোৱা হ'ল। দুই-এটা মানুহে ঘৰ চাই গ'ল। কাৰোবাৰ ঘৰ পছন্দ নহ'ল, কাৰোবাৰ ভাড়াটো মনোমত নহ'ল। দুটা মানুহক অবিবাহিতৰ কাৰণে ঘৰ ভাৰা দিব নোৱাৰে বুলি জনোৱা হ'ল।

প্ৰায় এপষৰ পিছত এজন ডেকা উপস্থিত হ'লহি। তেওঁ ৰঞ্জনাৰ মাকক লগ ধৰিলে। ওচৰতে ৰঞ্জনা আৰু স্বৰ্ণাও আছিল। ডেকাজন দেখিলে এনে ভাব হয় যেন তেওঁৰ প্ৰতিটো মুহূৰ্তই দুৰ্যোগৰ।

"চাওক, এইখন চহৰত ঘৰ পোৱা ডাঙৰ সমস্যা। আপোনালোকে যদি ভাড়া নিদিয়ে, মই মহা অসুবিধাত পৰিব লাগিব।"

"কিন্তু আমি বিয়া নকৰোৱা মানুহক "

'সেই বিষয়ে অৱশ্যে মোৰ ক'বলৈ একো নাই। ইচ্ছাৰ কথা। কিন্তু আপোনালোকৰ একো অসুবিধা নহ'ব বুলি ভাবোঁ। মোৰ ওচৰলৈ তেনেকৈ মানুহ-দুনুহ নাহিব। ময়ো ঘৰত দিনৰ ভাগত নেথাকিমেই। সমবায়ত কাম কৰা মানুহ যেতিয়া প্ৰায়ে 'টুৰ'ত থাকোঁ। পিছে এনে ঠাইত ঘৰটো নেপালে সঁচাকৈয়ে মই অসুবিধাত পৰিম।"

"কিয়?"

"ঘৰত কেৱল মা আৰু ভনীজনী আছে। মায়ে আজি এবছৰমানৰ পৰা কিবা অচিন বেমাৰত ভুগিছে। তেওঁক মোৰ লগলৈ আনি মেডিকেল কলেজত চিকিৎসা কৰোৱাৰ ইচ্ছা আছে। তেওঁ আহিলে ভনীজনীকো আনিব লাগিব। এতিয়া কেৱল ঘৰটো পোৱাহে ডাঙৰ কথা।"

"অ' তেনেহ'লে তুমি পৰিয়াল এটাও লৈ থাকিবা। সিহঁতক কেতিয়া আনিবা?"

"বোধকৰোঁ আৰু দহ দিনৰ পিছত। এতিয়া ছুটী নাই।"

মাকে ডেকাজনক ঘৰছোৱা ভাড়া দিয়াৰ সন্মতি দিলে। ডেকাজনৰ নাম হ'ল সনক ভাগৱতী। ডিষ্ট্ৰিক্ট কো-অ'পাৰেটিভ অফিচাৰ হিচাপে নতুনকৈ কামত সোমাইছে। পাৰ্ছনেল পিযন এটাৰ এতিযালৈকে 'চেংচন' অহা নাই। সেযেহে আগতে থকা হোটেলটোৰ পৰা বিছনা-পত্ৰ নিজেই আনি কোঠা দুটা পৰিপাটী কৰাত লাগিল। পহিলা-সাঁজ ভাত ৰঞ্জনাহঁতৰ ঘৰতে খালে।

আগতে ৰঞ্জনাই ঘৰত থকা সময়কণ খুব মুকলিভাৱে কটাব পাৰিছিল। কিন্তু তাই এতিযা আগৰ দৰে ওলাই-সোমাই ফুৰিবলৈ সঙ্কোচ কৰা হ'ল। একেটা ঘৰতে এজন অচিন পুৰুষ থাকে। তাৰ উপস্থিতিটোৱেই যে ঘৰখন গহীন কৰি ৰাখিছে। মানুহজন ঘৰত থকা সময়কণ বৰ উদাসভাৱে থাকে। তেওঁক দেখা কৰিবলৈ কোনো নাহে। নিজে ষ্টোভত চাহ কৰে। দুই সন্ধ্যা হোটেলত ভাত খায। তাক আমন-জিমন কৰি থকা দেখিলে ৰঞ্জনাৰ মাযা হয়। ঘৰুৱা চিন্তাই তাক জুৰুলা কৰিছে।

স্বৰ্ণাই তাৰ লগত কথা পাতে। ৰঞ্জনাযো এতিযালৈকে তাৰ লগত দুবাৰ কথা পাতিছে। মানুহটো বেছ নম্ৰ। চেহেৰাটো ভাল।

ৰাতি ৰঞ্জনাই তাৰ উপস্থিতিটোৰ উমান ল'বলৈ কাণ পাতি ৰয। সি হোটেলত ভাত খাই আহি গুণগুণকৈ গান এটা গায়। সম্ভৱ সেইখিনি সমযত সি আঁঠুৱাখন তৰে। তাৰ পিছত কেইঢোকামান পানী খাই গিলাচটো টেবুলত জোৰেৰে থয। অলপ পৰৰ পিছত তাৰ নাকৰ শব্দ ৰঞ্জনাই শুনিবলৈ পায।

চতুৰ্থ দিনা সনকে তাইক পিছফালৰ পৰা মাতিলে, "হেৰি, শুনকচোন।"

"কিবা কথা আছে?'

"বাৰু, ভনীজনী আহিলে, তাইক বাৰু আপোনালোকৰ স্কুলখনলৈ ট্ৰেন্সফাৰ লোৱাব পৰা যাব নে?"

' বোধকৰোঁ পাৰিব। মই বাৰু হেড্ মিষ্ট্ৰেছক সুধি চাম।" এইবুলি কৈ ৰঞ্জনাই সনকক চকীত বহিবলৈ অনুৰোধ কৰিলে। তাই ওচৰত থিয দি ৰ'ল। সনকক আলহীৰ দৰে সোধা-পোছ কৰিবলৈ তাইৰ খুব ইচ্ছা হ'ল। তাই ইমান দিনে আলহীস্বৰূপে কোনো পুৰুষক পোৱা নাই। নাৰী হিচাপে কোনো পুৰুষৰ আগলৈ গৈ আন নেলাগে এগিলাচ পানীও আগবঢাই দিবলৈ ভাগ্য হোৱা নাই। তাই লক্ষ্য কৰিছে, সনকে খুব প্ৰশংসাৰে তাইৰ মুখলৈ চাইছে। তাই এনে দৃষ্টি কেতিযাও আগেযে দেখা নাছিল। তাই ধন্য হৈছে।

"সদাযনো ষ্টোভত কিমান চাহ কৰি কৰি খাব? আজি আমাৰ তাতে খাওক।"

"ভালেইহে পাওঁ। এওঁলোক ক'লৈ গ'ল?"

"মা আৰু স্বৰ্ণা ৰান্ধনী-ঘৰত। ইহঁত দুটাই পঢিছে।"

"বোধকৰোঁ আপুনি সিহঁতক চকু দি থাকিব লাগে?"

'কেনেকৈ জানিলে?"

"মোৰ কোঠাৰ পৰা শুনা কথা-বতৰাতে অনুমান কৰিছোঁ।"

ইযাকে কৈ সনকে হাঁহিলে। ৰঞ্জনাই হাঁহিব নোৱাৰিলে। তাই লাজতে আগতকৈ বেছি লেহুকা হৈ পৰিছে। তাই ভিতৰলৈ সোমাই গ'ল। অলপ পিছতে তাৰ আগত চাহ একাপ দাঙি ধৰিলেহি। লগে

লগে স্বৰ্ণায়ো মালপোৱাৰ প্লেটখন তাৰ ওচৰত থ'লেহি। মাকো তাৰ ওচৰ পালেহি। সনকৰ অনুমান হ'ল, সি যেন তিনিজনী তিৰোতাৰ সাৰথিহে। সিহঁতৰ অৱস্থাৰ কথা আৰু তাৰ বুজিবলৈ বাকী ৰোৱা নাই। সি ক'লে, "মা আৰু পুতলী আহিলে আপোনালোকৰ ওচৰত থাকি বৰ ভাল পাব।"

ৰঞ্জনাৰ মাকে ক'লে, "আনাগৈ আকৌ সোনকালে।"

সেইদিনাৰ পৰা ৰঞ্জনাই সনকৰ লগত দুটা-এটা কথা পাতিবলৈ সঙ্কোচ নকৰা হ'ল। তাৰ মাতটো গলগলীয়া। চেহেৰাটো দেখিলে এনে অনুমান হয় যেন এইটো মানুহক উপযাচি বহুত গোপন কথা ক'লেও হানি নাই। কথা-বতৰাত সি সংযত। সেয়েহে চাৰি দিনৰ ভিতৰতে সি ৰঞ্জনাৰ মাকৰ আদৰৰ হৈ পৰিছে। তেওঁৰ তাৰ প্ৰতি খুব ভাল ধাৰণা হৈছে।

কিন্তু ৰঞ্জনাৰ আকস্মিক পুলকানুভূতিৰ কাৰণ কি? তাই কিয় বাৰে বাৰে ভাবে যে এই মানুহটো অহাৰ আগৰ বছৰবোৰ তাইৰ কাৰণে অসহনীয় আছিল? কিয় বাৰু সনক বাহিৰলৈ গ'লে তাই খিৰিকীযেদি তাক চাই তৃপ্তি পায়? আবেলি অফিচৰ পৰা আহোঁতে সি ষ্টোভত জুই জ্বলালে কিয় বাৰু তাইৰ মনটো কেনেবা কেনেবা লাগে? এৰা, তাই ভাবে, জীৱনটো এতিয়ালৈকে পলমকৈ হ'লেও আৰম্ভণি হোৱা নাই। তাইৰ ঘৰৰ সমস্ত দায়িত্ব আৰু দাৰিদ্ৰ্যৰ মাজেদি প্ৰায় দহ বছৰৰ আগৰ চঞ্চল অবাধ্য কুমাৰী মনটোৱে উকি মাৰিছে।

পিছদিনা সনকে বাৰাণ্ডাত মন মাৰি বহি থকা দেখি স্বৰ্ণা আৰু ৰঞ্জনা দুয়োজনীৰে বৰ মায়া হ'ল। স্বৰ্ণাই ক'লে, "বাইদেউ, তেওঁ দেখোন কপালত হাত দিলে?"

ৰঞ্জনাই ক'লে, "কিজানি মাকলৈ মনত পৰিছে। মাকৰ হেনো বেমাৰ।"

স্বৰ্ণাই ক'লে, "আই ঐ দেহি! চাকৰিটোত সোমায়েই বেচেৰাই আনন্দ কৰক ছাৰি লেঠাবোৰহে গোটাই ল'বলগীয়া হ'ল।"

স্বৰ্ণাৰ 'আই ঐ দেহি' কথাষাৰে ৰঞ্জনাৰ কাণত হুলে বিন্ধাদি বিন্ধিলে। তাই একো অভিমত নিদি গহীন হৈ পৰিল। এনেতে দুয়োজনীয়ে মাক আৰু সনকৰ কথোপকথন শুনিবলৈ পালে।

"বুইছে মা, আমাৰ দৰে মানুহৰ কোনোপধ্যে জোৰা নমৰে। পাঙি থোৱা কথা আৰু নফলিল। সেযেহে মনটো বেয়া লাগি আছে।"

"কি হ'ল?"

"যিকেইটা পইচা আছিল তাৰে মিস্ত্ৰীক আগধন দিলোঁ। খাট এখন আৰু টুল দুখনমান নেথাকিলেনো মাহঁতক আনো কেনেকৈ? কালি টি এ বিল এখন মঞ্জুৰ হৈ অহাৰ কথা আছিল। কিন্তু বিল কৰা ভুল হৈছে বুলিহে খবৰ আহিল। গতিকে টকাখিনি পোৱা এমাহমান দেৰি হ'ব। মাক তেতিয়াহে ইয়ালৈ আনিব পৰা যাব।"

"তাকে ভাবিনো মূৰ ঘুণ্ডলা কৰিছা কিয়? এমাহ অকলে থাকিলেও ফাঁকি দি বিয়া নকৰোৱা মানুহ এটা আছা বুলি কিবা আমি ঘৰটো ভাড়াত নিদিয়া হ'ম নে?"

"বুজিছোঁ, পিছে এই মাহতে যদি মাৰ অসুখটো টান হৈ যায়।"

"কি অসুখ?"

"বিষ। চকুতো জাল পৰিছে।"

অলপ পিছতে মাক ভিতৰত সোমাল আৰু ৰঞ্জনাক ক'লে, "ল'ৰাটো বৰ বিমোৰত পৰিছে।

তেনেই মৰা যেন হৈ আছে। বেচেৰাক আমাৰ ইয়াতে আজি সন্ধিয়া ভাত এসাঁজ খুৱাওঁ। আমি অলপ আদৰ-চেনেহ কৰি দেখুৱালে কিজানি অলপ দুখ পাতলাব পাৰেই।” ৰঞ্জনাই মনৰ অকৃত্ৰিম আনন্দ লুকুৱাবলৈ চেষ্টা কৰি মাথোন “বাৰু” বুলি ক'লে। মাকে সনকৰ ওচৰলৈ আহি নিমন্ত্ৰণ জনালে।

ৰঞ্জনাৰ মনত বিজুলী জিলিকিল। মাকৰো সনকৰ প্ৰতি ইমান মমতা কিয়? এইটো তেওঁৰ মহত্ত্ব নে এনেকৈ তাক হাতলৈ আনি আপোন স্বাৰ্থ সিদ্ধি কৰিবলৈ বিচাৰিছে? বি-এ পৰ্যন্ত পঢ়া আঠাইশ বছৰীয়া ৰঞ্জনাই নজনা নহয় যে সিহঁতৰ দৰে উৰলি যাব খোজা শ্ৰেণীটোৰ কোনোৱে লোকৰ দুখৰ কথা ভাবিব নোৱাৰে। নিজক লৈ ব্যস্ত যদিও উপায়হীন। কিন্তু তাইক জানো মাকে অকপট চিত্তে যিকোনো পাত্ৰ এটাত গতাই দিব পাৰিব? তাই এঘৰলৈ গ'লে যে মাকৰ স্বাৰ্থৰ বেছি বিঘিনি হ'ব।

তাইৰ চিন্তাৰ আঁত হেৰাই যায। বাৰাণ্ডালৈ ওলাই আহি দেখে, সনক থকা কোঠাটোত তলা এটা ওলমি আছে। সি তেনেহ'লে অফিচলৈ গ'ল। তাযো স্কুললৈ ওলাল। বাটত সনকৰ লগত দেখা-সাক্ষাৎ হ'ল। সি উপযাচিযে মাতিলে, “আহিলে নে?”

তাই মুখত হাঁহি বিৰিঙাই ক'লে, “হয। পিছে ইমান আগতে আহি অফিচ পোৱাগৈয়ে নাই দেখোন? বোধকৰোঁ আড্ডা দিয়াৰ ঠাই আছে?”

সি ক'লে, “নহয়, একেবোৰ মতা মানুহৰ লগত কথা কৈ কৈ আৰু মতা মানুহ দেখিলেই মাতিবৰ মন নোযোৱা হৈছে। সেযেহে আড্ডা বাদ দিছোঁ। এতিযা হোটেলৰ পৰাহে ভাতমুঠি গিলি আহিলোঁ।”

“উস্, কথা তেনেই পানী নসৰকা। পিছে গধূলি আমাৰ তাত খাবলৈ সময়মতে ওলাবহি নে নোলায?”

“পাহৰোঁ যদি কাণ্ডজ্ঞান নাইকিয়া মানুহ বুলি ধৰি ল'ব। কাণ্ডজ্ঞান আছে কাৰণেই আচল সময়তকৈ আধাঘণ্টাৰ আগতে ওলামহি।”

ৰঞ্জনাই হাঁহিলে। তাই গম পালে, তাইৰ এইটো হাঁহি একেবাৰে সুকীযা হাঁহি। তাত নাৰীৰ পুলক-প্ৰণোদিত সঙ্কোচ আছে। আৰু আছে আকাংক্ষা-মিহলি মৰমৰ কেঁচা চেক।

“কিয? হাঁহিলে দেখোন?”

“ভাডা-ঘৰত থকাৰ সময়ত গুৰু-গম্ভীৰ আচৰণ আৰু এতিযাৰ কথাৰ লগত পাৰ্থক্য দেখিহে হাঁহিলোঁ।”

“হাঁহিটো তেনেহ'লে কমপ্লিমেণ্টেৰি?”

“ক'ব নোৱাৰোঁ। স্কুললৈ দেৰি হ'ব।”

দুযো আঁতৰা-আঁতৰি হ'ল। ৰঞ্জনাৰ সৰ্বশৰীৰ যেন শৰতৰ শিহৰণে ৰোমাঞ্চিত কৰি তুলিলে। ইমান দিনৰ ধূসৰ আকাশখন যেন পৃথিবীলৈ কেতিয়াও নামি নহা শৰতে নিৰ্মল কৰিছে। দিগন্তত দোঁ খাই থকা ডাৱৰবোৰ গাঢ় ৰঙা, বেঙুনীয়া আৰু বিবিধ ৰঙৰ।

স্কুলৰ পৰা আহি ৰঞ্জনাই দেখা পালে, আগফালৰ টাঁটীত সনকৰ কামিজ এটা, লুঙি এখন আৰু গলাবান্ধ এখন মেলি থোৱা আছে। সি আনদিনাৰ দৰে ভিতৰ সুমুৱাবলৈ পাহৰিলে। আজি ঘৰ ওলাবহি ৰাতি চাৰে সাত বজাত। কিন্তু এতিযাৰ পৰাই কুঁৱলী পৰিছে। তাই মেলি থোৱা কাপোৰ তিনিটা ভিতৰ সুমুৱাই থ'লে। তাই ভাবিলে, কাপোৰকেইটা তাৰ হাতত শোধাই তাক ছুঁচিয়াৰ হ'বলৈ

উপদেশ দি হিচাপী ছোৱালীৰ চিন দেখুৱাব।

কাপোৰকেইটা নিজৰ আল্‌নাত থৈ স্বৰ্ণাৰ ওচৰত নিজৰ মনোভাব লুকুৱাবলৈকে ক'লে, "এই মানুহটো বৰ অসাৱধান।" আৰু ক'বলৈ নৌপাওঁতেই স্বৰ্ণাই সাউৎ কৰে মাত লগালে, "এৰা, বৰ অসাৱধান। কোনোবা অহৌ-বলিয়া কবি যেন হে পাইছোঁ। কি ঠিক—সি কিজানি কবিতা লিখিবও পাৰে। আমিহে পঢ়া নাই।"

"তইনো তাক অহৌ-বলিয়া বুলি কেনেকৈ ধৰিলি?" ৰঞ্জনাৰ সন্দেহসূচক ব্যগ্ৰ প্ৰশ্ন।

"আগতে ক'চোন, তইনো কেনেকৈ অনুমান কৰিলি?" স্বৰ্ণাও সহজে মনৰ কথা কোৱা ছোৱালী নহয়।

"যদি সি কথা পাহৰা বিধৰ নহয়, তেনেহ'লে আগফালে ৰাস্তাৰ কাষতে কাপোৰ মেলি সামৰিবলৈ পাহৰে কিয়?"

"তই আজিহে গম পালি। মই আকৌ চাৰি দিনৰ পৰা লক্ষ্য কৰি আহিছোঁ।"

ৰঞ্জনা আচৰিত। তাইৰ ভনীয়েকৰো চকুহাল কম নহয়।

"কি লক্ষ্য কৰিলি?"

"সি এঠাইত বস্তু থৈ এঠাইত বিচাৰে। এদিন দেখা পালোঁ, সি অফিচলৈ যোৱাৰ আগতে এপাট জোতা বিচাৰি নেপাই ৰুম দুটা ঘূৰ্মুটিয়াই ফুৰিছিল। এদিন অফিচত ফাউণ্টেন পেনটো এৰি আহিছিল। ভৰতৰ পৰা পেনটো খুজি কিবা লিখিছিল। এদিন মন কৰিলোঁ, সি এপাট মোজা পিন্ধিয়েই অফিচলৈ ওলাইছিল। বাটত চকু পৰাতহে উভতি আহিল। মোৰ যে ইমান হাঁহি উঠিছিল!"

"কেতিয়াবা নিজে মানুহটো নেহেৰালেহে ৰক্ষা—" বুলি গতানুগতিক সমিধান এটা দি ৰঞ্জনাই সেই প্ৰসঙ্গ তল পেলাবলৈকে গহীন হৈ পৰিল। তাইৰ ভনীয়েকলৈ ঈৰ্ষা হ'ল। ভাবিলে, তাইৰ অনুপস্থিতিতেই যদি স্বৰ্ণাই তাৰ লগত ৰগৰ তুলি কথা পাতি তাৰ মন মুহি পেলায়! ৰঞ্জনা ইমান ব্যক্তিমুখী হৈ পৰিল যে তাই পাহৰি গ'ল— স্বৰ্ণাও তাইতকৈ তিনি বছৰৰহে সৰু। তাইৰো এটা মন আছে। যিকোনো এজন পুৰুষৰে আকৰ্ষণীয় ব্যক্তিত্ব আৰু অদ্ভুত বিশেষত্ব থকা যেন লাগে তাইৰ চকুতো। এয়া বঞ্চিত জৈৱিক আকাঙ্ক্ষাৰ যাদু।

সাত বজাত সনক ঘৰ সোমালহি। তাই তাৰ হাতত কাপোৰকেইটা দি মানুহ যে সাৱধান হ'ব লাগে, এই অঞ্চলত চোৰ-চাতুৰী বেছি আদি কৈ সৰু-সুৰা এটা বক্তৃতাই দিলে। সনকে বাধ্য ল'ৰাটোৰ দৰে তললৈ চাই শুনি গ'ল। পিছত সি ক'লে, "এইবোৰ শুনি মই আজি কি ভাবিছোঁ, জানে? মানুহ জীয়াই থাকিবলৈ টকা-পইচাৰ বাহিৰেও আন কিবা এটা লাগে। তাকে ধৰিব পাৰিয়েই জীয়াই থকাৰ মোহ বিচাৰি পাইছোঁ।"

সনকে হঠাতে এনে এটা ডাঙৰ কথা কৈ পেলোৱাত ৰঞ্জনা অপ্ৰস্তুত হৈ পৰিল। তাই থমকি ৰ'ল। তাই সনকৰ মুখলৈ চাব নোৱৰা হ'ল। লাজে চকু দুটা মুদাই দিলে। এটা নতুন দীক্ষা লৈ তাই তাৰ কাষৰ পৰা আঁতৰি আহিল।

সনকে সেইদিনা ৰাতি ভাত খোৱাৰ সময়ত ক'লে যে সি তিনি দিন আঁতৰত থাকিব। চাকৰিৰ কামত এঠাইলৈ যাব লাগে। ৰঞ্জনাই ভাবিলে এই কথা তাইক জনাবলৈকে সি সকলোৰে আগত কৈছে। আৰু হয়তো অনুভৱ কৰিছে যে তাইৰ পৰা আঁতৰি থকাটো তাৰ কষ্টসাধ্য। আৰু এজনৰ কাৰণে এই

তিনি দিন অপেক্ষা কৰি থকাটোও যে ৰঞ্জনাৰ কাৰণে কম গৌৰৱৰ কথা নহয়। গাভৰু কালটোৰ কত বছৰ তাই কটালে। কিন্তু ইমান বছৰ তাই কাৰো আগমনৰ কাৰণে যে বাট চাই থাকিবলগীয়া নহৈছিল। দিনে দিনে তাইৰ স্ত্ৰী-সুলভ গুণবোৰ হেৰাই গৈছিল। তাই নিষ্ঠুৰ হৈছিল। জীৱনটো দুঃসহ হৈ পৰিছিল।

দুদিনৰ পিছতেই সনক ওলালহি। সি তেনেই বিবৰ্ণ হৈ আহিছে। ৰিক্সাৰ পৰা কোনোমতেহে নামিছে। থৰক-বৰককৈ খোজকাঢ়ি কোনোমতেহে বাৰাণ্ডা উঠিছেহি। বেড্-হ'ল্ডলটো বাৰাণ্ডাত থোৱা ৰিক্সাৱালাটোক আধলি এটা দি তলাটো খুলিবলৈ চেষ্টা কৰি কেবাবাৰো বিফল হৈছে। কাৰণ তাৰ হাত আৰু ভৰি কঁপিছে।

ৰঞ্জনা আৰু মাকে আঁতৰৰ পৰা সকলো লক্ষ্য কৰি আছিল। ৰঞ্জনা তাৰ ওচৰ পাইছিল আৰু সুধিছিল, "অসুখ নেকি?" সি একো নেমাতি মূৰৰ ওপৰত আঙুলি এটা ঘূৰাই জনাইছিল যে তাৰ মূৰ ঘূৰাইছে।

ৰঞ্জনা হতভম্ব হৈ গ'ল। এজন পুৰুষক— নিজৰ বুলি দাবী কৰিব নোৱৰা এজন পুৰুষক— ঘৰৰ তলাটো খুলি বিছনাখন পাৰি দি শুশ্ৰূষা কৰিব? এনেতে স্বৰ্ণা আৰু মাকো ওলালহি। মাকে ক'লে, "কি চাই আছ? ঘৰটো খুলি বিছনাখন পাৰি শুবলৈ নিদিয় কিয়?"

ৰঞ্জনাই তলাটো খুলিলে। মাক আৰু স্বৰ্ণাই ধৰি বেড-হ'ল্ডলটো ভিতৰলৈ সুমুৱালে। বিছনাখনো পাৰিলে। সনক জোতাই-মোজাই বিছনাত পৰিল। ৰঞ্জনাই ৰাগ এখন তাৰ গাত জাপি দিলে। মাকে তাৰ কপালত হাত দি হাতৰ নাড়ী পৰীক্ষা কৰি অবাক হৈ গ'ল। তাৰ তীৰকঁপে জ্বৰ উঠিছে। কপালৰ সিৰকেইডাল ধপ্‌ধপাই আছে। তেওঁ তাৰ জোতাযোৰ খুলি দিলে। ভৰিহাল শিল যেন চেঁচা। ৰঞ্জনাই ৰান্ধনী ঘৰত নিমখ ভাজিলেগৈ।

গৰম তেল ঘঁহি নিমখৰ সেক দিয়া হ'ল। কপালত তিতা ফটাকানি এখন দি ৰঞ্জনাৰ মাকে বিচি থাকিল। স্বৰ্ণাই ক'লে, "ৰাতিটো পৰ দিব লাগিব যেন পাইছোঁ।"

ৰঞ্জনাই ক'লে, "সেয়া পিছ-কথা। আগতে ডাক্তৰক খবৰ দিয়া উচিত।"

স্বৰ্ণা ওচৰৰে মানুহঘৰলৈ গ'ল। সিহঁতৰ ঘৰত দুটা কলেজত পঢ়া ল'ৰা আছেই। সিহঁতক ক'লেই ডাক্তৰ এটা আনি দিব পাৰিব।

সেইখিনি সময় ৰঞ্জনাই সনকৰ মুখলৈকে চাই ৰ'ল। তাৰ সম্বিত আহিল হ'বলা। সি চকু মেলি চাই খুব লাহে লাহে ক'লে, "অ' ৰঞ্জনা, তুমি অ' আপুনি? উস্, আপোনাক ভাৰসা কৰি মই একো নেভাবি নিজৰ ঘৰ বুলি সোমাইছোঁহি। মই আজি হোটেলতে থকা হ'লে! মই জানো, ৰঞ্জনাই কেতিয়াও মোক "

"বেছি কথা কোৱা বেয়া। খন্তেক শুবলৈ চেষ্টা কৰক।"

সনকে বাধ্য শিশুটিৰ দৰেই চকু জপালে। এহাতে ৰঞ্জনাৰ হাত এখনত ধৰিলে। অজান শিহৰণ, আবেগ আৰু এক অবৰ্ণনীয় উচ্ছ্বাসে ৰঞ্জনাক উচাটন কৰি তুলিলে। এনেতে ডাক্তৰ ওলালহি। ভালেমান পৰ পৰীক্ষা কৰাৰ পিছত ক'লে, "ডবল নিউমোনিয়া। বোধকৰোঁ হঠাতে খুব ঠাণ্ডা পালে। এওঁ ক'লৈ গৈছিল?"

ৰঞ্জনাই ক'লে, "যোৱা দুদিন 'টুৰ' কৰিছিল।"

ডাক্তৰে এটা বেজী দিয়াৰ পিছত ৰঞ্জনাই ক'লে, "কাইলৈকো এবাৰ আহিব লাগিব। ফিজটো

একেলগে দিয়া হ'ব।"

ডাক্তৰে "হ'ব বাৰু" বুলি কৈ গুচি গ'ল।

ৰোগীক আগতকৈ অলপ আৰাম পোৱা যেন দেখা গ'ল। সম্ভৱ চিলমিলকৈ টোপনি আহিছে। স্বৰ্ণা আৰু মাকে ৰঞ্জনাক তাতে এৰি ঘৰুৱা কাম-বনত লাগিল।

আধা-ঘণ্টামান ৰঞ্জনা সনকৰ ওচৰতে বহি থাকিল। হঠাতে তাই লক্ষ্য কৰিলে, সি বৰকৈ ছট্‌ফটাইছে। চকু দুটা এবাৰ বৰকৈ মেলি কেইছেকেণ্ডমান তেনেকৈ আছে। আকৌ অকস্মাতে চকু জপাই মুখেৰে ভোৰভোৰাইছে। ৰঞ্জনাৰ বৰ ভয় লাগি গ'ল। তাই তাৰ ভৰিত হাত দি চালে। ভৰি দুখন বৰফ যেন চেঁচা। তাৰ গোটেই গাটো গছপাতৰ দৰে কঁপিছে।

তাই উপায়হীন হৈ তাক ঘনাই ঘনাই বিচিবলৈ লাগিল। লাহে লাহে তাৰ মুখৰ পৰা কেইটামান শব্দ তাই স্পষ্টকৈ শুনিবলৈ পালে। তাই বুজি পালে, সি জ্বৰত ভুল বকিছে। কাৰণ এটা শব্দৰ লগত আন এটা শব্দৰ কোনো সামঞ্জস্য নাই। ক্ৰমে তাৰ বকনি বেছি হ'বলৈ ধৰিলে। এটা বাক্য স্পষ্টকৈ শুনাৰ পিছতহে তাই খঙত, ৰোষত, প্ৰতিহিংসাত আৰু হতাশাত জৰ্জৰিত হ'ল। তাই নিজৰ কাণ দুখনক অবিশ্বাস কৰিব নোৱাৰিলে। কাৰণ এইমাত্ৰ তাৰ মুখৰ পৰা ওলাইছিল— "মিনতি, মিনতি, তুমি মোৰ পৰা কিমান দূৰৈত "

নাৰীৰ সহজাত মনেৰে তাই সুঁৰৰিলে— মিনতি বাৰু তাৰ ভনীয়েকৰ নাম নেকি? অ' নহয়, তাইৰ ঠিক মনত পৰিছে। তাৰ ভনীয়েকৰ নাম পুতলীহে। তেনেহ'লে তাইৰ এই ঐকান্তিকতাৰ মূল্য?

তাই উধাতু খাই লৰি মাক আৰু স্বৰ্ণাৰ ওচৰ পালেহি।

মাকে ক'লে, "তয়ো ভাল ছোৱালী দে। ইমান টান নৰিয়াতো এৰি থৈ আহিবলৈ তোৰ সত গ'ল? চাউলকেইটা বহাই দিয়েই তোক আজৰাই দিম বুলি কৈছিলোঁ দেখোন?"

ৰঞ্জনাই একো নেমাতি পিছফালে গৈ আপোন মনে উচুপিবলৈ লাগিল। অতি আকুল সেই উচুপনি, হতাশাত চূড়ান্ত পৰ্যায়ৰ পৰাজয়ৰ গ্লানিৰে কৰুণ আৰু অসহনীয় উচুপনি। এই উচুপনিৰ ওচৰত সান্ত্বনাবাণী নিৰৰ্থক।

# ৰীতা, গীতা, বিনীতা

মোক বান্ধৱী বীণাই কয়— "বিনীতা, আমাৰ কাৰণে এইবোৰ নহয়। আমি এনেকৈয়ে থাকিব লাগিব। ভাবি চা, আমি এতিয়া এনে এটা অৱস্থাত যে আমাক কোনেও এটা সৎ উদ্দেশ্য লৈ ভাল নেপায়। আমাক ডেকাবোৰে একোটা শৰীৰ বুলিহে ভাবে। আৰু বদ্‌নাম? এইবোৰ জানো সহিব পাৰিবি?"

মই একো উত্তৰ নিদিওঁ। বীণাও মোৰ দৰেই। তাইৰ কথাবোৰো মোৰ মনৰ কথাই। কিন্তু মই স্বীকাৰ কৰিবলৈ অপাৰগ। কাৰণ, মই জীৱনক শ্ৰদ্ধা কৰোঁ। বীণাই হুমুনিয়াহ এটা পাৰি আকৌ কৈ যায়— "আমাৰ নিচিনা ঘৰৰ ছোৱালীয়ে ক'ৰবাত অকণমান কুৰুং-কাৰাং কৰিলেই বাহিৰত টৌটোৱেই ৰৌটো হয়। কিন্তু, এই বৰ মানুহৰ ছোৱালীবোৰৰ একো নহয়। নিন্দুকে সিহঁতৰ কথা উলিয়াবলৈ ভয় কৰে। আৰু, কিবা ওলালেও জানো সিহঁতৰ কিবা অসুবিধা হয়? টকা আৰু বংশ-গৌৰৱেই সকলো।"

মই বীণাৰ শুকান মুখখনলৈ চাই ৰওঁ। তাই বাৰু মোক কি ক'ব খুজিছে? তাই বসন্তৰ লগত মোৰ সম্বন্ধ অমূলক বুলি ভাবিছে? মই সোধোঁ, "তেনেহ'লে আমি কি কৰিব লাগে? তই বা মই সজাৰ পখীৰ দৰে থাকিব লাগিব?"

তাই কয়, "তোতকৈ মোৰ বয়স প্ৰায় পাঁচ-ছবছৰ বেছি। শেষৰ কেইবছৰ এনেকৈয়ে আছোঁ। আৰু বহুতেই আছে আৰু থাকিবও। ঘৰ-বুঢ়ী হ'লে এনেকৈ থকাটো অভ্যাস হৈ পৰিব। আশা আছে, প্ৰেম নাই বা প্ৰেম আছে, আশা নাই। এনে উভয় সঙ্কটেই হে আমাৰ জীৱনৰ গতি। তই ভাবি থাক, এদিন তোৰ বৰ-বাইদেৱেৰৰ বিয়া হ'ব। তাৰ পিছত হঠাতে মাজুবাইদেৱেৰকো এটালৈ দিব। তাৰ পিছত তোৰ। সেই সময়ত হয়তো এতিয়াৰ দৰে দেহ আৰু মনত যৌৱন নেথাকিব। তথাপি, যিখিনি পোৱা যায় তাকেই গ্ৰহণ কৰা উচিত।"

বীণা বৰ দাৰ্শনিক ধৰণৰ ছোৱালী। বহুত কিতাপ-পত্ৰ পঢ়ে। বহুত কথা চিন্তা কৰিব পাৰে। কিন্তু মই নোৱাৰোঁ। মোৰ কাৰণে কিতাপ অবাস্তৱ আৰু অপ্ৰয়োজনীয়। পিছে আজি ভাবিছোঁ বীণাৰ দৰে অধ্যয়নকে এক সুলভ বিকল্প কৰাটোহে মোৰ দৰে ছোৱালীৰ বেছি প্ৰয়োজনীয় অভ্যাস। সন্মানবোধ লংঘন কৰিব নোৱৰা ক্ষয়িষ্ণু মধ্যবিত্তৰ ঘৰৰ ছোৱালী মই। মাৰ মুখে খুব সঘনে শুনিছিলোঁ— আমাৰ হেনো গুৰি-গোষ্ঠী খুব ভাল। কিন্তু সেয়ে জানো সকলো? গুৰি-গোষ্ঠীয়ে নাইবা অতীত গৌৰৱে আমাৰ আশা-আকাংক্ষা আৰু কামনা-বাসনাক জড কৰিব পাৰিব? আমাৰ এয়া জলাশয় জীৱন। আমি জীযাতু ভোগোঁ। আমাৰ চকুত সেন্দূৰ হালধীয়া। আমি ভাবি নেপাওঁ, আমি একো একোজনী তেজ-মঙহৰ গাভৰু নে, ড্ৰয়িংৰুমত সজোৱা একো একোটা প্লাষ্টিকৰ পুতলা।

বীণাই আজি মোক নতুন উপলব্ধিৰ বাট দেখুৱাইছে। মুখ যদি আপেক্ষিক আৰু আপোন মনেৰে গঢ়া বস্তু, তেনেহ'লে বিয়া আৰু এখন নতুন আপোন ঘৰৰ আকাঙ্ক্ষা সাধাৰণ সত্য নহয়? ব্যক্তিকেন্দ্ৰিক অনুৰাগেৰে নিজকে পাহৰি পেলাবলৈ খোজাটো ক্ষণস্থায়ী আত্মহত্যা? পিছে নাৰীৰ আপোন অনুৰাগো যে প্ৰেম-প্ৰীতি, সমৰ্পণ আৰু মাতৃত্ব-কামনাৰ অনিৰ্বাণ শিখাৰে কম্পমান। তথাপি মোৰ বীণাৰ দৰে হ'বলৈ খুব ইচ্ছা হৈছে। কিতাপ পঢ়ি পঢ়ি মই এদিন এনে হ'ব লাগিব যে কিতাপ পঢ়াটো মোৰ নিচা হৈ পৰিব। তেতিয়া হয়তো মোৰ প্ৰাণৰ প্ৰাচুৰ্য নেথাকিব। কিন্তু তেতিয়া মোৰ 'প্ৰজ্ঞা' আহিব। কিজানি বাস্তব মোৰ চকুত অলীক হ'ব, চৌপাশৰ কৰ্মকাণ্ড মোৰ কাৰণে স্থিতিহীন হ'ব, কিতাপৰ পৃথিৱীখন হয়তো বেছি সঁচা সঁচা লাগিব।

এয়া মোৰ— বিনীতা চলিহাৰ, নিৰ্জীৱ স্বগতোক্তি। এয়া মোৰ ক্ষয়-চেতনাৰ যন্ত্ৰণা। এৰা, মোৰ পাণ্ডুৰ দৃষ্টিত, তোমালোকে কোৱা সুজলা-সুফলা ধৰণীখন ধূসৰ। এই এজনী স্পৰ্শকাতৰ ছোৱালী নে এটা দেহ? বসন্তই কেৱল দেহ বুলিয়েই নিশ্চয় ভাবিছিল। সি ডাক্তৰ। শৰীৰ-বিদ্যাৰ অনাৰ্চ লৈ হেনো সি পাছ কৰিছিল। সি মোক বহুত মিঠা মিঠা কথা কৈছিল। মই ভাবিছিলোঁ, সি মোৰ মনৰ মাজলৈ সোমাব পাৰিছিল। সি কোকৰাঝাৰলৈ বদলি হ'বৰ সময়ত দঢ়াই দঢ়াই কৈছিল, মই যেন তাক নেপাহৰোঁ। এবছৰৰ পিছতেই হেনো সি মোক সামাজিক নিয়ম মানি লৈ যাব। মই তাক পাহৰা নাই আৰু ভৱিষ্যতেও নেপাহৰোঁ। সি মোক জীৱনত পহিলাবাৰৰ বাবে দেহত তৃপ্তি দিয়া প্ৰথম পুৰুষ। তাৰ আছে এজনী ছোৱালীৰ কুমাৰীত্ব হৰণ কৰাৰ বিজয়োল্লাস। কিন্তু তাৰ জানো মন বোলা বস্তু এটা আছে? ডেৰ বছৰ তাৰ পৰা একো সঁহাৰি নেপাই ভাবিছোঁ— সি কেৱল চৰিত্ৰহীনেই নহয়, নিষ্ঠুৰো। পৰা বয়সত সিও ভাবিবলৈ বাধ্য হ'ব যে সিও মোৰ দৰেই অসুখী। অনুতাপে তাকো তিলে তিলে ক্ষয় কৰিব। বাসনা আৰু সুখ— দুয়ো আকৰ্ষণীয়। কিন্তু বাসনা আৰু সুখৰ ভিতৰত কোনটো বাছি ল'ব লাগে? এই কথা সিও নেজানে, ময়ো নেজানো, তথাপি মই মাজে মাজে ভাবোঁ— কামনা-বাসনাৰ আতিশয্যই জীৱশ্ৰেষ্ঠ মানুহ জাতিৰ আপোন মৰ্যাদাবোধ হানি কৰে। বসন্ত সুখী হ'ব নোৱাৰে। সি জীৱনত ভাগৰুৱা হৈ বিয়া পাতিলেও, সি পত্নীকো এটা দেহ বুলিহে ভাবিব। তাক পল্লৱগ্ৰাহী মন বাসনাৰ প্ৰচণ্ডতাই জৰ্জৰিত কৰিব।

মই এতিয়া কি ভাবিব পাৰোঁ? জীয়া জীৱনক অস্বীকাৰ কৰি সন্মান আৰু শালীনতাক খামুচি ধৰি থাকিম? ৰাতিৰ আন্ধাৰে শোৱা কোঠা আৰু মন অন্ধকাৰ কৰিলে মই বাৰু কিয় ভাবোঁ যে অশ্লীলতা আৰু যৌন আচাৰৰ সুকীয়া আস্বাদ আছে? কিয় বাৰু হঠাতে দুষ্ট মানুহবোৰ আৰু দুষ্ট ছোৱালীবোৰ ইমান ভাল লাগি যায়? পাপত আসক্ত হ'বৰ বাবে কিয় বাৰু মোৰ মনটো যাৰে বাৰে উত্ৰাৱল হয়? মইহে এনেকুৱা নেকি? ডাঙৰ বাইদেউ আৰু মাজু বাইদেউক দেখিলে এনে যেন নালাগে। সিহঁত বৰ গহীন। অকণো অস্থিৰতা নাই। মনত কি আছে কোনেও নেজানে। সেয়েহে সিহঁতলৈ মোৰ সহানুভূতি নাই। ডাঙৰ বাইদেৱে বি এ পাছ কৰাই ন বছৰ হ'ল। মাজু বাইদেৱে তাৰ দুবছৰৰ পিছত পাছ কৰে। সিহঁতে দুয়োজনী মাষ্টৰণী। মোৰ সেই একে দশা হ'ব যদিও সিহঁতক মই ঘৃণা কৰোঁ। সিহঁতৰ ভাগ্যত দৰা নোলাব কিজানি। সিহঁতে বাৰু এনেকৈ থাকি ভাল পাইছে, পাওক। কিন্তু মই যে সিহঁতৰ কাৰণেই ভৱিষ্যৎ নষ্ট কৰিব লাগিব। মোৰ বয়স আছে, সৌন্দৰ্য আছে, শিক্ষা আছে। তথাপি মোৰ আন্ধাৰ ভৱিষ্যতৰ প্ৰতি সিহঁতৰ অনুকম্পা নাই। আমাৰ বাই-ভনীৰ ভিতৰত কথা-

বতৰা নহয় বুলিয়েই ক'ব পাৰি। মা জীয়াই থকাহেঁতেন কিজানি এনে অৱস্থা নহ'লহেঁতেন। দেউতা জীয়াই থকা-নথকা একে কথা। পেঞ্চন পোৱাৰ পিছৰে পৰা মানুহজন কিবা হৈ পৰিল। সকলো বিষয়তে তেওঁ উদাসীন। ঘৰে ঘৰে সোমাই মেল মাৰি ফুৰে। পুথিভঁৰাললৈ গৈ দিনে তিনিখনমান দৈনিক বাতৰি কাকত পঢ়ে আৰু তেওঁৰ মুখত ৰাজনীতিৰ কথা বা দেশ-বিদেশৰ কথা শুনি ওচৰৰ প্ৰায়বোৰ শুনোতাৰ তিতা লাগিছে। পিছে দেশৰ চিন্তা কৰিলে কি হ'ব? নিজৰ ঘৰখনৰ প্ৰতি অকণো দায়িত্ববোধ নাই। আন এখন চহৰত কাম কৰা একমাত্ৰ পুতেকে বিয়া-বাৰু কৰাই আছুতীয়াকৈ থকা হ'ল। ঘৰৰ কাণসাৰ এৰিলে। সিও, (মোৰ ককাইদেউ বুলি পৰিচয় দিবলৈ ইচ্ছাই নেযায়) দায়িত্বহীন বুলি ক'ব নোৱাৰিলেও, সি যে স্বাৰ্থপৰ আৰু সমস্যাৰ পৰা নিষ্ঠুৰভাৱে আঁতৰি ফুৰিব পৰা পলায়নবাদী মানুহ— এই কথা আমাৰ ঘৰখনৰ বিষয়ে ভু ৰখা সকলোৱেই একমুখে স্বীকাৰ কৰিব। তাক দোষ দিব নোৱাৰি। সিও স্বাৰ্থসৰ্বস্ব নগৰীয়া জীৱনৰ অতি আধুনিক দৃষ্টান্তহে।

এই পৰ্যন্ত মোৰ কথা। আনৰ কথা কোৱাৰ প্ৰয়োজন নাই। ডাঙৰ বাইদেউৰ প্ৰতি অৱশ্যে মোৰ কৌতূহল আছে। ডাঙৰ বাইদেউক বিয়া দিব পৰা নাই কিয়? এতিয়া মোৰ জানিবলৈও উপায় নাই। তাই মোক বেছি সৰু বুলি ভাবি কোনো দুৰ্বল মুহূৰ্তত এযাৰ কথা ক'বলৈ ইচ্ছা কৰা নাই। মই নিচেই সৰু কালতে, তৃতীয়-চতুৰ্থ শ্ৰেণীত পঢ়াৰ কালতে ৰীতা আৰু গীতা বাইদেৱে কলেজত পঢ়িছিল। সেই সময়ত যদি সিহঁতৰ কাৰোবাৰ লগতে হিয়া দিয়া-নিয়াৰ সোঁত চলিছিল, এতিয়া সেইবোৰ সময়ে মচি পেলালে। তথাপি অহুকাণে-পহুকাণে শুনি প্ৰত্যয় হৈছে যে ডাঙৰ বাইদেউ ৰীতা হেনো খুব জাকত-জিলিকা ছোৱালী আছিল, তাই হেনো সেই সময়ত কলেজত নতুন উন্মাদনাৰ সৃষ্টি কৰিছিল। দায়িত্বহীন ভ্ৰমৰৰূপী ডেকা অধ্যাপকে হেনো তাইৰ মন ব্যাকুল কৰিছিল। অধ্যাপকে তাইৰ পৰা বিচৰাখিনি পাইছিল। পিছত হাকিম পদ পাই তাইৰ অস্তিত্ব পাহৰি পেলাইছিল। তেতিয়াৰে পৰা হেনো ৰীতাৰ পুৰুষ জাতিটোৰ প্ৰতি ঘৃণা আৰু অবিশ্বাস।

মাজু বাইদেউ গীতাৰ লগত ডিগবৈৰ অফিচাৰ এজনৰ বিয়া হ'ব বুলি কথা এটা চাৰি-পাঁচ বছৰমানৰ পৰা ওলাই আছে। কথাটো কিয় এনেযে ওলাল আৰু কিয় কোৱা-কুই হৈ আছে, বুজিবলৈ টান।

ৰীতা বাইদেউক মোৰ ভাল নালাগে যদিও তাইলৈ এক ধৰণৰ শ্ৰদ্ধাও আছে। তিৰোতা মানুহ ইমান গহীন হ'ব পাৰে' শুনিছোঁ বোলে ৰীতাক ভয় নকৰা ছোৱালী স্কুলখনত নাই। তাই হেনো বহুতৰ কথা জানে। স্কুলত সভা হ'লে তাই যি বক্তৃতা দিয়ে, তাৰ পৰাই তাইৰ অধ্যয়নৰ বিস্তৃতি বুজি পোৱা যায়। আলিত খোজ দিলে তাই কেতিয়াও ইফালে-সিফালে নেচায়। কাৰো লগত চেল্‌বেলাই কথা নেপাতে। কাৰো লগত অন্তৰঙ্গতা নাই। সদায় যেন গভীৰ চিন্তাত নিমগ্ন। কোনেও 'বাইদেউ আহিল নে' বুলি মাতিবলৈ সাহ নকৰে। ৰীতাৰ খোজ-কাটল, কথা-বতৰা, পিন্ধা-উৰা— সকলোতে এক অদ্ভুত সংযম। যৌৱনৰ চপলতা কালে হৰি নিছে আৰু ৰীতা বাইদেৱে হয়তো তিক্ততাৰ চৰম মুহূৰ্তত ভাবিছে— মোৰো জীয়াই থাকিবলৈ পুৰুষৰ দৰে সমান অধিকাৰ আছে। সিহঁতৰ দৰে জীৱন-যুদ্ধত পাৰদৰ্শিতা আৰু সম্ভ্ৰমেৰে টিকি থাকিবলৈ সমান যোগ্যতা আছে।

হয়তো ইমানতেই তাইৰ গৰ্ব বা অভিমান। টকাও তাই যথেষ্ট পায়। তাই এছিছ্‌টেন্ট হেড মিচষ্ট্ৰেছ। সেইটো পদবীয়েই হয়তো তাইক কইনা হোৱাৰ পৰা বঞ্চিত কৰিছে। আৰু কাৰণ হ'ব পাৰে,

তাইৰ গৰ্বৰ বিষয়ে প্ৰচাৰিত হোৱা মানুহৰ মন্তব্যবোৰ।

ৰীতাক দেখিলেই মোৰ নিজৰ কথা বেছিকৈ ভাবি হতাশ হৈ পৰোঁ। ডেৰ বছৰৰ আগতে বীণাই কোৱা কথাখিনি বেছিকৈ গাত লাগে। সঁচাকৈয়ে, মই, ৰীতা, গীতা—আটাইকেইজনী অনিশ্চিত ৰে'লগাড়ীৰ কাৰণে ৰৈ থকা যাত্ৰী। আমাৰ আকুল অপেক্ষা অবিচিত্ৰ, একেসুৰীয়া, অসহনীয়।

এদিন হঠাতে ৰীতাই দেউতা, মোক আৰু গীতাক এক অপ্ৰত্যাশিত অভিমত ঘোষণা কৰি আচৰিত লগালে। তাই হেড্ মিচ্ট্ৰেছৰ যোগেদি জনালে যে তাই গীতা আৰু মোৰ বিয়াৰ দায়িত্ব গ্ৰহণ কৰিব। আমাৰ বাবে তাই দৰা বিচাৰিব। নহ'লে হেনো ঘৰখন থানবান হোৱাৰ আশঙ্কা। দেউতা বুঢ়া হোৱা কাৰণে তাই আমাৰ দাযিত্ব লোৱাটো হেনো পৱিত্ৰ কৰ্তব্য। অৱশ্যে তাইৰ নিজৰ বিয়া পিছত হ'ব নে কেতিযাও নহ'ব— এই দুযোটা সিদ্ধান্তৰ কোনোটো স্পষ্টকৈ নজনালে। দেউতায়ো তাইৰ প্ৰকৃত অভিপ্ৰায় বুজিবলৈ চেষ্টা নকৰি মনে মনে থাকি পৰোক্ষভাৱে ৰীতাৰ অভিমত সমৰ্থন কৰিলে। দেউতা বযসতকৈ বেছি বুঢ়া হৈছে। উপাৰ্জন কৰা ক্ষমতা নাইকিযা হোৱাৰ লগে লগে চিন্তাৰ নিজস্বতাও তেখেতে এৰি দিছে। ফলত, পূৰ্বৰ ব্যক্তিত্ব অন্তপ্ৰায। দেহবল আৰু মনোবল একে গতিৰে ক্ষয়ৰ পথত।

কেইদিনমানৰ ভিতৰতে ৰীতা বাইদেউ আমাৰ তদাৰক কৰোঁতা হৈ পৰিল। তাই মাজে মাজে গুৱাহাটী বা শ্বিলঙলৈ অকলে অকলে যোৱা হ'ল। মাজে মাজে দুই-এজনক শুনালে যে তাই সোনকালে এটা ভনীজোঁৱাই পাব, কিযনো তাইৰ প্ৰতি মানুহৰ খুব ভাল ধাৰণা আছে। গীতা আৰু মই এইবোৰ কথা শুনি আশাৰ ৰামধেনু ৰচিলোঁ। ৰীতালৈ মোৰ বৰ শ্ৰদ্ধা হ'ল। গীতাই কিন্তু নিৰাশাকে প্ৰকৃত সত্য বুলি ধৰি লৈছে। তাই ৰীতাৰ উদাৰতাত বিস্মিত নহ'ল।

"বিনী, ইমানকৈ পঞ্চমুখ নহ'বি। হাতীৰে হাতী ধৰিব পাৰি, কিন্তু স্বয়ম্বৰাই আনৰ কাৰণে স্বযম্বৰ পাতিব নোৱাৰে।" গীতাৰ কথাষাৰ মোৰ ভাল নেলাগিল। অলপ খং-ভাব দেখুৱাই ক'লোঁ, "তাৰ মানে, তই ক'ব খুজিছ যে ডাঙৰ বাইদেউৰ এইটো চালাকি? তই ইমান নীচ! তেনেহ'লে তই চাফ চাফ কৈ নেপেলাৱ কিয যে ৰীতাৰ বিয়া নহ'লে মই বিয়াত নোসোমাওঁ? বায়েকৰ বিয়া নহৈ ভনীয়েকৰ হ'লে যে মানুহে তাইৰ বিষযে বহুত কথা উলিয়াব। মই জানো, তই নক'ৰ, এইকণ উদাৰতা তোৰ নাই।"

গীতাই কিন্তু খং নেখালে। খুব ধীৰে-সুস্থিৰে এটা কাঠ হাঁহি মাৰি ক'লে, "তই এতিয়াও সৰু হৈ আছে। বহুত কথা বুজি পাব পৰা হোৱা নাই। বুইছ বিনী, অতৃপ্তিৰ বিশেষ এটা সীমা নাই। সেয়েহে মুখৰ কথা আৰু বাহিৰা আচৰণৰ লগতো মন আৰু আকাঙ্ক্ষাৰ বহুত অমিল। এই কথা মতা মানুহৰ ক্ষেত্ৰতো খাটে, আমাৰ ক্ষেত্ৰতো খাটে। মানুহ জাতিটো বৰ দুৰ্বল।"

মই যুক্তিৰ বিৰুদ্ধেও গীতাৰ কথাটো মানি ল'লোঁ।

লাহে লাহে দেখা গ'ল, ৰীতা বাইদেউ আগতকৈ সলনি হৈ পৰিছে। আগৰ গাম্ভীৰ্য আছে যদিও, আচৰণত এক চপলতা পৰিলক্ষিত হৈছে। আজিকালি আমাৰ আগত হাঁহি উঠা কথা কয়। আমাক মৰম কৰে, উপদেশ দিয়ে। আমালৈ দামী দামী কাপোৰ-কানি কিনে। বাথৰুমত গুণগুণকৈ গান গায। এনেকৈ থকাৰ কাৰণে হযতো তাইৰ প্ৰতি আমাৰ চেনেহ হৈছে। তাইক ভাল লগা হৈছে। মুখখনত কোমলতা দেখা পাইছোঁ। তাই যেতিয়া আলম-বিলম কৰি শোৱাৰ পৰা উঠে, তেতিয়া ভাব হয়, পাৰ হৈ যোৱা গোপন ৰাতিটোৱে যেন তাইক বহুত কিবা দিলে। মধুৰ অৱসাদৰ জড়িমা যেন তাইৰ অবিন্যস্ত চাদৰৰ ভাঁজে ভাঁজে লুকাই আছে।

এৰা, মই কিজানি ঠিকেই অনুমান কৰিছিলোঁ। শুনা কথা হোৱা হ'লে কেতিয়াও বিশ্বাস নকৰিলোঁহেঁতেন। কিন্তু চকুহালকতো অবিশ্বাস কৰিব নোৱাৰি। তাইক সুধিয়েই পেলাওঁ নেকি? এইবোৰৰ উদ্দেশ্য কি? এনেদৰে জানো পৰিতৃপ্তি পোৱা যায়? এৰা, সকলো সম্ভৱ। হতাশাৰ চূড়ান্ত পৰ্যায়ত নাৰীয়ে কিজানি (পুৰুষৰ কথা নেজানো) ভাবিব নোৱৰা কাম কৰিব পাৰে।

এয়া কি ৰীতাৰ জীৱনত অকাল বসন্ত। এয়া, আমাৰ এইফালে হেমন্তৰ প্ৰথম পৰশ। পকা ফল গছতে দোঁ খাইছে। আকাশত কলীয়া ডাৱৰৰ উত্তগুালি নাই। সূৰ্যৰ কিৰণ স্বচ্ছ, পুৱা-গধূলি গাত উম লগাব পৰা। কিজানি বহুতৰ কাৰণে আবেলিৰ আকাশ বৰ্ণ-বৈচিত্ৰ্যৰে স্বপ্নস্নিগ্ধ আৰু আবেলিৰ বতাহত সজীৱ উন্মাদনা। আৰু মোৰ? মোৰ কথা নোকোৱাই ভাল। কিন্তু ৰীতা বাইদেউৰ প্ৰাণতো কিজানি হেমন্তৰ আকাশৰ ৰং লাগিছে। নহ'লেনো 'এইবাৰ পূজাটো খুব ভাল বতৰত হ'ব' বুলি বাৰে বাৰে কৈ থাকে নে? পূজা অহাৰ লগে লগে টাউনৰ আমাৰ অঞ্চলটো মুখৰ হৈ পৰিছে। আমাৰ ঘৰটোৰ বিপৰীতে দুখন দৰ্জীৰ দোকানত চিলাই-কলকেইটাৰ শব্দই পূজাৰ উলহ-মালহ ঘোষণা কৰিছে। চিলাই-কলৰ ব্যস্ততাই যেন মাঘৰ বিহুৰ আগৰ ঢেঁকী বনা গাঁৱলীয়া গাভৰুৰ উলহ-মালহ আৰু ব্যস্ততাক চেৰ পেলাইছে। কাপোৰ নহ'লে মানুহৰ পূজাৰ হেপাহ নপলায়। গাঁৱত কিজানি বিহুৰ সময়ত এনে হয়।

ৰীতাই এদিন মোক ক'লে, "বিনী, এইবাৰ ভাবিছোঁ তইঁতক একোখন স্কাৰ্ফ দিম। অ' কথা এটা। চাদৰৰ লগত 'মেট্‌ছ' কৰা ব্লাউজ চিট কেইটামান কিনিলোঁ। ইহঁতক চিলাবলৈ দিছোঁ। তোৰ ব্লাউজটোৰ ঘেৰ মোতকৈ তিনি ইঞ্চি কমাই দিবলৈ কৈছোঁ।" মই একো নেমাতিলোঁ। 'স্বৰাজ টেইলৰিঙ'লৈ আজিকালি বাইদেউ প্ৰায়ে গৈ থাকে। কেতিয়াবা পুৰণা ব্লাউজত হুক্ লগাবলৈ দিয়ে, মেখেলাত পাতলি লগাবলৈ দিয়ে। এদিন ময়ো গৈছিলোঁ। দৰ্জীৰ দোকানত সোমায়েই লক্ষ্য কৰিছিলোঁ, ৰীতা বাইদেৱে তাত যি কৌতূহল দেখুৱাইছিল, তেনে কৌতূহল বিজ্ঞান প্ৰদৰ্শনী চালেহে আনৰ হ'ব পাৰে। এপ্ৰেন্‌টিচ্ খটা ল'ৰা দুটাক চিলাই সম্পৰ্কে বহুত কিবা-কিবি সোধে। অতি আচৰিত কথা যে সিহঁতৰ আগতো হাঁহি উঠা কথা কয়। বাইদেউ যেন 'স্বৰাজ টেইলৰিঙ'ৰ স্বত্বাধিকাৰিণীহে!

এপ্ৰেন্‌টিচ্ খটা ল'ৰা দুটাৰ এটাৰ নাম হ'ল বিশ্ব। ইটোৰ নাম কি নেজানো। তাৰ মুখত আই ওলোৱা দাগ আছে। তাক আমি 'আই ফুট ফুট' বুলি উল্লেখ কৰোঁ। 'স্বৰাজ টেইলৰিং' ইয়াত বহা দুমাহমানহে হৈছে। এই দুমাহৰ ভিতৰতে সিহঁতৰ ভাল লাভ হৈছে। আমাৰ চুবুৰিতেই বহুত গ্ৰাহক। শুনিছোঁ, স্বত্বাধিকাৰী ভদৰাম দত্ত বোম্বাইত শিকি অহা মাষ্টৰ টেইলৰ। আমাৰ ঘৰৰ পৰাও বহুত কাম পায়। এদিন বিশ্ব বোলা ল'ৰাটোৱে ঘৰতে আহি ৰীতা বাইদেউৰ পেটীকোটৰ জোখ লৈ গ'ল। আৰু ইমান পৰনো সি জোখ ল'বলগীয়া কি আছে? তদুপৰি আন এটা পেটীকোট পঠিয়াই দিয়াহেঁতেনো সেই জোখত দৰ্জীয়ে আন এটা চিলাই দিব পাৰিলেহেঁতেন। ৰীতা বাইদেউৰ পাগলামি দেখি (অ' নহয়, গীতাৰ মুখে শুনিছোঁহে। জোখ ল'বলৈ বিশ্বই গজ-ফিটা লৈ অহা গীতাই দেখা পাইছিল) মোৰ মনে মনে হাঁহি উঠিছিল।

বিশ্ব অৱশ্যে বৰ ভাল ল'ৰা। বেছ বিনয়ী আৰু বাধ্য। সি সদায় ওচৰৰ গাঁও এখনৰ পৰা চাইকেলেৰে অহা-যোৱা কৰি এপ্ৰেন্‌টিচ্ খাটি আছে। সি দুদিনমানৰ ভিতৰতে আমাৰ ঘৰখনত আপোন হৈ পৰিল। দেউতায়ো তাক আজৰি পোৱা সময়ত লাচনি-পাঁচনি কৰাত খটুওৱা হ'ল। পাঁচ বজাত সি চিলাইৰ কাম এৰে আৰু ঘৰলৈ যায়। আজিকালি সি পাঁচ বজাৰ পিছত আমাৰ বজাৰ কৰিহে ঘৰমুৱা

হয়। এগ্ৰেন্‌টিচ্‌ কৰাৰ বাবদ মাহে বিশ টকাহে পায় কাৰণে অনুমান কৰিব পাৰি, বজাৰ কৰা বাবে ৰীতা বাইদেৱে কিজানি তাক দুই-এপইচা দিয়ে।

পূজাৰ সাত দিনমানৰ আগতে এদিন আবেলি ৰীতা বাইদেৱে ক'লে, "মোৰ বহুত কাম। এয়া টকা দিছোঁ। তহঁত দুজনীয়ে দুখন স্কাৰ্ফ কিনি আনগৈ। সোনকালে আহিবি আকৌ।"

ঘৰৰ পইচা ৰীতা বাইদেউৰ হাতত থাকে। তাইৰ কথাত আমি মান্তি হ'লোঁ। কাপোৰৰ বজাৰ কৰাৰ পিছত গীতাই লগৰ মাষ্টৰণী এজনীক লগ পালে। সেই মাষ্টৰণীজনীয়ে হেনো অ'লষ্টাৰ এটা কিনে। তাৰ বাবে তাই গীতাক লগ ধৰিলে। মই অনুমান কৰিলোঁ, মই লগত থকাৰ কাৰণে সিহঁতে মুকলিমূৰীয়াভাৱে কথা পাতিব পৰা নাই। তদুপৰি সিহঁত দুজনী গোট খোৱাত মোৰ উপস্থিতিটো গৌণ হৈ পৰিল। মই এটা অজুহাত দেখুৱাই সিহঁতৰ পৰা বিদায় ল'লোঁ। সিহঁতেও নেলাগে যাব বুলি মোক দুনাই নক'লে। মই নিৰ্দিষ্ট সময়ৰ আগতে ঘৰলৈ আহিলোঁ। দেউতা নিশ্চয় এতিয়া ঘৰত নাই। কাৰণ, দীনৰামৰ গেলামালৰ দোকানত তেখেতৰ মাত শুনা যেন লাগিল। পদূলি পাই গে'টখন শব্দ নকৰাকৈ খুলিলোঁ। হঠাতে অজানিতে মোৰ এটা ডাঙৰ সন্দেহ হ'ল। 'স্বৰাজ টেইলৰিং' দেওবাৰ কাৰণে বন্ধ আছে, অথচ বিশ্বৰ চাইকেলখন দৰ্জী-ঘৰৰ বাহিৰৰ এচুকত আওজাই থোৱা আছে। আৰু লক্ষ্য কৰিলোঁ, আবেলিতেই ড্ৰয়িংৰুমৰ কাষৰ কোঠাটোৰ অৰ্থাৎ ৰীতাৰ কোঠাৰ আলিৰ ফালে মুখ কৰা খিৰিকীখনৰ পাতল পৰ্দাখন ভিতৰৰ ফালৰ পৰা সমান জোখত কাপোৰ আঁৰি পোহৰ নপৰশা কৰা হৈছে। এক নিষিদ্ধ কৌতূহল দমাব নোৱাৰি মই চেণ্ডেল দুপাত হাতত লৈ লাহে লাহে বাৰাণ্ডাত উঠিলোঁ আৰু শুনিবলৈ পালোঁ কিছুমান চুটি চুটি উশাহ, সমান সময়ৰ অন্তৰে অন্তৰে বিছনাৰ শব্দ আৰু খাৰুৰ চঞ্চল ৰুণ-জুনু

শুনি মই যেন পাগলী হৈ গ'লোঁ। উত্তেজনাত গাটো কঁপিবলৈ ধৰিলে। লাহে লাহে ড্ৰয়িংৰুমত সোমাই দুৱাৰৰ কোণেদি সেই কোঠালৈ জুমিলোঁ। দুটি উলঙ্গ দেহৰ এক ছন্দ, এক ভঙ্গিমা! সাধাৰণ কপাহী কাপোৰেৰে আবৰি থকা ৰীতাৰ গাটো ইমান পুৰঠ, ইমান প্ৰাণময়, ইমান মিহি, ইমান আকৰ্ষণীয়! মইতো তাইক এপাহি লেৰেলি পৰা ফুলৰ লগতহে ৰিজাইছিলোঁ। আৰু বিশ্ব! তাক সেই অৱস্থাত দেখিযেই মই কিবা হৈ পৰিলোঁ। গাঁৱলীয়া ল'ৰাটোৰ নিছলা পোছাকযোৰেহে যেন প্ৰচণ্ড পৌৰুষক লুকুৱাই ৰাখিছিল! মই চকু মুদি পেলালোঁ। লজ্জাত নহয়, চৰম অস্থিৰতাত। ৰীতা বাইদেউলৈ মোৰ খঙো নুঠিল, ঈৰ্ষাও নুপজিল। তাইলৈ মোৰ গভীৰ অনুকম্পা হ'ল। বাৰাণ্ডাত থোৱা চেণ্ডেলযোৰ লাহেকৈ বুকুত লৈ ওলাই আহিলোঁ। শব্দ কৰি গে'টখন মাৰি আলিত উঠিলোঁহি। নিজক খুব উদাৰ লাগিল।

ৰাতি গীতাৰে সৈতে মই একেলগে শোওঁ যদিও তাইক একো নকলোঁ। কেইদিনমানৰ পিছত শুনিলোঁ ৰীতা বাইদেৱে দেউতাক কৈছে, "সেই চিলাই কৰা ল'ৰাটোৰ বোলে বৰ দুখ হৈছে। দিনে সাত মাইল দূৰৈৰ পৰা আহে। সি কৈছে, আমাক বজাৰ-সমাৰ কৰি দিব আৰু পানী-দুনি কঢ়িয়াই দিব। সি পূজালৈকে খৰি থকা ঘৰটোতে থাকিব খোজে। দিব নে থাকিবলৈ?" দেউতাই একো নেভাবি 'ভাল কথা' বুলি সন্মতি দিলে। মোৰো কিবা অজান ভাবত গাটো শিয়ৰি উঠিল। ভাবিলোঁ, বিশ্বৰ বয়স কিজানি বিশ-বাইশৰ ভিতৰত। আৰু মোৰ বয়সহে কেৱল তাৰ বয়সতকৈ চাৰি-পাঁচ বছৰৰ বেছি। কাৰণ মই ঘৰৰ সৰু। সেই ৰাতি মোৰ টোপনি নাহিল। অসংখ্য আকাঙ্ক্ষা আৰু মন তল-ওপৰ কৰা

গোপন চিন্তাই মোৰ টোপনি কাটি নিলে যদিও মনলৈ ক্লান্তি নাহিল। এয়ে যেন প্ৰথমবাৰলৈ মোৰ সুকীয়া অস্তিত্বক অনুভৱ কৰিলোঁ আৰু জীয়াই থকাৰ সাৰ্থকতা বিচাৰি পালোঁ। জলাশয় যেন বৰষাৰ পানীয়ে ওপচাই পেলালে। এৰা, অশ্লীলতা আৰু তথাকথিত অশ্লীল বাসনাৰ কলা-জগতত আৰু সামাজিক জীৱনত হয়তো স্থান গৌণ। কিন্তু ইয়ে নিশ্চয় কলা সৃষ্টিৰ মূল প্ৰেৰণা। আৰু অশ্লীলতা যে কিমান উৰ্বৰ, কিমান বাস্তৱ, কিমান প্ৰাণময় ।

সেই ৰাতি উজাগৰে থাকিহে গম পালোঁ, গীতা বাইদেউৰ টোপনিত বকা অভ্যাস আছে। সদায় নবকে কিজানি, মাজে মাজেহে। তাই সেই ৰাতি বকিছিল— 'বৰুণ, মোৰ সোণ, তুমি মোক এৰি নেযাবা।' তাৰ পিছত কেইটামান শব্দহে কিছু সময়ৰ অন্তৰে অন্তৰে শুনিলোঁ। সেই শব্দবোৰৰ পৰা বিশেষ এটা মৰ্ম বুজা টান হৈ পৰিল। আকৌ হঠাতে এটা বাক্যৰ আধা— স্পষ্টকৈ শুনা গ'ল— 'তোমাক যিদিনাৰ পৰা মই ।'

গীতা বাইদেউলৈও মোৰ কৰুণা হ'ল। তায়ো চাগে দমাই ৰখা বাসনাৰ নিবৃত্তি বিচাৰি পাইছে সপোন ৰাজ্যত। কিন্তু বৰুণৰ নাম কিয় কাঢ়িলে? সি তাইৰ কোন? বৰুণ হ'ল, আমাৰ ঘৰৰ পৰা এক ফাৰ্লংমান আঁতৰৰ ভাড়া-ঘৰটোত থকা এছ ডি অ' জন। তাৰ লগত গীতা বাইদেউৰ চিনা-পৰিচয় আছে বুলি কল্পনাও কৰিব নোৱাৰি। মোৰ বৰ কৌতূহল হ'ল। পিছদিনা নজনা ভাও জুৰি তাইক সুধিলত খুব নিৰাসক্তভাৱে ক'লে, "সি পি ডব্লিউ ডিৰ এছ ডি অ'। কটনত পঢ়োঁতে সি আমাতকৈ দুবছৰৰ জুনিয়ৰ আছিল।"

"তাৰ লগত চিনা-পৰিচয় আছে?"

"সিও মই কোন জানে, ময়ো তাৰ বিষয়ে জানো। অৱশ্যে দেখা-শুনাকৈ চিনাকি হোৱা নাই। অ' পাহৰিছোঁৱেই, পূজাৰ পিছত তাৰ লগত যূতিকাৰ বিয়া হ'ব।"

"যূতিকা কোন?"

"সিদিনা যে মোক অ'লষ্টাৰ কিনিবলৈ লগ ধৰিছিল, সেই মাষ্টৰণীজনীয়েই।"

শুনিযেই মোৰ মুখৰ পৰা অতৰ্কিতে এটা হুমুনিয়াহ ওলাই পৰিল। গীতাই মোৰ মুখলৈ ভালেমান পৰ মনোযোগেৰে চাই ৰ'ল আৰু সুধিলে, "তোৰনো আকৌ বৰুণৰ খবৰ ল'বলৈ কিহে পালে? তাৰ আন কিবা কথা শুনিছ নেকি?"

মই উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰিলোঁ। চোতাললৈ চাই ৰ'লোঁ। চোতালত থকা শিলচটাই ঢাকি ৰখা দুবৰি বনখিনিৰ শেঁতা-হালধীয়া ৰূপটোহে মোৰ মনত স্পষ্টকৈ ভাহি উঠিল। অসহ্য লাগি গীতা বাইদেউৰ কাষৰ পৰা আঁতৰি আহিলোঁ।

# হোদোৰ পণ্ডিত

আনদিনাৰ দৰে আজিও হোদোৰ পণ্ডিত হাতল-ভগা খহটা চকীখনত বহিল। কিজানি আজিয়েই ইযাত বহাৰ শেষ দিন। কিজানি বুলিও ক'ব নোৱাৰি। আজি দিনটোহে তেওঁ শেষবাৰলৈ বহিবলৈ পাব।

তলাটো খুলি তেওঁ টেবুলৰ পাট এচলা ওপৰলৈ তুলিলে আৰু টেবুলৰ গৰ্ভৰ হাজিৰা বহীখন উলিযালে। পঞ্জাবী চোলাটোৰ জেপৰ পৰা বিতচকুযোৰ চাই ল'লে আৰু নামবোৰ পঢ়ি হাজিৰা ডকাত লাগিল। নতুন নিব্‌টো ওভতা দোৱাতটোত ভৰাই উপস্থিত চিন দিলে। আজি তেওঁৰ মাতটো আগৰ দৰে স্পষ্ট নহয। কিহবাই যেন স্পষ্ট গলগলীযা মাতটো সোপা দি থৈছে।

খুব ধীৰে ধীৰে তেওঁ ছাত্ৰ-ছাত্ৰীক সুধিলে, "বগীতৰা আৰু কেৰামৎ অহা নাই কিয়?"

ল'ৰা এটাই থিয দি ক'লে— "মহাশয়, বগীতৰাৰ নৰিয়া। কেৰামতহঁতৰ ঘৰত হেনো কোৰাণ পঢ়ুৱাইছে।"

"এস, সিহঁত দুটাক দেখা নহ'বই কিজানি।" হোদোৰ পণ্ডিতে নিজক নিজে ক'লে। আজি তেওঁ পঢ়ুৱাব নে নপঢ়ুৱাব কেবাবাৰো ভাবি চালে আৰু শেষত স্থিৰ কৰিলে যে কেইপাতমান পঢ়ুৱাব। আৰুতো জীৱনত পঢ়ুৱাবলৈ নেপাব!"

"এতিয়া তহঁতৰ কি আছে?"

"সাহিত্য, মহাশয়।" কিশোৰ-কিশোৰীৰ মৌ-বৰষা আৱাৱ।

হোদোৰ পণ্ডিতে তামোল এখন মুখত ভৰাই সাহিত্যৰ কিতাপখনৰ পাত লুটিয়ালে। এনেতে ল'ৰা এটাই ওচৰত হাত-যোৰকৈ থিয় হৈ ক'লে— "মহাশয়, মই বাহিৰলৈ যাওঁ। হাজৰিকা মহাশয়ে ঘৰৰ পৰা অলপ ফুল আনিবলৈ কৈছিল। এতিয়া আনোগৈ।"

"যা বাৰু।"

হোদোৰ পণ্ডিতৰ বুকুখন শিয়ৰি উঠিল। তেওঁৰ বিদায়-সভাৰ কাৰণেই কিজানি ছেকেণ্ড পণ্ডিত হাজৰিকাই ফুল আনিবলৈ কৈছে! হাজৰিকাও তেওঁৰে ছাত্ৰ। কাইলৈৰ পৰা হ'ব হেড্ পণ্ডিত। আজি তেওঁ হাজৰিকাক চাৰ্জ দিব লাগিব।

তেওঁ শ্ৰেণীটোলৈ আকৌ এবাৰ চকু ফুৰালে। ল'ৰা-ছোৱালীবোৰ আগৰ দৰে হৰষ মনেৰে থকা নাই। সিহঁতৰ চকুত তেওঁ বেদনাৰ ছাঁ দেখিছে। সিহঁতৰ চকুবোৰ তেওঁৰ ওপৰত। এৰা, এনেকৈ আগ্ৰহেৰে, ভক্তিৰে আৰু কৌতূহলেৰে সিহঁতে আজি তেওঁক লক্ষ্য কৰিবই। সিহঁতেও জানে যে সিহঁতৰ হোদোৰ পণ্ডিত আৰু কাইলৈ এই স্কুললৈ নাহে।

পঢ়ুৱাবলৈ কথা কেইটামান জুকিয়াই লওঁতেই তেওঁৰ ওচৰত বাকী তিনিজন পণ্ডিত হাজিৰ

হ'লহি আৰু অনুৰোধ কৰিলে যেন অলপ পৰৰ পিছতে শ্ৰেণীকেইটা ছুটী দিবলৈ আদেশ দিয়ে।

হোদোৰ পণ্ডিতে ক'লে, "বাৰু। আচল কামটোৱেই বাকী আছে। হাজৰিকা, তোমাক জানো ডি আয়ে মোৰ পৰা ভাৰ ল'বলৈ হুকুম দিয়া নাছিল?"

"হয় মহাশয়।"

সকলো শ্ৰেণী ছুটী দিয়া হ'ল। ইটো শ্ৰেণীৰ লগত সিটো শ্ৰেণী পৃথক কৰা কাপোৰৰ বেৰকেইখন আঁতৰোৱা হ'ল আৰু ছাত্ৰ-ছাত্ৰীবোৰ একেলগে সভাত বহাৰ দৰে বহিল। অলপ সময়ৰ ভিতৰতে হাজৰিকাক হেড্ পণ্ডিতৰ ভাৰ শোধাই দিয়াৰ কাম সমাধা হ'ল। হঠাতে হোদোৰ পণ্ডিতৰ চকু সেমেকি পৰিল। হাজৰিকাৰ চকুৱেও কথাটো ধৰা পেলালে। মনৰ দুৰ্বলতা ঢাকিবলৈকে তেওঁ ক'লে, "আজিকালি আকৌ ঘনে ঘনে চকু মচিব লাগে। বুঢ়া হৈছোঁ নহয়। চকুৱেদি পানী ওলাই থাকে।"

এইবুলি কৈ তেওঁ ফটা চাদৰখনৰ আঁচলেৰে চকু দুটা মোহাৰিলে আৰু হাজৰিকাৰ মুখলৈ চাই তেওঁৰ আচৰিত লাগি গ'ল। হাজৰিকায়ো চকুপানী লুকুৱাব পৰা নাই।

হোদোৰ পণ্ডিতে থোকাথুকি মাতেৰে ক'লে, "তুমি কিয় বিমৰিষ হৈছো? আজি মোৰ খুব আনন্দৰ দিন। আজি নিজৰ ছাত্ৰক নিজৰ ভাৰখন দিবলৈ পাই মই যে কিমান সুখী হৈছোঁ!"

হাজৰিকাই ক'লেঁ, "আপুনি নেথাকিলে যে স্কুলখন স্কুল যেনেই নেলাগিব। একুৰি পোন্ধৰ বছৰ আপুনি যিখন স্কুলত ।"

"নেলাগে বাৰু, সেইবোৰ ভাবিব। এতিয়া মাথোঁ স্কুলৰ সুনাম কেনেকৈ হয় তাৰ চেষ্টা কৰা।"

হোদোৰ পণ্ডিতৰ বিদায়-সভা খুব নিমাখিতভাৱে পতা হ'ল। সভাত ল'ৰা-ছোৱালীৰ চলচলীয়া চকু দেখি তেওঁ ভাবিলে— এই একুৰি পোন্ধৰ বছৰ শিক্ষকতা কৰাৰ সাৰ্থকতা আজি হে বিচাৰি পাইছোঁ। ইহঁতৰ শ্ৰদ্ধা আৰু চেনেহৰ গৰাকী হ'ব পৰাটোৱেইহে শিক্ষক জীৱনত ডাঙৰ আত্ম-সন্তুষ্টি। আজিৰ দিনটো সঁচাকৈয়ে তেওঁৰ জীৱনত সাৰ্থক দিন।

চমুৱাগাঁও পাঠশালা স্কুলৰ হেড পণ্ডিত হোদোৰ বৰাই শেষবাৰৰ কাৰণে স্কুলৰ পৰা ওলাই আহিবৰ সময়ত ভেটিটো ছুই সেৱা কৰিলে। তেওঁৰ পিছে পিছে বাকী তিনিজন শিক্ষক আৰু ভালেমান ল'ৰা-ছোৱালীৰ দল। স্কুলৰ আগৰ আলিটোত যেন শোভাযাত্ৰাহে হৈছে। সভাত পিন্ধাই দিয়া ফুলৰ মালাডাল ডিঙিৰ পৰা খহোৱা নাই— ছাত্ৰ-ছাত্ৰীহঁতে বেয়া পায় বুলিয়েই। শিক্ষকসকলে উপহাৰ দিয়া 'শ্ৰীশঙ্কৰ বাক্যামৃত'খন আৰু বিতচকু থোৱা বাকচটো তেওঁৰ লগে লগে চকীদাৰটোৱে লৈ আহিছে। তেওঁৰ হাতত কণ কণ ছাত্ৰ-ছাত্ৰীহঁতৰ মৰমৰ উপহাৰ দুটি— ছাতি এটা আৰু লাখুটি এডাল।

আলিয়েদি প্ৰায় এমাইলমান অহা হ'ল। হোদোৰ পণ্ডিতে ভাবিলে, ইমানতেই মায়া ত্যাগ কৰা ভাল হ'ব।

"মোৰ ঘৰলৈ আৰু ডেৰ মাইল আছেই। তহঁত যাগৈ। ভগৱানে তহঁতক কুশল কৰক। এয়ে মোৰ প্ৰাৰ্থনা। বাটে-পথে দেখা-দেখি হ'লে মাতিবি আকৌ।"

কণ কণ ছাত্ৰ-ছাত্ৰীৰ দল নিমাত। গাত ভেলেকি লগাৰ কাৰণেহে যেন সিহঁতে হোদোৰ পণ্ডিতৰ মুখলৈ চকুৰ পাতি নমৰাকৈ চাই আছে! হোদোৰ পণ্ডিতে সিহঁতৰ নিষ্কলুষ কুমলীয়া মুখত দেখা পাইছে সৰগৰ মাধুৰী। ইহঁতৰ অপাৰ্থিৱ মুখবোৰ চায়েইতো তেওঁ একুৰি পোন্ধৰ বছৰ কটাই দিলে। এদিনো স্কুললৈ আহিবলৈ আমনি নেলাগিল।

তেওঁ সিহঁতৰ ফালে মুখ ঘূৰালে আৰু সিহঁতে উপহাৰ দিয়া লাখুটিডালত ভেজা দি অৱসভাৱে থিয় হ'ল। বিতচকুযোৰ চকুত ভালকৈ মিলাই লৈ সিহঁতলৈ খুব সূক্ষ্মভাৱে চাই ক'লে, "তহঁতৰ লগত এৰা-এৰি হোৱাৰ আগতে এষাৰ কথা কওঁ শুনিবি নে? শুনি কিন্তু চিৰদিনলৈ মনত ৰাখিব লাগিব।"

"কওক মহাশয়।" —কেইবাটাৰো সুৰীয়া মাত।

হোদোৰ পণ্ডিতে খুব অভিভূত হৈ নিজক নিজে কোৱাৰ দৰে ক'লে, "তহঁতক ইমান দিনে যি শিকালোঁ, সকলো সঁচা কথাকে শিকালোঁ। কিন্তু নিজৰ লগত নিমিলা কথা এটা শিকোৱাৰ কাৰণে তহঁতে মোক যাতে মুখত এটা কামত এটা বুলি নেভাব। এই একুৰি পোন্ধৰ বছৰৰ মূৰত আজি কওঁ বুলি ভাবিছোঁ। নহ'লে মই শান্তি নেপাম।"

কি কথা ক'ব পাৰে? কণ কণ ছাত্ৰ-ছাত্ৰীৰ দল শহাকণীয়া হ'ল। চকুত সাঁথৰ এটাৰ উত্তৰটো শুনাৰ আগ্ৰহ। হাজৰিকা আৰু আন দুজন শিক্ষকৰ মনতো অসীম কৌতূহলে খলক তুলিলে। হোদোৰ পণ্ডিতৰ যশ এই অঞ্চলত উপকথাৰ দৰে বিয়পি পৰিছে আৰু এই মাহৰ পৰা ভালেমানে কোৱা-কুই কৰিছে যে তেওঁৰ লগে লগেই এটা যুগ শেষ। এনে শিক্ষক আৰু নহয়ো, নোপজেও। তেওঁ বাৰু কি ভুল শিকাব পাৰে? এই একুৰি পোন্ধৰ বছৰে গড়ে বছৰি অতি কমে দুটাকৈ ধৰিলেও তিনি কুৰিৰ ওপৰ ল'ৰা-ছোৱালীক বৃত্তি দিয়াইছে। তেওঁ হেড্ পণ্ডিত থকা কালতেই আঠবাৰ চমুৱাগাঁও স্কুলৰ ছাত্ৰই জিলাৰ ভিতৰত প্ৰথম হৈ বৃত্তি লাভ কৰিছে। তেওঁৰ সাধাৰণ-জ্ঞান আৰু ভূগোলৰ টোকা আন স্কুলৰ শিক্ষকে নি নিজৰ ছাত্ৰ-ছাত্ৰীক বৃত্তি লোৱাব পাৰিছে। তেওঁৰ তলত যি শিক্ষকে কাম কৰিছিল তেওঁলোকে তেওঁৰ শিক্ষাদানৰ ৰীতি অনুসৰণ কৰি আন ঠাইৰ স্কুলত নাম কৰিছে। এনেস্থলত হোদোৰ পণ্ডিতেনো কি নিজৰ লগত নিমিলা কথা শিকালে?

হাজৰিকা আৰু আন দুজন শিক্ষকৰ— মহন্ত আৰু বৰদলৈৰ— সঁচাকৈয়ে গভীৰ কৌতূহল হ'ল!

হোদোৰ পণ্ডিতে এবাৰ তেওঁলোক তিনিজনলৈ চালে। কণ কণ ছাত্ৰ-ছাত্ৰীৰ দলটোলৈ খুব অসহায়ভাৱে চাই লৈ তলমূৰ কৰিলে আৰু এনেকৈ ক'বলৈ লাগিল যেন তেওঁ অকলে অকলেহে কথা পাতিছে আৰু ওচৰৰ সকলোৰে অস্তিত্ব পাহৰি গৈছে।

"সাধাৰণ-জ্ঞানৰ টোকাত দিছিলোঁ যে সদায় পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থাকিব লাগে। নিকা কানি-কাপোৰ পৰিপাটীকৈ পিন্ধিব লাগে। সদায় প্ৰফুল্ল মনেৰে থাকিব লাগে। কিন্তু মই জানো তেনেকৈ থাকোঁ? আধা-জীৱন লাগ-বান্ধ নোহোৱা কাপোৰ পিন্ধোতেই গ'ল। সদায় জধলা হৈয়ে থাকিলোঁ। পৰিষ্কাৰ হ'বও নোৱাৰিলোঁ। চেষ্টাও বহুতো কৰিলোঁ। এৰা, মই যে নোৱাৰোঁৱেই মোৰ নিচিনা বহুতেই নোৱাৰে। কাৰণ আমি দুখীয়া। আমি প্ৰফুল্ল হৈ থাকিব নোৱাৰোঁ। মন খুলি হাঁহিব নোৱাৰোঁ। নিকা কানি-কাপোৰ পৰিপাটীকৈ পিন্ধিব নোৱাৰোঁ। পৰিষ্কাৰ-পৰিচ্ছন্নতালৈ চকু দিবলৈ আহৰি ক'ত? ভাত-কাপোৰৰ চিন্তা কৰোঁতেই মন জুলুকা লাগে। জেলুকনি বন্ধ যোৱা মনত শেলুৱৈ গজে। নিৰ্মলতাই ঈশ্বৰপৰায়ণতা। সঁচা কথা। নিৰ্মলতাৰ কাৰণেও যে মন এটা লাগে। মানে চাফ-চিকুণ হৈ থাকিলেও যে জীয়া মন এটা লাগে।"

হঠাতে হোদোৰ পণ্ডিত ৰৈ যায়। শিক্ষক তিনিজনে পৰস্পৰৰ মুখলৈ হতভম্ব হৈ চায়। কণ কণ ছাত্ৰ-ছাত্ৰীৰ মুখত বুজি পোৱা-নোপোৱাৰ চেমিকোলন আৰু প্ৰশ্নবোধক চিন।

হোদোৰ পণ্ডিতে লাখুটিডাল ইটো হাতত লয় আৰু কঁকালটো ছাতিৰ নালত ভেজা দি বেছি পোনকৈ থিয় দিবলৈ চেষ্টা কৰে।

"তোমালোকে মোৰ কথা বুজি পোৱা নাই কিজানি। তথাপি মই কওঁ। স্বীকাৰ কৰি লওঁ। নহ'লে মোৰ দোষ হ'ব। মই পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থাকিব নোৱাৰিলোঁ। বা নোৱাৰিম যদিও পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থকাটো মই বৰ পছন কৰোঁ। কিন্তু নিৰ্মলতাই ঈশ্বৰপৰায়ণতা বুলি পাঠ্যপুথিত আছে কাৰণেই মই ঈশ্বৰক ভাল নেপাওঁ? মিছা কথা। আমি, আৰু অভাৱে অৱশ কৰা আৰু বহুতে ঈশ্বৰক ভাল পাওঁ— মনৰ গভীৰ শোকৰ আহুতি দি— ত্যাগেৰে, বিফলতাৰে আৰু দীনতাৰে। এস্, বহুত ক'লোঁ। তোমালোক যোৱাগৈ। বহুত পলম হ'ল।"

কণ কণ ছাত্ৰ-ছাত্ৰীৰ দলে প্ৰণাম জনাই গুচি গ'ল। এৰা-এৰি হোৱাৰ সময়ত হাজৰিকাকো হোদোৰ পণ্ডিতে ক'লে, "এইবাৰ কিন্তু বসন্ত আৰু ডম্বৰুৱে বৃত্তি পাব লাগিব। সিহঁতক ভালকৈ চকু দিবা। আৰু এটা কথা। মনত ৰাখিবা। পুত্ৰাৎ ছাত্ৰাৎ পৰাভৱেৎ। তোমাৰ ছাত্ৰ যদি তোমাতকৈ ডাঙৰ হয়, মানে তোমাক যদি বিদ্যা-বুদ্ধিৰে পৰাজিত কৰে, তাতকৈ আৰু শিক্ষকৰ গৌৰৱৰ বস্তু একো নাই। নহ'লেনো কিহৰ ভাৰসাত এই আঢৈ কুৰিটকীয়া কামটো কৰি থাকিবা?"

কথাটো হাজৰিকাৰ মনত লাগে। হোদোৰ পণ্ডিতৰ ছাত্ৰ কোনোবাটো এতিয়া ইঞ্জিনীয়াৰ হৈছে, অধ্যাপক হৈছে, হাকিম হৈছে। সিহঁত হোদোৰ পণ্ডিতৰো গৌৰৱ, চমুৱাগাঁও অঞ্চলৰো গৌৰৱ।

দিন দহোটা বাজিছে। ৰ'দটো বৰ চোকা। পণ্ডিতে নতুন ছাতিটো মেলি ল'লে। হাজৰিকাহঁতৰ পৰা বিদায় লৈ লাখুটিডাল মাটিত খুন্দিযাই খুন্দিযাই ঘৰৰ ফালে আহি থাকিল। নতুন ছাতিটো আৰু নতুন লাখুটিডাল লৈ তেওঁৰ নিজকে আচহুৱা আচহুৱা লাগিছে। তেওঁ সঁচাকৈয়ে আজিৰ পৰা হোদোৰ পণ্ডিত নহয় নেকি? জীৱনৰ গুৰুত্বপূৰ্ণ অধ্যায এটি আজি শেষ হৈ গ'ল। তেওঁ এটা দীঘল হুমুনিযাহ কাঢিলে। নিজৰ গাটো ভৰিৰ পৰা বুকুলৈকে এবাৰ চালে। গাটো আগফালে ভালেমান হালিছে। হাত আৰু ভৰিৰ সিৰবোৰ জকজককৈ ওলাইছে। যেন একোডাল কেঁচুহে। ছাতিটো আৰু লাখুটিডাল দেহাটোৰ লগত খাপ নেখায। আন এটা মানুহৰ কথা ভবাদি তেওঁ বাটছোৱা ভাবি যায—তেওঁক আজিৰ পৰা মানুহে হোদোৰ পণ্ডিত বুলি উল্লেখ কৰিব নে নাদুৰামৰ বাপেক হোদোৰ বৰা বুলি উল্লেখ কৰিব? ধুনীয়া লাখুটিডাল আৰু নতুন ছাতিটোৰে তেওঁক হোদোৰ পণ্ডিত যেন নেলাগে নেকি? নে ডাইৰেক্টৰী পঞ্জিকাত থকা পুথি-পাঁজি লোৱা পণ্ডিতটোৰ দৰে দেখি?

হোদোৰ পণ্ডিতে ৰাতিপুৱাই আগদিনাৰ ব্যস্ততাৰে কাপোৰ-সাজ পিন্ধি ল'লে। আগৰ অভ্যাস মতেই পঞ্জাৱী-চোলাটোৰ জেপত বিত-চকু থোৱা পুৰণি বাকচটো ভৰাই ল'লে। ইটো জেপত তামোল চাৰিখনমান ভৰালে। পামশুযোৰৰ গজাল কেইটামান ওপৰলৈ উঠি আহিছে। ভৰি বিন্ধে। কাঠৰ চলি এডোখৰেৰে গজালকেইটা টঙনিযাই সমান কৰি ল'লে। আগৰ অভ্যাসমতেই টেবুললৈ চাইহে বুকুখন চিৰিং কৰি গ'ল। তেতিয়াহে তেওঁৰ গালৈ চেতন আহিল। তেওঁ এইবোৰ কি কৰিছে! আজিতো টেবুল-ঘড়ীটো তেওঁৰ লগত নাই। কালি নতুন হেড-পণ্ডিতক শোধাই দিয়া হ'ল। তেওঁৰ বৰ দুখো লাগিল আৰু লাজো পালে। অনেক বছৰৰ অভ্যাসটো তেওঁ আজিও এৰিব পৰা নাই। তেওঁ যে আজি স্কুললৈ যাব নেলাগে, তেওঁ জানে, কিন্তু অভ্যাসটোৱেহে স্বীকাৰ নকৰে। আজিৰ পৰা তেওঁৰ অনন্ত সময়। ধৰা-বন্ধা নিয়মত আৰু চলিব নেলাগে। তেওঁ মুক্ত। ইয়াকে ভাবি তেওঁ সান্ত্বনা লয়।

আখলৰ ওচৰৰ পৰা ঘৈণীয়েক বোধেশ্বৰীয়ে মাত লগালে, "এতিয়াই, চৰায়ে টোপ এটা লোৱাৰ সময় নৌহওঁতেই, ক'লৈ খৰধৰ কৰিছে?"

হোদোৰ পণ্ডিতে নিজস্ব দুৰ্বলতা ঢাকিবলৈকে এনেয়ে ক'লে, "এতিয়াই সুবোধ মহৰীক লগ নধৰিলে, পলম হ'লে আৰু তেওঁক লগ পোৱা টান। কেইকুৰিমান সৰণ-খেৰৰ দৰ-দাম কৰিব লাগিব। তেওঁ হেনো সস্তাত বেচিছে। ঘৰটো তেনেই উকখিল। খৰালিতে দুটামান গোঁজ নেমাৰিলে বাৰিষা উপায় নোহোৱা হ'ব।"

"হওক তেও, ইমান দিনৰ মূৰত যে মতি-গতি ভাললৈ আহিছে! মই ভাবিছিলোঁ, ৰাতিপুৱাই মোক তামোল কাটি দিবলৈ তৰ্দ্ধনি বাজ কৰিলে কিয়? অ' এটা কথা। গণক বাপুৰ তালৈকো যাবচোন। পৰহিৰে পৰা মোৰ আকৌ মূৰত বায়ুৱে উক্ দিছে। পাৰিলে তেখেতৰ পৰা জৰোৱা পানী এচুঙা লৈ আহিব।"

"বাৰু।"

হোদোৰ পণ্ডিত গাঁৱৰ ফালে ওলাই গ'ল। সুবোধ মহৰীক নেপালে। তেওঁ কালিয়েই ভোমোৰাগুৰিলৈ গ'ল। ৰাতি নাহিল। গণক বাপুৰ পৰা পানী এচুঙা জৰাইহে ঘৰলৈ আনিলে আৰু ঘৈণীযেকক ক'লে, "ইযাৰে এচলু মূৰত ল'ব লাগিব আৰু ইখিনি খাব লাগিব।"

ঘৈণীযেক বোধেশ্বৰীয়ে হাতৰ তলুৱা দুখন কাপোৰত মোহাৰি আগ্ৰহেৰে পানীৰ চুঙাটো ল'লে।

"অ' হেৰি নহয়, ক'বলৈকে পাহৰিছিলোঁ। আপুনি যোৱাৰ পিছত গনীয়াইঁত আহিছিল। আপোনাক আবেলিকৈ মেললৈ মাতিছে।"

"সিহঁতৰনো কি হ'ল?"

"কথা গহীনেই। গনীয়াৰ পুতেকক হেনো ৰূপেশ্বৰ সাতোলাই অকাৰণতে কোবাই বুৰুলা-বুৰুলি কৰিলে।"

"হয় নেকি? নেযাওঁ দিয়া। এইবাহৰ মেল সুধি সুধি আৰু ৰক্ষা নোপোৱা হৈছোঁ। বুঢ়া বুঢ়া মানুহবোৰো দিনে দিনে অসুৰ হৈ গৈছে। সিও গনীয়াৰ পুতেক কম জানো? লোকৰ গাভিনী গৰুজনীৰ পেটতনো কোৰৰ গাদিৰে মৰিয়াব লাগে নে?"

"এৰা, মযো নোযোৱাটোৱেই ভাল দেখোঁ। সিহঁত খোৱা-কামোৰা কৰি মৰক। আমাৰনো কি আলেকৰ-পালেক?"

কিন্তু আজিৰ হোদোৰ পণ্ডিতে মেল-মিটিং নুসুধি, ভাওনা-সবাহে নুঘূৰি সময় কটাব কেনেকৈ? আজিৰ দিনটোৱেই নাযায়-নুপুৱায় লাগিছে। পুতেক নাদুৰামক পথাৰত সহায় কৰিবলৈকো দেহৰ বল-শকতি হৰিল। অলপ সময় ৰ'দত থাকিলেই চকুৰে ধোঁৱা-কোঁৱা দেখে। নাদুৰামৰ কাৰণে হোদোৰ পণ্ডিতৰ সদায় দুখ। পণ্ডিতৰ ল'ৰা হৈ সি হাইস্কুলখনকে পাছ কৰিব নোৱাৰিলে। সি পঢ়াত দগধা হৈ স্কুল এৰাহেঁতেনো তেওঁৰ বেছি দুখ নেলাগিলহেঁতেন। পঢ়ুৱাবলৈ উপায় নোহোৱাতহে সি স্কুল এৰিবলগীয়া হ'ল। তাৰ কাৰণে বাপেকহে দোষী। এতিয়া সি 'ক'ৰ চুকটো চিনি নোপোৱা ৰঙাই মেধিৰ ল'ৰাকেইটাৰ দৰেই দগধা হালোৱা। পিছে আঢৈ বিঘা মাটিত খেতি কৰিনো সি নিছলা ঘৰখনৰ মোট সলাব কেনেকৈ পাৰিব? খেতিৰ ধানেৰে সাতোটা প্ৰাণীৰ একোপধ্যে পেট পোহ নেযায়।

ভেকুলীৰ পিঠিত নোম নগজে
শেলুবৈৰ ওপৰত ৰ'দ নিজিলিকে।
বাম পানীত ভেট কলি নুফুলে।

হোদোৰ পণ্ডিতে কালিতকৈও দীঘল হুমুনিয়াহ এটা কাঢ়ি হাত দুখন মূৰৰ ওপৰত থৈ অকালতে আলৰ বুঢ়ী হোৱা বোধেশ্বৰীলৈ চাই ৰয়।

"আপুনি এফালে ফুৰিবলৈ যাওক। আন ঠাই দেখি-শুনি আহিলে তেও মনটো ফৰকাল লাগিব।" —বোধেশ্বৰীৰ মাতটো গধুৰ।

"ক'লৈ যাম? চিৰদিন চুক্-ভেকোলা হৈয়ে থাকিলোঁ।" জীৱনৰ ভুল বিচাৰি পোৱা নাৱৰীযাইহে যেন অসহনীয় সন্ধিয়া অসমৰ্থ কণ্ঠেৰে ভাটিয়ালীৰ সুৰ টানিবলৈ চেষ্টা কৰিছে।

"কিয়? আমাৰ কি মিতিৰ-কুটুম নোহোৱা হৈছে? গৌৰী আৰু জয়মতীৰ তালৈকো যাব পাৰে দেখোন! জোঁৱাইহঁতো আজি চাৰি মাহ অহা নাই! কিবা অথন্তৰ হ'বলা।"

"এৰা, কথাটো মইহে আগতে ভাবিব লাগিছিল। এতিয়া সিহঁতৰ তালৈ গ'লে আৰু আগৰ দৰে লৰালৰিকৈ গুচি আহিব নেলাগে।"

গৌৰীক দিছে চাঁবুকধৰাত, জয়মতীক দিছে ঘাঁহীত। জোঁৱাই দুটাৰ ঘৰতো ৰস-জীপ আছে।

হোদোৰ মাষ্টৰে খুব সোনকালে সিদ্ধান্ত কৰি পেলায় যে তেওঁ পোনতে গৌৰীৰ ঘৰত ছয়-সাত দিন থাকিব আৰু তাৰ পিছত হাতীগড়ৰ বাছেৰে জয়মতীৰ ঘৰ ওলাবগৈ। নাতিকেইটা দেখিলেও তেওঁৰ মনটো ভাল লাগিব।

পিছদিনা যাবলৈ সকলো জা-যোগাৰ কৰাৰ পিছতো হোদোৰ পণ্ডিতৰ ক'লৈকো যোৱা নহ'ল।

ৰাতিপুৱাই ওলালহি ভকতৰাম ঠিকাদাৰ আৰু চহৰৰ বিখ্যাত উকীল ভবেন বৰুৱা। তেওঁলোকে তেওঁৰ বহুত প্ৰশংসা কৰিলে। হঠাৎ দুখীয়া শিক্ষকৰ প্ৰতি ভবেন বৰুৱাৰ দৰে মানুহ কিয় সদয় হৈছে, হোদোৰ পণ্ডিতে একো বুজিব নোৱাৰিলে। ভবেন বৰুৱা সঁচাকৈয়ে বৰ প্ৰতাপী মানুহ। দেশখনতে নামজলা। যোৱাবাৰ কপালৰ দোষত ভোটত হাৰিলেও আগৰ ক্ষমতা সম্পূৰ্ণ আছে। এইবাৰ কিন্তু মেম্বৰ হ'ব পাৰিলে তেওঁ জৰুৰ মন্ত্ৰী হ'ব। ভকতৰামনো কাৰ যহত বৰ মানুহ হৈছে? সি আগতে ৰবাব-টেঙাৰ বেপাৰীহে আছিল। এতিয়া আকৌ প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ। অট্টালিকা যেন ঘৰ সাজিছে। জীপ গাড়ীতহে উঠি ফুৰে। এয়া সকলো ভবেন বৰুৱাৰে কীৰ্তি।

ভবেন বৰুৱাই পণ্ডিতক ক'লে যে এই অঞ্চলত তেওঁৰ দৰে মানুহ নাই কাৰণে তেওঁ এইবাৰ গাঁও পঞ্চায়তৰ সভাপতি উঠিব লাগে। পৰহিলৈ মনোনয়ন-পত্ৰ দাখিল কৰাৰ শেষ তাৰিখ। হোদোৰ পণ্ডিতে কোনোপধ্যে তেনে কামলৈ আগবাঢ়িবলৈ সাহ নকৰিলে। বৰুৱাক কথা দিব নোৱাৰিলে। কিন্তু অলপ পৰৰ পিছতে উকীলৰ বাক-চাতুৰীত তেওঁ ভোল গ'ল।

হোদোৰ পণ্ডিতৰ মনত বিজুলী জিলিকিল! সকলো হতাশ ভাব নাইকিয়া হ'ল। তেওঁ যদি পঞ্চায়তৰ সভাপতি হয়, সঁচাকৈয়ে বৰ ভাল হ'ব। এনেয়েও তেওঁলোকৰ জগৰ মাৰি ফুৰা মানুহ! পঞ্চায়তৰ সভাপতি কামো বোলে তেনেকুৱাই। ক্ষমতাও বহুত বেছি। গাঁও পঞ্চায়তৰ সভাপতিৰ কলমৰ জোৰ বৰ বেছি। হাকিমৰ সমানেই। তদুপৰি আলি বন্ধোৱা, মথাউৰি বন্ধোৱা, হস্পিতাল

সজোৱা আদি কামো পঞ্চায়তৰ ওপৰতেই। গতিকে ইয়াৰ সভাপতি হোৱা মানে দেশ-সেৱা কৰাও। এনেকৈয়ে তেওঁ সময় কটাব পাৰিব। জীৱনলৈ বৈচিত্ৰ্য আহিব! তেওঁৰেই কপাল ভাল! পেঞ্চন নোপোৱাহেঁতেন যে তেওঁ সভাপতি হোৱাৰ কথা সপোনতো ভাবিব নোৱাৰিলেহেঁতেন। ভবেন উকীলে কৈছিল, "এতিয়া আপুনি মুকলি-মূৰীয়া মানুহ! এইখন দেশত আপোনাৰ যিমান স্বত্ব, ইন্দিৰা গান্ধীৰো সিমান স্বত্ব। আজিৰ দিনত ৰাইজেই ৰজা।"

ভবেন উকীলে সময় বুজিয়েই কথাটো ক'লে। ৰাইজেনো তেওঁক ভোট নিদিব নে? নিশ্চয় দিব।

হোদোৰ পণ্ডিতে পিছদিনা চহৰলৈ গৈ ভবেন উকীলক নিজৰ মনোভাব জনালে আৰু মনোনয়ন-পত্ৰ দাখিল কৰিলে।

ভকতৰাম ঠিকাদাৰৰহে মনৰ খু-দুৱনি নমৰিল। তেওঁৰহে সভাপতি হোৱাৰ ইচ্ছা আছিল। কিন্তু ভবেন বৰুৱাই পণ্ডিতক বাছি ল'লে যেতিয়া কি উপায়? তেখেতে যি কয় তাকে কৰিব লাগিব। কিন্তু হোদোৰ পণ্ডিতক বাছি ল'লে কিয়? হোদোৰ পণ্ডিতে সভাপতি হোৱাৰ ইচ্ছা প্ৰকাশ কৰিলত ভবেন বৰুৱাই ভকতৰাম, মনু আৰু চম্পকক মাতি পঠালে আৰু তেওঁলোকক এই নিৰ্বাচনৰ কামত সহায় কৰিবলৈ নিৰ্দেশ দিলে। তেওঁ কথা দিলে যে ইয়াৰ বাবে সকলো খৰচ তেওঁ নিজে দিব। হোদোৰ পণ্ডিত পঞ্চায়তৰ সভাপতি হ'লেহে তেওঁ সাধাৰণ নিৰ্বাচনত জয়লাভ কৰিব পাৰিব। তাৰ কাৰণটো কিন্তু ভকতৰামহঁতক ভাঙি নক'লে। ভকতৰাম বাকী দুজনৰ তুলনাত চতুৰ। তেওঁৰ বৰ কৌতূহল হ'ল।

তেওঁ সেহা-বেঙাকৈ বৰুৱাক সুধিলে, "ছাৰ, হোদোৰ পণ্ডিত জিকিলেনো আপোনাৰ কি লাভ হ'ব?"

বৰুৱাই মিচিকিয়াই হাঁহি ক'লে, "তুমি দেখিছোঁ এতিয়াও পলিটিক্স কি বস্তু বুজি নেপালা। যোৱাবাৰ মই হাৰিলোঁ কেৱল চমুৱাগাঁও কিচামতৰ কাৰণেই। তাত ভোট নোপোৱাৰ কাৰণটো এইকেইবছৰ 'ষ্টাডি' কৰিলোঁ। এতিয়া ভাবিছোঁ, হোদোৰ পণ্ডিতক যদি সভাপতি কৰিব পাৰোঁ, মই নিশ্চিন্ত। মানুহটো পাঠশালা স্কুলৰ পণ্ডিত হ'ব পাৰে, কিন্তু আটাইবোৰ মানুহে তেওঁক দেৱতা যেন দেখে! তেওঁৰ এষাৰ কথা মাৰোৱাৰীৰ এজাপ নোটতকৈ বেছি মূল্যবান হ'ব বুলি ভাবোঁ। সভাপতি হ'লেতো তেওঁ মোৰ হকে ক'বই!"

ভকতৰামৰ সন্দেহ দূৰ হ'ল। এয়ে তেনেহ'লে ভবেন বৰুৱাৰ নিৰ্বাচন যুঁজৰ প্ৰথম পৰ্যায়।

গাঁৱৰ ডাঙৰ ডাঙৰ গছত আৰু দোকানৰ বেৰত নিৰ্বাচনৰ বিজ্ঞাপন। গাঁওখন হঠাতে সজীৱ হৈ উঠিছে। চহৰত এশ্ৰেণী-দুশ্ৰেণী পঢ়া আধা-কেঁচেলুৱা ল'ৰাবোৰে এইবোৰকে আলোচনা কৰি আৰু কাৰোবাৰ দলৰ ভুক্ত হৈ সময় কটাবৰ সুচল এটা পাইছে। চাহ বাগিচাৰ পৰা খেদা খোৱা মহৰী, পেঞ্চন পোৱা টেকেলা-মহৰী আৰু কাম নকৰি বাহিৰত বৰ-চুৰিয়াৰ ফেৰ দেখুওৱা উতনুৱা ডেকাবোৰে নিজৰ ব্যস্ততা আৰু প্ৰাধান্য দেখুওৱাৰ সুবিধা লৈছে। পঞ্চায়ত নিৰ্বাচনৰ আগৰ গাঁও সঁচাকৈয়ে স্পন্দনময়। আগেয়ে একগোট হৈ থকা পৰিয়ালবোৰ এতিয়া দলাদলি হৈছে। কোনোবা প্ৰাৰ্থী ৰাইজৰ মুখত দেৱতা যেন হৈ পৰিছে আৰু কোনোবাজনৰ সকলো ব্যক্তিগত দোষ বেছিকৈ প্ৰচাৰ হৈছে।

হোদোৰ পণ্ডিতে ঘৰে ঘৰে গৈ তামোল-ছালি খাই গাঁৱৰ আলি-পদূলি ভাল কৰাৰ কথা কৈছে। তেওঁৰ দিনটোত অকণো শান্তি নাই। তেওঁৰ লগত আছে ভকতৰাম ঠিকাদাৰ, মনু আৰু চম্পক।

সিহঁতে হোদোৰ পণ্ডিতৰ কাৰণে মুঠিয়ে মুঠিয়ে টকা ভাঙিছে। সকলো ভবেন বৰুৱাৰ টকা। চুবুৰিয়ে চুবুৰিয়ে একোটাকৈ ল'ৰাক পণ্ডিতৰ কাৰণে 'কেনভাছ' কৰিবলৈ ভাৰ দিছে। এইফালৰ পৰা হোদোৰ পণ্ডিতে একো কৰা নাই বুলিয়েই ক'ব পাৰি। ভবেন বৰুৱাও মাজে মাজে আহে।

চমুৱা কিচামতত ছয়খন গাঁও। সভাপতি লাগে এজন। উঠিছে চাৰিজন মানুহ। ঔগুৰিৰ গিৰিকান্ত, গোসাঁইবৰিৰ নালীয়া আৰু চৈয়দপুৰৰ বদ্ৰুল, চমুৱাৰ হোদোৰ পণ্ডিত।

শেষ পৰ্যন্ত দেখা গ'ল যে আচল প্ৰতিদ্বন্দ্বিতা হ'ব হোদোৰ পণ্ডিত আৰু গিৰিকান্তৰ মাজতহে। হোদোৰ পণ্ডিতে খুব উৎসাহেৰে নিজৰ হৈ খাটিছে যদিও এটা কথাত বৰ দুখ। তেওঁক মানুহে ইমান মানে, অথচ এজন সভাপতিৰ কাৰণে চাৰিজন মানুহ উঠিল কিয়? তেওঁৰ প্ৰতি মানুহৰ শ্ৰদ্ধা-ভক্তি তেনেহ'লে অন্তৰৰ নহয়?

তেওঁ ক'ৰবাৰ পৰা শুনিলে যে গোসাঁইবৰিৰ নালীয়াই তেওঁৰ বিৰুদ্ধে বহুত কিবাকিবি কৈ ফুৰিছে। সি কৈছে 'হোদোৰ পণ্ডিতৰ জানো নিজত্ব আছে? তেওঁ ভবেন বৰুৱাৰ পুতলা। গোটেই জীৱন পণ্ডিত হৈ ডি আই,— ইন্সপেক্টৰক চালাম দিওঁতেই গ'ল। এতিয়া আকৌ পেঞ্চন পাই একো কৰিবলৈ নাই কাৰণে সভাপতি হ'বলৈ বিচাৰিছে। বুঢ়া কম সিয়ান নহয। ভাবিছে চাগে— মিতিৰো ৰওক, চাউলো সিজক।'

হোদোৰ পণ্ডিতে তেওঁৰ বিৰুদ্ধে কোৱা কথাকেইটা ভালকৈ ভাবি-চিন্তি চালে। সঁচাকৈয়ে তেওঁ এনেকুৱা। এতিযাহে তেওঁৰ ভাব হৈছে— তেওঁকনো ভবেন বৰুৱাই সভাপতি হ'বলৈ জোৰ দিলে কিয়? ইমান দিনে কথাটো তেওঁৰ মগজলৈ অহা নাছিল। কিন্তু পিছদিনা ভবেন বৰুৱা আহিলত তেওঁ মনৰ কথা ক'লে। বৰুৱাই হাঁহি হাঁহি ক'লে—"বুইছে পণ্ডিত, এই অঞ্চলৰে পৰা এম এল এ হ'ব লাগিব যেতিযা ইয়াৰ সকলো ব্যৱস্থা, ভাল-বেয়া আদি এতিয়াৰ পৰাই চকু দিয়া উচিত। পঞ্চায়তৰ সভাপতিৰ ওপৰতে বহুত কথা নিৰ্ভৰ কৰে। ভাবিলোঁ, এই অঞ্চলত আপোনাৰ বাহিৰে আৰু উপযুক্ত মানুহ নাই আৰু আপোনাক মানুহে ভালো পায়।"

"তেনেহ'লে আৰু তিনিটা মানুহ উঠিল কিয়?"

"এইবোৰ বহুত কথা। দুজন দলৰ স্বাৰ্থত উঠিছে। গিৰিকান্ত কমিউনিষ্ট পাৰ্টিৰ। নালীয়াক প্ৰজা ছ'চিয়েলিষ্টে 'বেক' কৰিছে। মুছলমানৰ ভোটখিনি ভাগ ভাগ হৈ যাওক বুলি বদ্ৰুলক ময়ে উঠাইছোঁ। অৱশ্যে ইহঁতে উঠিছে যদিও আপোনাৰ প্ৰতি কোনো বিদ্বেষ বা অশ্ৰদ্ধা নাই।"

হোদোৰ পণ্ডিতৰ মনটো অলপ শান্ত হ'ল। নিৰ্বাচনলৈ আৰু দুদিন বাকী। এতিয়া ধীৰে-সুস্থিৰে কাম কৰিব লাগিব। তেওঁৰ দেহা উৱলি গৈছে। পিন্তয়ো উক্ দিছে। পঞ্জাবী চোলাৰ জেপত চ'দাৰ টোপোলাটো লৈ এজেৰা এজেৰা খাই পিন্তটো আংশিকভাৱে দমাইছে আৰু ঘৰে ঘৰে ঘুৰিছে। তেওঁ দেহলৈ চোৱা নাই—। আৰাম কৰাৰ কথা পাহৰি গৈছে। প্ৰতিদ্বন্দ্বিতাৰ ভাবে তেওঁক মতলীয়া কৰিছে। জীৱনৰ শেষ অধ্যায়ত ভাবি পাইছে যে প্ৰতিদ্বন্দ্বিতাত বিজিত হোৱাৰ এটা সুকীয়া গৰ্ব আছে।

সেইদিনা গধূলিহে তেওঁক ঘৈণীয়েক বোধেশ্বৰীয়ে অবাক কৰিলে। পণ্ডিতে এইবোৰ ভোট পোৱা জঞ্জালত লগাৰ কাৰণে বোধেশ্বৰীয়ে পূৰ্বৰে পৰা ভাল পোৱা নাই। সেই কাৰণেই খুব খং ভাবেৰেই ক'লে, "আপুনিও ভাল শিং ভাহি বাছুৰু হ'ব খুজিছে?"

"কিনো হ'ল? মই কিবা সভাপতি হোৱাৰ উপযুক্ত নহয় নেকি? তুমি তেনেহ'লে চেঙেলীয়া

ল'ৰা এটা সভাপতি হ'লেহে ভাল পাবা?"

"মই সেইবোৰ নুবুজোঁ। আপুনি সভাপতি নোহোৱা কাৰণে জানো ইমান দিন গাঁওখন ডুব গৈ আছিল। ইয়াকে বোলে বুঢ়া বয়সত ভীম-ৰতি।"

"তুমি ইমান খং খাইছা কিয়?"

বোধেশ্বৰীয়ে কওঁ-নকওঁকৈ কিবা এটা ক'বলৈগৈ ৰৈ যায়। তেওঁক এই দুদিন বায়ুৱে বৰ দিগ দিছে। মূৰটো ভৌ ভৌ কৰে জ্বলি থাকে। কথা ক'বলৈকে জিভাখন লৰিব নোখোজে। এই সপ্তাহ গিৰীয়েকক বা-বদ্‌নামবোৰ চাৰিওফালে শুনাৰ কাৰণে মনৰ অৱস্থাও বৰ বেযা।

"আপুনি বাৰু ইমান বা-বদ্‌নাম মূৰত লৈ কি সাহসেৰে সভাপতি হ'ব?"

হোদোৰ পণ্ডিতে আচৰিত হৈ সুধিলে, "মোৰনো কি বা-বদ্‌নাম শুনিলা? যোগ্যতা থাকিলে মই ভোট পাম। স্বাধীন দেশত মই পণ্ডিত মানুহ যদিও সভাপতি হ'বলৈ স্বত্ব আছে।"

"উকীলৰ দৰে বক্তৃতা দিলেই হ'ল নে?" বুলি বোধেশ্বৰীয়ে চাদৰৰ আঁচলেৰে চকুলো টুকিলে। হোদোৰ পণ্ডিত হতভম্ব হৈ গ'ল। তেওঁ ভালেমান পৰ নিমাতে ৰ'ল। বোধেশ্বৰী ওচৰৰে পীৰা এখনত বহিল আৰু লাহে লাহে ক'লে, "আপুনি যে এইকেইদিনৰ ভিতৰতে কি মানুহটো কি হৈ পৰিল। একেবাৰে আকাশ-পাতাল প্ৰভেদ। গোসাঁইবৰিৰ নালীযাইঁতে কৈ ফুৰিছে— আপুনি বোলে ভোট পাবলৈকে চৈয়দপুৰৰ মছজিদত নামাজ পঢ়োঁতে আঁঠু লৈছিল।"

"এইবোৰ গোকাট মিছা কথা—। আৰু কি কৈছে?"

"ঔগুৰিৰ দুটামান মানুহে কৈছে বোলে আমি হেনো বামুণ মানুহ দেখিবই নোৱাৰোঁ। বিয়া আৰু কৰমতো হেনো বামুণ নলগাবলৈ কৈ ফুৰো।"

"এইটো যে দেখ দেখ মিছা কথা, গম পাইছাই। মযো আৰু দুটামান কথা শুনিছোঁ। যুঁজিছোঁ যেতিয়া শত্ৰুৱে অনেক কথা ক'বই।"

"কিন্তু ইমান দিন যে আমাৰ কোনো শত্ৰু নাছিল। বেছ সুখে-শান্তিৰেই আছিলোঁ। আজি ৰাতি কিন্তু আপুনি ভোট বিচাৰি যাব নোৱাৰে। মোৰে শপত, নাদুৰামৰ শপত। ঘূৰি ঘূৰি আপুনি লেজুডালৰ দৰে হৈ পৰিছে।"

"বাৰু, তুমি যোৱা, ভাত বাঢ়াগৈ।"

ভাত খাই লোৱাৰ পিছত চম্পক আৰু ভকতৰাম আহিছিল। সিহঁতে এটা চমক লগা ঘটনা ক'লে। গাঁৱৰ মূৰত হেনো এখন কাজিয়া হৈ গ'ল। কাজিয়াখন চমুৱা আৰু গোসাঁইবৰিৰ মানুহৰ মাজত। দুটামান জখমো হ'ল।

"এইবোৰ ভাল ভেঁকো-ভাওনা হৈছে।" —হোদোৰ পণ্ডিতে হতাশ হৈ ক'লে।

"আমাৰ কিন্তু একো ভয় নাই। কাজিয়াখন হৈছে বদ্ৰুল আৰু নালীয়াৰ দলৰ মাজত।"

"তেনেহ'লে আমি কাজিযা কৰাবলৈকে ভোটত উঠিছোঁ?" —পণ্ডিতে এইবাৰ দুখেৰে ক'লে।

"ইমান হতাশ হৈছে কিয়?" —চম্পকৰ মাতত সান্ত্বনাৰ সুৰ।

ভকতৰামে ক'লে, "এৰক এইবোৰ চিন্তা। আমি যে জিকিম, তাৰ দেখ দেখ প্ৰমাণ পাইছোঁ। এতিয়া ব'লক।"

"যাব নোৱাৰোঁ। মই খুব দুৰ্বল। বুকুখন ধৰফৰাই আছে।"

"এতিয়া সেয়াহে হ'ল? মুৰকৰ পৰত আপুনিহে দেখোন মূৰ পোলোকা দিবলৈ খুজিছে।"

হোদোৰ পণ্ডিতৰ বহাৰ পৰা উঠাৰ কোনো লক্ষণ দেখা নগ'ল।

"আপুনি তেনেহ'লে নেযাব নেকি?" —চম্পক আৰু ভকতৰামে একেলগে সুধিলে।

"নোৱাৰে যাব। মই মানা কৰিছোঁ।" —ভিতৰৰ পৰা বোধেশ্বৰীয়ে টান সুৰেৰে সমিধান দিলে। হোদোৰ পণ্ডিতে খুব গহীন হৈ ক'লে, "ভকতৰাম, তোমালোকক মই খুব বেয়া পাইছোঁ। তোমালোকে মোৰ লগতো ঠিকাদাৰী বুদ্ধি খটুৱাইছা।"

"আমিনো কি কৰিলোঁ? আপোনাৰ কাৰণেই যে ইমানকৈ খাটিছোঁ।" —ভকতৰামে নিৰাশ নহৈ মাত লগালে।

পণ্ডিতে সিহঁতৰ মুখলৈ নোচোৱাকৈ ক'লে, "গোসাঁইবৰিৰ সনৎ, বলুকা আৰু মাধৱহঁত মোৰে ছাত্ৰ আছিল। চৈয়দপুৰৰ হাচমৎ, আক্ৰাম আৰু ইলিয়াচহঁতো। এতিযা সিহঁতৰ মাজত হাই-কাজিয়া লগাটো মই পণ্ডিত হৈ সহিব পৰা নাই। মই জানো যে এই কাজিয়া তোমালোকেই লগাইছা আৰু এই কাজিয়া লাগিছে মোৰ কাৰণেই।"

"এইবোৰ আপুনি ক'ৰ পৰা শুনিলে? ভোটৰ সময়ত যাৰ-তাৰ কথা বিশ্বাস কৰে কিয?" —চম্পকে ক'লে।

পণ্ডিতে খঙেৰেই ক'লে, "কাৰো পৰা শুনা নাই। মই নিজেই গম পাইছোঁ। তোমালোকে ভাবিছা, মই হোলাৰ ভাই মোলা। অতি আচৰিত কথা যে তোমালোকৰ দৰে মানুহে সৎ মানুহৰ বুদ্ধি আছে বুলি নেভাবা। ভোদা মানুহেই সৎ হৈছে বুলি ভাবা। তথাপি আন এটা কথাতহে বেছি দুখ পাইছোঁ। মণিৰাম, চন্দন আৰু বৰখাহঁতে মোৰ কাৰণে কেনভাছ কৰাত মই বেযা পোৱা নাই। সিহঁতো মোৰ ছাত্ৰ আছিল। কিন্তু সিহঁতৰ কাৰণে উকীলে ডেৰ শ টকা মদ খাবলৈ দিছে কিয? মোৰ ছাত্ৰই মোৰ কাৰণে কাম কৰি মদ খাব আৰু মই সহি থাকিম?"

চম্পক আৰু ভকতৰামে এইবাৰ একো নেমাতিলে। ভকতৰামে ভাবিলে —ইহঁত এওঁৰ ছাত্ৰ আছিল দহ বছৰৰ আগতে। এতিযাও সিহঁতে মদ নেখাই, চুৰট নুহুপি পানী-কেঁচুৱা হৈ আছে? পণ্ডিতৰ মগজত একো নাই। বুজা শক্তি লোপ পাইছে।

পণ্ডিতক অঁকৰা বুলি সিদ্ধান্ত কৰি ভকতৰাম আৰু চম্পক জীপ চলাই ভবেন বৰুৱাৰ ওচৰ পালেগৈ। বৰুৱাই দুমাইল আঁতৰৰ ইন্সপেকচন বাঙলোত ঘাটি পাতিছে। তেওঁলোকে বৰুৱাক সকলো কথা ক'লেগৈ। বৰুৱাই মাথোঁ ক'লে, "হতাশ হ'বৰ কাৰণ নাই। কাইলৈ ৰাতিপুৱা-বেলা তেওঁক এপাক জীপত ঘূৰাই মানুহক দেখুৱালেই ঠিক হৈ যাব। মানুহটোক কিন্তু কিছুমান মানুহে বৰ ভাল পায় দেই। নালীয়া আৰু গিৰিকান্ত বৰ ষ্ট্ৰং মানুহ কাৰণেহে টুৱাণ্টি পাৰ্চেণ্টমান ভোট আমি নেপাম। ইয়াত ঘূৰি যি বুজিলোঁ, কিছুমান মানুহৰ মনত পণ্ডিত দেৱতাৰ দৰে। I am astonished to find that such a man can exist in our time"

বৰুৱাই দিয়া চিঠিখন ভকতৰামে ড্ৰাইভাৰটোৰ হতুৱাইহে পণ্ডিতক দিয়ালে। উকীলে কিন্তু চিঠিখনতেই নিৰ্ভৰ কৰি নেথাকিল। ৰাতি নটাত পণ্ডিতৰ ঘৰ পালেহি আৰু বহুতপৰ বুজালে। তেওঁ সকলো কথা মিছাকৈ ওলাইছে বুলি যুক্তি থকা মিছা কথাৰে সঁচাটোক পিছ হোঁহকাই পঠিয়ালে। তেওঁ এটা কথা বাৰে বাৰে পণ্ডিতক ক'লে যে কাইলৈ যদি পণ্ডিত সভাপতি হ'ব নোৱাৰে, তেনেহ'লে

ইয়াতকৈ ডাঙৰ অপমান একো হ'ব নোৱাৰে, ইমান দিনৰ খোচনাম সকলো অথলে যাব।

হোদোৰ পণ্ডিতে কাইলৈ ৰাতিপুৱাৰ পৰা দুপৰীয়া এঘাৰ বজালৈ তেওঁলোকৰ লগত গাঁওকেইখন ঘূৰিব বুলি শেষত সন্মতি দিলে।

বৃহস্পতিবাৰ। আকাশ ফৰকাল। পঞ্চায়তৰ নিৰ্বাচন হ'ব ঔগুৰি মাইনৰ স্কুলৰ চৌহদত — দিনৰ বাৰটাৰ পৰা। প্ৰিজাইডিং অফিচাৰে স্কুলৰ চৌহদত লগৰ মানুহখিনিৰে সৈতে বাঁহ পুতি, ৰছী তৰি বাকৰিখন ভাগ ভাগ কৰিছে। কাৰণ এইটো নিৰ্বাচনত 'বেলট পেপাৰো' নেলাগে, বাকচো নেলাগে। দেখাদেখিকৈ সকলো হয়। যিবোৰ মানুহে যাক ভোট দিব, সেইবোৰ মানুহে সেইটো মানুহৰ কাৰণে প্ৰস্তুত ৰছীৰে আগুৰা গঁৰালত সোমাব লাগিব। এইদৰে প্ৰতিদ্বন্দ্বী প্ৰত্যেকৰে গঁৰালত সোমোৱা মানুহৰ এটা এটাকৈ গণনা হ'ব আৰু সৰহ মানুহ থকা গঁৰালৰ অধিকাৰীজনেই জিকিব।

পুৱা সাতটাতে ভকতৰাম, চম্পক আৰু ভবেন বৰুৱা জীপ লৈ হোদোৰ পণ্ডিতৰ পদুলিত হাজিৰ হ'ল। কিন্তু তেওঁক ঘৰত নেদেখি তেওঁলোক বিবুদ্ধি হ'ল। ঘৈণীয়েক বোধেশ্বৰীয়ে ক'লে যে এঘণ্টামানৰ আগতে পণ্ডিত পোছাক পিন্ধি ওলাই গৈছে। ক'লৈ গৈছে একো কৈ যোৱা নাই।

তেওঁলোকে পণ্ডিতক বিচাৰিবলৈকে আকৌ জীপত উঠিল। কিন্তু চমুৱাগাঁৱত পণ্ডিতৰ উমঘামেই নাই। ঔগুৰিতো পণ্ডিত অহাৰ কথা কোনেও নক'লে। চৈয়দপুৰলৈ গ'ল। তাৰ দুই-এজনে ক'লে বোলে আজি নেলাগে যোৱা চাৰি দিনে পণ্ডিত সেইফালে যোৱা নাই। গোসাঁইবড়িলৈকো পণ্ডিত অহা নাই। তেনেহ'লে ক'লৈ গ'ল? ভকতৰাম, চম্পক আৰু ভবেন বৰুৱা আচৰিত হ'ল। আকৌ ঘৰলৈ ঘূৰি আহিছে বুলি খবৰ কৰিলে। অহা নাই। আজি এই মূৰকৰ পৰত তেওঁ ক'ত অন্তৰ্দ্ধান হ'ল?

"ছাৰ, আৰু যদি আধা-ঘণ্টাৰ ভিতৰত বিচাৰি নেপাওঁ, আমাৰ সকলো পণ্ড হ'ব। সৌৱা আঠটা বাজিলেই।"

"এৰা অৱশ্যে এতিয়াও আঢৈ ঘণ্টা সময় আছে।"

ঔগুৰিৰ ফালে জীপ চলিল। কিন্তু গৈ থাকোঁতে চমুৱাগাঁৱৰ পাঠশালা স্কুলখন খোলা অৱস্থাত দেখা পাই ভবেন বৰুৱাই জীপ ৰখাবলৈ ক'লে।

ভবেন বৰুৱাই সুধিলে, "হেৰা ভকতৰাম, পণ্ডিত ইয়াত থাকিব পাৰে নেকি?"

চম্পকে ভকতৰামে ক'বলৈ নৌপাওঁতেই বিতৃষ্ণাৰে মাত লগালে, "কিয় ইয়াত মৰিবলৈ আহিব? পেঞ্চন পাই যদি আকৌ পঢ়ুৱাবলৈ আহিছে, তেনেহ'লে তেওঁৰ মগজৰ দোষহে আছে।"

ভকতৰামে কিন্তু মূৰ খজুৱাই অলপপৰ ভাবি ক'লে, "ছাৰ, মোৰ হ'লে মনে গোন্ধাইছে। তেওঁ ইয়াতে থাকিব পাৰে। যিহে উদাসীন মানুহ, ইয়াতে পণ্ডিতৰ লগত মহলা মাৰি ভোটৰ কথা পাহৰি যাব পাৰে।"

"তেনেহ'লে যাওঁ ব'লা।"

ভকতৰাম আৰু ভবেন বৰুৱা স্কুলটোৰ ফালে আগবাঢ়ি গ'ল। চম্পক খণ্ডতে জীপত বহি থাকিল।

তেওঁলোক স্কুলৰ বাৰাণ্ডাৰ আগ পালেগৈ। ল'ৰা-ছোৱালীৰ হাই-উৰুমি নাই। স্কুলৰ ভিতৰখন গহীন হৈ আছে বুলি অনুমান হ'ল। হঠাতে হোদোৰ পণ্ডিতৰ গলগলীয়া মাতটো তেওঁলোকৰ কাণত পৰিল।

"বুইছা হাজৰিকা, এইবাৰ কিন্তু বসন্তই জিলাৰ ভিতৰত প্ৰথম হৈ বৃত্তি পাবই লাগিব। তাৰ নিচিনা ল'ৰা মই এই দহ বছৰ পোৱাই নাছিলোঁ।—"

ভকতৰাম আৰু ভবেন বৰুৱা কিবা অজান কাৰণত মনে মনে থিয় দি ৰ'ল। হাজৰিকা বোলাজনে কিবা কোৱাৰ পিছত আকৌ হোদোৰ পণ্ডিতৰ মাতটো তেওঁলোকৰ কাণত পৰিল।

"এইবাৰ কিন্তু দশমিক মুদ্ৰাৰ তিনিটা অঙ্ক বৃত্তি পৰীক্ষাত আহিব পাৰে। আৰু এটা কথা— প্ৰথম আকাশযাত্ৰীৰ নামটোও সাধাৰণ-জ্ঞানত সুধিব পাৰে। গেগাৰিনৰ কথা টোকাত দিবা। কিন্তু 'খ' শ্ৰেণীত 'সুৰদী পাঠ' বোলা কিতাপখন আৰু বেলিলৈ ছাব-ইন্সপেক্টৰে ক'লেও আমাৰ স্কুলত পাঠ্য নকৰিবা দেই।"

"কিয়?" —হাজৰিকাৰ মাত।

এইবাৰ হোদোৰ পণ্ডিতে কোৱা এওঁলোকে শুনিলে, "এইখন কিতাপ দেখা নাই জানো? বেটুপাতৰ ছবিটো দেখিলেই দেখোন গা বিজ্‌বিজাই উঠে। বেটুপাতত থকা এই স্কুলীয়া ল'ৰাটোৱে জাতীয় পতাকাখন বাঁওহাতেৰেহে চালাম দিয়া দেখুৱাইছে ।"

ভকতৰাম আৰু বৰুৱাই ইজনে-সিজনৰ মুখলৈ আচৰিত ধৰণে চালে। দুয়ো সুৰকা মাৰি জীপখনৰ ফালে আগবাঢ়ি আহিল।

ভবেন বৰুৱাই খুব লাহে লাহে ক'লে, "এওঁৰ পৰা আৰু আমাৰ একো কামত নাহে। এই পণ্ডিত "

তেওঁ আৰু একো ক'বলৈ নৌপাওঁতেই ভকতৰামে মাত লগালে, "মোৰ হ'লে আজি ছাৰ, কেতিয়াও নভবা কথা কিছুমান মনলৈ আহিছে ।"

# মনৰ পৰিধি

"আও পাৰবতী দেখোন। চাওঁচোন চাওঁ, বেলিটো পছিমে ওলাল নেকি? আজি মোৰ কি কপাল। হওক তেওঁ, মৰিলে যমৰ আগতো ক'বলৈ হ'ব।"

"আচৰিত হ'লি একা?"

"হ'মতো। প্ৰায় বছৰেক হ'লহি মোৰ ছোৱালীজনীৰ ইযাত অশৌচীযাটো গ'ল—তথাপি তই এপাক নেমাৰিলি। মই সেযেহে ভাবি লৈছোঁ— পাৰবতীৰ চাঁগে পিতেকটো কামত সোমোৱাৰে পৰা গপ হ'ল, এলাপেচা মানুহৰ ঘৰলৈ নোযোৱা হ'ল।"

"কেঁচপাতী, এনেকৈ নক'বি দেই।"

"কেনেকৈনো ক'ম?"

"যেনেকৈযে ক'ব্‌ লাগে, আগতে মোৰ অথন্তৰবোৰ জানি-শুনি ক'।"

"বাৰু সেই কথা এতিযা ভাপত গেলক। বাৰুকৈ যে আহিছ, এযে মোৰ ভাইগ্‌। পানী এটোপা তপতাওঁ? এস্‌, তেনেই মূৰ ভৌ ভৌ কৰা ৰ'দ। গাটোও ডেই যাব কিজানি। বাণ্ডী এচকল আৰু চৰপৎ এবাটিকে দিওঁ?"

"দে বাৰু। নেখালে জানো তই এৰিবি?"

"এখন পথাৰ চেৰাই আহিছ। মূৰত জাপি এটাও নাই। আনদিনাৰ দৰে 'নেখাওঁ এইমাত্ৰ খাই আহিছোঁ' বুলি ইচটাইল কৰিলে পস্তাবলৈহে আছে। হোঁ, এই বেতৰ বিছনীখন ল'। খন্তেকৰ আগতে তিযাই আনিছোঁ    হঁযে, ভিতৰত কোন আছ? পটেশ্বৰীহঁতৰ অন্তেষপুৰত সোমাবৰ হ'লেই নে? হঁয়ে টামে, হঁযে শামুকী—তহঁতৰ জিভাবোৰত ডেম-ডেউকাই ডাকিলে নে গলত যদুমণি হৈছে?   শুন, পাভটি চাঙত হাতী-নেমু তিনিটা আছে। তাৰে জেঠাযেৰক  "

"বৰ ডাঙৰ কথা এটা লৈ আহিলোঁ দে।"

"তই ডাঙৰ কথাতেতো আহিবি। সৰু কথা হ'লে ঘৰৰ হালোৱাটোকহে পঠিয়াবি।"

"এস্‌, এইৰ যে মুখখন। ডিঙিৰ তলত যেন গামোফোনৰ ৰেকট্‌ এখনহে আছে। কথা গহীনেই। তোৰ পৰা বুধি-ভাৰসা ল'বলৈ আহিলোঁ। কাষ চাপি আহচোন। লাহে লাহে ক'ব লাগিব।"

"ক' আকৌ। মুখৰ ফালে ভেবা লাগি চাই আছ' কিয়?"

"আমাৰ গাঁৱত এটা কথা শুনিলোঁ। ইযাৰে জানকী নামৰ ছোৱালী এজনীৰ লগত হেনো চাকোলাঘাটৰ বৰ ধনী মানুহৰ ল'ৰা এটাৰ লগত বিযা ঠিক হৈছিল। এতিযা শুনিছোঁ বোলে ছোৱালীয়েই বিয়া সোমাবলৈ নামঞ্জুৰ। এইটো কেনে ধৰণৰ কথা? এতিযাৰ ছোৱালীবোৰৰহে এনে তাগজ! পঢ়া-

শুনা কৰিবলৈ দিয়াত ছোৱালীবোৰে বৰ লাই পাই গৈছে।"

"পিছে আগতে জানো এনেকৈ বিয়া ভগা নাছিল? পঢ়া-শুনাই কি জগৰ লগালে? মই হ'লে জানকীক লেখৰ ছোৱালী বুলিছোঁ। বুইছ পাৰবতী, কথাবোৰ অহ্কাণে-পহ্কাণে শুনাতকৈ বহুত বেলেগ। কিন্তু তইতো এনেকুৱা তলখুঁচৰীয়া নাছিলি! এই কথাটোত তোৰ ইমান আগ্ৰহ কিয়?"

"লাহে লাহে বুজিবি। এতিয়া বুজি ল'লোঁ, তই আটাইবোৰ কথা জান। তেনেহ'লে মই তোৰ ওচৰলৈ অহা সম্ফল হ'ল!"

কিন্তু তোৰ নিশ্চয় এটা চাৰ্থ আছে। তাকে নক লে হ'লে মই একো নক'ম।"

"কেঁচপাতী, মোৰ মনৰ কথা তোৰ ওচৰত কোনোদিনেই লুকুওৱা নাই। কথাটো চাবলৈ গ'লে গহীনেই, আবিয়ৈ ছোৱালীৰ মাক হ'লে, এনেকুৱা ছেগবোৰ চাযেই ফুৰিব লাগে।"

"মানে, আজল-জল সাতোটা পোৱা মাছ ভাতৰ তল।"

"মানে?"

"তোৰ ছোৱালীজনী সেইটো ল'ৰাকে গুজিব খোজ?"

"জানিলিয়েই দেখোন।"

"পোনতে আমি তাজ্জুপ মানিছিলোঁ। সেইঘৰ পৰতাপী মানুহৰ লগতনো নিছলা বাঁৰী মানুহৰ ছোৱালীৰহে বিযা হ'বলৈ পায নে? চন্দুকীয়ে কৈছিল, স'ৰৈৰ মাকে কৈছিল, আনকি চমকীৰ দৰে কথা গিলি থোৱা তিৰোতাজনীযেও কৈছিল বোলে এই কথা এনেযে ওলাইছে। সি শিৱকান্ত পেলনীযা বিধৰ ল'ৰা নহয়। তালৈ চাগৈ কত ভাল মানুহৰ ঘৰৰ বটিয়া বটিয়া ছোৱালী যাচিছে। পিছে আমাৰ ফটামুখহে সিয়নি দিবলগীয়া হ'ল। সোপোকা সাতোলাৰ জীযেকৰ তোলনী বিয়া খাবলৈ যোৱাৰ দিনাহে জানকীৰ পদুলিমুখত ঘোঁৰা-বাগী এখন দেখি গাটো চেবাই গ'ল। সিহঁতৰ পদুলিমুখত ঘোঁৰা-বাগী নেলাগে নওলাত চাইকেল এখনো আওঁজি থকা দেখিবলৈ পাইছোঁ বুলি আমাৰ মনত নপৰে। সোপোকাৰ ঘৰতহে জানিলোঁগৈ, শিৱকান্তৰ মাক, ককাযেক আৰু ভিনিহিযেকৰ মোহাক আহি তাইক আওঠি পিন্ধাই থৈ গ'ল। বিয়াৰ দিন ঠিক কৰিলে আহিনৰ একুৰি ন দিন যোৱাত।"

"ব'হাগত আওঠি পিন্ধাই আহিনতহে বিযা পাতিবলগীযা হ'ল?"

"ৰাহি-যোৱা মতে পিছুৱাব লগা হ'ল। ব'হাগ আৰু জেঠত বিয়া নাহে। আষাঢটো ছোৱালীৰ জন্ম পোৱা মাহ। আকৌ শাওণত হেনো ল'ৰাটো উপজিছিল। ভাদত আমাৰ মানুহে বিয়া নেপাতেই। আহিন পালেগৈ।"

"বাৰু কেঁচপাতী, এনেকৈ কোনেও ভু নোপোৱাকৈ বিয়াৰ বন্দবস্তি কাৰ সহায়ত হ'ল? ছোৱালীৰ কোনোবা ভিনিহিয়েক-চিনিহিয়েক আছে নেকি?"

"কোনো নাই। কেৱল মাক আৰু জীয়েক। মাক লাবুকীৰ কোনো হাত-দীঘল মানুহ এটা চিনাকি নাই। স্বৰূপতে ল'ৰাৰ ফালৰ পৰাই ছোৱালীৰ ঘৰত জোৰ পৰিল। জানকীক হেনো ল'ৰাৰ বাপেকে এদিন বিয়া এখনত দেখা পাইছিল। ল'ৰাই দেখিছিল, আমাৰ নামঘৰত 'কুম্ভকৰ্ণ বধ' হওঁতে। একেজনী ছোৱালীকে বোৱাৰী কৰিবলৈ বাপেক হৰিকান্তৰ পছন্দ হ'ল, বুকুৰ আপোন কৰিবলৈ শিৱকান্তই সপোন দেখিলে। আচল কথা হ'ল, হৰিকান্তৰ ডাঙৰজনী বোৱাৰীয়েক হেনো তেনেই অপেচৰী যেন। তাইৰ লগত মিলা বোৱাৰী এজেনী হেনো তেওঁ আমাৰ কলিতা মানুহৰ ভিতৰত দেখা নাছিল। তেওঁ

বহুত চলাথ কৰিছিল— শেনচোৰাৰ পৰা জাগীলৈকে; ইফালে চমুৱাগাঁৱৰ পৰা চাবুকধৰালৈকে। হৰিকান্তই হেনো কৈছিল— পিথিৱীত দুখীয়া ঢেৰ, ধনী বিৰল। ধনীৰ ঘৰত ৰূপ বিৰল, দুখীয়াৰ ঘৰত সোণ-ৰূপহে বিৰল। আন সকলো আছে।"

"জানকী বৰ ধুনীয়া নেকি?"

"কৈছহে! তেনেই মোক চা মোক চা চেহেৰা। তাই পঢ়ুৱা এলপেৰি ইচ্কুলৰ ছোৱালীমখায়ো হেনো পঢ়ুৱা কথালৈ মন নিদি মুখলৈহে দৰক লাগি চাই থাকে। সিহঁতে আনক ধুনীয়া বাইদেউ বুলি কোৱা-কুই কৰে। কেইটামান ল'ৰা-ছোৱালীয়ে বিশেষকৈ ছোৱালীবোৰে হেনো ইচ্কুল দুদিন-তিনিদিন বন্ধ হ'লে বৰ আমনি পায়। কাৰণ সিহঁতে ধুনীয়া বাইদেৱেকক যে সেইকেইদিন দেখা নাপায়! দীঘল বন্ধত ফুল আনি জানকীক দিয়েহি। তাই সিহঁতক সন্তুষ্ট কৰিবলৈকে খোপাত ফুল ল'লে সিহঁতে তাইলৈ আচৰিত হৈ চাই ৰয়। এইবোৰ শুনা কথা নহয়, কেবাদিনো নিজে দেখিছোঁ।"

"আও, ইমান ধুনীয়া নে?"

"কৈছহে। গাৰ ৰং কি চাবি? গাখীৰত সেন্দূৰ গুলিলেও তেনে ৰং নহয চাগৈ। বেলি ডুবাৰ সময়তহে কোনোবা এটা পৰত সোণাইৰ পানীত তেনে এটা ৰং হয়। গাটোনো কি চাবি! পূৰঠ। গাৰ খাজবোৰ আৰু ভাঁজবোৰ যেন কুন্দত কটা গোসাঁনীৰহে। খোজটো কি চাবি? তেনেই ৰাজকুমাৰীৰ লযলাস। আৰু আমাৰ শূদিৰৰ ঘৰত জোঙা নাক আৰু হেলনীয়া চকুৰ ছোৱালীয়ে জনম নলয়েই।"

"তই বৰ বেছি কৈছ হ'বলা।"

"মোৰে শপত। সেইবুলি পাৰবতী, তোৰ ছোৱালী তাইৰ ওচৰত এলাইবাদু বুলি ক'ব খোজা নাই দে। তহঁতৰ ঊষাও বেছ কুন্দত কটা চেহেৰাৰ ছোৱালী। তায়ো শিৱকান্তলৈ যোৰ নহ'ব বুলি কোন পাষণ্ডীয়ে ক'ব?"

"এস্, কথা বৰ বহল হৈছে। বেলিটো লহিয়ালেই। মোৰ যাবৰে হ'ল। এতিয়া গুৰিকথালৈ আহ। ল'ৰাটোৰ ঘৰখন কেনে? সি কেনে? কি জীৱিকা কৰি ইমান ধনী হ'ল?"

"কিয, তই চাকোলাঘাটৰ হৰিকান্তৰ কথাও নেজান নে?"

"অলপ-অচৰপ জানো। কিন্তু ছোৱালী দিবলৈ পাণ্ডিছোঁ যেতিয়া তলা-নলা জানি লোৱা ভাল।"

"সিহঁত ন-ধনী! যুঁজৰ সময়ত বাপেক আৰু ডাঙৰ পিতেক নৰকান্তই নিমখৰ ক'লা বজাৰ কৰি ওনা-ওনে টকা ঘটিলে বুলি আটাইবোৰেই জানে। নৰকান্তই দুবছৰমান কানিৰ বেপাৰ কৰিছিল। এতিয়া সিহঁতৰ টকাহে টকা। জিলাত ধান-কল এটাও আছে। শিৱকান্তই বহুত বহুত টকাৰে বিল ডাকি লয়।"

"শুনিছোঁ বোলে মটৰগাড়ীও আছে?"

"হাৱা খাব পৰা মটৰ নহয়। শিলগুটি, কাঠ-বাঁহ কঢ়িওৱা দহ-চকীয়া এখন আছে।"

"মানুহ ঘৰ ভাল নে?"

"কব নোৱাৰোঁ। ধনী কাৰণে বেয়া বুলি কওঁতা কোনো নাই।"

"মুঠৰ ওপৰত, তই ভাল বুলি ক'ব নোখোজ হ'বলা?"

"এস্, তামোলখনে পাগ নল'লে। শামুকী! অই, নিবোকা-চামোন! পেৰাৰ ওপৰৰ টেমাটোত

সিদিনা বাপেৰে ফুলগুৰিৰ পৰা অনা লালী সনা ধঁপাত আছে, লৈ আহ।"

"মোক আৰু এখন তামোল দে।"

"চূণ আৰু দিম নে? এস্, দুদিনতে চূণে কৰ্কৰা মাৰে। অ', ধঁপাত। আগফালে একণ এৰুৱাই নে।"

"কথাটো হ'বলা তল পেলালি?"

"ৰহ্, ইহঁত দুজনী অলপ আঁতৰ হওক। জানকীৰ মুখে শুনা কথাবোৰ ক'লেই গোটেই গম পাবি।"

"জানকীৰ চভাৱটো ”

"এনে কথা মুখলৈ নানিবি, পাৰবতী। আমাৰ দৰে দুখীয়াবোৰৰ দুষ্ট হোৱাটো সুৱায নে? ভিন ভিন মতাৰ জুতি লওক— ঠেঙৰ ওপৰত ঠেং তুলি খোৱা চহকী মানুহৰ ঘৰৰ তিৰোতাবোৰে। আমাৰ দৰে মানুহৰ ঘৰৰ ছোৱালীৰ নিকাৰ ভোগোতেই যায, ঘৰৰ-ঘৰোৱাহীৰ লেদেনা ওকটোতই সমযবোৰ ফুতে উৰি যায়। স্বভাৱ বেযা কৰিবলৈ আন নেলাগে মনটো অশুচি কৰিবলৈকো সময নাই। অ' বুজিছোঁ— তোৰ ঘৰত এতিযা অলপ ৰস-জীপ ধৰিছে কাৰণেই পৰৰ স্বভাৱৰ কথা সুধি মুখৰ খজুৱতি মাৰিব খুজিছ্।"

"কিযনো তেনেকৈ জাকি মাৰি উঠিলি।"

"কিয়নো ফাই নুঠিব? জানকীক মই নজনা নহয। তাইক হাডে-হিমজুৱে চিনি পাওঁ। তাইৰ লগত ৰিজালে মোৰ ছোৱালী দুজনী কুঁৱৰীৰ দৰে ডাঙৰ-দীঘল হৈছে বুলিহে ক'ম। জানকীৰ সৰুকালৰ কথা মনত পৰিলে এতিযাও মোৰ মনটো কেনেবা কেনেবা লাগে। আই ঐ দেহি। তাই বোকাত গজি এতিযা পানীৰ ওপৰত শুৱাই থকা পদুম হ'ল। তাইৰ নমাহ নৌহওঁতেই বাপেক হাগনিত পৰি কাল হ'ল। বাঁৰী মাকৰ সমল বুলিবলৈ থাকিল তিনি বিঘা দহ লোচা ৰুপিত মাটি আৰু তিনি কঠাৰ পাণ-তামোলৰ বাৰী। মনৰ সমল আছিল চম্পা ফুল যেন কেঁচুৱাটো। গিৰীযেক কাল হোবাৰ পিছত ওচৰৰ মানুহে সিহঁতক নোপোচাই হ'ল। বাৰীৰ তামোল-পাণ চুৰি হ'ল। মাটি হাকলুৱা মানুহে সিহঁতৰ মাটি ঠেলি মাককহে গেঙেৰী দিয়া হ'ল। লাহে লাহে আধি-খেতি খোৱা মানুহেও পথাৰৰ মাটি খাই আধিৰ ধান নিদিবলৈ কেৰেপ নকৰিলে। মাকে চাৰিওফালে ধোঁৱা-কোঁৱা দেখিলে। কেঁচুৱা পিঠিত বান্ধি হেদাৰী খাটি, পৰৰ ঘৰত ধান বানি ভাত মোকলাব লগা হ'ল। তথাপি তাই জানকীক দুখ-কষ্টেৰে পঢ়ুৱালে। মই নিজ চকুৰে দেখা কথা জানকীযে এলপেৰি পঢাকালতে বাৰীত টাটী বাটিছিল, বেঙেনা-জলকীযা চিকুণাইছিল, পাঁজি কাটিছিল। জাজৰি হাটলৈ খোজকাটি গৈ তামোল-পাণ বেচি লোণ-তেলৰ খৰচ উলিযাইছিল। তথাপি তাই পঢাত উগ্ৰকলাই আছিল। মণ্ডল-কানানগো, ঠিকাদাৰ-মহলদাৰৰ সুখত উঠা ল'ৰা-ছোৱালীক চেৰ পেলাই এলপেৰিত বৃত্তি পাইছিল। বৃত্তি টকাৰে মজলীযা ইচকুলত পঢ়িছিল। হাতীচুং কুঁজীদাহত। দিনে অহাই-যোৱাই ছমাইল খোজকাটি।"

'কিমানলৈকে পঢ়িলে?"

"মজলীযা ইচকুল শেষ কৰিলে। পৰীক্ষাৰ ফল ভাল হ'ল যদিও সিমান ভাল নহ'ল। তথাপি দুখীয়া ল'ৰা-ছোৱালীলৈ থকা বৃত্তি এটা পালে। তেনেকৈ হাতীচুং কুঁজীদাহঁতে দুবছৰ ইংৰাজী পঢ়িছিল।"

"এৰিলে কিয?"

"ছোৱালী ডাঙৰ হ'ল। বেছি চকুত লগা হ'ল। অকলে খোজকাঢ়ি ইচ্কুললৈ যোৱাটো ভয়ৰ কথা হ'ল। তদুপৰি সিহঁতৰ ঘৰৰ অৱস্থা দিনক দিনে হৰিহে গ'ল। গাভৰু জীয়েক আৰু মাক নিৰুপায়ত পৰিল। দুবছৰ ঘৰতে থকাৰ পিছত জানকীৰ মগজত এটা বুদ্ধি খেলালে। তাই জিলাত গৈ মাষ্টৰণী সোমোৱা পৰীক্ষা এটা দিলেগৈ। তাই চোকা বুধিৰ কাৰণেই কামটো পালে। মাকে ইচ্কুলবোৰৰ ওপৰৱালাক ধৰাত আমাৰ গাঁৱৰ ইচ্কুলখনতে কামটো পালে। তেতিয়াৰে পৰা এই পাঁচ বছৰ তাই কাম কৰি মাকক সুখ দিছে। ঘৰটোও ভাল কৰিছে। নিজেও এপদ গহনা, এযোৰ ভাল কাপোৰ পিন্ধিব পাৰিছে— আনবোৰ বাপেকী থকা ছোৱালীৰ দৰেই।"

"ধইন্ ছোৱালী। লইখুণীয়া ছোৱালী।"

"আৰু পাৰবতী, তাইৰ যে মাকলৈ মৰমটো। শিৱকান্তৰ ঘৰে মন মেলাৰ কথা জানকীয়ে আকাৰে-ইঙ্গিতে গম পাই মাকক ক'লে— বৌ, মই এৰি গুচি গ'লে তোক কোনে চাব? এসোঁতা কান্দিলেও। মাকে পৰবোধ দি ক'লে— মোক সদায় ধৰি ৰাখিলে হ'ব নে? আই, তোৰ সুখেই মোৰ সুখ। তোৰ কাৰণেইতো ইমান দিন জীলোঁ। ইচৰ আছে আই, ইচৰ আছে। ইমান দিনে মোক সেই নেদেখাজনেই তৰাই আছে। মনত ৰাখিবি আই, গাভৰুকালটো নেওচা নিদিবি। জীৱনটোত দেহে বিচৰা হেঁপাহটো গচকি নেপেলাবি। তেহে হৃদয় জুৰ পৰিব। পিথিৱীত বহুত মানুহ, অলেখ মানুহ তাৰ মাজতে মনৰ মানুহৰ মাজতো তিৰোতা অকলশৰীয়া। অকলশৰীয়া হোৱাতকৈ আৰু বিৰিঙ্‌বিনা কি আছে? মাকৰ কথাত জানকী শাঁত হ'ল। তাই ক'লে— বৌ মানুহটো যদি ভাল হয়, তোকো মোৰ লগত ৰাখিম। মাকে পিছে তাইৰ কথাটো ভাল নুশুনিলে। ক'লে— মই বাপেৰৰ সাতামপুৰুষীয়া ভেটিটো এৰিব নেপায নহয়। চৰম লাগিব। লোকে চৰম দিব। মোৰ একো নাই। আপোন মান ৰাখি আছোঁ। থান এৰিলে মান এৰিব লাগে বুলি কথা এটা আছে নহয়। জীয়েক মনে মনে থাকিল। আঙঠি পিন্ধোৱাৰ দুদিনৰ পিছত এদিন ৰাতি জানকী উচুপি উচুপি মাকৰ বুকুত সোমাল। মাকে ক'লে, কি হ'ল আঁকৰী? জীৱন, মিত্যু, বিয়া— এয়া সকলোৱে এৰিব নোৱাৰে। বিয়া সন্তোষৰ কথাহে। জানকীয়ে থোকাথুকি মাতেৰে ক'লে—বৌ, তেনেহ'লে আহিনৰ এপষ যোৱালৈকে চাকৰি কৰিম। ধনখিনি সাঁচি তোক দি যাম। তই কেইমাহমান সুখেৰে থাকিব পাৰিবি। তাৰ পিছত মই হয়তো চাকোলাঘাটলৈ বদলি হ'ম— কাৰোবাক লাগি-ধৰি সিহঁতৰ ঘৰত হয়তো কাম-বন বেছি কৰিব নেলাগিব। মই কম যে ঘৰতে এনেয়ে থাকি আমনি লাগিছে, আগৰ কামকে কৰোঁ। সিহঁতে কিজানি আপত্তি নকৰিব। তেতিয়া চাকৰি কৰা ধন তাক দিম। মাকৰ কথাটো মনত নোসোমাল হ'বলা। মাকে ক'লে— বাৰু, যি কৰ কৰিবি, এতিয়া শো।"

"মাকক এৰিব লাগে কাৰণেই তাই শেষত ফন্দি খটুৱাই বিয়াত অমত হ'ল?"

"তয়ো পাৰবতী, তেনেই কথাৰ আঁহ নুবুজা চিধা মনৰ তিৰোতা নেকি? এনে সামাইন্ কথাত বিয়া ভগা ক'ৰবাত শুনিছ জানো? আচল কলি হ'ল, তাইৰ ৰূপ আৰু তাইৰ পৰৰ দুখ সহিব নোৱৰা গুণটো। গুণনো কি বুলিবি? আজিৰ দিনত এনেকুৱা গুণ কিজানি দোষহে। সেয়া বাৰু পিছ কথা। এতিয়া তাইৰ স্বভাবৰ কথাকে কওঁ। ধুনীয়া হ'ল বুলি যে স্বভাৱত হৰক-তৰক থাকিব, এনে কথা কোনখন পুৰাণত লেখা আছে? ডেৰ মাহৰ মূৰত সি শিৱকান্ত আকৌ ওলাওকহি, তাইৰ ঘৰত। ভঁটভঁট কৰা চাইকেল মটৰত উঠি আহিছিল। মাক তেতিয়া ঘৰত নাছিল। গৈছিল চন্দনা বুঢ়ীৰ ঘৰত ফুলৰ

চানেকি বিচাৰি। শিৱকান্তই পহিলা কোঠাত সোমাই গলহেকাৰি মাৰিছিল। জানকীয়ে তাক দুৱাৰৰ কোণেদি চাইছিল আৰু কোন বুলি ভিতৰৰ পৰা মাতিছিল। সি কোন হ'ব পাৰে তাইক ভাবি চাবলৈ কৈছিল। তাই বুজিছিল। সেয়েহে গাটো জ্বৰে ঘমা দিছিল। মাতটো সৰু হৈ পৰিছিল। কওঁ-নকওঁকৈ কৈছিল, 'বৌ নাই নহয়। আপুনি যাওকগৈ। ওচৰ-চুবুৰীয়াই দেখিলে বাৰু কি ভাবিব? মোৰে শপত, আপুনি যাওকগৈ।' শিৱকান্ত গুচি গৈছিল। আন এদিন আহিছিল লগৰীয়া এটা লৈ। সেইদিনা মাক আছিল। তাই তামোল-ছালি দিবলৈ ওলাইছিল যদিও তাৰ কথাবোৰ মনপুতি শুনিছিলহে। নিজে এষাৰ মাতি বাহাদুৰি বাহাদুৰি কথা দীঘল কৰিবলৈ উছাহ দিয়া নাছিল। তেনেহ'লে ভাবি চা, তাই কিমান মন-ডাঠ ছোৱালী। আন মগজ পাতল ছোৱালী হোৱা হ'লে কতনো লেন-ছেলাই কথা ক'লেহেঁতেন। কতনো কায়দা দেখুৱালেহেঁতেন।"

"তইনো ইমানবোৰ কথা কেনেকৈ জানিলি?"

"মোৰ বিয়া দিয়া ননদজনীৰ পৰা। তাইৰ লগত জানকী নলে-গলে লগা। তদুপৰি জানকীয়ে মোৰ আগতো সুখৰ-দুখৰ কথা কয়। আমাৰ ঘৰৰ লগত জানকীহঁতৰ আহ-যাহো ঘন।"

"পিছ কেঁচ্‌পাতী, আচল কথাটোকে এৰিলি দেখোন। বিয়া ভাগিল কেনেকৈ? ৰূপেই কাল হ'ল নে সৎ চভাৱেই কাল হ'ল?"

"তয়ো বৰ পেটত কপট ৰখা তিৰোতা যেন পাইছোঁ। মোৰ কথা বিচচাস কৰা নাই? ভাল গুণবোৰক উৰুৱাই দিব খোজ কিয়? তোৰ ছোৱালীক গা বচাই ৰাখিব নোৱাৰ বুলি ক'লে তই জানো ভাল পাবি?"

"তেনেহ'লে শিৱকান্ত বইজাত?"

"হয়তো হ'ব পাৰে। কিন্তু পৰ্‌মাণ নাই। পিছে কি সঞ্জাত' ভঁটভঁটি মটৰ চলোৱা গাগোল-বিতচকু পিন্ধা ল'ৰাক কেনেকৈ বিচচাস কৰিবি' যেযে নহওক, বিয়া নোহোৱাৰ গুৰিতে হ'লে তাই কাম কৰা ইচ্‌কুলৰে গকুল মাষ্টৰ।"

"অ' বুজিলোঁ। মই আঁ কৰিলে তালুলৈকে দেখোঁ।"

"সাউতকৰে কি বুজিলি?"

"কিজানি গকুলৰ লগতে ! অৱইচে মই গকুল কোন নেজানো।"

"তেনেহ'লে খপহ্ কৰে এষাৰ মাত কিয়? পাঁচটাৰ মাক যদিও তোৰ মন বিজাত, তোৰ তেজ বিজাত। এস্, হাঁহিছে' মোক জোকাই ৰং চাইছ' নকওঁ যা।"

"এস্, মই একো নেজানো কাৰণেহে ভাবিলোঁ। আজিকালি আকৌ এবিধ সুকীয়া জাতৰ পীৰিতি ওলাইছে নহয।"

"সেইবোৰ খবৰ তযে ৰাখ। পাৰবতী নামটোৰ শৰাধ কৰ। সেয়া কোন, ভঁৰালৰ কাষত? শামুকী নে টামে? শুন, জেঠায়েৰলৈ জলপান কৰ।"

"কথাটো শেষ নকৰি মনটো খু-দুৱনিত ৰাখিলি। মোলৈও তোৰ ইমান খং নে? মই যে আলহী পাহৰিয়েই গৈছ?"

"ধেৎ, কপট খণ্ডতনো লাগ নে? তয়ো বেঙী। শুন' গকুল দুকুৰিৰ দেওনা চেৰোৱা মানুহ। তাৰ ল'ৰা-ছোৱালীও পেন্‌পেন্। জানকীহঁতৰ এলপেৰি পঢ়াকালতে সি হেনো কপাহাৰাৰ ফালে মাষ্টৰ

আছিল। গকুল বেমাৰী যে বেমাৰী, তেনেই ৰাজবেমাৰী। তাৰ কথা জানকীৰ মুখে কেবাবাৰো শুনিছোঁ। তাৰ দেহাটা হে যি? মঙহৰ সঁচ নাই। ছালখনে হে মানুহটো সাজি ৰাখিছে। পূৰ্বতে সি টেঙা-পানী উজাই অহা বেমাৰটো চোকা চ'দা খাই দমাই ৰাখিছিল। দুটা জেপত দুটোপোলা চ'দা লৈ ফুৰেই। শেহলৈ আদা, সাঁচি ৰখা কুঁহিয়াৰৰ ৰস আনকি কাপোৰ ধোৱা চ'দাৰ সমান চোক থকা চ'দায়ো কাম নিদিয়া হ'ল। তাৰ ঘৰ মাজগাঁৱত। ডেৰ মাইল খোজকাটি ইচ্‌কুল কৰে। জানকীৰ তাক দেখি মৰি যাবৰ মন যায়। মানুহটোৱে যে কি কষ্টত দিন নিয়াইছে। দুদিন একেলেথাৰিয়ে ইচকুললৈ নহা দেখি জানকীৰ বৰ ভয় হ'ল। আৰু দুদিন ৰ'ল। গকুল পণ্ডিত ইচকুললৈ নহা দেখি তাই তাৰ ঘৰ ওলালগৈ। পণ্ডিতৰ অৱস্থা দেখি জানকী সেইফালেই থৰ লাগিল। নৰিযা টান। যোৱা-থোৱা অৱস্থা। পণ্ডিতৰ ঢকুৱাৰে টাপলি মৰা পঁজা-ঘৰটো দেখি, অসহায় ল'ৰা-ছোৱালীকেইটাৰ দুখ লগা অৱস্থা দেখি তাই চকুলো বোৱালে। পণ্ডিতৰ ঘৈণীযেকৰ কাতৰ চকুহালে তাইক দেখি যেন পণ্ডিতৰ পৰাণটো ৰইখা কৰিবলৈ কাকুতি কৰিছে। জানকীয়ে বুজি পালে, সেইটো কি বেমাৰ। ডাঙৰ ডাক্তৰে পেট নেফালিলে হেনো এইটো পেটৰ বেমাৰ কাহানিও ভাল নহয়। গকুল পণ্ডিতক ডিবৰুলৈ নিবই লাগিব। বেছি দুখে জানকীক বেছি মন ডাঠ কৰিলে। তাই সইত খালে, গকুল পণ্ডিতক জীযাবই লাগিব। পিছদিনা ইচকুল ছুটীৰ পিছত তাই লগত ছাতৰ ল'ৰা-ছোৱালীবোৰ লৈ গাঁৱৰ ঘৰে ঘৰে পইচা খুজিলেগৈ। তাই ক'লে— চাওক, তেখেতে আমাৰ ইচকুলত পোন্ধৰ বছৰ পঢ়ুৱালে। এতিয়া তেখেতক ডিবৰুলৈ পঠিয়াবলৈ পইচা নাই। দুখীযা পণডিতক সহায় কৰক। ধৰম হ'ব। টকা কেবাকুৰিও গোট খালে। জাঁজৰিৰ হাট কৰা দোকানীকেইটামানক বাটত ধৰাত সিহঁতেও এটকা-দুটকাকৈ দিলে। সেই টকাৰেই এতিয়া গকুল ডিবৰুত আছে। শুনিছোঁ বোলে তাৰ ভালে ভালেই পেট ফলা হৈ গ'ল। পেটৰ পৰা হেনো এটিংমান হালধীযা পানী ওলাইছিল। তাঁলৈ নিয়া এসপ্তাহমান পলম হোৱা হ'লেই সি মৰিলহেঁতেন। এইবোৰ কথা মই জানকীৰ নিজমুখে শুনা।"

"তেনেহ'লে জানকীৰ ডাঙৰ ধৰম হ'ল। বিযাত তাই অমত হ'ল কিয়? গকুলৰ নৰিয়াৰ লগত তাইৰ বিযাৰ কি সমধ?"

"দেখোঁতে একো সমধ নাই। হিতে বিপৰীত হ'ব বুলি কোনে জানিব? গকুল পণ্ডিত ডিবৰুলৈ যোৱাৰ দুদিন পিছতে জানকীলৈ শিৱকান্তই লিখা এখন চিঠি আহিল। তাত সি লিখিলে, তাই আঙঠি পিন্ধোৱাৰ পিছতো এইদৰে মানুহৰ ঘৰে ঘৰে সোমোৱা আৰু পইচা বিচৰাটো সি পছন কৰা নাই। নিচিনা-নজনা বেপাৰীক বাটত পইচা খোজাটো তাৰ আৰু অপছন। তদুপৰি এলপেৰি ইচ্‌কুলৰ পণ্ডিতনী হৈ থকাটোত তাৰ চৰম লাগিছে। তাইক ইচকুল এৰিবলৈ সি আদেশ দিয়া গতেৰে লিখিলে। এদিনৰ পিছতে বাপেক হৰিকান্তৰ পৰাও জানকীৰ এখন চিঠি আহিল। জানকীয়ে এইখন চিঠিৰ পৰাও জানিলে যে হৰিকান্তও একে পানীৰে মাছ। একে সন্দেহ, একে আদেশ। পণ্ডিতনী কৰিলে বাহিৰা চিনাকি বহুত হয়। সেইটো বেযা। বোৱাৰী খাটিম বুলি ভবাবোৰলৈ আৰু বেয়া।"

"এহ্, সিহঁত তেনেকুৱা মানুহ হে! জানকীৰ মাকে চাগৈ খুব সন্তাপ পালে?"

"ক'ব নোৱাৰোঁ, জানকীৰহে সিহঁতলৈ ঘিণা উপজিল। অপমান আৰু আঘাতত তাই মৰা যেন হ'ল। এইবাৰ মাকে আৰু তাইৰ কথা নুশুনাকৈ নেথাকিল। চ'থাদিনা ওচৰৰে বুধৰাম মহৰীৰ হতুৱাই আঙঠিটো হৰিকান্তক শোধাই দিয়ালে। জানকীয়ে বুধৰামক ক'লে— ককাই, সিহঁতক ক'বি,

দুখীয়াৰো মান-সন্মানৰ গিয়ান আছে। চ'থা দিনাই জানকী আউলী-বাউলী হৈ আবেলি মোৰ তালৈ আহিছিল। তাইৰ নিজমুখে শুনাৰ কাৰণেই মই হৰিকান্তৰ ঘৰক মানুহৰ লেখত থোৱা নাই। মানুহ ধনী হ'ব পাৰে, পৰ্তাপী হ'ব পাৰে, কিন্তু মানুহ জনম লৈ মানুহ হোৱা বৰ টান। জানকীয়ে শেষত কোৱা কথাকেইটাহে মোৰ কাণত এতিয়াও বাজি আছে। তাই মোক কৈছিল, কেঁচ্পাতীবাই, ধন থকা মানুহ বৰ নিৰ্দয়— খুনীৰ দৰে। পাপীও। সিহঁতে দিনে-নিশাই ধন-ৰূপ গোটালে কি হ'ব? মনটো তেনেই দুখীয়া।"

"বাৰু কেঁচ্পাতী, শিৱকান্ত দেখাত কেনে?"

"শুনিছোঁ বোলে বাবু চেহেৰাৰ।"

"তেনেহ'লে সি নীচও।"

# আৱেশ ইন্দ্ৰজাল

পোনতে অভিমান, দ্বিতীয়তে মোলৈ আক্ৰোশ, তৃতীয়তে মনোবেদনা আৰু সৰ্বশেষত মোক সন্দেহ। ইয়াতকৈ দুখৰ কথা আৰু একো হ'ব নোৱাৰে। ঘৰ হ'ল শান্তিৰ নীড। সুখী সংসাৰখন হেনো সৰগৰ দৰে। তেনেহ'লে এনে সৰগৰ বা শান্তিৰ নীড সাময়িকভাৱে হেৰুৱাই পেলাইছোঁ। এৰা, মোৰ বয়সৰ, মোৰ স্বভাৱৰ আৰু মোৰ অভিৰুচিৰ সংবেদনশীল মানুহৰ কাৰণে কথাটোৱে গুৰুত্বপূৰ্ণ ৰূপ লৈছে। মোৰ ক্ষণিক দুৰ্বলতা আছে, বিশিষ্ট পটভূমিত নিৰ্দিষ্ট সৌন্দৰ্যক হেঁপাহ পলুৱাই চাবলৈ, বয়সৰ আঁচোৰ নপৰা সম্ভাৱনাপূৰ্ণ যুৱতীৰ ফাগুন ফাগুন লগা দেহ-মনক জুমি চাবলৈ, মনৰ মাধুৰী সানি খন্তেক অভিভূত হৈ গতানুগতিক জীৱনৰ কান্তি দূৰ কৰিবলৈ। সেইবাবে যদি সময়ত মোৰ স্বাভাৱিক গাম্ভীৰ্য হেৰুৱাই পেলাইছোঁ, ব্যৱহাৰত উদাসীনতা দেখুৱাইছোঁ আৰু কিবা-নাই-কিবা-নাই ভাবত উটি-ভাঁহি ফুৰিছোঁ, তেনেহ'লে তাৰ বাবে মোক দোষ নিদি জয়াই দোষ দিয়ক,—মোৰ অজ্ঞান স্ৰষ্টাক, মোৰ শৰীৰৰ নলিকাবিহীন গ্ৰন্থিৰ প্ৰতিবিধ হৰ্মনক, ইন্দ্ৰিয়গ্ৰন্থিক, থাইৰডক আৰু মোৰ কলাবোধক।

জয়াই মোক সন্দেহ কৰক। তাত মোৰ ক্ষতি নাই। তেওঁ ক্ষতি কৰিছে নিজৰহে। কিন্তু তেওঁক অসুখী দেখি ময়ো যে অসুখী হৈ পৰিছোঁ। তাৰ বাবেই বিবাহিত জীৱনৰ বহুতো সুন্দৰ মুহূৰ্ত নষ্ট হৈছে। মই বিতুষ্ট, কাৰণ সন্দেহৰ আন নাম হীনমন্যতা।

এৰা, সঁচাকৈয়ে ভাবিলগীয়া কথা। ছবছৰৰ পিছত এয়ে প্ৰথম। তেওঁ যদি ঘৰুৱা কামৰ পৰা অব্যাহতি পাই কণিকা ভূএগৰ দৰে দেশ-বিদেশৰ বহুত বহুত কিতাপ পঢ়িলেহেঁতেন আৰু পকেট্ বুকৰ জৰিয়তে আমেৰিকান যৌন অপৰাধসমূহৰ অনুৰাগী হ'লহেঁতেন, তেতিয়া মোৰ আৰু বিপদ বাঢ়িলহেঁতেন। তেওঁ মোক চিধা অভিযোগ কৰিলেহেঁতেন, "তোমাক মই কোনোপধ্যে বিশ্বাস কৰিব নোৱাৰোঁ। এয়া হ'ল, ছেভেন ইয়েৰ্ছ ইট্‌ছ্", সাত বছৰৰ পিছৰ উচপিচনি! অৰ্থাৎ বিয়াৰ ছয়-সাত বছৰৰ পিছত যুগ্মজীৱনৰ অৱসাদৰ ফলত হোৱা অন্য নাৰীৰ প্ৰতি প্ৰলোভন।

কিন্তু হয় জানো? যদি হয়, তেনেহ'লে মোৰ আত্ম-বিশ্লেষণ হোৱা উচিত। তাৰ বাবে সুঁৱৰিব লাগিব এবছৰৰ আগৰ ইতিহাস, মোৰ মানসিক লক্ষণ আৰু জয়াৰ আচৰণ।

' চহৰত সঙ্গীত-সন্ধিয়া হৈছিল। দুয়ো গৈছিলোঁ। আমাৰ লগত আছিল দুবছৰীয়া মানু। তিনিজন বিখ্যাত গায়ক আহিছিল। ৰাতি প্ৰায় এঘাৰটা বাজিছিল। আমাৰ ওচৰত বহিছিল সবিতা, বিজয়া আৰু মীৰা। সিহঁত আমাৰ চিনাকি। বেছ স্ফূৰ্তিবাজ ছোৱালী। নতুন ধৰণৰ বেশভূষা, বিবাহিত জীৱনৰ পৰা বনবাসী হোৱা নতুন ধৰণৰ আলাপ-আলোচনা, অপৰিচিত অথচ এসময়ৰ পৰিচিত আনন্দ-মুখৰতা আৰু উজ্জ্বল ভাবাবেগ;—এই সকলোখিনি মিলি সিহঁত অপৰূপা হৈ পৰিছিল। সিহঁতৰ কথা-বতৰাত

মই ভাগ লৈছিলোঁ। জয়াও অৱশ্যে নিমাতে নাছিল। সাধাৰণতে মই বেছি কথা কোৱা ধৰণৰ মানুহ নহয়। কিন্তু কিয় ক'ব নোৱাৰোঁ,—সেইদিনা মোৰ উচ্চাঙ্গ সঙ্গীতৰ খুতি-নাতি ব্যাখ্যা কৰিবলৈ ভাল লাগিছিল, সবিতাৰ খাৰুৰ ৰুণু-জুনুৰ কাব্যিক উদাহৰণ দিছিলোঁ, বিজয়াৰ ঈষৎ লম্বিত মুখখনলৈ বাৰে বাৰে চাই এগৰাকী চিত্ৰতাৰকাৰ লগত ৰিজাইছিলোঁ আৰু মীনাৰ আকস্মিক গাম্ভীৰ্যক ইতিকিং কৰিছিলো। মই সেই সঙ্গীতমুখৰ সন্ধিয়া মুখৰ হৈ পৰিছিলোঁ। ছোৱালীকেইজনীয়ে বোধকৰোঁ আগতে মোক এনে ভাবাবেগত পোৱা নাছিল। সেয়েহে আঁসে পাইছিল।

সঙ্গীত-সন্ধিয়া এঘাৰটাত শেষ হৈছিল। আমি একে লগে ওলাই আহিছিলোঁ। ৰিক্সা পোৱা নাছিলোঁ। আমাৰ ঘৰ পাবৰ হ'ল। সবিতাহঁত থকা ঠাইখিনি প্ৰায় আধা কিলোমিটাৰ দূৰৈত। আলিটো ভাল। কিন্তু আমাৰ ঘৰৰ পৰা চাৰি-পাঁচটা খুঁটালৈহে বিজুলীবাতি আছে। ছোৱালীকেইজনী বিমোৰত পৰি গ'ল। ইতিমধ্যে আমাৰ ঘৰ পাবৰ হৈছে। মোৰ কোলাত মানু। জয়াৰ হাতত টৰ্চ লাইটটো। ছোৱালীকেইজনী আমাৰ লগত আহিছে কাৰণে ময়ে সিহঁতক ঘৰত থৈ অহাৰ কথা আগতে ভাবিব লাগিছিল। পিছে সিহঁতেই অনুৰোধ কৰিলে। তিনিওজনীয়ে সুকীয়া সুকীয়াকৈ। বোধকৰোঁ সেই কাৰণেই জয়াৰ মনত কুৰূপ প্ৰশ্নবোধৰ শিপা মেলিলে। মই মানুক কোলাত লৈ আগৰ দৰেই আহি তেওঁক ঘৰত থলোঁহি। ছোৱালী তিনিজনী চোতালত ৰৈ থাকিল। জয়াক ক'লোঁ, "টৰ্চটো দিয়াচোন।" জয়াই টৰ্চটো মোৰ হাতত নিদি বাৰাণ্ডাৰ বেৰখনত আওজাই থ'লে। মানুক মোৰ কোলাৰ পৰা নি তেওঁ কাকো নেমাতি ভিতৰ সোমাল। মই টৰ্চসহ চোতাল পালোঁহি। ছোৱালী কেইজনীয়ে চিএৰিলে, "বাইদেউ আহিলোঁ, দেই।" কিন্তু জয়াৰ কোনো মাত শুনা নগ'ল। সিহঁতক থৈ ঘৰ সোমোৱাৰ লগে লগেই জয়াক দেখি মন বিমৰিষ হৈ পৰিল। তেওঁৰ যেন হঠাতে পাঁচ বছৰ বয়স বাঢ়ি গ'ল। তেওঁ অস্পষ্ট আৰু নিৰুত্তাপভাৱে ক'লে, "মোৰ লগত এফালে গ'লে মতা মানুহৰ খোজ দি বাৰে বাৰে আগবাঢ়ি যায়। লগত মানুহজনী আহি আছে বুলি পাহৰিযেই যায়। কিন্তু সেইকেইজনীক থৈ আহিবলৈ ইমান সময় লাগিল কিয়? সিহঁতৰ লগত কইনা খোজত নগ'লে আকৌ কথাৰ মহলা মাৰিবলৈ সময় ওলাব ক'ত?"

এয়ে সূত্ৰপাত!

তাৰ পিছত সৰস্বতী পূজাৰ আগতে পাঁচজনী ছোৱালী মোৰ ঘৰত উপস্থিত। জয়া ঘৰত নাছিল। মানু আৰু অকণিক লৈ একে চহৰতে কাম কৰা মোমায়েকৰ ঘৰলৈ গৈছিল, কাৰণ মামীয়েকৰ অসুখ আছিল। মোৰ ঘৰত আছিল কেৱল চাকৰটো। আটাইকেইজনী ছোৱালী কলেজত পঢ়া। লগতে সবিতাও। সিহঁতে আহিছিল পূজাৰ চান্দা বিচাৰি। মই চান্দা দিলোঁ, সিহঁতে বাইদেৱকক বিচাৰিলে। নাই বুলি কোৱাতো সিহঁতে অলপপৰ বহিল। গতিকে চাকৰটোক পাঁচ কাপ চাহ দিবলৈ ক'লোঁ। সিহঁতে "নেলাগে, এইমাত্ৰ খাই আহিছোঁ" বুলি ক'লে যদিও চাহৰ পিয়লা আগত পৰাত পুনৰ আপত্তি নকৰিলে। সিহঁত যেনেকৈ টুকুৰা টুকুৰা হাঁহি বিয়পাই মোৰ ঘৰত সোমাইছিল, সেইদৰেই ওলাই গ'ল। সিহঁত আহিল আৰু গ'ল। এদিনৰ আবেলি এটা যৌৱনৰ পয়োভৰৰে বৰ্ণাঢ্য হৈ পৰিল। ইমানেই। ই কোনো অসম্ভৱ ঘটনা নহয়, একো উল্লেখযোগ্য ঘটনা নহয়। কিন্তু উল্লেখযোগ্য হৈ ৰ'ল সময় আৰু পৰিৱেশ। কোনো বিশেষ পৰিৱেশত কলেজৰ ছোৱালীবোৰ অনন্য হৈ পৰে। কোনো বিশেষ সময়ত সিহঁতৰ লাজ লাজ ভাবটোৱে আৰু সৰু সৰু অনুৰোধবোৰে নাৰীবহুল একাঙ্কিকাৰ সৰস মুহূৰ্তৰ দিঠক ৰচনা কৰে।

এই মুহূৰ্তবোৰৰ কথা মই পাহৰিয়েই গৈছিলোঁ। কিন্তু চাৰি দিনৰ পিছত জয়া ঘৰলৈ আহি দুদিনৰ পিছত কোনো এটা প্ৰসঙ্গলৈ মোক টানি আনি হঠাতে বিতুষ্ট হৈ গুমৰিবলৈ ধৰিলে " যতবোৰ আহিব কেৱল মই নথকাত। মই থাকিলে সিহঁতৰ এনেকৈ আহিবলৈ সাহস হ'বনে? এৰা, তোমাৰ পৰা যদি চল নেপায়, "

তাৰ পিছত আকৌ সেই অমঙ্গলীয়া চিঠিখন। লিখিছে অৰ্পণা শইকীয়াই। পোনতে চিঠিখন পৰিল জয়াৰ হাতত। জয়াই কান্দিলে। কান্দি কান্দি দুদিন ভাত নেখালে। ছয়-সাত দিন ঘৰত পোণা দুটাৰ বাহিৰে আৰু সিহঁতক তুষ্ট কৰিবলৈ খোজা দুই-এষাৰ কথাৰ বাহিৰে কাৰো মুখত মাত নাই। ঘৰুৱা জঞ্জালে ঘৰ বাঁহতল কৰে বুলি আগতে শুনিছিলোঁ। এতিয়া তাৰ প্ৰমাণ পালোঁ। এনে ভাব হ'ল,— মই যেন জীৱনৰ তুচ্ছতাত বন্দী হ'লোঁ, বিদ্ধ হ'লোঁ, মই শেষ হৈ গ'লোঁ। মোৰ মূল্য থাকিল যেন কেৱল এজনী, যিকোনো এজনীৰ দৰে তিৰোতাক আৰু তাইৰ অনাৱশ্যকীয় খেয়ালক তুষ্ট কৰাতহে। মই যেন চীনৰ প্ৰাচীৰৰ সমান দেৱালেৰে ঘেৰা শত্ৰু-শিবিৰত দিন নিয়াইছোঁ। যিমানেই মই আবদ্ধ হৈছোঁ সিমানেই মোৰ মনপখী উৰা মাৰিছে কোনো অজান অখণ্ড মুক্তি ৰাজ্যলৈ—বেদুইনৰ দলৰ মাজলৈ, পূৰ্বৰ গতিচঞ্চল সোণাইপৰীয়া জীৱনলৈ, আৰু এৰি অহা জীৱনটোৰ আদি ভাগলৈ। যিমানেই জয়াই স্বকীয় অভিযোগেৰে মোক হীন কৰিব খুজিছে, স্থবিৰ আৰু ঐককেন্দ্ৰিক কৰিব খুজিছে, সিমানেই মই জীৱনৰ সীমাবদ্ধতাৰ অপৰিহাৰ্য অৱস্থাক ধিয়াই আতুৰ হৈছোঁ, মই নিসঙ্গ হৈছোঁ। জীৱনৰ এই মৰিকল্পী বেদনাৰ কথা উচুপি উচুপি ক'বলৈ বিচাৰিছোঁ কোনো খৰস্ৰোতা অশান্ত নদীক, আকাশ ভেদি বায়ুবেগে চলা জেটৰ বৈমানিকক, জাগতিক বিশৃঙ্খলতাই সৃষ্টি কৰা কোনোবা সদা ভ্ৰমণৰত ৰাষ্ট্ৰদূতক। মোৰ বিহঙ্গ-মনে বিচাৰে গতি, বৈচিত্ৰ্য আৰু চাঞ্চল্য। কিন্তু মই জয়াৰ নাগপাশত বন্দী। জয়ালৈ মোৰ ৰোষ নাই। মোলৈ মোৰ অশ্ৰদ্ধা নাই। কিন্তু মোৰ মনে এতিয়া মোক আৰু জয়াক উলাই কৰি আমালৈ বিতৃষ্ণা হৈ পৰিছে। এই কথা মই জয়াক বুজাব নোৱাৰোঁ। কিজানি এনে অৱস্থাত থকাৰ পিছত পিছৰ বছৰবোৰৰ কোনো এক স্মৃতি-ৰোমন্থনৰ সন্ধিয়া ময়ো এই সাময়িক যন্ত্ৰণাৰ কথা বুজি নেপাম। এতিয়া এক মুক্তিৰ উন্মাদনাই আৰু নিতে নব বৈচিত্ৰ্যৰ দুৰ্বাৰ আকাংক্ষাই মোক লোকৰ প্ৰতি বেছি মনযোগী কৰি তুলিছে, পৰৰ জীৱনলৈ বেছি আগ্ৰহান্বিত কৰি তুলিছে, এৰি অহা বয়সটো লৈ সিক্ত অন্তৰেৰে ভবাইছে। অকস্মাতে, বিয়াৰ চাৰে ছবছৰৰ পিছত মই পলায়নবাদী হৈ পৰিছোঁ, পল্লৱগ্ৰাহী চিন্তা মোৰ সপোনৰ অগোচৰ যদিও মই অকস্মাতে নাৰীৰ সৌন্দৰ্য-পিপাসু হৈ পৰিছোঁ। মই এতিয়া জয়াক মোৰ মনৰ বতৰা বিমূৰ্ত ভাষাৰে জনাবলৈ অপৰাগ। সত্যৰ হেনো কোনো জটিল প্ৰকাশভঙ্গী নাই। এই উক্তি মোৰ হ'লে মনে নধৰে। পৰমাণুৰ মাজৰ বতৰাও সত্য। কিন্তু সেই সত্যৰ আহিলা হ'ল এক বিমূৰ্ত ভাষা—গণিত। এতিয়া মোৰ ভাবনাও বিমূৰ্ত। তাকে জনাবলৈ মই কোনো বিমূৰ্ত ভাষা নেজানো। মই জয়াক জনাব নোৱাৰোঁ,—কিয় এটা সন্ধিয়া সবিতা-বিজয়া-মীৰাক ভাল লাগিছিল, কিয় এদিন কলেজৰ পাঁচজনী ছোৱালীয়ে ফাগুনৰ আবেলিৰ ঋতুৰাগ সানিব পাৰিছিল আৰু কিয় গোলাঘাটৰ অৰ্পণা শইকীয়া নামৰ ছোৱালীজনীৰ পৰিয়ালটোলৈ মোৰ অতি সহানুভূতি উপজিছিল।

গোলাঘাট পাবলৈ আৰু চাৰি মাইল বাকী। তাতে এদিন সন্ধিয়া মোৰ মটৰখন বেয়া হ'ল। উপায়ান্তৰ হৈ ওচৰৰ মানুহঘৰত সোমালোঁ। মোৰ গোলাঘাটত জৰুৰী কাম আছিল। ড্ৰাইভাৰে বহুত চেষ্টা কৰিলে। মটৰ ভাল নহ'ল। গতিকে দুয়ো তাতে থাকিবলগীয়া হ'ল। চাকৰি কৰা আৰু

চৰকাৰে সাজি দিয়া কোৱাৰ্টাৰত থকা মানুহৰ এনেকৈ পৰিয়ালৰ সকলোকে একে লগে থকা দেখিলে সিহঁতক খুব ভাল লাগে আৰু সিহঁতৰ জীৱনটোলৈ খুব মোহ হয়। মই তাৰ ব্যতিক্ৰম নহয়। মোক দেখিয়েই হয়তো মানুহঘৰে গম পালে যে মই অলপ ক্ষমতা থকা বিষয়া। তেনে মানুহ কিজানি সিহঁতৰ ঘৰলৈ নাহেও। সেয়েহে সিহঁতে মোক খুব আপদাল কৰিছে বুলি মোৰ নিজৰ উচ্চমনা অহঙ্কাৰেৰে ভাবিছিলোঁ। কিন্তু অলপ পৰৰ পিছত মোৰ দৃঢ়বিশ্বাস হ'ল যে মানুহঘৰ সঁচাকৈয়ে অতিথিপৰায়ণ। সিহঁতৰ ঘৰত ছটা প্ৰাণী। চাৰিজনী ছোৱালী, এটা ককায়েক আৰু মাক। মাকজনী সঁচাকৈয়ে সাদৰী। অলপ সময়ৰ ভিতৰতে বুঢ়ীয়ে মোৰ লগত খোলোচাকৈ কথা পাতিবলৈ ধৰিলে। পিছত ককায়েকেও। ভাত খোৱাৰ সময়ত গাভৰু ছোৱালী তিনিজনীযেও। সিহঁতৰ ভিতৰত ডাঙৰ হ'ল অৰ্পণা। তাইক বাকী কেইজনীতকৈ বুদ্ধিমতী, অধিক স্পৰ্শকাতৰ, আৰু দায়িত্বশীল যেন লাগিল। তাই বেছ চকুত লগা। সুকীয়া ধৰণৰ চকুত লগা। এই সৌন্দৰ্যত ৰাসায়নিক প্ৰভাৱ নাই। উজ্জ্বল স্বাস্থ্য আৰু স্বাভাৱিক উজ্জ্বল গাৰ ৰঙে যি নিভাজ নিপোটল যৌৱনৰ আভা বিতৰণ কৰিছে, সেই যৌৱনক বেছি চকুত লগা কৰিবলৈ কামতৃষ্ণা জগাই তোলা চহৰীয়া সাজ-পোছাক, প্ৰসাধন, বুকুৰ উন্মাদনা প্ৰকট কৰা বক্ষ-বন্ধনী আৰু চিত্ৰতাৰকা অনুগামী কেশবিন্যাসে লজ্জাবোধ কৰিব। এসময়ৰ গাঁৱলীয়া ল'ৰা হিচাপে মই অৰ্পণাত দেখা পাইছিলোঁ এটি সেঁউজ স্বপ্ন। তাইক ভাল লাগিছিল। গাভৰু কাৰণেও নহয়, ধুনীয়া কাৰণেও নহয়। ভাল লাগিছিল এই কাৰণেই যে গাঁৱৰ সেই সেউজ পৰিবেশত, ঢেঁকী-দবা-কাঁহৰ ধ্বনিৰ মাজত, দূৰণিৰ বিলাপ-পঁযাৰ-বিহুগীত-বনঘোষাৰ ৰিণি-ৰিণি সুৰৰ মাজত, চটি-ফৌকাম-কৰা-কামিৰে সজা খেৰৰ ঘৰটোৰ চেৰেকী-উঘা-যঁতৰ-সূতলাহীৰে গাভৰু গাভৰু লগা বিশেষ কোঠাটোত তাই অতি অসাধাৰণ হৈ পৰিছে। এই পৰিবেশত, এই হঠাৎ নীৰৱ হঠাৎ মুখৰ শান্ত আৰু প্ৰতিনিধিত্বমূলক মোহনীয় ঘৰখনত, তাইৰ বাহিৰে যেন পৃথিৱীৰ সৰ্বোত্তম সুন্দৰীগৰাকীও শোভা নেপায়। মই সেই পটভূমিৰ লগত সমগ্ৰ সত্তাৰে মিলি গৈছিলোঁ, সেই গাঁৱৰে যিকোনো এজন যুৱকৰ আত্মাক যেন খন্তেকৰ কাৰণে কালিয়নত পাইছিলোঁ। মই সিহঁতৰ লগত একীভূত হৈ সাময়িকভাৱে মোৰ প্ৰকৃত বাস্তৱক ভুৱা দিছিলোঁ, চহৰীয়া দম্ভৰ পাহৰিছিলোঁ। পদমৰ্যাদাৰ দুঃহ বোজাটো আঁতৰাই থৈছিলোঁ। সেই কাৰণেই হয়তো সিহঁতে মোক আপোন যেন বুলি ভাবিছিল, বিনা সংকোচে নিজ দুখ-দৈন্যৰ কথা বিবৰিছিল।

মাকে কৈছিল, "জানাই, বোপা, এটাইহে পো। কিন্তু নামতহে। মিটিক দি কিবা টাইপ্ শিকিলে। কিন্তু আজি এবছৰে চাকৰি নাই। ইহঁতৰ দুজনীৰ এজনীক পাঠশালা ইচ্কুলৰ পতিনী সুমুৱাবলৈ যোগেনে কতৰ হাতে-ভৰিয়ে ধৰিলে। সিফালে খেতি-বাতিৰ অৱস্থা হ'ল এয়া। ধান-খেৰৰ মেজিটো দেখিয়েই চাগৈ গম পাইছা।" অৰ্পণা আৰু এজনী ভনীয়েক ওচৰত আছিল। অৰ্পণাই মোৰ ফালে এনেকৈ চাইছিল যেন কথাকেইটা বুঢ়ীৰ মুখেদি তাইহে কোৱাইছিল। বুঢ়ীয়ে যেতিয়া কৈছিল, "বোপা, তুমিয়েই নিজৰ বুলি অলপ ভাবিবাচোন। এইক বা যোগেনক ক'ৰবাত গোজা মাৰি থ'ব নোৱাৰানে?"— তেতিয়া মই অৰ্পণাৰ চকুত দেখা পাইছিলোঁ অজস্ৰ মিনতি। এই অভিভূত হৈছিলোঁ, সিহঁতৰ অৱস্থা দেখি পমি গৈছিলোঁ, নিশ্চিত প্ৰতিশ্ৰুতি দিছিলোঁ। এৰাতিৰ আলহী হৈ মই আপ্লুত হৈছিলোঁ। পুৱা ককায়েক যোগেনক গোলাঘাটলৈ পঠাইছিলোঁ। সি লগত মটৰ গেৰেজৰ পৰা মানুহ এটা আনিছিল। মোৰ মটৰ ভাল হৈছিল আৰু মই চাকৰিৰ চেষ্টা কৰিম বুলি কথা দিছিলোঁ। সেই অনুক্ৰমে চেষ্টাও কৰিছিলোঁ। সমপৰ্যায়ৰ বিষয়া দুজনৰ অফিচত দুটা কেৰাণী কাম খালী আছিল। তাকো গোলাঘাটত। তেওঁলোকক

কৈছিলোঁ আৰু তেওঁলোকক লগ ধৰিবৰ বাবে যোগেনলৈ চিঠিও দিছিলোঁ। যোগেনে তেওঁলোকক লগ পাইছিল বুলি চিঠিও দিছিল। কিন্তু সি যে কাম পালে এই কথা অৰ্পণাৰ চিঠিৰ যোগেদিহে জানিলোঁ।

অৰ্পণাৰ চিঠিখন এনেকুৱা ঃ মটৰ বেয়া নোহোৱাহেঁতেন ক'তনো আমাৰ নিচিনা মানুহৰ ঘৰত সোমালহেঁতেন? বুইছে দাদা, আমাৰ ঘৰত প্ৰায়ে আপোনাৰ কথা ওলায়। আমি ধৰি লৈছিলোঁ,— আপুনি ককাইদেউৰ চাকৰিৰ কাৰণে চেষ্টাহে কৰি চাব। পিছে ইমান সোনকালে চাকৰিটো পাব বুলি সপোনতো ভবা নাছিলোঁ। ককাইদেৱে কাম পোৱা আজি পাঁচ দিন হ'ল। সিও এখন চিঠি দিম বুলি কৈছে। আজি লেফাফা যোগাৰ কৰা দেখা পাইছোঁ। বৌটিয়ে আপোনাক পাৰেমানে আশীৰ্বাদ দি আছে আৰু কৈছে,— আমাৰ ভাল কপাল আছিল, আমাৰ ঘৰলৈ দেউৰাইজৰ দূতহে আহিছিল। বুইছে দাদা, মই ভাবি পোৱা নাই, কেনেকৈ এই ধাৰ সুজিম। আমাৰ যে একো সমল নাই। ভাবিছোঁ, আপুনি আৰু এদিন আহিব। তেতিয়া নিজে কিমান সন্তোষ পাইছোঁ তাকে জনাই অন্তৰৰ ধন্যবাদ যাচিম। তেতিয়াহে কিজানি মনটো ফৰকাল হ'ব। দাদা, সঁচাকৈয়ে আপোনালৈ শ্ৰদ্ধা হৈছে। আপুনি সঁচাকৈয়ে কামৰ মানুহ। নহ'লেনো বৌটিৰ আটাইকেইটা কথা মনত থাকেনে? পাঁচ দিনমানৰ আগতে আমাৰ গাঁৱৰ স্কুলখনলৈ ডি আই আহিছিল। কাম এটা পাবৰ আশাত তেখেতক লগ ধৰিলোঁ। মোৰ নামটো কোৱাৰ লগে লগেই তেখেতে ক'লে যে আপোনাৰ মুখে তেখেতে মোৰ কথা শুনিছে আৰু আমাৰ ওচৰৰ গাঁওখনৰ পাঠশালা স্কুলখনত এটা কাম খালী হোৱাৰ আশা আছে। তেতিয়া তেখেতে মোৰ বিষয়ে ভাবি চাব।

দাদা, প্ৰায়ে আলিটোলৈ চাই চাই ভাবোঁ,—এই ফালেদি কামৰ বাবে যেন আপুনি বাৰে বাৰে আহক আৰু বাৰে বাৰে মটৰ বেয়া হওক। তাকে নেভাবি জানো আন উপায় আছে? আপোনাক সুধিব-পুচিবলৈ জানো আমাৰ সাধ্য আছে? যদি মই কেৱল মাইনৰ পাছ নহৈ আৰু কিবা এটা পাছ হ'লোঁহেঁতেন! তেতিয়াহ'লে এইখনতকৈ কিমান ভাল চিঠি এখন লিখিলোঁহেঁতেন।

আৰু নিলিখোঁ। দীঘল হ'লে কিজানি আপুনি আমনিহে পাব। শেষত নেদেখা বাইদেউ গৰাকীলৈ শ্ৰদ্ধা যাচিলোঁ।

অৰ্পণাৰ চিঠিখন মই কোনো দ্বৈত অৰ্থত লোৱা নাই। মই পঢ়ি একো সিদ্ধান্তলৈ আহিব পৰা নাই। বাৰে বাৰে মোৰ বিশ্বাস হৈছে যে অৰ্পণাৰ মনত মোক চালিজাৰি চাবৰ কোনো অভিপ্ৰায় নাই। গাঁৱৰ সৰলা গাভৰু তাই। মাইনৰ পাছ হ'ব পাৰে, চাকৰিৰ কাৰণে গাঁৱলীয়া গাভৰুৰ স্বভাৱজাত লজ্জা বাদ দি ডি আই ৰ আগত থিয় হ'ব পাৰে, কিন্তু তাই জটিল হ'ব নোৱাৰে। মোৰ দৰে মানুহ এটালৈ তাই চিঠি লিখিবলৈ বাধ্য হৈছে,—কৃতজ্ঞতাৰ আতিশয্যতহে। ডি আই ৰ ওচৰত থিয় হ'বলৈ বাধ্য হৈছে,—অৱস্থাৰ তাড়নাত পৰিহে। মানুহ পৰিস্থিতিৰ দাস। কিন্তু মোৰ একান্ত ইচ্ছাপূৰ্বক বিশ্বাস যে গাঁৱৰ সেই অবৰ্ণনীয় শান্তশ্ৰীত সমাজৰ আন্তৰিক বান্ধোনত, তাৰ সেউজ শিখাৰ মনোৰম আবেষ্টনীত অৰ্পণা বহুবল্লভা হ'ব নোৱাৰে, সুবিধাবাদী হ'ব নোৱাৰে, জটিল হ'ব নোৱাৰে। মোক যদি তাই বহুতৰ শাৰীত পিপাসাৰ নিবৃত্তি বিচৰা পুৰুষ বুলি ভাবিলেহেঁতেন আৰু সেই কাৰণেই মোৰ পৰা সুবিধা আদায় কৰাৰ কথা ভাবিলেহেঁতেন, তাই কেতিয়াও চিঠি নিলিখিলেঁহেতেন আৰু অন্য পন্থা বিচাৰি উলিয়ালেহেঁতেন। সেই দিনাই হয়তো অভিপ্ৰায়ৰ ইঙ্গিত দি তাই মোক তাইৰ কক্ষলৈ টানি আনিবলৈ চেষ্টা কৰিলেহেঁতেন! কিন্তু তাইৰ মনটো সুস্থ কাৰণেই মোৰ দৰে বিবাহিত ডেকাটোলৈ চিঠি দিবলৈ সাহস কৰিছে। ময়ো এই

চিঠি পটি সেয়েহে ৰোমাণ্টিক আবেশত বিমোহিত হোৱা নাই।

কিন্তু জয়া? কলেজীয়া শিক্ষা পাইছে কাৰণেহে তেওঁ উগ্ৰ মূৰ্তি ধৰা নাই। বোধকৰোঁ কথাটোত মই নিৰ্দোষ বুলি প্ৰমাণিত হোৱাৰ কোনো অজুহাত নাই বুলি ভাবি আৰু বিবাহিত জীৱনত প্ৰথম ঘূণে ধৰিলে বুলি ঠাৱৰ কৰি তেওঁ ম্ৰিয়মাণ। তেওঁ ইমান শোকাভিভূত হৈ পৰিছে যে মোক আগৰ দৰে স্পষ্টভাৱে অভিযোগ তুলিবলৈ এৰি দিছে। তদুপৰি অবশ দেহেৰে তেওঁ মোৰ লগত তৰ্ক কৰিবলৈকো নাৰাজ। মাথোন বাৰে বাৰে কৈছে, "মইতো নিজে অহা নাছিলোঁ! তুমিহে আনিছিলা৷ তেতিয়া যে কি ৰকম ৰকম কথা—কেনেবাকৈ নাহোঁ বুলি৷ এতিয়াও কোৱা, মই যাওঁগৈ, বি এ পাছ এনেয়ে কৰা নাই। চৰেই চাকৰি পাইছে। মই নেপামনে? "

—"হেৰা, কিয বাৰু বিষৰ বাষ্প এৰিছা? মনত কি আছে খোলোচাকৈ নোকোৱা কিয়?" মই অতিষ্ঠ হৈ টানি সোধোঁ। তেওঁ কয়, "বুইছোঁ, মতা মানুহবোৰ এনেকুৱাই। একোৱেই তুষ্ট কৰিব নোৱাৰে। এতিয়া মই দুটাৰ মাইকী হৈ আপচু হ'লোঁ নহয়, মোৰ কিবা মূল্য আছেনে? এৰা, পুৰুষ মানেই ভোমোৰা। এঠাইতো থিতাপি লাগিব নোখোজে। দেখিবলৈ যেনিবা বেযা হ'লোঁৱেই, কিন্তু কাৰ গৰজত? মানুহজনী দেখি দয়াও নহয়নে? মানুহজনীৰ মন এটা আছে বুলি ভাবিলেহে৷"

জযাই এনেকৈ ভাবিবই। হয়তো ঈৰ্ষা তিৰোতাৰ ক্ৰনিক ব্যাধি নাইবা তাই দুটা সন্তানৰ লালন-পালন কৰি, চাকৰৰ কামত সন্তুষ্ট নহৈ নিজে দহ-বন আজুৰি শৰীৰ নিশকতীযা কৰি আৰু আগৰ সজীৱতা হেৰুৱাই দুৰ্বল দেহাৰে বেছি ঈৰ্ষাপৰাযণ হৈ পৰিছে। আৰু এটা কাৰণ থাকিব পাৰে। বিবাহিত জীৱনত মধ্যবিত্ত তিৰোতাই নকৈ গঢ়া পৰিযালটোৰ বিশিষ্ট আনন্দৰ বাহিৰে আন বহুত হেৰুৱায। হেৰুৱায, জীয়াৰীকলীযা হাঁহিমুখৰ জীৱন, যৎসামান্য দাযিত্বৰ চিন্তাহীন মন, স্বাস্থ্য, যৌৱন আৰু বহু-বিভক্ত ৰঙীণ সপোনবোৰ। আৰু এটা কথা। মই হ'লে সিমান হেৰুওৱা নাই। আচৰিত কথা যে বিযাৰ পিছত মোৰ স্বাস্থ্য ভাল হৈছে। তাৰ কাৰণ কেবাটাও ঃ চাকৰিৰ উন্নতি, জীৱনৰ নিৰাপত্তা, বিযাৰ পিছত খোৱা-বোৱাত নিযমীয়া হোৱা আৰু পুৱা খালীহাতে ব্যায়াম কৰা তিনি বছৰীযা অভ্যাসটো। মুক্ত বিহঙ্গ হ'বলৈ মোৰ স্থবিৰ জীৱনৰ দাৰুণ আকাংক্ষা আছে, কিন্তু নিয়মিত কাৰ্যক্ৰমৰ জীৱনে মোৰ স্বাস্থ্য উন্নতি সাধিছে। উৰণীযা মনটো অশান্তিৰ ঢৌত থৌকি-বাথৌ হৈছে, ইপিনে কাৰ্যকৰী মনটো স্থবিৰতাত তুষ্ট। মোৰ হয়তো কোনোটো নলিকাহীন গ্ৰন্থিয়ে হৰ্মনৰ যাদুৰে ত্বক নিখুঁত কৰি ৰাখিছে, কোনোবাটোৱে বযসক বাঢ়ি আহিবলৈ বাধা দিছে, কোনোবাটোৱে যৌনাবেগক ক্ষুৰধাৰ কৰিছে আৰু কোনোবাটোৱে হয়তো অনুভূতিৰ ভাৰসাম্য অতিক্ৰম কৰি মোৰ মনটো কল্পনাময়, বৈচিত্ৰ্যলোভী আৰু অস্থিৰ কৰি তুলিছে। ডেৰ বছৰৰ পিছত সেযেহে জয়াৰ বায়েক অৰ্থাৎ মোৰ যাশাহুৱে মোক দেখি জয়াক ইতিকিং কৰি কোৱা শুনিছিলোঁ, "জযা, মানুহটোক ভালকৈ চকু দি থাকিবি অ'। অকলে নেৰিবি। তই লগত নেথাকিলে কোনেও ধৰিব নোৱাৰিব যে তেওঁ বিয়া কৰাইছে।" তাকে শুনি তেতিয়া জয়াই আনন্দতে কৈছিল, "এৰা, চকুত লগা মানুহক লৈ এয়ে বিপদ!" মই তেতিয়া বৰ সন্তোষ পাইছিলোঁ। ভাবিছিলোঁ, জয়াৰ চাগৈ মোক লৈ কিমান গৰ্ব! কিন্তু এতিয়া মই সেই একে চকুত লগা থাকি তেওঁক সঁচাকৈয়ে চিন্তাত পেলাইছোঁ। কিন্তু তেওঁ কিয মোক লৈ চিন্তিত থাকিব? কিয় সন্দেহ কৰিব? কিয় তেওঁ মোৰ মুখলৈ এবাৰো প্ৰশংসামুগ্ধ হৈ চোৱা নাই? তেনেহ'লে তেওঁৰ মানত মই এটা মানুহনে, এটা দেখনিয়াৰ শৰীৰ? মোৰ মন এটা নাই? মই কি প্ৰবঞ্চনা, হৃদয়হীনতা আদি শব্দৰ অৰ্থ নুবুজোঁ?

এৰা, জয়াই কিজানি তেনে বুলিয়েই ভাবে। কাৰণ অৰ্পণাৰ চিঠিখন পাই তেওঁ এইকেইটা সিদ্ধান্তলৈ আহিছে (মই বাক্য-বিনিময়ৰ পৰাই বুজিছোঁ) ঃ (১) মোৰ পৰা আঁসে নোপোৱা হ'লে আৰু মই চিঠি লিখিবলৈ নোকোৱা হ'লে অৰ্পণাই চিঠি নিদিলেহেঁতেন। (২) সিহঁতৰ ঘৰত ৰাতি থাকিব খোজাটো মোৰ মতলব। অৰ্পণাক এল পি স্কুল এখনত সুমুৱালে মই তাইক সঘনে আন ঠাইত লগ পোৱাৰ যথেষ্ট সুবিধা হ'ব।

তেওঁ গোটেই ঘটনাটো এনেভাৱে ফঁহিয়াই পেলাব বুলি মই সপোনতো ভবা নাছিলোঁ। অথচ অৰ্পণাৰ চিঠিখন পোৱাৰ আগতে অৰ্থাৎ সিহঁতৰ ঘৰত ৰাতি থাকি পিছদিনা তেওঁক সকলো কথা কওঁতে তেওঁ মোৰ হিতাকাংক্ষী ইচ্ছাৰ শলাগ লৈছিল। কিন্তু এতিয়া একেজনী জয়াই তেনেই সুকীয়া হৈ পৰিছে। ঘৰখনত এতিযা আনন্দৰ চিন নাই। মই গোমা হৈ থাকিবলৈ বাধ্য হৈছোঁ। তেওঁ ভাববাচ্যত কথা কোৱা আৰম্ভ কৰিছে। নাম কাটি পৰস্পৰক মতাৰ দিন মাথোন স্মৃতিৰূপে ৰৈ আছে। ঘৰুৱা জীৱন দুঃসহ হৈ পৰিছে। লগতে ফুৰিবলৈ তেওঁ অমান্তি। যদি মই এসাজ ভাল কাপোৰ পিন্ধো আৰু এফালে যাওঁ, তেওঁৰ অভিমত শুনো বেলেগ ধৰণৰ ঃ মোৰ হেনো কাৰোবাক ক'ৰবাত লগ পোৱাৰ 'প্লেন' আছে। মই তাৰ কৈফিযৎ নিদিওঁ। কাৰণ, কৈফিয়ৎ দিয়াৰ প্ৰয়োজন নাই। এতিয়া চিকুণ হৈ অফিচলৈ যাবলৈ দ্বিধা হয়, তেওঁৰ ওচৰলৈ কোনোবা ছোৱালী আহিলে পৰিচিত সুৰেৰে মাতিবলৈ ভয় হয। মোৰ ভাব হয, মই যেন পলাতক আচামী আৰু প্ৰতি মুহূৰ্তই যেন চোৰাংচোৱাই মোৰ গতিবিধি লক্ষ্য কৰি আছে।

অৱশ্যে এনেকৈযে বেছি দিন পাৰ নহ'ল। হঠাতে জয়াৰ মাহীয়েকৰ জীযেক মায়া বিচনা-পত্ৰ আৰু ট্ৰাঙ্ক-চুট্‌কেচৰে সৈতে আমাৰ ঘৰত হাজিৰ হ'লহি। তাই আমাৰ ঘৰত কিছুদিন থাকিব। এইখন চহৰৰ ছোৱালী উচ্চ মাধ্যমিক স্কুলত মাযাই চাকৰি পাইছে। তাইক কৰ্তৃপক্ষই স্কুলৰ ছাত্ৰী-আৱাসত থাকিবলৈ সুবিধা কৰি নিদিয়ে মানে আমাৰ ঘৰত থাকিয়েই কাম কৰিব। মায়াৰ ৰূপ আৰু স্বভাৱৰ বিষযে একো নভবাকৈযে ধৰি ল'লোঁ যে মাযাই আমাৰ ঘৰত থাকি চাকৰি কৰাটো নিশ্চয় জয়াই পছন্দ কৰা নাই। কিন্তু এই অনুমান ভুল হ'ল। মাযা অহাৰ লগে লগেই জয়া সুকীয়া হৈ পৰিল। মায়াৰ লগ পাই কিজানি তেওঁ সকলো বিক্ষোভ পাহৰি পেলালে। তদুপৰি এতিয়া আৰু মোৰ লগত জয়াই মনোমালিন্য দেখুৱাবৰ উপায় নাই। তেওঁ জানে যে মায়াই আমাৰ মনোমালিন্যৰ কথা গম পালে তেওঁৰ মাকৰ ঘৰেও গম পাব। তেওঁ এনে হ'বলৈ নিদিযে। মাকৰ ঘৰত বিয়া দিয়া ছোৱালীৰ গৰ্ব হ'ল স্বামীক কেন্দ্ৰ কৰি। মই যে উপযুক্ত স্বামী আৰু তাৰ বাবে যে জয়াৰ মাক-বাপেক সুখী, এই কথা লৈয়ে আনকেইজনী ভনীয়েকৰ ওচৰত, জেঠাযেক-মাহীয়েকৰ জীয়েকহঁতৰ ওচৰতো তেওঁৰ গৰ্বৰ কাৰণ। গতিকে মায়া থাকে মানে জয়াৰ পৰা মই সন্দেহযুক্ত অভিযোগ নুশুনিম। এতিয়া মই জয়াৰ লগত আগৰ দৰেই কথা পাতোঁ। আগৰ দৰেই ল'ৰা-ছোৱালীক ভাল স্কুল এখনত পঢ়িবলৈ দিয়াৰ পৰিকল্পনা কৰোঁ। কেতিয়াবা কেতিয়াবা মই কোঠাৰ পৰা জয়াই মায়াৰ আগত কোৱা কথা শুনিবলৈ পাওঁ ঃ ভিনিদেৱেৰে অমুকটো কৰিলে, ভিনিদেৱৰ তমুকলৈ যাওঁতে ভিনিদেৱেৰে আকৌ আজিকালি গাড়ীখন নিজে চলায়, ভিনিদেৱেৰে কয় কলাৰ থকা কাৰ্ডিগেনবোৰ হেনো ।

মই ৰগৰ পাওঁ। ভাবোঁ, আমাৰ মনৰ ব্যৱধান কিজানি কমি আহিছে। জয়াই কয়, মায়া হেনো খুব ভাল ছোৱালী। তাই বি-এছ্-চি পাছ কৰাৰ পিছতহে হেনো ঘৰখনে ৰক্ষা পাইছে। ল'ৰাবোৰেহে

পঢ়িব নোৱাৰিলে। কেৱল মায়াইহে পৰিয়ালৰ সন্মান ৰাখিলে। মায়াৰ গুণৰ কথা জয়াৰ মুখে শুনি শেষলৈ আমনি পোৱা হ'লোঁ। কাৰণ মোৰ নিজস্ব ধাৰণা এয়ে যে মানুহ দোষশূন্য হ'ব নোৱাৰে। (কিন্তু মায়াৰ দায়িত্ববোধে মোক আকৰ্ষিত কৰিছিল।) তদুপৰি তাই তাইৰ বয়সৰ আৰু তাইৰ শিক্ষাৰ বহুত ছোৱালীতকৈ বেলেগ। নিজক আকৰ্ষণীয় কৰিবলৈ তাইৰ অকণো চেষ্টা নাই। কথাবোৰ সাধাৰণতে শুনেহে, নিজে একো নকয়। ক'ৰবালৈ ফুৰিবলৈ যাবলৈ অকণো ইচ্ছা নকৰে। তাইৰ ব্যৱহাৰো প্ৰীতিদায়ক নহয়। তদুপৰি তাই অতিপাত গহীন। কেতিয়াবা হাঁহি উঠা কথা ওলালে, তাই যিদৰে হাঁহা উচিত বুলি ভাবোঁ সেইদৰে নেহাঁহে। তাইক দেখিলে ভাব হয়,—জীৱনৰ প্ৰাণ-প্ৰাচুৰ্যৰ প্ৰতি তাই বিকাৰগ্ৰস্তভাৱে উদাসীন, প্ৰাণহিল্লোলহীন। বযসৰ আকাংক্ষাত সাঁহাৰি নিদিয়া আৰু নধৰ্ত্তব্য চেহেৰাৰ এই গ্ৰেজুৱেট ছোৱালীজনীযে কোন এলাইবাদু পুৰুষৰ জীৱন বৰ্ণহীন কৰিবলৈ জন্মগ্ৰহণ কৰিছে? তাতোকৈ আগতে ভাব হয়,—তাই কাৰো মন যোগাব নোৱাৰিব, জীৱন কটাব লাগিব পুথিগত বিদ্যাৰ বিকল্পৰে।

মোৰ অনুমান কিমানখিনি সঁচা তাকে জানিবলৈ এদিন জয়াক সুধিলোঁ, "বাৰু জয়া, মায়া আমাৰ ঘৰত থকাত তোমাৰ অকণো মোলৈ সন্দেহ হোৱা নাই? হেজাৰ হওক তাই গাভৰু ছোৱালী।" জয়াই তপৰাই মাত দিলে, "তোমাৰ প্ৰশ্ন শুনিযেই বুজিছোঁ, মই সন্দেহ নকৰি ভুল কৰা নাই। আমাৰ বাই-ভনীবোৰ কিবা তুমি লগ পোৱা পখিলীবোৰৰ দৰেনে?" আকৌ অৰ্পণা শইকীয়াৰ কথা ওলায় বুলি সেই প্ৰসঙ্গ সিমানতে এৰিলোঁ। মই ভাবি পালোঁ, ইতিমধ্যে কিজানি জয়াই মোক লক্ষ্য কৰি আছে। তেওঁ তিৰোতাৰ অন্তৰ্দৃষ্টিৰে জানিব পাৰিছে যে মাযাৰ উপস্থিতিয়ে মোৰ বৰ্ণহীন জীৱন অকণো সৰল কৰা নাই। কাৰণ মায়াৰ লগত কথা পাতিবলৈ মই আমনি পাওঁ আৰু মুখলৈ প্ৰায়ে নেচাওঁ।

এক ধৰণৰ ছোৱালী আছে যাক মই প্ৰাধান্য দিয়া পাছ কথা, যাক সাধাৰণ ভদ্ৰতা দেখুৱাবলৈকো মই ইচ্ছা নকৰোঁ। মাযাই তেনে ধৰণৰ ছোৱালী। সিহঁতৰ মুখৰ পৰা হাঁহিৰ টুকুৰা বিযপি বতাহত চিম্ফনী নোতোলে। সিহঁতৰ মুখমণ্ডলত কোনো অভিব্যক্তিয়ে দেখা নিদিয়ে। সিহঁতৰ অনমনীয় মুখমণ্ডলত সামাজিক পৱিত্ৰতা ৰক্ষা কৰাৰ নিষ্ঠুৰ দৃঢ়তা। সিহঁতৰ নিৰুত্তাপ বাক্য বিনিময়ত কল্পনা নাই, আগ্ৰহ নাই, যৌনৰাগ নাই, আছে গতানুগতিক জীৱনৰ প্ৰাত্যহিক তুচ্ছতা। তদুপৰি মাযা দেখাৰ ফালৰ পৰাও তেনেই নিছলা, কোনো মতে পাঁচ ফুট ওখ, দেহৰ খলাবমা দৃষ্টিযোগ্যভাৱে প্ৰকট নোহোৱা শৰীৰটোৰ চলনভঙ্গী ছন্দ-যতিহীন। মুখমণ্ডলত স্বাস্থ্যৰ লক্ষণ আছে, কিন্তু কাৰুকাৰ্য নাই। ভাব-ভাষাহীন মুখখনলৈ কিবা এটা বিচাৰি পোৱা উচিত বুলি চালেহে মুখত কিঞ্চিৎ কমনীয়তাই ভুমুকি মাৰে। সেই কাৰণেই বৈপৰীত্য হিচাপে জয়াই মায়াৰ দৰে ছোৱালীবোৰ ভাল পায় আৰু সেই কাৰণেই জয়াৰ মুখত মায়াৰ গুণ-গৰিমাই মোক অতিষ্ঠ কৰি তোলে।

যেযে হওক, এঘাৰ দিনৰ পিছত মায়াৰ ছাত্ৰী-আৱাসত থাকিবলৈ ঠাই ওলাল। তাইক আমি থৈ আহিলোঁগৈ। জয়াই তাইক এটা লেম (বিজুলীবাতি নুমালে দৰ্কাৰ হ'ব বুলি), এটা বুক্ চেল্ফ, কেইডালমান আঁঠুৱা তৰা ৰচী আৰু এখন ঘৰত পিন্ধা শাড়ী কিনি দিলে। লগত দি পঠিয়ালে কেইটামান খালী টেমা। মই উপহাৰ দিলোঁ, এটা দামী ভেনিটি বেগ (মই জানো, তাইৰ পোছাক আৰু চেহেৰাৰ লগত সেই শান্তিনিকেতনী দামী বেগটোৱে অসামঞ্জস্যৰ সৃষ্টি কৰিব)। মায়াক ছাত্ৰী-আৱাসত থৈ আহি জয়াই বাৰে বাৰে ক'লে, "এস্, বৰ উৰুঙা উৰুঙা লাগিছে। বেচেৰীজনী ইমান দিন থাকি ঘৰৰে এজনী হৈ পৰিছিল।" মই কিন্তু মায়াৰ অনুপস্থিতি অনুভৱ নকৰিলোঁ। মই কোনোপধ্যে ভাবি

নেপাওঁ যে মায়াই আমাৰ গতানুগতিক জীৱনত সামান্য ৰং ছটিয়াব পাৰিছিল। পিছে মায়ালৈ মই কৃতজ্ঞ। তাই থকা কেইদিন জয়াৰ অন্তৰ্দ্বন্দ্ব সাময়িকভাৱে অন্তৰ্ধান হৈছিল। আমাৰ বৈবাহিক জীৱনৰ যিটো পৰ্যাযত আমাৰ বুজা-পৰা কমি গৈ অনিচ্ছাকৃতভাৱে বিপদসঙ্কুল হৈ পৰিছিল, সেই পৰ্যায়তে মাযাৰ আবিৰ্ভাৱ হৈছিল শান্তিকামী মধ্যস্থতাকাৰীৰ দৰে।

পিছে আকৌ সমস্যা। মাযা থকা সময়ত সবিতা, মীৰা আৰু বিজয়া আমাৰ ঘৰলৈ আহি আছিল। মাযা যোৱাৰ পিছতো সিহঁত আহিবলৈ নেৰিলে। সিহঁতে মোৰ ঘৰত মোৰ পৰাহে বেছি মনোযোগ আকৰ্ষণ কৰিলে। জযাই আকৌ এই কথা লক্ষ্য কৰা হ'ল। এদিন ক'লে, "ইমানদিন মায়া আছিল। কিন্তু মায়াৰ লগততো এনেকৈ কথা পতা নাছিলা। বুজিলোঁ, ইহঁতক নেদেখিলে তোমাৰ হিয়া শাত নহয়। মাযাৰ নিচিনা ছোৱালীযে তোমাৰ পেচ লগোৱা কথা শুনিবলৈ ইচ্ছা নকৰে কাৰণেই তুমি তাইক দেখিব নোৱাৰা।" মই খঙেৰে ক'লোঁ, "কোনে কৈছে মই মাযাক দেখিব নোৱাৰোঁ বুলি? ইহঁতক যদি ইমান বেযা পোৱা, আহিব নেলাগে বুলি নোকোৱা কিয?" জযাৰ কথা বন্ধ হ'ল। কিন্তু আগৰ সন্দেহে তেওঁক আকৌ উক দিলে। ঘটনাৰ এনে অপূৰ্ব যোগাযোগ যে সেই সময়তে অৰ্পণাৰ আকৌ এখন চিঠি মোৰ হাতত পৰিল। কিন্তু মোৰ ভাগ্য ভাল। পিয়নটো অহাৰ সময়ত জয়া ৰান্ধনীঘৰত আছিল। মই খন্তেকতে চিঠিখন পঢ়ি ফালি পেলালোঁ। অৰ্পণাই লিখিছিল, ডি আই জনে মোক চাকৰিটো দিলে। কিজানি আপোনাৰ অনুৰোধতে।

মাযা ছাত্ৰী-আৱাসৰ পৰা প্ৰায়ে শনিবাৰে আহে আৰু দেওবাৰে যায়গৈ। তাইৰ পোছাক বদলিছে, কিন্তু ৰূপৰ উন্নতি সাধন হোৱা নাই। আগতে ঘড়ী নাছিল, এতিয়া ঘড়ী লৈছে। ঘড়ী বান্ধিছে সোঁ হাতৰ ঠাৰিত। আগতে ব্লাউজবোৰৰ হাতবোৰ কিলাকুটিৰ ওচৰলৈ আছিল। এতিয়া ওপৰলৈ উঠি বাহুৰ মাজ পাইছেগৈ। আগতে চেন্দেল পিন্ধিছিল, এতিয়া জোতা পিন্ধিছে। তথাপি তাই অনাকৰ্ষণীয়, নীৰস, অসজীৱ।

জযাই প্ৰতিটো শনিবাৰলৈ আগ্ৰহেৰে বাট চাই ৰয়, মায়া আহিব বুলিয়েই। মায়াৰ বাহিৰে যেন তেওঁৰ জীৱনৰ আন বৈচিত্ৰ্য নাই। মাজে মাজে জয়াই "তাই কেনেকৈ আছে চাই আহোঁ" বুলি কয়। ল'ৰা-ছোৱালীকেইটা চাকৰৰ হাতত থৈ দুয়ো নৱ-বিবাহিত দম্পতীৰ দৰে ওলাই যাওঁ। কিন্তু এতিয়া আগৰ সেই একেলগে ফুৰিবলৈ যোৱাৰ উন্মাদনা নাই। জয়ালৈ খং উঠে। মোৰ নিশ্চিত বিশ্বাস যে জযাই মোক ক্ষমা কৰিব পৰা নাই। তেওঁ উদাৰ হ'ব পৰা নাই, এতিযাও তেওঁৰ চোৰাংচোৱা চকুৱে মোৰ পিছ লৈছে। একেলগে ৰিক্সাত বহি যাওঁতে তেওঁ মোলৈ চায়, এটা কথা জানিবলৈ,—মই আলিত ভেটাভেটি হোৱা ছোৱালীবোৰ চাইছোঁনে নাই! যদি কোনো ছোৱালী মোৰ চকুত পৰিব খোজে, তেতিয়া মই হাত-ঘড়ীটোলৈ চাওঁ। জযালৈ মোৰ ভয। মোক দোষী কৰে কাৰণে নহয়। একেষাৰ কথা বাৰে বাৰে সোঁৱৰাই থাকে কাৰণেহে। কিন্তু তেওঁ মোক যিমানেই নজৰবন্দী কৰিব খুজিছে, সিমানেই মোৰ দৃশ্য উপভোগৰ শক্তি বাঢ়িছে, সিমানেই মই দূৰৈৰ ছায়াময়াৰ কল্পনাত অস্থিৰ হৈছোঁ। কেতিয়াবা ভাবিছোঁ— জয়া সাধ্বী কিন্তু নীচ। সাধ্বীৰ নিৰলসতাই, অসজীৱতাই আৰু তেওঁৰ ঘৰুৱা দায়িত্বৰ অসম্ভৱ গুৰুত্বই মোক জড় কৰিছে।

সেয়েহে সাত দিনৰ আগৰ মোৰ আচৰণ জয়াৰ মানত অমাৰ্জনীয় হৈ পৰিল। আমি ৰিক্সাৰে গৈছিলোঁ মায়াৰ ওচৰলৈ। সময় দুপৰীয়া। গড়কাপ্তানি বিভাগে এঠাইত ৰাস্তা বাঢ়িছে। কুলি ছোৱালী

চাৰিজনীয়ে ৰাস্তাৰ কাম কৰিছে। ৰ'দত সিহঁতৰ যৌৱনপুষ্ট মাটিৰঙী মিহি গালেদি ঘাম বাগৰিছে। সেই ঘাম নীলা আৰু গুলপীয়া শাড়ীৰ আচলেৰে মচিছে। লগে লগে কেৰাহিকৈ চাই ওচৰৰ মহৰী আৰু কুলিকেইটাৰ লগত ৰসিকতাও কৰিছে। মুখত খৈনী ভৰাই পিক্ পেলাইছে। গলোৱা আলকতৰাৰ পৰা ওলোৱা ধোঁৱাৰ মাজেৰে সিহঁত ৰহস্যময়ী হৈ পৰিছে। মূৰত শিলগুটিৰ পাচি লৈ শাৰীৰিক শ্ৰমেৰে আটিল কৰা স্ফীত বুকুৰ পয়োভৰ স্পষ্ট কৰি, লাহী কঁকালেৰে নিতম্বৰ অৱয়ৱ-পৰিধি সমান তালত ছন্দায়িত কৰি সিহঁতে কাম কৰিছে। এই পটভূমিত, এই ৰ'দালি দুপৰত সিহঁতক খুব ভাল লাগিছে। ইহঁতৰ বাহিৰে কাকো এই ঠাইত শোভা নেপায়। ইহঁত এইখন জগতৰ—শিলগুটি, আলকতৰা, ট্ৰাক-বাছ, মহৰীৰ চিএৰ, ধোঁৱা আৰু ধূলিৰ জগতৰ একো একোজনী পৰী। মই সিহঁতলৈ চাওঁ,—প্ৰাণভৰি। এনে ভাব হয়, মই যেন ভাস্কৰ, যেন আপোন হাতেৰে গঢ়া ভাস্কৰ্যকহে চাইছোঁ। জয়াই মোৰ ফালে পোন্দোৱাকৈ চায়। মই গুৰুত্ব নিদিওঁ। এই দৃশ্যপটৰ মাজেদি সিহঁতৰ জীৱনলৈ ভুমুকিয়াই চাবলৈ চেষ্টা কৰোঁ। কিবা এটা জানিব পাৰি ভাবোঁ, ইহঁতৰ জীৱন চাগৈ মোতকৈ কিমান গতিশীল!

এৰা, জয়াই মোৰ এই নজনাৰ তৃষ্ণাক, আনৰ জীৱনত খন্তেকলৈ সোমাই পৰা চেষ্টাক, সহজভাৱে ল'ব নোৱাৰে। সেইদিনা আকৌ মই তেওঁৰ বিৰাগভাজন হৈ পৰোঁ। তেওঁ কয়, "মই নহৈ আন এজনী হোৱাহেঁতেন কেতিয়াবাই গুচি গ'লহেঁতেন। মই বুলিহে ল'ৰা-ছোৱালীকেইটাৰ মুখলৈ চাই । মোৰ খং নুঠে। মই সহজভাৱে, কথোপকথনৰ সীমিত ভাষাৰে ক'বলৈ চেষ্টা কৰোঁ যে কোনো সময়ৰ বিশেষ ৰূপে মোক মুগ্ধ কৰে—আপোন জীৱনত আনক বিমোহিত কৰাৰ একো নাই কাৰণেই। সকলো মানুহ আৰু সকলো নাৰী নিজ নিজ অৱস্থাত অসাধাৰণ। ৰাস্তাত কাম কৰা ছোৱালীজনী সেই সময়ত যেনেকৈ অদ্বিতীয় সুন্দৰী, শ্বিলঙৰ পাইনৰ অৰণ্যেদি পিঠিত খৰিৰ বোজা লৈ বাট বুলি অহা আগে-গুৰিয়ে সমান খাচিৱনীজনীও সেই পটভূমিত অদ্বিতীয় সুন্দৰী। ৰাস্তা সমান কৰা ইঞ্জিনটো চলোৱা মানুহটো, ফেৰীৰ মাজত টিকট দি ফুৰা মানুহটো, নদীত ভাটিয়ালী গোৱা নাৱৰীয়াটো, বজাৰত মাল জোখা দোকানীটো নিজ নিজ পৰিৱেশত অদ্বিতীয়। মই নাটক-চিনেমাত মাজে মাজে জড়িত হৈ পৰা মানুহ। দুটাৰ বাপেকী যদিও মোৰ শিল্পী মনটো জামৰি যোৱা নাই। সেই কাৰণেই মই জীৱনৰ সৌন্দৰ্য দেখোঁ,—ৰাস্তাত আৰু কলেজৰ বাৰাণ্ডাত, ঘাটত আৰু নৈপৰীয়া জীৱনত, পদুলিমুখত আৰু মিহি পৰ্দাৰে সংগোপন জীৱনৰ সন্ধান দিয়া শোৱনি-ঘৰত। সৌন্দৰ্য দেখোঁ পাট-গাভৰুত, নৱ-বিবাহিত বধূত আৰু সন্তানসম্ভৱা মাতৃত্বত, প্ৰণয়-গম্ভীৰ যুৱতীত আৰু চঞ্চলা অভিসাৰিকাত। কিন্তু জয়া মোৰ মনৰাজ্যত প্ৰৱেশ কৰিবলৈ অক্ষম। আগৰ প্ৰশ্নৰ সঙ্গতি ৰাখি কয়, "বুইছোঁ, তুমি মোক এনেকৈ ভুৱা দিয়েই থাকিবা। মই জানো, মোৰ বাহিৰে যিকোনো এজনী ছোৱালী দেখিলেই তোমাৰ মন কিবা হৈ পৰে। চকু দেখিয়েই মই নুবুজো নেকি? বুইছা, তুমি যিমান মোক গাধা বুলি ভাবিছা, মই সিমান গাধা নহয়। "

চূড়ান্ত হতাশাত মই ডুব যাওঁ। মোৰ খং উঠে। এতিয়াও যে তেওঁলৈ মোৰ মৰম আছে, মই এই কথা পাহৰি যাওঁ। কৰ্কশ হৈ পৰোঁ। জয়াই হয়তো মোৰ পৌৰুষৰ বিৰল ব্যৱহাৰ দেখি ভয় খায়। মনে মনে থাকে। প্ৰথমবাৰলৈ জয়াই মোৰ কথা শুনি বকলা নেমেলে।

আগতেই কৈছোঁ, এয়া সাত দিনৰ আগৰ কথা। তাৰ পিছত মাতবোল নোহোৱাকৈ আমাৰ তিনি দিন পাৰ হ'ল। জীৱন বিষময় হৈ পৰিল। এনেতে আকৌ ভগৱানৰ কৃপাদৃষ্টি পৰিল। আকৌ

মায়াক কেন্দ্ৰ কৰিয়েই। আমাৰ ঘৰলৈ বৰুণ আহিছিল। সি ছোৱালীৰ উচ্চ মাধ্যমিক স্কুলৰ কেৰাণী। সি কথা প্ৰসঙ্গত জয়াক ক'লে, "পিছে, বিয়াখন কেতিয়া ঠিক কৰিছে?" জয়াই সুধিলে, "কাৰ?"

"—এস্, নজনা ভাও জুৰিলে কি হ'ব? মায়াৰ আকৌ!"

"তুমি কি কৈছা? মই একো বুজা নাই।"

"তেনেহ'লে নেজানে যদি নকওঁ। মায়াই নিশ্চয় আপোনাক ক'ব লাগিছিল।"

আমাৰ বৰ কৌতূহল হ'ল। শেষত বৰুণে সকলো কথা ক'লে। মায়াৰ 'ভাব' হৈছে এছিষ্টেণ্ট ইঞ্জিনীয়াৰ বিজিত চৌধুৰীৰ লগত। বিজিত আমাৰ ঘৰৰ লগত ভাল। সি জয়াৰ সহপাঠিনী সন্ধ্যা চৌধুৰীৰ (এতিয়া বিবাহিতা) ভায়েক। সি আমাৰ ঘৰলৈ প্ৰায়ে আহে। মায়া আমাৰ ঘৰত থাকোঁতেও সি দুবাৰমান আহিছিল, কিন্তু সি মায়াক প্ৰাধান্য দিয়া নাছিল। পোনতে চিনাকি কৰি দিয়া দিনাৰ বাহিৰে মায়া তাৰ আগলৈ ওলাইছে বুলি মোৰ মনত নপৰে। তদুপৰি মায়া এনে নিবোকা ধৰণৰ ছোৱালী যে তাইৰ ধৰণ-কৰণ আৰু চেহেৰা দেখি বিজিতৰ দৰে চৌখিন ৰঙিয়াল মানুহটো তাইৰ প্ৰতি আকৃষ্ট হোৱাটো প্ৰায় অসম্ভৱ। কিন্তু বৰুণে জনালে যে বিজিতৰ ভাগিনীয়েক এজনী উচ্চ মাধ্যমিক ছাত্ৰী-আৱাসত থাকে কাৰণে তাইক দেখা কৰিবলৈ যাওঁতেই এতিয়া ছাত্ৰী-আৱাসৰ তত্ত্বাৱধানত থকা মায়াৰ লগত তাৰ বেছি মিলামিছি হৈছে। এই কথা ছোৱালীবোৰে ধৰিব পৰা নাই যদিও দুজনীমান মাষ্টৰনীয়ে জানে।

বৰুণৰ কথা শুনি জয়াই অকণো বিশ্বাস নকৰিলে। ক'লে, "অসম্ভৱ। মই জানো, মোক নোসোধাকৈ মায়া ইমান আগবাঢ়িব নোৱাৰে।"

কিন্তু তেওঁৰ অনুমান মিছা। সেইদিনা গধূলি দেওৰেকৰ সৈতে জযাৰ বান্ধৱী মিনু আহিছিল। মিনুৱে ক'লে যে বিজিতে তাইক মায়াৰ কথা উল্লেখ কৰিছে আৰু মায়াক বিয়া কৰালে কেনে হ'ব জানিবলৈ বিচাৰিছে। এইবাৰহে জয়াৰ বিশ্বাস হ'ল। মোৰ কিন্তু বিশ্বাস নহ'ল। মই ভাবিলোঁ, প্ৰস্তাৱটো নিশ্চয় একপক্ষীয়। মোৰ যুক্তি শুনি জয়াই মোৰ অনুমান সত্য বুলি ধৰে ল'লে। যোৱা কেইদিন মায়াৰ কথা আলোচনা কৰাৰ কাৰণেই আমাৰ যুগ্ম জীৱনৰ গতানুগতিকতা কিছু পৰিমাণে আঁতৰ হ'ল। আমি স্পষ্টকৈ পৰস্পৰৰ চকুলৈ চাব পৰা হ'লোঁ আৰু মায়াৰ ভৱিষ্যৎ লৈ ব্যস্ত হৈ পৰিলোঁ। পিছদিনা মোৰ অনুমতি লৈ (যদিও প্ৰয়োজন নাছিল) জয়া মায়াৰ ওচৰলৈ ওলাল। মায়াই তেওঁক দেখি বেছি আগ্ৰহ নেদেখুৱালে। জয়াই বুজি ল'লে যে এটা কাৰণ আছে, নিশ্চয় এই সময়ত বিজিত তাইৰ ওচৰলৈ আহিবলগীয়া আছে কাৰণে তাই অমনোযোগী হৈ পৰিছে। জয়াই ক'লে, "মায়া মই যাওঁগৈ।" তাকে শুনি মায়া বৰ অস্থিৰ হৈ পৰিল।

শেষত ক'লে, "বহচোন। তোক মই এটা ডাঙৰ কথা ক'বলগীয়া আছে। সিদিনা তহঁতৰ তালৈ যাওঁতে তোক ক'ম বুলি ভাবিছিলোঁ, কিন্তু সংকোচ হ'ল।"

"কিন্তু তোৰ কথা মই আনৰ মুখে কিয় শুনিব লাগে? মই তোৰ পৰ?" জয়াই টানি সুধিলে। মাযাই আনফালে চাই গহীনাই ক'লে, "কিন্তু, বাইদেউ, মই কেনেকৈ জানিম যে তেওঁ ইমান চিৰিয়াছ। চাৰি দিন দেখা পালোঁ, দুই-এবাৰ কথা পাতিলোঁ। ইমানেই। তাৰ পিছতে হঠাৎ এদিন আহি ক'লেহি—মই তোমাক বিয়া কৰাব খোজোঁ, তুমি কি ভাবা?"

"তই কি ক'লি?"

"এইটো তেওঁ সহজ কথা সোধা নাই! কিন্তু কথাটো যে তেওঁ কিমান সহজকৈ আৰু পাতল ধৰণে কৈছিল! শুনিয়েই মোৰ বুকু কঁপি গৈছিল৷ তেওঁনো মোত কি দেখা পালে৷ মই তেওঁৰ মুখখনলৈ চাই বুজিবলৈ চেষ্টা কৰিছিলোঁ। তেওঁ কথাখিনি পাতলাই কৈছিল যদিও মুখখন ভয়ানক গহীন। সেয়েহে মই ক'লোঁ,—'মইনো কি ক'ম! মা-দেউতা আছে, ভিনিদেউ আছে, তেওঁলোকেই সকলো।"

"এই কথাটো আন কাকো কোৱা নাছিলি?"

"নাই। কথাটো ওলাইছে যদি তেওঁৰ মুখৰ পৰাইহে ওলাইছে।"

"কিন্তু সাৱধান, মাযা, বেছি আগবাঢ়িবলৈ নিদিবি। দিলেই আৰু তাৰ সেই আগ্ৰহ নেথাকিব।"

"মানুহটো কেনে বাৰু? মই হ'লে তেওঁ কথাটো কোৱাৰ পিছত দুদিন শুব পৰা নাছিলোঁ।"

"ভাল যদিও নেজানো, বেযা যদিও নেজানো।"

জযাৰ কথা শুনি মই বুজি ল'লোঁ যে সিহঁতৰ পাৰস্পৰিক দেখা-শুনাই আন্তৰিক ৰহস্যৰ উৎস অতিক্ৰম কৰিছে। মোৰ আৰু জয়াৰ বিজিতলৈহে এটা কথাত খং উঠিছে, সিহঁত বেছি আগবঢ়া নাই, হয়তো সি স্পষ্ট ভাষাত তাইৰ মনৰ সঠিক সিদ্ধান্তও জানিব পৰা নাই। কিন্তু সি যাকে-তাকে কৈ ফুৰিছে কিয? সি মানুহটো স্ফূৰ্তিবাজ আৰু খোলোচা স্বভাৱৰ। পিছে এনে গুৰুত্বপূৰ্ণ বিষযত সি কিছু অন্তৰ্মুখী হোৱা উচিত আছিল।

কিন্তু মায়া আৰু বিজিতৰ বিষযে একো সিদ্ধান্তলৈ আহিবলৈ আমাৰ সমযকে নহ'ল। আজি দেওবাৰে পুৱা মাযা ওলালহি। আমাৰ পিছফালৰ বাৰাণ্ডাৰ চকী এখনত বহিলহি। মই সাধাৰণতে তাইক প্ৰাধান্য নিদিওঁ, গতানুগতিক আলহী বুলি ভাবোঁ। কিন্তু আজি মই তাইৰ ওচৰৰ চকীখনত বহি দুই-এক আন কথা উলিযালোঁ। আজিযেই পহিলা পৰিচয পালোঁ যে মায়া সলনি হৈছে। তাই স্পষ্টকৈ মোৰ ফালে চাব পাৰিছে, মোৰ লগত আত্মবিশ্বাসেৰে কথা ক'ব পাৰিছে। তাই স্মাৰ্ট হৈছে। জযা তেতিয়া বাথৰুমত। গতিকে মই কিছু সময় মাযাৰ ওচৰত বহিবই লাগিব। এনেতে শুনিলোঁ, ড্ৰযিং ৰুমৰ কাষৰ ৰুমটোত জোতাৰ শব্দ। দেখিলোঁ বিজিত চৌধুৰীক। মনে মনে হাঁহি উঠিল। তাক পিছফালৰ বাৰাণ্ডালৈকে মাতিলোঁ। সি আন এখন চকীত বহিল। মাযাই চুৰকৈ তাক চাই ল'লে। সিও তেনেকৈযে চালে। অৰ্থাৎ সিহঁতৰ মাজত বহুতো নোকোৱা কথাৰ বিনিময হ'ল। মই আৰু সিহঁতৰ কাষত বহি থাকি নিষ্ঠুৰ হ'ব নোৱাৰিলোঁ। আঁতৰি আহিলোঁ। সিহঁতৰ কথোপকথন কাণত পৰিল। চুটি চুটি শব্দ। শব্দবোৰ বাক্য হ'বলৈ নেযায। কিন্তু অৰ্থবোৰ চেনেহৰ জৰীৰ দৰে দীঘল হৈ যায়।

"কি?"

"কালি।"

"কি লিখিছে?"

"পিছত।"

"ভাতৰ কাৰণে?"

"অ। আবেলি।"

মই শোৱনি-ঘৰত সোমালোঁ। বাৰাণ্ডাৰ ফালে মুখ কৰা খিৰিকীখনৰ পৰ্দা এখন কোঁচ খাই আছিল। পৰ্দাৰ সুৰুঙাইদি সিহঁতক চালোঁ। এৰা, এই পৰিবেশত বিজিত আৰু মায়া অসাধাৰণ। মায়া

আজি নতুন সাজত। মুগাৰঙী মেগিয়াৰ ব্লাউজে তাইৰ বাহু ঢকা নাই। টানকৈ পিন্ধা পাটৰ চাদৰখনত বুকুৰ টৌৰ সৰু সৰু উঠা-নমা। তাই চাদৰখনক লৈয়ে বেছি সচেতন হৈ পৰিছে। চাদৰে নঢকা ব্লাউজৰ অংশবোৰলৈ চাদৰখন আনিবলৈ বাৰে বাৰে বুকুত হাত দিছে। আজি তাইৰ কেশবিন্যাসো সুকীয়া ধৰণৰ। মিহি চুলিত তেলৰ চিন নাই। ওঁঠ উজ্জ্বল। কপালত সৰু এটা কুমকুমৰ ফোঁট— বোৱাৰী হোৱাৰ উজ্জ্বল প্ৰতিশ্ৰুতি। চকু মোহনীয়,—মনৰ মাধুৰীৰে। এতিয়া চকুৰ তৰা জ্বলিছে,—জীৱন-মোহত, একাগ্ৰতাত আৰু আত্মবিলুপ্তিত। এইটো এটা বসন্তৰ এজাক বৰষুণৰ পিছৰ মিঠা ৰ'দৰ পুৱা। মোৰ পিছফালৰ বাৰাণ্ডা তিনিখনে আগুৰা আয়তাকাৰ লনখনৰ চাৰিও সীমাত ফুলি আছে নাৰ্জি, ক্ৰিচেন্‌থেমাম্ আৰু দালিয়া ফুল আৰু মাজত সেউজীয়া লন্। তাৰ কাষত সিহঁত। এই পৰিৱেশত সিহঁতক অদ্ভুত লাগিছে। এই পৰিৱেশত সিহঁতত বাদে পূৰ্বৰাগৰ স্বৰূপ বুজোৱা আন কোনো মাধ্যম থাকিব নোৱাৰে। সিহঁত এতিযা অসামান্য। এয়া, এতিয়া বিজিতত মই সাত বছৰৰ আগৰ নিজক দেখা পাইছোঁ। সি আজি পিন্ধিছে এটা ছাঁইৰঙী টেৰেলিনৰ চুট। টাইডাল একে ৰঙৰ। তাৰ চকুত এতিয়া লক্ষ্যভেদীৰ একাগ্ৰতা। ইযাকে দেখি মই অতীতৰ নিজক বিচাৰি পাইছোঁ। নতুনকৈ বিচাৰি পাইছোঁ তেতিযাৰ সুন্দৰী জয়াক, জয়াৰ তেতিয়াৰ সুখী হোৱাৰ দুৰ্বাৰ আকাঙ্খাক।

মোৰ চকু সেমেকি আহিল। শুনিলোঁ, বাথৰুমত পানীৰ আৰু কাপোৰ ঠেকেচাৰ শব্দ নাইকিয়া হ'ল। দুৱাৰ খোল খালে। জয়া ওলাই আহিল। বগা সাজপাৰ পিন্ধি ভিজা চুলি টুকি টুকি জয়া ড্ৰেচিং টেবুলখনলৈ আগবাঢ়ি আহিল। মই ওচৰলৈ গৈ ফুচফুচাই ক'লোঁ, "মাযা আহিছে। তাৰ পিছত ওলালহি বিজিত। সিহঁতক বহুৱাই থৈ আহিছোঁ। বাৰাণ্ডালৈ নোলাবা। সিহঁতৰ অসুবিধা হ'ব। খিৰিকীৰে চোৱা। মাযাক যে আজি ইমান সুন্দৰ লাগিছে।" জযাই খিৰিকীৰে চালে। হুমুনিয়াহো কাঢ়িলে। মই আকৌ ক'লোঁ, "মাযাক আজি বহু পৰ চাই ৰ'লোঁ। এই অৱস্থাত যে তাই কিমান অসাধাৰণ! মই আগতেই কৈছোঁ, জযা, কোনো কোনো অৱস্থাত প্ৰত্যেক মানুহেই সম্ৰাট, প্ৰত্যেক তিৰোতায়েই সাম্ৰাজ্ঞী।"

"লাহে লাহে। সিহঁতে শুনিব।" জযাই মিচিকিয়াই হাঁহি ক'লে। মই আঁসে পালোঁ। আকৌ ক'লোঁ, "মই আগতেই কৈছোঁ নহয়! চাব জানিব লাগে। তুমি আকৌ বাটত ছোৱালী এজনী চালেও কিবাহে ভাবা। মই গল্প লিখা মানুহ নহয় যদিও নিৰাসক্ত হৈ চোৱাৰো অধিকাৰ নাইনে?"

"এস্, সেইবোৰ কথা কিবা মোৰ মনত থাকেনে? তোমাক নবকিনো আন কাক বকিবলৈ মোৰ অধিকাৰ আছে?" জয়াই গহীনাই ক'লে। মোৰ চকুলৈ তেওঁ ৰ লাগি চাই ৰ'ল। হয়তো মোৰ সেমেকা চকুত পুৰণি দিন ঘূৰাই পোৱাৰ চিন দেখা পাই জয়া মোৰ কাষলৈ আহি ক'লে, "মনত পৰিছেনে?" মোৰ মনত পৰা কথা বাদেই, মায়াক আজি দেখাৰ পৰাই আমাৰ পূৰ্বৰাগৰ স্মৃতিয়ে মোক উতলা কৰিছিল। তেতিয়া মায়াৰ দৰেই জয়াই কাম কৰিছিল এটা প্ৰশিক্ষণ কেন্দ্ৰত। আমাৰ এনেকৈয়ে পৰিচয় হৈছিল। আমি এনেকৈয়ে লগ হৈছিলোঁ। ভালেমান সন্ধিয়া প্ৰথমবাৰ ক'ত এনেকৈ মুখামুখি হৈছিলোঁ, এতিয়াও মোৰ সঠিক মনত আছে। নিশ্চয় জয়াৰো মনত আছে। তেতিয়া মই চাৱিশ বছৰত ভৰি দিছিলোঁ, জয়াই বি এ পাছ কৰা চাৰিমাহো হোৱা নাছিল। সেইদিনা জয়া আছিল সাম্ৰাজ্ঞী। নিশ্চয় জয়াৰ চকুত মই সম্ৰাট আছিলোঁ।

"জয়া, মনত পৰেনে, ক'ত আমি প্ৰথম এনেকৈ "

"ওঁ। ব্ৰজেন দাদাৰ ঘৰত। তুমি সোমোৱা দেখি ব্ৰজেন দাদা ৰেডিঅ' শুনিবলৈ বুলি শোৱা

ঘৰটোত সোমাইছিল। অ', অ', তুমি চকুত সেয়া দুখ?"

"এৰা, অজানিতে। মই ভাবিছোঁ "

"কি ভাবিছা, মণি?"

"ভাবিছোঁ, আমি পুৰণা হৈ গৈছোঁ। কিন্তু তুমি যদি মোক সেই বুলিয়েই সন্দেহ কৰি নথকাহেঁতেন, কিমান ভাল হ'লহেঁতেন।"

পিছৰ কথাকেইটা মোৰ মুখৰ পৰা থোকাথুকিকৈ ওলাইছিল। মই ক'বলৈ বিচাৰিছিলোঁ যে আমি পুৰণা হৈ গৈছোঁ, আমাৰ সপোন ৰচিবলৈ নাই, আমাৰ জীৱনলৈ এনেকুৱা নাটকীয় পৰিৱেশ আৰু নাহে। তথাপি আমি ভালকৈ জীয়াই থকাৰ স্বপ্ন ৰচিব লাগিব। তেতিয়াৰ পৰা কোনো পৰিৱেশে মোক সম্রাট কৰা নাই। সেই বুলি মই সন্দেহযোগ্য হৈ পৰিলোঁ কেনেকৈ? —মই এইখিনি কথা কৈ ভাগ্যবলত সৃষ্টি হোৱা আমাৰ জীৱনৰ এই নাটকীয় মুহূৰ্ত নষ্ট কৰিব নিবিচাৰিলোঁ। তথাপি জয়াই মোৰ মনটো বুজি পেলালে,—বহুত দিনৰ মূৰত। জয়া উচুপি উচুপি মোৰ বুকুত সোমাই পৰিল। উচুপনিৰ মাজেদি জয়াই কোৱা শুনিলোঁ, "মণি, মাফ্ কৰা। অলপ-অচৰপ খৰিয়াল কৰি নেথাকিলে জানো ভাল লাগে? " মই জয়াৰ ভিজা চুলিত হাত দি তেওঁৰ মুখত নতুন জেউতি বিচাৰি একাগ্ৰ দৃষ্টিৰে চাই ৰ'লোঁ। আমি বাৰাণ্ডাত বহি থকা বিজিত আৰু মায়াৰ উপস্থিতি পাহৰি গ'লোঁ।

# আবেশ কুণ্ডলী

ৰিক্সাবালাটোক টকা এটা দি পঞ্চাশ পইচা ঘূৰাই পাবলৈ ৰৈ থাকি তাই আলিৰ পৰা ঘৰটোলৈ চালে। বাৰাণ্ডাত কোনো নাই, ভিতৰতো কোনো নাই বুলি অৰুণাৰ সন্দেহ হ'ল, এনেতে ঘৰৰ এটা কোণৰ পৰা সুন্দৰ গান এটা ভাঁহি আহিল ঃ

মনেৰ ছায়াপথে, কেঁপে কেঁপে
থেকে থেকে
চেনা চেনা সুৰ বাজে

নিশ্চয় ঘৰটোৰ এফাল কোনোবাই ভাৰা লৈছে। নিশ্চয় কোনোবা অ' এন জি চিৰ মানুহে।

তাই ভাবিলে, তেনেহ'লে বেডিং আৰু ট্ৰাঙ্কটো ৰিক্সাবালাটোৰ হতুৱাই বাৰাণ্ডাত ৰখোৱাই ভাল হ'ব।

ৰেকৰ্ড-প্লেয়াৰত গান বাজি থাকিল। সুন্দৰ বঙলা গান। শ্যামল মিত্ৰৰ পুৰুষোচিত কণ্ঠস্বৰ।

মনে পৰে তোমাৰ লাজুক
সম্বোধন
আবাৰ হ'বে দেখা, ৰইল নিমন্ত্ৰণ

এইখন ঘৰনে মৰিশালি? বেডিংখন ৰিক্সাবালাৰ মূৰৰ পৰা ধমহ্‌কৰে পৰিল। ট্ৰাঙ্কটোৱে পকা ভেটিত ঘঁহনি খাই কৰ্কশ ধাতব ধ্বনি তুলিলে। তথাপি কাৰো সাৰ-সুৰ নাই। ঘৰত কোনো নাই নেকি? তাই আহিছে চাৰি মাহৰ মূৰত। বাছ ষ্টেচনলৈ মানুহ এটা পঠিওৱা পাছ কথাই, ঘৰতো মানুহ নাই। বিয়া নিদিয়া ছোৱালীজনী ঘৰখনত ইমান অদৰ্কাৰী হৈ পৰিলেনে?

ৰেকৰ্ড প্লেয়াৰটো বন্ধ হ'ল। এইবাৰ বোধহয় গান শুনি থকা মানুহটোৱে কোনোবা অহাৰ সঁহাৰি পালে। অৰুণাই দেখিলে, পায়জামা আৰু নোমল বুকুত জালৰ দৰে গেঞ্জি পিন্ধা ডেকা এটাই বাৰাণ্ডালৈ আহি চিঞৰিলে, "তাৰচ্! তাৰচ!"

অৰুণাই বুজিলে, 'তাৰচ্' কিজানি এই মানুহটোৰ পাৰ্চনেল পিয়ন বা ভাত ৰান্ধনি।

সি সুধিলে, "আপুনি! অহাৰ কথা আছিল জানো?"

তাই ক'লে, "নাছিল। নৱেম্বৰত পৰীক্ষা। হোষ্টেলত থাকি বেয়া লাগিল। বন্ধত তাত থাকি ভালো নালাগে।"

তাৰ বোধহয় তাইৰ অৱস্থাটো দেখি বেয়া লাগিল। সি আকৌ সুধিলে, "আপুনি আহিব বুলি ইহঁতে জানে জানো?" তাই ক'লে, "নিশ্চয় জানে। মই দুখন চিঠি দিছিলোঁ। এখন মালৈ, এখন

নবৌলৈ।”

তাই বাৰাণ্ডাত থকা মুঢ়াটোতে বহিল। তাইৰ অজানিতে এটা হুমুনিয়াহ ওলাই আহিল। কিমান আশাদশা কৰি যে তাই বিশ্ববিদ্যালয়ৰ ছাত্ৰী-নিবাসৰ পৰা পূজাৰ বন্ধত ঘৰলৈ আহিছিল। ভাবিছিল, নতুন নবৌয়েকক পাব, ককায়েকক নতুন ৰূপত পাব, মাকক নতুন শাহু হিচাপে পাব আৰু উখল-মাখল আপোন ঘৰখনত তাইৰ আপোন সন্তাপ, দীনতা-হীনতা কেইদিনমানলৈ পাহৰি পেলাব। ছাত্ৰী নিবাস তাইৰ অকণো ভাল নালাগে। ছাত্ৰীবোৰ স্নাতক হোৱাৰ পিছতেই নীৰস হৈ পৰে। স্নাতকোত্তৰ ছাত্ৰী নিবাসত আনবোৰ কলেজ হোষ্টেলৰ প্ৰাণ-চঞ্চলতা নাই। আছে কিছুমান ‘কেৰিয়াৰিষ্ট’, কিছুমান এম-এ পাছ কৰি হেড্ মাষ্টৰণী হ’বলৈ বিচৰা ভদ্ৰ মহিলা, কিছুমান আত্মক্ষয়ী উপায়েৰে মনৰ দীনতাক বনবাস দিব খোজা পলায়নবাদী, আৰু ৰূপ-অভিমান-ঐশ্বৰ্যক মূলধন কৰা কিছুমান অপেশ্বৰী,—ধনীৰ দুলালী। ইয়াৰ ভেটিত গভীৰ জীৱনৰ দৃঢ়তা নাই, আছে বলুকাৰ আবিৰ আৰু সঘন স্বপ্নভঙ্গ। সেই কাৰণেই অৰুণাই বৰ আশাৰে ঘৰলৈ আহিছিল আচল চেনেহৰ উম ল’বলৈ। কিন্তু ইয়াতো যে স্বপ্নভঙ্গ হৈছে।

“মা বাৰু ক’লৈ গ’ল?”

“পুনিৰামক ঘৰ্ঁত থৈ মিটিং এখনলৈ গৈছে।”

“কিহৰ মিটিং?”

“প্ৰদেশ মহিলা কমিটীৰ সভাপতি আহিছে। আৰু কোনোবা মহিলা মন্ত্ৰীও আহিছে হ’বলা।”

এনেকৈ কৈ সি তাইক আনন্দ দিবলৈকে হাঁহিলে। অৰুণাৰ ওঁঠত যৎসামান্য মিচিকনি বিৰিঙিল। কিন্তু এই মিচিকনিয়ে গাভৰু বয়সৰ উচ্ছল আনন্দ লুকুৱাই গাভৰু মনৰ পোৱা-নোপোৱাৰ বেদনাহে ব্যক্ত কৰিলে।

“পুনিৰাম ক’লৈ গ’ল?”

“সি বৰ ধিতিঙা। কৰবাত চাগৈ মেল মাৰি আছেগৈ। এতিয়া এটা কথা। আপুনি ভাগৰে-জিগৰে আহিছে, অলপ জিৰণি লওকগৈ। মই ষ্টোভত অলপ পানী গৰম কৰিবলৈ দিওঁ। মোৰ ষ্টকত দুয়োটা বস্তু আছে। চাহো, কফিও। কোনটো খাব?”

তাই একো নামাতিলে। ইতিমধ্যে তাৰচে তাইৰ মালবস্তুবোৰ ভিতৰত সুমুৱালেগৈ। তাই কিন্তু ভিতৰলৈ নগ’ল। ঘৰখন বাঁহতল যেন লাগিল। এনে এখন বাঁহতলত যেন সাপ আছে, জোক আছে, কুকুৰনেচীয়া আছে।

তাই আঁতৰত ষ্টোভৰ ফোচ্‌ফোচনি শুনিলে। তাৰচ্ বোলা মানুহটোৱে তেনেহ’লে চাহ বা কফি বনোৱাত লাগি গ’ল। যিয়ে হওক, ড্ৰয়িং ৰুমটো খোলা আছিল। এখন চকীত সি বহিল। পোনে পোনে থকা চকীখনত অৰুণা বহিল। ভাগৰুৱা চেহেৰাটোৱে অৰুণাক বেছ ভাল লাগিছে। তাই যেন কোনোবা ‘ফ’টোজেনিক্’ স্বাস্থ্যৱতী অভিনেত্ৰীহে। আউল-বাউল চুলি, আউল-বাউল মন। প্ৰণয়-গভীৰ আৰু জীৱনক স্বাগত জনোৱাৰ বয়স। এটা গধূলি কোমল কৰা স্বপ্নসম উপস্থিতি। উদাসী সন্ধ্যাৰ শুকুলা শেৱালি। এতিয়া, বিজুলী বাতিয়ে স্বাভাৱিক ৰূপক বিকৃত কৰা শিৱসাগৰত, এই সন্ধিয়াটোত, অৰুণাৰ মুখামুখি হৈ তাৰ বৰ ভাল লাগিছে। বহুত দিনৰ মূৰত সি যেন আজিহে পৌৰুষ পাইছে। এই পৌৰুষে যেন তাইক বেছি কমনীয় আৰু নমনীয় কৰিছে। এতিয়া তাৰ ভাব হৈছে, ফুলৰ দৰে সুন্দৰ আৰু

স্বাভাৱিক এই মুখখনৰ তুলনাত দিখৌৰ মথাউৰিযেদি লাহ্-বিলাহেৰে ঘূৰি ফুৰি সন্ধিয়াৰ গোন্ধ লোৱা আনবোৰ ছোৱালী যেন প্লাষ্টিকৰ ফুলহে।

তাৰচে দুকাপ কফি থ'লেহি। অৰুণাই কফিৰ কাপত লাজুক চুমা এটা দি সুধিলে, "তেনেহ'লে, আপুনি এইখিনি পালেহি কেনেকৈ? দুবছৰৰ আগতেহে শুনিছিলোঁ বোলে আপুনি কিবা এটা পঢ়িবলৈ গৈছিল।"

"তাত এবছৰহে থাকিলোঁ।"

"কি পঢ়িলে।"

"পেট্ৰোকেমিকেল্‌ছ।"

"অ' আই, এইবোৰ নাম দেখোন শুনিলেই ভয় লাগি যায়।"

এনেতে তাৰচে দুখন তামোল থ'লেহি। তাই ভাবিলে, এওঁ পেট্ৰোকেমিকেল্‌ছ পঢ়ি আহিছে যদিও তামোল-ছালি এৰি টুথপেষ্টৰ বিজ্ঞাপনত থকা চাহাববোৰৰ দৰে হ'ব খোজা নাই। ওপৰ পাৰিৰ কেইটামান দাঁতত তামোলৰ স্থায়ী দাগ আছে। এওঁৰ নাম বিমান। গুৱাহাটীতে চাৰি বছৰৰ আগৰ চিনাকি। বিচক্ষণ ছাত্ৰ হিচাপে এওঁৰ নামটো বহুতৰে পৰিচিত আছিল। কিন্তু যোৱা কেইবছৰৰ ভিতৰত অৰুণাৰ আপোন মনৰ পৰিধি ইমান সংকুচিত হ'ল যে তাইৰ এতিয়া এওঁৰ নাম বিমান শইকীয়া আছিলনে, গোস্বামীয়েই আছিলনে, ফুকনেই আছিল, একো মনত নাই। তাই ভাবে, সম্ভাৱনাপূৰ্ণ ল'ৰাবোৰ দোপত দোপে উন্নতি কৰি যোৱা আৰু বহুত ক্ষমতাসম্পন্ন কন্যাদায়গ্ৰস্তৰ চকুত পৰাৰ লগে লগেই স্বপ্নাতুৰ ছোৱালীৰ মনৰ পৰা সেইবোৰ নাম মোচ খাই যায়।

"গান শুনিব নেকি?"

"লং-প্লেয়িং ৰেকৰ্ড আছে?"

"আছে। ভালেমান আছে।"

"বঙলা গান শুনি আপোনাৰ বৰ ভাল লাগে?"

"সদায় ভাল নালাগে। কিন্তু এটা গান বৰ ভাল লাগে। কথাভাগত হয়তো ভুৱা অনুভূতি আৰু ছলনাময় গভীৰতা আছে। কিন্তু গাওঁতাজনৰ হৃদয়ৰ ঐশ্বৰ্যই গানটোৰ প্ৰতিটো লয়ক জীৱনৰ ছন্দ দিছে।"

"অ' আই, পেট্ৰোকেমিকেল্‌ছ পঢ়িও এইবোৰ ভাবিবলৈ সময় পায় ক'ত? আৰু মনলৈনো এইবোৰ কথা আহে কেনেকৈ? তাকো কৈছে সাহিত্যিকৰ দৰে। বাৰু কোনটো গান ভাল লাগে?"

"ভীৰু ভীৰু চোখে চলে গেলে । শ্যামল মিত্ৰৰ। শুনিলে এনে ভাব হয় যেন শব্দৰ টুকুৰাবোৰ গোট খাই কেমিষ্ট্ৰিৰ, কয়লাৰ চেইন্‌ড্ মলিকুলৰ দৰে,—এজনী লাকুজী তিলোত্তমাৰ সৃষ্টি হয়। গানটো শুনিলে এনে ভাব হয়— এইমাত্ৰ যেন মোৰ আগতে এজনী ছোৱালী গাভৰু হৈছে, এই পৰিবৰ্তনকে তাই হাজাৰ প্ৰকাৰে দেখুৱাইছে,—লাজুকতাৰে, ভাষাৰে, অচিন ছন্দেৰে। তেতিয়াহে মই এটা আচল সত্য বিচাৰি পাওঁ। — ছোৱালীৰ লগত বিজাব পৰা একো বস্তু নাই। কেৱল ঋতু পৰিবৰ্তনৰ লগতেহে ।"

"দেখিছোঁ ৰংপুৰ পাই আপুনি আচল সাহিত্যিক হৈ পৰিল। কবিতাও লিখে নেকি?"

"ৰসায়নৰ ফৰমুলাবোৰহে তাতকৈ সহজে লিখিব পাৰোঁ। সেয়াও কিন্তু কবিতাতকৈ নীৰস

নহয় দেই।”

“কিন্তু ছোৱালীৰ আগত ছোৱালীবোৰৰ কথা এনেকৈ কৈছে কিয়?”

“ঠিক আওপকীয়াকৈ মুখৰ আগৰ ছোৱালীজনীক প্ৰশংসা কৰিবলৈ নহয়,—অৰ্থনীতিৰ ছিলেবাচে নিজক জানিবলৈ বাধা দিছে বুলিহে সোঁৱৰাই দিলোঁ।”

অৰুণা গহীন হ'ল। কিন্তু মনত বিজুলীৰেখাই ছবি আঁকিলে। তাই লাজুক দৃষ্টিৰে বিমানলৈ চালে। সি চাওঁতে তাই চকু নমাই আনিলে। এতিয়াহে তাৰ উপস্থিতিয়ে তাইৰ প্ৰাণত হিল্লোল তুলিলে। তাই ঘামিছে; সুন্দৰ হৈছে। তাই দিখৌ আৰু দিখৌৰ সোঁত হৈছে। তাই যেন ঘাঁহনি আৰু ঘাঁহনিৰ সেউজ। তাই কঁপিছে। সন্ধিয়া ডাঠ হৈছে। তাইৰ ভয় লাগিছে। লাজুক ভয়। প্ৰাণচঞ্চলকাৰী ভয়। সঞ্জীৱনী সুধাই হৃদয়ৰ দুকুল ওপচাই দিযাৰ ভয়। বিমানকো তাই বুজা নাই, বিমানেও তাইক বুজা নাই। তাই নিজকো বুজা নাই।

শেষত নতুনকৈ শিল্প-নগৰী হ'ব খোজা, গ্ৰাম্য জীৱনৰ ভিত্তি অচিৰে নিশ্চিহ্ন হ'বলৈ ধৰা শিৱসাগৰৰ সন্ধিয়াটোৰ গৰুৰ হেম্বেলনি, হাঁহ-পাৰৰ কুৰুলি, নেগেৰাৰ অস্পষ্ট ধ্বনি আৰু অচিন বাঁহীৰ সুৰ ভেদ কৰি ঘৰৰ আগত এখন মটৰ ৰ'লহি। অৰুণাৰ মাক আৰু জয়মতী মাষ্টৰণী মটৰৰ পৰা নামিল।

মাক যেতিয়া ঘৰত সোমাল তেতিয়া অৰুণা শোৱনি ঘৰত। তাই জানিও বাৰাণ্ডালৈ ওলাই নাহিল। মাকে তাইক উচুপি থকা অৱস্থাত দেখিলেগৈ। কিয় উচুপিচে জানিবলৈ চেষ্টা নকৰি মৰমহে কৰিলে। উলহ-মালহ কৰি তাইক বহুত সুধিলে। তাই চুটি উত্তৰ দি মাকৰ উৎসাহ বন্ধ কৰিলে। মাকে ইমান পৰ আঁতৰত থকাৰ কৈফিয়ৎ উপযাচি দিবলৈ ধৰিলে। আৰু তাই মাথোন ঢলি পৰি বাতৰিকাকতখন পঢ়াত ব্যস্ত হ'ল।

আকৌ ঘৰখন নিজম পৰিল। আকৌ ৰেকৰ্ড প্লেয়াৰৰ পৰা একেটা গানেই ভাঁহি আহিল

আবাৰ হ'বে দেখা ৰইল নিমন্ত্ৰণ, এই যে ভালবাসা, এই যে যাওয়া আসা ছায়াতে কাযা

“মা, তেওঁ ইয়াত কিমান দিন আছে?”

“তিনিমাহ। পিছে তেওঁৰ যাবৰে হ'ল। আন ভাৰা লোৱা মানুহলৈ খবৰ পঠিয়াইছোঁ।”

“ক'লৈ যাব?”

“গুজৰাটলৈ বদলি হৈছে। দশমীৰ পিছদিনাই যোৱাৰ কথা।”

তাই আৰু হতাশ হ'ল। তেনেহ'লে আৰু তিনি দিনহে।

আঠমান বজাত দেউতাক ওলালহি। আন পেঞ্চনভোগী মানুহ কেইজনমানৰ লগত কথা-বতৰা পাতি তেওঁ সদায় এনে সময়তে ঘৰ ওলায়হি। ককায়েক আৰু চাৰিমাহৰ পুৰণি নবৌয়েকৰ কোঠাটোৰ দুৱাৰখন বন্ধ দেখি তাই ইচ্ছা কৰিয়েই একো নুসুধিলে।

মানুহে আজি দেৱীক প্ৰতিষ্ঠা কৰিছে। সেয়েহে এতিয়া চাৰিফালে ঢোলৰ মাত। ঢোলৰ মাত আৰু জনতাৰ উচ্ছ্বাসে প্ৰতিমাক প্ৰাণ দিছে। কিন্তু ঘৰত পূজাৰ বন্ধটো কটাবলৈ আহি অৰুণা ভাগি পৰিছে। তাই ভাবিছিল,—আগতে তাইৰ লগ নাছিল বাবে এইবাৰ নবৌয়েকৰ লগতে সকলো ঠাই ঘূৰি মনৰ উলাহেৰে পূজা চাব। কিন্তু ককায়েক বৰুণেহে পূজাৰ বন্ধত শহুৰেকৰ ঘৰলৈ যাবলৈ বেছি খদমদম লগালে। এৰা, কেইবছৰমানৰ ভিতৰতে নতুনকৈ গঢ় লোৱা শিৱসাগৰখনকে শিল্পৰ অগ্ৰগতিয়ে

সুকীয়া কৰিলে। মধ্যবিত্তৰ দাৰুণ সন্ধিক্ষণে মানুহক স্বাৰ্থপৰ কৰিলে। এতিয়া কোনেও কাৰো কথা হৃদয়েৰে নাভাবে। সকলো নিজক লৈয়ে ব্যস্ত। পৰিয়ালৰ সংহতিত ভাঙোন ধৰিছে। এতিয়া ককায়েকে ভনীয়েকৰ ভৱিষ্যৎ নাভাবে, ভনীয়েকেও ককায়েকৰ ভৱিষ্যৎ নাভাবে। মাথোন বুঢ়া বাপেকবোৰে গতানুগতিক মৰমেৰে— অদৃষ্টত বিশ্বাস ৰাখি— উদাসীনতাৰে দিন কটায়। কেৱল এনাজৰী যোৰা লগাবলৈ চেষ্টা কৰে মাকবোৰেহে। কাৰণ মাতৃ হ'ল জীৱনৰ অবিচ্ছেদ্য প্ৰতীক।

ভাগৰ লাগি আহিছে যদিও অৰুণাৰ টোপনি নাহিল। তাইৰ পৃথিৱীৰ সকলোতকৈ খং উঠিল— মাকলৈ, বাপেকলৈ, ককায়েকলৈ, আনকি ভালকৈ জনাজনি নোহোৱা নবৌয়েকলৈয়ো। আৰু খং উঠিল ছাত্ৰী নিবাসৰ মেট্ৰনজনীলৈ, একে কোঠালিতে থকা বান্ধৱীকেইজনীলৈ। তাইক যেন পৃথিৱীৰ সকলোবোৰ স্বাৰ্থপৰতাই এন্ধাৰৰ ৰূপ লৈ গিলিব খুজিছে!

তাইৰ বেছি বিক্ষোভ হৈছে বৰুণলৈ। সি স্থানীয় কলেজৰ অধ্যাপক। আজি কেইবছৰমানৰ পৰা তাৰ ঘৰত মন নবহা হৈছে। খাবৰ সময়ত ঘৰলৈ আহে হোটেললৈ অহাৰ দৰেহে। ঘৰত থকা সময় হয় শোৱে নহয় কিতাপ পঢ়ে। বিয়াৰ পিছত কেনে হৈছে এই পৰ্যন্ত অৰুণাই নেজানে। কিন্তু এটা কথাৰ কাৰণেহে তাই তাক ক্ষমা কৰিব নোৱাৰে। তাৰ বিয়াৰ আগতে তাইৰ বিয়াৰ চেষ্টা কৰাৰ কথা তাক মাক-বাপেকে কওঁতে সি দুবছৰেও একো আগ্ৰহ দেখুওৱা নাছিল আৰু তাৰ বিয়াৰ পিছত তাইক মাক-বাপেকে এম এ পঢ়িবলৈ পঠোৱাৰ পিছত তাই কি বিষয় লৈ পঢ়িব এই কথাও সি সোধা নাছিল। সি হয়তো ভাবিছিল যে অৰুণাৰ বিয়া হোৱালৈ বৈ থকাৰ কাৰণেই তাৰ বিয়াৰ পলম হৈছিল। সেই কাৰণেই বিয়াৰ আগতে সি ঘৰত আলহী থকাৰ দৰে আছিল। ঘৰুৱা কথা সুধিলে খং দেখুৱাইছিল। অৰুণা ঘৰত থাকোঁতে সি ঘৰত কাম-বন কৰা ল'ৰা ৰখা নাছিল। কিন্তু বিয়াৰ পিছত ঘৈণীয়েকে কেনেবাকৈ কষ্ট পায় বুলি এমাহৰ ভিতৰতে পুনিৰামক ৰাখিলে।

তাইৰ ভাব হ'ল—ইয়াত সকলো স্বাৰ্থপৰ। দেউতাকো। স্মৃতি ৰোমন্থন কৰি সুখ পায় কাৰণে তেওঁৰ লগ হ'ল পেঞ্চন পোৱা বুঢ়াবোৰ। ছোৱালীজনী এঘৰত সোধাবৰ বাবে যি চেষ্টা কৰিব লাগে, তেনে চেষ্টাৰ বাবে নিজে গঢ়া পৃথিৱীখন খন্তেকৰ কাৰণেও তেওঁ ত্যাগ কৰিব নোৱাৰে। বুঢ়া কালৰ এলাহৰ আৰু দীৰ্ঘ সুপ্তিতাৰ আৰু মুক্ত জীৱনৰ সুখকণ আনৰ কাৰণে তেওঁ বলি দিব নোৱাৰে। মাকো স্বাৰ্থপৰ। ঘৰুৱা জীৱনৰ গতানুগতিকতাৰ পৰা মুক্তি বিচাৰিয়েই মাকে আজিকালি মহিলা সমিতিত শৰণ লৈছে। নুমলীয়া জীয়েকজনী চাৰি মাহৰ মূৰত ঘৰলৈ আহিব বুলি জানিও মাকে মাথোন এটা সন্ধিয়া ঘৰত থাকি নিজৰ এদিনৰ সঙ্গসুখ ত্যাগ কৰিব নোৱাৰিলে। চাহ বাগিচাত কাম কৰা ডাঙৰ ককায়েকটোও সেই—ঘৈণীয়েকৰ অসুখ হৈছে বুলি কৈয়ে যোৱা চাৰি মাহে টকা পঠিওৱা নাই। সিফালে সাতবছৰীয়া পুতেকটোক শ্বিলঙৰ ডনবস্কোত ৰাখিছে। এতিয়া ডাঙৰ ককায়েকে পূজাৰ কেইদিনৰ বন্ধত সোণাৰিৰ পৰা বাপেক-মাকক চাবলৈকো অহা নাই। কিজানি অহা-যোৱা আৰু উপহাৰ আদি অনাত খৰচ হ'ব বুলিয়েই। বিয়া দিয়া বায়েকজনীও স্বাৰ্থপৰ। সিহঁতৰ দুয়োটাই চাকৰি কৰে আৰু দুয়োটাই খুব ব্যস্ত ভাব দেখুৱায়। সিহঁতে সময়ৰ ইমান নাটনি যেন দেখুৱাইছে যে তিনি বছৰ ইয়ালৈ অহাকে নাই। আজিকালি চিঠি দিয়াও পাতলিল।

কোনেও কাৰো কথা নভবাৰ দিন আহিল। দেশৰ অগ্ৰগতি হ'ল, কিন্তু মানুহৰ স্বাৰ্থপৰতাৰ অকণো সলনি নহ'ল। নিজৰ ভৱিষ্যৎ, নিজৰ অভিমান, নিজৰ প্ৰতি মৰম, আৰু নিজৰ আমোদ-প্ৰমোদ

লৈয়ে সকলো ব্যস্ত। সেয়েহে যিমানেই জনসংখ্যা বৃদ্ধি হৈছে, যিমানেই জাতীয়কৰণ আৰু সমবায়ৰ কথা ওলাইছে, সিমানেই মানুহ নিজৰ পৰিধিত নিজে অকলশৰীয়া হৈছে। দেশত অশান্তি বাঢ়িছে।

তাইৰ টোপনি নাহিল। মাথোন অস্থিৰ মনলৈ শান্তি আনিলে সন্ধিয়াৰ সোঁৱৰণে। কিন্তু এই শান্তিয়ে সোনকালে বেছি অশান্তি জাপি দিলে। এটা কোঠাৰ সিপাৰে বিমানৰ কোঠা। এতিযাও লাইট জ্বলি আছে। 'নিম্ন ভলিউম'ত গান চলিছে। সম্ভৱ গান শুনি শুনি সি কিতাপ পঢ়ি আছে। যদি সি তাইৰ কথা ভাবিয়ে শুব পৰা নাই? হ'বও পাৰে। অলপ পিছতে বাৰাণ্ডাত তাৰ ছেণ্ডেলৰ শব্দ শুনা গ'ল। তাই লাহেকৈ দুৱাৰখন খুলি ওলাই আহিল। আগৰ দৰে দুৱাৰখন জপাই থ'লে। তাইৰ ভয় নালাগিল। কাৰণ মাকে তাইক বাহিৰলৈ অহা বুলি গম পালে তাই ফাঁকি দিব,—বাথৰুমলৈ অহা বুলি ক'ব।

তাই চোতালত থিয় হ'ল। হাতৰ বিচনীখনেৰে থৰক-বৰক শব্দ এটা কৰিলে। বিমান লাহে লাহে আগুৱাই আহিল। তাইক দেখি সি আচৰিত হ'ল, ৰোমাঞ্চিত হ'ল। কিন্তু সহজাত বুদ্ধি অনুসৰি সি তাইক কথা নক'লে। হাতৰ চিগাৰেটডালহে নুমুৱাই দিলে। তাই খুব লাহে লাহে ক'লে, "আহিন মাহতো ইমান গৰম! টোপনিয়েই নাহে।" তাইৰ সৰু সৰু উশাহে তাৰ বাহু চেলেকি গ'ল। এই অৱস্থাত ক'ৰবাৰ পৰা অদম্য সাহস আহিল কাৰণেই সি মাজৰাতি ৰজনীগন্ধাৰ দৰে থিয় হৈ থকা ছোৱালীজনীৰ হাতৰ পৰা আলফুলকৈ বিচনীখন ল'লে। সি ফুচফুচাই সুধিলে, "মোৰ টেবুলফেন আছে।" টেবুলফেন থকাৰ খবৰটোতকৈ ফুচফুচনিৰহে অৰ্থ বেছি, ইঙ্গিত বেছি, আত্মীয়তা বেছি। সেযেহে তাই সঁহাৰি দিলে ফুচফুচনিৰে, "নেযাওঁ। বাহিৰত বেছ ঠাণ্ডা।"

সি এইবাৰ তাইৰ হাতখন চুলে। তাইৰ হাতখনো নিৰ্বিকাৰ ভাবে ওলমি নাথাকিল। দুটা হাতৰ সমান চাপত দুখন অন্তৰৰ ব্যৱধানো চাপ খাই আহিল। দুটা ককায়েক আৰু এটা ভিনিহীয়েক থাকিও পূজা বুলি উপহাৰ এটা পাবলৈ ভাগ্য নোহোৱা ছোৱালীজনীক গোপন ৰাতিৰ আতুৰতাই বিমানৰ বুকুলৈ টানি নিলে। তাইৰ আশ্ৰয় পোৱা দেহটোৰ ওপৰেদি সৰ্পিল গতিৰে বাগৰি অহা অচিন নতুন পৰশৰ সুখানুভূতি জীৱনত প্ৰথমবাৰ তাই উপভোগ কৰিলে। তাইৰ কঁপা কঁপা ওঁঠৰ ফাগুনত নিজৰ উতলা বাসনাৰ প্ৰথম প্ৰতিশ্ৰুতি বাকি দি, পিছত চাৰি ওঁঠৰ সামান্য ব্যৱধানৰ মাজত সি ফুচফুচাই সুধিলে, "যাবা, যাবানে? —মোৰ ৰুমলৈ?" তাই ক'লে, "ওহোঁ। এতিয়া যে । বাৰু, তুমি পৰহিলৈ ।" সি ক'লে "যাবই লাগিব, চাকৰিৰ মায়া, তাত যে কিমান অকলশৰীয়া লাগিব!" তাই আকৌ সুধিলে, "ঘৰত কোন কোন আছে?" সি ক'লে, "কেৱল মইহে, একেজনী মাও আৰুবেলি ঢুকাল।" তাই চকুলো টুকিলে। বিমান দুখিত হ'ল। অলপ পৰৰ পিছত ৰাতিৰ বায়ু মন্থৰ হ'ল। মিনিটবোৰ ছেকেণ্ডৰ নিৰিখত পাৰ হ'ল। শেষত কুমাৰীমনৰ বহুত আকাঙ্খা বোধ কৰি, চাকনৈয়াইদি তুলুঙা নাও ফালৰি কাটি অহাৰ দৰে তাৰ বাহুৰ পৰা সৰকি আহি তাই আগৰ দৰেই কোঠাত সোমালহি। মাকৰ উশাহ-নিশাহৰ নিয়মিত উঠা-নমা শুনি তাই শব্দ হোৱাৰ আশঙ্কালৈ ভ্ৰূক্ষেপ নকৰি নিৰ্ভয় মনেৰে দুৱাৰৰ হুকটো লগাই দিলে।

# আবেষ্টনী

একোকে ভাল নলগা হৈছে, ক'ৰবাৰ পৰা আহি ঘৰ সোমালেই মনটো কোঁচ খাই যায়। হলধৰে ভাবে—সি বাৰু মানুহটো এলাইবাদু হ'ল নেকি? ডেকা তেজ কমিল? অথচ বয়স তাৰ ডেৰ কুৰি দুবছৰ। দেহত গৰল ধৰা মহৰ বল। পথাৰত মাটি আছে, ভঁৰালত ধান আছে, ঘৰত ঘৈণী আছে, দুটি ল'ৰা-ছোৱালী আছে। তথাপি, মাজে মাজে তাৰ মন যায়, ঘৰ এৰি অনাই-বনাই ঘূৰি ফুৰিবলৈ। সোণাইৰ সোঁতে সোঁতে উটি কলঙত পৰিবলৈ, কলঙৰ পৰা বৰনৈত, বৰনৈৰ পৰা নেদেখা-নুশুনা সাগৰখনত। আগৰ দৰে খোলটো কান্ধত লৈ ওচৰৰ গাঁওবোৰ ঘূৰি ফুৰিবলৈ তাৰ ঘনাই ইচ্ছা হয়। আগতে মেল-মিটিঙতো ঘূৰি ফুৰিছিল। দলং সজা, নামঘৰ সজা, ডাক্তৰখানা সজা আদি কামৰ কাৰণে চান্দা তুলিছিল। কিন্তু এতিয়া সেই অনা দে'লে। বিয়া কৰাই পোতাশালত বন্দী হ'ল।

হলধৰৰ মুকলিমূৰীয়া মনৰ চৌহদৰ চাৰিওফালে যেন মেৰঘৰ। তাইৰ,—মানে পিৰীতি কৰি ঘৰ চপোৱা সেই একেজনী মনবৰীৰে সি কিমান খেচখেচনি শুনি থাকিব? আজি বোলে অমুকটো নাই, কাইলৈ বোলে তমুকটো নাই। কেৱল নাই, নাই, নাই। একোৱে তাইক সন্তোষ দিব নোৱাৰে। কি যে তিৰোতাৰ মন। সাত ভাৰতৰ বস্তুৱেও এই অসন্তোষী জাতিটোক বশ মনাব নোৱাৰে।

কালি ৰাতি যিখন কাজিয়া লাগিল, তেনে কাজিয়া কিজানি কোনো মতা-তিৰোতাৰ নেলাগে। সি ৰাতি পলমকৈ ঘৰ সোমাইছিল। ৰবি মেধিৰ গেলামালৰ দোকানত মনৰ লগত মিলা মানুহকেইটামান পাই কথা-বতৰা পাতোঁতেই পলম হ'ল। আনদিনাৰ দৰেই মনবৰী বাজি উঠিল, "ঘৰত ল'ৰা-তিৰোতা আছে বুলি মনত নপৰে হ'বলা। উনৈশত বা বনাই ঘূৰি ফুৰিলে ঘৰ চলেনে? একে লাটে চাৰি দিন ক'লোঁ বোলো ল'ৰাটোলৈ দৰব এপালি আনি দিয়া, সেইফালে হ'লে কাণসাৰ নাই। এটা কোঁচত লৈ, এটাক বোকোচাত বান্ধি মইহে দৰব বিচাৰি ফুৰিবলগীয়া দিন আহিল। হৰি, হৰি, ভাল কুক্ষণত বিয়া সোমাইছিলোঁ! এতিয়া সোপা সোপে সুখ পাইছোঁ।"

এই বুলি কোৱাৰ পিছত হলধৰে শুনিলে, তাই নাকৰ পানী উজাইছে। সি মনে মনে থাকিল। কাৰণ, সি এবাৰ মাতিলে তাই আৰু বকলা মেলিব। তাইক কৈফিয়ৎ দিয়ো লাভ নাই। সি বিড়ি এটা জ্বলাই ল'লে। তাই এইবাৰ নিজক নিজে কোৱাৰ দৰে ভোৰ-ভোৰাবলৈ লাগিল, "ঘৰত যি সোপাহে কেঁচা খৰি জমাই থৈছে, তাৰে ভাতগাল ৰান্ধোঁতে নাকনি কাণনি বাহিৰ হ'ল। ধোঁৱাই চকুত চামনি বান্ধিলে। কৈ কৈ মুখ বিষাল, সিফালে মেল-মিটিংহে ডাঙৰ হ'ল। এৰা, মানুহজনীলৈ দয়া-মৰম থাকিলেহে কথালৈ কাণ কৰিব? বান্দী এজনী আনিছে যেতিয়া কিয় এইবোৰ কথাত চকু-কাণ দিব? মোৰ পোৰা কপাল। বিয়াৰ আগতে হ'লে কত সুৱদী কথা নক'লে। এতিয়া কথা এষাৰ ক'বলৈকো

সময় খৰচ হয় বুলি ভাবে। এৰা, পুৰণা হ'লোঁ নহয়, এতিয়া আমাৰ লগত কিয় কথা পাতিব! আন তিৰোতা দেখিলেহে সাদৰত পমি যাব খোজে।"

তাৰ এইবাৰ অসহ্য হ'ল। এইৰ মুখ নহয় লাওপাত-কচুপাত। সি জানে যে তাই নিজে তাৰ বিষয়ে ধাৰণা কিছুমান লৈ মিছায়ে অশান্তি চপাই লৈছে। তাই নীচ হৈছে। সেই কাৰণেই আন তিৰোতাই তাৰ মন ভুলাইছে বুলি ভাবিছে। তাইক সি সকলো দিছে। ইয়াতকৈ আৰু কি বেছি দিব পৰা যায়? তাইক ভাল পাওঁ বুলি দেখুৱাব লাগে কাৰণেই "তোমাক ইমান ভাল লাগে", "তুমি নোহোৱাহেঁতেন যে মোৰ কেনেকুৱা লাগিলহেঁতেন" আদি কথা সদায় পেনপেনাই থাকিব লাগিবনে? এই তিৰোতা জাতিটোক সুখ দিয়াৰ সমান আমনি লগা কাম নাই।

সি মাত লগালে, "হেৰা, মোৰ একাচেকা খং উঠিব লাগিলে হ'লে কথা ভাল নহ'ব। মই যিমানেই সহিবলৈ চেষ্টা কৰিছোঁ, সিমানেই তুমি চৰি গৈছা। একে সোপা কথাকে পেঘেনিয়াই থাকা কিয়? ঘৰুৱা কথা ক'বলগীয়া থাকিলে এটা সময়ত ক'বা, যেতিযাই- তেতিযাই নহয়। এতিয়া ৰাতি এইবোৰ কথা কোৱাৰ লাভ কি? খৰিয়েই হওক বা দৰবেই হওক, ৰাতি একো কৰিব নোৱাৰোঁ।"

মনবৰী বাজি উঠিল, "নকওঁ আজিৰ পৰা। সইত সইত তিনি সইত খাইছোঁ। এইবোৰক কথা কৈ লাভ কি? মইহে নিলাজী। এই মুখখনেই যত যতকূটৰ ঘাই।"

এই বুলি কৈযে তাই নিজৰ গালত দুটা চৰ মাৰিলে আৰু বিননি জুৰিলে। সি সুধিলে, "হেৰা, আচলতে কি হৈছে নোকোৱা কিয? মইতো সৰ্বজান নহয।"

তাই নিমাত। তাই উচুপিছে। কিন্তু উচুপনিটো দৈনন্দিন ঘটনা কাৰণে হলধৰে বেথা পোৱা নাই। সি ভাবিছে এৰি অহা দিনবোৰৰ কথা। বিয়াৰ আগতে তাৰ ইচ্ছা-অনিচ্ছাৰ এটা মূল্য আছিল। কিন্তু এতিয়া মনবৰীয়ে তাৰ অবাধ মনত মথাউৰি বান্ধিছে। কেতিযাবা তাৰ এদিনলৈ হ'লেও উদাস হৈ থাকিবলৈ মন যায়, আপোন মনৰ মাধুৰীৰে কল্পনাত উটি-ভাঁহি ফুৰিবলৈ দুৰ্বাৰ আকাংক্ষা হয়, কথা-বতৰা নকৈ ভাবি-গুণি থাকি জীৱনৰ সাঁথৰবোৰ একান্ত মতে জুকিয়াই চাবলৈ ইচ্ছা কৰে, আৰু তেতিযাই মনবৰীয়ে তাক অইন তিৰোতাত মন সঁপি দিছে বুলি টান কথা শুনায়, ঘৰুৱা জঞ্জালৰ বকলা মেলে।

সি এইবাৰ বহুত ভাবি-চিন্তি ক'লে, "হেৰা, মোৰোতো এটা মন আছে। আজি তাতে ভাল লাগি অলপ পৰ থাকিলোঁ। কিমাননো ঘৰখনতে সোমাই থাকিম?" তাৰ কোমলসুৰীয়া কথাকেইটাই তাইক শান্ত কৰিব নোৱাৰিলে। ক'লে, "আনৰ লগত কথা পাতিবলৈ হ'লে উৎসাহ কি চাবা? ঘৰত এষাৰ কথা পাতিবলৈ সময় নাই। মোৰ জানো মন এটা নাই? মোৰ কথা নেভাবা কিয? মইতো এইদৰেই ঘৰতে খৰলি পিটি থাকোঁ। তুমি জানো ক'ৰবালৈ নিছা? এৰা, নিজৰ তিৰোতা বুলি ভাবিলেহে। মৰম থাকিলেহে! বান্দীজনী আনিলে যেতিয়া এতিযা বান্দী হিচাপে পোতাশালত থাওক।" তাই অলপ পৰ ৰ'ল। হুমুনিয়াহ এটা কাঢ়ি আকৌ ক'লে, "এৰা, আমাকনো লগত নিব কিয়? এতিয়া দেখিবলৈ বেয়া হ'লোঁ নহয়, আমি তেওঁৰ লগত গ'লে তেওঁৰ মান হানি হ'ব।"

এই কথা শুনি হলধৰ বিস্মিত হ'ল। সি ক'লে, "হেৰা, তোমাকনো কেতিয়া মই দেখিবলৈ বেয়া বুলি কৈছিলোঁ? মিছায়ে মনত অথন্তৰ কিছুমান গোটাই নলʼবা।"

তাই ক'লে, "মুখ ফুটাই নক'লেই হ'লনে? মোৰ চকু-কাণ নাই? মই আজলী? বেয়া পাইছা

যদি মোক থৈ নাহাগৈ কিয়?”

হলধৰ আচৰিত হ'ল। তাইনো তাৰ বিষয়ে কি শুনিছে আৰু তাকনো কি কাৰণত সন্দেহ কৰিছে? ফুলমতীৰ লগত সন্দেহ কৰিছে? —হ'ব নোৱাৰে, ফুলমতীৰ এই মাহত বিয়া! প্ৰজেক্টৰ কাম কৰা গুণেশ্বৰীৰ লগত? ওঁহো, গুণেশ্বৰী দেখাত শুৱনী কাৰণে চাই ভাল লাগে, ইমানেই।

ৰাতিপুৱাও মনবৰীৰ মুখখন ওন্দোলোৱা। কালি ৰাতি তাই ভাত নেখালে। তাৰো ভাত খোৱা নহ'ল। সিও তাইক বহুত কিবাকিবি ক'লে। চুই কিলাবলৈহে বাকী থ'লে। এতিয়া হলধৰৰ মনটো খুব বেয়া লাগিছে। তাই তাক মতা নাই যেতিয়া দুই-তিনি দিনমান নমতাকৈয়ে যাব। ঘৰ গুচি বাঁহতল হ'ব। সি দুবাৰমান মনবৰীক মাতি চালে। তাই নুশুনা ভাও জুৰি উচাৎ মাৰি গুচি গ'ল। কেঁচুৱা দুটাৰ অসুখ। কিন্তু একো চিন্তা কৰিবলগীয়া অসুখ নহয়। আঘোণত ল'ৰা-ছোৱালীৰ পানীলগা জ্বৰ হয়েই। দৰব খুৱাওক বা নুখুৱাওক, এসপ্তাহৰ পিছত ভাল হযেই। এবছৰীয়া ল'ৰাটোৱে পৰহি কাহি কাহি বমি কৰিছিল। আজি বমিও কৰা নাই, তাৰ জ্বৰো নাই, কেৱল কাহটোহে আছে।

সেই কাৰণে সি ঠিৰাং কৰিলে যে সি এতিয়াই চহৰলৈ যাব। গোপালৰ পৰা কিনি লোৱা মাটিডৰাৰ দলিলখন আৰু পট্টাখনো এতিযালৈকে পোৱা নাই। তাকে এবাৰ অফিচত খবৰ কৰাৰ কথা ভাবিলে। তদুপৰি কেইপদমান বস্তুও কিনিবলগীয়া আছে। বিশেষকৈ চাইকেল এখন। ৰাস্তা-পদূলি ভাল হোৱাৰ লগে লগে গোটেইবোৰ ডেকা খেতিযকে এখন এখন চাইকেল ল'লে। সিহে ল'ব পৰা নাই। মৰাপাটখিনি পূজাৰ পিছত বেচিবলৈ থৈ দিছিল কাৰণেহে।

চাইকেলৰ কিমান দাম হ'ব পাৰে সি নেজানে। মৰাপাট বেচা টকাৰ পৰা চাৰিশ টকা লৈ সি পুৰা আঠটা বজাত চহৰলৈ ওলাল। মনবৰীক একো নক'লে। কোৱাৰো লাভ নাই। সি তাইক মাত নলগোৱাকৈয়ে বাছষ্টেশুৰ ফালে খোজ দিলে।

বাছৰ গতিৰ লগত তাৰ মনৰ গতি মিলি গ'ল। তিনি মাহমান সি ক'লৈকো ওলোৱা নাছিল, সেযেহে যিহকে দেখিছে তাকে তাৰ ভাল লাগিছে। অচিনাকি মানুহৰ মুখবোৰ, সিহঁতৰ কথাবোৰ, দূৰণিৰ পথাৰ, চৰাই-চিৰিকটি, নদী-জুৰি-খাগৰি, সকলো। এৰা, সি ভাবিলে, জীৱনটোৱেই ঋতুৰ দৰে, গছ-গছনিৰ দৰে, পখিলাৰ দৰে, বৰণ সলাবলৈ পাব লাগে। পৰিৱৰ্তন লাগে। মন চুই যোৱা ঘটনা একোটা জীৱনত ঘটিবলৈ পাব লাগে। কিন্তু তাৰ জীৱনহে মৰা সুঁতি। কিয় নহ'ব। সোণাইৰ সোঁত আছে। পখীৰ ডেউকাত নতুন নতুন ঠাইলৈ উৰা মৰাৰ উলাহ আছে। এচমকা ডাৱৰতে বিবিধ ৰং আছে, ডাৱৰৰো গতি আছে। কিন্তু তাৰ জীৱনত সি একো পৰিৱৰ্তনৰ আস্বাদ পোৱা নাই। উভৈনদী শইচ দিলেও একেখন পথাৰতে হাল বাই ভাল নেলাগে। অট্টালিকা যেন হ'লেও একেটা ঘৰৰ ভিতৰত থাকিলে নাদত সোমাই থকা যেন লাগে। অপেচৰী যেন হ'লেও একেজনী তিৰোতাৰে দেহ-মনৰ উম পাই আমনি লাগে। ভাওনাত, যাত্ৰাত বা থিয়েটাৰত ঘটাৰ দৰে হঠাতে কিবা এটা নঘটিলে জীয়াই আছোঁ যেন নালাগে। গতিকে সি নিশ্চিত ভাবি পালে যে তাৰ এই বিবাহিত জীৱনে তাৰ আচল জীৱনক জীয়াতু ভোগাইছে।

বাছত তাৰ পিছফালে থকা বেঞ্চিখনত কেইজনীমান ছোৱালী বহিল হ'বলা। সিহঁতৰ টুকুৰা টুকুৰ হাঁহিবোৰে তাৰ কাণত অমিয়া বৰষিছে। গাভৰু গাভৰু গোন্ধে হিল্লোল তুলিছে। সি এবাৰ পিছফালে চালে। এজনী ভৰপূৰ দেহাৰ পৰিপূৰ্ণ মুখৰ ছোৱালীয়ে চিনাকিৰ দৰে তাৰ ফালে চাই

মিচিকিয়ালে। অকস্মাতে গালত থিতাপি লোৱা মিচিকনিৰ ৰেখাকেইটা বাছৰ হেন্দোলনিয়ে মাৰ নিয়ালে। তাৰ হিয়াৰ একোণত বেদনা হ'ল। কোন বাৰু এইজনী ছোৱালী? ইমান মৰম লগাকৈ হাঁহিব জানে।

বৈচিত্ৰ্য, বৈচিত্ৰ্য, এয়ে বৈচিত্ৰ্য। তাৰ জীৱনৰ মৰা ডালত কুঁহিপাত মেলিলে। কামনা, তাড়না, জৈৱিক বাসনা আৰু প্ৰণয়ৰ বৈচিত্ৰ্যই তাৰ অন্তৰত শিহৰণ তুলিলে।

চহৰৰ এচুকত বাছ ৰ'ল। সি নামিল। সেই মোহ লগাই হাঁহিব পৰা ছোৱালীজনী তাৰ কাষলৈ আহি একে ধৰণে মিচিকিয়াই ক'লে, "ককাইদেউ, মোক বাৰু চিনি পাইছেনে?"

হলধৰ বিমোৰ হৈ তাইৰ ফালে চাই ৰ'ল। সি ধৰিব নোৱাৰিলে। সুধিলে, "বাৰু, আগতে কোৱা, তুমি কোনটো বাছষ্টেণ্ডত উঠিছিলা?" তাই ক'লে, "শেনছোৱাত।" শেনছোৱা বুলি কোৱাৰ লগে লগেই তাৰ বহুত কথাই মনত পৰি গ'ল। চাৰি বছৰৰ আগতে শেনছোৱাত ভাওনা পাতোঁতে তাক নেগেৰা বজাৰলৈ মাতিছিল। তেতিয়া সি এই ছোৱালীজনীৰ ঘৰত আছিল। তাই তেতিয়া এনেকুৱা নাছিল। এই কেইবছৰতে যৌৱনৰ খনিকৰে হাত বুলাই তাইক ৰম্ভা-মেনকাৰ শাৰীলৈ তুলিছে।

সিহঁত দুটা নগৰৰ আলিয়েদি কথা পাতি আহি থাকিল। সি তাৰ নিজৰ কথা ক'লে। তাইৰ কথাও জানি ল'লে। বিধবা মাকৰ একমাত্ৰ ছোৱালী, এনেকৈ লহপহকৈ বাঢ়ি অহা কেতেকীয়ে এতিয়া চহৰৰ ছপাখানা এটাত কম্পজিটৰৰ কাম কৰে। মাক মনতৰা আজিকালি অনবৰত শুই থাকে। দেহটোৰ এফালে লৰাবকে নোৱাৰে। পক্ষাঘাত হৈছে। তাই এইখিনি কথা কোৱাৰ লগে লগে আৰু এটা বিশেষ ৰাতিৰ কথা তাৰ মনত পৰিল। তাৰ মন উজলি উঠিল। বাসনাৰ বহ্নি দাউ দাউকৈ জ্বলিল। সি তাইৰ ঘৰলৈ কেবাবাৰো আহিছিল। কেতেকীৰ বুঢ়ী মাকৰ আওকণীয়া স্বভাৱটোৰ সুবিধা লৈ সেই ৰাতি দুয়ো বুঢ়ীৰ বিশ্বাসৰ ওলোটাহে প্ৰমাণ কৰিছিল। এতিয়া সেইজনী কেতেকীকে পোনতে সি চিনি নোপোৱাটো সঁচাকৈয়ে লাজৰ কথা। এৰা, সি মতা মানুহ হিচাপে বিয়া কৰাৰ পিছতো দেখাত একে হৈয়েই আছে। কেতেকী ছোৱালী কাৰণে বছৰে বছৰে ৰূপ সলাইছে—যেন জোনটোহে একলা একলাকৈ বাঢ়িছে। সেয়েহে তাইক সি পোনতে চিনিব নোৱাৰিলে।

"কেতেকী, টকা কিমান পোৱা?" এই বুলি কৈ সি তাইৰ হাতত ওলোমাই লোৱা এজাৰ ফুলৰ ৰঙৰ মাইকী মানুহে পিন্ধা কোটটোলৈ চালে। তাই ক'লে, "প্ৰায় চাৰি কুৰি।" তাৰ বিশ্বাস নহ'ল। কাৰণ তাইৰ কোটটোৱেই দেখোন উকীলনী-হাকিমনীয়ে পিন্ধা ধৰণৰ। হাতত ঘড়ীও আছে।

সি আকৌ সুধিলে, "এই টকাৰে যোৱা মৰেনে?" তাই এই প্ৰশ্নৰ উত্তৰটো নিদিবৰ কাৰণেই ক'লে, "আজি এনেয়েহে টাউনলৈ আহিছিলোঁ। ভাবিলোঁ, দেওবাৰ যেতিয়া অলপ ফুৰোঁ। আপোনাক পালোঁ, ভালেই হ'ল। এই ৰিক্সা, ৰৈ যা।"

হলধৰ যন্ত্ৰচালিতৰ দৰে তাইৰ লগত ৰিক্সাত উঠিল। সি লক্ষ্য কৰিলে,—কেতেকীৰ অঙ্গী-ভঙ্গী, কথা-বতৰা, চাৱনি—সকলোতে তাক আকৰ্ষিত কৰাৰ লক্ষণ ওলাই পৰিছে। তাক আকৰ্ষিত কৰিব পাৰিছে বুলিও তাইৰ বিশ্বাস হৈছে। এই আত্মবিশ্বাস তাই পাইছে,—তাইৰ ৰূপৰ কাৰণে, সাজপাৰৰ কাৰণে, চাৱনিৰে বিহুল কৰিব পৰা ধুনীয়া চকুযুৰিৰ কাৰণে।

গাত বাহুটো ঘঁহাই তাই ক'লে, "হাতীচুঙৰ নৰামে কৈছে আপুনি হেনো বহুত টকা আৰ্জিলে। কেৱল মৰাপাটতে এহেজাৰ।" সি শান্তভাৱে ক'লে, "সেই অনুপাতে খৰচো আছে।"

প্ৰায় দুঘণ্টা সময় এনেকৈ ঘূৰি ফুৰাৰ পিছত সি দোকান এখনত সোমাই তাইক পোছৰ

টকামানৰ কাপোৰ-কানি কিনি দিলে। তাই মৰমৰ উপহাৰ বুলি সাদৰেৰে ল'লে। তাই শেষত ক'লে, "মই এতিয়া যাওঁ। কিন্তু মোৰে শপত, আজি আমাৰ তাত থাকি যাব লাগিব। মায়ে আপোনাৰ কথা প্ৰায়ে কৈ থাকে।"

কিন্তু তাই যোৱাৰ পিছত ডাক্তৰৰ দোকান এখন চকুত পৰাৰ লগে লগেই সি অনুতাপত দগ্ধ হ'ল। তাৰ মনত পৰিল, পোনা দুটিলৈ। সিহঁতৰ অসুখৰ কথা মনত পৰি দুখ লাগি গ'ল। সি সিহঁতলৈ দৰব কিনিলে। ভাবিলে— আজি কেতেকীক সি লগ পালে, সি নিজকো জুখি চাবৰ সুবিধা ওলাল। কেতেকীয়ে কাকো আপোন কৰা নাই। সেয়েহে তাই হয়তো দুষ্ট হৈ পাপ কৰা নাই। তাই মাথোন বিচাৰিছে বয়সৰ প্ৰয়োজন। কিন্তু সি ইমান নিষ্ঠুৰ হ'ব নোৱাৰে। সি মনবৰীক প্ৰতাৰণা কৰা মহাপাপ হ'ব। মনবৰীয়ে তাকে জীৱনৰ সকলো বুলি নভবাহেঁতেন, তাই এনেদৰে ওফোন্দ পাতি, হাই-কাজিয়া কৰি দিন নিয়াবৰ কি প্ৰযোজন আছিল? তাই হয়তো ভাবে, মানুহটো ভাল হওক, তাইক ভাল পাই সুখৰ সংসাৰ গঢ়ক। সকলো তিৰোতাই, আনকি কেতেকীৰ দৰে দুষ্ট ছোৱালী এজনীয়েও বিয়া কৰাই এইখিনি অধিকাৰকে বিচাৰিব। অথচ আজি যদি কেতেকীৰ ঘৰলৈ সি যায়, তেনেহ'লে, নিশ্চয় বিয়াৰ পিছত প্ৰথমবাৰৰ কাৰণে সি পাপত লিপ্ত হ'ব, সেই পাপৰ উন্মাদ পৰিতৃপ্তিৰ সোঁৱৰণে তাক দগ্ধ কৰিব, সি আজীৱন সান্ত্বনা বিচাৰি নেপাব।

হঠাতে তাৰ চকুত ভাঁহি উঠিল এখনি নিস্তেজ মলিন মুখ আৰু সন্তানে বিকল কৰা এটা অনাকৰ্ষণীয় দেহ। এই দেহ আৰু এই মুখ তাৰ মনবৰীৰ। তাৰ মনবৰীলৈ পুতৌ উপজিল। অবুজ বেদনাই তাক জীযাতু ভোগালে। নতুন চাইকেল এখন কিনা আৰু অফিচত মাটিৰ পট্টা বিচাৰৰ উৎসাহটো নোহোৱা হ'ল। কিন্তু ৰমক-জমক কাপাৰৰ দোকান এখনত সোমাই বহুত পৰ কাপোৰবোৰ চাই প্ৰায় এশ টকাৰ কাপোৰ কিনিলে কেৱল মনবৰীৰ কাৰণেই। বাৰে বাৰে ভাবিলে মনবৰীকো সাইলাখ তেনেকুৱাই দেখা যাব, কিজানি তাইতকৈ ভালহে।

সন্ধিয়া ঘৰ পাই সি মনবৰীক মৰমেৰে মাতিলে। তাই নিমাতে থিয় দি থাকিল। হলধৰে মাতত উন্মাদ আনন্দ ঢালি কৈ গ'ল, "এইটো মাইকী মানুহে পিন্ধা গৰম কোট। এজাৰ ফুলৰ ৰঙবোৰ ইয়াত গোট খাই আছে। দাম তিনি কুৰি পোন্ধৰ। এইটো ব্লাউজ। নতুন নক্সাৰ।"

মনবৰীয়ে ক'লে, "তুমিও দেখিছোঁ ভাল মানুহ। আমাৰনো সেইবোৰ পিন্ধাৰ দিন আছেনে? বহুবা সাজিছে বুলিহে ক'ব।" এনেকৈ ক'লে যদিও তাইৰ চকুত, মুখত আৰু কথাত উলাহ, আনন্দ আৰু অশেষ সন্তোষ। তাই ভাবিলে, মানুহটো থাকেহে এনেকৈ, আচলতে তাইলৈ তাৰ বৰ মৰম।

"বাৰু, মন, পিন্ধিবানে? আজিকালি আটাইবোৰে পিন্ধে।" —সি ক'লে। তাই মাভ লগালে, "কিন্তু ব্লাউজটোৰ দেখোন হাত নাই। চুটিও।" সি ক'লে, "এনেকুৱাই। পিন্ধিলেহে ভাল দেখি। উদং বাহুটো ওলাই থাকিব লাগে। পিঠিৰ এছোৱাও।"

তাই হাঁহি হাঁহি ক'লে, "দেখিছোঁ, দুটাৰ বাপেকী হোৱাৰ পিছতো ভীমৰতি। এইবোৰ কিনিবলৈ বাৰু তোমাৰ মগজত সোমাল কেনেকৈ?" সি ক'লে "ঠিক তোমাৰ নিচিনা এজনী ছোৱালী। তাই পিন্ধিছিল। তুমি পিন্ধিলেও বেছ শুৱাই পৰিব। পিন্ধিবা দেই মন, মোৰে শপত। তোমাৰ গাত একেবোৰ কাপোৰকে দেখি দেখি আমনি লাগি গৈছে।"

# হামু বহু ৰঙ্ক

অকস্মাতে ঘটনাটো ঘটিল আৰু খুব কম সময়ৰ ভিতৰতে ঘটনাস্থলৰ পৰা তাইক দূৰলৈ লৈ যোৱা হ'ল। মই ভাবিছিলোঁ যে মই, হেড্ মিষ্ট্ৰেছ্, পাঁচগৰাকীমান শিক্ষয়িত্ৰী, ৰতন চকিদাৰ আৰু টেক্সী ড্ৰাইভাৰটোৰ বাহিৰে এই কথা কোনেও নাজানে। কিন্তু বহুতেই জানিলে। বহুতৰে অসম্ভৱ কৌতূহল। যদি এই সবিতা শইকীয়া নামৰ ছোৱালীজনী এম এ পাছ নহ'লহেঁতেন, এম এ পাছ হোৱা সত্ত্বেও যদি ধুনীয়া নহ'লহেঁতেন আৰু ধুনীয়া হোৱা সত্ত্বেও যদি অসম্ভৱ গহীন নহ'লহেঁতেন, তেনেহ'লে এই ঘটনাৰ পিছত কোনেও তাইৰ ভু নল'লেহেঁতেন। পিছে এই মানুহবোৰে কথাটো জানিলে কেনেকৈ? এৰা, বেৰৰ জোলোঙাইপতি কাণ একোখন আছে।

মই ইচ্ছা কৰিয়েই মোৰ বন্ধু-বান্ধৱক কৈ আছোঁ যে মই বিশেষ একো নাজানো। তাৰ ফলত মই তেওঁলোকৰ বিৰাগভাজন হৈছোঁ। কিন্তু তেওঁলোকক কওঁ কেনেকৈ? মই ইমান নিষ্ঠুৰ হ'ব নোৱাৰোঁ। পিছে মানুহৰ আলাপ-আলোচনাবোৰ এতিয়া সুকীয়া ৰূপ লৈছে। বহুতে ক'বলৈ বিচাৰিছে যে সবিতা শইকীয়াৰ লগত মোৰ এক অসুস্থ সম্পৰ্ক আছিল আৰু তাৰ ফলতেই অৰ্থাৎ মোৰ প্ৰৱঞ্চনাৰ ফলতেই তাইৰ এই অৱস্থা। এনে মতামত খুব বিপদজনক। কাৰণ, মোৰো এখন সংসাৰ আছে, ময়ো গৃহিণী আৰু ল'ৰা-ছোৱালীৰে সৈতে সুখী হ'বলৈ বিচাৰোঁ। কোনো সবিতা শইকীয়াৰ ৰূপ-যৌৱনে মোৰ সুখী সংসাৰত আউল লগোৱাটো মই কাহানিও ইচ্ছা নকৰোঁ। সেই কাৰণেই মই এটা কৈফিয়ৎ দিবলৈ বিচাৰোঁ, গৃহিণীকে ধৰি আৰু বহুতৰে সন্দেহ দূৰ কৰিবলৈ বিচাৰোঁ।

মই জানো, সবিতা শইকীয়া এতিয়াও, অৰ্থাৎ সেই ঘটনাটোৰ চাৰি মাহৰ পিছতো, ৰহস্যময়ী হৈ আছে। বন্ধু-বান্ধৱে মোক প্ৰায়ে এই কেইটা প্ৰশ্নই সোধে ঃ তোমাৰ সবিতাৰ লগত আগৰে পৰা চিনা-পৰিচয় আছিল নেকি? তাই বেঞ্চ হৈ পৰাটো সঁচা নে হঠাতে মূৰৰ গোলমাল হৈ স্কুলৰ খিৰিকীৰ আয়না আৰু চকি-টেবুল ভাঙি নিজে ঘূৰ্ণীয়া হোৱাটো সঁচা? যদি তাইৰ প্ৰতি তোমাৰ দুৰ্বলতা নাই, তেনেহ'লে তুমি আৰু ৰতন চকিদাৰে তাইক কোনেও গম নোপোৱাকৈ ঘৰত থৈ আহিছিলা কিয়? —ইত্যাদি।

মই বাৰু এতিয়া এটা এটাকৈ সকলো প্ৰশ্নৰ উত্তৰ দি যাওঁ। সবিতাৰ লগত মোৰ আগতে চিনা-পৰিচয় আছিল। সেই বিশেষ দিনটোকে ধৰি এতিয়ালৈকে তাইৰ লগত মোৰ চাৰি-পাঁচবাৰহে দেখা-সাক্ষাৎ হৈছে। প্ৰথম চিনা-জনা অপ্ৰত্যাশিতভাৱে নোহোৱা হ'লে হয়তো তাই চিৰদিনলৈ মোৰ

অপৰিচিত হৈ থাকিলহেঁতেন।

শিক্ষকতা কৰা স্ত্ৰী জাতিটোৰ প্ৰতি মোৰ কোনো কৌতূহল নাছিল যদিও আকৰ্ষণ আছিল, কিন্তু কিয় আকৰ্ষণ আছিল বা আছে? ইয়াৰ উত্তৰ নাই। মোৰ অবচেতন মনক মই চিনি পোৱা নাই কাৰণেই মোৰ আত্মবিশ্লেষণ হাৰ মানিছে। কিন্তু এই জাতিটোৰ প্ৰতি কৌতূহলো হ'ল সবিতা শইকীয়াক লগ পোৱাৰ দিনাৰ পৰাহে।

প্ৰায় আঠ-দহ মাহৰ আগৰ কথা। যোৰহাটৰ পৰা বাছত আহিছোঁ নিজৰ চহৰখনলৈ। মোৰ ওচৰৰ খিৰিকীৰ কাষৰ ছিটটোত আহিছে এজনী ছোৱালী। লগালগি ছিটটো মোৰ হোৱা কাৰণে মই সঠিক অনুমান কৰিলোঁ যে তাই অকলে আহিছে। অৱশ্যে মই পুলক অনুভৱ কৰা নাই। কাৰণ ছোৱালীজনী অযথা গহীন। তাই ইমান বিতৃষ্ণাৰে বহি আহিছে যে তাইৰ যেন শত্ৰুৰ সংখ্যা বহুত। মাজে মাজে এনে ভাব হয় যেন তাইৰ ঘৰত হয়তো মটৰ গাড়ী আছে আৰু আজি অনিবাৰ্য কাৰণত বাছত সাধাৰণ মানুহৰ লগত থেকেচা খাই খাই আহিব লগা কাৰণে অতিষ্ঠ হৈ পৰিছে। মাজে মাজে আকৌ ভাব হয়—তাইৰ যেন গাভৰু কালৰ ৰঙীণ সপোন হেৰাই গৈছে আৰু যেন আজি পোৱা এটা দাৰুণ সম্বাদে তাইৰ জীৱনৰ ছন্দ-যতিৰ অসঙ্গতি আনিছে। তাইক দেখি মোৰো অস্বস্তি লাগিছে। তাইক ঘৃণা কৰিছোঁ। মোৰ কল্পনা আছে। সৌন্দৰ্যবোধ আছে বুলিও বন্ধু-বান্ধৱে কয়। মই ভাবিছিলোঁ, ধুনীয়া ভঙ্গিমা এটি লৈ ছোৱালীজনীয়ে দূৰৈৰ সেউজীয়া পথাৰলৈ চাওক, তাইৰ চিকিমিকি চকুহালি আকাশৰ বিবিধ ৰঙৰ লগত মিলি যাওক, সচকিত চকুৰে দুই-এজন যাত্ৰীলৈ চাওক, আৰু সিহঁতৰ অন্তৰত খলক লগাওক। কিন্তু তাই মোক হতাশ কৰিলে। এই সৌন্দৰ্যত নমনীয়তা নাই।

গল্প সাজোতা মানুহৰ এইখিনিতে লেঠা। কাৰোবাক দেখিলেই তেওঁলোকে খুঁটি-নাটি লক্ষ্য কৰি যাবই, এইটো গুণ বা দোষ থকা কাৰণেই তেওঁলোক গাল্পিক। মই তাইক ভালকৈ লক্ষ্য কৰি গ'লোঁ। সাজপাৰত ৰুচিবোধৰ পৰিচয় পোৱা যায়। যৌন আবেদনৰ সামান্য চেষ্টাও কৰা নাই। প্ৰসাধনৰ প্ৰলেপ অননুমেয়। খোপা বন্ধা নাই। এডাল বেণী গোঁঠিছে আৰু বেণীডালৰ নিম্নাংশ বুকুৰ বাওঁ কোণত দীঘলীয়াকৈ পৰি আছে। অযথা গাম্ভীৰ্যয়ো তাইৰ মুখৰ কমনীয়তা হৰণ কৰিব পৰা নাই। স্বাস্থ্যৱতী ছোৱালী। বেণী গোঁঠাৰ কাৰণে নাইবা গাৰ বৰণ অটুট স্বাস্থ্যই উজ্বল কৰি ৰখা কাৰণেই তাইৰ বয়স কিমান হ'ব পাৰে সঠিক অনুমান কৰা টান। উনৈশৰ পৰা আঠাইশৰ ভিতৰতে যিকোনো এটা বয়স হ'ব পাৰে, মাজে মাজে লক্ষ্য কৰিলে এনেকুৱা লাগে যেন তাই যৌৱনৰ উত্তাল বয়সটো এৰি থৈ আহিল। কাৰণ বুকুত প্ৰথম যৌৱনৰ উত্তাল তৰঙ্গৰ নাইবা নিয়ম নমনা চঞ্চলতাৰ স্বাভাৱিক চিন দেখা নাযায়।

তাইক জানিবলৈ বৰ ইচ্ছা হ'ল। সুধিবৰ ইচ্ছা হৈছিল। কথা পাতিবলৈ হাবিয়াস হৈছিল। কিন্তু তেনে চেষ্টা বাদ দিলোঁ। এনে ধৰণৰ ছোৱালীয়ে ভদ্ৰতাৰ খাতিৰত চমু উত্তৰ হে দিব। উত্তৰ দিয়াৰ ধৰণটো হয়তো আমনি পোৱা ধৰণৰ হ'ব।

তাইৰ হাতত এখন ইংৰাজী পত্ৰিকা আছে। বেটুপাতটো কেৱাহিকৈ চালোঁ। বেটুপাতৰ ওপৰত নাম-ধাম লিখা নাই। ভেনিটী বেগটো নিয়মানুসাৰে 'ফেমিনা' ষ্টাইলত উৰুৰ ওপৰত আলফুলকৈ ৰাখিব লাগিছিল। কিন্তু তাই অনাদৰ কৰি ৰাখিছে বাওঁফালে। পাঁচ নম্বৰৰ ছিটৰ তলত তাইৰ চুটকেচটো আছে। তাতো নাম লিখা হোৱা নাই।

প্ৰায় দহ মাইল আহিলোঁ। ইমান লক্ষ্য কৰিও তাইৰ বিষয়ে একো জানিব নোৱাৰিলোঁ। অন্যান্য যাত্ৰীৰ দৰে মাত্ৰ অনুমান কৰিলোঁ যে তায়ো ডিব্ৰুগড়লৈ যাব আৰু তাই অকলে আহিছে।

তাইক বেছি আমনি পোৱা যেন লাগিল। খিৰিকীৰে তাইৰ গাত ৰ'দ পৰিছে। বগা মুখখনে কেঁচা হালধিৰ বৰণ লৈছে। তাই খিৰিকীখন জপাবলৈ চেষ্টা কৰিছে। কিন্তু ৰাজ্যিক পৰিবহণ বিভাগৰ বাছৰ খিৰিকী বন্ধ কৰিবলৈ হ'লে পুৰুষৰ বল লাগিবই। তাই বন্ধ কৰিব পৰা নাই। মাজ ভাগলৈ উঠি খিৰিকীখন কৰ্কশ শব্দ কৰি পৰি গৈছে। তাকে দেখি মোৰ কলেজীয়া কালৰ পুৰণি বেমাৰটোৱে উক দিলে, অৰ্থাৎ তিৰোতা দেখিলে উৎসাহ আৰু বীৰত্ব দেখুৱাওৱাৰ স্বভাৱটো ঘূৰি আহিল। 'চাওঁ, মই বন্ধ কৰি দিওঁ' বুলি আধা থিয় হৈ আধা মামৰে ধৰা খিৰিকীখন বন্ধ কৰি দি বিজয়োল্লাসেৰে ক'লোঁ,— "ইহঁত এনেকুৱাই। ইমান দাম দি কিনি অনা বাছবোৰ ভালকৈ ৰাখিবলৈ অকণো কেয়াৰ নলয়।" তাই এই উক্তিত হয়ভৰ নিদি মাথোন চমুকৈ ক'লে,—"ধন্যবাদ।"

এইবাৰ ভেনিটী বেগটো কোঁচলৈ আনি খুলিলে আৰু ইংৰাজী পকেট বুক এখন হাতত ল'লে। বেগটো আগৰ ঠাইত থ'লে। কিতাপখনৰ বেটুপাত লক্ষ্য কৰিহে মই স্তম্ভিত হ'লোঁ। এই নিশ্চয় শিক্ষিতা ছোৱালী! তাই এলাপেচা কিতাপ নপঢ়ে। কেৱল তৃপ্তিৰ কাৰণেহে কিতাপ পঢ়া মানুহে বুজি নোপোৱা ধৰণৰ কিতাপ নপঢ়ে। হাতত লৈ থকা কিতাপখন হ'ল এল্‌বেযাৰ ক্যামুৰ 'প্লেগ্'। নিজস্ব জীৱনদৰ্শন আনকি বিমূৰ্ত ভাবধাৰাকো প্ৰতিফলিত কৰিবলৈকে ক্যামুৱে মাধ্যম লৈছে উপন্যাসৰ। ক্যামু বিখ্যাত। কিন্তু তেওঁ আৰ্ভিং ৱেলেচ বা হেৰল্ড ৰবিন্সৰ নিচিনা ভোগলিপ্সা আৰু সুখবাদক অতিৰঞ্জিত কৰা লেখকৰ দৰে সৰ্বজনপ্ৰিয় নহয়। তেওঁ ঔপন্যাসিক হিচাপে পুৰণি কালৰ ধৰ্মযাজকৰ ভূমিকা লৈছে।

তাইৰ হাতত এই উপন্যাসখন দেখি তাইৰ বিষয়ে ভাবি অহা সকলো সিদ্ধান্ত ওলট্-পালট্ হৈ গ'ল।

তাই কিতাপখন হাতত ল'লে যদিও এবাৰ মোৰ ফালে চালে। মই বিপৰীত ফালে চাই আহি আছোঁ যদিও তাই মোক ভালকৈ লক্ষ্য কৰা সঠিক অনুমান কৰিলোঁ। আচৰিত কথা যে তায়ে প্ৰথম কথোপকথন আৰম্ভ কৰিলে।

"আপুনি ক'লৈ যাব?"

"ডিব্ৰুগড়লৈ।"

"আপুনি?"

"তালৈকে।"

"তাতে ঘৰ?"

"কামহে কৰোঁ।"

"এ, হয় নেকি? মই তাৰ মানুহ হৈয়ো দেখা নাই। কলেজত কাম কৰে নেকি?"

"নহয়, স্কুলতহে। কলেজত পালোঁহেঁতেন। কিন্তু থকাৰ সুবিধা নাই কাৰণে হায়াৰ ছেকেণ্ডাৰীত সোমালোঁ।"

"বিষয়?"

"ইকনমিক্স।"

এইদৰে কথা-বতৰা আৰম্ভ হ'ল। নামটো নজনাকৈয়ে এই পৰ্যন্ত জানিলোঁ যে তাইৰ ঘৰ যোৰহাটৰ গাতে লগা গাঁও এখনত। তাই হায়াৰ ছেকেণ্ডাৰীত কাম কৰাই চাৰি বছৰ হ'ল। ইয়াকে জানি কেৰাটোও সংখ্যাৰ লগত কেবাবাৰো চাৰি যোগ কৰি তাইৰ বয়সটো কিমান হ'ব পাৰে অনুমান কৰিলোঁ। ঊনৈশৰ লগত চাৰি যোগ দি তাইৰ মুখলৈ চালোঁ। আকৌ বিশৰ লগত চাৰি দিলোঁ। বাইশত আৰু তেইশতো। শেষত সিদ্ধান্ত কৰিলোঁ যে তাইৰ বয়স পঁচিশ আৰু আঠাইশৰ মাজত।

"ইমান পৰ কথা পাতিছোঁ অথচ নামটোকে জনা নাই।"

"সবিতা শইকীয়া।"

"বাৰু, এটা কথা সোধোঁ। আপুনি যে কিতাপখন হাতত লৈছে, এইখন কিতাপ জানো বাছত যাওঁতে পঢ়িব পৰা বিধৰ?"

"কিয় সুধিলে?"

"ভালকৈ মনোযোগ নিদিলে বুজি পোৱা টান হ'ব। এলবেয়াৰ ক্যামুক বুজিবলৈ বেদনাও লাগে, নিষ্ঠাও লাগে। পঢ়ি আৰামো পোৱা নেযায়।"

"আপুনি নিশ্চয় পঢ়িছে।"

"বিখ্যাত কিতাপ কাৰণেহে পঢ়ি থৈছোঁ।"

তাই অলপ পৰ নিমাতে ৰ'ল। বোধকৰোঁ মোৰ প্ৰতি এইবাৰহে কৌতূহল হ'ল। এইবাৰহে তাই মোৰ পৰিচয় সুধিলে। মোৰ পৰিচয় পাই যথেষ্ট আগ্ৰহ দেখুৱালে। ক'লে, "ইস ৰাম। ইমান পৰ কোৱা নাছিল কিয়? ময়োনো সোধা নাছিলোঁ কিয? আপোনাৰ প্ৰায়বোৰ কিতাপেই পঢ়িছোঁ। সেই ফালৰ পৰা বহুত দিনৰ চিনাকি। এতিয়া মানুহজনৰ সৈতে একেলগে আহিছোঁ, অথচ "

এনে প্ৰশংসা শুনি ওচৰৰ যাত্ৰীবোৰে কৌতূহলেৰে নাইবা ঈৰ্ষাৰেহে মোৰ ফালে চালে। কোনেনো ধুনীয়া ছোৱালীৰ প্ৰশংসা পাবলৈ নিবিচাৰে? মই অপ্ৰস্তুত হ'লোঁ। নম্ৰতা বজাই ৰাখিবলৈকে মনে মনে ৰ'লোঁ।

"এতিয়া বাৰু কি লিখি আছে?"

"একো লিখা নাই।"

"সঁচা? মোৰ হ'লে বিশ্বাস নহয়। পূজাত এখন কিতাপ কিবা নোলোৱাকৈ থাকিবনে?"

"বিশ্বাস কৰক, মিছ্ শইকীয়া, মই যোৱা তিনি মাহৰ পৰা একো লিখা নাই।"

"কিবা জঞ্জাল?"

"তাৰ বিপৰীত। এই কেইমাহ মই খুব খুচী,—খুব কম্‌প্লেচেণ্ট। লিখাৰ কাৰণে অলপ বেদনা লাগে, দুখ লাগে, কিছু অস্থিৰতা লাগে। কিন্তু এই তিনি মাহ মই বৰ সুখী।"

"বৰ বঢ়িয়া কথা কৈছে। মই বঢ়িয়াকৈ বুজি পাইছোঁ।"

"কি বুজিলে?"

"জীৱন সাহিত্যতকৈ ডাঙৰ। এ গুড্ মেন্ ইজ্ বেটাৰ দেন এ গুড্ আৰ্টিষ্ট।"

বাছ আহি জাঁজীত ৰ'লহি। মোৰ কাষৰ মানুহ দুটা তাতে নামিল।

"ইহঁত ইয়াতে নামিল হ'বলা?"

"উঠিবহিও পাৰে। চিগাৰেট হুপিবলৈও নামিব পাৰে।"

"আকৌ নুঠে। এটাই চুটকেচটো লৈ নামিছে।"

অলপ পৰৰ পিছতে আগৰ মানুহ দুটা বহা ঠাইত মতা-মাইকী এযোৰা বহিলহি। সবিতাই বিৰূপ সিদ্ধান্ত ল'ব পাৰে বুলি মই সিহঁতলৈ নাচালোঁ।

আকৌ কিতাপৰ কথা আৰম্ভ হ'ল। ছোৱালীজনীয়ে বহুত কিতাপ পঢ়িছে। তাই কিংচলি এমিচ পটিছে। বল্ড্ উইন্ পটিছে। আৰু কোনোবা কোনোবা লিখকৰ।

"মহিলা লেখকৰ ভিতৰত আপোনাৰ কাক ভাল লাগে?"

মই হঠাতে এটা নাম বিচাৰি নাপালোঁ আৰু সেই কাৰণে এটা অস্পষ্ট প্ৰশ্নহে সুধিলোঁ, "বঙালী লেখিকা নে অসমীয়া নে, এমেৰিকান?" ইয়াৰ উত্তৰলৈ বাট নাচাই মই মোৰ ওচৰৰ মতা-মাইকী হাল লক্ষ্য কৰাত লাগিলোঁ। ইহঁতক মতা-মাইকী বুলি কোৱা ভুল হ'ব। ডেকাটোৰ বয়স নিশ্চয় পঁচিশৰ কম হ'ব। তিৰোতাজনী কেঁচা গাভৰু। নিশ্চয় সিহঁতৰ বিয়া হোৱা অলপ দিনহে হৈছে। আজিযেই হে কিজানি প্ৰথম একেলগে ফুৰিবলৈ ওলাইছে। নিশ্চয় ওচৰৰ গাঁৱৰ চহা-পৰিয়ালৰ ডেকা-গাভৰু। নিয়ৰত সেমেকা আৰু প্ৰথম ৰ'দ পোৱা পুৱাৰ ফুলপাহিৰ দৰেই গাভৰুজনী নতুন, সজীৱ আৰু মনোমোহা। প্ৰথম যৌৱনত ডাঠ ৰঙা কামনাক ৰীতিমত সম্ভোগেৰে পৰিশোধিত কৰা ডেকাৰ চকুত অলেখ কৌতূহল, অলেখ তৃপ্তি,—ৰূপৰ সান্নিধ্যৰ, মৰমৰ আৰু সৌন্দৰ্যপ্ৰীতিৰ। সিহঁত অতিশয় জীৱন্ত। সিহঁতে কথা পাতিছে। সৰু সৰু কথা। তাত সৰু সৰু আশা। সিহঁতে প্ৰাণ খুলি হাঁহিছে। ইটোৱে সিটোক জোকাইছে। আকৌ হাঁহিছে। ডেকাই একোবাৰ গাভৰুৰ গাত হলি পৰিছে। সিহঁতে কাকো ভ্ৰূক্ষেপ কৰা নাই যদিও শালীনতা বজাই ৰাখিছে। সিহঁতক চাই মোৰ বৰ ভাল লাগিছে। গোমোঠা মাৰি বহি অহা বাছৰ মানুহবোৰৰ মাজত সিহঁত ডাঙৰ ব্যতিক্ৰম। সিহঁতৰ প্ৰাণ-প্ৰাচুৰ্যই মোৰ মনত দোলা দিছে। হয়তো বাছত অহা আন কোনোবায়ো সিহঁতক দেখি বস্তুবাদী অসুখী মনৰ দাযিত্ব পাহৰিছে। মই এটা সুখী পৰিয়ালৰ জীয়া ছবি চাই ভোল গৈছোঁ। সবিতাৰ অনৰ্থক প্ৰশ্নৰ উত্তৰ দিবলৈ পাহৰি গৈছোঁ। উপন্যাসত পোৱা জীৱনৰ ছবিয়ে সদায় মানুহক তুষ্ট কৰিব নোৱাৰে। সেইবোৰ যেন আধা আঁকা ছবি। পাঠকৰ কল্পনাইহে সেই ছবি সম্পূৰ্ণ কৰে। কিন্তু ইহঁতৰ ছবিত পাইছোঁ, মোৰ এৰি অহা জীৱনৰ পূৰ্ণতা আৰু উদ্দাম জীৱনবোধৰ সঁহাৰি।

সেযেহে এতিয়া সবিতালৈ খং উঠিছে। তাই সিহঁতলৈ চোৱা নাই। আৰু, তাই যদি তেজ-মঙহৰ ছোৱালী, তেনেহ'লে ইহঁতক দেখি তাইৰ মনত আলোড়নৰ, কিঞ্চিৎ অস্থিৰতাৰ আৰু কিঞ্চিৎ বিষাদৰ সৃষ্টি হোৱা নাই কিয়? তেনেহ'লে তাই জড়? বিদ্যাই তাইৰ মানৱীয় গুণ কাঢ়ি নিছে? কিতাপ পঢ়াটো কেৱল তাইৰ একো নোপোৱা জীৱনৰ এটা বিকল্প? —এ ভিকেৰিয়াচ্ প্লেজাৰ?

তাই মোৰ সমিধান নাপাই আকৌ সুধিলে, "ক'তা, নক'লে দেখোন?" মই উত্তৰ দিবলৈ বাধ্য হ'লোঁ, "কেথেৰিন এনে পৰ্টাৰ আৰু কেথেৰিন্ মেন্সফিল্ড্। কাৰণ এওঁলোকে আচল জীৱনক সহজভাৱে গ্ৰহণ কৰিবলৈ বিচাৰে। ভাৰ্জিনিয়া উল্ফৰ দৰে কোনো এবষ্ট্ৰেক্চন্ নাই।"

"হ'ব পাৰে। পিছে মোৰ হ'লে কাৰ্চন মেক্কুলাৰক খুব ভাল লাগে," সবিতাই কৈ আকৌ কিবা ক'ব বিচাৰিলে। মই মাত লগালোঁ, "সমালোচনাতহে তেওঁৰ নাম পাইছোঁ। পঢ়া নাই।"

"পঢ়ি চাব। অন্তৰৰ কথা লিখা মহিলা এই গৰাকীহে। 'হাৰ্ট ইজ্ এ ল'ন্লি হাণ্টাৰ' পঢ়িলেই বুজি পাব। তাতে যুগৰ বেদনা আছে।"

তাইৰ কথাকেইটা জুকিযাই ভাবি চালোঁ। 'হাৰ্ট ইজ্ এ ল'নলি হাণ্টাৰ্'। —অন্তৰ একাকী ব্যাধ।

"বাৰু মিছ্ শইকীয়া, তেওঁৰ বক্তব্য কি?"

"মানে থে'ম?"

"হয়।"

তাই ক'লে যে মিছ্ মেক্‌কুলাৰে দেখুৱাইছে—মানুহ অসহায, নিঃসঙ্গ, অসুখী। কিন্তু মেক্‌কুলাৰে দেখুওৱা নিঃসঙ্গতা আত্মিক বেদনাৰে নিতান্ত আপোন। প্ৰত্যেকখন উপন্যাসেই স্পিৰিচুয়েল আইচোলেচনেৰে অৰ্থাৎ আধ্যাত্ম-নিসঙ্গতাৰে কৰুণ।

মই কিন্তু গাভৰু ছোৱালীজনীৰ মুখৰ পৰা এনে গহীন কথা শুনি ভাল পোৱা নাই। ভাবিছোঁ, তাইৰ অশান্তি তাই নিজে সৃষ্টি কৰা। এনে ছোৱালীক কিতাপৰ চেঁচা শব্দবোৰৰ বাহিৰে আচল জীৱনে একো শিকাব নোৱাৰে।

সেইদিনাই সবিতা শইকীয়াৰ লগত চিনাকি। তাৰ পিছত চাৰি দিন দেখা হৈছিল এই কাৰণেই যে মোৰ ঘৰটো হেড্ মিষ্ট্ৰেছৰ ঘৰৰ লগালগি আৰু তাই তেখেতৰ ওচৰলৈ মাজে মাজে আহে।

প্ৰতিবাৰেই লগ পালে তাই সোধে, "কিবা লিখিছেনে?" মই প্ৰায়ে কওঁ, "লিখিম বুলি ভাবিছোঁ।" তাই আশাশুধীয়াভাৱে সোধে কাৰণে এবাৰ আচল কথাই ক'লোঁ, "এখন লিখি প্ৰেছলৈ পঠালোঁ।" তাই সুধিলে, "উপন্যাস?"

"হয়।"

"কোনে ছপাব?"

"তিনিচুকীয়াৰ তেৱেঁই।"

"ওলালে কিন্তু আপোনাৰ চহী কৰি কিতাপ এখন মোক দিবই লাগিব।"

"নিশ্চয় দিম। পিছে এতিয়া কি পঢ়িছে?"

"ক্লাচ্ বেছি হৈছে, উপন্যাস পঢ়িবলৈ তেনেকৈ সময নাই। কবিতাহে পঢ়িছোঁ।"

"আকৌ আমেৰিকান কবিতা?"

"কবিৰতো জাতি নাই?"

"কাৰ কবিতা পঢ়িছে?"

"এজ্ৰা পাউণ্ডৰ। খুব ভাল লাগিছে। বেছি মৌলিক কাৰণেই তেওঁক আমেৰিকাই বনবাস দিছে। সেইজন মানুহক সিহঁতে পাগল বুলিও ক'ব খোজে। নিজৰ নৈতিক পতন লুকুৱাবৰ কাৰণে সিহঁতে তেওঁক কাৰাবাসতো ৰাখিব পাৰে।"

সেইদিনা সিমানতে।

তাৰ পিছত আহিল এই গুৰুত্বপূৰ্ণ দিনটো। স্কুলত থাকোঁতে তাই অকস্মাতে বলিয়া হৈছিল। চকি-মেজত ভুকুৱাইছিল। আযনাৰ খিৰিকী ভাঙিছিল। আয়নাই দুইখন হাত কাটিছিল। তাই তেজেৰে ৰাঙলী হৈ শেষত মূৰ্চ্ছা গৈছিল।

হেড মিষ্ট্ৰেছ দময়ন্তী দুৱাৰা বিমোৰত পৰিল। অৱশ্যে উপস্থিত বুদ্ধি নেহেৰুৱালে। তেওঁ ভাবিলে যে কথাটো আনে জনা উচিত নহয়, কাৰণ গাভৰু ছোৱালীজনীৰ ভৱিষ্যৎ আছে। কাৰোবাক গুজিব পাৰিলেই হয়তো তাইৰ এনেকৈ উক নিদিব। তেওঁ জানে যে আবিয়ৈ বয়সীয়াল ছোৱালীৰ

স্নায়ুকেন্দ্ৰৰ উত্তেজনা খুব বেছি। গতিকে চুপে চাপে ৰাখি ছোৱালীজনী ঘৰত সোধাই দিয়াৰ কথা ভাবিলে। কিন্তু তাইৰ লগত মাষ্টৰনী পঠাব নোৱাৰে, কাৰণ টেক্সীতে যোৰহাট পাওঁতে ৰাতিও হ'ব পাৰে। সেই কাৰণেই তেওঁ মোৰ সহায় ল'বলৈ বাধ্য হ'ল।

বিয়লি তিনি মান বজাত টেক্সীখন মোৰ পদূলিত ৰ'লহি। হেড মিষ্ট্ৰেছ দুৱৰাই নামি আহি সকলো কথা ক'লেহি। তাইক ঘৰত থৈ আহিবলৈ মোক টানি অনুৰোধ কৰিলে। মই সন্মত হ'লোঁ।

মোৰ লগত যাব ৰতন চকীদাৰহে। সি হেনো সবিতাৰ ঘৰটোও চিনি পায়।

টেক্সীত মই বহাৰ পিছত হেড্ মিষ্ট্ৰেছে ক'লে, "মনত ৰাখিবা, কোনেও যাতে ভু নাপায়। ঘৰত কিন্তু সকলো কথা খোলোচাকৈ ক'বা আৰু আজিৰ ভিতৰতে ঘূৰি আহিবা। টেক্সীক ইয়াত পে কৰিম।"

মই সুধিলো, "যদি বাটত আকৌ উৎপাত লগায়?"

হেড মিষ্ট্ৰেছে ক'লে, "ডাক্তৰ আনিছিলোঁ। তেওঁ মৰ্ফিয়া দিলে। গতিকে তিনি-চাৰি ঘণ্টা দিগদাৰ নকৰে।"

এতিয়া সেই একেটা বাটেৰেই উভতিছোঁ। সবিতা, মই আৰু ৰতন। তাই শুই আহিছে। তাইক এতিয়া টেক্সীত মোৰ ওচৰত আনিছোঁ। তাই অৱশ হৈ শুইছে। সাজ-পাৰৰ লাগ-বান্ধ নাই। যেন এপাহি ডেইজী ফুলহে কেৰাচিন তেলত ডুবাই থোৱা হৈছিল। অথচ কেইমাহমানৰ আগতে এইজনী ছোৱালীৰ লগতে একেলগে ডিব্ৰুগড়লৈ আহোঁতে তাইৰ ৰুচিবোধে সকলোকে আকৰ্ষিত কৰিছিল। তাইৰ মুখৰ উপন্যাস-সাহিত্যৰ আলোচনাবোৰ অতি 'টেকনিকেল্' হৈ পৰিছিল।

যোৰহাট চহৰ পাৰ হৈ সিহঁতৰ ঘৰৰ ফালে টেক্সী চলিল। আলিটো ওখোৰা-মোখোৰা। মই আগতে সিহঁতৰ ঘৰৰ বিষয়ে জানিবলৈ বিচাৰিলোঁ। ৰতনে অলপ-অচৰপ জানে। সি ক'লে যে তাইৰ মাক-বাপেকহে আছে। ককাযেক নাই বুলি সি ঠিৰাংকৈ জানে। বাপেক ওচৰৰ চাহ বাগিচা এখনত বৰবাবু।

বোধকৰোঁ জোকাৰণিতে তাই সাৰ পালে। চকু দুটা মোহাৰি দূৰলৈ চালে আৰু কিবা মনত পেলাবলৈ চেষ্টা কৰিলে। বোধকৰোঁ টেক্সীখন সিহঁতৰ ঘৰৰ ফালে আহিছে বুলি তাই গম পালে। তাই হঠাতে উঠি বহিল আৰু চিঞৰি চিঞৰি ক'লে, "মোক নিদিব ঐ! মই সেইবাহৰ মুখ চাই থাকিবলৈ নাযাওঁ। মই নাযাওঁ। নাযাওঁ। "

তাই জোৰেৰে টেক্সীৰ দুৱাৰখন খুলিবলৈ উদ্যত হ'ল। মই ভাবিলোঁ, এই সময়তে তাইক ভয় খুওৱাৰ প্ৰয়োজন। নহ'লে নদমে। দুইখন হাত একেলগে খামুচি ধৰি ক'লোঁ, "চুপ থাকা! মোৰ লগত ধেমালি নাখাটে। বেছি দিগ্‌দাৰ কৰিবা,—ঘুচিয়াই মুখ ভাঙি দিম। মোক চিনা নাই?"

তাই বিহুল হৈ মোৰ মুখলৈ চালে। বোধকৰোঁ চিনি পালে। সেয়েহে লাজৰ ভাব দেখুৱাই তলমুৱা হৈ বহি ৰ'ল।

সিহঁতৰ ঘৰ পালোঁগৈ। তাই লাহেকৈ টেক্সীৰ পৰা নামি ঘৰলৈ খোজ দিলে। মই ৰতনক লগে লগে যাবলৈ ক'লোঁ। আৰু ক'লোঁ, ঘৰৰ মানুহখিনিক মনে মনে কথাটো ক'বলৈ। সি তাইৰ লগতে ঘৰ সোমোৱাৰ দহ মিনিটৰ পিছতহে মই সোমাম বুলি ভাবিলোঁ। ৰতনক আগতেই মোৰ আঁচনি জনাই থৈছোঁ

দহ-বাৰ মিনিটৰ পিছত যৰখন নিজম দেখি মই লাহে লাহে সোমাই গ'লোঁ। মোৰ জোতাৰ শব্দ শুনি ভিতৰৰ পৰা দুজনী আন ছোৱালী ওলাই আহিল। সিহঁতক ছোৱালী বুলি ক'ব নোৱাৰি। সিহঁতক বেছ্ শকত-আৱত হোৱাৰ কাৰণে এসময়ত সবিতাৰ দৰে ধুনীয়া আছিল বুলি অনুমান কৰিব নোৱাৰি। তিৰোতা যেন লগা মুখত বেদনাৰ আঁক-বাক থকা দুয়োগৰাকী বিগত যৌৱনাৰ (মোৰ অনুমান বিশ্বাস কৰক) —সেওঁতাতো সেন্দূৰ নাই, হাতত খাৰু নাই, কাণ শুদা। অথচ সিহঁত বিধবা নহয়, অবিবাহিতাহে। এই কথা বুজিবলৈ মোৰ বেছি সময় নালাগিল। মোৰ অসহ্য লাগিল। ময়ো আশাহত মজলীয়া ধৰণৰ লেখক। তথাপি মই প্ৰাণৰ প্ৰাচুৰ্যক শ্ৰদ্ধা কৰোঁ। সুখী আৰু জীৱন্ত মানুহৰ মাজত থাকিবলৈ বিচাৰোঁ। সেই কাৰণেই বেদনাক, দুখক আৰু হা-হুতাশক ঘৃণা কৰোঁ। এতিয়া মই যেন জতুগৃহৰ পৰা ল'ৰি পলাব পাৰিলেই ৰক্ষা পাওঁ।

হঠাতে এজনী তিৰোতাই মোৰ নামটো উচ্চাৰণ কৰা দেখি উচপ খাই উঠিলোঁ। ইহঁতে মোক চিনি পায়?

"বৰুণ, মোক তুমি চিনি পোৱা নাই?" এজনীয়ে সুধিলে। মই ভালকৈ লক্ষ্য কৰিহে ধৰিব পাৰিলোঁ,—তায়েই অবলা,—অবলা শইকীয়া। একালত একেলগে কলেজত পঢ়িছিলোঁ। আগৰ চেহেৰাৰ যেন দহ গুণে পৰিবৰ্ধিত ছাঁটোহে মই এতিয়া দেখা পাইছোঁ।

"অবলা, তুমি?"

"অঁ, ময়েই। এয়েই আমাৰ জীৱন। ইয়াতে পচি আছোঁ।"

"কি কৰা?"

"একেই কাম। অ', পাহৰিছোঁৱেই। এয়া মোৰ বাইদেউ।"

বাইদেৱেকে মোক নমস্কাৰ জনালে। মোৰ এইবাৰ বেছি অসহ্য লাগিল। ময়ো মধ্যবিত্ত,—কৃষ্টি-সংস্কৃতি-সচেতন আৰু সম্ভ্ৰম-সচেতন ক্ষয়িষ্ণু মধ্যবিত্ত। কিন্তু আমাৰ অৰ্থাৎ এদিন মোৰ বা আপোনাৰ অবক্ষয়ৰ হুবহু ছবি, মানে হুবহু জীয়া ছবি, এতিয়া চাই থাকিবলৈ অসহ্য লাগিল। মই পৰিবেশটোৰ গভীৰতা আৰু অসহনীয়তা পাতলাবলৈকে অনৰ্গল কৈ গ'লোঁ, "কোনো ভয়ৰ কাৰণ নাই। ৰতন চকিদাৰে তেনেকৈ সন্দেহহে কৰিছে। কিন্তু ডাক্তৰে কৈছে—যে নাৰ্ভ উইক্ কাৰণেহে এনে হৈছে। দুদিনমান জিৰণি ল'লেই সকলো ঠিক হৈ যাব। কি কোৱা, অবলা? আজিকালিনো কাৰ স্নায়ুৰ চাপ নাই? মিনিষ্টাৰৰ আছে, লাখপতি মাৰোৱাৰীৰ আছে, আনকি চিনেমা কৰা ডেকা-গাভৰুৰো আছে. । অথচ সিহঁতৰ কি নাই। "

কিন্তু এইবোৰ লাগবান্ধ নোহোৱা কথা কৈ যোৱা সময়তো মোৰ আচল মনটোৱে একে সময়তে ভাবিছে—"মোৰ বয়স সাতত্ৰিশ। অবলা মোৰ লগত পঢ়া। এতিয়া তাইক মোতকৈ ডাঙৰ যেনহে দেখি। আৰু অবলাৰ বায়েক? তাইতো নিশ্চয় আৰু দুবছৰৰ ডাঙৰ হ'ব। অথচ সিহঁতৰ আছে এটা বুঢ়া বাপেক আৰু এটা সৰু ভায়েক। তেনেহ'লে, যোগ্যতা থকা সবিতাই কিয় কোনোবা মিছ্ মেক্‌কুলাৰৰ কিতাপত আৰু, আৰু তাই কিয় বলিয়া নহ'ব? আমাৰ, সিহঁতৰ আৰু বহুতৰে সুখী হোৱাৰ অধিকাৰ কিহবাই কাঢ়ি নিছে। কিন্তু আমি বলিয়া হোৱা মানসিক স্বাধীনতাটো কোনেও কাঢ়ি নিব নোৱাৰে!. "

# সেই ছোৱালীজনী

নাগালেণ্ডৰ কোনোবা অফিচাৰৰ জীপ গাড়ীখন টাউনৰ ভিতৰত তীব্ৰ বেগেৰে চলি বজাৰৰ আগৰ 'ৰিক্সা ষ্টেণ্ড'ৰ ওচৰত এটা দুৰ্ঘটনা কৰিলে। এই দুৰ্ঘটনাৰ ফলত ফুটপাথত আওজাই থোৱা চাইকেল এখন ভাগিল আৰু তাৰ আগতে এজনী অপৰিচিতা গাভৰুক জখম কৰিলে। জখম সামান্য নহয়। সোঁ ভৰিটোৰ ওপৰেদি জীপৰ চকা চলি গ'ল। সম্ভৱ ভৰিৰ এছোৱা কাটি পেলাব লাগিব। এতিয়া তাই মূৰ্চ্ছা গৈছে। খুব তেজ ওলাইছে।

ঘটনাস্থলত বহুত মানুহ গোট খাইছে আৰু জীপত থকা মানুহ তিনিটাক পুলিচে প্ৰশ্নবাণেৰে থকা-সৰকা কৰিছে যদিও আজিৰ ভাৰতত এইটো সামান্য ঘটনা। ধৰ্মঘট, লাঠিচালনা, গুলীচালনা, ৰে'ল দুৰ্ঘটনা, মৃত্যু, আকাল আদিও সাধাৰণ ঘটনা। এই শব্দবোৰে অৰ্থগত গুৰুত্ব হেৰুৱাইছে। সেই কাৰণেই দিনৰ দহ বজাত ঘটা ঘটনাটোৰ প্ৰতি চহৰৰ অধিক অংশই উদাসীন। বহুত মানুহে হয়তো কাৰোবাৰ মুখে কথা প্ৰসঙ্গত ঘটনাটো শুনি পিছমুহূৰ্ততে পাহৰি গৈছে। এৰা, আধুনিক টাউনীয়া মানুহে এনে অপায়-অমঙ্গল মনত ৰাখি থ'লে হয়তো জীৱন-যাত্ৰাক একান্ত মনোযোগেৰে গতি দিব নোৱাৰিব।

কিন্তু ঘটনাটো চাঞ্চল্যকৰ হৈ ৰ'ল চহৰৰ এটা বিখ্যাত অফিচত,—গড়কাপ্তানি বিভাগৰ অফিচত। গাভৰুজনীৰ অস্তিত্বৰ বিষয়ে চহৰৰ কোনেও নাজানে। পুলিচেও তাইক চিনাক্ত কৰিব পৰা নাই। তাই চেতনা পালেহে তেওঁলোকে সকলো গম পাব। ৰাস্তাত গোট খোৱা মানুহৰ ভিতৰত কোনো কোনোৱে কয়—থিয়েটাৰ কৰা ছোৱালী হ'বলা। কোনোৱে কয়,—ছপাশালত কাম কৰে হ'বলা। কোনোৱে কয়,—বোৱা-কটা শিকিবলৈ গাঁৱৰ পৰা চহৰলৈ আহি থাকে হ'বলা। কোনোৱে দুখ কৰে,— আই ঐ দেহি, বেচেৰীৰ ইমান জখম, অথচ তাই কোন কোনেও ক'ব নোৱাৰে, অন্ততঃ চিনাকি এটাতো ওলাব লাগিছিল।

কিন্তু গড়কাপ্তানি বিভাগৰ অফিচত আলোড়ন। মহেশ্বৰ পিয়নৰ মুখে বাৰ্তা পাই শঙ্কিত হৈ পৰিল,— বৰবাবু দ্বিজেশ চৌধুৰী, ব্যথিত হ'ল 'অভাৰচিয়াৰ' ৰোহিণী হাজৰিকা, 'আই দেহি' বুলি ব্যগ্ৰ হৈ পৰিল অফিচৰ চাপ্ৰাচী বোধৰাম, কনক আৰু মাধী। অৱশ্যে বেদনাত চকু সেমেকি পৰিল ডেকা কেৰাণী সঞ্জীৱৰ। সি স্থিৰেৰে থাকিব নোৱাৰিলে। সি যে আনতকৈ বেছিকৈ জনাৰ সুবিধা পাইছিল! তাইৰ গাটো, মুখখন, বেদনাৰে অঞ্জন সনা হেলনীয়া চকুহালি, বিশ্ৰম্ভালাপৰ দৰে কোৱা সৰু সৰু

উত্তৰবোৰ—সকলোৱে মিলি তাৰ মনত এক মোহৰ ইন্দ্ৰজাল সৃষ্টি কৰিছিল। 'জেৰেঙাৰ সতী'ৰ ৰিহাৰ্চেলৰ তিনি দিন, বিশ্বকৰ্মা পূজাৰ দিনা আৰু পিছত এদিন,—এই পাঁচ দিন সিহঁতৰ নাটকৰ জয়মতীয়ে তাক আকৃষ্ট কৰিছিল।

সঞ্জীৱে বৰবাবুকে কৈ ঘটনাস্থলীলৈ উত্ৰাৱলভাৱে আহি থাকিল। তাক বহুত ভাৱে জুমুৰি দি ধৰিলে ঃ তাইৰ মাকে কিজানি এতিয়াও খবৰটো পোৱা নাই। তাই যদি মৰে, পাঠশালা স্কুলত পঢ়ি থকা ভাযেক দুটাৰ কি অৱস্থা হ'ব? আৰু ঘুণীয়া দেহাটোৰে, এখন ভৰিৰে, গাভৰু ছোৱালীজনী জীয়াই থকাৰনো কি লাভ?

দুমাহৰ আগৰ কথা। বিশ্বকৰ্মা পূজাত গডকাপ্টানি বিভাগৰ 'ষ্টাফে' অৰ্থাৎ কেৰাণীৰ পৰা আলি মহৰীলৈকে ইঞ্জিনিয়াৰ-ঠিকাদাৰৰ আৰ্থিক সাহায্যত এখন নাটক কৰিব,—'জেৰেঙাৰ সতী'। কিন্তু ছোৱালী বাহিৰৰ পৰা আনিবই লাগিব। অফিচত যি দুজনী টাইপিষ্ট ছোৱালী আছে, সিহঁত কোনো ভাওৰ কাৰণে উপযুক্ত নহয়। সিহঁতৰ বিগত-যৌৱনা দেহ আৰু মুখশ্ৰী নাটকত নালাগে অইন সময়তো দৃষ্টিযোগ্য নহয। সেই কাৰণেই বাহিৰত ছোৱালীৰ বিচাৰ কৰা হ'ল। চহৰত অভিনয় কৰি থকা কোনো ছোৱালীযেই অফিচৰ মানুহৰ লগত নাটকত নামিবলৈ ৰাজি নহ'ল। অৱশেষত এই ছোৱালীজনী বিচাৰি পোৱা গ'ল। তাই চহৰৰ ছপাশাল এটাত কাম শিকিবলৈ আহে আৰু আবেলি পাঁচটা বজাত পাঁচ মাইল আঁতৰৰ গাঁওখনলৈ যাযগৈ। দেখাত ভাল। তাই গাঁৱৰ হাইস্কুলখনত পঢ়াৰ সময়ত থিযেটাৰ কৰিছিল বুলিও কৈছিল। তাইকে লৈ আবেলি আবেলি ৰিহাৰ্চেল হ'ল। বিশ্বকৰ্মা পূজাৰ সন্ধিয়া অভিনয় কৰিছে বুলি একজিকিউটিভ ইঞ্জিনীয়াৰে ৰায দিলে। পূজা সমিতিযে তাইক আঢৈ কুৰি টকা মাননি দিলে। নাটক শেষ হওঁতে ৰাতি দহটাই বাজিল। ছোৱালীজনী সন্ত্ৰস্ত হৈ পৰিল। যদি ইহঁতে ঘৰত থোৱাৰ ব্যৱস্থা নকৰে! ব্যৱস্থা হ'ল। জীপ গাড়ীখন পোৱা গ'ল। সঞ্জীৱ তাইৰ লগত গ'ল। পূজা সমিতিৰ মানুহে সঞ্জীৱকেই তাইক থৈ আহিবলৈ পাচিলে। কাৰণ বৰবাবু দ্বিজেশ চৌধুৰীকে ধৰি পূজা সমিতিৰ কেবাজন মানুহে জানে যে এই কেইদিনৰ ভিতৰতে 'জেৰেঙাৰ সতী'ৰ গদাপাণি সঞ্জীৱ বৰদলৈৰ ছোৱালীজনীৰ প্ৰতি (হযতো তাই সঁহাৰি নিদিযাকৈয়ে) দুৰ্বলতাই দেখা দিছে।

কিন্তু সঞ্জীৱে তাৰ মোহৰ ইন্দ্ৰজালৰ মকৰাজাল ভেদ কৰি তাইৰ বক্ষস্থলত সোমাবলৈ চেষ্টা কৰি বিফল হৈছে। কাৰণ ছোৱালীজনী গহীন। স্বামীৰ প্ৰাণৰ আশংকাৰ ভু পোৱা জয়মতীৰ দৰেই। তাইক কিবা এটা সুধিলেহে অনিচ্ছুকভাৱে চুটি উত্তৰ দিযে। নাটকৰ আখৰা কৰা সময়খিনিৰ বাহিৰে তাইক বাকী সময়ত বৰ অসজীৱ যেন লাগে। তাই বৰ উদাসিনী। তাই কাৰো নাম জানিবলৈ চেষ্টা কৰা নাই, কাৰো খুহুতীয়া কথা শুনি খোলোচাভাৱে হঁহা নাই। মুঠতে তাইৰ গাত (চেহেৰাটোত বাদে) অভিনেত্ৰীৰ চঞ্চলতা নাই, কৌতূহল নাই, আনন্দ নাই, আনকি অভিনেত্ৰীৰ দৰে প্ৰতিষ্ঠাৰ অভিলাষো নাই। এই চাৰিদিন ছোৱালীজনীক সঞ্জীৱে নিবিড় অৱস্থাতে পাইছে। কিন্তু তাই দিনে দিনে বেছি ৰহস্যময়ী হৈ পৰিছে। তাইৰ মনৰ গহনত সোমাবলৈ কোনো পুৰুষৰ সাধ্য নাই। সেয়েহে সঞ্জীৱৰ তাইৰ প্ৰতি আকৰ্ষণ বাঢ়িছে।

ৰাতি দহ বজাত তাইক জীপত উঠাই থ'বলৈ ওলাওঁতে সঞ্জীৱে সংকল্প কৰিছে যে আজি তাইক বহুত কিবাকিবি সুধি তাইক জানি ল'ব। পিছত হয়তো তাই তাক বাটত দেখিলেও নামাতিব পাৰে।

"জোনমাই, তুমি খুব সুন্দৰ পাৰ্ট কৰিলা। এনেকৈ যদি দুই-এখন নাটকত নামা, তেনেহ'লে তোমাৰ নাম হ'ব।"

"কেনেকৈ সুন্দৰ পাৰ্ট হ'ল? মই জানো, মই একো ভাল ভাও কৰা নাই।"

"তুমি বুজি নোপোৱা। তুমি তোমাৰ প্ৰতিভা আছে বুলি নাজানা।"

"মই জানো, মই নাটকৰ ছোৱালী নহয়। মই কেৱল এটা অৱস্থাৰ কাৰণেই উপযুক্ত।"

"কি?"

"গৃহিণী হোৱাৰ—এখন ঘৰ, এজন মানুহ, আৰু ।"

শেষ দিনা সঞ্জীৱে তাইক নিবিড়ভাৱে লগ পোৱাৰ এই শেষ ৰাতিটো হঠাতে তাই যেন মুখৰা হৈ পৰিল। কিন্তু শেষৰ কথাকেইটা কৈ সৰু ছোৱালীজনীৰ দৰে তাই ফেঁকুৰি উঠিল। ড্ৰাইভাৰৰ অলক্ষিতে সি তাৰ হাতখন তাইৰ মেঘ মেঘ চুলিত বুলাই দিলে। তাই কিন্তু জোৰেৰে তাৰ হাতখন আঁতৰাই ক'লে, "মোক নুচুব।"

"কিয়?"

"আপোনাৰ মই কোনো নহয়। মই এজনী ছোৱালী। ৰাস্তাত দেখা যিকোনো এজনী ছোৱালীৰ দৰেই।"

"জোনমাই! কোৱা, মই যদি ।"

"হ'ব নোৱাৰে। মই ভবা কথা একেবাৰেই হ'ব নোৱাৰে। মই হ'বলৈ বিচাৰিছিলোঁ,—বৌটিৰ আদৰৰ গাঁৱলীয়া জীয়াৰী, হ'লোঁ টাউনত কাম শিকিবলৈ অহা ছোৱালী। মই ভাবিছিলোঁ, এদিন আনবোৰ ছোৱালীৰ দৰে "।

"বৌটিকে এৰিব নোৱাৰা?"

"ক্ষমা কৰক! মোক একো কথা নুসুধিব। জানেনে, কিয় মই বাহ বাহ মতা মানুহৰ লগত থিয়েটাৰ কৰিবলৈ বাধ্য হৈছোঁ? কিয় এই ৰাতি এনে অৱস্থাত ঘৰলৈ আহিবলগীয়া হৈছোঁ? অভিনেত্ৰী হ'বলৈ? —তাৰ আগতে মই মোৰ নিজৰ ভৱিষ্যৎ ভাবি নাচালোহেঁতেন?"

কথাকেইটা জোনমায়ে খণ্ডত কোৱাৰ দৰে নালাগিছিল। জীৱনৰ প্ৰতি তীব্ৰতম বিতৃষ্ণাতহে যেন কথা কেইটা হঠাতে তাইৰ মুখৰ পৰা ওলাই পৰিছিল। সঞ্জীৱে ভাবিছিল—গাভৰু ছোৱালীজনীৰ বাৰু কিয় ইমান বিতৃষ্ণা? তাইৰ পুৰুষলৈহে ইমান বিতৃষ্ণা নেকি? এই বয়সে, এই স্বাস্থ্যই তাইক দিব লাগিছিল তীব্ৰ জীৱনাগ্ৰহ, উজ্জ্বল ভৱিষ্যতৰ সম্ভাৱনা আৰু দুৰন্ত অভিলাষ। কিন্তু এই হতাশা, এই কামবন্ধনহীনতা, এই অক্ষমনীয় মানসিক শুষ্কতা আৰু জীৱনক স্বাভাৱিকভাৱে গ্ৰহণ নকৰাৰ বাতিক অন্ততঃ তাইৰ এই সুন্দৰ দেহত শোভা নাপায়। তাইক কাষতে পাই এতিয়া সঞ্জীৱে ভাবিছে—গাভৰু মানেই সূৰ্যমুখী ফুল নহয়, শৰতৰ বৰ্ণ-বিচিত্ৰ ডাৱৰ নহয়, সকলো গাভৰুৱে ঢোলৰ মাত শুনি যঁতৰ গচকি পথাৰলৈ লৰ মৰা বিধৰ নহয়।

তেনেহ'লে, ফুলৰ দৰে দেহাৰ জোন যেন মুখৰ জোনমাই কি? এই প্ৰশ্নৰ উত্তৰ বিচাৰি সি নিজকে বহু প্ৰশ্ন সুধিলে। থিয়েটাৰ হোৱাৰ এঘাৰ দিনৰ পিছতো তাইক সি পাইছিল। সেইদিনা সি প্ৰথম অনুভৱ কৰিলে যে তাৰ আৰু তাইৰ ব্যৱধান—দুৰাগম্য।

বজাৰৰ ৰিক্সা ষ্টেণ্ডটোলে সঞ্জীৱ আহি থাকিল। ওচৰ চাপি অহাৰ লগে লগে তাৰ সৌৰৱণৰ

সোঁতত ভেঁটা পৰিল। এতিয়া তাৰ একমাত্ৰ চিন্তা—জোনমাইৰ ভৱিষ্যৎ সম্পৰ্কে। যদি তাইৰ এখন ভৰি কাটি পেলায়? যদি ইতিমধ্যে তাই যন্ত্ৰণা সহিব নোৱাৰি মৰি গ'ল?

সি ঘটনাস্থল পালেগৈ। তাত এতিয়া মানুহ জুম বান্ধি থকা নাই। সি দেখা পালে যে মাজ আলিত তেজৰ দাগ! জোনমাইৰ তেজ! এজনী নিপোটল গাভৰুৰ মাছুৰ লেখীয়া ছালৰ পৰা নিগৰি পৰা তেজ! আলিত চেকুৰা বান্ধি থকা তেজখিনিয়েই হয়তো কোনো সপোনসঘন ৰাতি বাসনাৰ উদ্গীৰণত জুই হৈ দগ্‌মগালেহেঁতেন।

"তাইক ডিচপেন্‌চাৰীলৈ নিছে। এঘণ্টাই হ'ল।" সি উত্তৰ পালে। সি ৰিক্সা এখনত উঠি ক'লে—"চিভিল হস্পিটেললৈ "

"চিষ্টাৰ, অলপ আগতে একচিডেন্ট হোৱা ছোৱালীজনী কোন ফালে আছে?"

"গৈ থাওক, তিনিটা কোঠা পাৰ হৈ আঠ নম্বৰ।"

জোনমাই পৰি আছে। ভৰিত বেণ্ডেজ। হাত এখনতো। বিছনাৰ ওচৰৰ টেবুলখনত আছে এটা ভেনেটী বেগ, দুডাল চুলিত মৰা কাটা আৰু এযোৰ চিচাৰ খাৰু। নিশ্চয় এইকেইটা বস্তু জোনমাইৰে।

ওচৰত ডাক্তৰো আছিল।

"আপুনি তেনেহ'লে ছোৱালীজনী চিনি পায়?"

"হয়, আমি একেলগে থিয়েটাৰ কৰিছিলোঁ।"

"নাম কি?"

"জোনমাই। উপাধি কি নাজানো।"

"বাৰু হ'ব। আমি আকৌ কেচটো এনট্ৰি কৰিবলৈ নামটোকে পোৱা নাছিলোঁ। আপুনি ঘৰত খবৰটো দিব পাৰিব?"

"পাৰিম।"

"তেনেহ'লে এটা কাম কৰক। এইমাত্ৰ পুলিচে এই বেগটো ঘূৰাই দিছে। বেগটোত আন বস্তুৰ লগতে টকা বিশটাও আছে বুলি কৈছে। বেগটোও লৈ যাওক। বেগটো খুলি চাওকচোন, সেইমতে বস্তুবোৰ আছেনে নাই।"

সঞ্জীৱে ভেনিটী বেগটো খুলি দুখন দহটকীয়া নোট, এডাল ওঁঠখন শুকান নোহোৱাকৈ ৰাখিবলৈ ঘঁহা পেঞ্চিলৰ দৰে মাৰি, এখন সৰু ৰুমাল, দুডাল মাটি পেঞ্চিল আৰু কাগজৰ বাকচ এটাত পাঁচটা বড়ি। সি বস্তুকেইটা চোৱাৰ সময়ত ডাক্তৰে তাইক পৰীক্ষা কৰি আছিল।

ডাক্তৰে সুধিলে, "পাইছেনে? কি কি পাইছে?"

সঞ্জীৱে ক'লে, "বিশটা টকা আৰু কেইটামান তিৰোতা মানুহৰ খন্তীয়া-খুচুৰীয়া বস্তু। বাৰু, ডাক্তৰ বাবু, কিমান জখম হৈছে?"

ডাক্তৰে ক'লে, "হাড় ভাগিছে। হাতখনত অৱশ্যে দুখহে পাইছে। আশাকৰোঁ হাড় জোৰা লগাব পাৰিম। সঠিক ক'ব নোৱাৰি। এক্স-ৰে প্লেট্‌খন আহি পালেহে ফ্ৰেক্‌চাৰ কিমান তাক ভালকৈ ধৰিব পৰা যাব।"

সঞ্জীৱে সুধিলে, "এতিয়া কেনে পাইছে?"

ডাক্তৰে ক'লে, "ইন্‌জেকচন দিয়াত অলপ সকাহ পাইছে যেন লাগিছে।"

"বাৰু, ডাক্তৰ বাবু, ভৰিটো কাটিব লাগিব নেকি?"

"ক'ব পৰা নাই। প্ৰায় সাত ইঞ্চিজুৰি ফ্ৰেকচাৰ। ভয় নকৰিব, পৰাপক্ষত আমি এম্‌পুট কৰিবলৈ নিবিচাৰোঁ।"

সম্ভৱ সঞ্জীবৰ মাতটো জোনমায়ে চিনি পালে। তাই হয়তো অৰ্দ্ধচেতন বা এতিয়া চেতনা ঘূৰাই পালে। তাই চকু মেলিলে। যন্ত্ৰণাই এইহাল চকুৰ পৰা চকুলো শুকুৱাই পেলাইছিল। এতিয়া সঞ্জীৱক দেখি তাইৰ চকুলো দুধাৰি বৈ গ'ল। তাই কাতৰভাৱে তালৈ চাই "অ', আপুনি।" বুলি চকু মুদি দিলে। সঞ্জীৱে সেই কাতৰ চকুহালত বহুত ভাষা বিচাৰি পালে,—তাইৰ অসহায় অৱস্থাৰ যন্ত্ৰণাৰ, তাৰ প্ৰতি কৃতজ্ঞতাৰ হয়তো প্ৰেম-বেদনাৰ। সেই অদ্ভুত বেদনাময় চাৱনিটো তাৰ অন্তৰত সাঁচ বহি ৰ'ল।

সি ভেনিটী বেগটো লৈ আলিত উঠিলহি। হঠাতে তাৰ মগজত এটি চিন্তা সোমাল। এই বড়িকেইটা কি হ'ব পাৰে? সি বেগটো খুলি ভিতৰলৈ নোচোৱাকৈয়ে বড়ি থকা বাকচটো উলিয়ালে। বড়িকেইটা চালে। একেলগে এঠোৱা আছিল আঠটা বড়ি, তাৰে তিনিটাৰ ইতিমধ্যে ব্যৱহাৰ হৈ গৈছে। বড়িবোৰ এঠাই ৰখা সোণবৰণীয়া ডাঠ আৱৰণটোৰ ওপৰত একো লিখা হোৱা নাই। সেয়েহে সি কাগজৰ বাকচটোত ছপা আখৰবোৰ পঢ়িলে। পঢ়ি সি শিয়ৰি উঠিল। বাকচত লিখা আছিল ঃ

ভল্‌পাৰ

ফ'মিং টেবলেট

হাইলি স্পাৰ্মিচিডেল ক'নট্ৰাচেপ্‌টিভ টেবলেট অৰ্থাৎ

শুক্ৰকীট ধ্বংসকাৰী জন্মনিৰোধ বটিকা।

সি পোনাতে চমকি উঠিল পিছত অস্থিৰ হৈ পৰিল, তাৰ পিছত এটা দীঘল হুমুনিয়াহ কাঢ়িলে। কিন্তু অলপ পৰৰ পিছতে সি গহীন হৈ পৰিল মুখখন নিষ্ঠুৰভাৱে কঠিন হৈ পৰিল। পিছে সেই অৱস্থাও খন্তেকীয়া। আকৌ সি আগৰ দৰে হৈ পৰিল। সেয়েহে বড়িৰে সৈতে কাগজৰ বাকচটো আলিৰ কাষৰ খাবৈলৈ দলিয়াই পেলাই দিলে। কোনো আক্ৰোশ, বিতৃষ্ণা বা ঘৃণাৰ ভাব নেদেখুৱাই ভেনিটী বেগটো সযতনে হাতত লৈ সঞ্জীৱ ৰিক্সা এখনত উঠিল, চগা চাপৰিলৈ, জোনমাইৰ মাক আৰু ভায়েক দুটা থকা গাঁওখনলৈ।

# তিমিৰ তৰঙ্গ

এক মিনিটো সময় নষ্ট নকৰি মই টেক্সীৰে তিনিচুকীয়ালৈ আহিলোঁ। চাৰি বজাৰ এক্সপ্ৰেছত মই গুৱাহাটীলৈ যাবই লাগিব। মই পোন্ধৰ দিনমান আঁতৰত থাকিবই লাগিব। নহ'লে মোৰ বিপদ। হয়তো মই মাৰ খাব লাগিলহেঁতেন, অপমানিত হ'লোঁহেঁতেন। পৰিচিত মানুহৰ আগত মুখ দেখুৱাবলৈ মোৰ লাজ লাগিলহেঁতেন। মোৰ বাহিৰত দেখুওৱা মুখাখন খহি পৰিলহেঁতেন। তিনিচুকীয়া পাইহে সকাহ পাইছোঁ আৰু বাৰে বাৰে মফিদক শলাগ লৈছোঁ।

ৰে'লৰ প্ৰথম বিভাগত ৰিজাৰ্ভেচন পোৱা নগ'ল। দ্বিতীয় বিভাগত যাব নোৱাৰি। মোৰ কোনোবা চিনাকি ওলাব পাৰে। আজিৰ কাৰণে তৃতীয় বিভাগেই ভাল। এনেকৈ গ'লে কোনেও ভু নাপাব যে মই পলাই আহিছোঁ।

টিকট কৰি ৰে'লৰ অপেক্ষাত প্লেটফৰ্মত থিয় দি আছোঁ। দুঘণ্টাৰ আগৰ কথা ভাবি মাজে মাজে উত্তেজিত হৈ পৰিছোঁ। এতিয়াও আশঙ্কাত বুকু দুৰু দুৰু কৰিছে। তথাপি এই দুঘণ্টাৰ আগৰ সম্ভোগৰ স্মৃতিয়ে মনটো ব্যাকুল কৰিছে। হযতো মনৰ তৃষ্ণা এতিয়াও দূৰ হোৱা নাই। মই জানো, বাসনাৰ আন নাম অতৃপ্তি। তথাপি। তথাপি কিয়? মোৰ দৰে বহুতেই তাৰ উত্তৰ দিব নোৱাৰে আৰু বেছিসংখ্যক মানুহে নাভাবেও। ময়ো নেভাবিছিলোঁ। আজিহে অপমানৰ ভয়ত, লাজত আৰু ধৰা পৰি যোৱাৰ দুৰ্বিপাকতহে ভাবিবলৈ বাধ্য হৈছোঁ।

তথাপি তাইৰ সেই নধৰ ৰূপ, কামুক ওঁঠ দুখন, দুষ্টালি ভৰা চকুহাল, দেখিলে আতুৰ হ'বলৈ বাধ্য কৰা আবেদন-দুষ্ট সম্ভোগান্বেষী যৌৱন, শ্লীলতাৰ সীমা চেৰাই যাব খোজা যৌনসুৰভি সনা সুৰীয়া মাতটো, তাইৰ ব্যৱসায়িক আচৰণ আৰু সৰ্বশেষত তাইৰ প্ৰায় উলঙ্গ দেহৰ ছবি মোৰ মানস দৃষ্টিত ভাঁহি উঠিছে।

আৰু চুটি চুটি অস্থিৰ উশাহবোৰো।

ঘূৰণীয়া, স্থূল, হাতীদাঁত যেন বগা উৰু, জলটলমল বক্ষৰ সমতলৰ ওপৰত পদুম হৈ জিলিকি থকা দৃঢ় লম্বমান, সুগোল স্তনৰ লবনু কোমল শুভ্ৰতাও।

আৰু?

নিশ্চয় তাই বশ মনাৰ আগৰ সলজ্জ ভঙ্গিমা। আৰু?

তাইক দখল কৰাৰ পুলক। সম্ভোগ। মধুৰ অৱসাদ। ক্ষণিক তৃপ্তিয়ে জগাই তোলা শৃঙ্খলা নমনা মনটো।

মোৰ প্ৰথম অনুভূতি নহয়। কেবাদিনৰো। কিন্তু আজিয়েইহে শেষ? তাইলৈ মোৰ মৰম আছেনে? থাকিব নোৱাৰে মই পল্লৱগ্ৰাহী।

তাই টকা লৈছিল। মই টকা দি ভাল পাওঁ। গৌৰৱ অনুভৱ কৰোঁ।

মোৰ ভাৰা-ঘৰৰ বন্ধ কুঠৰীত তাই গাত গা লগাই কৈছিল যে তাইৰ নামটো খুৱাযেকে দিয়া তন্দ্ৰা। হ'ব নোৱাৰে। মফিদেও বিশ্বাস নকৰে, ময়ো বিশ্বাস নকৰোঁ। তাইৰ ঘৰ যে গাঁৱত এই কথা সত্য। গাঁৱলীয়া ছোৱালীক এইটো নাম কোনো খুৱায়েকে নিদিয়ে। চহৰখনৰ ওচৰৰ গাঁও এখনত তাইৰ ঘৰ বুলি কৈছিল। ওচৰৰ গাঁৱৰ হয়তো হ'ব পাৰে। কিন্তু সেইখন গাঁৱৰ নহয়। নিশ্চয় বিপৰীত দিশে থকা কোনোবা এখন গাঁৱৰ। আন এখন চহৰৰ কলেজত পঢ়ে বুলিও কৈছিল। নিৰ্ঘাত মিছা কথা। কাৰণ কলেজবোৰৰ এতিয়া দীঘলীয়া বন্ধ হোৱা নাই।

সেই কাৰণেই তাই ৰহস্যময়ী। সেয়েহে হয়তো তাইলৈ মোৰ দুৰ্বাৰ আকৰ্ষণ। কিজানি তাইৰ প্ৰতি আকৰ্ষণেই মোৰ সৰ্বনাশৰ মূল। গুৱাহাটীতো মোৰ বংশৰ মানুহে গম পাব পাৰে। ইয়াত মোৰ তলতীয়া কৰ্মচাৰীবোৰেও গম পাব পাৰে। মোৰ পৰিচিত বিষয়া দুজনেও নজনাকৈ নাথাকিব। দুদিনৰ কেজুৱেল লিভৰ তাকৰ সময়। পিছত আৰ্নড লিভ নাপাবও পাৰোঁ।

তথাপি মফিদৰ ওচৰত মই চিৰকৃতজ্ঞ। তাইক মই বিদায় দি আকৌ অফিচত বহাৰ আধা ঘণ্টামানৰ পিছতে মফিদে ভয়ে ভয়ে আহি খবৰ দিলেহি যে মোৰ ভাৰাঘৰটোৰ আগতে কেইটামান গুণ্ডা মানুহৰ লগত ভালেমান ওচৰ-চুবুৰীয়া থুপ খাই গুজৰি আছে। কৈছে, "ভদ্ৰলোকৰ চুবুৰিত এনে মানুহ থাকিব কিয়? এসেকা দি পঠিয়াব লাগিব। আহক সি আজি "

মই কিন্তু হঠাতে ভয় নাখালোঁ। এনে ধৰণৰ ছোৱালীক আলেঙে - আলেঙে লক্ষ্য কৰি থকা কিছুমান ভদ্ৰবেশী গুণ্ডা থাকে। সিহঁত বিফল হ'লে নাইবা ছোৱালীজনীয়ে বিচৰা সৰ্বনিম্ন মান চেহেৰাত নাথাকিলে তাই বিচৰা ধনৰ অঙ্ক ক্ষমতাৰ অতীত হ'লে আৰু তাইক ঠেকত পেলাব নোৱাৰি আশাহত হ'লে সিহঁতে এনেকুৱা পৰিস্থিতিৰ সুবিধা লয়। সেয়েহে দিনৰ পোহৰত সিহঁতে বিশেষ অপকাৰ কৰিব নোৱাৰে। যিহেতু এনেবোৰ গুণ্ডা সাধাৰণ ধৰণৰ সিহঁতৰ আগত সাহসেৰে থিয় দি পুলিচৰ ভয় দেখুৱালেই ঠাণ্ডা হ'ব পাৰে। তথাপি পলোৱাকে ঠিৰাং কৰিলোঁ। মফিদে আৰু ভালেমান যুক্তি দেখুৱাই ক'লে যে এনেকুৱা সাহসৰ কাৰণে মোৰ চাকৰি জীৱনতো চেকা লাগিব পাৰে। অপমান-অপযশৰ কথা বাদেই। সেয়েহে ছুটী আদি খন্তেকতে ঠিক-ঠাক কৰি মফিদক ক'লোঁ "ঘটনাটো জানিবলৈ বিচৰা মানুহক কবি, মই কালিৰ পৰা 'টুৰ'তেই আছোঁ। টাউনৰ দাৰোগা মোৰ বন্ধু। তাকো খবৰটো দিবি।"

ৰে'ল আহি পোৱা এঘণ্টা দেৰি। তিনিচুকীয়াত বহুত মানুহ নামিল। তৃতীয় শ্ৰেণীৰ কোঠাতো যাত্ৰীৰ ভিৰ নাই। যিমান মানুহ বহিব লাগে বুলি দবাৰ বেৰত লিখা আছে সিমানখিনি মানুহেই মই বহা কোঠাটোত আছে বুলি বিশ্বাস হ'ল। পিছতহে জানিলোঁ যে এইখন ৰে'লত মৰিয়নি পৰ্যন্ত মানুহ নহয়। তদুপৰি খেতিৰ দিন কাৰণেই এইবোৰ ঠাইৰ মানুহবো ৰে'লত অহা-যোৱা পাতলিছে।

মই একাষত বহিলোঁ। সেইখন বেঞ্চিত মাথোন তিনিটা মানুহ। মই আৰু খুব ভাগৰুৱা যেন লগা দুটা দেচুৱালী। গৰমত বা পেটৰ ভোকত সিহঁত বিতৃষ্ণাৰে বহি আছে। পোনে পোনে থকা

বেঞ্চিখনৰ আওজা অংশৰ উচ্চতাই দূৰৈত থকা বেঞ্চি তিনিখন মোৰ বহা ঠাইৰ পৰা নেদেখা কৰি ৰাখিছে। এইখন বেঞ্চিত বহিছে তিনিটা প্ৰাণী। ছোৱালী এজনীৰ কাষত এটা মোৰ সমবয়সীয়া মানুহ। এমূৰে এটা চানাচুৰবালা। বোধকৰোঁ মোনাত চানা নাই কাৰণেই সি নিৰাসক্তভাৱে বহি আছে। অভ্যস্ত হোৱাৰ কাৰণেই ছোৱালীজনীলৈ সূক্ষ্মভাৱে লক্ষ্য কৰিলোঁ। নিশ্চয় সাধাৰণ মানুহৰ ঘৰৰ ছোৱালী। বগা ৰঙটো ৰ'দে চেলেকা। সাজপাৰ অতি সাধাৰণ। গোটেই পোছাকটোত কিজানি পাঁচটামান টকাহে খৰচ হৈছে। ওঁঠত সেলেঙি লগা তামোলৰ বোল। কপালৰ ফোঁটটো শুকান সেন্দূৰৰ। সেওঁতাত সেন্দূৰ নাই। গতিকে বিয়া হোৱা নাই। গাটো শ'ল মাছ যেন গোটা। হেলনীয়া চকুহালত মনৰ স্থিৰতা প্ৰকাশ নোপোৱা হ'লে আৰু নিয়ম নমনা যৌবনৰ সাময়িক নম্ৰতা ৰক্ষা কৰিবলৈ চাদৰখনেৰে ব্লাউজ নেদেখাকৈ বুকুখন নিৰ্মমভাৱে ঢাকি নৰখা হ'লে, তাই তন্দ্ৰাকো (?) যৌন আবেদনত চেৰ পেলালেহেঁতেন। তায়ো একে বয়সৰ। অৱশ্যে গাঁৱৰ ছোৱালীজনীৰ সাজযোৰ ঢিলাকৈ পিন্ধা কাৰণে বয়স তন্দ্ৰাতকৈ বেছি যেন লাগে।

তাই হাঁচতিৰে বন্ধা টোপোলাটোৰ পৰা তামোল দুখন উলিয়াই ওচৰৰ মানুহটোক দিলে। সি হাত পাতি ল'লে। তেতিয়াহে ভাবিলো যে তাই সেই মানুহটোৰ লগত আহিছে। তালৈ লক্ষ্য কৰিলোঁ। ৰুক্ষ চেহেৰাৰ এটা হটঙা মানুহ। দাঁতবোৰ লেতেৰা। তামোল-ধঁপাতৰ চেকা লগা। পিন্ধিছে সস্তীয়া কাপোৰৰ ক্ৰিজ নথকা ওলমি পৰা ধৰণৰ এটা লংপেণ্ট আৰু চেইন টনা বুকুৰ এটা পকোৱা সূতাৰ স্পটিং গেঞ্জী। তাৰ কাষতে থকা টিনৰ চুটকেচটোৰ ওপৰত এধোপ বিড়ি আৰু এটা জুইশলা। সি লংপেণ্ট আৰু স্মাৰ্ট গেঞ্জী পিন্ধি ভৰিত ৰঙা মোজা আৰু ক'লা হাফশু পিন্ধি লুকুৱাব খোজা কৃষিজীৱী গ্ৰাম্যতা বেছি প্ৰকট কৰিছে। তথাপি তাক ভাল মানুহ নহয় বুলি সঠিক অনুভৱ কৰিছোঁ। চকুৰ কোণৰ আঁক দুডালত দুৰ্বুদ্ধিভৰা কপট মনৰ চিনাকি আছে; ভঙা গাল-মুখত অসংযমৰ। চকু হালেই লুচ্চা স্বভাৱৰ সাক্ষী। অৱশ্যে বাহুত শাৰীৰিক শক্তিৰ চিন আছে। কিন্তু তেল ঘঁহা সত্বেও জপৰা হৈ থকা আৰু যত্নসহকাৰে কেঁকোৰা-কেকুৰি কৰা চুলিকোচাৰ পৰা তাৰ গুণ্ডা প্ৰকৃতি ওলাই পৰিছে।

মানুহটো অস্থিৰ প্ৰকৃতিৰো হ'ব পাৰে। সি ছোৱালীজনীৰ ওচৰত বহি থকা ধৰণটো সন্দেহজনক নহ'লেও, ইফালে সিফালে পুলুং-পালাংকৈ চাই থকাটো মোৰ একেবাৰে পছন্দ নহ'ল। এবাৰ সি মনোযোগেৰে ওপৰলৈ চালে। ময়ো সেই ফালে চকু দিলোঁ। ঠিকেই আছে। থিতাতে সি বিজুলী বিচনীৰ চুইচটো টিপি দিলে। কিন্তু কামত নাহিল। তাৰ পিছত ছোৱালীজনীক ক'লে, "খুব সম্ভৱ লাইট নজ্বলিব। তেনেহ'লে ইয়াতে এটা ব্যৱস্থা কৰিব লাগিব। জানেকী, তুমি খন্তেক বহা। মই এইখিনিৰ দোকান এখনত খবৰ কৰোঁ।"

ময়ো একে সময়তে নামিলোঁ। তাৰ পিছ ল'লোঁ। সি দুখোজমান যোৱাৰ পিছত এটা পৰিচিত মানুহ পাই ৰ'ল। সেইটো মানুহে সুধিলে, "কিয় আকৌ হঠাৎ উভতিব লগা হ'ল? শহৰৰ ঘৰত জৰুৰী কাম আছিল নেকি?" মই ওচৰতে চিগাৰেট হুপি হুপি তাৰ উত্তৰটো শুনিবলৈ ব্যগ্ৰ হৈ ৰ'লোঁ। সি ক'লে, "কৈছহে! আমাক আৰু এই কেইমাহ জুলুকী জুলুকী বাইছে। সিফালে আকৌ খেতিৰ দিন। তাতে সিজনীৰ গাত আকৌ লেঠা। আৰু এমাহমানহে আছে কিজানি।"

"চাবাইচ!"

"চাবাইচ দিব নেলাগে দে। এইবোৰ ভগবানৰ ইচ্ছা।"

"পিছে তোৰো ইচ্ছা নথকা নহয়। আৰু কোনোবা লগত আহিছে নেকি?"

"এই কেইদিন ঘৰখন চম্ভালিবলৈকে জানেকীক লৈ আহিছোঁ।"

"জানেকী বুলিতো কাৰো নাম আগতে কোবা নাছিলি? তোৰ বহুত খুলশালী ছোৱালী আছে?"

"এজনী আছিল। তাইকো বিয়া দিলে।"

"এইজনী কোন?"

'সিজনীৰ বৰ দেউতাকৰ জীয়েক।"

মানুহটোৱে ইয়াৰ বুকুত আকৌ চাব্বাইচ বুলি ঢকা এটা মাৰি হাঁহি হাঁহি আঁতৰি গ'ল। ই পাণবালা এটাৰ আগত থিয় দি কিবা কিনিলে। মই আগৰ ঠাইত বহিলোঁহি। মোৰ সন্দেহী মন আৰু সন্দেহী হৈ পৰিল। ভাবিলোঁ ছোৱালীজনীৰ কথা। তাই ইয়াক ভাল বুলি বিশ্বাস কৰি ভুল কৰা নাইতো! তাই হয়তো এতিয়ালৈকে জানিবলৈ সুবিধা হোৱা নাই যে এনে এটা সুযোগে বাহ্যিক প্ৰকৃতিক আৰু প্ৰচলিত নৈতিকতাকো বনবাসী কৰে।

মানুহটো আগৰ ঠাইত বহিল। জেপৰ পৰা কিহবাৰ পেকেট এটা উলিযাই টিনৰ চুটকেচটোত সুমুৱাই থ'লে।

পাঁচ বাজিল। ৰে'ল দুলীয়াজানত ৰ'লহি। এই ডোখৰ বাট মানুহটোৱে ছোৱালীজনীৰ লগত বিশেষ কথা পতা নাছিল। মাথোন তাই মানুহটোলৈ মাজে মাজে চাইছিল। তাই ভাল ছোৱালী বুলি মোৰ স্পষ্ট ধাৰণা হোৱা নাছিল। পিছে তাই আন বহুত ছোৱালীৰ দৰে মোক আৰু খিৰিকীৰে আনক লাজুকভাৱে চাইছিল।

দুলীয়াজানত সিহঁতে দুকাপ চাহ খালে। সি এইবাৰ খিৰিকীৰ কাষত বহিল। তাই তাৰ কাষত গাত গা লগাই বহিল। তাৰ হাত এখন তাইৰ উৰুৰ ওপৰত থ'লে। ইটো হাতেৰে বিডি হোপাত লাগিল। সি গাটো তাইৰ ফালে হলালে। তাই সুখানুভূতি বা বিৰক্ত হোৱাৰ চিন প্ৰকাশ নকৰিলে, নিৰ্লিপ্তভাৱে বহি ৰ'ল। তাই এবাৰ তাৰ কান্ধত লাগি থকা কয়লাৰ গুড়িখিনি টুকুৰিযাই আঁতৰালে। এনেতে খিৰিকীৰ মুখত মানুহ এটা থিয় দি মাত লগালে, 'আৰে, এইটো বসন্ত দেখোন! 'চচুৰবাড়ী'ৰ পৰা? এৰা, তই আহিবি বুলি শুনিছিলোঁ। ভালনে?"

'ভালেই।'

"ল'ৰা-ছোৱালী কেইটা?"

এতিয়ালৈকে দুটা।"

"ওঁ, বুজিলোঁ। তই 'চাংঘাতিক'। লগত এইটো ক'ৰ লাগেজ্?"

"চেষ্টাৰেনলো।"

ষ্টেচনত বেল পৰিল। ৰে'ল এৰিব হ'ল। এইবাৰ মানুহটোক অৰ্থাৎ বসন্তক বুজিবলৈ বাকী নেথাকিল। সি গাঁৱলীয়া অৰ্থত কেৱল পিৰীতিৰ গোন্ধ লৈ ফুৰা মানুহেই নহয়, সি বিপজ্জনকো। নিজৰ স্বাৰ্থৰ কাৰণেই নিশ্চয় এই ছোৱালীজনীক সি আনিছে। নাহৰকটীয়া পোৱাৰ আগতেই ভালকৈ এন্ধাৰ হ'ব। তেতিয়া নিশ্চয় তাৰ হাত দুখন তাইৰ নিপোটল গাৰ ওপৰত ওখ-চাপৰ দ-বাম বিচাৰি সৰীসৃপ গতিত বিচৰণ কৰিব। যদি ওপৰৰ বাল্ব দুটা নজ্বলে আৰু বাকীবোৰ যাত্ৰী এতিয়াৰ দৰে বিতৃষ্ণ আৰু

উদাস হৈ বহি থাকে, তেনেহ'লে সি তাইৰ পৰা সকলো আদায় কৰিব পাৰে। যদি তাই অনাঘ্ৰাতা গাভৰু তেতিয়াও, ৰাতিৰ মাদকতাই, নিৰিবিলি আশঙ্কাহীন অৱস্থাই, ৰে'লৰ গতি আৰু হেন্দোলনিয়ে আৰু নতুন নতুন ঠাই পাব হৈ অহাৰ আনন্দ-উন্মাদনাই তাইক সকলো পাহৰাই পেলাব। তাইৰ সংকোচ, লজ্জা আৰু বিচাৰবোধ গাভৰু তেজৰ সোঁতে উটুৱাই নিব। সিহঁত দুয়ো হৈ পৰিব বাসনাৰ নিমিত্ত মাত্ৰ।

এনে অভিজ্ঞতা মোৰো আছে। লঘিমা নামৰ ছোৱালীজনীয়ে মোক খুব বিশ্বাস কৰিছিল। মোক অভিভাৱকৰ দৰে ভাবিছিল। অৱশ্যে মই তেনেকৈ তাইক গ্ৰহণ কৰা নাছিলোঁ। তাইৰ মনটো বুজিবলৈহে অপেক্ষা কৰিছিলোঁ। কিন্তু এনে এটা পৰিস্থিতিয়ে লঘিমাক সুকীয়া ছোৱালী কৰি পেলালে। তায়ো মোৰ দৰে হৈ পৰিল। আৰু সেযেহে যেন লঘিমাৰ আচল চিনাকি। সেয়েহে মই ভাবোঁ, সঁচা সঁচা লগা বাহ্যিক ব্যৱহাৰ আৰু তাতে প্ৰত্যয় হোৱাটো আচল মনে গ্ৰহণ নকৰে।

মানুহটোৰ লগত বসন্তই ফুচফুচাই কিবা কথা পাতিলে। মানুহটোৱে মাজে মাজে জানেকীলৈ লুভীয়া দৃষ্টিৰে চাই থাকিল। মোৰ আৰু সন্দেহ হ'ল। ভাবিলোঁ—ছোৱালীজনীও কিজানি ভাল স্বভাৱৰ নহয়। তাই কিজানি ৰাতিলৈহে সজ আচৰণেৰে বাট চাই আছে! তাই বসন্তক ইতিমধ্যে ভাল পাব পাৰে। 'ভাল পোৱা' বোলা ৰহস্যটোত মোৰ অকণো বিশ্বাস নাই যদিও মনৰ বুজা-পৰাৰ অহেতুক কাৰণক মই বিশ্বাস কৰোঁ।

ৰে'ল আগবাঢ়িল। চৌপাশে সন্ধিয়াই পাতল ওৰণি তৰিছে। দিগন্তত অৱসাদৰ প্ৰশান্তি। বিশাল পথাৰ দিনান্তৰ আলোৰে ধূসৰ, গহীন আৰু ৰহস্যময়। পাকঘূৰণি খাই বৈ যাব খোজা দূৰণিৰ গাঁওবোৰত সন্ধিযাৰ সংগোপন আত্মীয়তা।

গাৰ নোম নেদেখা কাহিলি কাহিলি পোহৰত আমি আগবাঢ়ি গৈ আছোঁ। হঠাতে বসন্তই মাত লগালে, "জানেকী দুলীয়াজানত মই কথা পতা মানুহটো চিনি পোৱা?" তাই ক'লে, "নাপাওঁ। আপোনালোকৰ গাঁৱৰ নেকি?"

"হয়ওঁতে আমাৰ গাঁৱৰে। এতিয়া সি দুলীয়াজানত মেকানিক। তুমি তাক ভালকৈ চাই নল'লা কিয়?"

"এস্, কি যে কথাবোৰ কয়।"

"চাই ল'ব লাগিছিল। আজিকালি ছোৱালীৰ পছন্দ-অপছন্দৈহে ডাঙৰ কথা।"

"আৰু ক'লে মই হ'লে কথা নাপাতিম, ভিনদেউ।"

"কিয়নো খং খাইছা আই? তালৈকে তোমাক ঠিক কৰিছোঁ।"

জানেকীয়ে বোধকৰোঁ লাজ পালে। "যা এইটো" বুলি এহাতে তাৰ বাহুটোত ঠেলা মাৰি দিলে। সি গহীনাই ক'লে, "সঁচা কথা কওঁতে খং উঠিলে কি উপায়? বাৰু, নকওঁ আৰু পিছে, এতিয়া লাজ দেখুৱালে কি হ'ব? বিয়াৰ পিছত যে তাক এৰিবই নোৱৰা হ'বা।"

তাই একো নামাতিলে। লাহে লাহে আন্ধাৰ ঘন হৈ আহিল। মই ভাবিলোঁ, বাল্বকেইটা নজ্বলিল যেতিয়া বসন্তলৈ এতিয়া উত্তম সুযোগ আহিছে। সেয়েহে আগতীয়াকৈ তাইৰ লগত ৰহণ লগোৱা কথা ক'বলৈ আৰম্ভ কৰিছে। সিহঁতক লাহে লাহে আন্ধাৰে লুকুৱাই পেলালে। ছাঁৰ দৰে শৰীৰ দুটাহে মোৰ চকুত পৰিল। মই আৰু সেই ঠাইত বহাৰ প্ৰয়োজনবোধ নকৰিলোঁ। মই আৰু সিহঁতৰ চুটি চুটি উশাহ আৰু কিছুমান আনুমানিক শব্দ শুনি বহি থাকি নিজে অশান্তিত সময় নিয়াবলৈ ইচ্ছা কৰাটো

মূৰ্খামি।

মই বাঙ্কৰ ওপৰত উঠি গাটো পেলাই দিলোঁ। এনেতে তাৰ মাতটো কাণত পৰিল, "জানেকী, আন্ধাৰত বৰ বেয়া লাগিছে নহয়?" তাই কোৱা শুনিলোঁ, "এৰা, বৰ আখজা আখজা লাগিছে।"

অলপ পৰৰ পিছত মই মুদি থকা চকুৰেই কোঠাটোত পোহৰৰ অনুমান কৰিলোঁ। তললৈ চাই দেখিলোঁ —বসন্ত আৰু জানেকী বহাৰ মাজত টিনৰ চুটকেচটোৰ ওপৰত আধা ফুটমান দীঘল শকত মমবাতি এডাল জ্বলিছে। বসন্তই যেন টিনৰ চুটকেচটো আৰু মমবাতিৰে পুণ্য আৰু নৈতিকতাৰ ভেটি সাজিছে, বন্তি জ্বলাইছে। অকস্মাতে তালৈ মোৰ শ্ৰদ্ধা উপজিল। তাৰহে ৰুক্ষ শৰীৰটোৱে দেৱতাৰ অন্তৰখন লুকুৱাই ৰাখিছে! মই জানো, গাঁৱলীয়া জীৱনত নাটক নাই, ই স্থবিৰ। গাঁৱৰ কৃষিজীৱী সভ্যতা ক্ষয়িষ্ণু, আৰ্থিক সমস্যাই গাঁওবাসীক পঙ্গু কৰিছে। সিহঁতৰ ভৱিষ্যৎ নাই বুলিয়েই বহুতে কয়। কিন্তু এতিয়া মই ভাবিছোঁ, আচল ভৱিষ্যৎ সিহঁতৰহে। সিহঁতেহে আমাৰ আশাহত অতৃপ্ত মনক বাট দেখুৱাব, আমাক মুক্তি দিব। সিহঁত মানৱ ধৰ্মৰ পূজাৰী, সিহঁত সংযমী, সিহঁত চৰিত্ৰবান। সেযেহে সিহঁত অক্ষয়। একোৱে সাময়িকভাৱে সিহঁতক পথৰুদ্ধ কৰিব নোৱাৰে।

যিমানেই গভীৰভাৱে কথাবোৰ ভাবি গ'লোঁ, সিমানেই মোৰ নিজলৈ বেছি ঘৃণা হ'ল। অশিক্ষিত বসন্তই আজি মোৰ শিক্ষা-দীক্ষা, পদবী আৰু বংশ-গৌৰৱ—সকলো তুচ্ছ কৰিলে। তথাপি আত্ম-বিশ্লেষণে আৰু নিজক নিৰ্লিপ্তভাৱে নিৰপেক্ষ বিচাৰ কৰাৰ এই আকস্মিক ক্ষমতাই মোক শান্তি দিলে। মই তন্দ্ৰাৰ কথা আৰু বিগত জীৱনৰ সম্ভোগ-স্মৃতি পাহৰি পেলালোঁ। কেতিয়াও অনুভৱ কৰিব নোৱাৰা এই মানসিক অৱস্থাই মোক নিচুকালে। মই শুই পৰিলোঁ।

মাজনিশা কুলি, পাণবালা আৰু যাত্ৰীৰ হাই-উৰুমিত মই সাৰ পালোঁ। লক্ষ্য কৰিলোঁ, কোঠাটো মানুহেৰে ভৰি পৰিছে। ৰে'ল মৰিয়নি পালেহি। বসন্ত আৰু জানেকী নাই, সিহঁত বোধকৰোঁ আগৰ কোনোবা ষ্টেচনত নামিল। নামিলে এইদৰে বাঙ্কত শুই যাবলৈ ঠাই নাপাম বুলি জানিও মই নামি পৰিলোঁ। কোনোবা চিনাকি মানুহে মোক দেখা পাব পাৰে বুলিও ভয় নহ'ল। মোৰযে দোষী মনটো নেওচা দিব পাৰিছোঁ। চাহ একাপ খাওঁ বুলি ষ্টলখনৰ ফালে খোজ দিলোঁ। কিন্তু কি আচৰিত! প্লেটফৰ্মৰ এচুকত অকলে থিয় হৈ আছে সৌজনী তন্দ্ৰা। তাইৰ পৰা ঘৃণাসূচক উক্তি শুনা নাইবা তাই আকৌ মোৰ লগ ধৰি মোক নতুন বিপদত পেলোৱাৰ ভয় মোৰ মনত উদয় নহ'ল। প্লেটফৰ্মৰ হৰেক ৰকম মানুহৰ আগত এজনী ছোৱালীৰ লগত কথা পাতিবলৈকো মোৰ সংকোচ নহ'ল। মই কাষ চাপি গৈ সুধিলোঁ, "তুমি? আচৰিত কথা। তুমি এইখিনি কেনেকৈ পালাহি?" তাই একো নামাতিলে। অসহায় উচুপনিটোহে মোৰ কাণত পৰিল। আকৌ সুধিলোঁ, "নামাতা কিয়? কিবা বিপদ?" মই সোধোঁতে বোধকৰোঁ সুৰটো কোমল আৰু আন্তৰিক আছিল। তাই চকুপানী মচিলে আৰু ক'লে, "আপুনি আজি মোক ৰক্ষা কৰক। ৰাতিটো ইয়াত খপো কেনেকৈ? বেয়া মানুহ দুটামানে মোৰ পিছ লৈছেই,' ট্ৰেনখন গ'লেই প্লেটফৰ্ম ঠাণ্ডা পৰিব। মোৰ মহা বিপদ হ'ব।' মই হঠাতে কৈ পেলালোঁ, "বাৰু, কোনো ভয় নাই। তুমি ক'লৈ যাব লাগে?"

"ইয়াৰ পৰা ছমাইল দূৰত মোৰ ঘৰ।"

'বাৰু সেয়া পিছ কথা। ব'লা, চাহ একো কাপ খাই লওঁ।"

তাই মোৰ পিছ ল'লে। মোৰ কৌতূহল হ'ল। চাহ খোৱাৰ পিছত তাইক সোধাত ক'লে যে

অলপ সময়ৰ পিছতে চহৰত মোৰ লগত তাইৰ সম্পৰ্কৰ কথা ওলাই পৰিল। সেয়ে আলোচনাৰ বিষয় হৈ পৰিল। টাউন দাৰোগাই তাইক লগ ধৰি খুব ককৰ্থনা কৰিলে। মাৰধৰ কৰাৰ ভয় দেখুৱালে আৰু ক'লে যে তাই যদি আৰু এঘণ্টাও চহৰত থাকে, তেনেহ'লে মাৰধৰ কৰি তাইক লক-আপত ভৰাই থ'ব। জোৰ-জুলুম কৰিব। এই বুলি কৈয়ে দাৰোগাই তাইক দহটা টকা দিলে আৰু লগত থকা পুলিচ দুটাক ক'লে, "ভেনেট এখন নামৰূপলৈ যোৱাৰ কথা আছে। এইক লৈ গৈ পাৰ মানে পাওঁলৈ যোৱা ট্ৰেইন পাবি। মৰিয়নিলৈ টিকট কৰি এইক উঠাই থৈ আহিবি।'

দাৰোগাৰ আজ্ঞামতে কাম হ'ল। তাই আমি অহা ৰে'লখনতে আহি থাকিল। মই বহুত কথাই অনুমান কৰিলোঁ। মফিদে তেনেহ'লে দাৰোগাক কথাবোৰ ক'লে। টাউন দাৰোগা হৰিপ্ৰসাদ মোৰ বন্ধু। পুলিচৰ বুদ্ধিৰে সি চাগৈ ভাবিলে যে তাইক চহৰৰ পৰা আঁতৰ কৰিলে আৰু মানুহে তাইক নেদেখা হ'লেই সকলো আলাপ-আলোচনা লাহে লাহে শাম কাটিব, মই ঘূৰি গৈ পাওঁ মানে সকলো স্বাভাৱিক হৈ পৰিব। তথাপি হৰিপ্ৰসাদৰ প্ৰতি কৃতজ্ঞ হ'বলৈ মোক কিহবাই বাধা দিলে। এতিয়া মোৰ একমাত্ৰ চিন্তা আৰু একমাত্ৰ কৌতূহল ছোৱালীজনীলৈহে। সহানুভূতিৰে সুধিলোঁ, "বাৰু, ঘৰ ক'ত গম পালোঁৱেই। নামটো তন্দ্ৰা নে আন কিবা?" তাই লাহেকৈ ক'লে, "মাণিকী"।

মই লক্ষ্য কৰিলোঁ, মাণিকী খুব দুৰ্বল। চাহৰ দোকানতো তাই একেলগে দুগিলাচ পানী খালে। এতিয়া এখন ভৰি চোঁচৰাই দুপিয়াই দুপিয়াই খোজ দিছে।

"মাণিকী, কি হ'ল? দুপিয়াইছা কিয়?" তাই একো নেমাতি মোৰ চকুলৈ একে থৰে চাই ৰ'ল। সেই নিঃসহায় নিষ্পলক চকুত মই দেখা পালোঁ তাইৰ দুৰ্ভগীয়া জীৱনৰ ইতিকথা, তাইৰ আশ্ৰয়হীন শান্তিহীন বৰ্তমান আৰু আন্ধাৰ ভৱিষ্যৎ। সেই চকুত আৰু কিবা আছে—আৰু কিবা স্থূল মনেৰে বিচাৰি নোপোৱা। মোৰ ভাব হ'ল, এইমাত্ৰ যেন এপাহি সদ্য-বিকশিত ফুল নিষ্ঠুৰ হাতেৰে ছিঙি মাটিতে পেলাই দিছে, তাত যেন প্ৰখৰ ৰ'দ পৰিছে, ৰ'দে শুকুৱাই ক'লা কৰা ফুলপাহি যেন বৰষুণে দুৰ্গন্ধময় নলালৈ উটুৱাই নিছে।

মই সেই চকুৰ দৃষ্টিত যেন ছাই হৈ গ'লোঁ। আন এফালে চাই আকৌ সুধিলোঁ, "মাণিকী, নোকোৱা কিয়? ক'ত দুখ পালা?" তাই হাত দুখনেৰে মুখখন লুকুৱাই উচুপনিৰ মাজেৰে ক'লে, "ভেনেটত পুলিচ কেবাটাও আহিছিল। উস্, সিহঁত মানুহ নহয়, এটাই নহয়, দুটাই নহয়, আটাইকেইটা। সিহঁত—সিহঁত মানুহ নহয়, পুলিচহে। "

মোৰ চিঞৰি কান্দি পেলাবৰ মন গ'ল। ৰে'লখনলৈ চালোঁ। গাৰ্ডৰ হুচেল শুনিলোঁ। ৰে'লখন লাহে লাহে চলিল আৰু আগৰ গতিবেগ ল'লে। আটাইবোৰ দবা প্লেটফৰ্ম পাৰ হোৱাৰ পিছত প্লেটফৰ্ম নিজম হ'ল। ডিঙিত বৈ যাব খোজা মাতটোৰে কোনোমতে ক'লোঁ, "মাণিকী, ব'লা।"

"ক'লৈ?"

"তোমালোকৰ ঘৰৰ ফালে।"

"আপুনি যাব? মোৰ দৰে ছোৱালীজনীৰ লগত?"

"তুমি ভাল ছোৱালী। অন্তৰৰ শোকে তোমাক, মোক আৰু এনেকুৱা বহুতকে নিকা কৰে।"

আন্ধাৰৰ মাজেৰে গৈ থাকিলোঁ। আকাশত জোন নাছিল, ডাৱৰো নাছিল। তৰাৰ পোহৰে আমাক বাট দেখুৱাইছিল।

# ৰূপ আৰু স্বৰূপ

নেতাগৰাকী প্ৰখ্যাত। কাৰণ, তেখেতৰ নাম মাজে মাজে বাতৰিকাকতত ওলাই থাকে। ভাগ্যৰ কথা যে মেকানিক পাছ কৰি তিনি বছৰ চাকৰি নাপাই শেষত তেখেতৰে মটৰ গাড়ীখনৰ ড্ৰাইভাৰ সোমালোঁ। আজিকে ধৰি এই কাম কৰা এমাহ দহ দিন হৈছে। মেকানিক পাছ কৰা মোৰ অলপ কামত আহিল। মাজে মাজে গাড়ী বেয়া হ'লে তেখেতে চিধাই গেৰেজলৈ পঠাব খোজে আৰু মোক জীপখন চলাবলৈ কয়। মই কিন্তু ছাৰক কওঁ, "গাড়ী ময়ে ভাল কৰিম।" গাড়ীখনৰ উলা-মূলা অসুখবোৰ ময়ে ভাল কৰোঁ। সেই কাৰণে আজিকালি, অৰ্থাৎ মই অহাৰে পৰা ছাৰ জীপত উঠিবলগীয়া হোৱা নাই। বোধকৰোঁ কৰ্তব্যপৰায়ণ আৰু দক্ষ বুলি ভাবি তেখেতে মোক বৰ মৰম কৰে। এদিন কৈছিল ' তোক যদি বিশ্বাসী বুলি ভাল প্ৰমাণ পাওঁ, তেনেহ'লে এদিন তোক মোৰ ডকলঙীয়াৰ কাঠৰ কলটোৰ মেনেজাৰ পাতিম।" তাকে শুনি মই বহুত সপোন ৰচিছিলোঁ। তাত মেনেজাৰ হ'লে মাহে তিনিশকৈ টকা পাম। মোৰ তলত বহুত মানুহে খাটিব। মেনেজাৰ হৈ টকা গোটাই শেষত হয়তো নাগৰমল কেএগ্ৰাৰ দৰে মযো এটা কাঠৰ কল খুলিম। ছাৰ যদি এদিন মন্ত্ৰী হয় (নিশ্চয় হ'ব। ছাৰৰ ঘৰলৈ যে কতবোৰ ডাঙৰ ডাঙৰ মানুহ আহে! বৰ চাহাবো আহে। দুজন ডাঙৰ মন্ত্ৰীযো ছাৰৰ দুমহলীয়া ঘৰটোত ৰাতি থাকি যায়হি, দেশ-বিদেশৰ আলোচনা কৰেহি), তেনেহ'লে হয়তো এদিন ডাঙৰ কাঠৰ কাৰখানা খুলিবলৈ বহুত টকা ধাৰ পাই যাম। সেই কাৰণেই, এতিয়া ছাৰৰ ভৰিৰ ধূলা হৈ থাকিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছোঁ। ছাৰে ব্যস্ত অৱস্থাত মোক টান কথা ক'লে মই সৰু ল'ৰাটিৰ দৰে মনে মনে থাকোঁ। কেতিয়াবা ধেমালিৰ সুৰত কথা ক'লেও মই মনে মনে থাকোঁ। হাঁহিলে কিজানি ছাৰে অপমান হোৱা বুলি ভাবে।

ছাৰৰ বহুত কাম। এনে ভাব হয়— ছাৰ নহ'লে কিজানি দেশখন অচল হ'ব। দেশৰ কামত তেখেতে এমুৰীয়াকৈ লাগিছে। ঘৰুৱা কথা ভাবি দেশ সেৱাত ব্যাঘাত হ'বলৈ দিয়া নাই। ছাৰৰ সংসাৰ নাই বুলিয়েই ক'ব পাৰি। শুনিছোঁ বোলে তেখেতৰ ঘৰৰ মানুহ পৰলোক হ'ল দহ বছৰৰ আগতেই। ল'ৰা এটা আৰু ছোৱালী এজনীহে আছে। ছোৱালীজনীক থৈছে শ্বিলঙৰ ইংৰাজ-ইংৰাজনীয়ে পঢ়ুৱা স্কুল এটাত। ল'ৰাটোক থৈছে ভাৰতৰ আন এখন প্ৰদেশৰ বেলেগ ধৰণৰ স্কুল এখনত। মই তেওঁলোকক দেখাই নাই।

ছাৰক মটৰত লৈ ফুৰি ময়ো বহুত ঠাইলৈ গৈছোঁ। বহুত বেলেগ বেলেগ ধৰণৰ মানুহ লগ পাইছোঁ। ছাৰ সাধাৰণতে তিনিচুকীয়া, গুৱাহাটী আৰু শ্বিলঙলৈ বেছিকৈ যায়। ডাঙৰ ডাঙৰ গোলা দি

থকা কেএগ্ৰা কিছুমান লৈ ছাৰ সপ্তাহত এদিন শ্বিলঙলৈ যাবই। কেএগ্ৰাসোপাৰ ভাওভঙ্গী দেখি মোৰ অনুমান হয় যে ছাৰ নহ'লে সিহঁতৰ ব্যবসায়ৰ বহুত লোকচান হ'ব। ছাৰবো কিছুমান ব্যৱসায় আছে। চহৰত দুটা পেট্ৰল পাম্প আছে, ডুমডুমা আৰু গোলাঘাটত দুটা কাঠৰ মিল আছে আৰু তিনিচুকীয়াত নট-বল্ট বনোৱা কাৰখানা আছে। আৰু ক'ৰবাত কিবা কাৰবাৰ আছে যদি নাজানো। শুনিছোঁ বোলে কোনো তলখুচৰীয়া কমিনিচ চইচলিচে ছাৰৰ কথা বেয়াকৈ কয়। তেখেত হেনো টকা-আকলুৱা পৰৰ তেজ শুহি খোৱা। মই মানুহজনৰ লগত প্ৰায় এমাহ কাল ছাঁটোৰ দৰে থাকি বুজিছোঁ, সিহঁতে হিংসাতহে কয়। অসমীয়া মানুহবোৰ পেটকুপটীয়া, পৰৰ চিৰি দেখিব নোৱৰা বিধৰ। ছাৰে কাৰবাৰ কিয় কৰে তাৰ যুক্তি যদি সিহঁতে শুনে, তেনেহ'লে তেনেই থতমত খাই যাব। এপষৰ আগতে ছাৰক কলেজ এখনে (এইখন কলেজত ছাৰে আঢৈ কুৰি হেজাৰ টকা দান দিছিল।) বক্তৃতা দিবলৈ মাতিছিল। ছাৰে কৈছিল যে কেবল চাকৰি পাম বুলি আশা পালি কলেজত পঢ়িলেই নহ'ব। শিক্ষা পাই ব্যৱসায়তো নামিব লাগিব। কেৱল চাকৰি কৰিযেই জাতি এটা জীয়াই থাকিব নোৱাৰে। সেই কাৰণেই হেনো ডেকাইঁতক তাৰ দৃষ্টান্ত দেখুৱাবলৈকে তেখেতে কাৰখানা খুলিছে, তাত কাম কৰা দেশৰ মানুহক ৰোজকাৰৰ সুবিধা দিছে। অৰ্থাৎ তেখেতৰ কাৰখানাবোৰ দেশৰ মানুহৰ সুবিধাৰ কাৰণেহে তেখেতৰ নিজৰ লাভটো পিছ কথা। বাৰাণ্ডাত থিয় দি থাকি মই তেখেতৰ 'বকতিতা শুনি ভোল গৈছিলোঁ। আন বহুতৰ দৰেই মোৰ তেখেতলৈ পৰম শ্ৰদ্ধা হৈছিল। ভাবিছিলোঁ, ছাৰহঁতৰ নিচিনা, বিয়াল্লিছত জে'ল খটা, এই বয়সৰ মানুহবোৰ মৰাৰ পিছত দেশৰ অৱস্থা কিবা হৈ পৰিব।

কিজানি মোৰ দৰে বহুতেই এনেকৈ ভাবে। নহ'লেনো তেখেত শোৱাৰ পৰা উঠাৰ আগতেই বাৰাণ্ডাৰ বেঞ্চিত নগৰৰ ভব্য-গব্য মানুহবোৰ বহি থাকেহিনে? আৰু ছাৰক কত মিটিঙলৈকে মাতি যায়। ছাৰৰ অকণো থাওনি নাই। মোৰ অনুমান তেখেতৰ বয়স দুকুৰি পাৰ হৈ চাৰি-পাঁচ বছৰ আগুৱাব পায়। কিন্তু চিন নাইকিয়াকৈ ডাঢ়ি খুৰুৱা নিমজ তেজাল পুৰঠ মুখখন আৰু দীঘল বহু বুতামৰ কোটটোৰ সৈতে দেখিলে, কোনেও তেখেতৰ বয়স আঢৈ কুৰিৰ ওচৰ চাপিছে বুলি ধৰিব নোৱাৰিব।

চেহেৰাটো ভাল কাৰণেও তেখেতৰ জীৱনৰ লগত সম্পৰ্ক নথকা সভা কিছুমানত তেখেত সভাপতি হ'বলৈ পায়। যেনে মহিলা সমিতি, নাচ-গান-নাট থকা 'সাংস্কৃতিক' মেল। তেখেত থাকিলে মহিলাবোৰৰ (মহিলাটো কি বস্তু তেখেতৰ লগত থাকিহে বুজিছোঁ। আগতে মহিলা মানে বুজিছিলোঁ হেড-মাষ্টৰণীৰ চেহেৰাৰ তিৰোতাবোৰ। এতিয়া বুজিছোঁ, তিনিটাৰ মাকৰ পৰা পহিলা কলেজত ভৰ্তি হোৱা চকুত লগা মাইকী মানুহলৈকে সকলোৱেই মহিলা। শিক্ষা বেছি থাকিলে আৰু মটৰ গাড়ীত ফুৰিলে হয় ভদ্ৰমহিলা।) উৎসাহ বাঢ়েনে, তেখেতৰ উৎসাহ বাঢ়ে, এই কথা ধৰিবলৈ টান।

পিছে ছাৰক লৈয়ে মোৰ যত লটিঘটি। মেল-মিটিং যিমানেই বেছি হয়, সিমানেই ছাৰ বেছি টনকিয়াল হৈ পৰে। মই আৰু গাড়ীখনেহে বেবা কাটিব লাগে। খং উঠি লাভ নাই যদিও মোৰ ছাৰলৈ মনে মনে উঠেও। ছাৰেতো নিজৰ কাৰণে এনেকৈ মানুহৰ মাজত ঘূৰি ফুৰা নাই! ময়োতো ছাৰৰ পইচা লৈহে কাম কৰিছোঁ। তদুপৰি ছাৰ এঠাইলৈ নগ'লে যে মানুহবোৰ কিমান হতাশ হয়! ছাৰ বুলিলেই মানুহ পাগল। কত মানুহে হাতযোৰ কৰি শাৰী পাতি ছাৰৰ সদয় হাঁহিটো চাবলৈ বৈ থাকে। আমাৰ ছাৰ দেৱতাৰ নিচিনা। অ' নহয়, কাৰণ মানুহ দেৱতা হ'ব নোৱাৰে। ছাৰক ৰিজাৱ পাৰি, পুৰণি গপচ সত্ৰ একোখনৰ দোলাত উঠি ফুৰা অধিকাৰসকলৰ লগত।

বাৰু, সেই কথা পিছ। এতিয়া ছাৰৰ এদিন বা এদিন এৰাতিৰ কামখিনিলৈ আহোঁ। তাৰিখটো মনত ৰাখক। কালি এই ইংৰাজী মাহটোৰ (জুলাই) পঁচিশ তাৰিখ। কালি ছাৰৰ মনত খুব দুখ। চহৰত মিটিং এখনলৈ যোৱাৰ কথা আছিল। কিন্তু নগ'ল। দুপৰতে মোক ক'লে, "কুলেন, এফালে যাব লাগিব। ভাত খাই ল। জীপখন চাফা কৰ। য'লৈ যাব লাগিব তালৈ ফিয়েট নাযায়।" জেগাডোখৰ কি হ'ব পাৰে, এই বিষয়ে জানিবলৈ মোৰ বৰ কৌতূহল হ'ল। মই সুধিলোঁ, "ক'লৈ ছাৰ?" ছাৰে ক'লে, "আগতে তই তালৈ যোৱা নাই। মোৰ ডুমডুমাত থকা ড্ৰাইভাৰটোও যোৱা নাই। অৱশ্যে ময়ো তিনি বছৰ যোৱা নাই। আঁহতবাৰীৰ নাম শুনিছনে?" মই ক'লোঁ, "শুনিছোঁ আৰু দুবছৰ আগতে গৈছিলোঁও।"

"গৈছিলিও? কিয় গৈছিলি?"

"মোৰ মোমাইদেউৰ ঘৰ তাতেই। মানুহৰ মুখে তাত বানপানী হোৱা আৰু বৰনৈয়ে পাৰ খহোৱা বুলি শুনি মোমাইদেউৰ খবৰ কৰিবলৈ গ'লোঁ। কিন্তু গৈ দেখিলোঁ, মোমাইদেউৰ ঘৰ-দুৱাৰ মাটি-বাৰী পানীয়ে খহালে। পৰিয়ালটোৰে সৈতে মোমাইদেউ ক'লৈ উঠি গ'ল, এতিয়াও খবৰ পোৱা নাই।" "হয় নেকি? ভালেই হ'ল। আমি আজি ঘূৰি আহিব নোৱাৰিম, বুইছ? ডাক-বঙলাত থাকিব লাগিব। বিচনা-পাতি লৈ যাব লাগিব।"

সেই মতে কাম। ছাৰৰ বিছনা জীপত বোজাই কৰিলোঁ। লগতে মোৰ সৰু বিছনাখনো। দূৰ অনুসৰি পেট্ৰলো মজুত কৰি থ'লোঁ। ছাৰক ইতিমধ্যে ৰান্ধনিয়ে (ৰান্ধনিটোক খানচামা বোলে। কোনোবা চাহ-বাগিচাৰ চাহাব এটা একেবাৰে দেশলৈ যোৱাৰ আগতে ইয়াক ছাৰৰ হাতত শোধাই দি গ'ল। সি বৰ বিশ্বাসী। ছাৰ ঘৰত কেনেকৈ থাকে, তেখেতৰ কিহত ৰাপ, কোন দিনা কোন কোন আলহী থাকি কি কি খাই গ'ল বা ছাৰে কি কি খায়—এইবোৰ কথা জানিবৰ উপায় নাই আনকি মোৰো—কেৱল এই খানচামাটোৰ কাৰণেই। তদুপৰি বেলি বহাৰ পিছতেই ছাৰৰ আমাৰ লগত সম্পৰ্ক নাই। ৰাতি ক'ৰবালৈ যাবৰ হ'লে ছাৰে মটৰ গাড়ী নিজে চলায়। অৱশ্যে ৰাতি মেল-মিটিং হ'লে, গাড়ী মই চলাব লাগে। এই খবৰ তেখেতে দুপৰীয়াতে মোক জনায়) ভাত দিছে বুলি মালীটোৰ মুখে শুনিলোঁ। (ছাৰৰ দুমহলীয়া ঘৰটোৰ আগৰ ফুলনিখন প্ৰায় ডেৰ হালিচা মাটি জুৰি আছে।) কি কপাল যে মযো দুপৰীয়া খানচামাই ৰন্ধা (ছাৰৰ লগতে) ভাত খাবলৈ পালোঁ। (ছাৰ বৰ দয়ালু। মই ভাত খাই অঁতাই ইমান দূৰ জীপ চলালে দুখ পাম বুলিযেই চাগৈ খানচামাক নিজৰ চৰুৰ ভাত খাবলৈ দিছে।) ভীমে হেনো জীৱনত তিনি সাজ ভাতহে তৃপ্তিৰে খাবলৈ পাইছিল। মযো এতিয়ালৈকে চাৰি সাজ ভাত তৃপ্তিৰে খাইছোঁ,—এই সাজকে ধৰি। কিন্তু এই সাজ ভাতৰ লগত বাকী তিনি সাজৰ তুলনা নহয়। খাই খাই ভাবিছিলোঁ,—ছাৰে যদি সদায় এনেকৈ খায়, তেনেহ'লে তেখেতে বাৰু কমখন ভাইগ সাধি আহিছেনে? এইসকল লোককেই তেনেহ'লে মানুহে ভোগী পুৰুষ বোলে। এৰা, ছাৰৰ চেহেৰাটো এনেকুৱা তেজে ফুটি যাওঁ ফুটি যাওঁ নহ'ব কিয়? এই সাজ চাগৈ সামান্য আহাৰহে। সামান্য আহাৰ, কিন্তু আমাৰ কাৰণে বৰভোজ—জহা চাউলৰ ভাত, এখন ইলিচ মাছৰ চৰ্চৰি বুটৰ ডাইল এবাটি কুকুৰা চৰাইৰ মঙহ, আলুৰ দম, মাছৰ কণী ভজা, কিচ মিচ্ আৰু আখৰোট মিহলি জুলীয়া কিবা এটা। আৰু কিবা দিছিল যদি এতিয়া মনত নাই।

মালীৰ মুখে শুনিছিলোঁ যে খানচামাইহে কৈছে, ছাৰ ওলাইছে। মোৰ এটা কথাত বৰ কৌতূহল হ'ল। ছাৰ ইমান সুখত উঠা মানুহ' কিজানি জোকেও তেজ এটোপা শুহিব পৰা নাই। চহৰত বা ওচৰৰ

গাঁৱত মেল-মিটিং কৰক বাৰু। লাগে শ্বিলঙলৈকো সপ্তাহত দুবাৰ যাওক। কিন্তু আঁহতবাৰীৰ দৰে জেগালৈ যায় কিয়? মই তালৈ গৈ বুজিছোঁ, ছাৰে তাত বৰ কষ্ট পাব। আন কথা বাদেও ইয়াত পাইপৰ পানীও চেকি খোৱা (কিবা নাম এটা আছে। ফিলিটাৰ হ'বলা), মানুহজনে তাত দেখিবলৈ পৰিষ্কাৰ পানী এটোপাও খাবলৈ নেপাব।

সেই কাৰণেই চৰণ দাস মালীক সুধিলোঁ, "ছাৰৰ বাৰু আঁহতবাৰীলৈ যাবলৈ কি চুট্‌খৰে খাইছে?" মই জানো যে চৰণ দাসে ইয়াত কাম কৰে যদিও সি ছাৰক কথাই কথাই সন্দেহ কৰে। সি ছাৰক বেয়া পায়। উপায় নেপাইহে সি ছাৰৰ মালী হৈছে। অৱশ্যে সি ছাৰক ভাল পায়নে বেয়া পায় জানিবলৈ ছাৰে সময়কে কিজানি পোৱা নাই। সেই কাৰণেই চৰণ দাসৰ মতামতক মই গুৰুত্ব নিদিওঁ। তথাপি কৌতূহলত পৰি তাকে সুধিবলৈ বাধ্য হ'লোঁ। চৰণ দাসে কপালত থোপা এটা কৰি ক'লে "এতিয়া দিন আহিছে নহয়, আৰু এবছৰেই নাই নহয়, সেই কাৰণেই তালৈ যাবলৈ থৰ্‌কাচুটি হৈছেবাইছে। এৰা, যাৰ জহত শাক-সেন্দুৰ তাক পাতে ভোকোৱা এন্দুৰ।"

"মানে কি?"

"আপুনি ইযাত এমাহ কাম কৰিও নেজানেনে? আপোনাৰ ছাৰনো (অৰ্থাৎ তাৰ উপায় নেপাইহে ছাৰ) ক'ৰ এম এল এ ? এইখন টাউনৰ? শিক্ষিত মানুহৰ ঠাইত ভোট পোৱা সহজ নেকি?"

"মানে তেখেত আঁহতবাৰীৰ ফালৰ এম এল এ ?"

"ইমান পৰেতো তাকেই ক'লোঁ।"

"বাৰু, এতিয়া হঠাতে যাবলৈ ওলাল কিয়? মই এইবোৰ খবৰ নেপাওঁ, ড্ৰাইভাৰ মানুহ। বাতৰি কাকতৰ লগত সম্পৰ্ক নাই। সেয়েহে তেখেতক গাড়ীতে লৈ ফুৰায়ো তেখেত ক'ৰ এম এল এ নেজানো।"

"কিন্তু আপোনাৰ ছাৰৰ কথা দেখোন সদায় কাকতত ওলায়।"

"হয় নেকি? এৰা, খবৰা কাকতত নাম নোলোৱা মানুহক লৈ কলেজৰ ছোৱালীৰ পৰা পঞ্চায়তৰ সভাপতিলৈকে সকলো ইমান উত্ৰাৱল নহয়। পিছে তুমি জানো কাগজ পঢ়িব পাৰা?'

"নোৱাৰোঁ। কিন্তু আমাৰ পাণৰ দোকানী নিতায়ে সদায় খবৰ কাগজ লয়। দুপৰীয়া মই যাওঁ। মই 'ইন্টটেচ' পোৱাবোৰ চাই সি মোক পঢ়ি শুনায়।"

"তেনেহ'লে আঁহতবাৰীত একো অঘটন হোৱা নাইতো?'

"কিয় নাই হোৱা? আপুনি আপোনাৰ ছাৰৰ লগত ছাঁটো হৈ থাকিও গম পোৱা নাইনে? ভাবিছিলোঁ, আপুনি একেলগে "পলিটিচ'ৰ কথা পাতে।"

চৰণ দাসে প্ৰতিটো কথাই খোচা এটা মাৰি ক'লে। কৌতূহলত পৰিহে মই খঙভাব নেদেখুৱালোঁ। তাৰ নিশ্চয় মোলৈকো শত্ৰুভাব আছে। আজিহে মই জানিলো, চৰণ দাসৰো ঘৰ আঁহতবাৰীত। সিও বানপানী আৰু গৰা-খহনীয়াত মোমাইদেউৰ দৰেই নিঠৰুৱা হৈছিল। এতিয়া তাৰ পৰিয়ালটো আছে ইয়াৰ পৰা ডেৰ কুৰি মাইল দূৰৈৰ শহুৰেকৰ ঘৰত।

অলপ কথাৰেই চৰণ দাসে আঁহতবাৰী অঞ্চলৰ দুটা গাৰ-নোম শিয়ৰা খবৰ দিলে। তিনি দিনৰ আগৰ খবৰা কাগজৰ প্ৰথমটো পাততে লিখিছিল হেনো—আঁহতবাৰীত আকালে দেখা দিছে। এই পৰ্যন্ত খাবলৈ নেপাই মৰা মানুহৰ সংখ্যা নটা, দুটা বুঢ়া, এজনী বুঢ়ী, তিনিজনী ছোৱালী, এটা

আদহীয়া মানুহ আৰু দুটা ল'ৰা-ছোৱালী। কালিৰ কাগজত লিখিছে বোলে এটা গৃহস্থই পৰিয়ালটোৰ ভোকৰ যন্ত্ৰণা সহিব নোৱাৰি ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটাক কাটি শেষ কৰি পুলিচৰ আগত কাটিছোঁ বুলি জবানবন্দি দিয়েহি। ইয়াকে লৈ কাকতে-পত্ৰে হুলস্থূল হেনো। কোনো ঠাইত লিখিছে চৰকাৰ কুম্ভকৰ্ণ। ক'ৰবাত লিখিছে—এইখন 'গ'মেণ্ট' ধনীৰ দায়িত্ব লোৱাতে ব্যস্ত। লগতে চৰণ দাসে নিজে যোগ দিছে— এম এল এ মন্ত্ৰীবোৰ মস্ত একোটা দালাল। চৰণ দাসে ক'লে যে চৰকাৰে হেনো ওলোটা জবাব দিছে। জিলাৰ বৰচাহাবে খবৰ কাগজৰ জৰিয়তে জনাইছে যে মানুহ নটা আকালত মৰা নাই মৰিছে সঠিক আহাৰ খাব নজনাৰ দোষত। (বাতৰি কাকতে ইয়াকে দুটা শব্দত লিখে এই বুলি ঃ পৰিপুষ্টিৰ অভাৱ।) ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটাক হত্যা কৰা মানুহটোৱে হেনো হঠাতে বলিয়া হৈ এই কাম কৰিছিল। জিলাৰ বৰচাহাবৰ এই জবানবন্দি মন্ত্ৰীয়ে সমৰ্থন কৰিছে।

এই দুইটা ঘটিছে চিলনী চাপৰিত। আঁহতবাৰী বুলিলে ডাঙৰ এলেকা এটা বুজায়। চিলনী চাপৰি তাৰে এখন গাঁও। আমাৰ মোমাইদেউৰ ঘৰ আছিল এলেংডুবিত আৰু চৰণ দাসৰ পদুবন্ধাত। এই দুয়োখন গাঁৱো আঁহতবাৰী এলেকাতে।

যেয়ে হওক, চৰণ দাসক পোনতে মোৰ যিমান বেয়া লাগিছিল, সি অন্তৰ ঢালি কোৱা কথাখিনি শুনি তাক সিমান বেয়া নেলাগিল। টাউনলৈ আহি মোৰ কেইটামান বেয়া স্বভাৱ হৈছে। তাৰে এটা হ'ল আনে কথা কওঁতে সকলো কথা বিশ্বাস নকৰা। কিন্তু আচৰিত কথা যে বিতৃষ্ণাৰে কৈছিল আৰু খবৰ কাগজৰ দোহাই দিছিল কাৰণেই চৰণ দাসৰ প্ৰতিটো কথাই বিশ্বাস কৰিলোঁ।

পিছে ছাৰলৈহে মোৰ বেয়া লাগিল। মানুহৰ কাৰণেই মানুহজনৰ ইমান কষ্ট। অথচ এতিয়া আঁহতবাৰীৰ ঘটনা দুটাৰ বাবে হেনো (চৰণ দাসৰ মতে) বহুতে তেখেতক দোষ দি কৈছে ঃ ' পাঁচ বছৰ ভোট দিব নেলাগে বুলিয়েই ভৈৰৱ মহন্তই (ছাৰৰ নাম) সিহঁত মৰিলনে হাজিল খবৰ ল'ব নেপায়নে?"

ছাৰ পিন্ধি-উৰি ওলাই আহিল। মই জীপত উঠিলোঁ। ছাৰো উঠিল। ছাৰৰ মুখ মলিন। এটাৰ পিছত এটা চিগাৰেট জ্বলাই আছে। মই জীপ চলাই আছোঁ আঁহতবাৰীৰ ফালে—সাতাইশ মাইল দূৰলৈ। আজি দুপৰীয়া ছাৰে মোৰ লগত যিমান পৰ আৰু যিমানখিনি কথা পাতিছিল, মই তেখেতৰ লগত থকাৰে পৰা কোনো দিনে তেখেতে এনেকৈ কথা পতা নাছিল। আজি তেখেতক লৈ ওলাইছোঁ এডোখৰ মায়া-মমতা নথকা ঠাইলৈ। তাৰ মানুহবোৰে যদি সঁচাকৈয়ে দুবেলা দুমুঠি খাবলৈ পোৱা নাই, তেনেহ'লে ছাৰক দেখি চাগৈ খাওঁ খাওঁ মূৰ্তি ধৰিব। তেতিয়া আমাৰ মিঠামুখীয়া ছাৰে সিহঁতক কেনেকৈ দমাব মই হ'লে ভাবিযেই ওৰ পোৱা নাই। এই কাৰণেই আমাৰ গঞা মানুহক কিছুমান কথাত বেয়া পাওঁ। চৰকাৰে বা নেতাই সিহঁতক নাঙলৰ খুঁটিত ধৰি খেতি কৰিবলৈ শিকাবনে? "আপুনি আপোন শত্ৰু, আপুনি আপোন বন্ধু, আপোনাক আপুনি ৰাখে মাৰে।"—ঘোষাত ধৰমমূৰ্তি বস্তুৱে (মাধবদেৱে) কৈছেই। আপোনাৰ ভাইগখন আপোন বাহুবলত উঠা-নমা কৰে। কিন্তু এনে দিন-কাল আহিল সকলোৱে ভাইগৰ কৈফিয়ৎ দিব লাগে চৰকাৰে বা নেতাই। সেয়েহে ভয়ে ভয়ে ছাৰক সুধিলোঁ, 'সঁচাকৈয়ে তাত মহা অথন্তৰ?"

'অথন্তৰ মানে?"

'মহা বিপদ নেকি?"

"এস্ তয়ো দেখিছোঁ ড্ৰাইভাৰ হৈ ড্ৰাইভাৰৰ ভাষা নকব, ভকতীয়া ভাষা কব।"

মই উছাহ পাই হাঁহিলোঁ। ছাৰ কিন্তু আগতকৈয়ো গহীন হ'ল। ক'লে, "কাগজততো লিখিছেই। মোৰ বোধেৰে ডি চিয়ে কোবাটোৱেই হয়। তেওঁক লগ পাইছিলোঁ। পিছে মই নিজেই চাই অহা ভাল হ'ব বুলি ভাবিছোঁ। কিন্তু, ফুলেন, এটা কথা মনত ৰাখিবি। মানুহে যদি তোক কিবা সোধে, তেনেহ'লে তই নতুনকৈ গাড়ী চলাইছ আৰু একো নেজান বুলি কবি।"

"ভাল ছাৰ।"

মোৰ প্ৰশ্নটোৰ উত্তৰ লগৰ মানুহ এজনক দিয়াৰ দৰে দিয়াত মোৰ মনত গৰব হ'ল। বিশ মাইল আহিলোঁ। এইখিনিৰে পৰাই বাট খাৰাপ। জীপ সাৱধানে চলাবলগীয়া হ'ল। ছাৰৰ মনত কথা গুণটোও আচৰিত। কোনখন গাঁও কেনি আছে,—চব আঙুলিৰ মূৰত। মোক বাট দেখুৱাই লৈ গ'ল। এইবোৰ ঠাইলৈ কিজানি গাড়ীগুৰা নাহে। মানুহবোৰে চোতালৰ পৰা বেঙা মেলি চায়। ল'ৰা-ছোৱালীবোৰ লৰি বাট পায়হি। জুপুৰী ঘৰবোৰ ভগা-ছিগা মানুহবোৰৰ পোছাক চেহেৰা আদি ঘৰবোৰৰ লগত মিলি পৰা। গাঁৱত হাই-উৰুমি আছে। কিন্তু এই হাই-উৰুমিত জীৱনৰ উম নাই। এই হাই-উৰুমিয়ে, সৰু সৰু হাঁয়ে বিঁয়ে চিএৰ আৰু আস্ফালনে গাঁৱৰ নিমাও-মাও অৱস্থাটো বেছি দুখ লগা কৰিছে। গাঁৱত 'গোহালিত গৰু, পুখুৰীত মাছ, বাৰীত তামোল পাণ নাই, গুটি ভঁৰাল, গছি ভঁৰাল নাই। নামঘৰত বেৰ নাই। দূৰৈৰ পৰা শুনিব পৰা গীত-মাতৰ সুৰ নাই, খোল-তালৰ মাত নাই। মনত ভাব হয় এইখন এখন গাঁও যাৰ লক্ষণ হ'ল সোনকালে এৰাবাৰী বা মৰিশালি হোৱা।

ইয়ালৈ সৰু কালতে দুবাৰ আহিছিলোঁ। যোৱান হোৱাত মোমাইদেউক বিচাৰি এইফালে আহিছিলোঁ। দুবছৰৰ আগতে। কিন্তু এতিয়া দেখি ভাব হৈছে, তিনি বছৰেই যেন তিনি যুগ। এয়া যেন কোনোবা এটা যুগৰ ভগা চিনচাব। সেয়েহে মোৰ অকস্মাতে এটা দীঘল হুমুনিয়াহ ওলাই আহিল। জীপখনৰ বেগ কমাই দিলোঁ। ছাৰৰ মুখলৈ চালোঁ। ছাৰৰ মুখ দেখি একো বুজিব নোৱাৰি। কিবা ভাবি থকা যেন লাগে। এতিয়া চিগাৰেটো হোপা নাই। হঠাতে তেখেতে ক'লে, "অলপ গ'লেই ডাক-বঙলা এটা পাম। তাতে মালখিনি থ'ব লাগিব।"

মই আজ্ঞা পালন কৰিলোঁ। ডাক-বঙলাৰ চকিদাৰটোৱে মালখিনি 'চমজি' ল'লে। সি বোধকৰোঁ ছাৰক চিনি পায়। সি মস্ত চালাম ঠুকিলে। ছাৰে দুটকা 'বকচিচ্' দিলে। আকৌ জীপত উঠি ছাৰে ক'লে, "আমি এতিয়া আচল গাঁও দুখনলৈ নাযাওঁ। আচল গাঁও কোন দুখন, বুজিছ? চিলনী চাপৰি আৰু এলেংডুবি। এতিয়া বাঁওফালে চলা।'

বাঁওফালে থকা গাঁওখনৰ পঞ্চায়তৰ সভাপতিৰ ঘৰত সোমালোঁ। (ছাৰে কাকো নোসোধাকৈ তাৰ ঘৰ উলিয়াব পাৰিছিল।) সভাপতি বোধহয় এই গাঁৱৰ চহকী মানুহ। টিনপাতৰ ঘৰ আছে। পহিলা কোঠাটোত চকী-মেজ-বেঞ্চি আছে। তেওঁৰো খাই-বৈ-জীয়াই থকা চেহেৰা। মই দুয়োজনৰে কথা-বতৰা শুনি ৰ'লোঁ।

সভাপতি ঃ "ছাৰ যে আহিল, বৰ ভাল হ'ল ছাৰ। ৰক্ষা পৰিলোঁ।"

ছাৰ ঃ "বাৰু শুণাৰাম, সকলো কথা সঁচানে?"

সভাপতি ঃ "অলপ অলপ সঁচা।"

ছাৰ ঃ "মানে?"

সভাপতি ঃ "মানুহ তেনেকৈ সাতটা মৰিছে। নটা নহয়। বাকী দুটা শাওঁ হাগি মৰিছে। ল'ৰা-

ছোৱালী আৰু ঘৈণীয়েকক কটা কথাটো সঁচা। তাৰ কাৰণটো খোৱাৰ অভাৱ বুলি চিলনী চাপৰিৰ সকলোৱে কৈছে। পিছে মোৰ হ'লে মনে নধৰে। কাৰণ, তেনে যদি হয়, তেনেহ'লে সিও নিজে ঘপিয়াই মৰিলহেঁতেন।"

ছাৰ ঃ "এটা বাপেকে নিজৰ ছোৱালী এজনী বোলে পাঞ্জাবীক বেচিলে?"

সভাপতি ঃ "শুনিছোঁ। তাক পৰহি পাইছিলোঁ। মই ক'লোঁ বোলো তই এনে কৰা বেয়া হৈছে, পুলিচে ধৰিব। সি তেতিয়া ক'লে যে সি চাকৰণীহে থৈছে। কিজানি ভয়তে কৈছে।"

ছাৰ ঃ "তেনেহ'লে কথা ডাঙৰ। তাৰ মানুহেতো মোক আগতেই জনাব লাগিছিল। সিহঁতে আকৌ মোক নজনাই খবৰ দিলে বাতৰি কাকতৰ মানুহক। বাৰু, এতিয়া আৰু ভাবি লাভ নাই। মই ডি চি ক কৈছোঁ। কাইলৈ তালৈ চাউল যাব। তিনিখন গাঁৱৰ কাৰণে—এলেংডুবি, চিলনী চাপৰি আৰু নিশাপুৰ। তুমি বিলাব লাগিব। লগতে থাকিব লাগিব চাৰিটামান মাষ্টৰ আৰু সেই তিনিখন গাঁৱৰ পঞ্চায়তৰ মানুহ, বুজিলাতো? মই কিন্তু চাউল নিয়া মানুহ চৰবে চহী-টিপচহী চামহি। চাপ্লাইৰ মানুহকো কৈ থৈছোঁ। সিহঁতক সন্দেহ নকৰিবা। কথাটো মই নিজে হাতত লৈছোঁ যেতিয়া সিহঁতৰ ইমান সাহস হ'ব নোৱাৰে। এতিয়া মানুহক যেনে তেনে চাউল কিনিবলৈ কৰা, পিছত ল'ন দিয়া হ'ব। মই বাতৰি কাকতৰ মানুহক খবৰটো দিয়াম।'

ছাৰৰ উপায়খিনি শুনি মোৰ বৰ ভাল লাগিল। কিন্তু খোকোজা লাগি ৰ'ল এটা কথাত। এইখিনি চাউল শেষ হোৱাৰ পিছত সিহঁতৰ কি হ'ব? নতুন ধান ওলাবলৈ আৰু চাৰি মাহ বাকী। ছাৰে নিশ্চয় বাকীকেইটা বিষযেও কিবা পাঙি থৈছে।

এইবাৰ জীপত পঞ্চায়তৰ সভাপতিও উঠিল। জীপ চলালোঁ আন দুখন গাঁৱলৈ। তাতো এনে ধৰণৰ মানুহৰ লগত ছাৰে আলোচনা চলালে। মই সকলো আলোচনা নুশুনিলোঁ। কাৰণ ছাৰে মই শুনাটো পছন কৰা নাই বুলি ভাব হ'ল। শেষত যিখন গাঁৱত সোমালোঁ, তাৰ নিচেই কাষৰ গাঁওখনেই চিলনী চাপৰি। ছাৰ সেইখন গাঁৱৰ মুখিয়াল মানুহ এজনৰ ঘৰত বহিল আৰু চিলনী চাপৰিৰ পৰা ছয়-সাতজনমান মানুহ মাতি আনিবলৈ পঞ্চায়তৰ মেম্বৰ জাতীয় মানুহ দুটাক পঠালে। এঘণ্টাৰ মূৰত তাৰ পৰা পাঁচটা মানুহ ওলালহি। সিহঁতক ছাৰে কিবাকিবি বুজাই গ'ল। মই জীপত বহি দুটা এটা শব্দহে শুনিবলৈ পালোঁ। ওলাই অহা সময়ত ছাৰে ডাঙৰকৈ কোৱা শুনিলোঁ, "ক'বা, যোৱা সাতদিন চাউলৰ কাৰণে খাটোতেই গ'ল। মই আকৌ সাত দিনৰ পিছত আহিম। তেতিয়া চাঁগে মানুহৰ মোলৈ ৰোষটো কমিব। এৰা, কিমাননো খাটিম, ভাবি চোৱাচোন। মই হ'লে ৰাইজকো এবাৰ ক'বলৈ আছে। মই জানো তেওঁলোকৰ পৰা গম পাব নেলাগে?"

এনেতে ল'ৰামতীয়া মানুহ এজনে মাত লগালে, "ছাৰ, বাতৰি কাকতৰ মানুহেও গম পালে, আপুনি গম নেপালেনে?" ছাৰে মুখৰ হাঁহিটো আগতকৈ অলপ বহল কৰি ক'লে, "তেওঁলোকৰতো খবৰ বিচৰাই কাম।" সেইটো মানুহ সিমানতে থামিল। এই সময়তে চৰণ দাসলৈ মোৰ মনত পৰিল। চৰণ দাসে কৈছিল, "এই নেতাবোৰ গাঁৱলৈ গৈ স্বাৰ্থপৰ ভালৰি বোলোৱা সৰু-সুৰা নেতাবোৰক লগ ধৰেগৈ কাৰণেই সিহঁতে আচল খবৰ নেপায়। তদুপৰি ডাঙৰ নেতাবোৰে ইহঁতৰ বাহিৰে আনবোৰক চিনি নেপায়। এই দালালবোৰেই যত যতকৃটৰ ঘাই।"

কথাষাৰ কিজানি সঁচা। কাৰণ ছাৰে ইমানবোৰ মানুহ লগ পালে, অথচ কোনেওতো নুসুধিলে

যে ছাৰে এইবোৰ মানুহৰ ভোট পাই বৰমানুহ হৈ কিয় এই চাৰি বছৰ সিহঁতৰ ভাল-বেয়াৰ খবৰ লোৱা নাই। এই মুহূৰ্ততে, ঠিক এই মুহূৰ্ততেই, ছাৰলৈ মোৰ প্ৰথম অশ্ৰদ্ধা হ'ল। এনেতে এটা অদ্ভুত ঘটনা ঘটিল। এটা আঢৈ কুৰি-তিনি কুৰি বছৰীয়া মানুহ লগত এজনী ছোৱালী লৈ ছাৰৰ কাষত থিয় হ'লহি। ছাৰৰ ওচৰত থকা পাবত গজা সৰু সৰু গাঁৱলীয়া নেতাকেইটাই আৰু ছাৰে তবধ লাগি মানুহটো আৰু ছোৱালীজনীলৈ চালে। মোৰ অনুমান হ'ল, ছাৰ এই অঞ্চললৈ অহাৰ কথা কিজানি কিছুমানে খবৰ পাইছে। তেতিয়া বেলি লহিয়াবৰ হ'ল। কিছুমানে চাগৈ ভাবি ল'লে যে ছাৰ জীপত গ'লগৈ। হয়তো কিছুমানে জীপখন উভতি অহালৈ চাই আছে। নতুবা ডাক-বঙলাত বিছনা-পত্ৰ ৰখাৰ খবৰ চকীদাৰৰ মুখে পোৱাবোৰৰ পৰা আন বহুতে চাগৈ ধৰি লৈছে, ছাৰ ইয়াত দুই-তিনি দিন থাকিব।

এইখিনি কথা ভাবি আছোঁ যদিও লগে লগে মই ছোৱালীজনীলৈ লক্ষ্য কৰি আছোঁ। ছোৱালীজনীৰ হাড়পাহ শকত। বয়স চৈধ্য-পোন্ধৰমান হ'ব। ইয়াৰ প্ৰমাণ আছে,—তাইৰ চকুত বুকুত কলাফুলৰ গঠনত আৰু পিঠিৰ আধাতকৈ বেছিলৈ ওলমি থকা চুলিটাৰিত। তাইৰ গাৰ গঠন দেখি অনুমান হয় যে তাইৰ ঘৰৰ মানুহ দুৰ্দশাত পৰিছে হয়তো এই বছৰটোতহে। আনকেইটা বছৰত এতিয়াৰ দৰে অভাৱ হ'লে কিজানি ছোৱালীজনী এতিয়া দুখুনী হৈয়ো বা আধাপেটীয়া হৈ থাকিও মোহলগা হৈ থাকিব নোৱাৰিলেহেঁতেন। ছোৱালীজনী ধুনীয়া বুলি নিঃসন্দেহে ক'ব পাৰি। কিন্তু তাই যে এমাহ-দুমাহ খোৱাৰ দুখত পৰিছে, এই কথা ওলাই পৰে, তাইৰ মলিন ধুনীয়া মুখখনত, শিৰ ওলোৱা ডিঙিটোত আৰু হেলাই-হেফাই খোজ দিয়া ধৰণত। আৰু এটা কথাত দুখ লাগিল। চহৰৰ ফালে মাকে ছোৱালীৰ বয়স কম দেখুৱাবলৈ 'ডাঙৰ হোৱাৰ' পিছতো ফ্ৰক পিন্ধায়। পিছে এতিয়া যে এই চৈধ্য-পোন্ধৰ বছৰীয়া ছোৱালীজনীয়েও এটা মলিযন ফ্ৰক পিন্ধিছে, ইয়াৰ কাৰণ মই সহজে ভাবি পালোঁ। এইটো ফ্ৰক পিন্ধিযেই হযতো তাই গাভৰু হ'ল। কিন্তু এই কঙ্কালসাৰ বাপেকটোৰ গাভৰু জীয়েকক মেখেলা-চাদৰ (কাণত এযোৰ কেৰু আৰু হাতত এযোৰ খাৰু দিয়া পিছ কথাই) দিবলৈ হঠাতে সমল নোহোৱা হ'ল। হয়তো আগৰ দুই-তিনিটা (যদি আছে) ফ্ৰকেৰেই তাই দুখীয়া অৱস্থাতো বৈ নথকা বাঢ়ন্তী যৌৱনক ঢাকি ৰাখিবলৈ বাধ্য হ'ল সফল নহ'ল। মুঠতে ছোৱালীজনীৰ ফ্ৰকটোৱেই বাপেকক আৰু তাইক দৰিদ্ৰ অৱস্থাই কৰা অপমানৰ চিন।

মানুহটো ছাৰৰ বেছি কাষ চাপি আহিল। ছাৰক চঁক খোৱা যেন দেখা গ'ল। বোধকৰোঁ মানুহটোৰ চেহেৰা দেখি তাক পিশাচ যেন লাগিল,—অভাৱে কৰা পিশাচ। তথাপি তাৰ পিশাচৰ মইমতালি নাই। তাক দেখি গাঁৱলীয়া নেতাকেইটাই তলমূৰ কৰিলে। সি ধীৰে ধীৰে ক'লে, 'হুজুৰ, আপুনি আহিছে বুলি শুনি আৰু খন্তেকো নৰ'লোঁ। মোৰ দুখৰ কথা কি কম? উপায় নাই।" এই বুলি মানুহটো অৱশ হৈ পৰিল। দুটামান উশাহ সলাই মানুহটোৱে ক'লে, "গোলাপী, তই অলপ আঁতৰলৈ যাচোন' মই এখেতক এটা গুপুত কথা কওঁ।"

গোলাপী আঁতৰ হ'ল। যিটো গাঁৱলীয়া নেতাৰ চোতালত সকলো থিয় হৈ আছে আৰু মই জীপত বহি আছোঁ (ছাৰলৈ বাট চাই), সেইটো নেতাৰ পহিলা কোঠাটোলৈ গোলাপী সোমাই গ'ল। বোধকৰোঁ সাততামান মতা মানুহৰ ওচৰত থাকি তাই ভাল নেপালে। মানুহটোৱে গোলাপী যোৱালৈ চাই ৰ'ল। মই অনুমান কৰিলোঁ, গোলাপী যি দূৰত্বত আছে, তাৰ পৰা ছাৰহঁতে পতা কথা তাইৰ কাণত নপৰিব।

ছাৰে ক'লে "কোৱা বেগেতে। মোৰ যাবৰ হ'ল।"

মানুহটোৱে ক'লে "তাই নেজানে যে তাইক কাইলৈ ঠিকাদাৰ এটাক বেচাৰ কথা। ঠিকাদাৰটোৰ পজেক'ত কাম শেষ হৈছে। কাইলৈ তাৰ নিজৰ জিলালৈ যাবগৈ। গোৱালপাৰা নে ক'ৰবাত তাৰ ঘৰ। পাঁচশত 'বন্দবস্তি' হৈ গ'ল। মই তাইক বুজালোঁ, বাবু ভাল, ঘৰুৱা কাম-বনহে কৰিব লাগিব। তয়ো সুখত থাকিবি মযো আপদত তৰিম। পিছত দিনকাল ভাল হ'লে তই ঘৰৰ জীয়ৰী ঘৰলৈ ওচি আহিবি। তাই বেচেৰী পতিয়ন গ'ল। সেইকাৰণেই মই যোৱা তিনি নিশা শুব পৰা নাই। আপুনি অহা শুনিহে হাততে সৰগ ঢুকি পালোঁ। চাওকচোন হুজুৰ, কোন সতে নিজৰ ছোৱালীজনী বিক্ৰী কৰোঁ? মই পাপী, নৰকী, ঘোৰ পাপী। হুজুৰ, আপুনি মোৰ সিজন্মৰ বাপেকী বুলিহে কৈছোঁ। ভৰিত ধৰি কৈছোঁ, মোক তৰাওক। মোক এই পাপৰ পৰা বচাওক।"

একে উশাহে কোৱাৰ নিচিনাকৈ সেই দুৰ্বল দেহাৰেই কথাখিনি কৈ মানুহটোৱে ফোঁপাবলৈ ধৰিলে তাৰ পিছত সৰু ল'ৰাৰ দৰে ফেঁকুৰিবলৈ লাগিল। বুঢ়া মানুহে ফেঁকুৰা এই প্ৰথম দেখিলোঁ। মোৰ চকু সেমেকি পৰিল। ছাৰে কিবা এটা ক'ব খোজা যেন গম পাইহে অলপ সকাহ পালোঁ। ছাৰ সঁচাকৈয়ে ধৈৰ্য থকা মানুহ। তেখেতক বিচলিত হোৱা যেন নেলাগিল। ছাৰে মানুহটোৰ হাতত দহ টকীয়া নোট এখন গুজি দি ক'লে, 'ঠিক আছে। এতিয়া ভাবি লাভ নাই। মই কথা দিছোঁ, তোমাৰ ছোৱালীৰ আৰু এই অৱস্থা নহয়। বয়স কিমান বাৰু?"

"জেঠত পোন্ধৰ পাৰ হৈছে।"

"পঢ়িছিলনে?"

"অৱস্থা ভাল থকা দিনলৈকে পঢ়ুৱাই আছিলোঁ।"

"কিমানলৈ পঢ়িছিল?"

সেইবোৰৰ মই আওভাও নেপাওঁ, হুজুৰ। তাইহে জানে। অই, গোলাপী, আহচোন। হুজুৰে কিবা এটা সুধিব খুজিছে।

গোলাপী আগৰ দৰে থিয় হ'লহি। এইবাৰ তাইক বেছি ভাল লাগিল। মুখখন সঁচাকৈয়ে নৰমলগা। ভাবিলোঁ, মোৰ যদি এনে এজনী ভনী থাকিলহেঁতেন, তাইক মই কিমান মৰম কৰিলোঁহেঁতেন। পোনতে চিচাৰ খাৰু আৰু ৰোল গোল্ডৰ কেৰু দিলোঁহেঁতেন, পিছত সোণৰ অলঙ্কাৰ দিলোঁহেঁতেন, গুটিফুলীয়া পাটৰ চাদৰ দিলোঁহেঁতেন। কিন্তু মোৰেই পোৰা কপাল। ভনীও নাই, ভায়ো নাই। ওপৰত দুটা মদগজ বাঘৰ তেল খোৱা ককাই আছে। সিহঁতে আকৌ মোক নেওচা দিছে। মোৰ প্ৰকৃত অৰ্থত ঘৰ এখন নাই।

ছাৰে সুধিলে, "কিমানলৈকে পঢ়িছিলা?"

গোলাপীয়ে ক'লে, "ছিক্স। দুবছৰে পঢ়া নাই!"

ছাৰে নিজক নিজে কোৱাৰ দৰে ক'লে, "ঠিক আছে। মই সকলো ব্যৱস্থা কৰিম!"

এইবুলি ছাৰে বাপেকৰ ফালে চাই ক'লে, "এইক আজি মোৰ লগত পঠিয়াই দিয়া। ছিক্সলৈ পঢ়িছে যেতিয়া এই বিদ্যাৰে হ'ব। টাউনত কিতাপ তৈয়াৰ কৰা ছপাশাল আছে নহয়। মোৰ লগৰে এজনৰ তেনেকুৱা এটা ডাঙৰ ছপাশাল আছে। তাত তাই কম্পজিটৰ কাম শিকিব। এবছৰ শিকাৰ পিছত তাতে কাম পাব। মাহে তিনি কুৰি টকা দৰমহা পাব। শিকোঁতে ডেৰ কুৰিকৈ দিয়াৰ ব্যৱস্থাও আছে।"

"কি কম্পু হুজুৰ?"

"মানে ছপাবৰ কাৰণে সীহৰ গোটা আখৰবোৰ জোঁটোৱা কাম।"

"ভাল কথা। হুজুৰ আজি মোৰ কপালৰ বলতহে ওলালহি। পিছে তাত থকাৰ কিবা ?'

"সদ্যহঁতে মোৰ ঘৰতে থাকক। পিছত বাৰু কিবা এটা কৰিব লাগিব। সিহঁত চাকৰি পাই মেচ কৰিও থাকে।"

"তৰিলোঁ, হুজুৰ, তৰিলোঁ। আপুনি সিজন্মত মোৰ বাপেকী আছিল।

"যোৱাগৈ বাৰু। মোৰ যাবৰ হ'ল।'

মানুহটোক খুব সন্তোষ পোৱা যেন লাগিল। গাঁৱলীয়া নেতাকেইটাও আচৰিত হ'ল। ভৈৰব মহন্তৰ দৰে মানুহ এজনে এঘৰ মানুহক চিৰকাললৈ তৰালে। বাপেকৰো চিন্তাৰ কাৰণ নাই। ভৈৰৱ মহন্ত সন্দেহৰ অতীত। তেখেত ইমান ডাঙৰ মানুহ, তেখেতৰ ইমান যশ। এনে মানুহে জীয়েকৰ বয়সৰ ছোৱালী এজনীক এটা ৰোজকাৰৰ বাট কৰি দিব, এইটো সঁচাকৈয়ে ভাগ্যৰ কথা।

গোলাপী জীপত যাবগৈ কাৰণে বাপেকে তাইৰ মূৰে-গালে হাত ফুৰাই ক'লে, "যা, আই, যা। তোৰ কপালৰ বলতহে আজি ইয়াত ওলাবলৈ ইমান সাহ হ'ল। এতিয়া এঘৰত টকা লৈ গতাই দিম বোলা ছোৱালীজনীৰ আকৌ চাকৰিও ওলাল।"

গোলাপীয়ে বাপেকৰ ভৰি চুই "যাওঁ পিতাই' বুলি কৈ জীপৰ ফালে খোজ দিলে। সকলোকে মাত লগাই ছাৰ জীপত উঠিল। গোলাপী জীপৰ পিছফালে উঠিল।

জীপ চলালোঁ। ডাক-বঙলা পাবলৈ আৰু চাৰি মাইল আছে। হঠাতে মেঘে ওন্দোলাইছে। বৰষুণ পৰিলে এই বাটেদি জীপ চলোৱা টান হৈ পৰিব। সন্ধিয়া হ'লেই। ডাক-বঙলা পাওঁমানে সাতটা বাজিল। ডাক-বঙলাৰ পৰা টাউনলৈ হ'লে এনেকুৱা বাটেৰে আঠ মাইল যাব লাগিব। তেতিয়াহে পিচ দিয়া বাট পোৱা যাব। সিমসিমীয়া বৰষুণ পৰিছেই।

ছাৰক সুধিলোঁ, "মালবস্তু জীপত উঠাব লাগিব নেকি, ছাৰ?"

ছাৰে ক'লে, "এতিয়া উভতি যোৱা অসম্ভব। বাট বৰ বেয়া। কাইলৈ পুৱাই যাম।"

মই ভাল পালোঁ। বৰ ভাগৰ লাগিছিল। কিন্তু ডাক-বঙলাটোৰ অৱস্থা দেখিহে বেয়া লাগিল। কোনো মতে বিছনা এখন পাৰি বহা কোঠা এটাত চকীদাৰটো শোৱে। মূল ঘৰটোত দুটাহে কোঠা। তাকো সৰু সৰু। কিজানি এইটো ডাক-বঙলাৰ ব্যৱহাৰ কম হয়। চকীদাৰৰ মতে ইয়ালৈ অফিচাৰ কম আহে। কেতিয়াবা দুই-তিনি মাহ নাহেও। ইয়াত থাকিবলৈ অহা অফিচাৰবোৰ সাধাৰণতে সমবায় বিভাগৰ আৰু কৰ-কাতল বিভাগৰ। মাজে মাজে পুলিচ আৰু হ'মগাৰ্ডৰ মানুহো থাকেহি।

ডাক-বঙলা পোৱাৰ পিছত ছোৱালীজনীৰ লগত দুই-এবাৰ কথা পাতি লওঁ বুলি ভাবিছিলোঁ। কিন্তু ছল উলিয়াব নোৱাৰিলোঁ। তাইক ছাৰে কামত লগাইছে। বিছনাখন পৰাই লৈছে আৰু আঠুৱাখন তৰাই লোৱাইছে। তাৰ পিছতো তাই ছাৰক অসহায় অৱস্থাত প্ৰধান আশ্ৰয় বুলি ভাবি তেখেতৰ আশে-পাশে আছে। নাইবা ছাৰে মোৰ দৰে ছাব্বিশ বছৰীয়া ডেকাৰ সঞ্জাত নাই বুলি ভাবি হয়তো তাইক কাৰো নজৰত ৰাখিছে।

ন-মান বজাত আমাৰ খোৱা-বোৱা হৈ গ'ল। ছাৰৰ অনুমতি ক্ৰমে মই ডাক-বঙলাৰে আনটো কোঠাত বিছনা পাৰিলোঁ। বিছনাত পৰাৰ লগে লগেই গোটেই দিনটোৰ কথা, গাঁৱলীয়া নেতাবোৰৰ

কথা, মানুহৰ দুখ-দুৰ্দশাৰ কথা, আনকি লগত অহা ছোৱালীজনীৰ কথাও মোৰ মনত অস্পষ্ট হৈ পৰিল। ভাগৰে জুমুৰি দি ধৰিলে। চকুৰ পতা গধুৰ হৈ আহিল। কেতিয়া মোৰ টোপনি আহিল তৰ্কিবই নোৱাৰিলোঁ।

হঠাতে টোপনি ভাগিল। বিননিৰ নিচিনা কিবা এটা, বালিত কাঠ ঘঁহনি খোৱাৰ নিচিনা কিবা এটা আৰু শুকান বাঁহ কেৰকেৰোৱাৰ নিচিনা কিবা এটা, একে লগে তিনিবিধ শব্দ শুনিয়েই মই সাৰ পালোঁ। লৰালৰিকৈ টৰ্চটো জ্বলালোঁ। অকস্মাতে সেই শব্দবোৰ নোহোৱা হ'ল। মই শহাকণীয়া হৈ ৰ'লোঁ। সুৰুঙাইদি সিটো কোঠাত লেম্প জ্বলি থকাৰ উমান পালোঁ। টৰ্চ নুমাই দিলোঁ। শুবলৈ চেষ্টা কৰি শুনিলোঁ—মাজৰাতিৰ চৰাইৰ মাত। কিন্তু এইবাৰ টোপনি নাহিল। কিছুমান গা জমজমাই যোৱা শব্দ শুনিলোঁ। সিটো কোঠাৰ বিছনাখনৰ পৰা যেন লাজ লগা ধৰণৰ শব্দ কিছুমান হৈছে' এনে শব্দ আগেয়ে শুনা নাই। এবাৰ টাউনত মই আৰু ট্ৰাক ড্ৰাইভাৰ যতীনে ইংৰাজী চিনেমা এখনত এনে শব্দ শুনিছিলোঁ এটা বেলেগ অৱস্থাতহে। ডেকা-গাভৰুক এটা কোঠাত পোহৰত বিছনা এখনত বহি থকা অৱস্থাত দেখুৱা হৈছিল। অলপ পিছতে কোঠাটোত পাতল এন্ধাৰ হৈছিল আৰু লগে লগে চাওঁতাৰ কাণত পৰিছিল এনেকুৱা শব্দ —দেহে দেহে জুতি লোৱাৰ মতলীয়া দোলন' তেতিয়া চিনেমাঘৰত মই বৰ উত্তেজিত হৈ পৰিছিলোঁ আৰু কেবা দিনলৈয়ো সেই তেজ উতলোৱা শব্দকেইটাই মোৰ কাণক আমনি দি আছিল আৰু মই দুৰ্দিনমান অস্থিৰ হৈ আছিলোঁ।

এতিয়া এনে উত্তেজক শব্দ শুনি মই বিকল হৈ পৰিছিলোঁ মাথোন পোনতে সাৰ পাইহে। কিন্তু খন্তেকতে মোৰ ডেকা তেজ দমি আহিল। মই ওঁঠ এটা কামুৰি ধৰিলোঁ। আকৌ সেই সমান সময়ৰ অন্তৰে অন্তৰে হেন্দোলনি' মোৰ গাটো ঘামি গ'ল। নিষ্ফল খঙেৰে মই আকৌ শহাকণীয়া হৈ ৰ'লোঁ। মোৰ চকুৰ আগত ভাঁহি উঠিল গোলাপীৰ দুখে মোলান পেলোৱা চকুহালি, কঙ্কালসাৰ বাপেকটো আৰু সেই সময়ৰ ত্ৰাণকৰ্তাৰ ৰূপ লোৱা ভৈৰৱ মহন্তৰ মুখখন।

এইবাৰ আৰু অসহ্য' বেৰত গোৰ মৰাৰ দৰে শব্দ। বিছনাত ধুম-ধুম-ধাম-ধাম শব্দ। এইবোৰ শব্দ ভেদ কৰি বাজ হৈছে কিছুমান কামুক শব্দ আৰু বহুত লাগ-বান্ধ নোহোৱা শব্দ' এই অসজ শব্দবোৰ ভৈৰৱ মহন্তৰ মুখৰ পৰা ওলোৱা বুলি বিশ্বাস কৰিবলৈকে টান লাগে। আনহাতেদি গোলাপীৰ কাতৰ মিনতি' —"নাই নাই মৰিম, মই মৰিলোঁ আঃ।" —যেন সংজ্ঞা থকা ৰোগীৰ ওপৰত অস্ত্ৰোপচাৰহে চলিছে।

মই থিয় হ'লোঁ। ভাবিলোঁ, এতিয়াই মই মোৰ দুৱাৰ খুলি সিটো কোঠাৰ দুৱাৰখন গুৰিয়াই ভাঙি পেলাওঁগৈ। কিন্তু খাবলৈ নেপাযো বিদ্ৰোহ নকৰা দেশৰ হেজাৰ-বিজাৰ কাপুৰুষৰ দৰে পিছ নিমিষতে মযো কাপুৰুষ হৈ পৰিলোঁ। মোৰ মনত পৰিল, মোৰ নিজৰ ভৱিষ্যতৰ কথা, চাকৰিৰ কথা, ভৈৰৱ মহন্তই কাঠমিলত মোক মেনেজাৰ কৰাৰ কথা। মই বৈ গ'লোঁ।

অলপ পৰৰ পিছত শব্দ নাইকিয়া হ'ল। বোধকৰোঁ আঢৈ কুৰি বছৰৰ ওচৰ চপা লোলুপ পশুটোৰ ইচ্ছা পূৰ্ণ হ'ল কেইঘণ্টামান আগলৈকে নিভাজ কুমাৰী হৈ থকা ছোৱালীজনীৰ হেৰুৱা সম্পদেৰে।

পুৱা সাৰ পাই পোনেই বিছনাখন বান্ধিলোঁ। মোৰ দুৱাৰখন খুলি দেখিলোঁ, ছোৱালীজনী, — বাপেকে গোলাপী বুলি মৰমেৰে বিদায় দিয়া ছোৱালীজনী,—আঁঠু দুটাত মূৰটো গুজি ডাক-বঙলাৰ

বাকৰিত বহি আছে। হয়তো উচুপিছে। হয়তো পাৰ হোৱা নিশাটোৰ কথা ভাবি ভয়ত জিকাৰ খাই উঠিছে। হয়তো যন্ত্ৰণাতে তেনেদৰে বহি আছে। এৰা যন্ত্ৰণা। তাই অলপ পিছত মোক দেখি থিয় হৈছে আৰু দুখোজমান দি আৰু আঁতৰলৈ যাব খুজিছে। তাই ভালকৈ খোজ দিবই পৰা নাই।

এনেতে ছাৰৰ,—এস সি আকৌ ছাৰ। —ভৈৰৱ মহন্তৰ মাত শুনিলোঁ 'কুলেন এইফালে আহ।"

বহি থকা চকীখনৰ ওচৰত মই থিয় হ'লোঁ। ভৈৰৱ মহন্ত নামৰ সকলোৱে ছাৰ বোলা মানুহটোৱে ক'লে, "তই ৰাতি তেনেকৈ উচপিচাই থাক কিয়? টোপনি নেযাব নহয়। টোপনি নেযাব যদি মদ নেখাব কিয়? চব ড্ৰাইভাৰেই দেখোন মদ খায়।'

মই একো নেমাতিলোঁ। সি সেই বৰ নেতাটোৱে আকৌ ক'লে 'এই বিছনা চাদৰখন বদলাই দে। বৰ বেয়া দেখি। বে'ড কভাৰখন পাৰি দে।"

মই বিছনা চাদৰখনৰ ওচৰলৈ গ'লোঁ। দেখিলোঁ, চাদৰৰ ভালেমান ঠাইত তেজ। কেঁচা তেজ। দুঠাইত পাণ এখিলাৰ সমান বহল হৈ তেজ দগমগাই আছে।

পিছে মোৰ বিছনা চাদৰখন চাবলৈ ইচ্ছা নগ'ল। তৎক্ষণাৎ কোঠাৰ পৰা ওলাই আহিলোঁ। বাকৰিখন পালোঁহি অজানিতে। মুখৰ পৰা ওলাই আহিল ঃ চালা, ই মানুহ নহয়। ইয়াৰ লাজো নাই অনুতাপো নাই। চুযৰৰ বাচ্চাৰ আকৌ ইহঁতলৈ দৰদ। আচৰিত।

ছোৱালীজনীযে এইবাৰ মোৰফালে মূৰ দাঙি চালে। তাইৰ চকুহাল দেখি মই আৰু থিৰেৰে থাকিব নোৱাৰিলোঁ। সেই হাল চকুৱে কথা ক'লে—সপোন ভঙাৰ লোকৰ হৈ জ্বাহ যোৱাৰ।

মই তাইৰ ওচৰলৈ গৈ তাইক অতি আপোনভাৱে আগ্ৰহেৰে সুধিলোঁ "গোলাপী, সঁচাকৈয়ে কোৱাচোন, আমাৰ লগত এতিয়া যাম বুলি ভাবিছানে?"

বাকৰিত আমন জিমনকৈ বহি থকা গোলাপীক এই প্ৰশ্ন কেবাবাৰো সুধিলোঁ। কিন্তু তাই কোনো উত্তৰ নিদিলে। তাইক হয়তো এইটোৰ বাহিৰেও আৰু এটা প্ৰশ্নই থকা-সৰকা কৰিছে। তাই হয়তো ভাবিছে—তাই ভৈৰৱ মহন্তৰ লগত গ'লে বিপদ বাঢ়িব নে নগ'লে বিপদ বাঢ়িব? মই জানো যে তাই ইয়াৰ উত্তৰ নেপাব। আন হাতেদি মোৰ মগজতো একোটা প্ৰশ্নই—মই ভৈৰৱ মহন্তক এৰি গ'লে মোৰ ভাল হ'বনে, এতিয়া তেজ লগা চাদৰখন আঁতৰাই তেওঁৰ আজ্ঞাবহ হৈ থাকিলে ভাল হ'ব? আৰু এতিয়া কি কৰিলে মই এতিয়ালৈকে, এই মুহূৰ্তলৈকে, মানুহ হৈ আছোঁ বুলি ভাবিব পাৰিম?

# প্লাৱন-পৰীক্ষা

এবছৰ নহয় দুবছৰ নহয় পূৰা চাৰি বছৰ। বানপানীয়ে মাজুলীৰ মথাউৰি ভাঙিছে। লুইতে মাটি খহাইছে। হালধিআটী আৰু কৰতীবাৰী সত্ৰ লুইতে লাহে লাহে বুকুত সামৰি লৈছে। বানপানীযে ঘৰৰ চালেদি পানী কাটিছে। গৰু-ম'হ উটি গৈছে। জাকে জাকে মৰিছে। কাউৰী-শগুণৰ ভোগ হৈছে। লুইতৰ ৰোষ হৈছে। পানীৰ লগত স্থলচৰৰ থৈয়া-নথৈয়া ৰণ। আৰু, এই ৰণত কোন জিকিছে? পানী? প্ৰকৃতিৰ আসুৰিক শক্তি? —হ'ব নোৱাৰে। তুমি এতিযাও নাজানানে যে মানুহ অক্ষয়? মানুহৰ অদম্য আশা আছে, অফুৰন্ত শক্তি আছে। বাৰিষাৰ মাজুলীৰ কথা বাতৰিকাকতত পঢ়িযেই তোমাৰ গাৰ নোম শিয়ৰি উঠে। তুমি ভাবা মাজুলী আৰু নাথাকে। "চৰকাৰে ৰক্ষা কৰি থকা কাজিৰঙাৰ অবোধ জীৱ-জন্তুবোৰ জীযাই থাকিব কিন্তু শঙ্কৰ-মাধৱে খোপনি লোৱা মনৰ মাজুলীৰ মানুহবোৰ নিঃচিহ্ন হৈ যাব।" ছিঃ তুমি চহৰৰ খৰচী শিক্ষা লৈ ব্যয়সাধ্য আৰামৰ জীৱন যাপন কৰি এনেকৈ ভবাটো সঁচাকৈযে দুখৰ কথা। বন্ধু মাজুলীক যদি বুজিব খোজা, মানুহৰ আশা-আকাঙ্ক্ষাৰ বোল যদি নিকৰুণ সত্যৰ অগ্নি-পৰীক্ষাৰ মাজেদি চাব খোজা, তেনেহ'লে এবাৰ এটা বাৰিষা মাজুলীত থাকি যোৱা। তেতিয়া হ'লে জীৱনৰ একে ধৰণৰ তুচ্ছতাৰে সীমিত সংকল্পহীন মন দৃঢ় কৰিব পাৰিবা। জীযা জীৱনক বুজি পাবা।

মাজুলীত বাৰে বাৰে বানপানী হয। বাৰে বাৰে এচাম এচাম মানুহ মৰে। কিন্তু কৃষকে বাৰে বাৰে খেতি কৰে বাৰে বাৰে হেমন্তৰ চন্দ্ৰাৱলী ৰাতি ৰাস-যাত্ৰা পাতে। প্ৰতি বছৰেই নিষ্ঠুৰ বানপানীযে মাজুলীৰ চৌষষ্ঠিখন সত্ৰৰ খোল-তাল-দবা-কাঁহৰ মাত জঁই পেলাব পৰা নাই। বন্ধু তুমি ক'বা জীৱন জীযাই থাকে প্ৰাচুৰ্যৰে নিৰাপত্তাৰ মাজেৰে। মই ক'ম —সাহসৰ মাজেৰে আশা আৰু বিপৰ্যযৰ বৈচিত্ৰ্যৰে।

মই মাজুলীবাসীৰে এটা। শুনা, মোৰ কথা শুনা। এচৰু ভাতৰ এটা পিটিকিলেই ধৰিব পাৰি। মযো শ শ পৰিযালৰ ভিতৰত মাথোন এটা পৰিযালৰ ঘটনাহে দাঙি ধৰিম। জানি থ'বা, তেনে পৰিযাল বহুতো আছে। আমাৰ পৰিযালটোও তেনেকুৱা।

মাজুলীৰ বিৰিণাবাৰীৰ কপিল আৰু সুবলক মনত পৰিছেনে বাৰু? আৰু বেলি তুমি খবৰালি ইযালৈ আহোঁতে সিহঁতৰ ঘৰত সোমাইছিলা। খবৰালি সেইখন সম্পূৰ্ণ ঘৰ দেখি জানো ভাবিব পাৰা যে প্ৰতি বছৰেই সিহঁত দুৰ্যোগৰ চৰম সীমাত উপনীত হৈছিল? এতিয়া পিছে কপিল বুঢ়াক আগৰ অৱস্থাত নোপোৱা। আৰুবেলি বাৰিষাতে চিপ দি কাঠৰ খুঁটা এটা দাঙিব খোজোঁতে তেওঁৰ কঁকালত ধৰিলে।

বাৰুকৈ দুখ পালে। মাজে মাজে তাক কঁকালৰ বিষটোৱে দিগ দি থাকে। ডাবৰীয়া বা জাৰ হ'লে বেছিকৈ বিষায়। পুতেক সুবলে আজিকালি বুঢ়াক টান কাম কৰিবলৈ নিদিয়ে। তাৰ সৰু ভায়েক দুটাই স্কুলত এতিয়াও পঢ়ি আছে। সুবলে কয়, সি হেনো সিহঁতৰ এটাক চাবডেপুটী কৰিব আৰু ইটোক উকীল কৰিহে এৰিব। এৰা, সিহঁতৰো যে আশা। সিফালে কৰতীপাৰৰ আগৰ হাইস্কুলটো লুইতে খহালে। এতিয়া তাৰ পৰা আধা মাইলমান দূৰৈৰ বাকৰি এখনত চালি এখনৰ তলতহে হাইস্কুলখন টুকটুক টাকটাককৈ চলি আছে। আৰু আশাৰে বৰ্তি নাথাকিলেনো কিহৰ প্ৰাচুৰ্যৰে আৰু কি অব্যাহত সুখেৰে সিহঁতে জীৱনত দিঠকৰ সাৰ্থকতা বিচাৰি পাব? সিহঁত আশাবাদী আৰু প্ৰকৃত ভৱিষ্যৎ সিহঁতৰে। সিহঁতৰ একো নাই, সেয়েহে কিবা এটা পোৱাত সিহঁতৰ উন্মাদনা আছে। সিহঁতৰ আৰাম নাই, সেয়েহে আৰামপুষ্ট জীৱনৰ প্ৰতি সিহঁতৰ মোহ আছে। তিনি বছৰৰ আগতেও খুব ডাঙৰ বানপানীয়ে বিৰিণাবাৰী ডুবাইছিল। সিহঁতে হিজল গছ তিনিজোপাৰ মাজত ওখ চাং পাতি লঘোণে-ভোকে দিন নিয়াইছিল। যেৰ ধৰা, ঠোৰ মেলা সেউজীয়া শালিধান পানীৰ তলত জাহ গৈছিল। সিহঁত নিঃস্ব হৈছিল। গৰু-গাই মৰিছিল। চৰকাৰে যোগোৱা চাউল খাই এমাহ্ কাল জীয়াই আছিল যদিও পেটত অচিন বেমাৰে ঠাই লৈছিল। বাৰে বাৰে ভাবিছিল এইবাৰ মাজুলীত আৰু থকা নহ'ব। তিতাবৰলৈ নাইবা উত্তৰ লখিমপুৰলৈ নিশ্চয় উঠি যাব লাগিব। কিন্তু পানী শুকুৱাৰ লগে লগে সিহঁতৰ মন সলনি হ'ল। পথাৰৰ ডোবাবোৰত উভৈনদী মাছ আৰু বাৰীত টেঙা মৰা, সোলেং টেঙা, শুকলতি আৰু মানি-মুনি শাক। কোনো বছৰেই এইবাৰৰ দৰে ঔটেঙা লগা নাছিল। এনেখন ভোগৰ ঠাই আৰু ক'ত আছে' হেৰ ভলুকা, হেৰ সুবল তিতাবৰলৈ উঠি যাবি কিয়? মই কৈছোঁ নহয়, থান এৰিলে মান এৰিব লাগে। ইয়াতে বোপা-ককাই এনেকৈ দিন নিয়ালে। আমিও ইযাতে মৰিলেহে হাড শুচি হ'ব। বুইছ কলীয়া যি ঠাইত 'এটকা মহন্ত আছে, তাত ঘোষা-কীৰ্ত্তন গাবলৈ উছাহ পাবি নে অৰণ্যত বাঘৰ আগত ৰাম নাম ল'বি? হেঃ হেঃ হেঃ—মুছলমানে হজ কৰোঁতে মৰা আশা কৰে নে ক'লাজ্বৰত?"

খৰালি আকৌ মাজুলীত বানপানীয়ে জৰাজীৰ্ণ কৰা ঘৰবোৰে সবল সুঠাম বাহুৰ পুৰুষাৰ্থত যৌৱন পায়। মাজুলীয়ে ঠন ধৰে। পলসুৱা মাটিত কৃষকৰূপী হলধৰে দৃঢ় মুঠিৰে সাঁৱলু টানে। কপিল-সুবলহঁতে হাৰ নামানে।

আৰুবেলি আকৌ যিটো বানপানী হ'ল, সেইটোৰ দৰে পানী হেনো যোৱা কুৰি বছৰে হোৱা নাছিল। সুবলহঁতৰ গোহালি আৰু ভঁৰালঘৰটো উটুৱাই লৈ গ'ল। ভাদৰ শেষৰ পানী কাৰণে আকৌ শালিধান ৰুবলৈ সময় নহ'ল। অৱশ্যে মথাউৰিটো কেবা ঠাইত ছিগিল যদিও বুৰাব নোৱাৰিলে। তাতে গৰু-ছাগলী এপষকাল থিয় দি থাকিল। আউনিআটী গোসাঁইৰ এখন ডাঙৰ হাবি আছে। ইয়াৰ কাঠবোৰ ঠিকাদাৰে বছৰি ষাঠি হাজাৰ টকাত ডাকি লয়। এই হাবিৰ উত্তৰ ফালে এখন দলনি আছে। তালৈ বিৰিণাবাৰীৰ পৰা বহুত দূৰ। পানীৰ বাটেৰেও প্ৰায় ছমাইল। সুবলে তাৰে পৰা দল কাটি আনি মথাউৰিত থিয় দি থকা গৰু-ছাগলীকেইটা জীয়াই ৰাখিলে। কিন্তু সুবলৰ ভায়েক,—সুবলে চাব্‌ডেপুটি কৰাম বুলি ভবা ল'ৰাটোৰ কথা মনত পৰিলেহে গাটো শিয়ৰি উঠে। ৰ'দে-বৰষুণে পেটত খুদকণ এটা নেপেলোৱাকৈ সিহঁত চাঙৰ ওপৰত প্ৰায় এপষ আছিল। তলত সোঁত থকা পানী আৰু হিজল গছত বান্ধি থোৱা এখন নাও আৰু দুখন ভুৰ। এদিন ভুৰখনত উঠি সুবলৰ ভায়েকে উটি অহা নাও এখন ধৰিবলৈ গ'ল। সি ভাবিছিল, নাওখনত নিশ্চয় কিবা বস্তু আছে। ক'ৰবাত বান্ধি থোৱা নাওখন চাগে

নাবৰীয়াই গম নোপোৱাকৈয়ে সোঁতে উটুৱাই আনিলে। কিন্তু অলপ দূৰ গৈয়ে সি এটা বিকট চিঞৰ মাৰিলে আৰু ভূৰৰ পৰা উফাল খাই পৰিল। বাপেক কপিলে চাঙৰ ওপৰৰ পৰা সকলো লক্ষ্য কৰি আছিল। সি লৰালৰিকৈ নাৱত উঠিল। ইতিমধ্যে ল'ৰাটোৱে দুই নলমান দ পানীত ককবকাই আছে। এবাৰ ওপৰলৈ উঠিছে, এবাৰ তললৈ গৈছে। বুঢা গৈ পায মানে ল'ৰাটোৰ পানীৰ বিৰুদ্ধে কৰা যুদ্ধ বিফল হৈছে। সেই ঠাইত আগৰ দৰে অবিৰাম সোঁত বৈছে। বুঢাই কেইটামান বুৰ মাৰি চালে। ক'তো শটো নাপালে। পানীৰ সোঁত ইমান বেছি যে তলিত খোপনি লোৱাও টান। বুঢাই ফোঁপাই ফোঁপাই সিহঁতৰ চাং পালেহি। চাঙত বাকীকেইটা প্ৰাণীৰ হুৱাদুৱা লাগিল। সুবল নাছিল। সি গৈছিল আউনিআটীৰ ফালে দল-ঘাঁহ কাটিবলৈ। ভালেমান সময়ৰ মূৰত বুঢাই লক্ষ্য কৰিলে, পুতেক উঠি যোৱা ভূৰখন উত্তৰ ফালে জাঁজীত লাগি বৈ আছে। মনক পতিয়াব নোৱাৰি বুঢা ভূৰখনৰ ওচৰ পালেগৈ আৰু দেখিলে, ভূৰৰ কল এডালৰ ওপৰত মেৰ খাই পৰি আছে এটা ছাই যেন ক'লা ফেঁটী সাপ। সাপটোৰ গাৰ মেৰটোৰ এবেগেত ওপৰত মূৰৰ অংশ পোন হৈ আছে আৰু জিভাখনেৰে লিকলিকাই আছে। বুঢাৰ বুজিবলৈ বাকী নাথাকিল যে একো লক্ষ্য নকৰাকৈ পুতেকে ভূৰখন কিছু দূৰ চলাই যেতিয়া সাপটো এনে অৱস্থাত দেখিলে তেতিয়া সি চাগৈ ভয় খাই ভূৰৰ পৰা পৰি গ'ল। সি এনেয়ে ভূৰৰ পৰা পানীত পৰা হ'লে বাচিব পাৰলেহেঁতেন। কিন্তু এনে অৱস্থাত সি নিশ্চয় ভযত হতবুদ্ধি হৈ গ'ল। কালসৰ্পই দংশন কৰাৰ আগতেই সি পানীতে কাল হ'ল।

সেইদিনা আবেলি সুবল ৰংমনেৰেই দল-ঘাঁহ কাটি উভতি আহিছিল। কাৰণ, দক্ষিণপাটৰ ফালে তৰাং পানীত সি তিনিটা বুজন মালী মাছ পঁচাৰে খুচি ধৰিছিল আৰু ভাবিছিল চাৰিদিনীয়া লঘোণৰ পিছত এই মাছকেইটা আটাযে মিলি পুৰি খালে আৰু চাৰিদিনলৈ উৎকট ভোকটোৱে পীডা দিব নোৱাৰিব। কিন্তু আহিয়েই সকলো গম পাই শোকত বিহ্বল হ'ল। ইটো ভাযেকক বুকুত সাবটি সি ভালেমান পৰ উচুপি থাকিল। হঠাতে সি অনা মাছকেইটালৈ চকুত পৰাত তাৰ গাত যেন জুইহে জ্বলিল। ভীষণ বিতৃষ্ণাৰে মাছ তিনিটা দূৰলৈ দলিযাই পেলাইহে খন্তেকলৈ শান্তি পালে। মাছকেইটাহে যেন এনে অমংগলৰ চিন। বাঢনী পানীত ৰংমনেৰে ঘূৰি ফুৰা মাছকেইটা খুচি মৰাৰ কাৰণেহে যেন ভাযেকৰ অকাল মৃত্যু হ'ল।

তিনি দিনৰ পিছত কৰতীপাৰৰ পশ্চিম ফালে বিহমেটেকা কিছুমানৰ মাজৰ জাঁজ নথকা পানী এডৰাৰ ওপৰত সুবলৰ ভায়েকৰ ভেলটো পোৱা গ'ল। আৰু ভেলটোৰ যে কি কিম্ভূত কিমাকাৰ ৰূপ। উখহি আৰু পানী সোমাই তিনি গুণমান ডাঙৰ হৈছে। বিকৃত মুখখন আৰু ভয়াবহ হৈ পৰিছে, ক'লা জিভাখন চাৰি আঙুলমান ওলাই থকা কাৰণে। সুবল বা কপিল, কাকো ভেলটো চাবলৈ দিয়া নহ'ল। ভেলটোৰ প্ৰায়বোৰ ঠাইতে যে মাছ-কাছই খুটি ক্ষত-বিক্ষত কৰিছে!

বন্ধু, এয়েতো আমাৰ জীৱন। আমি জীয়াই আছোঁ—বিজুলীবাতি, আকাশী জাহাজ, ৰেডিঅ'-চিনেমা আৰু পৰিকল্পনাৰ যুগতো যে আমি এনেকৈ জীযাই আছোঁ,—ইযাতকৈ ডাঙৰ কথা কি থাকিব পাৰে? আমাৰ কিজানি পাৰিপাৰ্শ্বিকতাৰ লগত খাপ খুৱাব পৰা ক্ষমতা পশু-পক্ষীৰ দৰেই। অ, নহয়, আমি পশু-পক্ষী আৰু মাছ-কাছতকৈ বহুত বেয়া অৱস্থাত জীয়াই আছোঁ। মাজুলী অঞ্চলত জলচৰ আৰু খেচৰৰ প্ৰতিহে নেদেখাজনৰ পক্ষপাতিতা বেছি। বানপানী আহে মানুহৰ মনত (যদি মন আছে) ৰং লগাবলৈ। আৰু শুকুৱাৰ পিছত? ঘৰচীয়া জন্তুৰ দৰে কাউৰী, বৰটোকোলা, শগুণ আৰু বিবিধ চৰায়ে

বৰভোজ পাতে। কিন্তু মানুহৰ বুদ্ধি আছে কাৰণেই, আমাৰ কিছুমান মানুহ জীয়াই থাকোঁ। অ', ক'বলৈ পাহৰিছোঁৱেই। সেইটো বানপানীৰ সময়ত সুবলৰ বলদহালৰ এটা মৰিল। কিবা এটা অচিন বেমাৰ হৈছিল। বানপানীয়ে অনা বেমাৰ।

সেইটো বানপানী অৱশ্যে কুৰি দিনৰ পিছতে শুকাল। শুকুৱাৰ লগে লগে আন ঠাইৰ পৰা সাহায্যও আহি পালে। মাজুলীৰ বাইজৰ বহুতৰে ঘৰ-দুৱাৰ গ'ল আৰু আটাইৰে খেতি-বাতি সাং হ'ল। শৰতৰ নিৰ্মল স্থিৰ পানী দেখি পলস পেলাই যোৱা মাটিত জোপোহা গছৰ, বিশেষকৈ ঝাউ গছৰ সেউজীয়া ৰূপ দেখি মাজুলীবাসীয়ে আকৌ নতুন সপোন দেখিলে। আকাল আহিল। হেমন্তৰ নিৰ্মেঘ আকাশত তৰাই ইন্দ্ৰ-সভা পাতিলে। লুইতৰ বালি বগী ঢকেঢকী হ'ল। তাত সূৰুযৰ সাত ৰঙে লুকাভাকু খেলিলে। বানপানীয়ে এফাল বুকুৱা ওখ-ডাঙৰ গছবোৰে পূৰ্বৰ ৰূপ ল'লে। মানুহে এসাজ খাই দুসাজ নাখাই আকৌ মাটি চহ কৰাৰ কথা ভাবিলে। শিপিনীয়ে সূতলাহী ঘূৰালে। তাঁতৰ গৰকাত চৰণছন্দৰ মাধুৰী মিলিল। মাথোন কঙালী কাতিয়েহে উকা পথাৰখনলৈ চাই অট্টহাস্য কৰিলে।

সুবলে ক'লে, "পিতাই ইয়াৰ কৰমটো এই মাহতে পাতোঁ নেকি? মই হ'লে একো উপায় দেখা নাই।"

কপিলে ক'লে, 'থাপনাৰ আগত মাহ-চাউল এপোহা দিলেই হ'ব। পিছত অৱস্থা ভাল হ'লে বছৰেকীয়াটো ভালকৈ পাতিম।'

সুবল আৰু কপিল উদ্যমেৰে পথাৰৰ কামত লাগি গ'ল। এইবাৰ সিহঁতে চাৰি পুৰা মাটিত সৰিযহ কৰিব। এইবাৰ যে লুইতে মৰম কৰি তিনি তৰপ পলস পেলাই গ'ল। এইবাৰ এডৰা সৰিয়হ বেচি তাৰে লক্ষীমপুৰৰ পৰা ডেৰ বছৰ যোৱাকৈ ধান আনিব।

কপিল বুঢাই ক'লে, "সুবল, ঘৰটো ভালকৈ সাজিব লাগিল। আগতকৈ দুটা কোঠালী বঢ়াব লাগিব। মাৰেও কৈছে, এই বছৰ তোৰ গুৰু ভাল। ফাগুণতে ঘৰখন পাতিব লাগিব।"

সুবলে লাজতে একো অভিমত নিদিলে যদিও তাৰ মনত বিজুলী চমকিল। কিন্তু ঘৰ সজাৰ সময়তে একে চিপে খুঁটা দাঙি লওঁতেই যে কপিল বুঢ়াৰ কঁকাল লৰি গ'ল। মতগজ বুঢ়াটো চিৰদিনলৈ ঘূণীয়া হ'ল।

কৰতীপাৰ আৰু বিৰিণাবাৰীৰ ফালে লুইত বৰকৈ আগবাঢ়িছে। খুব মাটি খহাইছে। কিন্তু সিহঁতে পাহৰি আছে যে আৰু এটা বাৰিষা আহিব আৰু হয়তো সিহঁতক নিশ্চিহ্ন কৰিব। শিলগুটিয়ে, পাথৰ-মিহলি মথাউৰিয়ে আৰু নতুন বিজ্ঞানৰ ব্যয়-সাধ্য পদ্ধতিয়েহে গৰাখহনীয়া বন্ধ কৰিব পাৰে। অক্ষম মানুহৰ একান্ত আশাৰ বলিষ্ঠতাই প্ৰকৃতিৰ ক্ষয়কাৰী শক্তিক বশ মনাব নোৱাৰে। তথাপি আমি, কপিল-সুবলইঁতে আশা কৰোঁ, সপোন দেখোঁ। তাকে নকৰিনো কৰিম কি? আমাৰ এই দ্বীপটোৰ চাৰিওফালেই গৰাখহনীয়া। ইয়াক বন্ধ কৰিবলৈ হেনো দুখীয়া দেশৰ চৰকাৰে ইমান টকা খৰচ কৰিব নোৱাৰে। তেওঁলোকৰ লাভ নহ'ব কাৰণেই কিজানি। আমাৰ মাজুলীৰ বাইজৰ পৰা যিখিনি ৰাজহ উঠে, তাৰ অনেকগুণ বেছি টকা গৰাখহনীয়াত খৰচ হ'ব, —এই কথা হয়তো চৰকাৰে জানে। আমি তলিয়েদি পানী সোমাই ডুবিবলগীয়া হোৱা এখন জাহাজৰ যাত্ৰীহে। আমাৰ 'এছ অ', এছ' অৰণ্যৰ ৰোদন। সুবল আৰু কপিলে ইমানকৈ ভাবিব নোৱাৰে। সেয়েহে সিহঁতৰ আশাৰ হ্ৰাস নহয়। আচৰিত কথা, যোৱা ফাগুনত সুবলে বিয়াও পাতিলে। শাহু-শহুৰ বোৱাৰী পাই হেনো আপোন-পাহৰা হৈছে।

বন্ধু তোমাৰ চাগৈ জানিবলৈ খুব কৌতূহ'ল হৈছে যে এইবাৰ সিহঁতৰ কি হ'ল। কাৰণ এইবাৰৰ বানপানীটো অতি ভয়াবহ। প্ৰায় একুৰি চাৰি বছৰ এনে বানপানী আৰু হোৱা নাছিল। কওঁ শুনা, —এইবাৰ আৰু আমাৰ ৰক্ষা নাই। এইবাৰ বাচিলে আৰু এইখন মাজুলীত আমি নাথাকোঁ বুলি সইত সইত তিনি সইত খাইছোঁ। সুবলে নতুন সংসাৰ কৰি এনেকৈ ভাবিছেনে নাই ক'ব নোৱাৰোঁ। সি কাকো একো অভিমত দিয়া নাই। সৰিয়হ চপাই অতাই সি ঘৰতে ডেৰ মাহ কটালে। কিছুমানে ক'লে সি তিৰোতাসেৰুৱা হ'ল, ন-ঘৈণীক অনবৰত দেখি নাথাকিলে তাৰ মন জুৰ নপৰা হ'ল। কিন্তু আচল কথা বেলেগ। সি হাতৰ কামত বৰ পাকৈত। এই ডেৰ মাহ ঘৰত সোমাই থাকি সি ফুলাম জাপি সাজিলে। জেঠতহে সি পথাৰলৈ ওলাল। কঠীয়া সিঁচিলে। আহুধান চপালে আৰু শালিধান ৰুলে। লাহে লাহে শালিধানে ফেৰ ধৰিলে। লাহে লাহে লখিমী পথাৰে কাম চৰাইৰ পাখি যেন ৰং ল'লে। ফাগুনে মেলানি মাগিবৰ হ'লহি। সুবল-কপিলহঁতে ভাবিলে, এইবাৰলৈ ৰক্ষা পৰিলোঁ। কিন্তু ক'ত ৰক্ষা পৰিব। যাৰ অদৃষ্টত দুখ আছে, তাৰ ৰক্ষা নাই। শাওণৰ শেষৰ ফালে লুইত বাঢ়িবলৈ ধৰিলে। লুইতখনৰ তলি হেনো বাম হ'ল। সেয়েহে বৰষুণ হ'লেই ফেনে-ফোটোকাৰে ওফন্দি পৰে—সাইলাখ গভীৰতা নথকা মানুহৰ মনটোৰ দৰেই। আজি দুসপ্তাহৰ আগলৈকে লুইত ওফন্দি আছিল যদিও একো অঘটন ঘটোৱা নাছিল। কিন্তু এতিয়া হঠাতে উগ্ৰ মূৰ্তি ধৰিলে। পানীৰ স্তূপ বাগৰিবলৈ ধৰিলে। শেষ ৰাতি সুবলে শুনিবলৈ পালে, —একুৰি হাতীয়ে একেলগে কিৰিলি পাৰিলে যেনে শব্দ হয়, তেনে এটা শব্দ। যেন প্ৰলয়ৰ জাননীহে। ন-ঘৈণীৰ ভয়াৰ্ত বাহু বন্ধনৰ পৰা নিজক মুক্ত কৰি সি বিছনাৰ পৰা নামিল। বিছনাৰ তলত ইতিমধ্যে পানী কলাফুল পৰ্যন্ত। ঘৰৰ সকলো মানুহে ইতিমধ্যে হৈ-চৈ লগাইছে। কপিল বুঢ়াই কঁকালৰ বিষেৰেই নাওখন আজুৰিছে আৰু পানীৰ ওপৰলৈ তুলি নাৱৰ গৰ্ভৰ পানী সিঁচিছে। মাক জয়ন্তীয়ে অতি আৱশ্যকীয় বস্তুবোৰ গোটাই ডাঙৰ টোপোলা এটা বান্ধিছে। ঘৈণীযেকে বমি কৰি কৰি কাঁহী-বাটিবোৰ বৰপেৰাত ভৰাইছে। তাইৰ গাত তিনি মাহ। মাজে মাজে মুৰফুৰণি হয় আৰু বমি কৰে। সুবলে বস্তুবোৰ আগতে সাজি থোৱা চাংখনৰ ওপৰত থৈছে।

চাৰি থৈলা ধান আছিল। সেইখিনি চাঙত তুলিবলৈ সময়কে নহ'ল। সিফালে ভেটিত পানী এককাল হ'ল। গোহালিত গৰুৱে আতুৰ হৈ হেম্বেলিযাবলৈ লাগিল। দুটামানে পঘা ছিঙি বাম ঠাই বিচাৰি সাঁতুৰিবলৈ ধৰিলে। জয়ন্তীয়ে পঘা ছিঙিব নোৱাৰা গাইজনীও খুলি দিলে। সুবলে এইবাৰ গৰু-গাই ৰক্ষা কৰাৰ কথা নাভাবিলে। এনে পানীত মানুহ ৰক্ষা পৰাই টান। সি লৰালৰিকৈ তামোল গছ দুজোপা কাটি তাৰে ওচৰা-উচৰিকৈ থকা আন দুজোপা তামোল গছৰ গাত বান্ধি ঘৰতকৈ দুহাতমান ওখ চাং এখন সাজিলে। পোৱাতী ঘৈণীয়েক, হাগনি হৈ থকা মাক আৰু কঁকালৰ বিষত তত নোপোৱা বাপেকক চাঙত উঠালে। ঘৰত যেতিয়া পানী এবুকু হ'ল, তেতিয়া সি আৰু সৰু ভায়েক গছত বান্ধি থোৱা নাওখনত উঠিল। ৰাতি যেতিয়া ভালকৈ পুৱালে, তেতিয়া সকলোৱে দেখিলে যে পানীৰ সমতলে সিহঁতৰ ঘৰকেইটা নেদেখা কৰিছে। গাঁওখনত নামঘৰটোত বাদে এটাও ঘৰ থিয় দণ্ডা দি থকা নাই। আটাইবোৰ পানীৰ তলত। মানুহবোৰ কোন কেনেকৈ আছে কাৰো খবৰ নাই। সুবলৰ মাকৰ পেটটো খামোচ মাৰি ধৰিছে। তাই উৎকট বিষত কেঁকাইছে। ঘৈণীযেকে চাঙৰ খুটা এটাত মূৰটো হলাই চকু মুদি আছে। নিশ্চয় তাইৰ মুৰফুৰণি হৈছে। এই সময়ত তাই খুব সুখত থাকিব লাগে। গাখীৰ খাবলৈ পাব লাগে। কিন্তু তাইৰ এনে কপাল যে খুদকণ এটাও তাইৰ কপালত কিমান দিনলৈ যোগাৰ নহ'ব,

তাৰ ঠিক নাই। মাকে শুকান থেকেৰা আৰু দৈ গাখীৰ খাবলৈ পোৱাহেঁতেন অলপ বাৰু পালেহেঁতেন। কিন্তু কি উপায়? চাউল মোহৰা পানী সিজাই লুথৰী কৰি খুৱাব পৰাহেঁতেনো গাত বল পালেহেঁতেন। টোপোলাটোত এসাজৰ জোখাই চাউল আছে। পিছে পানীয়ে কঁপাই থকা চাংখনৰ গাধৰিখন পাতল। তাত জানো কেৰাচিন তেলৰ টিনৰ মাজত জ্বলোৱা জুইকুৰা বহুৱাব পাৰিব? নাৱৰ টিঙতে তেনে জুই একুৰা বহুৱাই সুবলে চাউল মোহৰা পানীৰ লুথৰী বনাই মাক আৰু ঘৈণীয়েকক দিলে। এসাজৰ চাউল দুসাজ কৰি নিমখ অকণ নোহোৱাকৈয়ে আটায়ে খালে। তিনি দিন লঘোণ দিয়াৰ পিছতো পানী নকমিল। কপিল বুঢ়াই লক্ষ্য কৰিলে, সিহঁত থকা ঠাই আৰু নদীৰ বুকুৰ পানী একে সমতলত আছে যদিও সিহঁতৰ ঘৰৰ এবেও আঁতৰলৈকে গৰাখহনীয়া হৈছে। কাৰণ, এবেও আঁতৰত থকা নিমগছ জোপা শিপাৰে সৈতে উঘালি পৰিছে আৰু সোঁতে উটুৱাই নিছে।

"তেনেহ'লে এইবাৰ?" কপিল বুঢ়াৰ ব্যগ্ৰ প্ৰশ্ন।

"আমি আৰু দুনল পিছুৱাই যাব লাগিব।"

"পানী শুকালেই চাং দুখন তাঁলৈ নিম।" সুবলে নিৰ্ভীক উত্তৰ দিলে।

মাক আৰু তাৰ ঘৈণীয়েকে উপায় পোৱাৰ একো যুক্তি নেদেখি উচুপিলে।

সৰু ভায়েকটোৱে ক'লে, 'এইবাৰ হ'লে তইঁতৰ কাৰো কথা নুশুনিম। এনেকৈ থাকিব নোৱাৰোঁ। খৰালি দক্ষিণ পাৰলৈ উঠি যাবই লাগিব।"

বুঢ়াই হয়ভৰ দিলে, "এৰা, আৰু কিমান যুঁজিম? এইখন ঠাই পৃথিৱীৰে নৰক। পৰক ভৰসা কৰি এনেকৈ জীযাই থকাৰ লাভ কি? বাৰে বাৰে বানপানী হ'ব আৰু বাৰে বাৰে আশা পালি বৈ থাকিম, —কোনোবাই চাউল-দাইল আনিব, আমি খাম।"

সুবলে এটা হুমুনিয়াহ কাঢ়িলে। ঘৈণীয়েকৰ চকুৰে চকুৰে পৰাত তাৰ নিজকে আৰু কাপুৰুষ যেন লাগি গ'ল। সি ভাবিলে, —মথাউৰি ছিন্ন-বিচ্ছিন্ন হৈ গ'ল আৰু তাৰ লগে লগে চৰকাৰী কাৰিকৰৰ মূল্যবান ব্যয়সাধ্য বিদ্যাৰ পৌৰুষে ক্লীবত্ব পালে। তেনেহ'লে তাৰ কাপুৰুষ যেন লগা খন্তেকীয়া হীনমন্যতা নিতান্ত স্বাভাৱিক।

পানী বঢ়াও নাই, টুটাও নাই। দিনৰ উত্তাপত চাংখন তপত চৰুৰ দৰে আৰু ৰাতিৰ বৰষুণত তাতোকৈ অসহনীয়। এনে অৱস্থাত বনৰ ভালুকো থকা টান। কিন্তু সিহঁত থাকে। পিছে জয়ন্তীৰহে মুখৰ মাত নোলোৱা হ'ল। দিনটোত কেবাবাৰো পানী-শৌচ কৰিলে। চাৰিদিনত পেটত কণ-কুটা এগছিও পৰা নাই, অথচ পেটটো উখহা। হাত দিলে ধপ্ ধপ্ কৰে। যেতিয়া কেবাবাৰো লেলাবতিৰ নিচিনা বমি হ'ল আৰু বমিৰ দুৰ্গন্ধত নাকত সোপা দিবলগীয়া হ'ল, তেতিয়াহে সকলোৰে আতঙ্কত গা শিয়ৰি উঠিল। জয়ন্তীৰ নিশকতীয়া দেহত মাউৰে গা কৰিলে। মাউৰত পৰিলে জীৱ ওলাই যোৱা সময়লৈকে গাত জ্ঞান থাকে। কপিলৰ গাত মূৰটো থৈ জয়ন্তীয়ে পুতেক দুটা আৰু বোৱাৰীয়েকৰ ফালে চাই সেহাই সেহাই ক'লে, "বোপাইহঁত, মাৰৰ শেষ কথা নুশুনিলে কিন্তু মোৰ জীৱটোৱে সি-পুৰুষতো শান্তি নাপাব। তইঁত ইয়াৰ পৰা উঠি যাগৈ। বাপেৰৰ কথা শুনি ভোল নাযাবি। কপিল, তয়ো মোৰ কথা শুনিবি বুলিয়েই ক'লোঁ। উস্ ৰাম, পাৰ কৰা ৰঘুনাথ "

জয়ন্তীৰ প্ৰাণবায়ু উৰি গ'ল। চাৰিটা প্ৰাণীৰ ক্ৰন্দনৰোলে বিস্তীৰ্ণ বন্যাৰ বুকুত খলক লগাব নোৱাৰিলে। সেই ক্ৰন্দন-ৰোল সিহঁতৰ নিজৰ বাহিৰে কোনেও নুশুনিলে। কপিলে দুগালে চকুলো

বোৱাই পত্নীৰ শোকত অপাৰ জলৰাশিলৈ চাই থাকিল। বাঢ়নী পানীৰ সাগৰ-সঙ্কাশ বুকুত উঠা-নমা কৰা ঢৌ, ৰ'দত নিমিষে নিমিষে সোণালী-ৰূপালী হৈ জিলিকিছে। পানীয়ে সৌন্দৰ্য পাইছে। কিন্তু এই সৌন্দৰ্যত ভয়াবহ কদৰ্যতাৰ কালিমা। যেন নিষ্ঠুৰা সুন্দৰী নাৰীয়ে হাতত কৃপাণ লৈ কাৰোবাক বিশ্বাসঘাতীভাৱে হত্যা কৰিব খুজিছে।

জয়ন্তী মাউৰত মৰিল কাৰণে সিহঁতে আগৰ চাং দুখনৰ খুঁটা উঘালিলে আৰু চাৰি বেওমান আঁতৰলৈ উটুৱাই আনি বুৰিযাই গাঁত খান্দি চাং দুখন থিয় কৰালে। নতুন ঠাইত (?) এদিন থকাৰ পিছত সুবলে ক'লে, "যদি পানী আজিৰ পৰা শুকায়ো, তেতিয়াও সাত-আঠ দিনৰ পিছতহে খোজকাঢ়িব পৰা সমান পানী থাকিব। ছদিন নোখোৱাকৈয়ে গ'ল। ইমান দিনলৈ যে জীয়াই নাথাকিম।"

কপিল আৰু ভায়েকটোৱে তাৰ কথালৈ কাণকে নিদিলে। সি ঘৈণীয়েকৰ মুখলৈ চালে। তাইৰ মুখখন শেঁতা হৈ হৈ কাগজ এখিলাৰ দৰে হৈ পৰিছে। তেল নিদিয়া চুলিবোৰত জঁট বান্ধিছে, চকু কোটৰত সোমাইছে আৰু সৰাপাতৰ দৰে নিস্তেজ চকুহালেৰে খুব আশাৰে, পানীত পৰি কৰ্কবক্ কৰা মানুহে দূৰৈৰ নাও এখনলৈ চোৱাৰ দৰে চাইছে। দুৰ্যোগত গিৰীয়েকৰ ওপৰত এতিয়াও তাই নিশ্চিত ভৰসা ৰাখিছে। সুবল সেই দৃষ্টিৰ ইন্দ্ৰজালত উন্মাদ হৈছে। বিপদ-বিঘিনি পাহৰিছে। অলংঘ্য পৌৰুষে তাৰ তেজৰ প্ৰতি কণিকা নচুৱাইছে। সি ভাবিছে, মই যুৱক। যুৱতী তিৰোতাৰ ভাৰ মোৰ ওপৰত। বৃদ্ধ পিতা আৰু নাবালক ভাইৰ ভাৰ মোৰ ওপৰত। মই পুৰুষ, মই কৰিব নোৱৰা কাম নাই।

চাঙত বহি থকা অৱস্থাতে সি মন কৰিলে, বাপেক চাঙৰ পৰা নামিল আৰু নাওখন খুলিলেগৈ। সৰু ভায়েকটোও চাঙৰ পৰা জঁপিয়াই পানীত পৰিল আৰু সাঁতুৰি সাঁতুৰি বাপেকৰ লগ লাগিলগৈ। বাপেক-পুতেকে নাৱেৰে উজাই যাবলৈ ধৰিলে। পুব ফালৰ পৰা উটি অহা প্ৰকাণ্ড গছ এজোপাই যে নাওখনৰ লক্ষ্য, সুবলৰ আৰু বুজিবলৈ বাকী নাথাকিল। সুবলে এইটো কথাহে বুজি নাপালে যে এই অৱস্থাত গছজোপা ধৰিলে কি কামত আহিব পাৰে। পিছে অলপ আঁতৰৰ পৰা বুঢাই ভায়েকক কোৱা তাৰ কাণত পৰিল "বুইছ, তোলন তই ওপজাৰো দহ বছৰৰ আগতে এটা পানীত এনে এজোপা গছত গাটো পেলাই পাঠা এটা উটি আহিছিল। তাকে মাৰি ।' এইবুলি কৈযে বুঢাই গুৰিবঠা ধৰিলে। তোলনে যাঠিডাল নাৱত থিয় কৰালে।

সিহঁত গৈ গছজোপাৰ কাষ পালেগৈ। বুঢাই চৈ পুতি নাওখন একে ঠাইতে ৰখালে আৰু দুয়ো পথালি গছডাল লক্ষ্য কৰিলে। দুটা ডালৰ মাজত, কিন্তু পানীৰ সমতলৰ ওপৰত, এটা শহা আছে। ওচৰতে এটা ডাঙৰ মচোৱা সাপ। সাপটোৱে শহাটোক খোটা নাই কাৰণে সিহঁত দুটা আচৰিত হোৱা নাই। সাপ শহাৰ ভক্ষ্য নহয় আৰু শহাও সাপৰ ভক্ষ্য নহয়। কোনেও কাকো অপকাৰ কৰা নাই। দুয়ো বন্য জীৱনৰ শৃঙ্খলা ৰক্ষা কৰিছে। দুয়ো আতুৰ হৈ শান্তিৰে ওচৰা-উচৰিকৈ আছে—এই কথা মাজুলীত ডাঙৰ হোৱা তোলনে আৰু সেই তোলনৰ পিতৃয়ে ভালকৈ জানে।

'পিতাই পছজনী গাভিনী। তাইৰ বৰ ভাগৰ লাগিছে। বুকুখন উঠা-নমা কৰি আছে। বহুত দূৰৰে পৰা সাঁতুৰি আহি গছত উঠিল হ'বলা।"

"কিজানি আউনিআটী গোসাঁইৰ ডাকত দিয়া হাবিখনৰ পৰা আহিছে।"

"হাবিতে নাথাকিল কিয়?"

"শহাপছৰে খাব পৰা ঘাঁহ আটাইবোৰ তল গ'ল চাগৈ। ওখ গছত উঠিতো আৰু পছৰে গছৰ

পাত খাব নোৱাৰে! অকৰা, এইটো কথাও বুজি নাপালি? পিছে সাপটোৰ পৰাহে টান হ'ল। চাচোন চা, নাৱত পঁচাডাল আছেনে? যাঠিৰে নহ'ব।"

"পিতাই কি কৰ?"

"গাধ, তোক অনাই ভুল হ'ল। আগতে সাপটো মাৰি লওঁ। পিছতহে পছটো মাৰিবলৈ সুবিধা হ'ব।"

কপিল বুঢ়াই পঁচাডাল এহাতে দৃঢ় মুঠিৰে ধৰিলে আৰু ইটো হাতেৰে জোং কেইডাল পৰীক্ষা কৰিলে। অকণো পলম নকৰি সি গছত বগালে আৰু সাপটোৰ পিছফালে থিয় হৈ তাৰ মূৰৰ চাৰি আঙুলমান তলত পঁচাডাল বহুৱাই দিলে। মচোৱা সাপটোৱে ফোঁচফোঁচনি তুলি গাৰ বাকী অংশৰে পঁচাডাল পকাই পেলালে যদিও ওপৰ অংশ বেছি লৰচৰ কৰিব নোৱাৰিলে। উটি গৈ থকা গছজোপাত হেঁচা দি বুঢ়াই পঁচাডাল ধৰি থাকিল। গাভিনী শহাজনী গছজোপাৰ এমূৰত থিয় হৈ ভয়তে কঁপিবলৈ লাগিল। তোলনে গছজোপাৰ লগে লগে নাওখন আনি থাকিল। লাহে লাহে সাপটোৰ পঁচাডালত মেৰ দি ধৰা জোৰটো কমিল। বুঢ়াই পঁচাডালেৰে সাপটো দাঙি নাৱৰ টিঙত তুলিলে আৰু তোলনে সাপটো কোবাবলৈ লাগিল। সাপটো মৰিল।

বুঢ়াই ক'লে "নাওখন গছজোপাত লগাই দে। গছজোপাৰ লগে লগে নাও গৈ থাকিব।"

এইবুলি কৈ ফোঁপাই ফোঁপাই কেইটামান উশাহ টানি ল'লে আৰু আকৌ ক'লে, "পছজনী তযে মাৰ, তোলন। গাভিনী পছ মই নামাৰোঁ।"

পছজনী আগতকৈও বেছিকৈ কঁপিছে। পেটত কিজানি দুটাতকৈও বেছি পোৱালী আছে। গাটো লৰাই উটি যোৱা গছজোপাৰ ওপৰতে খোজ দিবলৈ টান পাইছে। জঁপিওৱাতো পাছ কথাই। এতিয়া তোলনৰ হাতত যাঠিপাত দেখি তাই চকু মুদি মূৰটো গছৰ ডালত গুজিছে। বলিশালত সোমোৱা পাঠাটোৰ দৰে পিছফালডোখৰ কঁপিছে। তাই অদ্ভুত কিবা এটা আৰাও কৰিছে। হয়তো তাইৰ কোনোবা বনৰ দেৱতাক কৈছে—কালৰ হাতৰ পৰা মোক ৰক্ষা কৰা। তোলনে এহাতে যাঠি লৈ এহাতে সাঁতুৰি সাঁতুৰি আগবাঢ়ি গৈছে। কপিলে নাৱৰ পৰা চিঞৰিছে, 'যাঠিপাত সোঁহাতে ল। মুঠিটো ভালকৈ ধৰ।"

বুঢ়াই ইতিমধ্যে ৰছীৰে গছজোপা নাৱৰ টিঙৰ লগত বান্ধি পেলালে। মজবুত চৈডাল মাটিত পুতি নাওখনৰ লগত বান্ধি পেলালে। গছ আৰু নাও একে ঠাইতে ৰৈ থাকিল। কিন্তু তোলনেহে বুঢ়াক খং উঠালে। সি বুঢ়াৰ ওচৰলৈ আহি ক'লে, "পিতাই, পছজনী দেখি মায়া হৈছে।"

"তোক লগত আনিয়েই সকলো পণ্ড কৰিলোঁ।" বুঢ়াই দাঁত কৰচি কৰচি ক'লে। তোলনে লক্ষ্য কৰিলে নহাতমান আঁতৰত থকা পছজনীয়ে সিহঁতলৈ চাইছে। তাইৰ আৰু পেটৰ পোৱালিকেইটাৰ বাবে কৃপা বিচাৰিছে।

বুঢ়াই এইবাৰ লাহে লাহে ক'লে, "চা, তোলন, আমি নাখাই-নবই মৰাত কোনো গৌৰৱ নাই। নিজক বচাবলৈ হ'লে আনক মাৰিবই লাগিব। এই কথা বয়স হ'লে বুজি পাবি। আজি আৰু দয়া-ধৰমৰ প্ৰশ্ন নুঠে। জীৱন এখন যুঁজৰ পথাৰ।"

তোলনে যাঠিডাল নাৱত পেলাই দিলে। কপিল বুঢ়াই এইবাৰ কিন্তু খুব ধীৰ-স্থিৰ হৈ ক'লে, "তই আৰু এবাৰ ভাবি চা। এই দুৰ্যোগত তোৰ বয়স কম হ'লেও কোমলমতীয়া মন খটুৱালে নচলিব। আতুৰ হৈ আশ্ৰয় লোৱা সাপটো জগৰ নলগোৱাকৈ মাৰিলোঁ, মোৰ প্ৰাণৰ কাৰণে। তাক এৰি শহাজনী

খোচাহেঁতেন সি তাক মাৰিম বুলি মোক খুটিলেহেঁতেন। শহাজনী মৰাত কিহৰ দায়? তাই খাব পৰা চিকা বা নিগনি ওচৰত থকাহেঁতেন তায়ো তোৰ দৰে সিহঁতক নমৰাকৈ নাথাকিলহেঁতেন। তদুপৰি, এইজনী শহা নহৈ যদি বাঘিনী হ'লহেঁতেন, আমাকোতো খালেহেঁতেন! তাই গাভিনী দেহাৰেই আমাৰ ওপৰত জঁপিয়াই পৰিলহেঁতেন।"

বুঢ়াই এইখিনি কথা পুতেকক উদ্দেশ্য কৰি ক'লে যদিও তাকে কৈ শহাজনী মাৰিবলৈ আপোন বিবেকৰহে যুক্তি বিচাৰিলে। বুঢ়াই যাঠিপাত হাতত ল'লে আৰু শহাজনীৰ ফালে আগবাঢি গ'ল। বুঢ়াৰ চকু আৰু মুখত তীখা কঠিন সংকল্প আৰু নিষ্ঠুৰতা। শহাজনীৰ চাৰি হাতমান ওচৰ পাওঁতেই তাই কঁপি কঁপি পানীত পৰি গ'ল আৰু অক্ষম ঠেং দুখনেৰে সাঁতুৰিবলৈ লাগিল। কপিল বুঢ়াইও তাইৰ পাছ ল'লে। তাই মাজে মাজে বুৰ দি আৰু বেছি আগুৱাই গ'ল। কঁকালৰ বিষত তত্ নোপোৱা বুঢ়াটোৱে আজি যেন ক'ৰবাৰ পৰা অসুৰৰ বলহে পালে। বুঢ়া ভাগৰি পৰিছে। শহাজনীয়ে আগুৱাই গৈছে যদিও গছজোপাৰ পৰা বেছি আঁতৰলৈ যাবলৈ খোজা নাই। তাই হয়তো জন্তুৰ বুদ্ধিৰে ভাবি পাইছে যে তাই যদি আজি বুঢ়াৰ হাতৰ পৰা বাচে তেনেহ'লে আকৌ গছজেপাতে আশ্ৰয় ল'ব লাগিব। এক মিনিট দুই মিনিট তাই পানীৰ তলত থাকে আৰু গছজোপাৰ ফালে আগুৱাই আহে। আকৌ বুঢ়াক দেখি আঁতৰি যায়। বুঢ়াৰ মূৰত আজি শনিয়ে বাহ লৈছে। মাজে মাজে হতাশ হৈ কৈছে, "ওলাই আহ আই, তোক আজি মই মাৰিম যদিও তোক মই কোনোবা জনমত উপকাৰ কৰিছিলোঁ। সেযেহে আজি সাতদিনীয়া লঘোণৰ সময়ত তই ওলাইছহি। তই মোৰ আকাল তৰাবলৈ আহিছ।"

বুঢ়াই এইদৰে বকি থকাৰ কাৰণে তোলনৰ আৰু খং উঠিছে। বাপেকটো পাগল হ'ল নেকি? নিজেই নিজৰ গাত যাঠিৰ খোচ নলগালেহে ৰক্ষা। তোলনে লক্ষ্য কৰিছে, গাভিনী শহাজনীৰ বুঢ়াতকৈ বেছি ভাগৰ লাগিছে। তাই সাঁতুৰিবলৈ এৰি ফোঁপাই ফোঁপাই ওপঙি আছে। বুঢ়া আগবাঢি গৈছে আৰু মুখেৰে ভুলভুনাইছে, "তই মৰ। তোৰ কোনো দায়িত্ব নাই। মোৰ দৰে তোৰ সংসাৰ নাই। মোৰ যে পো-বোৱাৰী আছে। সিহঁত যদি মৰে, মোৰ যে বুকুত জুই জ্বলিব। মই যদি মৰোঁ, সিহঁতৰো যে একে অৱস্থা হ'ব। আই, থিৰেৰে থাক। তোক মাৰিবলৈ দে। আমি যে মানুহ। আমাৰ শোক আছে। তহঁত যে জন্তু। তহঁতৰ জীযাই থাকিবলৈহে ইচ্ছা আছে। শোক, দুখ, মোহ—এইবোৰ নাই কিজানি। ৰ আই ৰ। মোৰ কাৰণে বলি হ।"

শহাজনীয়ে আকৌ সাঁতোৰ দিলে। কিন্তু এইবাৰ আগৰ দৰে আগবাঢিব নোৱাৰিলে। বুঢ়াৰ দৃঢ় মুঠিৰ যাঠিৰ খোচত তাই প্ৰাণ এৰিলে। বুঢ়াৰ মনত বিজয়ৰ আনন্দ। শহাজনী নাৱত বোজাই কৰা হ'ল। চাং পোৱা পৰ্যন্ত তোলন আৰু বুঢ়াৰ মাজত একো কথা-বতৰা নহ'ল। সুবল আৰু ঘৈণীয়েকে গাভিনী শহাজনী খুচি অনা দেখি কোনেও ইস্ ইস্ আস্ আস্ নকৰিলে। সিহঁতৰো পেটত ভোকৰ জুই জ্বলিছে! সিহঁতৰো স্বাভাৱিক মানুহৰ দৰে ভবাৰ শক্তি হেৰাই গৈছে। খুব কম কথাৰে সিহঁতে বুঢ়াক প্ৰশংসাহে কৰিলে।

সন্ধিয়া চাঙৰ ওপৰত কেৰাচিন তেলৰ টিনৰ গৰ্ভত জ্বলা জুইকুৰা সাত দিনৰ মূৰত বহুওৱা হ'ল। শহাজনী পোৱা হ'ল আৰু আধা সিজা মঙহ নিমখ নোহোৱাকৈ খুব তৃপ্তিৰে সিহঁতে খালে। পেটৰ পৰা নাড়ী-ভূৰিবোৰ আৰু পোৱালি দুটা উলিয়াই দলিয়াই পেলাবৰ সময়ত সুবলৰ ঘৈণীয়েকেও ঘিণ লগা যেন নেদেখুৱালেই অকণো দুখ কৰা যেনো দেখা নগ'ল। মাথোঁ খাই লৈ পেট চেঁচা কৰাৰ অলপ

পৰ পিছত কপিল বুঢ়াই প্ৰায় কন্দাৰ দৰে ক'লে, "এতিয়াও বাৰু আমি মানুহ হৈ আছোঁনে?"

সুবলৰ ঘৈণীয়েকে উচুপি পেলালে।

সুবলে থোকাথুকি মাতেৰে ক'লে, "আমি বাৰু আকৌ মানুহৰ অৱস্থা পামনে?"

তোলনে ক'লে, "আমি মাজে মাজে জন্তু, সেযেহে আধা সিজা মাংস খাযো তৃপ্তি পাওঁ।"

ইয়াকে কৈ সি এটা বিকট হাঁহিৰে সকলোকে চমকাই পেলালে।

সেযেহে, বন্ধু, মই মাজে মাজে ভাবোঁ,—জৈৱিক প্ৰক্ৰিয়া ব্যক্তিমুখী আৰু স্বাৰ্থজড়িত। মানুহৰো। নহ'লে জীৱ জগতৰ ভাৰসাম্য অক্ষুণ্ণ নাথাকে। সভ্যতা আৰু কলা-কৃষ্টিৰ আৱৰণ মানুহৰ আবিষ্কাৰ। তথাপি আমাক এইবোৰ লাগে। পিছে প্ৰাচুৰ্য আৰু নিৰাপত্তাৰ সময়তহে। এনে দুৰ্যোগত কিন্তু আমি আদিম মানুহৰ মনেৰেহে কাম কৰোঁ। সভ্য জগতৰ নীতিবোধে আমাক জীয়াই ৰাখিব নোৱাৰে। যেয়ে হওক, আমি নমৰোঁ। ঈশ্বৰে আমাকো জীয়াই থাকিবলৈ সুকীয়া শক্তি দিছে।

বন্ধু, শহাৰ মঙহ খাই পেট টেঁচা পেলালে বুলি সুবলহঁতৰ সমস্যাৰ ওৰ পৰিল বুলি ভাবিলা নেকি? তেনেকৈ কেতিয়াও ভবা উচিত নহয়। বিপদক গুৰুত্ব নিদি সিহঁতক বা আমাকো উপলুঙা নকৰিবা। পিছৰ দুদিনো সিহঁত সেই আগৰ অৱস্থাৰে সন্মুখীন হ'ল। অৰ্থাৎ পেটৰ ভোক আগৰ দৰেই। পানীও শুকুৱা নাই। লুইতে আৰু মাটি খহাইছে। কাৰণ বিৰিণাবাৰীৰ আৰু কেইজোপামান গছ উঘালি পৰিছে।

তোলনে ক'লে, "নৈৰ কাষৰ মাটিডৰাৰ এইবাৰ আশা এৰিব লাগিব। কিজানি খহালে। তাত থকা আঁচুকৰীজোপা উটি অহা দেখিলোঁ।"

সুবল আৰু কপিলে তাৰ কথাটোত গুৰুত্ব নিদিলে।

কপিলে ক'লে, "একুৰি চাৰি বছৰৰ আগতে হোৱা বানপানীটোৰ সময়ত দেশৰ সকলো ঠাইতে পানী হৈছিল। এইবাৰো তেনে হৈছে যেন পাইছোঁ। এইবাৰ নিশ্চয় কলং আৰু ব্ৰহ্মপুত্ৰ লগ লাগিব। সৰু সৰু নদীবোৰো ওফন্দি পৰিব।"

সুবলে মাত লগালে, "সঁচা কথা। পৰহি গডমূৰলৈ গৈ জানিলোঁ, যোৰহাট হেন চহৰতো পানী সোমাইছে হেনো। টোকোলাই আৰু ভোগদৈৰ দৰে খাল একোটাৰ সমান নদীৰো পৰক দেখি গা উঠিল। চহৰৰ পূবফালে হেনো টোকোলাই-ভোগদৈয়ে মানুহৰ ঘৰলৈ পানী বগৰাইছে।"

"আচম্বিত কথা। এইবাৰ প্ৰলয়েই হ'ল যেন পালোঁ।"

"সেয়ে নহয়, পিতাই। নগাঁও হেন চহৰো হেনো কলঙৰ পানীয়ে ওপচাইছে। এইবাৰ শেনৰ এজাত।"

"গতিকে আমি মৰিলোঁ বুলি ধৰি লোৱাই ভাল। সকলো ঠাইতে বানপানী হ'ল যেতিয়া,— এতিয়া আৰু পিছতো, আন ঠাইৰ মানুহৰ পৰা সহায় পোৱাৰ আশা নাই। চৰকাৰো কিজানি মহা সংকটত পৰিছে। আৰুবেলিৰ দৰে আৰু চাউল বিলাব নোৱাৰিব।"

পুতেকে বুঢ়াৰ কথাটোত হুমভৰ দিলে যদিও তাৰ মুখখন আগতকৈ কঠিন হৈ পৰিল। তোলনে বুজি পালে, ককায়েকে নতুন এটা সংকল্প লৈছে। সুবল খাবলৈ নাপাই খীণাইছে যদিও দেহৰ পৰা ডেকা মানুহৰ নিয়ম নমনা বল শেষ হৈ যোৱা নাই। সি ভাবিছে, পৰক ভৰসা কৰি এনেদৰে চাঙত বহি বাট চাই থকাটো পুৰুষালিৰ ভিতৰত নপৰে। সি জীব লাগিব, পেটৰ পোৱালীৰে সৈতে ঘৈণীয়েকক

জীয়াব লাগিব। বাপেক আৰু ভায়েকক জীয়াই ৰখাও তাৰ কৰ্তব্য। ঘৰখনত সিয়েই মূল মানুহ।

সি কাকো একো নকৈ ইখন চাঙৰ পৰা বস্তু কেইপদমান নমাই নাৱত বোজাই কৰিলে। বাপেকে ক'লে, "ক'ৰবালৈ যাব যদি, অতি বেছি গডমূৰলৈহে। আৰু বেছি দূৰৈলৈ যোৱাৰ সময় হোৱা নাই।"

বাপেকৰ মাতটোত উৎকণ্ঠা। তাৰ ঘৈণীয়েকৰ চকুতো তাতকৈ বেছি উদ্বেগ আৰু উৎকণ্ঠা। সুবলে সিহঁতৰ ফালে মূৰ তুলিয়েই চোৱা নাই। বাপেকে আকৌ ক'লে, "বাৰু, যলৈ যাব যা। কিন্তু ভুলতো নদীৰ বুকুত নাও নুঠাবি। নদীয়ে এতিয়াও খাওঁ খাওঁ মূৰ্তি ধৰি আছে।"

সুবলে ক'লে, "এনেয়ে মৰাও মৰা, নদীত মৰাও মৰা। এনেকৈ বলিৰ পাঠাৰ দৰে বৈ থাকিব নোৱাৰোঁ।"

এই বুলি কোৱাৰ লগে লগেই ঘৈণীয়েকৰ মাতটো তাৰ কাণত পৰিল, "কি অমঙ্গলীয়া কথা মুখত আনে দেও। আনে কিবা তেওঁৰ কাৰণে নাভাবেনে?"

সুবলে দৃঢতাৰে সকলো আওকাণ কৰিলে। দক্ষিণফালে নাও চলাই দিলে। তোলন আৰু সুবলৰ ঘৈণীয়েকৰ মুখৰ মাত হৰিল। বাপেক বিমোৰত পৰিল। সুবলৰ নাও যেতিয়া সোঁত ঠেলি লুইতৰ ওপৰত উঠোঁ উঠোঁ, তেতিয়া কপিলে প্ৰায় আৰ্তনাদ কৰাৰ দৰে চিঞৰিলে, "সুবল! সুবল!! মোৰ কথা শুন।"

পানীয়েদি অহা পুতেকৰ মাতটো ৰিণিকি ৰিণিকি বুঢ়াৰ কাণত পৰিল, "পিতাই, তই মোক আশীৰ্বাদ দে ।"

বুঢ়াই চকু দুটা মুদি দিলে। মুখৰ ভিতৰতে ঈশ্বৰৰ নাম ল'লে। কি দুৰ্দান্ত সাহস সুবলৰ! গাত কালিকা লগা ফেনে-ফোটোকাৰে ওফন্দি পৰা খৰস্ৰোতা নদীৰ অশান্ত উৰ্মি ঠেলি পুতেক ক'লৈ যাব খুজিছে? সি কেনেকৈ বিশ্বাস কৰিছে যে লুইতৰ বুকুত হঠাতে ধুমুহা নহ'ব বা ঘূৰ্ণিৰে সৈতে পৰ্বত-প্ৰমাণ স্তূপ উঠা-নমা নকৰিব? বুঢ়াৰ ভাবিবলৈকে গাত শক্তি নোহোৱা হ'ল। চাওঁতে চাওঁতে সুবলৰ নাও ক'লা ৰেখা এডালৰ দৰেহে জিলিকিল। তাৰ নাও আগবাঢ়িছে লুইতৰ মাজলৈ। লাহে লাহে সুবল দৃষ্টিয়ে ঢুকি নোপোৱা দূৰত্বত লীন গ'ল।

ঘৰখনত দুদিন ভীষণ চিন্তা। সুবল যে আকৌ ঘূৰি আহিব, সিহঁতে এই আশা কৰিছে। কিন্তু আশাটোও অদ্ভুত যেন লাগিছে। তথাপি আশা কৰিছে। পাখি কটা গৰুড় পক্ষীৰ দৰে সিহঁতে চাঙৰ ওপৰত অনাহাৰে-অনিদ্ৰাই দুৰ্বাসাৰ ভোক লৈ বহি আছে।

তৃতীয় দিনা দুপৰীয়া চাঙৰ ফালে এখন নাও আহি থকা দেখি সকলোৰে মনত বিজুলী জিলিকিল। সেইটো সুবল হয় জানো? নিশ্চয় নিশ্চয়। তোলনে আনন্দত আত্মহাৰা হৈ চিঞৰিলে, "ককাইদেউ! ককাইদেউ!!" চাঙৰ ওপৰত তিনিটি প্ৰাণীয়ে যেন উছৱৰ ভোগজৰাহে বিচাৰি পালে!

সুবল চাঙৰ ওচৰ পালেহি। তোলন আৰু কপিল বুঢ়াই হেতা-ওপৰা লগাই নাওখন ঔজোপাত বান্ধিলে। সুবলে অৱশ হৈ বঠাডাল এৰি দিলে আৰু হাত-ভৰি মেলি নাৱৰ ওপৰত গাটো পেলাই দিলে। ভাগৰত মৰা যেন হোৱা মানুহটোক সিহঁতে একো নুসুধিলে। তোলনে গামোচাৰে তাক বিচিবলৈ ধৰিলে। মূৰ আৰু কপালত পানী ছটিয়ালে। সিহঁতে নাৱৰ গৰ্ভলৈ লক্ষ্য কৰিহে আচৰিত হৈ গ'ল। — থৈলা এটা চাউলেৰে ফিন্দ্ খোৱা। নাচপতি ছটা, মালদহীয়া আম চাৰিটা আৰু আপেল তিনিটা নাৱৰ

ভিতৰত সিঁচৰতি হৈ পৰি আছে। কপিল বুঢ়াই আনন্দৰ আতিশয্যত চকুলো বোৱাই পুতেকৰ মূৰত হাত ফুৰালে। ঘৈণীয়েকৰ সুবলৰ ওচৰলৈ আহিবলৈ দুৰ্বাৰ ইচ্ছা হ'ল। তাইক চাঙৰ পৰা নামি আহিবলৈ চেষ্টা কৰা দেখি বুঢ়াই ৰসিকতা কৰি ক'লে, "নালাগে নামিব, আই, এতিয়াই সি তোৰ ওচৰ পাবগৈ। বাছাধনৰ মৰম নোহোৱা নহয়।"

সুবল থিয় হ'ল। তোলনে তাৰ হাতত আপেল এটা দিলে। সি আপেলটো কামুৰি কামুৰি ক'লে, "বস্তুবোৰ চাঙৰ ওপৰলৈ নে।"

বাপেকে ক'লে, "বাৰু। সদ্যহতে তই চাঙত উঠগৈ।"

চাঙত ঘৈণীয়েকে তালৈ প্ৰশংসাৰে চাই মিচিকিয়ালে। সি ক'লে, "ফল-মূলকেইটা তোৰ কাৰণে আনিছোঁ। এটা গাত থকা সময়ত এইবোৰ খোৱা ভাল।"

এইবাৰ আকৌ চাঙৰ ওপৰত কেৰাচিন তেলৰ টিনৰ গৰ্ভত জ্বলা জুইকুৰা বহিল। এই জুইকুৰা নিতৌ দুবাৰ বহিব। কেবা দিনলৈও। সুবলে চহৰৰ পৰা প্ৰায় আধা মোনতকৈ বেছি চাউল আনিছে। আচৰিত কথা যে সি দাইল দুসেৰমান আৰু নিমখ-তেল আনিবলৈও পাহৰা নাই।

কপিল বুঢ়াই সুধিলে, "সুবল, কেনেকৈ এই অসাইধ কাম কৰিলি?"

সি ক'লে, "মাজে মাজে এনেকৈ বিপদ আগত লৈ কাম নকৰিলে আমাক বাৰু কোনে বচাব? যাওঁতে নৈত তিনিটা পানীৰ চকা পাইছিলোঁ। এটাতো বেচ বহল আৰু ওখ। বহুত কায়দা কৰি নাওখন সৰকালোঁ। নাৰে দুবাৰ পানী খালে। "

আহোঁতেও লুইতত সি পাক পৰা ঠাই দুবাৰ পাইছিল। ভগৱান তাৰ লগত আছিল কাৰণেহে সি বাচিল। এবাৰ উটি অহা জৰি গছ এজোপাত নাওখন কথমপিহে খুন্দা নাখালে। খুন্দা খোৱাহেঁতেন আধ্যা। এৰা, ফেৰীখন চলি থকাহেঁতেন, সি ইমান বিপদৰ মাজেদি নিমাতী পাব নালাগিলহেঁতেন। বেছি বানপানী হ'লে আকৌ ফেৰী নচলে। ফেৰীখন ডুবে বুলি নহয়। এনে সময়ত যাত্ৰী কম হয় আৰু মালৰ বোজাও সামান্য। মহাজনৰ লোকচান হয়। মাজুলীলৈ ফেৰী চলাৰ মূল কাৰণ হ'ল ফচলৰ সময়ত খোৱা-বস্তু দক্ষিণপাৰলৈ কঢ়িওৱা, মাছ আৰু গাখীৰ কঢ়িওৱা। তদুপৰি ফেৰীয়ে মটৰ পাৰ কৰিলে লাভ আটাইতকৈ বেছি হয়। কেৱল যাত্ৰী কঢ়িয়ালে মহাজনৰ মূলধনহে হানি হ'ব। কাৰণ ফেৰী এখন চলাত সকলো ধৰি দৈনিক খৰচ হয় প্ৰায় তিনিশ টকা।

"বাৰু, ফেৰীৰ বিষয়ে বকলা মেলিব নালাগে। এইবোৰ কিনিবলৈ ইমান পইচা পালি ক'ত?" তোলনে অধৈৰ্য হৈ মাত লগালে।

সুবলে ক'লে, "তইতক মই জানিবলৈকে দিয়া নাছিলোঁ, —যাওঁতে মই ফুলাম জাপি ছটা লৈ গৈছিলোঁ। লগতে ৰাধাকৃষ্ণৰ মূৰ্তি দুটাও।"

তোলনে থিতাতে মাত লগালে, "টাউনৰ মানুহে জানো মূৰত জাপি লয়? তাকো তই নিছিলি 'ফুলাম জাপি!"

সুবলে আমনি পোৱা যেন দেখুৱাই ক'লে, "ৰচোন, মোক আগতে কৈ ল'বলৈ দে। যি একো কথা ভূ নাপায়, অথচ তাৰহে পকপকনি বেছি! শুন। টাউনৰ মানুহৰ লাহ-বিলাহত খৰচ কৰা ধনেৰেইহে এয়া চাউল-দাইল কিনিলোঁ। টাউনৰ মানুহবোৰহে যি! টাউন সোমালে তোৰ ভাবেই নহ'ব যে পৃথিবীৰ এফাল ঠাই পানীত ডুব গৈ আছে। সেই একেই লাহ-বিলাহ। চিনেমা ঘৰৰ আগত মানুহ দেখিলে ভাব

হ'ব, পৃথিৱীখনত যেন সদায় উছৱ। সিহঁতৰ কিছুমানৰ পোছাক-পত্ৰ আৰু থকাৰ ধৰণ দেখি অনুমান হ'ব, কিছুমানৰ কাৰণে এতিয়াও পৃথিৱীখন ইন্দ্ৰৰ অমৰাৱতী। কিন্তু সিহঁতৰ বাৰু ভুলতো আমাৰ দুৰ্গতিৰ কথা মনলৈ নাহেনে? সিহঁত আপোনপেটীয়ানে, সিহঁতৰ মানুহৰ আচল গুণবোৰ ভোটা হৈ গ'ল?"

এইখিনি কথা সুবলে খুব ঘৃণা আৰু বিতৃষ্ণাৰে কৈ অলপ পৰ তভক মাৰি ৰ'ল। কপিলে পুতেকৰ কথাত হয়ভৰ দি ক'লে, "এৰা, যি জোখতকৈ বেছি খায় আৰু যাৰ বিপদ কি বস্তু বুজিবলৈ প্ৰয়োজন হোৱা নাই, সেইবোৰ মানুহক ভোগেও হেঁপাহ পলুৱাব নোৱাৰে, ওপজাৰে পৰা মৰালৈকে নিজৰ কথাই ভাবে। সিহঁতৰ মানত বাকীবোৰ গুডি পৰুৱা। আৰু, টাউনত যে প্ৰতি বছৰে পূজা পতাৰ কি ধুম-ধুপাল। পেটুৱা বেপাৰী কিছুমান আৰু কেতবোৰ ধনী ধনী মানুহৰ কোব আৰু চাৰ। এইবোৰ মানুহে সাধাৰণ মানুহক ভাল পাব নোৱাৰে, সেই কাৰণেই আড়ম্বৰ কৰি দেৱ-দেৱীক ভাল পাবলৈ চেষ্টা কৰে।"

সুবলে ক'লে "তই স্বৰূপ কথাই কৈছ, পিতাই।"

তোলনে মাত লগালে, "আগতে কৈ ল, জাপি ক'ত বেচিলি?"

ঘৈণীয়েকেও সুবলৰ মুখলৈ কৌতূহলেৰে চাই ৰ'ল। সুবলে লাহে লাহে ক'লে, "টাউনৰ মানুহ কিছুমানৰ— ড্ৰয়িংৰুম বুলি কোঠালী এটা থাকে। তাত এহাতমান তুলীৰে জাক-জমক চকিবোৰ যে আছেই, তাকে আকৌ আটোমটোকাৰিকৈ নানা বস্তুৰে সজোৱাৰ কোব কি চাবা। পকা ভেটিৰ ওপৰতো ফুলাম দলিচা। বেৰত হৰেকৰকম বস্তু। এনেকুৱা কোঠা সজাবলৈ আকৌ ফুলাম জাপিৰ প্ৰযোজন আৰু বেছি। এই কথা মই আগৰে পৰা জানো। মোৰ জাপি কোনে কোনে ৰাখিলে জান? শুনিলেই তহঁতে কাণত ঠিলা ল'ব লাগিব। তেওঁ যোৱা বেলি মাঘ-বিহুৰ মিটিঙত সভাপতি হৈ বৰ বৰ কথাৰে আঁখৈ ফুটাইছিল মাজুলীৰ মানুহৰ সুখ-দুখৰ লগত যে পমি যাব খুজিছিল। —সেই তেলকলীয়াকৈ চশ্মা পিন্ধা 'পৰফেচৰ'টো মনত পৰিছেনে? তাৰ ঘৈণীযেকে এটাত বাৰ টকাকৈ তিনিটা ফুলাম জাপি কিনিলে। তাইৰ গা ঢাকিও ঢাকিব নোখোজা চিলচিলীয়া চাদৰৰ নক্সা কি চাবি। সি তেলকলীয়া পফেচৰে' মই মাজুলীৰ পৰা আহিছোঁ বুলি কোবা সত্বেও, পানী বাঢিছেনে টুটিছে, তহঁত কেনে আছ, —উত্তম-অধম একো নুসুধিলে।

'বাকী তিনিটা?

'মথাউৰিটো সজাৰ সময়ত— মথাউৰি বুলিনো কি ক'ম বালিৰ ভেটোহে। —এটা যে ইঞ্জিনিয়াৰ চাহাব আহিছিল, মনত আছেনে?"

"সেই শকত টোটোলা ওলোমা মানুহটো! এৰা, তেনেকুৱা চাহাববোৰক খৰালিহে দেখা যায়।

"অ, সিয়েই। সি হেনো 'চুপ্ৰিনটেন' ইঞ্জিনিয়াৰ কেবাখনো জিলাৰ ওপৰত। সি এইবাৰ পেঞ্চন ল'লে। পিছে কি হ'ব? আমাৰ ফালে আলি বন্ধায়েই সি মানুহ হ'ল। খুব টকা পিটিলে, এতিয়া চহৰত অট্টালিকা যেন ঘৰ এটাত পো-জীযাৰীৰে স্বৰ্গ সুখত দিন নিয়াইছে। তাৰ লাহতী জীযেক দুজনীয়ে জাপি তিনিটা কিনিলে। খুব পছন্দ হ'ল। এটাত তেৰ টকাকৈ ল'লোঁ। চাহাবে মোক সুধিলে, তই ক'ৰ মানুহ? মই ক'লো, মাজুলীৰ। বিৰিণাবাৰীৰ। চাহাবে আৰু একো নামাতিলে। ছবি থকা কিতাপ এখন পঢাত মন দিলে। ৰাধাকৃষ্ণৰ মূৰ্তি দুটা বেচিলোঁ টাউনৰ জাকজমক দোকান এখনত।"

সুবলে কথা শেষ কৰিলে। ঘৈণীয়েকে ক'লে "হওক তেও, আমি অলপ দিনলৈ ৰক্ষা পৰিলোঁ।"

চাৰি দিনৰ মূৰত অলপ পানী শুকাল। হঠাতে মাটিৰ পৰা বুৰবুৰণি দি পানীৰ ফুট্ দুটামান ওপৰলৈ উঠি অহা দেখি কপিল বুঢ়াই খুব মনোযোগেৰে তালৈকে চাই ৰ'ল। হাতেৰে ইংগিত দি মাতি পুতেক দুটাক দেখুৱালে। সিহঁতৰ মুখতো হাঁহি বিৰিঙিল।

সুবলে ক'লে "তেনেহ'লে পানী আৰু নাবাঢ়ে।"

কপিলে ক'লে, "পানী যে সোনকালে শুকাব, এই বুৰবুৰণিয়েই চিন।

তোলনে ক'লে, "কঠীযা যোগাৰ হ'লে এতিয়াও শালি ৰুবলৈ সময় হ'ব।'

সিহঁতে পানীৰ সমতল আৰু নিৰ্মেঘ আকাশলৈ চালে। প্ৰকৃতি সুন্দৰ। নীলা আকাশ আৰু বগা বৰ্ণাঢ্য মাধুৰী হৃদয় জুৰ কৰা। কাম চৰাইবোৰ মাছ খাবলৈ ক'ৰবাৰ পৰা ওলালহি। আন কিছুমান চৰাযো।

বেলি বহাৰ সময়ত কুৰুৱা চৰাই এটাই মাতিলে। এইটো বৰ ভাল লক্ষণ। নিশ্চয় একেলেথাৰিয়ে ৰ'দ হ'ব। কপিলে ক'লে, "চাঙৰ ওপৰত ঢাকনি এখন তৰিব লাগিব।"

তোলন আৰু সুবলে মাছ ধৰাৰ অইন সঁজুলি যোগাৰ কৰাত ব্যস্ত থাকিল। সিহঁতৰ পূৰ্বৰ যাতনা গ'ল। আকৌ আশাৰ হেঙুলী ৰঙে মনত পাল তৰিলে। সুৰ লগাই ঘোষা একুট গাই মাছ এটুকুৰা আৰু ভাত এগৰাহ মুখত ভৰাই কপিল বুঢ়াই ক'লে, 'কথা এটা মন কৰিছনে, সুবল? উটি অহা মাটি চাই মই জৰুৰ ধৰিছোঁ, এইবাৰ লুইতে আৰু মাটি নখহায। বিপৰীত কামটোহে কৰিব। লুইতে এইবাৰ বালি পেলাব। আগৰ খহোৱা ঠাই যে পূৰ হ'বই বালি পেলাব যেতিয়া পেলায়েই থাকিব। মস্ত বালি চাপৰি হ'ব। শুনিছোঁ, আঢ়ৈ কুৰি বছৰৰ আগতেও এনে হৈছিল। মাজতহে এইখন ৰং দেখুৱালে। পুৰাণতো হেনো এই কথা লিখা আছে। একুৰি চাৰিখন সত্ৰ থকা ঠাইত ক্ষয় নাই।'

সুবলে ভাতৰ পাতৰ পৰা মুখ তুলি চাই ক'লে, "এৰা, মযো শুনিছোঁ। আৰুবেলি অধিকাৰ এজনাই এনেকৈ কোৱা মনত পৰিছে।

কপিলে ক'লে, "মই আগতেই কৈছোঁ নহয়,—এনেখন ভোগৰ ঠাই আৰু ক'ত আছে৷ কিছুমানে আকৌ অ'লৈ যাওঁ ত'লৈ যাওঁ কৰি থাকে।'

সুবলে মাত লগালে, "এৰা, শালিধান ৰুবলৈ বতৰ গ'লেও সৰিয়হ খেতি কৰিবলৈতো পাম৷ পলস পৰা মাটিৰ গুণ আমি নুবুজা নহয়। এইবাৰ শাক-পাচলিৰেও মাটি দোঁ খাব। মাথোন আগতে ঘৰটো থিয়-দণ্ডা কৰাব পাৰিলেই হ'ল।"

বন্ধু, এইবোৰ শুনি তোমাৰ আচৰিত লাগিছে, নহয়? নিৰাপদ অৱস্থাত থকা, যান্ত্ৰিক নিয়মত চলা আৰু বেতনৰ স্কেলেৰে জীৱন জুখিব বিচৰা তোমাৰ দৰে মানুহ এটাই অবাধ্য বৈচিত্ৰ্য আৰু গতিশীলতা কি বস্তু বুজি পোৱানে? তোমাৰ জীৱনৰ বাতাবৰণত আমি হ'লে উশাহ ল'বলৈকে টান পাম। তুমি আচৰিত হোৱা শুনিলে মোৰ আচৰিত নালাগিব। তুমি আৰু আচৰিত হোৱা। কিন্তু কথাবোৰ অবিশ্বাস নকৰিবা। মোৰে শপত বন্ধু, তুমি কাৰ জীৱন ধন্য বুলি ভাবা? তোমাৰ? পিছে, আমিও যে আমাৰ ধৰণে জীয়াই আছোঁ।

# দৰ্শনৰ জন্ম

খবৰটো শুনি মালিকাই হাওঁ-হাওঁ কৰে কান্দিব নোৱাৰিলে। বজ্ৰপাত পৰা মানুহৰ দৰে ভালেমান পৰ থিয় দি ৰ'ল। খবৰটো শুনাৰ লগে লগে যদি তাই মৰি থাকিলহেঁতেন! হে ঈশ্বৰ, কেৱল মোৰ কাৰণে ভূঁইকঁপ আনা। এপাত নহয় এশপাত বজ্ৰপাত নমোৱা। এক মুহূৰ্ততে মোক শেষ কৰি পেলোৱা। মোৰ দৰে পাপীনীয়ে আৰু ভেলটো লৈ থকাৰ সকাম নাই। স্বৰূপৰ লগতে মোৰ প্ৰাণটো কোনোবা সিপুৰীলৈ গুচি গ'ল।

মালিকাই ঠিক অনুমান কৰিছে— খবৰটো শুনি চাগৈ স্বৰূপৰ মাকে চোতালত বাগৰি বিনাইছিল। বিনাই বিনাই চাগৈ ভাগৰ লাগিছিল। ভাগৰ লাগি চাগৈ কুঁচি-মুচি চোতালতে শুই পৰিছিল। সাৰ পাই চাগৈ ভাবিছিল— এই শোৱাই মোৰ শেষ শোৱা হোৱা হ'লে ভাল আছিল।

বাপেক মহতে চাগৈ কান্দিবলৈকে সময় নাপালে। অলপ পৰ কিজানি তভক মাৰি ৰ'ল। তাৰ পিছত? তাৰ পিছত বিবেচক পুৰুষ হিচাপে ভাবি পালে চাগৈ— দুৰ্ঘটনাই মৃত্যু নহয়। নিশ্চয় তৰা-নৰা ছিঙি জিলাৰ হস্পিতাললৈ গ'ল।

হে ঈশ্বৰ, স্বৰূপক তুমি জীয়ালেহে আচল ঈশ্বৰ বুলিম। সিনো কাৰ পানীখোৱা পুখুৰীত বিহ ঢালিছে? সিনো কাৰ পৰা টানি-টুঁহি খাই গপতে গঙ্গাটোপ হৈছে? তাৰ নিচিনা ভাল মানুহ নায়েই। তুমি তাৰহে বিঘিনি ঘটাবলৈ পালা? মোক যে তুমি তাৰ দুখৰ্ত কান্দিবলৈকে চল নিদিলা!

মালিকাৰ মানত, স্বৰূপৰ বাপেক-মাক পুতেকৰ দুৰ্ঘটনাৰ বাতৰি পাযো সুখী। কাৰণ সিহঁতে লোকক দেখুৱাই শুনোৱাই কান্দিবলৈ পাইছে। কান্দি কিজানি শোক পাতলাইছে। তাৰ পিছত হয়তো, এতিয়া যিমান কান্দিছে, সিমান হাঁহিব। কাৰণ, হস্পিতালৰ কোনোবা পকা ডাক্তৰে পাই স্বৰূপক ভাল কৰি পেলাব। সি নিঘূণী হৈ সিহঁতৰ আগত থিয় হ'লে হেৰোৱা মাণিক হাততে পাব।

কিন্তু তাই আজি হুৰাওৰাওকৈ কান্দে কেনেকৈ? আবিয়ে ছোৱালীজনীয়ে লোকৰ ঘৰৰ চিকুণ ডেকা এটাৰ দুৰ্ঘটনা শুনি কান্দি পেলালে আনে কি ভাবিব? এনেয়ে কেইজনীমানে কোৱা-কুই কৰি আছে—বোলে মালিকাৰ হেনো স্বৰূপক দেখিলেই গাল দুখন ৰঙা ৰঙা হয, চকু দুটিযে চিতল মাছৰ ইলুটি-সিলুটি দেখুৱায।

বেছি শোক লগাৰ কাৰণেও তাই ফুটাই কান্দিব নোৱাৰিলে। কান্দিব পৰাহেঁতেনো থিয় চকুৱা সমাজখনৰ কাৰণেও তাই নাকান্দিলেহেঁতেন। মুঠতে নাকান্দি নাকান্দি, অন্তৰখনক বেছিকৈ কন্দুৱাই তাই এইবোৰকে ভাবিলে। ভাবি ভাবি তাই মূৰটো পোনাব নোৱাৰা হ'ল। তাইৰ কাষৰ মাটিখিনি চকৰী ঘূৰাদি

ঘূৰিবলৈ লাগিল। গছ এজোপা পৰাদি তাই ধাচ কৰে মাটিত পৰিল। সিঘৰ মানুহৰ এজনী বোৱাৰীয়ে দেখিলে। তাই চিঞৰি চিঞৰি ওচৰ চাপিল। তেতিয়া সময় দুপৰীয়া। মতা মানুহ ঘৰত নাছিল। পাঁচজনীমান তিৰোতাই তাইক আগুৰি ধৰিলে। মূৰত পানী ঢালিলে, বিচি দিলে। বয়সীয়া দুজনীমানে হাতৰ নাড়ীডাল পৰীক্ষা কৰিলে। ঠিকেই আছে। নাড়ীৰ ধপধপনি চলিছে। পিছে, মাজে মাজে এটা-দুটা ধপধপনি নাই। ঠিক হৈ যাব। তাই চেতনা পোৱাৰ পিছতে গৰম গাখীৰ এবাটি খুৱালেই ভাল হৈ যাব। তাইক সিহঁতে আলফুলকৈ দাঙি নি শুৱালেগৈ। কিজানি চেতনা আহিছে। শোওঁতে নাক বাজিছে।

"হঁয়ে মালিকাৰ মাক, গাভৰু ছোৱালীজনীৰনো মূৰ আচন্দ্ৰাই কৰে কিয়? এইৰ মৃগী হৈছেনে কি?"

"মৃগী হোৱা নাই, আইহঁত। মৃগী হ'লে হেনো মুখেদি ফেন ওলায়, হাত-ভৰি মাৰি থাকে।"

"তেনেহ'লে দেওৱে পাইছে?"

"কি ঠিক? আজিকালি ভূত-প্ৰেতে আকৌ গাভৰু ছোৱালীকহে জোকায।"

"তহঁতে আকৌ টোটোকে ৰৌটো নকৰিবি, আইহঁত। কেতিয়াবা বেয়া বস্তু পেটত পৰিলে বমি বমি ভাব হৈ মূৰ আচন্দ্ৰাই কৰিব পাৰে। তাইহে যি, যিকোনো বস্তুকেই জপটিযাই মুখত ভৰাব খোজে।"

এইদৰে, মালিকাক ঘেৰি থকা তিৰোতাৰ মাজত নানা আলোচনা চলিল যদিও সিহঁতে আচল কথাৰ একো তলা-নলা নাপালে। মালিকাৰ মাকে কিন্তু সেই আলোচনাত একো নিজৰ মত নিদিলে। মত দিবৰ একো কথাই নাই। মনৰ ৰোগত যদি মূৰ আচন্দ্ৰাই কৰে —সেই ৰোগটো এজনী মাক হৈ এই মুখচোকা তলখুচৰীয়া কিজনীক ক'ব কেনেকৈ? তথাপি দোষৰ হাত সাৰিবলৈকে ক'লে : তাইৰ আকৌ মূৰত শনিযে বাহ লৈছে। কেৱল তাঁতশালখনতে বহি থাকে। আজি আকৌ ক'ৰবাৰ পৰা এবেগেতীযা ফুলৰ চানেকী এটা আনি, তাকে ওৰে দিনটো জুপি-জুপি ফুল বাছিছে। তলমুৱাকৈ দিনটো এইবোৰ কৰি থকা কাৰণেই মূৰ আচন্দ্ৰাই কৰিলে।

মাকৰ কথাত কিজানি এজনীৰ বিশ্বাস হ'ল। তাই হয়ভৰ দি ক'লে, "আজি এপযমানৰে পৰা তাইক আজল-মথল কৰি থকা দেখিছোঁ। তাই কিবাখন ভাবি থকা যেন পাওঁ। জলেই নে থলেই ক'বই নোৱাৰে। মূৰ আচন্দ্ৰাই কৰাৰ আগতে তাই বাৰু এই থিয় দুপৰটোত চোতালত বৈ থাকিব লাগিছে কিয়?"

"এৰা, নিশ্চয় তাইক কিবা এটা চিন্তাই খুলি খুলি খাইছে।"

"ৰ'দত চোতালত থিয় দি দি জানো থনীয়া কাপোৰৰ ফুলৰ নক্সা ভাবে?"

"এৰা, এতিয়াৰ ছোৱালীয়ে তেনেকৈ ইচটাইল্ কৰি কৰি ভাবে।"

শেষৰ উক্তিত দুজনীমানে ৰগৰ পালে। মালিকাৰ মাকৰ খঙতে পেটৰ নাড়ী উজাই আহিব খুজিছে। এই তলৰ কথা ওপৰ কৰা কেইজনী উঠি গ'লেই ৰক্ষা। ছোৱালীজনীক নিজমে শুবলৈকো ইহঁতে শান্তি দিয়া নাই। বাৰুকৈ স্বৰূপৰ অঘটনটো নাজানে কাৰণেহে। জনাহেঁতেন, মুখৰ আগতে কৈ গ'লহেঁতেন—অঁ, বুজিছোঁ! আজল জল, সাতোটা পোৱা মাছ ভাতৰ তল। 'ঠেঙা চোলা' পিন্ধা 'ফিট বাবু'টো যে ঘনাই ইয়ালৈ চিতল খৰিয়া হাতত লৈ অহা-যোৱা কৰে, তেনেহ'লে তাৰ গুৰি হ'ল, গাভৰু ছোৱালীৰ বগা ছালৰ চিকমিকনি! চিকুণ ছোৱালীয়ে নিজৰ দৰা নিজেই বাছি ল'বলৈ ধৰিলে। দেশ-

কাল আৰু গুচিল। মালিকাৰ বাপেক-মাকেই ছোৱালীক চৈলাং-বৈলাং কৰিলে।

ইহঁত বৰ নিষ্ঠুৰ। বেচেৰা ল'ৰাটি অঘটনৰ ফলত মৰেনে বাচে ঠিক নাই, সেইবোৰ অকণো নাভাবি সিহঁতে পৰক খোচা দিয়াতহে লাগি যাব। পিছে, ভাল জোঁৱাই পালে, ছোৱালীৰ পছন্দ মতে কাম কৰোৱা কি বেয়া? আমাৰহে যিখন গাঁও। ইয়াত বাইচিকেল নালাগে গৰুগাড়ীও ভালকৈ নচলে। খৰালিৰ ফালেহে বাটত পানীৰ ডোঙাবোৰ শুকায়। তেনে এখন গাঁৱৰ ছোৱালীয়ে স্বৰূপৰ দৰে দৰা এটা পোৱা গৌৰবৰ কথা। সি মটৰ চলায়, চাহাবৰ আগতো ইংৰাজী ক'বলৈ ভয় নকৰে। হাজাৰ হাজাৰ টকাৰে কিনা চৰকাৰৰ মটৰ চলায়। অথচ এইখন গাঁৱলৈ দেখোন কেতিয়াও মটৰেই নাহে। ইহঁত মটৰ-নেদেখা-জাতহঁতৰ 'ডাইভৰ জোঁৱাই পোৱাৰ কাৰণে চকু পুৰিবই। পিছে বেচেৰা ঘূণীয়া নহ'লেইহে ৰক্ষা। দুই-একে কৈছে বোলে জখম সিমান হোৱা নাই। মাথোঁ ভৰি এখন থেতেলা খাইছে। আজিকালি ডাক্তৰবোৰহে যেনেকুৱা, সিহঁতে যমৰ ঘৰৰ পৰা জীৱ ঘূৰাই আনিব পাৰে। ভৰি এখনৰ হাড় জোৰাবলৈনো কি টান? তাকো চহৰৰ ডাক্তৰ। বহুত বহুত পঢ়া, বহুত বহুত ৰোগী ভাল কৰা মানুহ। বহুত বহুত দৰমহা পায়। চৰকাৰৰ ইমানবোৰ পইচা ধাৰ খাবনে চাগৈ? স্বৰূপহে যি দেখনিয়াৰ মানুহ, তাক চাগৈ সিহঁতে চিনিও পায়।

স্বৰূপ ভাল হ'ব বুলি ইমানখিনি যুক্তি বিচাৰি পাযো সি এটা দীঘল হুমুনিয়াহ কাঢ়িলে। মালিকাক ঘেৰি থকা তিৰোতাবোঁহ লাহে লাহে আঁতৰিল। তাই জীযেকৰ মূৰত হাত দিলে। — ঠিক আছে। মূৰটো ঘামিবলৈ এৰিছে। ভৰিহালত হাতৰ তলুৱা দি এবাৰ পৰীক্ষা কৰি চালে। ভৰি চেঁচা পৰা নাই। তেনেহ'লে তেজ চলাচল কৰিছে। পিৰিকতি দুটা ফালি চকু দুটা চাই ল'লে। ঠিকেই আছে। নিশ্চয় তাই শুইছে।

তাই মাধৱৰ গেলামালৰ দোকানৰ ফালে যাবলৈ বিয়াকুল হৈ পৰিল। আজি সোমবাৰ। কাইলৈ মঙলবৰীয়া হাট। মাধৱ নিশ্চয় আজি মাল আনিবলৈ জিলাৰ ফালে গৈছে। সি কিবা খবৰ পাবই। সি এতিয়ামানে ওলাবহি পায়।

তাই মাধৱক লগ পালে। মাধৱেও তাই পোৱা খবৰখিনিকে কৈছে। ডাইভৰটোৰ ভৰি এটাত জখম হৈছে যদিও বুকুত কম জখম হৈছে কাৰণে বাচিব পাৰে। তেন্তে চিন্তা কৰিবৰ দৰকাৰ নাই। মুঠতে বাচিলেই হ'ল। বাচি থাকিলে ঘূণীয়া হ'লেও সি চাউল কঠা যেনে তেনে যোগাৰ কৰিব পাৰিব।

ঘৰ পাই দেখে, মালিকা বিচনাৰ পৰা উঠি বহি আছে। হাত দুখন গালত দি কিবাবোৰ ভাবিছে। বেৰৰ জলঙাইদি ৰাঙলি ৰ'দটো সোমাই তাইৰ বেজাৰত উঁৱলি থকা মুখখনত ফুল বাচিছে।

—মালিকা, 'চিন্তা'খন নকৰিবি দে। গাঁৱত মই ভালকৈ ভু লৈ আহিছোঁ। তাৰ জখমটো পাতলীয়া। জলমৈ গাঁৱৰ বদৌ কণাই আকৌ টৌটোকে ৰৌটো কৰে।

অৱশ্যে মালিকাক তাই মনৰ কথা নক'লে। এনেয়ে মনটো মোচোকা খাই আছে,—তাতে আকৌ ভৰি জখম হোৱা বুলি গম পালে, তেনেই হালি পৰিব। পীৰিতি কৰি ছোৱালীয়ে ভাইগক বনবাস দিলে। হৰ-গৌৰীয়ে বিষৰ চকুৰেহে চালে। গাভৰু ছোৱালীৰ মাকবোৰৰ কিজানি কোনো কালে সুখ হোৱা নাছিল আৰু কোনো কালে সুখ নহ'ব।

কিমান জখম হৈছে, এতিয়া ক'ত আছে, বাপেক-মাক খবৰ কৰিবলৈ গ'লনে কি আদি একো কথা মালিকাই নুসুধিলে। ভালেই কৰিছে তাই কথা নুসুধি। কথা সুধিলে মনটো অস্থিৰ হ'ব। অস্থিৰ হ'লে

বেজাৰে দিক্ দিবলৈ বেছি ছল পাব।

মালিকাই সপোন দেখিছিল। তাকে ভাবি ভাবি থাকোঁতেই তাই মাকৰ কথাৰ উত্তৰ দিবলৈ ইচ্ছা কৰা নাছিল। এনে মৰম লগা সপোন। সপোনটোৱে তাইৰ বেজাৰৰ চকুলো মৰমী হাতেৰে মচি দিলে।

এখন ৰমকজমক চৈ লগোৱা নাও। পূবৰ ফালে সূৰুয উঠা দেশৰ পিনে সোণাইৰ সোণ গুড়ি মিহলি পানী দুফাল কৰি কাঁড় এপাতৰ দৰে আগবাঢ়িছে। তাই স্বৰূপৰ কোলাত। সি তাইৰ মূৰৰ চুলিত আলফুলকৈ হাত বুলাইছে। তাইৰ গোটেই গাটো সুত লাগি গৈছে। স্বৰূপটোৱে ইমান মৰম কৰিব জানে।

"তোমাৰ জানো মটৰত জখম হোৱা নাছিল।"

"মোৰ জখম। কোন 'বেটাই কৈছে? মালিকা ধুমুহাত নাও ডুবিলে আন মানুহ মৰে নাৱৰীয়া জানো মৰে?"

"নমৰে।" নদী কাষৰীয়া ছোৱালী হৈ মালিকাই নাৱৰীয়া নমৰা ভালেমান দৃষ্টান্ত ক'ব পাৰে।

"তেনেহ'লে মোৰ জখম হৈছে বুলি তই খবৰ পালি কেনেকৈ?"

"চালা, বদৌ কণা। উৰা বাতৰিবোৰ আকৌ সিহে কঢ়িযাই ফুৰে। তাক তেনেহ'লে এজোলোকা দিম।"

"বুইছ মালিকা, নাৱৰীয়া ড্ৰাইভাৰ চব একে পানীৰে মাছ। সিহঁতে নিজকে বচাব জানে। সদায চলাই চলাই আমি হুঁচিয়াৰ হৈ গৈছোঁ।"

জুলুকা মাৰি বহি বহি তাই সপোনটোৰ সকলো কথা মনত পেলাবলৈ চালে। এতিয়াও তাইৰ পূৰঠ বুকুখনৰ ওপৰেদি এখন কুহুমীয়া কুহুমীযা লগা উত্ৰাৱল হাত বগাই থকা যেন অনুভৱ কৰিছে। গাল দুখন যেন এতিযাও মুখৰ উশাহেৰে সেমেকা হৈ আছে। ছিঃ, সপোনৰ পিছত দেখোঁ তাইৰ মনটো বৰ নিলাজ হৈ পৰিল। আজিৰে সৈতে সি সপোনত দহ বাৰ দেখা দিছে। আৰু তাই ভাবি ভাবি বিয়াকুল হৈছে দহ কুৰি বাৰ।

আজি সোণতৰাজনী থকাহেঁতেন, তাইকে সকলো কৈ মনটোৰ থান-থিত লগালেহেঁতেন। তাইৰ বিযাখন হৈ গৈহে লেঠা লাগিল। তাই বোৱাৰী হোৱাৰ পিছৰ পৰাহে মালিকাৰ ঘৰত মন নবহা হ'ল। সোণতৰা আঠমঙলা খাই যোৱাৰ পৰা আজি দুমাহ মাকৰ ঘৰলৈ অহাই নাই। তাইক যে কত কথা নক'লে। পছু পুখুৰীৰ পাৰত অকলে লগ পোৱাৰ কথা। গুণ গুণকৈ টকী-বায়স্কোপৰ গান গোৱাৰ কথা, চহৰলৈ নি তাইক বাবুৱনী কৰাৰ কথা।

আজি সপোনটোৰ কথা কোৱাহেঁতেন, সোণতৰাই বহুত ভাবি চিন্তি ক'লেহেঁতেন যে সপোনৰ মতে স্বৰূপৰ একো হানি-বিঘিনি হ'ব নালাগে। এইষাৰ আশ্বাসৰ কথা শুনিয়েই তাই দেহ জুৰ পেলালেহেঁতেন। তাই লোকৰ দুখ বুজা ছোৱালী। ভগৱানে তাইক চকু মেলি চাইছে। নহ'লেনো এনে সভা-শুৱনি ল'ৰাটো পায়নে?

হঠাতে বাপেক আহি তাইৰ চিন্তাৰ সোঁত বন্ধ কৰিলে। তেওঁ আহিছে খণ্ডত উগ্ৰমূৰ্তি হৈ। খঙেহে বেজাৰটো ঢাকি ৰাখিছে। তেওঁ মালিকাক নামাতি পোন কোৱেই ঘৈণীয়েকৰ ওচৰ পালেগৈ আৰু খঙৰ বকলা মেলিলে। মালিকাই শুনি গ'ল।

"সি চালা এটা চৈতান।"

"কোননো?"

"সেই কুকুৰৰ পোৱালী 'পৰজেক' হাকিমটো! সি মদ খাই বেহুঁচ হৈ ক'লে—চলা চলা, জোৰেৰে চলা। স্বৰূপে কিন্তু নচলায়। সি কোনটো বাটত কিমান বেগেৰে চলাব লাগে জানে। বাটটোও ঠেক। ওখোৰা-মোখোৰা। বৰষুণে তিয়াই থৈছে।"

"স্বৰূপে জানো চলালে?"

"আন হোৱা হ'লে চলালেহেঁতেন, কাৰণ সি হাকিম। ডাইভৰৰ চাকৰি একে কলমে শেষ কৰিব পাৰে, কিন্তু স্বৰূপে ক'লে— ছাৰ, (তাক হেনো ছাৰ বুলিব লাগে), মই হ'লে চলাব নোৱাৰোঁ। এই বাটত পদে পদে বিপদ।"

"তেনেহ'লে?"

"সি মদ খাই ক'বই নোৱাৰে,—মটৰত উঠিছেনে, 'ইয়াপ্লেন'ত উঠিছে' বাৰ মাইল বেগেৰে যোৱা মটৰখন তাৰ মানত বৈ থকা যেনহে লাগিল। সি, সেই মটৰ চলোৱা ঘূৰণীয়া চকাটো কাটি লৈ নিজেই চলাবলৈ হেতা-ওপৰা লগালে। সেইবোৰ কৰি থাকোঁতেই মটৰ বাগৰি পৰিল।"

"সি মূৰে-ভৰি-কচা বাচিলনে নাই?"

"সি মৰে? সি কি মৰিব? ৰাইজৰ চকুত বালি মাৰি ৰাজপাট খাবলৈ সি বাচিল। একো ঘূণ নহ'ল। মটৰো আকৌ বাঁওফালেহে বাগৰিল।"

এইখিনি শুনি মালিকাই কোনোবা মদপী "পৰজেক্' হাকিমক অন্তৰেৰে শাও দিলে। সেইবোৰ মানুহৰ তলত কাম কৰা আৰু যমৰ ৰাজ্যত চকিদাৰী কৰা, একে বস্তু। তাই এটা অদ্ভুত আশঙ্কাৰে আকৌ কিবা শুনিবলৈ কাণ পাতি ৰ'ল।

"স্বৰূপৰ কি ঘূণ হৈছে?"

"ভৰি এখন থেতেলা খাইছে হেনো। এতিয়া পলাষ্টৰ' কৰিছে কাৰণে কি জখম হৈছে, দেখা নাপালোঁ। হাড হেনো কেবা ঠাইতো ভাগিছে। হাত এটাও মোচোকা খাইছে।"

তাৰ পিছত একো কথা মালিকাই নুশুনা হ'ল। বাপেক-মাকে ফুচ-ফুচাই কথা পাতিছে। নিশ্চয় মাৰাত্মক কথা। মালিকাই অনুমান কৰিলে—তাৰ কিজানি ভৰি এখন কাটি পেলোৱা হ'ল। যদি মোচোকা খোৱা বাঁওহাতখনত হাড নোহোৱা ঠাইত কাঠ গুজি থৈছে? যন্ত্ৰণাত চাগৈ সি দেদাউৰি পাৰিছে। তাকে শুনি চাগৈ ওচৰৰ মানুহে ইস্ ইস্ আস্ আস্ কৰিছে। বাপেক-মাকৰ কান্দোনত চাগৈ ডাক্তৰৰ চকু সেমেকি গৈছে।

তাই চকুপানীৰে বাট নেদেখা হ'ল। অধীৰ হৈ বুকুত ভুকুৱাবলৈ লাগিল। চুলিবোৰ টানিবলৈ ধৰিলে। উপায় নাই!

বাপেক-মাক তাইৰ ওচৰলৈ আহিল। মাকে বৰ মৰমেৰে মাত দিলে, "কিয় কান্দিছ আই? সি ভাল হ'ব, ভগৱন্তই তাক ভাল কৰিব।"

বাপেকে নিজে গামোচাৰে চকুপানী লুকুৱাই বৰ গহীন হৈ ক'লে, "তাৰ ভাল হ'ব, আই! সি কাৰো অপকাৰ কৰা নাই। কাইলৈ তোক পুৱাই জিলালৈ লৈ যাম। সি তোক চাওঁ বুলি বাৰে বাৰে কৈ আছে। তাৰ বাপেকে মোক দহাই দহাই ক'লে, তোক লৈ যাবলৈ।"

তাই বাপেকৰ মুখলৈ ৰ লাগি চাই ৰ'ল। এনে বাপেকী পোৱা কপালৰ কথা। লুকাই-চুৰকৈ এটা ডেকাক দেহ-মন সঁপি দিছে আৰু বাপেকে সেইখিনি অন্তৰ্যামী হৈ বুজি পাই তাইৰ দুখতে দুখী হৈছে! সি মোক চাওঁ বুলি কৈছে এই কথা জনাবলৈও বাপেকীটো হৈ সংকোচ কৰা নাই। পীৰিতিৰ গুণ বুজা এনে বাপেকী তাই যুগে যুগে পাবলৈ বিচাৰিছে। যুগে যুগে মাক-বাপেকৰ একেজনী ছোৱালী হৈ জনম পাবলৈ ঈশ্বৰক খাটিছে।

পুৱা তাইক জিলালৈ নিযাৰ যা-যোগাৰ হৈ গ'ল। সোণাইৰ পাৰলৈকে তাইক গৰুৰ গাড়ীত নিবলৈ ঠিক হ'ল। নিশা তাই শোৱা নাই। কুটা এগছিও পেটলৈ নিয়া নাই। বৰ নিশকতীয়া হৈ আছে। সোণাইৰ পাৰলৈকে ছয়মাইল বাট খোজকাটি যাব নোৱাৰিব। সোণাইৰ সিপাৰে লাইন বাছ পাব। সাউতকৰে জিলা ওলাবগৈ পাৰিব।

তাইক বৰ জোৰ কৰি বাকচত থকা কাপোৰ এসাজ পিন্ধাবলগীয়া হ'ল। মাকে ধমক দিহে মুৰটো ফণীওৱাব পৰালে। গাইদনী দিয়াৰ সময়তহে সিহঁত সোণাইৰ পাৰ পালেগৈ। সিহঁত মানে, তাই আৰু বাপেক। মেচেকাৰ গৰুহাল বৰ লেধা। সেয়েহে ইমান পৰ লাগিল। গাৰোৱান মেচেকা সিহঁতক থৈ ঘৰলৈ উভতিল। পিছে, গাড়ীখন পঠিযাই লেঠাহে লগালে। ঘাটত নাও নাই। হাটবাৰ কাৰণে নাৱৰীযা কিজানি হাট কৰিবলৈকে গ'ল।

নাৱৰীযা নথকাতো মালিকা বৰ অস্থিৰ হৈ নপৰিল। সোণাইৰ ৰিব ৰিব্ বাই তাইৰ দেহ জুৰ কৰি নিলে। আৰু এইখন সোণাইৰ পাৰতে তাইৰ স্বৰূপৰ ঘৰ। উচাতন সোণাই। ন গাভৰুজনীৰ দৰেই। উৎপতীযাও। এইখন সোণাইৰ বুকুত শিহুৰ দৰে খেলা কৰা স্বৰূপৰ দৰে মানুহটোক তেল-পানীৰে চলা মটৰ এখনে ভৰি ভাঙিব পাৰেনে? জখম হ'লেও কিজানি তাৰ হাড ভাঙিব পৰা নাই।

কিন্তু তাইৰ কল্পনা কৰিব নোৱাৰা মনটোৱে কয় ঃ জখম বাৰুকৈয়ে হৈছে। তাৰ হাড ভাগি 'গুদা' হৈ গৈছে। হাতৰ হাড সোলোকাই কাঠ লগাই দিছে। সি বিষৰ কোবত চিএৰি চিএৰি গছৰ পাত সৰাইছে।

বাপেক বৰ বিমোৰত পৰি গ'ল। চহৰলৈ যোৱা বাছখন হেৰুৱালে বিপদ টানেই হ'ব।

"মালিকা, তই এই আঁহতৰ তলতে অলপ পৰ বহ। অকলে থাকি নাকান্দিবি আকৌ। মই দুবেও মান পাৰে পাৰে গৈ সৌ মেচটোৰ ওচৰ পাওঁগৈ। তাতে মোৰ বন্ধু, তোলন সাতোলাৰ ঘৰ। তাৰে নাওখন লৈ আহোঁগৈ। তাকো লগতে আনিম। তোক হেনো বহুত দিন দেখাই নাই।"

"বাৰু।"

অকলশৰীয়া হৈ তাই ভালেই পালে। অকলশৰে চকুপানী বোৱাবলৈ কিমান ভাল! কিমান শান্তি! সোণাইৰ পাৰৰ জুৰ বতাহে তাইক নিচুকাইছে। তাই চকুলো বোৱাইছে; কিন্তু ইনাই-বিনাই কান্দিব পৰা নাই। এতিয়া কান্দিলে নিশ্চয় কোনো মানুহে নুশুনে। হিজল গছৰ ছাঁত গাভিনী গৰু দুজনী ঘাঁহ পাগুলি পাগুলি নিৰ্বিকাৰ হৈ শুই আছে। চাই চাই তাইৰ আৰাম লাগি গৈছে। ইহঁতৰে ভাল। ভাবিবলৈ মন এটা নাথাকিলে কিজানি বৰ ভাল। সখিয়তী, বালিমাহী, মাছলঙ্কা আৰু কাম চৰাইৰ সুৰীয়া মাতবোৰ একেখিনি বায়ুতে মিহলি হৈ এটা নতুন সুৰ হৈ সোণাইৰ বুকুৰেদি উজাই গৈছে। সেই সুৰ প্ৰেম-পীৰিতিৰ, পৰৰ এবুকু মৰমক আপোন কৰি, দুটা এক হৈ, জীৱনৰ জিকিমিকি ঢৌৰেদি মন-কাণ্ডাৰীৰ নাৱেৰে উজাই উজাই যাবলৈ।

সখিয়তী, বালিমাহী, কাম চৰাই! এহ্ আৰু এজনী চৰাই পাহৰিছোঁৱেই। অঁ, মাছুলঙ্কা! তহঁত সদায় জীয়াই থাক। চিকাৰীৰ গুলী-বাৰুদবোৰ পানী হৈ যাওক। তহঁতে মোক বৰ সান্ত্বনা দিলি। এই সান্ত্বনা বৌজনীয়েও দিব পৰা নাছিল।

চলাৎ, চলাৎ, চলাৎ। বঠা মৰাৰ শব্দ। পিতাইটো আহিলেইনে কি? নহয় পিতাই। এখন চৈ থকা নাও। চৈৰ ওপৰত আঁৰি দিয়া কপৌ ফুল কেইজোপামান নাৱৰ ছেৱে ছেৱে নাচনী গাভৰুৰ খামুচীয়া কঁকালটিৰ দৰে হালিছে দুলিছে! সেয়া কিহৰ খলখলনি? পানীৰ? এ, নহয়। হাঁহিব। নাৱৰ চৈয়ে লুকুৱাই ৰাখিছে এহাল ডেকা-গাভৰু। সিহঁতৰ হাঁহিৰ খলকনিয়ে পানীৰ খলকনিক উপলুঙা কৰিছে! এনেকৈনো হাঁহিব পাৰেনে? পাৰে, ডেকা-গাভৰু নিৰলে লগ হ'লে, সিহঁতে তাতকৈ বেছি হাঁহিব পাৰে।

চলাৎ, চলাৎ, চলাৎ। বঠাৰ শব্দ বাঢ়ি আহিছে। নাও তাইৰ কাষ চাপি আহিছে। চকুৰ পোন হ'লহি। নৈৰ সোঁ মাজেৰে নাও চলিছে। উজনি পানীত ঢপলিয়াই ঢপলিয়াই গৈছে। পাট গাভৰুৱে উত্ৰাৱল হৈ মাটিত ভৰ নিদি খোজ কাঢ়িবলৈ চোৱাৰ দৰে।

চ-লা-ৎ, চ-লা-ৎ, চ-লা-ৎ। বঠাৰ কোব মন্থৰ হৈ আহিল। নাৱৰ ভিতৰৰ পৰা চিঞৰিছে—মালিকা! মালিকা!!

সোণতৰাৰ মাত! নিশ্চয়। তাইহে এইদৰে তৰনি নোহোৱাকৈ মাতে। নাও কাষ চাপিল। নাৱৰীয়াই গোঁজ পুতিলে। নামি আহিল সোণতৰা আৰু গিৰীয়েক। মাথোঁ দুমাহৰ পুৰণা এহাল চাকৈ-চকোৱা।

"মালিকা, তই এনেকৈ অকলে অকলে মন মাৰি বহি আছ কিয়?"

"অ', সোণতৰা দেখোন!"

দুয়ো অকোলা-আকুলি কৰিলে। মালিকাই মনত পেলালে, তাইৰ চকুপানী নাই। মূৰত হাত দি চুলিখিনি অলপ শাসন কৰিলে।

"ৰতন, এৱেঁ সেই মালিকা।"

"অঁ, হয়নে কি? সোণে সদায় কৈ থাকে।"

উত্তৰ স্বৰূপে মালিকাই হাঁহিলে। হাঁহিটো নিস্তেজ। সোণতৰাই কোৱা মালিকাজনী যেন নালাগে।

এইবাৰ ৰতনৰ পৰা দুইজনী অলপ নিলগ হ'ল। সিহঁতৰ বহুত সাঁচতীয়া গোপন কথা আছে। সোণতৰাই বিয়াৰ পিছত আজিহে প্ৰথম মালিকাক অকলে কথা ক'বলৈ পাইছে।

'তহঁত দেখোন উজাই গৈছ? ঘৰলৈ নাযাৱনে কি? ইমান সোনকালে ঘৰখন নেওচা দিলিনে?"

"সদাহতে নাযাওঁ। এইখন আমাৰে নাও। উজাই গৈ ৰূপহী পামগৈ। তাতে তেওঁৰ মাহীয়েকৰ ঘৰ। তাত তিনি দিন থাকিম। ৰতনৰ আকৌ কাৰবাৰটো নাৱতেই। সি নাৱৰীয়াক বোজাই দি ঘৰলৈ পঠাব। তাৰ পিছত যাম বৰদোৱালৈ থান-সেৱা কৰিবলৈ। তাত দুদিন থাকিম। তাত তেওঁৰ বায়েকৰ ঘৰ। দুদিন থকাৰ পিছতে আমি ঘৰলৈ আহিম। আৰু বহুত ঠাই ফুৰিবলৈ আছেই।"

মালিকাই নিজৰ দুখ মনত পেলাবলৈ সময়কে নহ'ল।

সোণতৰাজনী বিয়াৰ পিছত বেছ চিকুণ হৈ পৰিছে। বিয়াৰ মাহ-হালধিৰ পৰশ পাই গাটোও

হালধিৰ গাঁঠি যেন হৈছে। হাঁহিটোও প্ৰাণ-খোলা। তাই নিশ্চয় সুখত আছে। মনবো সুখ, শৰীৰবো সুখ। নহ'লে এনে চেহেৰা হ'ব নোৱাৰে।

"পিছে তই দেখোন মনমৰা হৈ আছ? অসুখ-বিসুখ হৈছেনে কি? যাব ক'লৈ?"

মালিকা নিমাত, শুনিছে বোলে বিয়াৰ পিছৰ পহিলা বছৰটোৱেই আচল বছৰ। দুয়োৰে দুযোলৈ বৰ মোহ হয়। এক নিমিষো ইটোৱে সিটোৰ আঁতৰ হ'ব নোখোজে। তেনেহ'লে দুদিনীয়া জীৱনৰ এই বছৰটোৰ প্ৰতিটো মুহূৰ্ত্তই ইহঁতৰ কাৰণে আচৰিত ধৰণে মূল্যবান। ইয়াৰ প্ৰতিটো পল-দণ্ড ইহঁতে উপভোগ কৰক। মৰম পাওক। এতিয়া যদি স্বৰূপৰ দুৰ্ঘটনাটোৰ কথা তাই কৈ পেলায়, সোণতৰায়ো নিশ্চয় কান্দিব, গিৰীয়েকেও ডেওপাৰি উঠিব। দুই-তিনি দিন সোণতৰাই তাইৰ কাৰণেই বেজাৰত থাকিব। সিহঁতৰ দুদিনীয়া জীৱনৰ আনন্দৰ ৰোলত বাধা পৰিব। এবছৰ আয়ুসৰ এই আনন্দ-বিহ্বল দিনকেইটাৰ কেইবাটাও দিনৰ কাৰণে সিহঁতক মনোকষ্ট দিবলৈ তাইৰ কি অধিকাৰ আছে? পৰক মানুহে সুখ দিব লাগে, দুখ দিব নাপায়। দুখৰ খবৰ শতৰুক ক'ব লাগে,— বন্ধুক ক'ব নালাগে, আৰু স্বৰূপৰ দুৰ্ঘটনাৰ কথা শুনি যদি সিহঁতে ভাবি লয় যে জীৱনত যিমান মিঠা, তাতকৈ বেছি তিতাও আছে? সিহঁতৰ এই আনন্দত বাধা দিবৰ সমান তাই নিষ্ঠুৰ হ'ব নোৱাৰে। সিহঁত এনেকৈয়ে চলক,— সোণাইৰ খলখলনিতকৈ বেছিকৈ খলখলাই হাঁহি হাঁহি। সিহঁতে এনেকৈয়ে ভাবি থাওক,—জীৱনত মৃত্যু নাই, বিপদ নাই, বেদনা নাই, বিচ্ছেদ নাই। জীৱন মানে হাঁহি-ধেমালি, প্ৰেম-পীৰিতি, কামনা-বাসনা।

"মালিকা, মুখত চামোনে বাহ ল'লেনে কি?'

সোণতৰাৰ মাতত তাই উচপ খাই উঠিল। আগৰ প্ৰশ্নটোৰ মিছা উত্তৰ এটা ইতিমধ্যে ভাবি উলিযালে।

"আমি জিলালৈ যাওঁ। পিতাযে সৌ তাৰ পৰা নাও এখন আনিবলৈ গৈছে।"

"পিছে যাব ক'লৈ?"

"সোধনো কেলৈ? তই বুজি পাইছই চাগৈ।"

সোণতৰাই ঢেক্‌ঢেক্ কৰে হাঁহি পেলালে আৰু ক'লে, "দুমাহ চকুৰ আঁতৰ হওঁতেই মোৰ আগতো খোলোচা কথা ক'বলৈ লাজ?"

কাণত হাতখন থৈ ফুচফুচাই ক'লে, "তহঁতৰ বিয়াখন কি হ'ল অ'? এই মাহত বিয়া নাহে। সিমাহলৈ হ'ব?"

মালিকাই লাজকুৰীয়া হাঁহি এটা মাৰিলে আৰু ক'লে, "সিমাহলৈ হ'ব। আৰু তিনি সপ্তাহহে আছে। পিতায়ে আজি টানি-আঁজুৰি মোক জিলালৈ লৈ আহিল। মই হেনো নিজ চকুৰে বিয়াৰ কাপোৰ-কানিবোৰ চাই দিব লাগে। তেহে কিনিব। গহনা-গাঁথনিৰ নক্সাও মইহে ক'ব লাগে।"

"এৰা, বাপেৰৰ তোলৈ বৰ মৰম। একেজনী ছোৱালী হোৱাৰ এয়ে লাভ। শুনি সুখ পালোঁ দে। বিযালৈ আমাকো মাতিবি আকৌ।"

"এ মৰতীজনী, তোকনো নামাতিমনে? পিছে, নাহিলেহে এজোলোকা পাবি।"

"পিছে, বিয়াৰ আগতে ছোৱালীৰ আঁহ-পাঁহ মুকলি হৈ ৰঙচঙীয়া হৈ পৰে। তই কিবা 'দুব্‌লা' হৈহে গৈছ দেখোন?"

"এ, নকবি দে। ৰাতিপুৱাই এই ন মাইল খোজকাটি আহিছোঁ। ভাগৰ লাগিছে। মুৰচুলিও

আঁতাবলৈ নাপালোঁ। তদুপৰি ”

"ৰাতি টোপনি নাহে? প্ৰেম কৰিব জানিলে এয়ে বিপদ।"

ইয়াকে কৈ সোণতৰাই বাপেকে প্ৰায়ে গাই থকা বৰগীতৰ একুট ভুন-ভুনাই আওৰাই তাইক ঠাট্টা কৰিলে। বেছ সুবিধা মতে মনত পৰি গ'ল—

'জল বিনে মীন নোহে, ৰবি বিনে দিন
কৃষ্ণৰ বিৰহে গোপীৰ দেহ ভৈল খীণ।

"যা, মৰতীজনী, এতিয়াও তই মস্কৰা কৰিবলৈ নেৰিলি আৰু।"

মালিকাই ভাবিলে, আৰু যদি সোণতৰাই প্ৰশ্ন কৰে তাই ধৰা পৰি যাব। সেযেহে কথাৰ সুৰটো সুকীয়া কৰি পেলালে।

"তোৰ গিৰীয়েৰটো পাঞ্জাবীয়ে-চাঞ্জাবীয়ে গোটেইটো গহীন। একেবাৰে জিলাৰ উকীলবোৰৰ দৰেই ভদ্ৰলোক যেন দেখি। দুযোটিকে শুৱাইছে দে।"

"অ', তই ভদ্ৰলোক বুলিহে ক'লি? তই তেনেহ'লে মতা মানুহ চিনিকে নাপাৱ। দেখুৱাইহে ভদ্ৰলোক। সময়ে সময়ে যিহে নিলাজ হৈ পৰে! মহা অসভ্য! পহিলাতে মই লাজতেই মূছৰ্ছ গৈছিলোঁ।"

এইবুলি কৈয়ে তাই থমকি ৰ'ল। মুখখন সঁচা তৃপ্তিৰে ৰঙচুৱা হৈ পৰিল। মালিকায়ো ইঙ্গিতটো বুজিব পাৰিলে যদিও তাইৰ লগত তাল মিলাই হাঁহিব নোৱাৰিলে। কাৰণ বাপেক আহি পালেহিযেই সকলো কথা জনাজনি হ'ব। সোণতৰাই কথা লুকুওৱাৰ বাবে তাইক গালি দিব। সকলো কথা জানি সোণতৰা দুখত জামৰি পৰিব।

"তহঁত যাঁগে যা। ৰূপহী পাওঁতে বহুত দেৰি হ'ব। পিছতো তোক পামেই।"

"এৰা, যাওঁ দে। ৰতনৰ আমনি লাগিছেনে কি?"

ৰতনে মাত দিলে, "হ'লনে বাৰু কথা পতা? ভাবিছিলোঁ, আজি ওৰকে নপৰিব। আমাৰ দেৰি হৈছে।'

মাতবোল লগাই সিহঁত নাৱত উঠিল। মালিকাই চকুৰ আঁতৰ হোৱালৈকে সিহঁতক চাই ৰ'ল। পিছফালে শুনিলে বঠাৰ চলাৎ-চলাৎ শব্দ। চাই দেখিলে,— নাও আনিছে তোলন সাতোলাই। বাপেক তাতে উঠি আহিছে।

তাইক উঠাবলৈ নাও চপালে। তাই পাগলৰ দৰে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। সোণাইখন পাৰ হৈয়ে লাইন বাছ পাবগৈ। সাউংকৰে জিলা পাবগৈ। জিলা পায়েই নিষ্ঠুৰ দিঠকৰ মুখামুখি হ'ব। তাই ভাবিলে। আৰু তাত গৈ হয়তো দেখিব—স্বৰূপৰ ভৰিৰ হাড ভাগি 'গুদা' হৈ গৈছে, হাতৰ হাড সোলোকাই কাঠ লগাই দিছে, সি বিষৰ কোবত চিঞৰি চিঞৰি গছৰ পাত সৰাইছে।

# অৱক্ষয়

কম্পাউণ্ডাৰ হাজৰিকাই আজিহে জানিব পাৰিলে যে হস্পিতেলখন যিটো জৰাজীৰ্ণ ঘৰৰ ওচৰত আছে, সেইটো ঘৰ এটা হাজিৰা খটা মানুহৰ। মানুহটোৰ নামটোও পহিলা জানিলে। তাৰ নাম ক'লাই। হাজৰিকাই ভাবিছিল, মানুহটো কিজানি বিহাৰী। ফ্ৰক পিন্ধা পাটগাভৰু ছোৱালীজনী আৰু চাৰি-পাঁচটা এমাদিমা ল'ৰা-ছোৱালীৰ ফটাছিটা কাপোৰ-কানিত আৰু হাফপেণ্ট গেঞ্জি পিন্ধা মানুহটোৰ সাজ-পাৰত অসমীয়া হোৱাৰ কোনো লক্ষণেই হাজৰিকাই দেখা পোৱা নাছিল। অৱশ্যে ল'ৰা-ছোৱালীকেইটাৰ কথা-বতৰা শুনিবলৈকো হাজৰিকাৰ সময় হোৱা নাছিল। এইখন গাঁৱৰ হস্পিতেলখনলৈ বদলি হৈ অহা বেছি দিন হোৱা নাছিল কাৰণেই। গাঁৱৰ ভগা-ছিগা হস্পিতেল। ডাক্তৰ-কম্পাউণ্ডাৰৰ কাৰণে ইয়াত থকাৰ ভাল ব্যৱস্থা নাই। সেযেহে হয়তো বহু দিনৰ পৰা ইয়াত ডাক্তৰ নাই। হাজৰিকায়ে ইয়াত এতিয়া চিকিৎসাৰ ক্ষেত্ৰত সৰ্বেসৰ্বা। তথাপি হাজৰিকাৰ আয় বঢ়া নাই। মানুহবোৰ অতি নিছলা। ইয়াত একে লেথাৰিয়ে যোৱা চাৰি বছৰৰ পৰা বানপানী হৈ থকা কাৰণে পূৰ্বৰ কৃষিজীৱী সুস্থিৰ সমাজখন দুখ-দৈন্য, অনিশ্চযতা আৰু ক্ষুধাৰ তাড়নাৰে জৰ্জৰিত। চাৰিওফালে নিৰাপত্তাহীনতা আৰু দৈন্যৰ কৰুণ ছবি দেখি হাজৰিকা পোনতে কাতৰ হৈছিল। কিন্তু এসপ্তাহৰ ভিতৰতে এনে নিদাৰুণ অৱস্থাৰ মাজতে থাকিবলৈ অভ্যাস হৈ পৰিছিল। কাৰণ হাজৰিকাই খুব সোনকালে মানুহৰ প্ৰতি থকা যৎসামান্য কৌতুহলকণো হেৰুৱাই পৰিৱেশৰ লগত নিজক খাপ খুৱাই ল'বলৈ সক্ষম হৈছিল। সেই কাৰণেই সি ওচৰৰ ক'লাইৰ পৰিয়ালটো বিহাৰী নে অসমীয়া জানিব পৰা নাছিল।

কিন্তু আজিহে এই দুৰ্ভগীয়া পৰিয়ালটোলৈ তাৰ সহানুভূতি হ'ল। আবেলি হাজৰিকাক এটা মানুহে দীঘলীয়া চেলাম এটা দি মাতত অসহায়তা সানি ক'লে, "ছাৰ!"

এটা শব্দৰ অদ্ভুত ধৰণৰ উচ্চাৰণটোৰেই হাজৰিকাক বুজাই দিলে যে মানুহটোৱে নিশ্চয় অত্যন্ত অসহায় হৈ তাৰ ওচৰলৈ আহিছে।

হাজৰিকাই সুধিলে, "কিবা অসুখ?"

সি ক'লে, "অসুখতো অলপ অলপ থাকেই, ছাৰ। অসুখ বাতিবলৈ এৰিছোঁ আৰু। মই আন কাৰণেহে আহিছোঁ, ছাৰ। মোক যেনেতেনে পাঁচটা টকা ধাৰে দিয়ক, ছাৰ। উপায় নাপাইহে আহিলোঁ।"

"তোৰ ঘৰ ক'ত?"

"এইটো, ছাৰ। আপোনাৰ লগা-লগি।"

"কি কৰ?"

"দিন-হাজিৰা খাটোঁ, ছাৰ।"

"ইয়াতনো ক'ত হাজিৰা খটা মানুহে কাম কৰে?"

"দুমাইল দূৰত মথাউৰিটো আকৌ বান্ধিছে। তাত কাম ওলাইছে। ইয়াত কৃষি ফাৰ্মাম এখনতো মাজে মাজে কাম ওলায়।"

"আজি ক'তো হাজিৰা কাম ওলোৱা নাইনে কি?'

"ওলাইছে, ছাৰ। কিন্তু কেবাটাও ডেকা মানুহ ওলোৱাত সিহঁতে যোৱা তিনি দিনৰ পৰা মোক ৰখা নাই। আজি আকৌ দেখিকৈ হাজিৰ হ'লোঁগৈ। ওভোতাই পঠিয়ালে। কিন্তু ছাৰ, ইফালে মই পাঁচটা ল'ৰা-ছোৱালীৰে সৈতে যে যোৱা পাঁচ দিন লঘোণে আছোঁ। ইয়াকে কৈ মোক হাজিৰা দিব লাগে বুলি কত কাকুতি কৰিলোঁ! ঠিকাদাৰে পিছে গেঙেৰিহে দিলে, কৃষি ফাৰ্মাৰ চাহাবটোৱে ছুই কিলাবলৈহে বাকী ৰাখিলে।"

শেষৰ কথাখিনি মানুহটোৱে থোকাথুকি মাতেৰে কৈছিল, লগে লগে তাৰ নিশকতীয়া গাটো কঁপিছিল, কোটৰগত চকুহাল মৰা মানুহৰ চকুৰ দৰে নিথৰ হৈ ৰৈছিল আৰু তাৰ সেই নিথৰ চকুহালৰ পৰা চকুলোৰ বান শুকান গালৰ গহ্বৰলৈ বৈ আহিছিল। কম্পাউণ্ডাৰ নিত্য হাজৰিকাৰ এই দৃশ্য সহ্য নহৈছিল। মানুহটো পুঙ্খানুপুঙ্খভাৱে নিৰীক্ষণ কৰিছিল। দাৰিদ্ৰ্যৰ কুৎসিত ৰূপটোৱে হাজৰিকাক আতঙ্কিত কৰি তুলিছিল। যন্ত্ৰচালিতভাৱে ভিতৰলৈ গৈ পাঁচটকীয়া নোট এখন আনি মানুহটোৰ হাতত দিছিল। মানুহটোৱে হাজৰিকাৰ ভৰি ছুই সেৱা কৰি, চলচলীয়া চকুৰে মুখলৈ চাই কৃতজ্ঞতা জনাই আঁতৰি যোৱাতহে হাজৰিকাই স্বস্তিৰ নিশ্বাস লৈছিল। হঠাতে মনলৈ আহিছিল, মানুহটোৰ নামটো সুধিবলৈয়ো যে সি পাহৰিছিল।

হাজৰিকাই পিছফালৰ পৰা চিঞৰিছিল, "হেৰৌ তই, তই নামটো সুধিবলৈযো পাহৰিলোঁ।"

মানুহটোৱে দুখোজমান উভতি আহি কৈছিল, 'ক'লাই, ছাৰ। ক'লাই কোঁচ।"

হাজৰিকাই হাতেৰে ইঙ্গিত দি তাক যাবলৈ কৈছিল। সি নিশকতীয়া দেহাৰে থৰক-বৰককৈ খোজ দি আগুৱাই গৈছিল। হাজৰিকাই টকা পাঁচটা ধাৰ দিলোঁ বুলি নাভাবি এনেয়ে দিলোঁ বুলি ধৰি লৈ অলপ সকাহ পাইছিল।

সেই দিনাৰ পিছৰ পৰা নিত্য হাজৰিকাৰ বহুত কাম ওলাল। দিনত ঘৰত নথকাই হ'ল। চাউলৰ অভাৱত যি কোনো বস্তু খোৱাৰ কাৰণে আৰু অনাহাৰৰ কাৰণেও মানুহৰ অসুখ-বিসুখ বেছি হ'বলৈ ধৰিলে। চাৰি মাইল নিলগৰ গাঁওখনত আকৌ মাউৰ। দুদিনৰ ভিতৰতে একুৰি মানুহ মৰিল। নিত্য হাজৰিকাৰ মনৰ পৰা ক'লাইৰ স্মৃতি মচ খালে। পাঁচটকীয়া নোটখন নিয়াৰ দহ দিনৰ পিছত সন্ধিয়া ক'লাই হাজিৰ হোৱাতহে তাৰ অস্তিত্বক সুঁৱৰিব পাৰিলে। ক'লায়ে আগৰ দৰে অলপ কুঁজা হৈ দীঘলীয়া নমস্কাৰ দি হাফ্‌পেণ্টৰ জেপৰ পৰা আধলি এটা উলিয়াই ক'লে, "এইটো আধলি, ছাৰ। দিনে আধলি এটা দি থাকিম, ছাৰ। এতিয়া কাম পাইছোঁ। দেওৰা গাঁৱত জহনী হৈছে। এতিয়া তাৰ পৰা ডেকা ল'ৰাবোৰ নহা হৈছে।"

সি হাজিৰা পোৱা বুলি জানিব পাৰি হাজৰিকাই পেটে পেটে ভাল পালে। আধলিটো নলৈ ক'লে, 'এতিয়া নালাগে। সাঁচি থ। পাৰিলে একেলগে দিবি।"

ক'লায়ে আধলিটো জেপত ভৰাই ক'লে, "যাওঁ, ছাৰ। আপোনাক আৰু আমনি নকৰোঁ।

আপুনি বৰ দয়ালু, ছাৰ। ভগবানে ছাৰ, এদিন আপোনাক চিবিল চৰজন কৰিব।'

ক'লাই গ'লগৈ। হাজৰিকাই এসপ্তাহমান তাক দেখা নাপালে। এদিন দিনত তাৰ ঘৰলৈ যোৱাটোকে ঠিক কৰিলে। ওচৰতে ঘৰ। দুই নল মাত্ৰ নিলগতে। সি দুটা কোঠাৰ জুপুৰীটোতে সোমাই দেখিলে, প্ৰায় অন্ধকাৰ জেকা ভেটিত চাৰিটা ল'ৰা-ছোৱালীয়ে ঢাৰি এখনতে শুই আছে। ওচৰতে ছোৱালী এজনী বহি আছে। ছোৱালীজনী ধুনীয়া। ভালকৈ খাই-বৈ পৰিপূৰ্ণ স্বাস্থ্য এটা পোৱা হ'লে তাইক ফটা মযলা ফ্ৰকটোৰেই অতি ধুনীয়া যেন লাগিলহেঁতেন। হাজৰিকাক দেখি তাই "অ, ছাৰ!" — বুলি থিয় হ'ল আৰু একো নোসোধাকৈয়ে ক'লে, "পিতাই নাই, গধূলিকৈ আহিব।"

"কাম পাইছে?"

"বিচাৰি গৈছে।"

"মথাউৰিত কাম পোৱা নাই?"

"কালিৰ পৰা পোৱা নাই। মথাউৰি বন্ধা শেষ হ'ল।"

"কোনে শেষ হ'ল বুলি কৈছিল?"

"কালি পিতায়ে।"

নিত্য হাজৰিকাই কোনোমতে চকু মেলি পৰি থকা বুকুৰ হাড ওলোৱা ল'ৰা-ছোৱালীকেইটিলৈ চাই ক'লে, "ইহঁতৰ কিবা হৈছে নেকি?"

ছোৱালীজনীয়ে ক'লে, "একো হোৱা নাই।"

"তেনেহ'লে এনেকৈ পৰি আছে কিয়?"

"ইহঁতৰ অভ্যাস হৈ গৈছে, ছাৰ। কালি গধূলি আৰু আজিৰ দিনটো একো খোৱা নাই।"

হাজৰিকাই জেপত হাত ভৰাই দুটকীয়া নোট এখন পালে। ছোৱালীজনীৰ হাতত দি সুধিলে, "তোমাৰ নাম কি?"

তাই ক'লে, "তিলু।"

"পঢ়া-শুনা কৰিছিলা?"

"খেতি-বাতি থকাৰ সময়ত তিনি বছৰ স্কুললৈ গৈছিলোঁ।"

হাজৰিকা ওলাই আহিল। দুদিনৰ পিছত হাজৰিকাৰ নিজৰে অসুখ হ'ল। নিজে বনোৱা দৰব খায়ো পাঁচ দিনমান জ্বৰ গালে। চকীদাৰটো নহ'লে কিজানি শুশ্ৰূষাৰ অভাৱত কথা বিষম হ'লহেঁতেন। এসপ্তাহৰ মূৰত বেমাৰ ভাল হ'ল। কিন্তু খুব দুৰ্বল। আৰু এসপ্তাহমান বিছনাত পৰি থাকিবলগীয়া হ'ল। হাজৰিকাই এপষ কাল ওচৰৰ গাঁওবোৰৰ ৰোগ-ব্যাধিৰ বতৰা পালে, কিন্তু কোন কেতিয়া মৰিল, এই খবৰ চকীদাৰটোৱে দিব নোৱাৰিলে।

প্ৰায় কুৰি দিনৰ পিছতহে ক'লাই ডাক্তৰখানাত হাজিৰ হ'লহি। টেবুলত পাঁচটা টকা থৈ সি ক'লে, "ছাৰ।"

"কি হ'ল? গোটেইখিনি টকা দিলি দেখোন?"

"গৰুজনী বেচিলোঁ, ছাৰ। উপায় নাছিল। তাই ঘৰৰ লখিমী আছিল, ছাৰ। এপোৱা-দুপোৱা গাখীৰ বেচি তেওঁ অলপ ৰইখা পাইছিলোঁ। ছাৰ, মোৰ মৰি যাবৰ ইচ্ছা হৈছে। তিলুৰ মাক কাল হোৱাৰ পিছৰ পৰাই ঘৰখন দিনে দিনে হৰি গ'ল। ঘৰৰ লখিমী গ'ল কাৰণে, ছাৰ। ইমান দিনে মোৰ ৰাণ্ডী

গাইজনীয়েই ঘৰৰ লখিমী আছিল, তাযো গ'ল। উস, তাইলৈ মনত পৰিলে যে গাটো বেজবেজাই যায়। মই পাপী, ছাৰ, মই মহাপাপী। ৰাণ্ডীৰ শাওপাত লাগিলে মোৰ নিস্তাৰ নাই, ছাৰ।"

"কিমান পালি?"

"ৰাণ্ডী বুঢ়ী হৈছিল, ছাৰ। দানা-পানী নাপাই তেনেই কিবা হৈ গৈছিল। মই ভাবিলোঁ, তাই যাওক খাবলৈ থকা মানুহৰ ঘৰলৈ যাওক, শকত হওক, জাকত জিলিকা হওক বাচি থাকক। তাৰ পৰাই তাই মোক আশীৰ্বাদ দিয়ক!"

"কিন্তু কিমান পালি?"

'ফাওতে পোৱা বস্তুত আৰু কিমান টকা দিব? মাথোন ডেৰ কুৰি।"

"মাথোন ডেৰ কুৰি! মোক নেবেচিলি কিয়?"

"ভাবিলোঁ, আপুনি এতিযাও সংসাৰ নকৰা মানুহ যেতিয়া গৰু-গাই পুহিবলৈ চাগৈ ক'ত মন হ'ব। এৰা ছাৰ আপোনাক দিয়াহেঁতেন, তাইক তেওঁ দিনে এবাৰকৈ চাই যাব পাৰিলোহেঁতেন।"

এইখিনি কথা কৈহে বোধহয় ক'লাই বেছি অনুতপ্ত হৈ পৰিল। সি বহাৰ পৰা থিয় হ'ল আৰু ওচৰৰে খুঁটাটোত মূৰটো খুন্দিযাবলৈ ধৰিলে। সি কি কৰিব খুজিছে, পোনতে হাজৰিকাই তৰ্কিবই পৰা নাছিল। নিমিষতে কেবাটাও খুন্দা মাৰিলে, মূৰ ফাটি তেজ ওলাল। হাজৰিকাই লৰি গৈ তাক ধৰিলে। সি ফোঁপাই ফোঁপাই ক'লে 'মোক কিয় ধৰিলে ছাৰ? মোৰ দৰে মানুহৰ কাৰণে "

সি আৰু ক'ব নোৱাৰিলে। হাজৰিকাই তাক শুৱাই দিলে, বেণ্ডেজ বান্ধি দিলে, চুপচুপাই ঘৰলৈ পঠালে। সি পৰিশোধ কৰা টকা পাঁচটাও ওভোতাই দিলে।

পাঁচ দিনৰ পাছৰ কথা। সময় দুপৰীয়া। এখন মটৰ চাইকেল ক'লাইৰ ঘৰৰ আগত। এটা পাগুৰী মৰা পাঞ্জাবী মটৰ চাইকেলখনৰ ষ্টাৰ্ট বন্ধ কৰি ক'লাইৰ ঘৰত সোমাল। কম্পাউণ্ডাৰ হাজৰিকাই ডাক্তৰখানাৰ খিৰিকীযেদি চাই পাঞ্জাবীটো অহাৰ একো কাৰণ অনুমান কৰিব নোৱাৰিলে। সি চকীদাৰটোক সুধিলে 'বজু এই পাঞ্জাবীটো কোন?'

"ঠিকাদাৰ। ভাটী ফালৰ।'

"ক'ত থাকে?'

"এতিযা চহৰত থাকে। শুনিছোঁ বোলে, মথাউৰিৰ কাম শেষ হ'ল কাৰণে সি নিজৰ জেগালৈ যাবগৈ।'

"নিজৰ জেগা মানে, পাঞ্জাব?"

"নহয়, ছাৰ, আমাৰ ইযাতে। তিনিখন জিলা চেৰাই যাব লাগে।"

"ই ক'লাইকো লৈ যাব নেকি?"

"ক'ব নোৱাৰোঁ।"

ইতিমধ্যে হাজৰিকাৰ গাঁৱত ৰোগী চাবলৈ যোৱাৰ সময় হ'ল। সি ক'লে, "বজু, পাঞ্জাবীটোৱে কি কৰে খবৰ ৰাখিবিচোন। মই যাওঁ। বেগটো আন।"

ৰাতি নমান বজাতহে হাজৰিকা গাঁৱৰ পৰা ঘূৰি আহিল। আহিয়েই শুনিলে, ক'লাইৰ মাত। সি নিজৰ ঘৰতে হুলস্থূল লগাইছে। ল'ৰা-ছোৱালীবোৰে চিঞৰিছে। বোধহয় ভয়ত। ক'লায়ে পাৰেমানে চিঞৰিছে। লগে লগে হাজৰিকাই শুনিবলৈ পাইছে বেৰত আৰু ভেটিত কিহবাৰ কোবোৱাৰ শব্দ।

কিছুপৰ পিছত নিস্তব্ধ হ'ল। প্ৰায় দহ মিনিট। তাৰ পিছত আকৌ ক'লাইৰ মাত। এইবাৰ অৱশ্যে সঠিক মাত নহয়—এক প্ৰকাৰৰ গানহে। বেসুৰা শব্দৰ সঙ্গতি নথকা গান : পিলি পিলিঙা ডঙুৱাই কিলি কিৰিলি পাৰিছে, গাৰ তত তত তত নাহোৱা ক—ই--ই—ই—ই ।

"বজু?"

"কি ছাৰ?"

"তেনেকুৱা নিছলা মানুহেও মদ খায়?"

"ছাৰ, দেশ-কাল উলটিল। যিমানেই খোৱা-বোৱাৰ নাটনি হৈছে, সিমানেই এইবোৰ ঠাইত মদৰ মাত্ৰা চৰিছে।"

"ক'লাইৰ বাৰু মদ খোৱাৰ অভ্যাস আছেনে?'

"মই জনাত নাই। সি তেনেই চিকুটিলেও গাৰ সাৰ-সুৰ নোপোৱা মানুহ।'

"তেনেহ'লে, বজু, আজি সি ”

"ইযাৰ বহুত কথা, ছাৰ। ক'লাই আজি আগৰ ক'লাই নহয়। সি ছাৰ অতি ঘিণ লগা কাম কৰিলে। ছিঃ ছিঃ, সি মানুহ নহয, পশু। কথাটো দেখি মযো নাকান্দি নোৱাৰিলোঁ। কিন্তু তাৰ চকুত এটোপাল পানীও নেদেখিলোঁ।"

বজুৰ কথাত হাজৰিকাৰ অতিশয কৌতূহল হ'ল। গোটেইখিনি কথা নিযাৰিকৈ জানিবলৈ সি অধৈৰ্য হৈ পৰিল। ক'লে, "পাতনি এৰ। বেগতে ক। মুঠতে সি কি কৰিলে?'

বজুৱে হুমুনিযাহ কাঢ়ি ক'লে, "তিলুক, ছাৰ, তাৰ ডাঙৰ ছোৱালীজনীক—ফাংফুংকৈ সি বুজালে, তাই লাচনি-পাচনি কৰি পাঞ্জাবীটোৰ ঘৰত থাকিলে মাহে একুৰিকৈ টকা পাব আৰু ঘৰৰ বেযা দিন নাইকিযা হ'লে তাইক সি ঘূৰাই আনিব। ছোৱালীজনীয়ে আপত্তি নকৰিলে। কিন্তু আচলতে তাইক সি পাঞ্জাবীটোত বেচিলে। সি নৰকীযে গণি গণি ডেৰশ টকা ল'লে। মই ওচৰতে আছিলোঁ। সকলো কাণ্ড দেখি অবাক।"

গোটেই বৃত্তান্তটো জানি নিত্য হাজৰিকাই ছট-ফটাবলৈ ধৰিলে। তাৰ চিন্তাশক্তিয়ে কাম নকৰা হ'ল। ধুনীযা পাট-গাভৰু ছোৱালীজনীৰ নিষ্কলুষ মুখখন তাৰ মানসপটত অসহনীয় কৰুণভাবে ভাহি উঠিল। সি এটা দীঘল হুমুনিয়াহ কাঢ়িলে। কিছুপৰ চিন্তাৰ সোঁতে তাক তন্ময় কৰি ৰাখিছিল। হঠাতে বজুৰ মাতটো শুনি তাৰ সম্বিৎ আহিল। সি সুধিলে, "তেনেহ'লে সি ছোৱালী বেচা টকাৰে মদ খাইছে?"

বজুৱে আগৰ দৰে বকলা মেলি ক'লে, "সি ছাৰ, ছোৱালীজনী গুচি যোৱাৰ পিছত কিজানি অলপ সময়ৰ কাৰণে সি মানুহৰ জ্ঞান পালে। কিজানি আকৌ মানুহ হ'বলৈ নিবিচাৰি কেতিয়াও নোখোৱা বস্তুটো মুখত দিলে। ”

# স্বীকাৰোক্তি

ধোপাবৰ গাঁৱৰ পাঠশালা স্কুলখনৰ ওচৰৰ গমাৰি গছডালৰ তলত বাঁহৰ বেঞ্চিখনতে সি বহিল। এইখিনি বাট আহিবলৈকে যে মনেশ্বৰ বুঢ়াৰ মনটো লকলকাই আছিল। এইখন গাঁৱৰ বা-বতাহত যেন যাদুহে আছে৷ কিন্তু এইখিনি পাবলৈ যে কিমান কষ্ট হ'ল৷ দুখোজমান গ'লে ভৰি টনটনায়, কঁকালত খোচ মাৰি ধৰে চকুৰে ধুঁৱলী-কুঁৱলী দেখে, মূৰটো আচন্দ্ৰাই কৰে। জালুকনিৰ পৰা অলপ বাট দেওবৰৰ গৰু গাড়ীখনতে আহিল। আধা মাইলমান বাট উখহা ভৰি দুখনেৰে কোনো মতে দেও দি দি আহি বাৰুকৈ ৰামেশ্বৰ দেচুৱালীৰ চাৰিআলিৰ হাটলৈ অহা যোঁৰা গাড়ীখন পালে। ধোপাবৰলৈ সোমোৱা বাটটোৰ পহিলা কেঁকুৰিটোত ৰামেশ্বৰে তাক নমাই বাঁওফালৰ ওখোৰা-মোখোৰা বাটটোৱেদি চাৰিআলিলৈ গাড়ী চলালে। এতিয়া দুনলমান আহিয়েই গমাৰি গছৰ তলৰ বেঞ্চিত সি হেলাই-হেফাই বহিবলগীয়া হ'ল। সি এটা ভৰি বেঞ্চিৰ ওপৰত তুলি উখহি থকা অংশটোত হাত বুলালে। তাৰ মহা চিন্তা হ'ল। শৰীৰটোৱে সুকলমে চলিবলৈ দিনে-ৰাতিয়ে যুঁজ কৰিছে৷ বয়স হোৱাৰ পৰা যমৰ ঘৰলৈ এটা এটাকৈ সাক্ষী গৈযে আছে। আগন্তুক মৰণৰ সাক্ষী দাঁত গৈছে, কপালৰ ওপৰৰ চুলিবোৰ গৈছে, বল-শকতি হৰিছে, চকুৰ পোহৰ জলক-তবক হৈছে। হাতৰ সিৰাবোৰ জক্‌জককৈ ওলাইছে। ছালৰ ওপৰত যেন একেডাল কেঁচুহে বাগৰি আছে। শৰীৰৰ কলকব্জা বিকল হৈছে। ডাক্তৰে কৈছে—তাৰ কলিজাৰ ব্যাধি। কলিজাৰ ব্যাধি থকা মানুহ বৰ বেছি ঘূৰা-ফুৰা কৰিব নালাগে। তেনে মানুহৰ চিন্তা-ভাবনাও কম থাকিব লাগে। কিন্তু মনেশ্বৰ চিন্তা-ভাবনাৰ অথাই সাগৰত ডুবি আছে। কোনো মতে ভেলটো লৈ জীয়াই আছে যদিও সি আহিছে 'গান্ধীবডিয়ানী'ৰ তালৈ! মানে গোপীকান্তৰ মাক ফুলবৰীৰ ওচৰলৈ। তাইৰ ঘৰৰ সমুখত এখন ডাঙৰ বাকৰি আছে। তাতে গান্ধীৰ দিনত খুব মেল-মিটিং বহিছিল কাৰণে সেই বাকৰিখনৰ নাম হ'ল—গান্ধীবডি। সেই গান্ধীবডিৰ ওচৰৰ জুপুৰীঘৰত থিজনী ফুলবৰী নামৰ মোক খা মোক খা চেহেৰাৰ গাভৰু বাঁৰী তিৰোতা আছিল, তাইৰ নাম হ'ল,—গান্ধীবডিয়ানী। এতিয়া গান্ধীবডি পাবলৈ এটা কেঁকুৰিৰ পিছত শীতলা আইৰ থানখন পাৰ হ'ব লাগিব। তাৰ পিছত গৈ থাকিব, জাৰ্মানী বনৰ জোপোহাৰ মাজে মাজে থকা গো-বাটটোৱেদি। বহুত বাট। অথচ আগৰ হৃষ্ট-পুষ্ট মনেশ্বৰৰ কাৰণে মাথোন এখনমান তামোল খোৱা সময়ৰ বাটহে।

এৰা, ফুলবৰীক আজি লগ ধৰিবই লাগিব। নহ'লে আৰু সময় নহ'ব। মনেশ্বৰৰ প্ৰাণটো কিজানি এতিয়া যমে ধাৰত দিহে ৰাখিছে। এই চিন্তা হোৱাৰ লগে লগেই সি দেহৰ যাতনা খন্তেকলৈ পাহৰি পেলালে। সি ঘপহকৰে থিয় হ'ল। লাখুঁটিডালত হেঁচা দি উখহা ভৰি দুখনৰ মাটিত পৰা ওজন

কমাই গৈ থাকিল। তাৰ বুকুখন ধান বনাদি বানিবলৈ ধৰিলে। সি শীতলা আইৰ থান পালেগৈ। সেইফালে মুখ কৰি থিয় হৈ সি প্ৰণিপাত জনালে। এইবাৰ গৈ থাকিবলৈ টান হ'ল। জাৰ্মানী বনৰ মাজৰ গোবাটটো সমান নহয়। তথাপি সি গৈ থাকিল। বাটত সি শহাপহু দেখিলে, জহামাল দেখিলে, হুগাগেন্দেৰা দেখিলে আৰু আনকি অতি ওচৰেদি পাৰ হৈ যোৱা কুকুহাবুটী এজনীও দেখিলে। সিহঁতৰো তাক দেখি ভয় খাইছে যেন নেলাগিল। সি ভাবিলে, বনৰ জীৱযো বুজি পাইছে কিজানি, তাৰ আৰু বেছি দিন নাই। সিহঁতেও কিজানি জানিছে যে বুঢ়াৰ আনৰ হানি কৰা বিধৰ বলশক্তি নাই।

ফুলবৰীৰ ঘৰলৈ সোমাওঁতে তাক গৰখীয়া ল'ৰা কেইটামানে দেখিলে। সিহঁতে বেয়া ইঙ্গিত দি ইটোৱে সিটোৰ ফালে চালে আৰু তাৰ পিছত কিৰিলি পাৰি উঠিল। ইয়াৰ কাৰণটো মনেশ্বৰে খুব ভালকৈ জানে। সেই তেতিয়াৰে পৰা, মানে গোপীকান্ত কেহেঁকেহেঁকৈ কান্দি দুখৰ পৃথিৱীত নিজৰ ঠাইকণ দখল কৰিবলৈ অহাৰ দিনাৰ পৰাই, ৰূপে চকেমকী ফুলবৰী আৰু আগৰ সকলোৰে আদৰৰ ফুলবৰী হৈ নেথাকিল। তাইক গএগই এঘৰীয়া কৰিলে। তাইৰ সংগ হ'ল, মানুহৰ বাহিৰে বিধাতাই দিয়া আনবোৰ বস্তুতে ঃ শৰতৰ সেউজী, শীতৰ সোণালী আৰু বসন্তৰ ৰূপালী-জোনালী পথাৰখন, কুকুৰ, গৰু-ছাগলী আৰু বিবিধ চৰাই। এতিয়া গোপীকান্ত জোৱান হৈছে। নাঙলৰ খুঁটিত ধৰিছে। ন হালিচা মাটিত খেতি কৰিছে। জুপুৰী ঘৰটো ভাঙি চটি-ফৌকাম থকা দীঘলীয়া ঘৰ এটাও সাজিছে। আৰু কিজানি জন্মৰ কলংক পাহৰি সি দলনিত ম'হ চৰাওঁতে কোনোবা কলিজাখাইতীলৈ মনত পেলাই পীৰিতিৰ গীত জুৰিছে।

দীঘলীয়া ঘৰটোৰ বাঁহৰ দুৱাৰখন বন্ধ আছিল। চোতালত দানা সিজোৱা কেৰাহীটো কুকুৰ এটাই চেলেকি আছিল। মনেশ্বৰ হতাশ হোৱা নাছিল। কিয়নো, ভিতৰত উঘা ঘূৰোৱাৰ শব্দ শুনিছিল। পিছে তাক হেলাই-হেফাই পানীৰ জ্বলা বন্ধা উখহা ভৰি দুটাৰে চুচুক্-চামাককৈ আহি থকা দেখি কুকুৰটোৱে কেৰাহী চেলেকা এৰি ঘেউ ঘেউকৈ উঠিছিল। এনে সময়ত ভয় দেখুৱালে বিপদ বুলি মনেশ্বৰে জানে। সেযেহে সি লাঠিডাল জোকাৰি ধমক দিছিল। তাৰ মাত কিজানি ফুলবৰীয়ে শুনিছিল। তথাপি মনেশ্বৰে মাত লগাইছিল ঃ "ফুল, অ' ফুল, মই আহিছোঁ।"

দুৱাৰ খুলি ফুলবৰী মনেশ্বৰক দেখি অবাক। তাইৰ চকু চলচলীয়া হ'ল। কিন্তু প্ৰায় এবছৰৰ মূৰত মনেশ্বৰ আশা-দশাকৈ আহিছে কাৰণে তাই সাউৎকৰে চাদৰৰ আঁচলেৰে চকু মচিলে। কিন্তু তাই ইচ্ছা কৰি দুখ ৰোধ কৰিব নোৱাৰিলে। মনেশ্বৰৰ অথৰ-অবৰ শৰীৰটো আৰু পানী বন্ধ হৈ উখহা ভৰি দুখন দেখি তাই বিচলিত হ'ল। তদুপৰি তাৰ মুখখনো যে উখহিছে! সুঠাম সুন্দৰ মানুহটোক যে বয়স আৰু ব্যাধিয়ে থকা-সৰকা কৰিলে! তাক দেখি ফুলবৰীৰ ৰেওচি জুৰি কান্দিবৰ মন গ'ল।

তাই মাথোন থোকাথুকি মাতেৰে ক'লে, "ভিতৰতে বহিব?"

সি সমিধান দিলে, "ভিতৰতে বহিম। তই ভাবনে, মোৰ চকুত তই এঘৰীয়া?"

সি ভিতৰ সোমাল। কঠ এখনত বহিল। সি কেবাবাৰো ফোঁপালে। এবাৰ বুকুখনত হাত দিলে। কঁকালটো পোনাবলৈ চেষ্টা কৰি মুখখন বিকটাই পেলালে। ফুলবৰীৰ হিয়াত আৰু বেথা হ'ল। তাৰ নিচেই ওচৰত থিয় দি তাই ক'লে, "গাত ইমান দুখ দি আহিব নেলাগিছিল। খবৰ দিয়া হ'লে ময়ে ওলালোঁগৈহেঁতেন। মোৰোতো এবাৰ চাবলৈ কিমান মন গৈ আছে। আলেঙে আলেঙে বেমাৰ-বিয়াধিৰ চব খবৰ লৈ আছোঁ। উস্, দেহটোক কিয় ইমান দুখ দিলে?"

মনেশ্বৰে একো নেমাতিলে। কথা ক'বলৈ সি পাহৰি গ'ল। সি ওচৰত সিমান বেয়াকৈ নেদেখে। এতিয়া সি ফুলবৰীক চাইছে। হেঁপাহ পলুৱাই চাইছে। ফুলবৰীকো বয়সে চুইছে। গাৰ ৰং মলিন হৈছে

মনেশ্বৰে ভাবিলে, তথাপি এয়া জোঙা বৈ পৰা নাকটো একেই আছে, হেলনীয়া চকুযুৰিৰ আকাৰ সুকীয়া হোৱা নাই। তথাপি 'যৌৱন' নাই কাৰণে নাক আৰু হেলনীযা চকুৱে মুখখনক তুলি ধৰিব পৰা নাই। কালে সকলো হৰিলে। কাল ৰূপৰ ওপৰত সদয় নহয। এৰা, আচল কথা দেখোন সৰুতে শুনা গীতফাকিতে আছে ঃ

'এমন সুন্দৰ দেহা কোন দিনা যায।

এ মন ভাৰসা নাই ।'

বেৰখনৰ সিফালে মেকুৰী এটাই মেও মেও কৰা শুনিহে মনেশ্বৰৰ নশ্বৰ দেহাৰ চিন্তাত আউল লাগি গ'ল। সি ক'লে, "মোক কিবা সুধিছিলি?"

তাই ক'লে, "ইমান কষ্ট কৰি আহিল কিয? মযে গ'লোঁহেঁতেন।"

সি বেৰত গাটো হলাই অলপ আৰাম পাবলৈ চেষ্টা কৰিলে। আকৌ তাইৰ মুখৰ ফালে চাই ক'লে, "বুইছ ফুল, এতিয়া মোৰ ঘৰলৈ যোৱা যুগুত নহয। মোৰ তোলনীযা পোৱে বিযা কৰালে। বোৱাৰীয়ে মোৰ খুব যতন লয়। তোৰ লগত কিন্তু মোৰ অতি গোপন কথা আছে। মোৰ ঘৰত এইবোৰ কথা কেনেকৈ ক'লোহেঁতেন?"

"কি কথা? চব কথাইতো কোৱা হৈ গ'ল।"

"নাই। আচল কথাটোৱেই বাকী আছে।"

"সেয়া বাৰু পিছত ক'ব। মই কিবা খোৱাৰ যোগাৰ কৰোঁ। আপোনাৰ কিজানি "

"মোৰ ভোকো হৰিল ফুল। পাকঘৰত গৈ সময নষ্ট নকৰিবি। সেইকণ সময কথাকে পাতোঁ। কি ঠিক, এয়ে কিজানি শেষ দেখা। বাৰু ফুল তই কিয জীৱনটো নষ্ট কৰিলি? মই জানো, গএগ্ৰাই তোক পাঁচবাৰ মেল পাতি আচল কথা ক'বলৈ জোৰ কৰিছিল। কৈ দিযাহেঁতেনেই খতম। তই এনেকৈ এঘৰীয়া হৈ থাকিবলগীয়া নহ'লহেঁতেন। তাকো এবছৰ নহয়, দুবছৰ নহয, উনৈশ বছৰ। জীৱনটো এবাৰহে পায। কিন্তু তই কিয় নিজৰ কথা নাভাবি মোৰ বাবে সকলো ত্যাগ কৰিলি? মোক ইয়াৰ এটা সমিধান লাগে। নহ'লে মই মৰিলেও শান্তি নাপাম। মোক তোৰ এই মহৎ গুণৰ সমিধান লাগে।"

"মই ইয়াৰ সমিধান দিব নোৱাৰিম। আপুনি নিজেই বিচাৰ কৰি চাওক।"

"তোৰ পৰা এনে এটা কথা শুনিবলৈকে প্ৰাণটো হাতৰ মুঠিত বান্ধি ইমান দূৰ অহা নাছিলোঁ। মই জানিব লাগে,— কিহে তোক ইমান মহৎ হ'বলৈ বল দিলে?"

"আপুনি।'

'মই? হ'ব নোৱাৰে। মই এটা কপট মানুহ। মোৰ জীৱনটো ভাও দি থাকোঁতেই গ'ল। মোৰ সদ্গতি নহ'ব। মই এটা লোভী, লুচ্চা। মনত লোভৰ কীটবোৰে কামুৰি নথকাহেঁতেন তোৰ এই সৰ্বনাশ নহ'লহেঁতেন। মই এটা চণ্ডাল। অথচ আমাৰ দৰে জাত-কুলৰ মানুহবোৰে তইঁতকহে নীহকুলীয়া বুলি ঘিণ কৰে।'

"এনে অসুখত ইমান দুখেৰে কথা নক'ব। অসুখ বেছি হ'ব।"

"নকওঁ, বাৰু। তোৰ কথা মই সদায় ৰাখোঁ। কিন্তু মোক সমিধান দিবই লাগিব।"

"মই এজনী সাধাৰণ তিৰোতা। মই কেনেকৈ বুজাওঁ? আপোনাৰ সন্মান আপোনাৰ শান্তি, সকলো হেৰালহেঁতেন। মোৰ কাৰণে এটা জীৱন মই নষ্ট হ'বলৈ দিব নোৱাৰিলোঁ। ময়োতো একো ত্যাগ কৰা নাই। আমাৰ দুয়োৰে যে এতিয়াও অন্তৰখন একেই আছে। ইয়াতকৈ বেছি আৰু মোক কি লাগিছে? বিয়া কৰোৱা মতা-তিৰোতাৰে জানো সদায় একেখন অন্তৰ থাকে? এয়ে মোৰ বাবে ঢেৰ। স্বাৰ্থ ত্যাগ নকৰিলে অন্তৰ অশুচি হয। তাক মৰম নোবোলে।"

"পিছে মইতো একো ত্যাগ কৰা নাই। মই পাপী।"

"তেনেকৈ নাভাবিব। মোৰ কথা মতেইতো এনেকৈ থাকিল। মোৰ কথা মতেই আপুনি স্বীকাৰ নকৰিলে।"

"এৰা, ঠিকেই কৈছ। এইবাৰ কথা শুনিহে মনটো পাতল পাতল লাগিছে। পিছে, মই মৰাৰ পিছত তই কলংক লৈ থাকিব নোৱাৰিবি। মই সিপুৰীলৈ যোৱাৰ আগতে মানুহে জানিব লাগিব— মানুহে যি ভাবিছে, তই তাতোকৈ বেলেগ। তই মোৰ হিচাপত সতী। মোক আদেশ দে ফুল, মই সঁচা কথা কৈ মৰিব খুজিছোঁ।"

"আপুনি মৰিম বুলি কিয ভাবিছে? বয়সতো সিমান বেছি হোৱা নাই। ষাঠি বছৰীয়া মানুহে এতিয়াও তক্‌তকাই ঘূৰি ফুৰিছে।"

ফুলবৰীৰ আশ্বাসে মনেশ্বৰক টলাব নোৱাৰিলে। সি জানে যে সি মৰিব। নিজৰ দেহটোৰ কথা নিজেহে ডাক্তৰতকৈ বেছিকৈ জানে। সি দুবাৰ ডিবৰুত গৈ দেখুৱালেগৈ। একো ফল নহ'ল। এতিয়া দৰবেও কাম নিদিয়া হ'ল। কলিজাৰ সাত ভাৰন্তৰ হেঁচা সহি সি কিমান দিন থাকিব? কলিজা বেযা হ'লেই সকলো বেযা হয। ইযেই দেহৰ আচল কল-ঘৰ। কলিজাইহে হেনো দেহত তেজ বিলায়। ওপজাৰে পৰা কাষ কৰি থাউনি নোপোৱা এই কলঘৰটোৰে যদি বিজুতি ঘটিল, তেনেহ'লে আৰু থাকিল কি? সি আগতে কোৱা শুনিছিল,—বুকু ধমধমোৱা বেমাৰটোত যদি ভৰি আৰু মুখ উখহে তেনেহ'লে তাৰ আৰু বেছি দিন নাই।

ফুলবৰীয়ে বেছি বেজাৰ পাব বুলিয়েই সি এইবোৰ কথা নক'লে।

এনেতে গোপীকান্ত আহি ওলালহি। গৰু গাড়ীখন চোতালত ৰাখি গৰুহাল বান্ধি আহি মনেশ্বৰক দেখি সি আচৰিত হ'ল। সিহঁতৰ ঘৰলৈ কোনো মানুহ নাহে। এওঁ আকৌ ক'ৰপৰা ওলালহি? মানুহজনক আগতে কেইবাৰমান তাৰ দেখা মনত পৰে। ইয়ালৈ কিজানি তেওঁ আৰু ধানৰ বেপাৰী কেইটামানহে আহে। এই মানুহজন জালুকনিৰ বুলি সি জানে। কিন্তু মাকে তেওঁৰ লগত চিনাকি কৰিহে দিয়া নাই।

কিন্তু আজি সি ভিতৰ সোমোৱাৰ লগে লগেই মাকে ক'লে, "গোপী, এখেত জালুকনিৰ। এসময়ত আমাৰ বৰ উপকাৰ কৰিছিল। পিতাই জ্ঞান কৰিবি। সেৱা কৰ।"

গোপীকান্তই মাকৰ কথা কাহানিও অৱজ্ঞা নকৰে। সি সেৱা কৰিলে। মনেশ্বৰে তাৰ মূৰত হাত দি ক'লে, "উঠা বোপা, হ'ব, তোমাৰ কুশল হওক, বোপা।"

ইয়াৰ পিছত গোপীকান্তই দুই-এষাৰ কথা সুধি কথা-বতৰা আৰম্ভ কৰিলে। সিফালে বেলি

লহিয়ালে। গান্ধীবডিত কেৰেচীয়াকৈহে ৰঙা ৰ'দ পৰিল। শৰালি-কপৌবোৰে ধনুভিৰীয়াকৈ দল বান্ধি আকাশেদি উৰি গ'ল। দূৰৈৰ নৈখনত ভাটিয়ালীৰ সুৰ বিয়পি পৰিল। ক্লান্ত দিনটোৱে মেলানি মগাৰ আয়োজন চলিল। লগতে আয়োজন চলিল—মনেশ্বৰীৰ পৰা মেলানি মগাৰ।

মনেশ্বৰক থৈ আহিবৰ বাবে গোপীকান্তই গাড়ীৰ যুঁৱলিত গৰুহাল জুৰিলে। অৱশ্যে ফুলবৰীৰ আদেশ মতেহে। গাড়ী চলিবৰ সময়ত ফুলবাৰী বা মনেশ্বৰ কাৰো মুখত কথা নুফুটিল। বহুত কথা কণ্ঠত আবদ্ধ হৈ ৰ'ল। ফুলবৰীয়ে দৌৰি ভিতৰ সোমাই হুকহুককৈ কান্দিবলৈ ধৰিলে। সিফালে গাড়ী চলাই যাওঁতে এবাৰ পিছফালে চাই গোপীকান্তই দেখিলে—মনেশ্বৰৰ চকুলো! তাৰ বৰ কৌতূহল হ'ল। সুধিলে, "আপোনাৰ কিবা বিপদ?"

মনেশ্বৰে ক'লে, "নহয়, অ' বোপাই, একো বেজাৰ কৰা নাই। চকুৰ জোৰ কমিল নহয, ছানি পৰে নহয়,—সেয়েহে মাজে মাজে পানী ওলায়।"

সি মাথোন মন্তব্য কৰিলে, "এৰা, অসুখত চকুৰে বতাহ পোৱা বেয়া।"

পিছদিনা তোলনীয়া পুতেক জীৱেশ্বৰে মনেশ্বৰ বুঢ়াৰ মতি-গতি দেখিহে অবাক হ'ল। বুঢ়াই তাক কেবাবাৰো কৈছে যে তাৰ কিবা গোপন কথা ক'বলৈ আছে। এই কথা সি জালুকনি গাঁৱৰ সকলোকে জনাব। এই গোপন কথা পেটত ৰাখি থ'লে সি নিকাৰ ভুঞ্জিহে থাকিব, বেমাৰো ভাল নহ'ব, প্ৰাণবায়ুও ওলাই নাযাব। অথচ এনেকৈ জীয়াই থকাতকৈ মৰাহে ভাল। সেই কাৰণে মনেশ্বৰে জীৱেশ্বৰক আদেশ দিলে, "গাঁৱৰ আটাইকেইজন মুখিযাল মানুহক মাতি আন। মৰাৰ আগতে মই গোপন কথা বেকত কৰি যাওঁ।"

"তোৰনো ইমান গোপন কথা থাকিব পাৰেনে?" জীৱেশ্বৰে সুধিলে।

"মই যি বুজিলোঁ, নিজেহে নিজৰ কথা জানে। আনে আনৰ বুজ ল'ব নোৱাৰে। সেযেহে সংসাৰত সত্যৰ শাসন হ'ব লাগে। সত্য নেথাকিলে দেশ 'তিষ্ঠিব' নোৱাৰে। পিছে মইহে তাৰ বিপৰীতে গ'লোঁ।" গাৰুৰ পৰা মূৰটো দাঙি মনেশ্বৰে ক'লে।

"কিন্তু তইতো ফাঁকি দিছ বুলি কোনেও ভবা নাই!" কৌতূহল দমাব নোৱাৰি জীৱেশ্বৰে এযাৰ কৈহে পালে।

"সেইবোৰ পাছে-পৰে জানিবি। মাত্ৰ মানুহখিনি গোটাই আন। পিছে, জীৱেশ্বৰ, মই ভাবন্তিৰে কৈছোঁ, এইবোৰ জনাৰ পাছত যেন তইঁতে মোক লেই-লেই-ছেই-ছেই নকৰ। মই নকৈয়ো থাকিব পাৰিলোঁহেঁতেন। কিন্তু মৰণৰ খেণ গণি গণি মই ভাবি পাইছোঁ, সকলো পাপতকৈ সঁচা গোপনে ৰখাৰ সমান পাপ নাই।"

"মই হ'লে একো বুজি পোৱা নাই। তই আজি পুৱাৰে পৰা যিবোৰ কথা কৈছ, সেইবোৰ আন এটা মানুহে কোৱা যেনহে লাগিছে।"

"পলম নকৰিবি। এতিয়াই যা।"

মনেশ্বৰে মুখিয়াল মানুহ কেইজনৰ নামো কৈছিল। জীৱেশ্বৰে গাঁৱৰ ফালে ওলাই যোৱা সময়ত মানুহ কেইজনৰ নাম সুঁৱৰিলে। পোনতে মাতিব লাগিব হাতীধনী বুঢ়াক অৰ্থাৎ সুৰথ কলিতাক। তাৰ পিছত গণক বাপু ভূমিধৰ শৰ্মাক। শিলগুটি দিয়া আলিটোৰেদি গৈ মাতিব সুৰশিঙা মণ্ডল, দেব বায়ন আৰু সৰুপাই ঠিকাদাৰক। পকী নাদটো পোৱাৰ পিছত মাতিব গাঁও পঞ্চায়তৰ সভাপতি জন্মেজয়

বৰঠাকুৰক আৰু আঞ্চলিক পঞ্চায়তৰ মেম্বৰ গগন বৰঠাকুৰক। সোণপুখুৰীৰ মাইনৰ স্কুলখনৰ ওচৰৰ কেইঘৰ মানুহৰ ভিতৰত চাৰি ঘৰৰ পৰাহে মানুহ মাতিব লাগিব। এই চাৰি ঘৰৰ চাৰিটা মানুহ হ'ল—পুষ্পেন্দ্ৰ মাষ্টৰ, বগী সাতোলা, গুণ দৰবধৰা আৰু গেৰ্‌জাই সূত্ৰ।

সি দুবৰি বন গজা আলিটোৰেদি গৈ গৈ ওৰ নপৰা চিন্তাবোৰেৰে মূৰটোহে গৰম কৰিলে। পিতাইৰ অকস্মাতে এনে মতি-গতি হ'ল কিয়? বুঢ়া কালত 'পৰকিতি' লৰিছে? নহয়, নিশ্চয় কিবা এটা আচৰিত কথা আছে। তাকে ক'বলৈ নোপোৱাৰ কাৰণে পিতাইৰ মনটোক কিহবাই পোকে কামোৰাদি কামুৰি আছে। কিন্তু পিতায়েনো মোৰপৰা কথা গোপনে ৰাখিছেনে? তেওঁ অপুত্ৰক হ'ব পাৰে। কিন্তু স্বভাৱ-চৰিত্ৰ সাইলাখ বাপেকীৰ দৰে। তেওঁ বিয়া কৰাইছিল। সন্তানৰ মুখ দেখিবলৈ এবছৰ নহয়, দুবছৰ নহয়, গোটেই জীৱনটোৱেই বাট চাইছিল। কিন্তু তেওঁলৈ বিধাতা বিমুখ হ'ল। এয়া সকলো কপালৰ 'সহংকাৰ'। তেওঁৰ গৃহিণী কাল হোৱা কেইবছৰমানহে হৈছে। তেওঁ তিৰোতা হৈয়ো মাতৃ হ'বলৈ নেপাযেই ইহলীলা সাং কৰিলে। পিছে সেই দামেশ্বৰী বৌয়েওতো মোক আপোন পুতেকৰ দৰে মৰম-চেনেহ কৰিছিল আৰু মোক নোপোৱাহেঁতেন যে এওঁলোকৰ হিয়া উদং হ'লহেঁতেন। পিছে মোৰ এতিয়াও এটা সন্দেহ থাকি গ'ল। কাৰ শৰীৰত সন্তান নোহোৱাৰ বদগুণ? মনেশ্বৰ পিতাইৰ নে, দামেশ্বৰী বৌৰ? আজিকালিৰ ডাক্তৰে পিছে ইয়াৰ তলা-নলা বাজ কৰিলেহেঁতেন। চম্পাই (তাৰ ঘৈণীযেক) কয়,—দুযোটাৰে এনে বদগুণ থাকিব নোৱাৰে, যিকোনো এটাৰহে কিহবাত অথন্তৰ।

জীৱেশ্বৰে মানুহকেইজনৰ লগ পাই আন এটা কথা কৈহে তাৰ ঘৰলৈ মাতিলে। সি এনেকৈহে ক'লে, "পিতাইৰ নৰিয়া টানহে হৈছে। আপোনালোক কেইজনক মাতিছে।"

সেইকাৰণে, যিমান সোনকালে মানুহকেইজন গোট খাব বুলি ভবা হৈছিল তাতকৈ সোনকালেহে তেওঁলোক গোট খালে। তেওঁলোক চ'ৰাঘৰত সৰু সৰু কঠ একোখনত ঘূৰণীয়াকৈ বহিল। মনেশ্বৰ বুঢ়াই হাত এখনৰ তলুৱা পানী এচলু লোৱাৰ দৰে কৰি ভেটিত থৈ তেওঁলোকক প্ৰণিপাত জনাই একুট ঘোষা মাতিলে ঃ বলী নিগদতি যদুপতি গৃহত থাকিয়া পেখিলো তযু চৰণ।

ইয়াৰ পিছত নিজে আৰাম পোৱা ধৰণে বহি মনেশ্বৰে ক'লে, "আপোনাসবক অসময়ত আমনি দিলোঁ। তাৰ বাবে মৰিষণ মাগিলোঁ।"

তেতিয়া এজনে মাত লগালে, "আপোনাৰ বোলে অসুখ বেছিহে হৈছে?"

মনেশ্বৰে ক'লে, "এইবোৰ অসুখ এনেকুৱাই। অকস্মাৎ পীড়া কৰে। তেতিয়া মৰোঁ মৰোঁ লাগে। ডিবৰুতো কাম নহ'ল। তাত দিয়া দৰৱ আৰু ইয়াত দিয়া দৰবো কামত অহা নাই। গতিকে মাত-কথা থাকোঁতেই আপোনাসবৰ আগত এফেৰি দোষ স্বীকাৰ কৰোঁ বুলি ভাবিলোঁ। মৰাৰ আগতে মই একো ৰাখি যাব নোখোজোঁ।"

মুখীয়াসকলৰ এজনে আচৰিত হৈ সুধিলে, "দোষ স্বীকাৰ কৰিব? আমি জনাত আপুনিতো একো দোষ কৰা নাই!"

এই প্ৰশ্নটিয়ে মনেশ্বৰক নিজৰ দোষ ক'বলৈ উদগনিহে দিলে। মনেশ্বৰে এনেকৈ আৰম্ভ কৰিলে ঃ "তেনেকৈ নেভাবিব, দেউ, মন আৰু 'পৰিবিত্তি' পৰম অসজাতী। ঘোষাত আছেই—আপুনি আপোন বন্ধু, আপুনি আপোন শত্ৰু, আপুনি আপোন ৰাখে মাৰে। এৰা, মই নিজে নিজৰ শত্ৰু। এই কথা নিজেহে গম পালোঁ। পিছে আনক ক'বই লাগিব। ভাৱবীয়া হৈ থাকিলোঁ। এতিয়া মুখা খুলি মৰিব

খোজোঁ। সত্যক লুকুৱাব নেপায়। লুকুৱালে সমাজৰ ধৰণী লৰে।"

সকলোতকৈ গণক বাপু ভূমিধৰ শৰ্মাৰহে কৌতূহল বেছি হ'ল। তেওঁ সুধিলে, "আপুনি যেনিবা এটা অতি সত্য কথা ক'লে। আমি বাৰু কি কৰিব লাগিব? কিবা কয় যদি জীৱেশ্বৰক কওক, আমাৰ আগত নক'ব। আমাক ৰেহাই দিয়ক। দেশ কাল উলটিল। এনে হ'ল যে আমাৰ সঁচা কথা শুনাৰ সাহসো নাইকিয়া হ'ল।"

এচুকত জীৱেশ্বৰ আৰু চম্পা থিয় দি আছিল। সিহঁতে গণক বাপুৰ কথা শুনি কিবা এটা বেয়া সন্দেহ কৰিলে। অলপ সময় সকলো নিমাত। সকলোৰে প্ৰশ্নবোধক চকুবোৰ মনেশ্বৰ বুঢ়াৰ ওপৰত।

অৱশেষত মনেশ্বৰ বুঢ়াৰ মাত শুনা গ'ল, "বিবেক বোলা বস্তু এটা আছে বাবেই আমি মানুহ। বিবেকৰ অবিহনে সত্য থৰক-বৰক। সঁচা কোৱাৰ সাহো বিবেকেই দিয়ে। মোৰ সন্দেহ হয়, আচল কথা কোৱাৰ পিছতেই মই আপোনাসবৰ চকুত সুকীয়া মানুহ হৈ পৰিম। ঠিক আছে, মই বাৰু চণ্ডাল হৈ যাওঁ, মোৰ কোনো খেদ নাই। মাথোন ফুলবৰী আৰু গোপীকান্তৰ অপযশ দূৰ হওক। সিহঁত বৰ ডাঙৰ, আকাশৰ আকাৰৰ সমান ডাঙৰ।"

'কোন ফুলবৰী-গোপীকান্তৰ কথা কৈছে?" এজনে সুধিলে।

অলপ সময় তেনেকৈয়ে থাকিল। শেহত ক'লে, "এৰা, কথা বহলাই লাভ নাই। সঁচা কথা ক'বলৈ আটাইতকৈ কম সময় লাগে। ঈশ্বৰসকল, আপোনাসবে মোক যিমান ভাল মানুহ বুলি ভাবিছে, আচলতে মই তেনে নহয। ফুলবৰীক মানে ধোপাবৰৰ গান্ধীবড়িয়ানীক চিনি পায় নহয়? তাইৰে পুতেক গোপীকান্ত। তাই বাঁৰী হোৱাৰ চাৰি বছৰৰ পাছত সি উপজিছিল। সি কাৰ ফালৰ ল'ৰা, এই কথাৰ ভু ল'বলৈ ৰাইজে পাঁচ বাৰ মেল বহুৱালে, তাইক ভয়ানক জোৰ খটুৱাই কথা আদায কৰিবলৈ চালে। কিন্তু তাই অচল-অটল। আজিলৈকে ঊনৈশ বছৰ তাই এঘৰীয়া হৈয়ে থাকিল। কিন্তু একো নক'লে। অথচ সেই গোপীকান্ত মোৰেই ল'ৰা। তাৰ মাক নীহকুলীয়া। কিন্তু সি মোৰ ল'ৰা। মই অপুত্ৰক নহয়। ফুলবৰীও সাধাৰণ তিৰোতা নহয়।"

একে উশাহে গোটেইখিনি কথা কৈহে মনেশ্বৰে চকু মেলিলে। থিয় দি থকা জীৱেশ্বৰ আৰু চম্পা তাৰ পৰা আঁতৰ হ'ল। মুখিয়াল লোকসকলৰ মুখ বিবৰ্ণ হ'ল। মনেশ্বৰে ভাবি থাকিল, নিশ্চয কোনোবাই কিবা এটা অভিমত দিব। কিন্তু চ'ৰাঘৰটোৰ হাবা-বতাহ অসহ্য নীৰৱতাই ছানি পেলালে। কোনেও ত-ৰাম-উত্তম-অধম নকৰা দেখি মনেশ্বৰেই মাত লগালে, "গোপীকান্তই মোৰ সম্পত্তিৰ ভাগ লওকহি বুলি মই এই কথা কোৱা নাই। মই সিহঁতৰ ভাল ব্যৱস্থা কৰি দিছোঁ। মাথোন নিকটে মৰণ জানি কুল বিচাৰ পাহৰিছোঁ। সকলোকে সমান দেখিছোঁ। মোতকৈ ফুলবৰী অ ৰু গোপীকান্তৰ কথাহে বেছিকৈ ভাবিছোঁ।"

এজনে ক'লে, 'আপুনি ইমান উত্তেজিত নহ'ব। অসুখ বেছি হ'ব।"

আন এজনে ক'লে, "এইবোৰ পাহৰি পেলাওক। জিৰণি লওক।"

আৰু এজনে মাত লগালে, "এৰা, আমি থাকিলে এনেকৈ বুকুৰ ধৰফৰণি তুলি কথাহে কৈ থাকিব। গতিকে আমি যাওঁ।"

এই কথাকেইটাৰ পৰা একো অভিমত ব্যক্ত নহ'ল। মুখিয়াল লোকসকলে মনেশ্বৰক মাত লগাই গুচি গ'ল। নঙলামুখত তেওঁলোকে মনেশ্বৰক কাতৰ মিনতিৰ সুৰ এটা শুনিবলৈ পালে ঃ

হে প্ৰাণবন্ধু কৃষ্ণ কৃপাৰ সাগৰ হৰি
কৃপা কৰি চাহিয়োক মোক।
সহজ বাসনাৰূপে শৰণ দিয়োক নাথ
মোৰ অহঙ্কাৰ দূৰ হোক।।

মনেশ্বৰ বুঢ়াই কিজানি কাল গণিহে আছিল। কিজানি সি অচিন ঠাইৰ পৰা হাত-বাউল দেখিছিল। হয়তো তাক ষষ্ঠ ইন্দ্ৰিয়ই কৈছিল—তোৰ মৰণ নিচেই ওচৰত। বোধকৰোঁ এই সত্য কথাকেইটা ক'বলৈহে ডিবৰুৰ পৰা অহাৰ পিছৰ দিনকেইটা বাচি আছিল। বোধকৰোঁ তাৰ মনৰ ফুলবৰীক মাত লগাই অহাৰ পিছত, পিতৃৰূপে গোপীকান্তক আশীৰ্বাদ দি অহাৰ পিছত আৰু সদৌ শেষত সঁচা কথাটো হিয়া উজাৰি কোৱাৰ পিছত তাৰ মৃত্যুক পৰম ধন যেন লাগিল। কিয়নো গাঁৱৰ মুখিয়াল লোকসকলক কথাখিনি কোৱাৰ তিনি দিনৰ পিছত গাইদনী দিয়া সময়ত মূঢ়া এটাত বহি পুহমহীয়া কোমল ৰ'দ লৈ থাকোঁতেই তাৰ প্ৰাণবায়ু উৰি গ'ল।

ভঁৰালটোৰ কাষত জীৱেশ্বৰে নাঙল চাঁচি আছিল। মনেশ্বৰ হঠাতে হলি পৰা দেখি সি উধাতু খাই লৰি আহি কঠ এখনত জঠৰ দেহটো শুৱাই দিলে। গাটো তেতিয়াও চেঁচা পৰা নাই। কিন্তু বুকুৰ ধপ্‌ধপনি বন্ধ হৈছিল। হাতৰ জেঠীডাল বৈ গৈছে। চকুত মৃত্যুৰ শান্তি। তাৰ বুজিবলৈ বাকী নেথাকিল যে অলপ আগতে 'পতিত বুলিয়া মোক হৰি হৰি হৰি এ ৰাম, তেজিতে নাপাৰা নাৰায়ণ' বুলি কাকুতি মাতি থকা মানুহটো এতিয়া শ হৈছে।

জীৱেশ্বৰে মৃত্যু এনেকুৱা বুলি জনা নাছিল। সি খন্তেক পৰ বজ্ৰাহত মানুহৰ দৰে চাই থাকি শটোৰ ওপৰত ঢলি পৰি হাঁয়ে-বিঁয়ৈকৈ কান্দিবলৈ ধৰিলে। ঘৈণীয়েক চম্পায়ো চিঞৰ শুনি ওলাই আহি বিননি জুৰিলে।

জীৱেশ্বৰ তোলনীয় পো, চম্পাও তোলনীয়া পোৰ বোৱাৰী। কিন্তু এইবোৰ ভাব সিহঁতৰ কেতিয়াও নাছিল। সিহঁত পিতৃ বিয়োগৰ শোকত বিহ্বল। সিহঁত যে মনেশ্বৰৰ কিমান মৰমৰ আছিল। সিহঁতৰ অসহায় কান্দোনত যেন গছৰ পাতহে সৰিব! এই কান্দোন ওচৰৰ সকলোৱে শুনিলে। লগে লগে কিজানি মনেশ্বৰৰ মৃত্যুৰ বাতৰি গোটেই গাঁৱতে বতাহৰ দৰে বিয়পিল। কিজানি গাঁৱৰ মুখিয়াল লোককেইজনৰ উপৰি বুঢ়া-বুঢ়ী, ডেকা-ডেকেৰী, জীয়াৰী-বোৱাৰী—সকলোৱেই জানিলে। কিন্তু সমাজৰ নিঠুৰ নীতি-নিয়মক নেওচা দিয়া আৰু গোসাঁই-ভকতে বান্ধি দিয়া বিধি-বিধানক উলাই কৰা মানুহ নোলাল। কাৰণ, যোৱা তিনি দিনৰ পৰা গাঁৱত এটা কথাইহে আলোচনা হৈছে—ইমান দিনে আমি ভূতৰ মুখতহে ৰাম নাম শুনি আছিলোঁ। সি যে নীহকুলত জাত যোৱা মানুহ। অধৰমী কাম এটা কুৰি বছৰৰ আগতেই কৰি বাৰুকৈয়ে নাম নজনা অসুখত ভুগি আছিল। এৰা, নেদেখাজনা আছে নহয়। সি কি ফাঁকি দিব?

গএঞাৰ মনত কি আছে, জীৱেশ্বৰৰ বুজিবলৈ বাকী নাথাকিল। প্ৰায় এঘণ্টা সময় পাৰ হ'ল। এতিয়াও এটা নৰ-মনিচো অহা নাই। মাথোন নঙলাৰ সিফালেহে ল'ৰা-ছোৱালী এবাহে ভুমুকিয়াই ভুমুকিয়াই চাইছে। মানুহ ইমান নিমৰমী হ'ব পাৰে বুলি সি সপোনতো ভবা নাছিল। এতিয়াহে বুজিলে। তাৰ বৰ বোষ হ'ল। বোষত তাৰ চকুপানী শুকাল। সি কঠোৰ হৈ পৰিল। চম্পাই ভিতৰৰ পৰা বগা বিছনা-চাদৰ এখন আনিলে। সি তাৰে গোটেই শটো ঢাকি দিলে। মনেশ্বৰৰ লাঠিডাল আনিও লগতে

থ'লে। আৰু আনিলে ঘোষা পুথিখন। পুথিখন হাতত লৈ নি চম্পাক ক'লে, "ইয়াততো জাত-কুলৰ কথা লিখা নাই। ক'ৰবাত কুকুৰ-শিয়ালৰো আত্মাত ৰাম আছে বুলি কৈছে। বুইছ, চম্পা, এইখন পিতাইৰ লগতে যাওক। জালুকনিত আৰু ঘোষা বুজা মানুহ নোলাব।"

এইবুলি কৈ ঘোষাখন বটাত ৰাখি মনেশ্বৰক সেৱা কৰিলে। তাৰ পিছত মৃত মনেশ্বৰৰ মূৰৰ কাষত ঘোষাখন ৰাখিলে।

মানুহ আলিয়েদি গৈয়ে আছে। অসহায় দুটা প্ৰাণীযে সেইফালে চাই আছে। কাৰো মুখত কথা নাই। আৰু ক'বনো কি? এৰা, এষাৰ সঁচা কথাই সিহঁতক যে এঘৰীয়া কৰিলেই, সঁচা কথাক সন্মান কৰাজনৰ শটোৰো যে নগুৰ-নাগতি।

জীৱেশ্বৰ কম বয়সীয়া ডেকা। বিয়া কৰালে যদিও তাৰ বয়স পঁচিছৰ বেছি নহয়। গতিকে শটো কেনেকৈ সংকাৰ কৰিব লাগে সি নেজানে। চম্পাযো এইবোৰৰ আও-ভাও নেপায়। সিহঁতে অলপ-অচৰপ শুনিছেহে। কেবা জাপো খৰিৰে শটো পুৰিব লাগে। পুতেকে মুখাগ্নি কৰিব লাগে। শ্মশানত পুতিবলৈ এটা ঘট, দুটা পাতি-পইচা আৰু মাহ-তিল লাগে। তিনি দিনত তিলনী পাতিব লাগে। দহ দিনত দহা। এমাহত শ্ৰাধ। প্ৰত্যেকটো কামতে বামুণ লাগে। পিছে আন মানুহেই যেতিয়া নাহে, বামুণ জানো আহিব?

জীৱেশ্বৰে আকাশ-পাতাল ভাবি থাকিল। চম্পাই ক'লে, "আমাৰ ঘৰত খবৰ দিলে কেনে হয়?"

সি ক'লে "সিহঁতে বা কি মূৰ্তি ধৰে কি ঠিক? তদুপৰি খবৰ দিব কোনে?"

এনেকৈয়ে আলচ কৰি শটোৰ ওচৰত বহি থাকোঁতেই দিনটো পাৰ হ'ল। আন্ধাৰ হৈ পৰিল। নঙলাৰ ওচৰৰ অমিতা গছজোপাৰ পৰা নিউ মাতটো শুনি সিহঁতৰ গা শিয়ৰি উঠিল। সিফালে দূৰৈত, বোধহয় নৈত, বিষাদৰ বিননি। কোনোবা ব্যৰ্থ নাৰৰীয়াৰ মুখত ভাটিয়ালীৰ সুৰ। কাষত কুকুৰৰ ঘেংঘেঙনি। হাবিত নিশাৰ পখীৰ পাখিৰ ধপধপনি। এই সকলোবোৰ মিলি গোটেই অৱস্থাটো শ্মশানৰ দৰে হৈ পৰিছে।

চম্পা বৰ ধৈৰ্য থকা ছোৱালী। তাই বাৰুকৈ সাহস কৰি ভিতৰলৈ গ'ল। বগী টিঙৰ চাকি এটা আনি শটোৰ ওচৰত ৰাখিলেহি। আগৰ ভয়াবহ অৱস্থাটো নাইকিয়া হ'ল। কিন্তু চাকিৰ পোহৰে ভেদ কৰিব নোৱাৰা ঠাইবোৰ বেছি অন্ধকাৰ হ'ল। জীৱেশ্বৰে মূৰে-কপালে হাত দি ভাবিলে—সিহঁত নথকাহেঁতেন এই দেৱতা যেন মানুহজনৰ শটো কুকুৰ-শিয়াল আৰু শগুণ-চিলনীৰ ভোজ হ'লহেঁতেন। সকলো হিতে বিপৰীত হ'ল।

মাজ নিশাই হ'লহি। জীৱেশ্বৰৰ ভাব হ'ল, গাঁৱৰ মানুহবোৰো যেন মৰি ভূত হ'ল। আন্ধাৰৰ আঁৰ লৈ যেন সেই ভূতবোৰে আলেঙে আলেঙে সিহঁতৰ ৰং চাইছে আৰু সুবিধা পালেই যেন সিহঁতৰ ওপৰত জাঁপ মাৰি পৰিবহি। তাৰ মগজুলৈ ধৰম-অধৰম আৰু পাপ-পুণ্যৰ চিন্তা সোমাল। কোন পাপী, কোন পুণ্যৱান সি ঠাৱৰ কৰিব নোৱাৰিলে। পিছে তাৰ ভাব হ'ল, তিনি দিনৰ আগতে মনেশ্বৰৰ ওচৰলৈ অহা মুখিয়াল লোকসকলহে পাপী। কাৰণ, তেওঁলোকৰ মমতা নাই আৰু ভালক ভাল বুলি ভাবিব নোৱাৰে। কিন্তু এদিন দেশৰ ধৰণী নাইকিয়া হ'ব তেওঁলোকৰ কাৰণেই।

শিমলু গছত দুটামান মৌপিয়া চৰাইৰ জোঁটাপুটি লগাৰ শব্দ। দূৰৈত ফেউৰাৰ মাত। সিহঁতে

যেন শ-ৰ গোন্ধহে পাইছে। ঘৰৰ ভিতৰত মেকুৰীটোৱে এনে মাত মাতিছে যে সাইলাখ কেঁচুৱাৰ কান্দোন

একো কৰিবলৈ উপায় নেপাই সি এনেকৈ থাকি বেছিকৈহে ভয় খাইছে। চম্পাই ভয়ত তাৰ হাত এখন জোৰেৰে খামুচি ধৰি আছে। সি ভাবিছে—শটো দাঙি অকলে পথাৰলৈ নিব নোৱাৰি। কুকুৰে-শিয়ালে খাব নোৱাৰাকৈ পুতিবলৈ হ'লেও বহুত দ গাঁত এটা খান্দিব লাগিব। হেপো-দেপোকৈ যেনিবা নিলোঁৱেই, চম্পা ক'ত থাকিব? তাই জানো লগে লগে পথাৰলৈ যাব? গ'লেই যেনিবা, আমাৰ সাক্ষাতে যদি কুকুৰ-শিয়ালে শটো আগুৰি ধৰেহি? আৰু দেৰি হ'লে যদি শটো পঁচি গোন্ধায়? অথচ এইটো শ ইমান পৰে দাহ হ'ব লাগিছিল।

চম্পা বহুত পৰ নিমাতে আছিল। তাই এটা কথা ভাবি আছিল। তাই তাক ক'লে, "এতিয়াৰে পৰা চোতালত গাঁত খন্দাত লাগি যা, পুৱা মানে দ আৰু বহল গাঁত এটা হ'ব। দেউতাক ইয়াতে পুতিম। গঞাক আৰু তোচ লৈ থাকিবৰ দৰ্কাৰ কি? গাঁৱেই মৰিশালি হওক। আমি আৰু ইয়াত নেথাকোঁ। পথাৰৰ কিনাৰতে পমুৱাৰ দৰে থাকিম।"

কথাটো জীৱেশ্বৰৰ মনত ধৰিলে। সি ক'লে, "ঠিক কৈছ। তোৰ এনে বুদ্ধি আছে বুলি ভবা নাছিলোঁ।" হঠাতে সি উৎসাহ পালে। ভঁৰালৰ আগতে কোৰখন আছিল। সি কোৰখন হাতত ল'লে আৰু খৰি এডালেৰে খান্দিবলগীয়া জেগাখিনিৰ চিন দিলে। এনেতে এটা আচৰিত কাণ্ড হ'ল। গায়ে-মূৰে কম্বলেৰে ঢকা মানুহ এটা সি দেখা পালে।

মানুহটোৱে তাৰ ওচৰ পাই ফুচফুচাই ক'লে, "মই আহিছোঁ, মই গণক বাপু ভূমিধৰ। এনেকৈ নাহি উপায় নাই। তই কাকো নক'বি।"

"তেনেহ'লে কিয় আহিল? সঁচাকৈয়ে আপুনি পিতাইক ঘিণ কৰিলে?" জীৱেশ্বৰে খঙেৰে সুধিলে।

ভূমিধৰ শৰ্মাৰ কিন্তু খং নুঠিল। তেওঁ ক'লে, "আন্ধাৰলৈ আহ। কোনোবাই দেখিলেই মোৰ বিপদ।"

ভূমিধৰ শৰ্মা আৰু জীৱেশ্বৰ ভঁৰালটোৰ সিকাষে আন্ধাৰত থিয় হ'ল। শৰ্মায়েই পোনতে ক'লে, "ঘৃণা কৰা পাছ কথা, তোৰ দেউতাৰক মই দেৱতা জ্ঞান কৰোঁ। নিজ মুখে কোৱা কথাবোৰ শুনি মোৰ মানুহজনক সেৱা কৰিবৰ মন গৈছিল। মৰাৰ কথা শুনাৰে পৰা মই এখন্তেক থিৰেৰে থাকিব পৰা নাই। কিন্তু কি কৰিম? মোৰো হাত-ভৰি বন্ধা। মই যদি আহোঁ আৰু কাৰবাক লগ ধৰি শটো দাহ কৰোঁ, লগত অহাবোৰৰ একো নহ'ব, মোৰ ফালেহে টেকেলী কাটি হ'ব। কিজানি লগত গাঁৱৰ মানুহ নাহিলহেঁতেন। মুচিয়াৰকেইটা আনিব পাৰিলোঁহেঁতেন।"

"তেনেহ'লে সিহঁতক লৈ নাহিল কিয়?" জীৱেশ্বৰে কোমল মাতেৰে সুধিলে।

ভূমিধৰ শৰ্মাই দীঘল হুমুনিয়াহ এটা পাৰি ক'লে, "কিন্তু বোপা, মোৰোতো এটা ব্যৱসায় আছে। মইতো খেতি-খোলা কৰি নেখাওঁ। কোষ্ঠী বনাওঁ, শাধ-কৰম কৰোঁ। তাকে কৰি পেটৰ ভাত মুঠি মোকোলাওঁ। যদি মানুহে কয়,—সি বামুণ হৈয়ো এনেকুৱা, তাক শাধ-কৰম, বিয়া-সবাহলৈ মতাৰ কি দৰ্কাৰ? —তেতিয়া মোৰ অৱস্থা কি হ'ব ভাবি চাচোন। ল'ৰা-ছোৱালীকেইটা নেখাই-নবৈ মৰিব। বোপা, তহঁত ডেকা মানুহ, তদুপৰি হাত দুখন থাকোঁতে তহঁতৰ মৰণ নাই। তহঁতে সমাজৰ লগত

যেনেকৈ পাতিব পাৰ। মই নোবাবোঁ। তই ভাবনে কি মই এইবোৰ নীতি-নিয়ম, জাতিভেদ আদি পছন্দ কৰোঁ, ভগবানৰ বিচাৰত পাপ কি, পুণ্য কি আমি নেজানো?"

কথাখিনি কোৱাৰ পিছত জীৱেশ্বৰৰ মানুহজনলৈ বৰ শ্ৰদ্ধা হ'ল। সি সেৱা এটা জনাই থোকাথুকি মাতেৰে ক'লে, "আপোনাক পাই মই হাতেতে সৰগ ঢুকি পাইছোঁ। তেনেহ'লে, দেউ, এতিয়া মই কি কৰিম?"

ভূমিধৰ শৰ্মাই ক'লে, "সকলো দিহা কৰি আহিছোঁ। মই ধোপাবৰলৈ গ'লোঁ। লগত পাঁচটামান মানুহ লৈ গোপীকান্ত আহিছে। গৰুগাড়ী এখন আনিছে। ফুলবৰীয়ে কৈছে—তেখেতৰ হাড় কেইডাল আমাৰ মাটিতে পৰিলে জীৱন 'সম্ফল' হ'ব। গতিকে বোপা, মই যাওঁ। আৰু নৰওঁ। ধৰা পৰি যাম।'

এইবুলি কৈ ভূমিধৰ শৰ্মা শটোৰ ওচৰলৈ গ'ল। কম্বলেৰে মুখ লুকুৱালে যদিও কম্বলৰ মাজৰ পৰা এবটল পানী উলিয়াই মুখেৰে কিবা মাতি শটোত ছটিয়াই দিলে। তাৰ পিছত বটলটো মাটিত থৈ শটোক এটা সেৱা জনালে। শেষত জীৱেশ্বৰক মাত নলগোৱাকৈয়ে তেওঁ গুচি গ'ল। হঠাতে তেওঁ এন্ধাৰৰ মাজত লুকাই পৰিল।

চম্পা আৰু জীৱেশ্বৰে আশাৰে গোপীকান্তলৈ বাট চাই ৰ'ল। প্ৰায় আধা ঘণ্টামানৰ মূৰত গাড়ীৰ বলদৰ টিলিঙাৰ শব্দ শুনা গ'ল। অলপ পৰ পিছত এজন ধুনীয়া ডেকাক চাকিৰ পোহৰে ধৰা দিলে। তাৰ চুলিত বগা কাপোৰৰ পটি। সুঠাম গাটো আবৰি ৰখা চেলেং কাপোৰখনৰ এচুকত এখন ডাব কটাৰী বন্ধা আছে। সি বৰ গহীন। মুখত বিষাদৰ ডাৱৰ।

সি এবাৰ জীৱেশ্বৰ আৰু চম্পালৈ চালে। লগে লগে গৈ শটো সেৱা কৰি হুকহুক কৰে কান্দি পেলালে। তাৰ পিছত চেলেংখনেৰে চকুলো মচি জীৱেশ্বৰৰ ফালে মুখ কৰিলে। জীৱেশ্বৰে আগুৱাই গৈ তাক সাবট মাৰি ধৰিলে আৰু ক'লে, "গোপীকান্ত, আজিৰ পৰা তুমি মোৰ ভাই।"

গোপীকান্তই ক'লে, "বৌটিৰ ইচ্ছা পূৰণ হ'ব— আমাৰ তাত শ দাহ কৰিলেহে। পিতায়ে ইয়াতে দেহ এৰিলে যেতিয়া শৰাধ ইয়াতেই হওক। ককাইদেউ, আপত্তি আছে নেকি?"

জীৱেশ্বৰে ক'লে, "একো আপত্তি নাই। বৰং শৰাধো তাতে হওক। ইয়ালৈ একো নাহে।"

"তেনেহ'লে মই গাড়ীখন মাতোঁ?" গোপীকান্তই অনুমতি বিচাৰিলে।

"আনা। বহুত পলমেই হৈছে।" জীৱেশ্বৰে অনুমতি দিলে।

অকণমান আগুৱাই গৈ গোপীকান্তই পিছফালে চাই সুধিলে, "ককাইদেউ, নবৌ কিন্তু আমাৰ লগতে যাব লাগিব। ইয়াত কেনেকৈ থাকিব?"

জীৱেশ্বৰে ক'লে, "হ'ব বাৰু। গাড়ীখন আনা।"

অলপ পিছতে গৰু গাড়ীখন চোতালত ৰ'লহি। গাড়ীৰ গাধৰিত এখন চাফা বিছনাও পতা আছে। গাড়ীৰ লগত পাঁচটা গোপীকান্তৰ বয়সৰে ডেকা ল'ৰা। সকলোৱে মনেশ্বৰৰ শটো সেৱা কৰি গাড়ীত তুলিলে। ল'ৰাকেইটাই হৰিধ্বনি দিলে। নিশ্চয় গাঁৱৰ সকলো মানুহে শুনি আচৰিত হ'ল। শটোৰ সৈতে গাড়ীখন ধোপাবৰৰ ফালে চলিল। চম্পাকে ধৰি সকলো গাড়ীৰ পিছে পিছে গৈ থাকিল। গোপীকান্তই ভাবি গ'ল—এইখন গাড়ীতে এতিয়া সেইজন মানুহ উভতি গৈছে শ হৈ আৰু তাৰ পিতৃ হৈ।

গোপীকান্তৰ চকুৰ পানীৰ সোঁত বৈ ধুঁতৰিৰ লগত মিলি গ'ল। মৌন যাত্ৰাত হঠাতে

জীৱেশ্বৰৰ মাত শুনি তাৰ শোকতো আউল লাগি গ'ল।

জীৱেশ্বৰে ক'লে, "গোপী, মুখাগ্নি তুমিয়েই কৰিবা।"

গোপীকান্তই ক'লে, "কিয় কৈছে? আপোনাকতো মই পৰ ভবা নাই!"

জীৱেশ্বৰে মাথোন ক'লে, "মুখাগ্নি কৰাৰ অধিকাৰ কেৱল তোমাৰহে আছে।"

# সুৰ সঞ্জীৱনী

যুদ্ধৰ আগতে ৰবৈয়াখন গোটেই হাবি আছিল। মাথোঁ উদাসীনভাৱে পৰি থকা ৰে'লৰ আলিটো আৰু চাহ বাগিচাখনৰ কাৰণেই ৰবৈয়ালৈ যি দুই-এক মানুহৰ সমাগম হয়। কিন্তু যোৱা যুদ্ধৰ পিছৰ পৰাই ৰবৈয়াৰ ৰূপ বদলিছে। যুদ্ধত বিমান ঘাটি প্ৰস্তুত হ'ল। আলিটো আহল-বহল আৰু পিটচ দিয়া হ'ল। শই শই নতুন নতুন ঘৰ সজোৱা হ'ল। মটৰৰ গুমগুণনিত শান্তিৰে থাকিব নোৱৰা হ'ল। দিনতে জোপ লৈ থকা বাঘ-ভালুক অন্য গহন বনত আশ্ৰয় ল'লেগৈ। চাহ বাগিচা সামৰিক কৰ্তৃপক্ষই ল'লে। যুদ্ধৰ পিছত ৰবৈয়াৰ খদমদম আৰু বাঢ়িল। উত্তৰ ফালে বাঢ়িল বৃহৎ কলেজ আৰু কৃষি বিভাগৰ অফিচ। বিমানকোঠ আগতকৈ বহুত ডাঙৰ হ'ল। হাজাৰ হাজাৰ সৈনিকৰ আৱাসস্থল হ'ল। পুব ফালে প্ৰতিষ্ঠা হ'ল সমূহীয়া উন্নয়ন কেন্দ্ৰ আৰু শ্ৰমিক বিদ্যালয়। এতিয়া ৰবৈয়াৰ আলিত বাগিচাৰ কুলিৰ পৰা আৰম্ভ কৰি ভাৰতৰ প্ৰতি জাতিৰে বিভিন্ন ধৰণৰ মানুহ দেখা যায়। বাটত কাৰোবাক লগ পালে সুবিধা বুজি হিন্দী, বাংলা, ইংৰাজী আদি বিবিধ ভাষা ক'ব লাগে। এতিয়া ৰবৈয়া আৰু এখন শান্তিপূৰ্ণ গাঁও নহয়। খিলঞ্জীয়া অধিবাসীয়ে আধুনিকতাৰ হেঁচাত ৰ'ব নোৱাৰি হঁহকি গৈ আছে। নিজেহে বিদেশী হৈ পৰিছে। জীৱন-নিৰ্বাহ কৰিবলৈকো সুকীয়া উপায় ল'ব লগা হৈছে। বৰভেটাৰ পৰা পকামূৰালৈকে এই পাঁচ মাইল বাটত অসমীয়া মানুহ কেইঘৰমানহে দেখা পাব। মাথোঁ মাজে মাজে দেখা দুই-এখন পাণ-খিলিৰ দোকান। কাষৰ চাওদাং গাঁৱত আগৰ অজটিল মধুৰ জীৱনলৈ আহুকাল আহিছে।

সন্ধিয়া চাৰে ছয় বজা মানৰে পৰা দেখা পাব ৰবৈয়াত সৈনিকৰ জীৱনৰ উদুলি-মুদুলি। বিশাল পথাৰত শ শ তম্বুত সৈন্যৰ হাঁহিৰ খলকনি। আলিত বুট জোতাৰ গৰপ্ গৰপ্। প্ৰকাণ্ড মটৰগাড়ীবোৰ বায়ুবেগেৰে অহা-যোৱা কৰিছে। চকুৰে নমনালৈকে চাই পঠিয়াওক—ক'তো পৰিয়ালৰ জীৱন এটা চকুত নপৰে। মাথোঁ বাগিচাৰ পুব ফালৰ কুলি-বস্তিৰ পৰা কিছুমান অশ্লীল গালি-গালাজ শুনিবলৈ পাব। তাত আপোনাৰ নিজকে আচহুৱা আচহুৱা লাগিব। ৰিক্সা এখন লৈ অতি সোনকালে যোৰহাট পাবলৈ মন যাব। দুৱণিৰ গাঁওবোৰ ৰবৈয়াৰ বিজুলী-বাতিৰ পোহৰৰ মাজেদি চালে মৰিশালিৰ দৰে নীৰৱ আৰু ৰূঢ় যেন লাগিব।

এনে এটা সন্ধিয়া দেখা পাব—ট্ৰাঙ্ক ৰ'ডৰ কাষৰ আঁহত গছ এজোপাৰ তলতে বাহিৰৰ জলফুল আওকাণ কৰি বুঢ়া এটা আৰু চৈধ্য-পোন্ধৰ বছৰীয়া ল'ৰা তিনিটাই জুই পুৱাই থাকে। সিহঁত সদায় তাতে বহে। ৰাতি চাৰে-ন বজালৈকে। আলিৰ পৰা মটৰ আৰু মানুহ পাতলিলে ক'ৰবাত শোৱেগৈ।

বুঢ়াটো হ'ল বঘৰা। বয়স ষাঠিৰ ওপৰ। ল'ৰাকেইটা হ'ল চেলুৱা, কন্তি, ৰাহু আৰু সনত। সিহঁতেই বুঢ়াৰ একমাত্ৰ লগ। বুঢ়াৰো কেও-কিছু নাই, সিহঁতো তেনেকুৱাই। বুঢ়া বঘৰাৰ বাঁও হাতখন নাই। কঁকালো ভালকৈ পোনাব নোৱাৰে। সনত সিহঁতৰ মাজত নতুন, সি আজিহে সিহঁতৰ লগ লৈছে। এবছৰৰ আগতে তাৰ মাকৰ যোৱা-থোৱা অৱস্থা হৈছিল। দৰবলৈ পইচা নাই। সি সেই ৰাতিয়েই চলিহা গাঁৱৰ হেকেৰাৰ গেলামালৰ দোকানত চোৰ সোমাল। সোমায়েই দোকানৰ চন্দুকত হাত ভৰালে। পাঁচ টকামান পালেই তাৰ কাৰণে ঢেৰ। মাকৰ খাবলৈ কোৱা দৰবটোৰ দাম ডেৰ টকাহে। কিন্তু কেতিয়াও চুৰ নকৰাৰ কাৰণেহে সি ধৰা পৰিল। পিছদিনা গঞাই তাক গুৰুলা-গুৰুলকৈ পিটি পুলিচক শোধাই দিলে। সি তিনি মাহমান জেল-ভাত খালে। জে'লৰ পৰা ওলাই উকীল এজনৰ ঘৰত ৰান্ধনি সোমাল। কিন্তু উকীলে বিয়া কৰোৱাৰ পিছত তাত তাৰ থকাই অসহ্য হৈ পৰিল। উকীলনীয়ে তাৰ প্ৰতিটো কথাতে ভুল ধৰে। অনবৰত বলকি থাকে। একেবাৰে দন্দুৰী শাহুৰ দৰে। উকীলনীৰ কথা শুনি উকীলে তাক কিলাবলৈকো ল'লে। আগৰ দৰে এই পুহমহীয়া জাৰত ভাল কানি-কাপোৰ এডোখৰো নোপোৱা হ'ল। পৰহি উকীলে ক'ৰবাত খবৰ পালে যে সনত তিনিমাহ জে'লত আছিল। সেই কাৰণে তাক দৰমহা-চৰমদা নিদি খেদি দিলে। তাৰ আৰু আন এঘৰ মানুহত ৰান্ধনি সোমাবলৈ ইচ্ছা নহ'ল। এইবোৰ মতা মানুহৰ কাম নহয়েই। তাতো কেনা লাগিলে ঘৰতে ঠেঙৰ ওপৰত ঠেং তুলি ফন্তি মাৰি থকা তিৰোতাবোৰে কেংকেঙাই উঠে। তাৰ মাকৰ কাল হোৱা ছমাহেই হ'ল। পুনৰ চলিহা গাঁৱলৈ যাবৰ প্ৰয়োজন নাই। সি উকীলৰ ঘৰত থাকোঁতেই শুনিছিল যে ৰবৈযাত সিহঁতৰ কাৰণে বহুত কাম ওলাইছে। টিনপাতত ৰং লগোৱা, ৰাজমিস্ত্ৰীক ইটা আৰু বিলাতী মাটি আগবঢ়াই দিয়া, অফিচত বটল মোচা, চাহাবৰ বঙলাত মালী-কাম কৰা, মিলিটেৰী গুদামত পহৰা দিয়া ইত্যাদি অনেক কাম। সি আজি দিনটো ঘূৰিলে। কিন্তু ক'ত কি কাম ওলাব পাৰে তাৰ একো উৱাদিহেই নাপালে। দাৰোৱান আৰু চাকৰ যেন দেখা মানুহবোৰৰ ভাষাই সি ভালকৈ নুবুজে। এইবোৰ কাম যোগাৰ কৰাও কম কথা নহয়। এই অঞ্চলত তাৰ এটা চিনাকি থাকিব লাগে। তাৰ আশ্ৰয় লৈহে কেইদিনমান খপি কিবা এটা সুবিধা কৰিব পাৰি। বেলি বহা সময়লৈকে ঘূৰি ফুৰি সি ভাগৰি পৰিল। তাৰ পিছতে লগ পালে বঘৰা বুঢ়া আৰু দলটোক।

সন্ধিয়াৰে পৰা বুঢ়াই কথা কৈছে আৰু ল'ৰাকেইটাই শুনি গৈছে। বুঢ়ালৈ সিহঁতৰ শ্ৰদ্ধা। ওখ-ডাঙৰ মানুহ। হাড় কেইডালো হটঙা। বাঁও হাতখন থকাহেঁতেন এতিয়াও বুঢ়াই মিলিটেৰীৰ লগত ঘুচীয়া-ঘুচি কৰিব পাৰিলেহেঁতেন। অসমৰ আটাইকেইখন জে'লতে বুঢ়াই জে'ল-ভাত খাইছিল। বুঢ়াৰ হাতখন ভাগিল ডকাইতি কৰি। সিও ভাগিছে চলি থকা ৰে'লগাড়ীৰ পৰা জঁপিয়াই পৰোঁতেহে। বুঢ়াই ইমান পৰে সিহঁতক সাধুকথাৰ দৰে জে'লৰ কথাই কৈ আছিল। নিজৰ প্ৰভুত্ব দেখুৱালৈকে পোনতে কৈছিল কোনোবা জে'লত জেইলৰ, জমাদাৰ বা বাৰ্ডাৰ তাৰ প্ৰতি সদয় হোৱাৰ কথা। কৈ যায় গোন্ধৰ আগষ্টৰ দিনা কয়দীক মাংসৰে ভোজ দিয়াৰ কথা। এবাৰ হেনো চিলেট জে'লত জেইলাৰ নৰপতি লাহাই তাক ৰান্ধনি আৰু বিলনীয়া পাতিছিল। সেই বছৰ আৰু বুঢ়াৰ খোৱা-বোৱাৰ উভৈনদী। গাৰ ওজন সাত সেৰমান বাঢ়িছিল। ল'ৰাকেইটাই এইবোৰ কথা বৰ আগ্ৰহেৰে শুনি গৈছিল। কাৰণ সিহঁতে জানে যে সিহঁতে যদি ভৱিষ্যতে ভাল ঘৰ এটাত থাকিবলৈ পায়, সেইটো ঘৰ মণি হাকিম বা বধু নাজিৰৰ নহয়, হ'ব লোহা আৰু ইটাৰ দেৱালেৰে আগুৰি থকা জে'লখানাহে। বঘৰা বুঢ়াই আকৌ কয়

জে'লত লগ পোৱা কোনোবা দুৰ্দান্ত ডকাইতৰ কথা। ল'ৰাকেইটাই সেইবোৰ কথা ৰূপ-কথাৰ দৰেই শুনি যায়। নিজে সাহস গোটায়। মনে মনে ডকাইতক শ্ৰদ্ধা কৰে। মনলৈ বীৰত্ব-ভাব আনে।

সনতে কিন্তু সেইবোৰ শুনি আমনিহে পাইছে। জে'লৰ কথা বঘৰা বুঢাই বহুত বঢাই কৈছে। সিও তিনি মাহ জে'লত আছিল। তদুপৰি বুঢাৰ কথাবোৰো লাগ-বান্ধ নোহোৱা। দুঘণ্টাৰ ভিতৰতে চাৰি চিলিম জংঘলী ভাং খালেই। চেলুৱা আৰু কঠিযে মদ পি আহিছে। মুখত অসহ্য গোন্ধ। কথাবোৰো শুনি লাজ পোৱা ধৰণৰ। বুঢা মানুহটোৰ আগতো সিহঁতে সেইবোৰ কথা ক'বলৈ সংকোচ কৰা নাই। ৰাহুৱেও 'অমুকক মাৰিম', 'তমুকক হাড ভাঙি গুডা কৰি দিম' 'অমুক চাহাব যদি খাই-বৈ ধলংপলংকৈ আহে লেগ্ মাৰি পেলাই ঘডীটো মাৰি দিম' ইত্যাদি কথা।

সনতে কিন্তু এই পৰিৱেশটোত স্বস্তিৰ নিশ্বাস পেলাইছে। তাৰ দৰে ল'ৰা এটাই এনেকুৱা লগহে পাব। এনেকুৱা নহ'লে তাৰো চলিবৰ উপায় নাই। সোতৰ বছৰীয়া ল'ৰাটোৱে কাৰো পৰা এষাৰ মৰমৰ মাত শুনা নাই। শুনিছে কেটেৰা-জেঙৰা মাত, ভুগিছে ভদ্ৰ সমাজৰ ঘৃণা আৰু অৱহেলা। দেশৰ নতুন ব্যৱস্থা তাৰ কাৰণে এই পুহ-মহীয়া হাড়-কঁপোৱা বতাহজাক আৰু জাৰটোতকৈ বেছি নিহকুটুমীয়া। ইহঁতে তেওঁ তাক আশ্ৰয়েই দিছে। নিজৰ লগৰে এটা বুলি আদৰি লৈছে। কাপোৰ নোহোৱা ল'ৰাটোৱে চাহ গছৰ মুঢাৰ জুইকুৰাৰে জাৰৰ পৰা অব্যাহতি পাইছে। সিহঁতে তাক 'ডালমুট' খুৱাইছে, জেপৰ পৰা বিঁডি উলিয়াই দিছে। ৰাতি এঁঘাৰ বজাত ভালকৈ মাছে-মঙহে ভাত খাব পাৰিব বুলিও কৈছে। তাৰ পিছত কাষৰে দৰ্জিটোৰ দোকানত সিহঁতৰ লগতে একেটা জাপতে শুব পাৰিব বুলি কৈছে। সি পাপ-পুণ্য বিচাৰ কৰিবলৈ চলিহা গাঁৱৰ পাঠশালাৰ পণ্ডিত মহাশয নহয় যে সিহঁতক ঘৃণা কৰিব পাৰিব।

ৰাতি ন বজাৰ লগে লগেই আলিত মটৰ আৰু মানুহৰ সমাগম কমিল। মাজে মাজে দুই-এটা মানুহে মদ খাই ঢলং-পলংকৈ গৈছে। দুখন-এখন ৰিক্সাও গৈছে। যোৰহাটত চিনেমা ভাগিবৰ হ'ল। তাৰে পৰা মানুহ আহিছে। সিহঁতৰ পৰা অলপ দূৰৈত বাগিচাৰ মাজেদি সৰু পিটচ দিয়া আলিটোৰে গ'লেই মিলিটেৰী কেম্প। তাত চিনেমা হলত চিনেমা আৰম্ভ হ'বৰ সময় হৈছেহে। মাজে মাজে দুই-এটা ইংৰাজী গানেহে দূৰৈৰ বায়ু মুখৰ কৰিছে। ফক্স ট্ৰটৰ কনছাৰ্ট আৰু ছিলোনিজ ভায়লাৰ সুৰ—

মিট্ মি টু নাইট ইন্ দি মুন লাইট
ডাৰ্লিং মিট মি অল্ এলোন
ফৰ্ আই হেভ গট এ ষ্টৰী টু টেল ইউ
এ ষ্টৰী বিং নেতাৰ বিন্ ট'ল্ড।

তাৰ লগে লগে সিহঁতৰ কাণত পৰিছে মিলিটেৰীৰ কিছুমান উৎকট চিঞৰ-বাখৰ। তাত ৰাতিৰ পাশৱিকতাৰ ইঙ্গিত। তাত বাদে ৰবৈয়া শুই পৰিছে। কুলি-বস্তিত মাথোঁ কিছুমান সংগতিহীন শব্দ আৰু মাৰত দুখ পোৱাৰ গেঙণি। এইখিনি কোঢাল সিহঁতৰ কাৰণে নীৰৱতা বেছি বুলি অনুভৱ কৰোৱাৰ সহায়কহে।

দহটা বজাৰ পৰাহে সিহঁতৰ আচল জীৱন আৰম্ভ। বঘৰা বুঢা ৰবৈয়াইদি যোৱা ৰে'লগাড়ীৰ উকি শুনাৰ পিছৰে পৰা অযথা গহীন হৈ পৰিল। বাকী তিনিটাক নিজ নিজ কামলৈ যাবলৈ দিহা দিয়াত লাগিল। আটাইতকৈ শকত-আৱত ল'ৰা ৰাহুক ওচৰলৈ মাতি আনি কাণৰ ওচৰত ফুচফুচাই ক'লে, "তই এতিয়াই কান্দ্ৰাৰ ঘৰলৈ যা। সি চাগে মদ খাই বেহুঁচ। তাই মায়ামতী কিন্তু বহি থাকিব। তাইক লৈ তই

কাঞ্চীৰ দোকানৰ পিছলৈ যাবি। তাতে খাটিয়াখনত অথনি অহা মিলিটেৰীটো বহি থাকিব। এইক গতাই দিবি। এঘণ্টাৰ পিছত এইক লৈ আহিবি। সি পাঁচ টকা দিব! দুটকা তাইক দিবি। তিনি টকা তই আনিবি।"

ৰাহুৱে বৰ মনোযোগেৰে শুনি গ'ল। ইমানখিনি কঠিন কাম কৰিব লাগিব কাৰণেই আজি সি মদ খোৱা নাছিল। জেপত খুকুৰীখন ভালকৈ ল'লে আৰু যাত্ৰা পাৰ্টিৰ সেনাপতিৰ দৰে থিয় দি ৰ'ল।

তাৰ পিছত চেলুৱাক পঠালে চাবলৈ। স'লগোটা চাওদাঙৰ ঘৰৰ এচুকত এটা গঁৰালত তিনিটা মঙহাল কুকুৰা আছে। সি দুৱাৰখন পোনতে খুলি দিব লাগিব। তাৰ পিছত গঁৰালৰ মুখৰ পৰা চাউল ছটিযাই শিমলু জোপাৰ তলৰ মেজীটোৰ ওচৰলৈ আনি সিহঁতক ধৰি আনিব লাগিব। তাৰে এটা খোৱা হ'ব আজি ৰাতি বাৰ বজাত আৰু দুটা দোকমোকালিতে মিলিটেৰীক বেচিব লাগিব গাইপতি দুটকাকৈ। কণ্ঠিৰ বয়স মাথোঁ বাৰমান হ'ব কাৰণে তাকো চেলুৱাৰ লগতে পঠালে। সি নিজৰ বুদ্ধি খটাই তেনেকৈ চুৰ কৰিব বুলি বঘৰাৰ বিশ্বাস নহয়।

সকলোকে দিহা দিয়াৰ পিছত এইবাৰ বঘৰাই সনতৰ ফালে চাই ক'লে, "তেনেহ'লে তই কি কৰিবি?"

সনত নিমাত।

ৰাহুৱে মাত লগালে, "অ' তেনেহ'লে গাঁৱত জৰা আৰু ৰেবাব টেঙাৰ বাহিৰে তই আন বস্তুত হাতকে লগোৱা নাই?"

তাকে শুনি আটাইবোৰে হোঁ হোঁ কৰে হাঁহি পেলালে। সি অপ্ৰস্তুত হৈ পৰিল। তেতিয়া বঘৰা বুঢ়াই গহীন হৈ মাত লগালে, "হেৰ, তহঁতে উপলুঙা কৰিছ কিয়? সি কি পৰি মৰা ল'ৰা অ'? গেলামালৰ দোকানৰ চন্দুকত হাত ভৰাই তিনি মাহ জে'ল খাই আহিছে।"

"চাব্বাইচ—চাব্বাইচ!" সিহঁত তিনিওটাৰে একেলগে আনন্দৰ ৰোল বাজি উঠিল। সনতেও অলপ হাউচ পালে। এইবাৰ গলগলীয়া মাতটো শুনি তিনিওটা বৈ গ'ল।

বুঢ়াই ক'লে, "তহঁতে তাক বুজিবই পৰা নাই। মই চকু দেখিয়েই বুজিব পাৰিছোঁ। ইয়াৰ চকু তিৰবিৰাই আছে। চোৰৰ গহীনটোহে আচল কালান্তক বস্তু।"

সনতে তেতিয়াও এষাৰ কথা নক'লে। বাকীকেইটাও আচৰিত। ই যদি আজি চুৰ নকৰে কাইলৈ ইয়ে পুলিচক খবৰ দি সিহঁতক ধৰাই দিব। ৰাহুৱে ভেৰেভোৰালে—ই বেটাই তপস্বীৰ দৰে বহি থাকিলে নহ'ব। ঠেং ভাঙি একেবাৰে 'পেংটা' কৰি দিম।

এনেতে বঘৰা বুঢ়াই মাত লগালে, "বাৰু, তই আজি বৰ ডাঙৰ কাম কৰিব নালাগে। সৌজনী ফৰিঙতী বুঢ়ীৰ ঘৰ। অকলে আছে। শোৱাৰ ওচৰতে খৰি কিছুমান আৰু চাউলো থাকে। তই মনে মনে গৈ লৈ আহ। ফৰিঙতীয়ে সাৰ পালেও একো কথা নাই। তোক চিনিও নাপায়, সাৰ পাই চিঞৰিলেও ঠেলা মাৰি পেলাই থৈ তই বাজ ওলাব পাৰিবি। ইয়াকে আজি কৰি দেখুৱা।"

বাকী তিনিটায়ো হয়ভৰ দিলে। বুঢ়ীয়ে সাৰ নোপোৱাকৈ সি যদি খৰি আৰু চাউল আনিব পাৰে, তেনেহ'লে সি সিদ্ধহস্ত বুলি বিশ্বাস হ'ব আৰু সিহঁতৰ দলত বেছ খাপ খাই পৰিব।

ফৰিঙতী বুঢ়ী সেই ঘৰটোতে অকলে অকলে থাকে, তাইৰ কেও-কিছু নাই। দিনত পৰৰ ঘৰত ল'ৰা-ছোৱালীৰ জাঁজ মাৰি যি দুই-এপইচা পায় তাৰে চলে। বুঢ়ী বেজিনীও। অশৌচীয়া তিৰোতাৰ দৰৱ দি দুই-এপোহা চাউলো উলিয়ায়। বঘৰা বুঢ়াই কয় যে বুঢ়ীজনী মিছলীয়া। পুতেক এটা মিলিটেৰীত

সোমাল। এতিয়ালৈকে ঘূৰি অহা নাই। বুঢ়ীয়ে কয় যে পুতেক এদিন নহয় এদিন ওলাবহিযেই। তাৰ কাৰণেই খাপ পিটি আছে। নহ'লে ইমান দিনে থান এখনলৈ গৈ তাতে হৰিক চিন্তি চকু জপালেহেঁতেন। বঘৰা বুঢ়াৰ বিশ্বাস যে বুঢ়ীয়ে এনেকৈ কয় লোকৰ আগত ভালৰি বোলাবলৈহে। তাৰ মতে বুঢ়ীও চুৰুণী। কিন্তু বাহু আৰু চেলুবাইঁতে বুঢ়ীৰ লগত বঘৰা বুঢ়াক জোৰা দি জোকায়। বুঢ়াৰ বৰ বেছি খং নুঠিলেও বৰ গহীন হৈ দেখুৱায়।

বঘৰাই সনতক দিহা দিয়া সত্ত্বেও যেতিয়া সি মনে মনে ৰ'ল তাৰ খঙে চুলিৰ আগ পালেগৈ। তাক টান মাতেৰে সুধিলে, "এতিয়া তই যাবি নে নাযাৱ খাটাংকৈ ক। নামাত কিয়?"

বাকী তিনিটাই সনতৰ উত্তৰলৈ বাট চাই ৰ'ল। বুঢ়াৰ আদেশ পালেই 'চোৰৰ পুতেক নিচোৰক' মূৰ ভাঙি গুড়া কৰি দিব।

সনতে ভাবিলে যে সি যদি মান্তি নহয় তাৰ অৱস্থা বেযা হ'ব। ইহঁতে কি কৰে ঠিক নাই। শেষত ক'লে 'পিছে '

'পিছে-চিছে নাই। অ' তই জে'ললৈ ভয় কৰিছ? হেৰ' জে'ল বহুত ভাল। দুসন্ধ্যা নিযমিত খাবলৈ পাবি। এনেৰে আৰু নিযৰত তিতি জুই ফুঁৱাব নালাগে।'

ইযাকে কৈ বঘৰা বুঢ়া গুজৰি-গুমৰি উঠিল। সনতে মাথোঁ এটা সৰু উত্তৰ দিলে, "বাৰু তেনেহ'লে।'

সিহঁত তিনিটা দিহা-দিহি গ'ল। সনতো আগবাঢ়িল ফৰিঙতী বুঢ়ীৰ ঘৰৰ ফালে। বঘৰা বুঢ়াই আওঁঠাখিনিৰ মাজলৈ বুকুখন আগুৱাই দি বুঢ়া বান্দৰৰ দৰে বহি ৰ'ল।

ফৰিঙতী বুঢ়ীৰ ঘৰৰ চাৰিওফালে শূন্য ঠাই। এফালে চাহনি আৰু বাকী তিনিফালে যুদ্ধৰ মিলিটেৰীয়ে এৰি যোৱা কিছুমান উঁৰলি পৰা ঘৰ। চাৰিওফালে ভয় লগা নিস্তব্ধতা। বুঢ়ীৰ ঘৰৰ টিমিকি-টিমিকি বগী টিনৰ চাকিটোৰ পোহৰ যেন মৰাশৰ চিতাত শেষত পুৰিবলৈ থকা কাঠডালৰ পোহৰহে। ঘন অন্ধকাৰত চাৰিওফালে মৰিশালিৰ ভয়াবহ অৱস্থা। তাৰ বুকু লৰি গৈছে। ঘনাই সেপ ঢুকিছে। তাৰ মাথোঁ কাণত পৰিছে দুই নল আঁতৰৰ মিলিটেৰী কেম্পৰ পৰা অহা গান। গানেই যে কিছুমান যন্ত্ৰৰ মাতেই সি একো ধৰিব পৰা নাই। সি শুনিছে। ৰাতি যিকোনো সুৰেৰে ৰিণিকি ৰিণিকি ধ্বনিয়ে মনটো জুৰাই নিয়ে।

কেম্পৰ গ্ৰামোফ'নত চলিছে ৰক্ এন্ ৰ'ল্। কিছুমান অবোধ্য শব্দৰ বলিয়ালিৰ সাঙ্গীতিক ৰূপ—

ইয়াকা বাক্কা
বৰালিকা মাক্কা
কদম কম কে

তাৰো মগজুত অসংখ্য বলিয়ালি। তাৰ ভাব হৈছে যেন বুঢ়ীজনীয়ে কষ্ট কৰি গোটোৱা খৰিকেইচলা আৰু চাউলখিনি চুৰ কৰাতকৈ এই অপদাৰ্থ বুঢ়ীজনীৰ ঘৰটোক জ্বলাই দি তাতে সি জুই পুৱাব। বুঢ়ীয়ে এনেদৰে দিন নিয়াবৰ কোনো প্ৰয়োজন নাই। তাৰ পিছত গৈ হাত নোহোৱা বঘৰা বুঢ়াক খৰিৰ চলাৰে মূৰ ভাঙি তাৰ পাপী জীৱনৰ ওৰ পেলাব আৰু তেনেকৈয়ে সি জে'ল ভাত খাব। এয়ে

বহুত ভাল।

সি বুঢ়ীৰ ঘৰ পালেগৈ। বেৰত কাণ থৈ শুনিলে। বুঢ়ী শোৱা নাই। খুন্দনাৰহে শব্দ শুনিছে। বেৰৰ জলঙাইদি চালে। বগী টিনৰ চাকি এটাৰ পোহৰত বুঢ়ীয়ে তামোল খুন্দিছে। বুঢ়ীৰ মূৰত কেঁচা চুলি এডালো নাই। মুখখন সোপোকা পৰিছে যদিও দেখাত বৰ ধুনীয়া। খুন্দা তামোলেৰে ৰঙা কৰা ওঁঠ দুটা বগা মুখখনত বৰ শুৱাই পৰে। বুঢ়ীক দেখিলেই সেৱা কৰিবৰ মন যায়। বেছিকৈ ওলমি পৰা কাণৰ লতিত বাখৰ দিয়া থুৰীয়া এযোৰো পিন্ধিছে। গাত লোৱা কম্বলখনো বগা। কম্বলখনেৰে সৈতে বুঢ়ীক গোসাঁনী গোসাঁনী লাগে। সি বেৰৰ জলঙাইদি থৰ লাগি বুঢ়ীৰ কাণ্ড-কাৰখানা চাই ৰ'ল। দেখিলে, খুন্দা তামোলখিনিৰে কাগজত টোপোলা এটা কৰিলে আৰু গাৰুৰ তলত থৈ দিলে। জপাৰ ওপৰত থকা সাঁচিপতীয়া পুথিখন এবাৰ সেৱা কৰিলে। বিছনাৰ ওচৰত থকা গছা এটাৰে চাকিটো আনিলে। তেনেহ'লে বুঢ়ী শুবলৈ আৰু বেছি পৰ নাই। বাৰ বাজিলেই। মিলিটেৰী কেম্পটোও নিজম। মাথোঁ শুনিবলৈ পোৱা গ'ল দূৰৈৰ কোনোবা গাঁৱৰ পৰা কুকুৰা চৰাইৰ আৰাব।

হঠাতে সি অতি আচৰিত হৈ গ'ল। বুঢ়ী বিছনাত কাটি হৈ পৰিল আৰু গাৰুৰ তলৰ পৰা ফটো এখন উলিয়াই তাকে চাই চাই লেনীয়া সুৰেৰে গাবলৈ লাগিল ঃ

হে সুত মাধৱ হে—
অ' হৰি হৰি কি মেৰি কম্পাল।
আৰে, কহিৰ দাৰুণ সৰ্প তেৰি ভেলা কাল

অতি সুৱদি সুৰ। আইনামৰ দৰে গাইছে। এইটো বৰগীত। গাঁৱৰ ল ৰা হৈ সি গম পায়। এইটো গীতত আছে কৃষ্ণৰ বিৰহত যশোৱা জননীৰ বিলাপ। অতি কৰুণ। সেই কৰুণ কথাৰ লগত নিজৰ কৰুণ সন্তাপ মিলাই বহুত তাপিতে সান্ত্বনা লয় চাগৈ।

তাৰ অন্তৰত কিহবাৰ ঢৌ খেলি গ'ল। মাতটো এবছৰৰ আগতে কাল হোৱা ঠিক তাৰ মাকৰ দৰেই। মাকৰ লগত শোওঁতেও এনে গীতকেই মাকে গাইছিল। ইমান দিনৰ মূৰত যেন সি মাকৰ মাতটোহে শুনিবলৈ পালে। সুৰৰ প্ৰতিটো লযে তাৰ হিয়া জুৰ পেলাই গ'ল। ইমান শান্ত সুৰ। তাৰ বুজিব নোৱাৰা মৰ্মবোৰো ইমান গহীন। তথাপি এই মিলিটেৰীৰ হুলস্থূলৰ ঠাইত এই ৰাতি এই গীত যেন কোনোবা সীতা আয়েহে গাইছে— পাতালত লুকাবলৈ। সি অভিভূত হ'ল। সি চকু দুটা আৰামত মুদি দিলে। এয়া যেন তাক মাকে শুৱাবলৈকে গীত জুৰিছে। সি পাহৰি গ'ল যে সি চুৰ কৰিবলৈ আহিছিল আৰু চুৰ কৰি নিব নোৱাৰিলে যে বঘৰা বুঢ়া আৰু ৰাহুইঁতে তাক ৰক্ষা নিদিব। সি যেন আজি অহাৰ উদ্দেশ্য হ'ল— বহুদিনৰ মূৰত মাকৰ কোলাৰ আশ্ৰয় লোৱা।

অতৰ্কিতে তাৰ মুখৰ পৰা ওলাই পৰিল, "বৌটী, অ' বৌটী!"

অতি আতুৰ ধ্বনি!

সি অতি আচৰিত হ'ল। বৌটী বুলি মতা বুঢ়ীয়ে সমিধান দিছে একে আকুলতাৰে।

"অ' মোৰ সোণ, আহিলি? আজি চৈধ্য বছৰে তোলৈকে চাওঁতে চাওঁতে চকু বিষাল।"

"গৈছোঁ বৌটী, গৈছোঁ।"

"কিন্তু তই ইয়ালৈ বদলি হৈ আহিলি নে এনেয়ে মোক চাই যাবলৈ আহিলি? চাবলৈ আহিছ যদি আকৌ সেই যুঁজত কামটোলৈ যাব নালাগে।"

সি আকৌ নিমাত। সি গৈ ওলালেগৈ বুঢ়ী হতাশ হৈ পৰিব। পুতেক আহিছে বুলি যিমান আনন্দ পাইছিল তাক দেখি সিমান দুখ পাই মূৰ্চ্ছা যাব।

বুঢ়ীয়ে আকৌ মাত দিলে একেবাৰে দুৱাৰৰ আগলৈ আহি ক'লে, "ক'তা, তই দেখোন নোহোৱা হ'লি? দুৱাৰখনো নিচিন নে? তই দেখোন পিছফালৰ পৰাহে মাত দিছ?"

"বৌটী, মই সোণ নহয়। আন এটাহে। মই সনত। চলিহা গাঁৱৰ ভনিতাৰ পুতেক।"

"ওলাই আহ তই। ক'ত লুকাই আছ? মোৰ আগত ভাগুতি-ভুগুতাখন কৰি নাথাকিবি।"

এই চৈধ্য বছৰৰ পিছত বুঢ়ীয়ে পুতেকৰ মাতটোৱেই পাহৰি গৈছিল। এতিয়াও সন্দেহ হৈছে, নিশ্চয় পুতেক সোণ আহিছে বুলি।

সনতে শেষত বুঢ়ীৰ আগত থিয় দিলে। বুঢ়ীয়ে গাত সাৱট মাৰি ধৰি কান্দিবলৈ লাগিল। সনতেও ফেঁকুৰি ফেঁকুৰি ক'লে, "বৌটী, মই সোণ নহয়। চলিহা গাঁৱৰ ভনিতাৰ পুতেক সনতহে।"

এইবাৰ ফৰিঙতী বুঢ়ী থমকি ৰ'ল। চাকিটো আনি সনতৰ মুখৰ ফালে আগবঢ়াই একেথৰে দুই মিনিটমান চাই ৰ'ল। দেখা পালে কুমলীয়া ল'ৰাটোৰ মুখত মাকৰ মৰম পোৱাৰ আকুলতা ওলাই পৰিছে। বুঢ়ীয়ে চাই বেছ বুজি পাইছে। সি যে এই মাজনিশা বুঢ়ীক 'বৌটী' বুলি মাতিছে! ঠিক চৈধ্য বছৰৰ আগতে পুতেক সোণে মতাৰ দৰেই! বুঢ়ীৰ এইবাৰহে সনতলৈ বেছিকৈ মৰম লাগিল। বুঢ়ী বিছনাত বহিল আৰু ক'লে, "আহ মোৰ সোণ, মোৰ ওচৰতে বহ। তযেই মোৰ পো হৈ আজিৰ পৰা বুকু জুৰাই থাক। মোৰ যে ইমান দিন বুকু পুৰি আছিল। মৰিবলৈ বাট চাই আমনি লাগিছিল।"

সনত বুঢ়ীৰ কাষতে বিছনাত বহিল আৰু কথাকেইটা শুনি মূৰটো বুঢ়ীৰ বুকুত সুমুৱাই চিএৰাৰ দৰেই ক'লে, "বৌটী, মোক তই আজি আশীৰ্বাদ দে। তোৰ পুতেৰ সনত যেন কেতিয়াও চোৰ-ডকাইত নহয়।"

বুঢ়ীয়ে তাৰ মূৰত হাত ফুৰাই দিলে আৰু কপালত চুমা এটা খাই উচুপিবলৈ ধৰিলে।

# ব্যতিক্ৰম

এটা কাম কৰিবই লাগিব। এটা বেয়া কাম। অসৎ কাম। ভয়াবহ কাম। মই ইয়াকেই ঠিক কৰিলোঁ। তেতিয়াহে অসহ্য আমনিদায়ক অৱস্থাৰ পৰা মুক্তি পাম। অতি বেছি সাত দিনৰ ভিতৰত এই কাম কৰিব লাগিব। তাৰ বাবে মোৰ ভয়-সংশয় থাকিব নালাগিব, মায়া থাকিব নালাগিব। মই আঁচনি প্ৰস্তুত কৰিব লাগিব। প্ৰতিটো মুহূৰ্ত ব্যস্ততাৰে কটাব লাগিব।

মোৰ এই সঙ্কল্পই মোক একো উপকাৰ নকৰে। কিন্তু মই কিবা এটা বেয়া কাম কৰিবই লাগিব। অসৎ প্ৰবৃত্তিয়ে মোক হাত বাউলি দি মাতিছে, কিৰিলি পাৰিছে, নৃত্য কৰিছে। এতিয়া মই কি কৰোঁ?

মোৰ মগজ শূন্য। মোৰ চৌদিশে অন্তহীন শূন্যতা। সেই কাৰণেই জীয়াই থকাৰ যন্ত্ৰণা ইমান পীড়াদায়ক। মোৰ কাৰণে সকলো বৈৰী, সময়, বয়স, পাৰিপাৰ্শ্বিকতা এই সকলোবোৰেই মোক ব্যতিব্যস্ত কৰি তুলিছে। একোতে মই অৰ্থ বিচাৰি পোৱা নাই। সেই কাৰণেই হয়তো আন্তৰিক শূন্যতাৰ দহনে মোক জীয়াই থকাৰ উপযুক্ততাখিনি ছাই কৰিছে। তেনেহ'লে এতিয়া মই কি কৰোঁ?

মই ভাবি পাইছোঁ একো বস্তুৰে সত্যতা নাই, কোনো নীতি-নিয়মৰ সাৰ্থকতা নাই, স্বীকৃত নীতিসমূহো কপটতাবৰ্জিত নহয়, আদৰ্শৰো কোনো অমোঘ শক্তি নাই। তেনেহ'লে কিহৰ ভাৰসাত জীয়াই থাকোঁ? তেনেহ'লে আত্মহত্যা কৰিবলৈ যদি মই সাহস গোটাবই নোৱাৰোঁ, কেৱল সময় কটাবলৈকে মই এতিয়া কি কৰোঁ?

এৰা, এই কাম কৰিবই লাগিব। এটা বেয়া কাম। ভয়াবহ কাম। মই ইয়াকেই ঠিক কৰিলোঁ। তেতিয়াহে অসহ্য আমনিদায়ক অৱস্থাৰ পৰা মুক্তি পাম।

এনে অসহ্য আমনিদায়ক অৱস্থাত যেন মই শত-সহস্ৰ যুগ কটাই দিছোঁ। নিতৌ মোৰ ওপৰত সময়ৰ অত্যাচাৰ। হেঙুলী পুৱাই মোৰ ভৱিষ্যতত আশাৰ ৰেঙনি নিদিয়ে। আন্ধাৰতো কামনাৰ গতিবেগে মনৰ দীনত নিশ্চিহ্ন কৰিব নোৱাৰে। দিন আৰম্ভ হয়, শেষ হয়। ৰাতি আহে, ৰাতি পুৱায়। আকৌ দিন আৰম্ভ হয়, শেষ হয়। এনেকৈয়ে তাৰিখবোৰ পাৰ হৈ বছৰবোৰ পাৰ হয়। সিহঁতে মোৰ মনত কোনো স্থায়ী চিন এৰি থৈ নাযায়। অথচ আত্মহত্যা কৰিবলৈ যদি মই সাহস গোটাব নোৱাৰোঁ, মই সময়বোৰ পাৰ কৰিবই লাগিব। এনে অৱস্থাত মই কি কৰিব পাৰোঁ? সত্যৰ সন্ধানী হ'ম? অসম্ভৱ। Truth is a big bore, এয়া কোনো বস্তুৰ ভিতৰত অন্তৰ্নিহিত মূল্য নেদেখা এজন নায়কৰ উক্তি। অৱক্ষয়ৰ ভয়াবহ ৰূপ দাঙি ধৰা কামুৰ উপন্যাসৰ নায়কৰ। এই নায়কে শাস্তি বিচাৰি পাইছিল, তথাকথিত অসৎ

কামত শক্তি ক্ষয় কৰি। এৰা, জগত অৱক্ষয়ৰ কৰাল গ্ৰাসত। আমি কুষ্ঠ ৰোগীৰ একো একোটা অঙ্গ-প্ৰত্যঙ্গহে। আমি বিচ্ছিন্ন, একাকী। আমি প্ৰত্যেকেই একোটা নিৰ্জন দ্বীপৰ অধিবাসী। আমাৰ মাজত পাৰস্পৰিক সংযোগ স্থাপন অসম্ভৱ। এসময়ত সমাজ আছিল, এতিয়া শেষ হৈ গ'ল। মৰম আছিল, এতিয়া মৰমৰ শব্দগত ধাৰণাটো বৰ্তি আছেনে নাই সন্দেহ। মমত্ববোধ, সহানুভূতি, ঐক্য, সংহতি, বন্ধুত্ব, অহিংসা, বিশ্বৰীক্ষা, মানৱপ্ৰেম, কতবোৰ সুন্দৰ সুন্দৰ শব্দক যে অভিধানৰ পাতত উঁয়ে খাই আছে। শত-সহস্ৰ বছৰৰ বৰষুণ-বানপানী আৰু সমুদ্ৰৰ জোৱাৰভাটাই পৃথিৱীৰ কলঙ্ক ধুই নিকা কৰিব পৰা নাই। অথচ কলঙ্ক স্তূপীকৃতহে হৈছে। কলঙ্কৰ স্তম্ভ-নিৰ্মাণ হৈছে দেশে দেশে। স্তম্ভবোৰ কীৰ্তিস্তম্ভ হৈ জিলিকিছে ভিয়েটনামত, কম্বোডিয়াত, বায়াফ্ৰাত। এইবোৰে আশাবাদীক সংশয়বাদী কৰি তুলিছে, অহিংসা লোকে হিংসাৰ তত্ত্ব আওৰাইছে। এৰা, কোনো যুগতে ন্যায়ৰ প্ৰতিষ্ঠা হোৱা নাছিল। কোনো যুগ সত্য যুগ নাছিল। হে পৃথিৱী, কিমান বছৰ স্বাৰ্থপৰতা, স্ববিৰোধিতা আৰু শোষণৰ ইতিহাস ৰচনা কৰিবা? তুমি অসুন্দৰ। মানুহ নোহোৱা পৃথিৱীখনহে সুন্দৰ হ'ব বুলি কল্পনা কৰি ভাল লাগে। জীৱ-জন্তু, গছ-লতা-ফুলৰ অজস্ৰ ৰঙৰ পয়োভৰ, সাগৰ-মহাসাগৰৰ সুনীল অনন্ত ব্যাপ্তি আৰু নৈসৰ্গিক জৈৱ অসমতাৰে তুমি অপৰূপ হোৱাৰ স্বপ্নময় সম্ভাৱনা আকৌ ঘূৰাই পাবানে? মই নিশ্চিত যে তোমাৰ বুকুত মানুহৰ কৃত্ৰিম যাত্ৰা অৰ্থহীন। তোমাৰ দেহ-যন্ত্ৰত মানুহ কেৱল উপাঙ্গ-বৃদ্ধিৰ ৰোগহে।

অৰ্থহীন, অৰ্থহীন। অৰ্থহীন, গতিহীন জীৱনত সময় মাথোন কৰ্কট ৰোগৰ যন্ত্ৰণাহে। যদি আত্মহত্যা নকৰোঁ, এই সময়বোৰ পাৰ কৰোঁ কেনেকৈ? কিহে মোক গতি দিব? উত্তেজনা দিব? উন্মাদনা দিব? কিহে মোক বৰ্তি থকা প্ৰতি মুহূৰ্তত জীয়াই থকাৰ মূল্য দিব? কি কামে? নিষ্কামে? ফলত ভাৰসা নকৰাকৈ কৰা কামে? বা নিষ্কৰ্মা জীৱনে? নতুবা অপকৰ্মই? কুকৰ্ম, সুকৰ্ম—এইবোৰ মাথোন আপেক্ষিক ধাৰণাহে। ইহঁতৰ মূল্য নিয়ামক হ'ল মনটোহে।

এৰা, এটা কাম কৰিবই লাগিব। এটা বেয়া কাম। অসৎ কাম। ভয়াবহ কাম। মই ইয়াকে ঠিক কৰিলোঁ। তেতিয়াহে অসহ্য আমনিদায়ক অৱস্থাৰ পৰা মুক্তি পাম।

আজি জুলাইৰ এঘাৰ তাৰিখ। কাইলৈ বাৰ। এই দুদিন যদি সময় কটোৱাৰ—মানে ভালকৈ সময় কটোৱাৰ, কিবা এটা উপায় পাই যাওঁ, তেনেহ'লে মোৰ বেয়া কাম কৰাৰ সঙ্কল্পটো পুনৰ বিবেচনা কৰি চাব পাৰোঁ। পিছে তেনে এটা উপায় বিচাৰি পাম জানো? অসম্ভৱ। গতিকে তেৰ জুলাইৰ পৰা বিছ জুইলাৰ ভিতৰত মই অসৎ ভয়াবহ কামটো কৰিবই লাগিব। নিজৰ ওপৰত এই পৰীক্ষাটো চলাবই লাগিব। এই পৰীক্ষাই যদি কাম দিয়ে, অৰ্থাৎ ভয়াবহ অসৎ কামটো কৰাৰ সময়ত আৰু তাৰ পিছত যদি সময়খিনি উন্মাদনা, উত্তেজনাৰে পাৰ কৰিব পাৰোঁ, প্ৰতিটো মুহূৰ্ত যদি মই জীয়াই থকাৰ মাদকতাৰে পূৰ্ণ কৰি অসহ্য আমনিদায়ক সময়ক হত্যা কৰিব পাৰোঁ, তেনেহ'লে মই অসৎ কামতে লিপ্ত থাকি জীৱনটো কটাই দিম। এইটো মোৰ দ্বিতীয় সঙ্কল্প।

উস্, অসহ্য। এঘাৰ আৰু বাৰ তাৰিখটো কটাওঁ কেনেকৈ? মানে আজিৰ দিনটো আৰু কাইলৈৰ দিনটো। সাতাইছ বছৰ পাৰ কৰিলোঁ। সাতাইছ বছৰত কিমান দিন? হিচাপটো কৰা যাওক। ইয়ো এটা সময় কটোৱাৰ উপায় হ'ব। কাৰণ, মোৰ কাৰণে সময়ৰ মূল্য নাই। ২৭×৩৬৫ দিন। দুশৰীয়া পূৰণ। তাৰ লগত সাতটা দিন যোগ দিব লাগিব। মই ওপজাৰ দিনৰ পৰা এতিয়ালৈকে কিজানি সাতটা লিপ্ ইয়েৰ হৈছে। অ' পাহৰিছিলোঁৱেই। সেই পূৰণ ফলৰ লগত সাত যোগ দি আকৌ তিনি যোগ দিব

লাগিব। কাৰণ, জুলাইৰ আঠ তাৰিখে মোৰ জন্মদিন আছিল। ১৯৬৫ দিন। ইমানবোৰ দিন পাৰ কৰাৰ পিছত এতিয়া মাদকতাপূৰ্ণ সময়ৰ সম্ভাৱনা দেখি দুটা দিন অৰ্থাৎ আঠচল্লিশটা ঘণ্টা পাৰ কৰোৱাটোৱেই সমস্যা হৈ পৰিছে। যোৱা পাঁচ বছৰৰ পৰা এই সমস্যাই দেখা দিছে। পাঁচ বছৰত ১,৭২৫ বা ১,৭২৬টা দিন। এনেকুৱা প্ৰতিটো দিনেই মোৰ কাৰণে সমস্যা। আজি আৰু কাইলৈৰ দিনটো পিছে দাৰুণ সমস্যা হৈ পৰিছে। দেখা যাওক, মই কি কৰিব পাৰোঁ। অৱশ্যে হঠাৎ এই চিন্তাটো অহাত মনটো একেবাৰে শূন্য হৈ থকা নাই যেন লাগিছে। জুলাইৰ আঠ তাৰিখে মোৰ জন্মদিন। সেই দিনাই মোৰ সাতাইছ বছৰ পাৰ হৈ গ'ল। মই ভাবিলোঁ, মই যদি আত্মহত্যা নকৰোঁ, মোৰ যদি কিবা এটা আৰোগ্য নকৰোঁ, অসুখ নহয়, যদি কোনো দুৰ্ঘটনা নহয়, যদি লিভাৰ-কিডনি-হাৰ্ট আদি ঠিকে থাকে, যদি এতিয়াৰ দৰে খাই-বৈ থাকিবলৈ পইচা-পাতি থাকে, তেনেহ'লে মই অতি কমেও ষাঠি বছৰ জীয়াই থাকিম। অৰ্থাৎ আৰু তেত্ৰিছ বছৰ = ৩৩×৩৬৫+৪ (লিপ্ ইয়েৰ) = ১ ২,০৫০ দিন। ইমানবোৰ দিন পাৰ কৰিবৰ বাবে আঠ হাজাৰ চাৰিশ টা নতুন নতুন যন্ত্ৰণা। সেই দিনাই ঠিক কৰিলোঁ, মই এটা কাম কৰিম। এটা বেয়া কাম। অসৎ কাম, ভয়াবহ কাম। তিনি দিন ভবাৰ পিছতে সেই সঙ্কল্প বদ্ধমূল হ'ল। এতিয়া মোৰ মনত এই বেয়া কামটো কৰাৰ চিন্তাহে একমাত্ৰ বাস্তৱ, আনবোৰ মানৱ জীৱনৰ দৰেই বিমূৰ্ত, এবষ্ট্ৰেক্ট।

হে পৃথিৱী, কবিৰ কল্পনাত তুমি হেনো মাতৃ' শুনিবানে, তোমাৰ বুকুত মোৰ দিনলিপিৰ বিননি? নিশ্চয় নুশুনা। শুনিব নোৱৰা। তুমি মাতৃ নোহোৱা, তুমি জড়। ভূতাত্ত্বিকৰ বিৱৰণতহে তোমাৰ প্ৰকৃত স্বৰূপ ওলাইছে বুলি মোৰ ধ্ৰুৱ বিশ্বাস।

তেনেহ'লে কাক শুনাম?

আৰু বিশেষ শুনিবলগীয়া কথাও নাই। মোৰ এই জীৱন বিশেষত্ববৰ্জিত। সেয়েহে হয়তো ইমান আমনিদায়ক। শোৱাৰ পৰা উঠা, খোৱা-বোৱা কৰা, ফুৰা-চকা কৰা আৰু আকৌ শোৱা। ইমানেই। এইখিনি বাধ্যতামূলক কাম। তাৰ বাহিৰে দুই-এক বন্ধুৰ লগত কথা-বতৰা হোৱা, বাতৰি-কাকত পঢ়া, কিতাপ পঢ়া (নিজৰ ৰুচি অনুযায়ী), বজাৰ-সমাৰ কৰা আদি কাম নকৰা হ'লে মই আগতেই মৰিলোঁহেঁতেন। একেখন চহৰ, একেবোৰ মানুহ, একেবোৰ চিন্তা-চৰ্চা, একেধৰণৰ বৈষয়িক তুচ্ছতা। এই সকলোবোৰৰ মাজত থাকি মোৰ তিতা লাগিছে। এই চহৰৰে কিছুমান মানুহ মোতকৈ সুখী। সিহঁতৰ একোটা জীৱিকা আছে। কিছুমান আকৌ অভিলাষী। এতিয়া যিমানত আছে তাতকৈ এখাপ আগুৱাবলৈ আপ্ৰাণ চেষ্টা। কিছুমান আকৌ নিম্ন মেধাৰ মানুহ। সিহঁত আকৌ জীৱনৰ প্ৰাত্যহিক তুচ্ছতাত ব্যস্ত থাকি আত্মতুষ্ট হৈ থাকিব পাৰিছে। তথাপি মোৰ বিশ্বাস নহয় যে সিহঁত সুখী। যদি সিহঁত সুখী, তেনেহ'লে কিয় জনসাধাৰণৰ মাজত বিক্ষোভ দেখা পাওঁ? কিছুমানে কিয় আত্মহত্যা কৰে? কিছুমান কিয় সমাজৰ বিভীষিকা হৈ পৰে? খুন, স্ত্ৰী-হৰণ, দস্যুগিৰি, বালিকাৰ বলাৎকাৰ, ঠগ-প্ৰবঞ্চনা, মাতলামি আৰু ভালেমান অবিবেচক কাম কৰা মানুহবোৰ আছে কিয়? মোৰ দৃষ্টি হয়তো স্বৰূপ দৃষ্টি নহ'ব পাৰে। কিন্তু মোৰ ধ্ৰুৱ বিশ্বাস, সকলো অবিবেচক কামৰ গুৰিতে হ'ল অসন্তুষ্টি।

তেনেহ'লে মই সমাজ কল্যাণৰ কাম কৰি সময় কটোৱাৰ উপায় উলিয়াওঁ? ওঁহো, নোৱাৰোঁ, মই একো উৱাদিহ নাপাম। বুঢ়া আৰু আদহীয়া মানুহখিনি পেছাদাৰ সমাজসেৱী হৈ আমাৰ ডেকাবোৰক অকণো সুবিধা দিয়া নাই। পেছাদাৰৰ হাতত দেশৰ হিতৰ ভাৰ পৰিছে কাৰণেই দেশৰ এনে অহিত সাধন হৈছে। মই যদি আজি প্ৰকৃততে সমাজৰ কল্যাণৰ হকে কিবা কাম কৰিব বিচাৰোঁ, পেছাদাৰ সমাজসেৱীৰ

গোপন চক্ৰই মোক মখিমূৰ কৰি পেলাব। অলপ দিনৰ ভিতৰতে মই আকৌ এতিয়াৰ অকলশৰীয়া জীৱনলৈ ঘূৰি আহিব লাগিব। এইখন অদ্ভুত দেশ। ইয়াত আন্তৰিকতাৰ মূল্য নাই। ইয়াত দেশ-সেৱাও ব্যক্তিগত উন্নতিৰ জখলাহে।

মই হঠাতে চমকি উঠিছোঁ—হঠাতে মোৰ কদাকাৰ মনটোৰ বাতৰি পাই। মই নিশ্চিত যে মোৰ মনে মোক অব্যাহতি নিদিয়ে। মই এটা অসৎ কাম কৰিবই লাগিব। জাষ্ট ফৰ্ দি ফান্ অব ইট। এটা খবৰ মনত পৰিছে। আমেৰিকাৰ দুজনী গাভৰুৱে আত্মহত্যা কৰিলে। কাৰণটো অদ্ভুত। সিহঁত নিজে মৰি যোৱাৰ যুক্তি অদ্ভুত ঃ উই ডাইড জাষ্ট ফৰ দি ফান্ অব্ ইট। মৰি ৰং চাবৰ কাৰণে সকলো উত্তেজনা শেষ হৈ থাকিল। মাথোন বাকী থাকিল এটা ঃ মৃত্যু।

মোৰ বাৰে বাৰে এই ঘটনাটোলৈ মনত পৰে। এই আত্মহত্যাৰ তাৎপৰ্য মই বুজি পাইছোঁ। লালসাৰ পৰিতৃপ্তি, বিলাস আৰাম গতি, বৈচিত্ৰ্য, এই সকলোবোৰ অপৰ্যাপ্তভাৱে থকা সত্ত্বেও যুৱতী দুগৰাকীক জীৱনে আমুৱালে কিহৰ অভাৱত? নিশ্চয় সংযোগৰ অভাৱত? লেক অব কমিউনিকেশ্যন। কাৰণ প্ৰগতিয়ে প্ৰত্যেককে প্ৰত্যেকৰ পৰা বিচ্ছিন্ন কৰিছে। আজি প্ৰতিটি হৃদয় একোটি নিৰ্জন দ্বীপ। ইফালে ৰাষ্ট্ৰ-ব্যৱস্থাই সংখ্যাৰহে খবৰ ৰাখে হৃদয়ৰ খবৰ নাৰাখে। গতিকে এই আত্মহত্যাযো এষ্টাব্লিচমেণ্টৰ লগত অসহযোগৰ চিনাকি দিছে। নিঃসঙ্গ মনক কাম-পৰিতৃপ্তিয়ে, অসংযোগ আৰু নানা ভোগ-বিলাসে শান্তি দিব নোৱাৰে। এই নিঃসঙ্গ যাতনাৰ খবৰ আছে, কাৰ্চন মেককুলাৰৰ উপন্যাসৰ ছত্ৰে ছত্ৰে।

ময়ো নিঃসঙ্গ। মই এখন শিল্পোন্নত মহানগৰীৰ ডেকা নহয়। তথাপি মই নিঃসঙ্গ। বহু চেষ্টা কৰিও মই কাৰো লগত মনৰ সংযোগ স্থাপন কৰিব পৰা নাই। এই বয়সতে জীৱনে মোক আমুৱাইছে। মোৰ অভাৱ অনেক। প্ৰথম অভাৱ হ'ল, বৈচিত্ৰ্যৰ। মোৰ অভাৱ নাই কেৱল গতানুগতিকতা আৰু সময়ৰহে।

গতানুগতিকতাৰ বিশেষ অভিজ্ঞতা আহৰণ কৰি মই ভাবি পাইছোঁ, বিপদ, আনকি মৃত্যুৰ আশঙ্কাও মোৰ বাবে বৰ প্ৰয়োজনীয়। তেতিয়াহে মোৰ জীৱনৰ গতানুগতিকতাৰ তিক্ততা দূৰ হ'ব। তাৰ বাবে মই প্ৰস্তুত হ'ব লাগিব। মই এটা বেয়া কাম কৰিবই লাগিব। এটা ভয়াবহ কাম। মই দুদিনৰ ভিতৰতে এটা ভয়াবহ সিদ্ধান্ত ল'ব লাগিব।

মোৰ টেবুলত থকা কিতাপবোৰেও মোৰ মনৰ চিনাকি দিব। এইবোৰ সচিত্ৰ বিদেশী পত্ৰিকা। এইবোৰত থকা বিবিধ ভঙ্গিমাৰে প্ৰলোভিত কৰা উলঙ্গ নাৰীৰ সজীৱ প্ৰতিকৃতিবোৰে পাশ্চাত্যৰ 'পাৰমিছিভ্ চছাইটি'ৰ অৰ্থাৎ নিৰ্বিচাৰ যৌন সম্পৰ্কৰ স্বীকৃতি দিয়া সমাজখনৰ 'কীৰ্তি' ঘোষণা কৰিছে। এইবোৰ মাৰ্কিন উপন্যাস। উপন্যাসবোৰে জীৱন সম্পৰ্কে কিবা নতুন অভিজ্ঞতাৰ বিৱৰণ দিছে বুলি বিশ্বাস নহয়। মোৰ প্ৰিয় এই উপন্যাসবোৰত জীৱনৰ ব্যাখ্যা পোৱা নাযায়, ঔপন্যাসিকৰ বক্তব্যও অনুপস্থিত। কিন্তু এইবোৰত সঘনে পোৱা যাব নাৰী ধৰ্ষণৰ বিৱৰণ, যৌন সঙ্গমৰ ৰুচি বিকৃতি, অসামাজিক দল একোটাৰ বীৰত্ব, হত্যা আদি। আকৌ এই বাৰখনমান প্ৰকৃততে অশ্লীল কিতাপ ঃ ইয়াৰ যিকোনো এখনৰ অশ্লীলতাৰ তুলনাত বহু বিতৰ্কিত 'লেডী চাটাৰ্লিজ লাভাৰ' বা 'ট্ৰপিক অব্ কেন্সাৰ' যেন ল'ৰাৰ ধেমালিহে। লগতে এইবোৰ যৌন সম্পৰ্কীয় কিতাপ ঃ বিজ্ঞানৰ নামত বাতিকগ্ৰস্ত মনৰ খোৰাক থকা, 'বিশেষজ্ঞ'ই লিখা এই কিতাপবোৰত আছে পৰকীয়া প্ৰেম, প্ৰাক্-বৈবাহিক প্ৰেম আৰু বিবিধ যৌন ব্যভিচাৰৰ পৰিসংখ্যা। আৰু আছে বহু নাৰীনিষ্ঠ পুৰুষৰ আৰু বহু-বল্লভাৰ কেছ হিষ্ট্ৰী,

জীৱন ইতিহাস। অৱশ্যে মই বেছিকৈ পঢ়োঁ ডিটেকটিভ উপন্যাসহে। বোধকৰোঁ ইংৰাজী ভাষাত লিখা উল্লেখযোগ্য ডিটেকটিভ উপন্যাসবোৰৰ বেছিভাগেই মোৰ ঘৰত পোৱা যাব। এইবোৰ পঢ়িলে হত্যাৰ প্ৰতি অনুৰাগ বাঢ়ে আৰু অনুসন্ধানকাৰীতকৈ হত্যাকাৰীৰ প্ৰতিহে বেছি শ্ৰদ্ধা হয়।

গতিকে মোৰ কিতাপৰ সংগ্ৰহটোৱেই প্ৰত্যক্ষভাৱে বুজায় যে অবৈধ যৌনলিপ্সা আৰু হত্যাৰ প্ৰতি মোৰ অপ্ৰত্যক্ষ সমৰ্থন আছে আৰু গতানুগতিকতাৰ পৰা মুক্তি পাবৰ বাবে মই হত্যা নাইবা যৌন ব্যভিচাৰৰহে আশ্ৰয় ল'ব পাৰোঁ। কিতাপে দিয়া 'ভিকেৰিয়াছ' তৃপ্তিয়ে মোক ইয়াকেই শিকাইছে। এই শিক্ষাও পশ্চিমীয়া আমদানিযেই। গতিকে আধুনিক মানুহৰ আচল লক্ষণটোৱেই মোৰ আছে। তেনেহ'লে এই লক্ষণটো কি? নিশ্চয় অন্তঃসাৰশূন্যতা।

এই অন্তঃসাৰশূন্যতাও আত্মক্ষয়ী। গতিকে ইযাৰ পৰা মুক্তি পাবলৈকে মোক কেইটামান চেতনাৰ প্ৰযোজন। বিশেষকৈ পাপ-চেতনাৰ। কাৰণ বাহিৰা চাক-চিক্য আৰু জাৰ্গন বা শব্দৰ মেৰপাকে মোক বৰ আমনি দিছে।

সেযেহে সাতাইছ বছৰীয়া অৰূপে অহা আঠচল্লিছ ঘণ্টাৰ ভিতৰত কিবা এটা উপায় বিচাৰি পাবই লাগিব। সি এনেকৈ অকলে এটা নিৰামিষ জীৱন যাপন কৰি নিজক অপমান কৰিছে।

মই নিজক নিজে কৈছোঁ, অৰূপ। আৱেগ আৰু উত্তেজনাই সকলো। প্ৰতি দিনে মৃত্যুৰ সম্ভাৱনা লৈ জীয়াই থকাৰ নিচিনা আকৰ্ষণীয জীৱন আন একো হ'ব নোৱাৰে। গতিকে তই যিকোনো অবৈধ, অসৎ, লোমহৰ্ষক আৰু বীৰত্বসূচক কাম কৰিবলৈ সাজু হ'ব লাগিব। ভয় কৰিব নালাগিব। তই ভাবি চা, আন বহুতৰে যেনেকৈ জীৱনৰ কোনো মূল্য নাই সেইদৰে তোৰো জীৱনৰ কোনো মূল্য নাই। জীৱনৰ পৰা মূল্য হেৰাই গ'ল কাৰণেই সময়বোৰ ইমান অসহ্য। গতিকে তই মৰিব লাগিব, আগতেই। স্বাভাৱিক মৃত্যুক ঈশ্বৰতকৈও বেছি ঘৃণা কৰা উচিত

এয়া মই আহিছোঁ ডাঃ পূৰ্ণিমা কাকতিৰ ওচৰলৈ। ভদ্ৰ মহিলাই বিলাতৰ পৰা স্ত্ৰীৰোগ, চকু-কাণ-নাক আদিৰ বিশেষজ্ঞা হৈ নিজ দেশত প্ৰচুৰ ধন ঘটিবলৈ নিবিচাৰি তাত অধ্যয়ন কৰিলে মনোবিজ্ঞানৰহে। চিকিৎসকগৰাকীয়ে এতিয়া এখন চিকিৎসা মহাবিদ্যালয়ত অধ্যাপনা কৰে। এই মন জাৰি-জোকাৰি চাব পৰা কৃতবিদ্যা মহিলাগৰাকী আমাৰ চহৰলৈ আহিছে। তেখেতক মোৰ সমস্যাবোৰ ক'ব বিচাৰিছোঁ। আৰু দুদিনৰ পিছত মনৰ তিক্ততা দূৰ কৰিবলৈ যে মই নেতিবাচক সিদ্ধান্ত এটা লম, এই বিষয়ে তেখেতক মই নজনাওঁ। মোৰ মাত্ৰ এগৰাকী মনোবিজ্ঞানীৰ দৃষ্টিৰে মোক জনাৰ ইচ্ছা।

"নমস্কাৰ, ডাঃ কাকতি।"

"নমস্কাৰ। বহক। আপোনাৰ নাম?"

"অৰূপ দত্ত।"

"বোধকৰোঁ।     "

"হয়, এয়ে প্ৰথম আহিছোঁ। ভাবিছোঁ, আপুনি এটা সমাধান দিব পাৰিব। মোৰ সমস্যাটো অলপ জটিল যেন লাগে। সমস্যাটোৰ বৰ্ণনা দিয়াও টান। অলপ এবষ্ট্ৰেক, মানে এনে এটা বস্তু যাৰ সঠিক যেন কোনো আকাৰ নাই। সেই কাৰণেই কিজানি কথাটো বুজাব নোৱাৰিম।"

"তথাপি কওকচোন।"

"ধৰক কথাটো এনেকুৱা, মোৰ সকলো ধাৰণাই অদ্ভুত হৈ পৰিছে। মই একোতে যুক্তি বিচাৰি

পোৱা নাই। আই এম ব'ৰড টু ডেথ। এহাতে গতানুগতিকতা, সময় কটোৱাৰ সমস্যা, আনহাতে আস্থাহীনতা। মই অত্যন্ত তিক্ততাত নিকাৰ ভুগিছোঁ। জীয়াই থকাটোৱেই যন্ত্ৰণাৰ কথা হৈ পৰিছে।"

"বুজিছোঁ, এ চেঞ্চ অব এলিনিয়েশ্যন! আপুনি দেখিছোঁ এটা জেনেৰেল কেচ লৈ মোৰ ওচৰলৈ আহিছে। বুইছে দত্ত, নতুন পুৰুষৰ ট্ৰেজেডী ইমানতেই। আপুনি ব্যতিক্ৰম নহয়।"

"নহয়, ডঃ কাকতি, মই কথাটো তেনেহ'লে বুজাব পৰা নাই।"

"ঠিক আছে। তেনেহ'লে মোৰ প্ৰশ্নৰ উত্তৰ দি যাওক। আপোনাৰ বয়স? মেৰিটেল ষ্টেটাছ? মানে বিবাহিতনে?"

"সাতাইছ বছৰ। অবিবাহিত।"

"আপোনাৰ উপাৰ্জনৰ পথ কি?"

"মাত্ৰ ঘৰ ভাৰা দিয়া টকা।"

"চাকৰি নকৰে?

"কৰিবৰ ইচ্ছা আছে। কিন্তু পোৱা নাই। অৱশ্যে চাকৰি সম্পৰ্কে মই ছিৰিয়াছ নহয়। মোৰ সকলো কামলৈকে অনিচ্ছা। মনৰ এনে অৱস্থাত চাকৰিয়ে মোক সমূলি আকৰ্ষণ কৰিব পৰা নাই।"

'আপোনাৰ শিক্ষা।'

"বি-এছ-চি। পদাৰ্থ বিদ্যাত অনাৰ্ছ আছিল।"

"আৰু নপঢ়িলে কিয়?"

"ইচ্ছা নগ'ল। পঢ়ি লাভৱান হ'ম বুলি নাভাবিলোঁ। তদুপৰি মই জানো যে মোৰ গৱেষণাৰ ওপৰত পদাৰ্থবিদ্যাৰ উন্নতি নিৰ্ভৰ নকৰিব। মাত্ৰ ডি-ফিল বা পি-এইচ-ডি হোৱাহে হ'ব। বিশেষকৈ এই মহাকাশৰ ৰহস্যভেদ কৰা যুগত।

"অন্ততঃ পঢ়ি-শুনি শিক্ষকতাতো কৰিব পাৰিলেঁহেঁতেন। শিক্ষক হিচাপে আপুনি সুখী হ'ব পাৰিলেহেঁতেন।"

"মই তেনেদৰে নাভাবোঁ। আদৰ্শৰ ওপৰতো মোৰ আস্থা নাই। শিক্ষকসকল আদৰ্শৰ কাৰণেই শিক্ষক হোৱা নাই। দুমাহমান কলেজ এখনত এছিষ্টেণ্ট লেক্‌চাৰৰ হৈ বুজিলোঁ, শিক্ষকতা কৰাৰ নিচিনা ব'ৰিং কাম আৰু নাই।"

"তেনেহ'লে মিষ্টাৰ দত্ত, আপোনাৰ বিষয়ে মই আদিৰেপৰা জনা উচিত। মোৰ বিশ্বাস হৈছে, আপুনি পূৰ্বতে এটা ডাঙৰ আন্তৰিক আঘাত পাইছিল। আপোনাৰ বাৰু ঘৰত কোন কোন আছে?"

"সম্প্ৰতি কোনোৱেই নাই। মই এটা ঘৰত অকলে থাকোঁ। ডাঙৰ ঘৰটো ভাৰা দিওঁ। মাহে চাৰে তিনিশ টকা ভাৰা পাওঁ। তাৰে চলি যায়। মোৰ দুৰ্ভাগ্য ইমানতেই যে অবিবাহিত জীৱনটো কটাই দিবৰ কাৰণে মোৰ কোনো জীৱিকাৰ দৰ্কাৰ নাই।'

"তেনেহ'লে ঘৰত আপোনাত বাদে কোনো নাই?"

"দুজন ককাইদেউ আছে, তেওঁলোক আঁতৰত থাকে। মোৰ মা-দেউতা নাই।"

'ককাইদেৰেক দুজনে কাম কৰে?"

"হয়। ডাঙৰ চাকৰিয়েই।"

"আপোনাক এনেকৈ অকলে এৰিলে কিয়?"

"ইযাৰ বহুত কথা আছে। আমাৰ দেউতা সৰুতে ঢুকাল। তেখেত উকীল আছিল। প্ৰকাণ্ড ঘৰটোত বাদে তেখেতে আমালৈ একো এৰি যোৱা নাই। দেউতা অকালতে ঢুকাল। দেউতা জীয়াই থকা কালত কেৱল বৰ বাইদেউৰহে বিয়া হৈছিল। ককাইদেউ দুজনে তেতিয়া কলেজত পঢ়িছিল। মই তেতিয়া হাইস্কুলৰ সপ্তম শ্ৰেণীত আৰু মোৰ ওপৰৰ বাইদেউজনী দশম শ্ৰেণীত। ভিনিদেউৰ সহায়ত ঘৰখন চলি গৈছিল। মই বা ভনীজনীয়ে স্কুল এৰিবলগীয়া হোৱা নাছিল। ককাইদেউহঁতেও গুৱাহাটীৰ কলেজত পঢ়ি আছিল। আমাৰ ভিনিদেউ বৰ চহকী মানুহ। তেওঁ সহায় নকৰাহেঁতেন, ককাইদেউহঁতে পঢ়া-শুনা কৰি চাকৰি-বাকৰি কৰিব নোৱাৰিলেহেঁতেন। ঘৰখন উদ্ধাৰ নহ'লহেঁতেন। তথাপি মই ভিনিদেউৰ প্ৰতি কৃতজ্ঞ নহয়। তেওঁলৈ মোৰ এটা ডাঙৰ আখেজ আছে। লগতে ককাইদেউহঁতলৈকো।"

"আচৰিত কথা। কিয় এনে হ'বলৈ পালে?"

"দেউতা ঢুকুৱাৰ পিছত ভিনিদেৱে ঘৰৰ ভাৰ লৈ আমাৰ কিছু অনিষ্ট কৰিলে। মোৰ সৰু বাইদেউ বৰ ধুনীয়া আছিল। ভাব হয়, তাইহে যেন নিজক বিসৰ্জন দি ঘৰখন ৰক্ষা কৰিবলৈ চালে। সৰু বাইদেউ অন্তঃসত্ত্বা হ'ল। বোধকৰোঁ ভিনিদেৱে তাইক গাৰ লেঠা গুচুৱাবলৈ দৰব খুৱাইছিল। সেই সময়ত এতিয়াৰ দৰে দৰববোৰ ওলোৱা নাছিল বোধকৰোঁ এদিন খুওৱা দৰব জোখত নিমিলাত নতুবা দৰবে ওলোটা কাম কৰাত সৰু বাইদেউ মৰিল। সকলোৱেই জানিলে। আমি লাজত ঘৰৰ পৰা ওলাব নোৱৰা হ'লোঁ। তথাপি ঘৰৰ সকলোৱে কথাটো জানিও নজনাৰ ভাও ধৰিলে। ককাইদেউ দুজনে তেতিয়া শিক্ষা শেষ কৰি সৰু-সুৰা চাকৰি কৰি আছিল। মই ভাবিছিলোঁ তেওঁলোকে ভিনিদেউৰ ওপৰত প্ৰতিশোধ ল'ব। কিন্তু মোৰ অনুমান মিছা হ'ল।"

"আৰু কাৰণ আছে। কিছুদিনৰ পিছত দুইজন ককাইদেউৰ ভাল চাকৰি হ'ল। ইফালে মা বেমাৰী হৈ আহিল। মই ভাবিছিলোঁ, তেওঁলোকৰ এজনে মাক নিজৰ চাকৰি কৰা ঠাইলৈ লৈ যাব আৰু ভাল চিকিৎসা কৰাব। তেওঁলোক দুয়ো বিয়াও পাতিছে। মাক কিন্তু এজনেও নিজৰ বুলি নাভাবিলে। বিয়া কৰাই তেওঁলোক অতি স্বাৰ্থপৰ হ'ল। বিহু বা পূজাৰ অন্ততহে ঘৰলৈ অহা হ'ল। আহিও নিজৰ ঘৰত আলহী থকাদি থকা হ'ল। ইপিনে মাৰ সকলো ভাৰ মোৰ ওপৰত পৰিল, ডাক্তৰক দেখুৱাৰ পৰা নিজে প্ৰতিপাল কৰালৈকে। মাক এৰিব নোৱৰাৰ কাৰণেই মোৰ আৰু পঢ়া-শুনা কৰা নহ'ল। মোৰ হাবিয়াস আছিল আৰ্কিটেক্ট হোৱাৰ। মই আই এছ চি পৰীক্ষা বৰ ভালকৈ পাছ কৰিছিলোঁ। বম্বে বা বৰোদাত ছিট পালোঁহেঁতেন, অসম চৰকাৰৰ বৃত্তিও পালোঁহেঁতেন। কিন্তু মোৰ সকলো ওলট-পালট হৈ গ'ল। বাধ্য হৈ নিজ চহৰত বি এছ-চি পঢ়িলোঁ। অলপতে মা মৰিল। লগে লগে মোৰ সকলো কামলৈকে অনিচ্ছা হ'ল। ককাইদেউহঁতৰ লগতো সম্পৰ্ক ক্ৰমে কমি আহিবলৈ ধৰিলে। তেওঁলোকে মোৰ তেনেকৈ খবৰ নলয়। তেওঁলোকে ভাবে যে ঘৰৰ ভাৰাখিনি মই খৰচ কৰি আছোঁ কাৰণে মই তেওঁলোকলৈ কৃতজ্ঞ হোৱা উচিত। এস্ বহুত ভিতৰুৱা কথা কৈ পেলালোঁ।"

"এইবোৰেই আমাৰ প্ৰয়োজন। বাৰু মিষ্টাৰ দত্ত, প্ৰেম সংক্ৰান্ত বিষয়ত আপুনি বিফল হৈছিল নেকি?"

"হয়। কিন্তু গোটেইখিনি কথা ক'বৰ ইচ্ছা নাই। ইমানকে ক'ব পাৰোঁ যে তাইৰ প্ৰেমত বিশ্বাস নাছিল। বোধকৰোঁ হৃদয়ৰ মূল্যতকৈ কাঞ্চন-মূল্য তাইৰ বাবে ডাঙৰ হ'ল কাৰণেই গড়কাপ্তানি বিভাগৰ ইঞ্জিনীয়াৰজনৰ লগত বিয়া ঠিক হোৱাৰ পিছত তাই মোৰ প্ৰেমক ডেকা ল'ৰাৰ সাময়িক দুৰ্বলতা

বুলিহে ভাবিলে।"

"ধন্যবাদ, মিষ্টাৰ দত্ত। আপুনি কোৱা সকলো কথা টেপ ৰেকৰ্ড কৰা হৈছে। মই এইবোৰ শুনি ভাবি-চিন্তি আপোনাক পৰামৰ্শ দিম। কিন্তু মাহেকত দুবাৰকৈ এনে এটা 'ছেশ্যন' বহিব লাগিব। আপুনি গুৱাহাটীলৈ যাব লাগিব। কিন্তু ইমান ছিৰিয়াছ কথা নহয়। আকৌ কওঁ, আপোনাৰ চিন্তাধাৰা পজিটিভ নহয়। নেতিবাচক দৃষ্টিভংগী আঁতৰ কৰিবলৈ চেষ্টা কৰিলে আৰু সৎ উদ্দেশ্যেৰে কিবা এটা কামত লাগি গ'লে আপোনাৰ এনে উৰুঙা উৰুঙা ভাব নাইকিয়া হ'ব। পুনৰ মোৰ ওচৰ নাচাপিলেও হ'ব। পিছে, এটা কথা। আপোনাৰ অন্তৰত এটা ডাঙৰ প্ৰতিশোধৰ ভাব হৈছে। দুনিয়াৰ সকলোৱেই আপোনাৰ মানত কেতিয়াবা শত্ৰু হৈ পৰে। এইটো আঁতৰাবলৈ হ'লে আপুনি আপোনাৰ যত্ন লওক, নিশ্চয় আপুনি কৃতকাৰ্য হ'ব। মই আন্তৰিক শুভেচ্ছা জনালোঁ।"

"ধন্যবাদ।"

এয়া এখোজ এখোজকৈ মই ডাঃ পূৰ্ণিমা কাকতিৰ ওচৰৰ পৰা আঁতৰি আহিছোঁ। মন কিন্তু আগৰ দৰেই। তেখেতে ঠিকেই কৈছে। মোৰ অন্তৰত এটা ডাঙৰ প্ৰতিশোধৰ ভাব আছে। দুনিয়াৰ সকলোৱেই কেতিয়াবা মোৰ শত্ৰু। মোৰ চিন্তাধাৰা নিগেটিভ, সি আজি সমগ্ৰ যুৱক সম্প্ৰদায়ৰ অভিশাপস্বৰূপ, হিপ্পীৰ পৰা নিবনুৱা যুৱকলৈকে মই এটা জেনেৰেল কেছ। পিছে ডাঃ কাকতিয়ে এনেকৈ ক'লে যদিও মোৰ জীঁয়াই থকাৰ যন্ত্ৰণাৰ উপশম হোৱা নাই। মই যি থিৱাং কৰিছোঁ, তাকেই কৰিম। কাৰণ এক নিগেটিভ বাতাবৰণত মই মোৰ চিন্তাধাৰা পজিটিভ কৰিব নোৱাৰোঁ। মই চৌদিশৰ শূন্যতাক মূল্য দিব নোৱাৰোঁ।

এৰা, মই মনোবিশ্লেষণৰ কাৰণে গৈ ভুলহে কৰিলোঁ। বহু দিনৰ মূৰত আকৌ মোৰ সেই ব্যৰ্থ প্ৰেমৰ কাহিনীয়ে মোক ব্যথিত কৰিছে। আকৌ মই ব্যাকুল হৈছোঁ। এতিয়া প্ৰতিটো দৃশ্য, প্ৰতিটো কথা আৰু প্ৰতিটো প্ৰতিক্ৰিয়া ইমান স্পষ্টভাৱে মোৰ মনলৈ আহিছে যেন এই সকলোবোৰ ঘটি গ'ল এদিনৰ আগতেহে। উস, কি যন্ত্ৰণা। এই চিন্তাক মই নেওচা দিব নোৱাৰিম। কাৰণ তাই এতিয়া আমাৰ চহৰতে। সি অলপতে আমাৰ ইয়ালৈ বদলি হৈ আহিছে। এইবাৰ একজিকিউটিভ ইঞ্জিনীয়াৰ হিচাপে। এই দুঃসম্বাদ পালোঁ আঠ তাৰিখে, মোৰ জন্মদিনত। ইও এক ট্ৰেজিডী।

ন'ন' ডাক্তৰ, মিছেছ কাকতি, মই অতীতক পাহৰিব নোৱাৰোঁ। আৰু মই অতীতক পাহৰিবলৈ চেষ্টাও নকৰোঁ। কাৰণ মোৰ মানত বৰ্তমান গতিহীন, মৃত, কিন্তু অতীতহে সজীৱ, গতিচঞ্চল। গতিকে তাইক যৌৱনৰ সেই ভুলক এই যুগত প্ৰজন্মৰ এই খেলিমেলিক, সুঁৱৰিবই লাগিব :

তাইৰ নাম জয়া। জয়া দত্ত। এতিয়া জয়া বৰা।

মনত উপভোগৰ বাসনা তীব্ৰ কৰি তুলিব পৰা ছোৱালীবোৰ যেনেকুৱা হ'ব পাৰে, জয়াও তেনেকুৱাই আছিল। পাতল বৈ পৰা ওঁঠ দুখন আৰু নিত্যচঞ্চল চকু দুটাৰ ভাষাই মোক পোনতে উতলা কৰিছিল। মুখখন ধুনীয়া নাছিল। কিন্তু স্বাস্থ্য ভাল আছিল কাৰণে সেইখন মুখৰ কমনীয়তাও বেছ আকৰ্ষণীয় আছিল। তাই বুকু আৰু নিতম্বৰ তৰঙ্গই সততে যৌৱনৰ আকাংক্ষা ঘোষণা কৰিছিল।

হাচনাহানা আৰু শেৱালিৰ সুবাসৰ যি পাৰ্থক্য, জয়া আৰু এজনী স্বৰূপতে ধুনীয়া ছোৱালীৰ ৰূপৰ পাৰ্থক্যও একে ধৰণৰ। জয়াৰ ৰূপে কোনো নন্দনতাত্ত্বিক আনন্দ নিদিয়ে, মৌল প্ৰবৃত্তিবোৰহে জগাই তোলে। তথাপি আজিৰ এই নিতম্বৰ প্ৰান্তৰেখা, নাভিপ্ৰদেশ, অৰ্ধবক্ষ আৰু উৰুৰ আকৃতিৰ

আভাস প্ৰদৰ্শন কৰা পোছাকৰ প্ৰতি আকৃষ্ট নাৰী জগতত জয়াক সুন্দৰী তিৰোতা বুলিয়েই ক'ব পাৰি।

অৱশ্যে মই লগ পোৱাৰ সময়ত জয়া তিৰোতা নাছিল, তাই আছিল এজনী চঞ্চলা প্ৰকৃতিৰ নতুন গাভৰু। তাইৰ ভৰপূৰ মুখখন, সচকিত চকু, সঘনে বদলাই থকা চুলি বন্ধাৰ ৰীতি, উশাহ-নিশাহৰ লগত পীনোন্নত পয়োধৰৰ উঠা-নমা, লাগ-বান্ধ নোহোৱা কথাবোৰ, লৌকিকতাৰ অভাৱ, নাৰীসুলভ লজ্জাৰ অনুপস্থিতি আৰু সকলো ক্ষেত্ৰতে এক মধুৰ দায়িত্বহীনতা, এই সকলোবোৰেই সাধাৰণ ধাৰণাৰ ব্যতিক্ৰম। আৰু এই সকলোবোৰ মোৰ ইমান ভাল লাগিছিল যে এই সকলোবোৰে মিলি মোৰ মনত এক অদ্ভুত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। তাই আছিল মোৰ নিশ্চলতাৰ গতিশক্তি।

মোক তাইৰ ভাল লাগিছিল। আমাৰ চিনা-পৰিচয় নিৰ্দোষ হৈ থকা নাছিল। মোৰ ওচৰৰ ঘৰটো ভাৰা লৈ থকা একছাইজ চুপাৰিণ্টেণ্ডেণ্টৰ জীয়েক জয়া দস্তুই মোক সকলো উজাৰ কৰি দিছিল। তাৰ বাবে তাই অকণো কুণ্ঠাবোধ নকৰিছিল। তাইক অতিশয় উদাৰ যেন লাগিছিল। তাই মোৰ মৰমত মজিছিল। মই জীয়াই থকাৰ এটা হেতু বিচাৰি পাইছিলোঁ। তাই অতি নিৰ্ভয় আছিল। মই ভাবিছিলোঁ, তাইক লৈ মই সুখী হ'ব পাৰিম, জীয়াই থকাৰ এটা প্ৰেৰণা পাম। কিন্তু মোৰ অনুমান ভুল হ'ল। যিজনী জয়াৰ অবৈধ প্ৰেমৰ প্ৰতি ভয় নাছিল (কেৱল গৰ্ভধাৰণৰ ভয়ত বাদে), যিজনী জয়াৰ সকলো ক্ষেত্ৰতে এক বে-পৰোৱা ভাব, সেইজনী জয়াই বাপেক-মাকৰ সিদ্ধান্তৰ বিৰুদ্ধে মাত দিব নোৱাৰিলে। যথা সময়ত তাইৰ ইঞ্জিনীয়াৰ এজনৰ লগত বিয়াৰ ঠিক হ'ল। জয়াক মই দোষাৰোপ কৰিলোঁ। প্ৰেম, প্ৰীতি আদি সামন্তযুগীয়া শব্দবোৰৰ অৰ্থ অস্বীকাৰ কৰি, জয়াই মিচিকিয়াই হাঁহি ক'লে, "তুমি এইবোৰ কি বকিছা? জীৱনটো ইমান ছিৰিয়াছলি লৈছা কিয়? এইখন চহৰ ইমান 'ডাল্', ইমান বাজে। ইয়াত সময় নাযায়-নুপুৰায়। ইয়াত 'ছেক্স'ত বাদে আৰু কি 'থ্ৰীল' থাকিব পাৰে? তাৰ বাহিৰে আৰু কি উপায় থাকিব পাৰে? তোমাক সেই কাৰণেই ধন্যবাদ।"

"জয়াৰ জীয়াই থকাৰ আলমৰ আভাস পাই, মই শিয়ৰি ক'লোঁ, 'কিন্তু এজনক বিয়া কৰোৱাৰ বাবে তোমাৰ অনুতাপ হোৱা নাই?"

তাই ক'লে, "সেইটো এডজাষ্টমেণ্টৰ কথা, পিছত দেখা যাব।"

"কিন্তু, জয়া, বিবাহিত জীৱন বেছি 'ডাল' হ'ব।"

"সদায় নহয়। তথাপি এটা বয়সত 'ডাল লাইফ' সহ্য কৰিবলৈ শিকা উচিত।"

এতিয়া ভাবিছোঁ, জয়াৰ নিজস্বতা আছে। যৌন মিলনক একেসুৰীয়া জীৱনৰ ব্যতিক্ৰম বুলিয়েই মোক তাই আপোন কৰি ল'লে। আকৌ ক'লে, এটা বয়সত গতানুগতিকতাৰ তিক্ততা সহ্য কৰা উচিত।

কিন্তু মই এতিয়া তিক্ততা দূৰ কৰিব নোৱাৰোঁ। আনকি যৌন জীৱন বিশৃংখল কৰিও। প্ৰেম-প্ৰীতি বেপেৰুৱা হৈ পৰিছে বুলি মোৰ বিশ্বাস হৈছে। মোৰ চিনাকি ছোৱালীকেইজনীত মই প্ৰেমৰ পৰিচয় নাপালোঁ। মোৰ সিহঁতক পণ্যদ্ৰব্য যেনহে লাগে। এখন মটৰ গাড়ী আৰু এজাপ দহটকীয়া নোটৰ সহায়ত সিহঁতক উপভোগ কৰিব পাৰি। এইটো জয়াই কোৱাৰ দৰে কোনো এডভেঞ্চাৰৰ কথা নহয়। অথচ মূল বস্তুটো অৰ্থাৎ টকা উপাৰ্জন কৰাটোহে ডাঙৰ এড্‌ভেঞ্চাৰ। মূলধন নথকা মানুহৰ কাৰণে চোৰাং বজাৰ কৰা আৰু ঘোচ খোৱাত বাদে টকা ঘটাৰ আন উপায় চকুত নপৰে। মই ভাবোঁ, ঘোচখোৰ বিষয়া আৰু চোৰাং কাৰবাৰী মানুহৰ জীৱনটো চাগে আমাৰ দৰে উত্তেজনাহীন আৰু গতানুগতিক নহয়। আৰু টকা থকা কাৰণে সিহঁতে জীৱনটো উপভোগ কৰে আমাতকৈ বেছি।

আচৰিত কথা। এইবোৰ ভাবি দেখোন মই সমাজ-বিৰোধী হৈ পৰিছোঁ। মোৰ দেখোন দুৰ্নীতিপৰায়ণ বিষয়া আৰু চোৰাং কাৰবাৰীবোৰলৈহে শ্ৰদ্ধা হৈছে।

অ'— তেনেহ'লে মই এটা বেয়া কাম কৰিবলৈ পাই গ'লোঁ। মই চোৰাং কাৰবাৰ কৰিম। গফুৰক মোৰ অভিপ্ৰায়টো ক'লেই সি মোক সাদৰেৰে গ্ৰহণ কৰিব। মোৰ বহুত টকা হ'ব। গফুৰৰ দৰে মোৰো এই চহৰত কেবাজনীও ৰক্ষিতা থাকিব।

কিন্তু তাৰ আগতে মই জয়াক লগ পোৱা উচিত। অভিযন্তাৰ গৃহিণী জয়া বৰাক লগ পোৱাৰ পিছতেই কিবা এটা সিদ্ধান্ত কৰিম। মোৰ হাতত আৰু এটা দিন বাকী আছে।

এঘণ্টা দুঘণ্টা চাৰি ঘণ্টা। এয়া মই জয়াৰ ঘৰত, একজিকিউটিভ ইঞ্জিনীয়াৰৰ বাসভৱনত।

"ওঁহো জয়া, মই তোমাৰ কান্দোন শুনিবলৈ অহা নাই। তুমি আকৌ কেতিয়াৰ পৰা ইমান কোমল মনৰ হ'লা? যিজনী ছোৱালীয়ে ছেক্সক, যৌন-মিলনক কেৱল বিৰক্তিকৰ সময় পাৰ কৰাৰ উপায় বুলি ভাবিছিল সেইজনী ছোৱালীযে আকৌ মোক দেখি কান্দিছা কিয়? মই কি তোমাৰ প্ৰেমিক? প্ৰকৃততে? অথচ তুমি কৈছিলা, প্ৰেমত পৰিছোঁ বুলি ভবাটো হেনো 'বেলপুঙৰ ছেণ্টিমেণ্ট।"

'চব ভুল হৈ গ'ল অৰূপ, চব ভুল হৈ গ'ল। মই মাথোন টকা পালোঁ, মটৰ-গাড়ী পালোঁ। আন একো নাপালোঁ। ৰত্নই মোক হতাশ কৰিলে। সকলো শুনিবা? লোকৰ কথা শুনিবলৈ তোমাৰ ধৈৰ্য আছে?"

'কৈ যোৱা। চব শুনিম।'

"কিন্তু মই সবিশেষ ক'ব নোৱাৰিম। ক'বলৈ লাজ লাগে। হাজাৰ হওক, ৰত্ন মোৰ স্বামী। সি এটা যন্ত্ৰ, মানুহ নহয়। এটা টকা ঘটা যন্ত্ৰ। আবকাৰী বিভাগৰ মানুহ হিচাপে দেউতাযো বহুত ধন ঘটিছিল। কিন্তু তেওঁ ইমান অন্যায়ৰ মানুহ নাছিল। মই ভাবি পাইছোঁ, ৰত্নই ধনৰ বাহিৰে আমাক একো মূল্য নিদিয়ে। তাৰ মনত মোৰ মূল্যও এম্বেছেডৰ গাড়ীখনতকৈ কম নহ'লেও বেছি নহয়। মই কওঁ, ইমান টকা কেলৈ? সকলোৰে এটা অৰ্থ আছে। কিন্তু ইমান টকা থকাৰ কোনো অৰ্থ দেখা নাই। তাকো অন্যায়ৰ টকা। দেশৰ হাজাৰ হাজাৰ মানুহক সহায় কৰিবলৈ তোমালোকে বহুত সুবিধা পাইছিলা। কিন্তু তোমালোকে একো নকৰিলা। নলা আৰু মথাউৰি বান্ধিবলৈ দিয়া এফাল টকা তোমালোকেই খাই পেলালা। দেশৰ মানুহৰ ইমান দুৰ্দশা দেখি তোমালোকৰ অকণো মন নুকুমলিল।"

"তেওঁ কি ক'লে?"

"মোৰ কথাত একো গুৰুত্ব নিদিলে। কিন্তু মই ভাবোঁ, ৰত্নই বিবেকক হত্যা কৰি সুখী হ'ম বুলি ভবাটোও ভুল হ'ল। বিবেকৰ কিছু অংশ থাকি গ'ল কাৰণেই সি মদ খাবলৈ ধৰিলে। এতিয়া সি বেহুচ হৈ পৰিলেহে শুব পাৰে। আৰু বেহুচ হ'বলৈকো বহুত মদৰ দৰ্কাৰ হয়। আৰু সি লেশমানো স্বামীৰ কৰ্তব্য পালন কৰা নাই। আৰু জানা অৰূপ, মই আজি । উস্, মই ভবা নাছিলোঁ যে "

"মই একো বুজা নাই, জয়া।"

"তুমি বুদ্ধিমান, নিশ্চয় বুজিছা। কিন্তু মোৰ মুখৰ পৰা কেইটামান নিৰ্লজ্জ শব্দ শুনিবলৈকে তুমি বুজিও নুবুজাৰ ভাও ধৰিছা।"

"মোৰ শপত, জয়া, মই তোমাৰ ৰং চাবলৈ ইয়ালৈ অহা নাছিলোঁ।"

"কিন্তু সেই সময়ত, মানে আমি লুকাই-চুৰকৈ ইটোৱে সিটোৰ কোঠালিলৈ লৈ যোৱা কালত,

মই তোমাৰ কোঠাত ভালেমান যৌন বিষযক কিতাপ দেখিছিলোঁ। তেনেহ'লে সেইবোৰ টেবুলত সজাইহে ৰাখিছিলা? মদ খালে কি হয় তুমি নাজানা? অলপ খালে সোহাগৰ বাতি সুন্দৰ হয়, কিন্তু যাৰ স্বামী লেতেৰা মদপী সি "

"সি অপাৰগ হয়।"

"ঠিক ধৰিছা, অৰূপ, এজনী তিৰোতাক সন্তুষ্ট কৰাৰ শক্তি হেৰুৱায়। সেইবাবে বেছি মদ খাবলৈ লয়।"

"তেনেহ'লে ৰত্ন এটা "

"ঠিকেই ভাবিছা, সি নপুংসক নহ'ব পাৰে, কিন্তু সি অক্ষম পুৰুষ, অপুৰুষ। সেই বাবে তাৰ ধন ঘটাৰ পৌৰুষক শ্ৰদ্ধা কৰিব নোৱাৰোঁ। কিন্তু সি তাক ঢাকিবলৈ নিজকে বেছি ফাঁকি দিছে। আন ছোৱালী কিছুমানৰ লগত কেলেংকাৰি কৰাটো তাৰ পুৰুষত্বৰ প্ৰমাণ চোৱাৰ আহিলাহে। কিছুমান অনভিজ্ঞ ছোৱালীক টকাৰ জোৰত এঘণ্টাৰ কাৰণে কোঠাত (ইন্সপেকশ্যন বাংলো বা চাৰ্কিট হাউছত) নঙঠা অৱস্থাত পোৱাটোক পুৰুষত্ব নোবোলে। সেইটোও ৰোগ পুৰুষত্ব হেৰুওৱাৰহে। এয়ে তাৰ পাপৰ প্ৰতিফল।"

"তেনেহ'লে, জয়া, তোমাৰ জীৱনটো এতিয়া খুব বিৰক্তিকৰ?

"ইয়েছ, ব'ৰডম্ কিল্‌ছ মী। আৰু জানা, মোৰ পৃথিৱীত কাৰো প্ৰতি ঘৃণা নাই, এক মাত্ৰ ৰত্নত বাদে। তাৰ মোৰ চব বেয়া লাগে। তাৰ চেহেৰা, তাৰ হাঁহি তাৰ কথা, তাৰ নীচামি আৰু তাৰ অসুস্থ মনটো, সেই টকাহে চিনি পোৱা মনটো। যৌন লিপ্সাক হত্যা কৰা এটা স্বাৰ্থপৰ মানুহৰ লগত লৌকিকতাৰ ভণ্ডামিৰে থকাটো প্ৰায় অসম্ভৱ। মোৰ যদি সৎ সাহস থাকিলেহেঁতেন তাক মই হত্যা কৰিলোঁহেঁতেন। বোধকৰোঁ মোৰ সৎ সাহস থাকিব নোৱাৰে। কাৰণ এদিন মৰমক নেওচা দি টকা আৰু চাকৰিক মূল্য দিছিলোঁ। অৱশ্যে হত্যা কৰাৰ নিষ্ঠুৰতাও মোৰ থাকিব নোৱাৰে। অন্ততঃ এদিন এজনক ভাল পাইছিলোঁ বাবেই। এৰা অৰূপ, মোৰ মনটো দেখোন এতিয়াও পাট-গাভৰুৰ মনৰ দৰে হ'ব খোজে। অৰূপ তুমি ।"

"জয়া, তেনেহ'লে তুমিও ।"

"এৰা এতিয়া ভাবি পাইছোঁ, তেতিয়া সেয়া দেহৰ সুখৰ বাবেই নহয়, আমাৰ মাজত প্ৰেমো আছিল। বুইছা অৰূপ, প্ৰেম-প্ৰীতি আদি কিজানি এই যুগৰো শব্দ। কাৰণ আমি মানুহ।"

"আৰু মই যদি তাৰ প্ৰতিশোও লওঁ?"

"কিয় ল'বা? ৰত্নই মোৰ অপকাৰ কৰিছে। তোমাৰ একো কৰা নাই।"

"কিন্তু দেশৰ বৃহত্তৰ স্বাৰ্থৰ ফালৰ পৰা চাবলৈ গ'লে, ৰত্ন জীয়াই থকা উচিত নহয় ।"

মোৰ এতিয়া সময় কটোৱাটো এটা চিন্তাৰ বিষয় নহয়। মোক এতিয়া আৰু সময় লাগে। তেহে মোৰ জীৱনতৃষ্ণা দূৰ হ'ব। এৰা, জীৱন পৰিপূৰ্ণ কৰিবৰ বাবে কিঞ্চিৎ 'ভাইচ'ৰ, পুণ্যহীনতাৰ প্ৰয়োজন। এতিয়া মোৰ জীৱন পৰিপূৰ্ণ। মোৰ অত্যন্ত উত্তেজক ৰোমাঞ্চকৰ, অতি সুন্দৰ, অনিৰ্বচনীয় অভিজ্ঞতা হ'ল—পৰকীয়া প্ৰেম। এৰা মই শেষত এটা সিদ্ধান্তত উপনীত হ'লোঁ : মই এতিয়া তথাকথিত বেয়া কাম কৰিছোঁ। সেয়ে হ'ল পৰকীয়া প্ৰেম, মোৰ মানসী জয়াৰ লগত। আৰু এদিন মই প্ৰকৃততে এটা বেয়া কাম কৰিম, যদিহে ৰত্ন বৰাই ইয়াৰ সম্ভেদ পায়। তাৰ নপুংসক প্ৰতিহিংসোক

চিৰদিনলৈ স্তব্ধ কৰি দিম।

জয়া, তোমাক যদি মই বিয়া কৰালোঁহেঁতেন, তোমাক যে মই ভাল পাওঁ, এই কথা উপলব্ধি কৰিবলৈ সুবিধাই নহ'লহেঁতেন। তুমি মোৰ গতানুগতিকতাৰ এটা অংশ হৈ পৰিলাহেঁতেন। সদায় বিচাৰিলেই পোৱা তোমাৰ দেহটো মোৰ মানত গাৰুটো বা তুলীখনৰ দৰে নিৰ্জীব হ'লহেঁতেন। কিন্তু এতিয়া তুমি যেন মোৰ প্ৰেমৰ অধিষ্ঠাত্ৰী দেৱী। কাৰ্যবাহী অভিযন্তা ৰত্ন বৰা বেৰ্ড্‌চ হৈ শুই থাকে। মই চান্দ সদাগৰৰ মেৰঘৰত সোমোৱা তক্ষকৰ দৰে তাত সোমাওঁ। তোমাক পোৱাৰ কামনাৰ দংশনত, তোমাৰ চকুৰ আপেক্ষিক দৃষ্টিত তোমাৰ স্বামী যেন মৃত। তুমি অসতী হৈ মোৰ লগত ওলাই আহা ওচৰৰ কোঠাটোলৈ। মোৰ শৰীৰৰ উত্তাপত তুমি লীন যোৱা তোমাৰ শৰীৰৰ সাৱলীল ছন্দৰে। মোৰো দেহ-মন লীন যায়। তোমাৰ বাসনাসিক্ত মৰমত মই বন্দী। বোধকৰোঁ তুমিও। আৰু সময়। প্ৰতিটো ৰাতিয়েই যেন এটা শঙ্কিত মুহূৰ্ত। কাৰণ, মই অভিযন্তাৰ বাসভৱনলৈ অহা আৰু সৰীসৃপৰ দৰে কোঠাত সোমোৱাত উত্তেজনা আছে, কিয়নো ধৰা পৰাৰ ভয় আছে, অমানিশাতো হঠাৎ পূৰ্ণিমাৰ দৰে তুমি এই বিশেষ কোঠাটোত সোমাই মোৰ বাসনাক উদ্ভাসিত কৰা। আমাৰ চুটি চুটি উশাহবোৰ, আমাৰ নিৰাভৰণ দেহৰ ত্বৰান্বিত তৰঙ্গধ্বনি, মাজে মাজে অৰ্থহীন শব্দৰ প্ৰেম-কলৰৱ আদি সিটো কোঠাৰ পৰা ৰত্নই শুনাৰ সম্ভাৱনা আছে কাৰণেই আমাৰ এই প্ৰতি নিশাৰ মিলন যান্ত্ৰিক হৈ পৰা নাই। আমি যেন তৃপ্তিৰ তৰঙ্গশীৰ্ষত বিচাৰি পাইছোঁ জীৱন-মৃত্যুৰ মহিমা, আৰু পাইছোঁ এক ঐশ্বৰিক শক্তিক।

কিন্তু সি কুত্তাই, শ্ৰীৰত্ন বৰা বি-এছ-চি, বি-ই, এম-এম-আই-ই-এ কি পাইছে? জনতাক ঠগি অৰ্থাৎ চৰকাৰক ঠগি পোৱা টকাৰে মদ খাই ক্ষণিক আত্মহত্যাৰে নিজৰ পাপ চেতনাৰ পৰা ৰেহাই পাইছে। এয়া এটা অক্ষম স্বামী, প্ৰায় পাঁচ গজ আঁতৰত। ব্যৱধান মাথোন এখন খিলি নমৰা দৰ্জা। এয়া মই। পৌৰুষদীপ্ত অৰূপ দত্ত। এয়া জয়া, যাৰ চকুত, দেহত, নিশ্বাসত, সকলোতে মোক সঁপি দিয়াৰ নাৰীত্বৰ আতিশয্য।

বুইছা জয়া, কোনোবা এটা ৰাতি এনে এটা সময়তে তাৰ নিচা ভাগিব পাৰে। আমি ধৰা পৰি যাব পাৰোঁ। তেতিয়া? বুইছা তেনে এটা মুহূৰ্তত মই তাক ক্ষমা কৰিব নোৱাৰোঁ। এটা সক্ষম, নীচ, দেশদ্ৰোহী, ধনকুবেৰ স্বামীৰ আমাৰ এনে অতুলনীয় সৃষ্টিৰ চৰম পুলক নষ্ট কৰাৰ কি অধিকাৰ থাকিব পাৰে?

বুইছা জয়া, তোমাৰ ওচৰলৈ অহাৰ সময়ত আৰু তোমাৰ ওচৰৰ পৰা যোৱাৰ সময়ত মই প্ৰায়ে ভাবোঁ, ৰত্ন বৰা নামৰ মানুহটোৰ পৃথিৱীত কোনো অস্তিত্ব থকা উচিত নহয়। মনত ৰাখিবা, সাময়িক উত্তেজনাৰ বশৱৰ্তী হৈ মই এনে এটা উক্তি কৰা নাই। তোমাৰ ওচৰত মোৰ যি দৈহিক আৰু মানসিক উত্তেজনা হয়, সেই উত্তেজনাৰ ৰক্ত-সুৰভিৰ আৱৰ্তত ৰত্নৰ কোনো স্থান নাই। বুজিলাতো? জীৱনত আবেগ আৰু অনুভূতিহে আচল সত্য। বেয়া-ভালৰ সীমাৰেখা, পাপ-পুণ্য আদি সকলো মিছা। তুমি আছা ই এক সত্য। মই আছোঁ—ই এক সত্য। আমি দুটা এতিয়া সুখী, ইয়াতকৈ ডাঙৰ সত্য আৰু একো হ'ব নোৱাৰে। ইয়াতকৈ ডাঙৰ অভিলাষ আৰু একো থাকিব নোৱাৰে। এতিয়া আমাৰ জীৱন আৱৰ্তত ধৰ্মৰ স্থান নাই। পাপ-পুণ্যৰ স্থান নাই, প্ৰকল্পৰ স্থান নাই, বিবেকৰ স্থান নাই। আছে উগ্ৰতাৰ। এই উগ্ৰতা প্ৰেমৰ বাসনাৰ, তাৰ পৰিতৃপ্তিৰ আৰু জীৱনৰ পৰা প্ৰাপ্যখিনি আদায় কৰাৰ।

জয়া, আমি কিন্তু সাধাৰণ নৰ-নাৰী নহয়। কাৰণ আমাৰ জীৱনৰ দাবীত তত্ত্ব আৰু বাণীৰ

প্ৰভাৱ নাই।

জয়া, জীৱন চছ্‌মাৰে নাচাবা। নিজস্ব চকুৰে চাবা। স্থিৰীকৃত নীতি-নিয়মৰ অক্ষিজাল ভেদ কৰি চাব পাৰিলেহে জীৱনৰ প্ৰকৃত সৌন্দৰ্য উপলব্ধি কৰিব পাৰিবা।

জয়া, তোমাক মই খুব ভাল পাওঁ। তাৰ কাৰণ কেবাটাও। প্ৰথম কাৰণ হ'ল তোমাৰ স্পষ্টবাদিতা। দ্বিতীয় কাৰণ হ'ল তোমাৰ পৰম জীৱন-তৃষ্ণা। তৃতীয় কাৰণ হ'ল তুমি জীৱনবোধক শ্ৰদ্ধা জনোৱা কাৰণেই তথাকথিত নৈতিকতাক সহজে উলাই কৰিব পাৰা। চতুৰ্থ কাৰণ হ'ল তোমাৰ স্বীকাৰোক্তি।

মই আগতেই কৈছোঁ যে আচল শোৱা ঘৰটো আৰু আমাৰ মিলন হোৱা কোঠাটোৰ মাজৰ দুৱাৰখন খোলা থাকে। এই দুৱাৰখনত খিলি মাৰি থ'লে ধৰা পৰাৰ সম্ভাৱনা বেছিহে। কাৰণ, দুৱাৰখন বন্ধ কৰোঁতে শব্দ হ'ব আৰু দুৱাৰখন খুলি জয়া নিজৰ ঠাইত শুবলৈ যোৱাৰ সময়তো শব্দ হ'ব।

আৰু আজি ৰাতি? দুৱাৰখন খোলা নথকাহেঁতেন ধৰা পৰাটো পিছৰ কথাই, তাতকৈ ডাঙৰ অঘটন হ'লহেঁতেন। পিছে দুৱাৰখন খোলা থকা কাৰণেই মোৰ সেই প্ৰতিজ্ঞা পূৰণ হ'ল।

আজি মাজনিশাৰ কথা সুকীয়া। চৌদিশে যেন ফুলশয্যাৰ আয়োজন। কাৰ্যবাহী অভিযন্তাৰ বাসভৱনৰ আগৰ বাগিছাখনৰ নানা ধৰণৰ ফুলৰ মিশ্ৰিত সুবাসত আমাৰ মন-ফাগুন মতলীয়া। নিৰ্মেঘ আকাশত জোনৰ জেউতি। এখিৰিকী জোনাক আহি জয়া আৰু মোৰ কিঞ্চিতো ব্যৱধান নথকা প্ৰায় উলঙ্গ শৰীৰ দুটাত পৰিছে। জয়াৰ মুখখন অতি ৰহস্যময় হৈ পৰিছে। জোনাকে তাইৰ শৰীৰৰ নিৰাভৰণ অংশখিনি বেছি কোমল আৰু লোভনীয় কৰি তুলিছে। তাই এতিয়া অপাৰ্থিৱ সংজ্ঞাহীনতাৰে অপৰূপা, কিন্তু এনে এটা মধুময় সময়ত এয়া মই কি শুনিছোঁ? অলপ আগলৈকে ৰত্ন বৰাই নাকে-মুখে শব্দ কৰি ঘোঁট-ঘোঁটাই শুই আছিল। এতিয়া সেই শব্দৰ সলনি শুনিছোঁ, টেবুলৰ পৰা যেন কিবা এটা সৰু বস্তু পৰি গ'ল, পালেঙৰ কাঠত যেন কিবা এটা পৰিল। এইবাৰ মোৰ গা শিয়ৰি উঠিল। মই যে একোচা চাবিৰ শব্দ শুনিছোঁ। মোৰ এটা ডাঙৰ সন্দেহ হৈছে। মই থিয় হ'বলৈ চেষ্টা কৰিছোঁ, জয়াৰ বাহুবন্ধনৰ পৰা। তাই ফুচফুচাই, খুব উত্তেজিত হৈ কৈছে ঃ "নাযাবা, নাযাবা, মোৰে শপত। বাঃ আই ডাই ইন্ এক্‌ষ্টাচি!"

মই কৈছোঁ, "সাৰ পাইছে।"

তাই কৈছে, "হ'ব নোৱাৰে। সি কাঠ এডাল দৰে পৰি থাকে।"

মই কৈছোঁ, "তুমি একো শুনা নাই?"

তাই কৈছে, "নাই শুনা।"

মোৰ হ'লে বিশ্বাস হোৱা নাই! জয়াৰ উশাহ-নিশাহবোৰ ইমান ঘন ঘন হৈছে যে তাই সিটো কোঠাৰ এনেকুৱা সামান্য শব্দ শুনা নাই বা এতিয়া তাইৰ এনে শব্দ শুনিবৰো ধৈৰ্য নাই। তাই যে অতি কামনা-বিহ্বল নাৰী।

জয়াৰ কথাই সঁচা নেকি? মই দেখোন আকৌ ৰত্নৰ নাকৰ ফোঁচফোঁচনি শুনিছোঁ। তাকে শুনি মোৰ বাসনা লাহে লাহে দমি আহিছে আৰু বাসনাৰ সলনি মোৰ ভীষণ ক্ৰোধ হৈছে। ৰত্ন বৰাক এটা গাহৰি যেন লাগিছে। গাহৰিয়েহে এনেকৈ ফোঁচফোঁচায়। এতিয়া সি দেখাত গাহৰি এটাৰ দৰেই। মদ, এলাহ আৰু পুষ্টিকৰ খাদ্যই তাক কুৰূচ কৰিছে। ইফালে পুৰুষ হিচাপে যি থাকিব লাগিছিল । জয়াই

কোবা মতে উদৰৰ তৰপে তৰপে চৰ্বি আৰু উৰু দুটাৰ দৃষ্টিকটু চৰ্বিৰ নিচিনা ভয়াবহ কদৰ্য দৃশ্য আৰু একো থাকিব নোৱাৰে। তেনে মানুহে পুৰুষালি দেখুৱাব নোৱাৰে।

আৰু জয়াৰ যোগ্য পুৰুষ এতিয়া তাইৰ ওচৰতে। জয়াৰ মতে মোৰ শৰীৰৰ কোনো অংশত অপ্ৰয়োজনীয় চৰ্বি নাই। মোৰ ভৰি দুখন দুটা শক্তিশালী স্তম্ভ। মোৰ তীখাসদৃশ্য পেশী । মোৰ চকুৰ যাদুৱে যিকোনো স্বাস্থ্যৱতী যুৱতীক অধীৰা কৰিব পাৰোঁ।

এয়া মোৰ ধাৰণা নহয়। মই নিজক লৈ ইমান অহঙ্কাৰ নকৰোঁ। সেই সময়ত জয়াই তাইৰ বান্ধৱীলৈ লিখা চিঠি এখনত মোৰ বৰ্ণনা এনেকৈ দিছিল। এবাৰ মনে মনে তাইৰ কোঠালৈ গৈ আধা লিখা চিঠিখন তাই গম নোপোৱাকৈ পঢ়ি পেলাইছিলোঁ।

"অৰূপ!"

"জয়া!"

"কিয় এনেকুৱাখন কৰিছা? তোমাক আজি আগৰ দৰে লগা নাই। অথচ আজিৰ ৰাতিটো যে ইমান সুন্দৰ। কাইলৈ পূৰ্ণিমা। আৰু ।"

"কিন্তু সি "

"সেয়া দেখোন নাকৰ শব্দ!"

"কিন্তু মোৰ ভাব হৈছে, সি ভাও ধৰিছে।"

"অসম্ভৱ। সদায় এনে অৱস্থা। মাজে মাজে নাকৰ শব্দ নোহোৱা হয়েই।"

মই জয়াৰ অনুমান সঁচা বুলি ভবা নাই। মোৰ সন্দেহ দূৰ হোৱা নাই। মোৰ শ্ৰৱণ শক্তি সূক্ষ্ম, কিয়নো মই সঙ্গীতজ্ঞ নহ'লেও এস্ৰাজ বজাওঁ আৰু তন্ত্ৰীৰ ক্ষীণতম ঝংকাৰো মোৰ কাণে বাছি উলিয়াব পাৰে।

এইবাৰ সি মোৰ কাণক ফাঁকি দিব নোৱাৰিব। মই শহাকণীযাকৈ ৰ'লোঁ। অনৰ্থক সন্দেহ কৰিছোঁ বুলি ভাবি জয়া মোৰ প্ৰতি বিতুষ্টা হ'ল। মই তাইক তুষ্ট কৰিবলৈ চেষ্টা নকৰিলোঁ। মোৰ চিন্তা অন্যত্ৰ।

মই জয়াৰ ওচৰলৈ আহোঁ ৰাতি এঘাৰ বজাৰ পিছত। গৰম হ'লেও মই কলাফুললৈকে পৰা এটা গাউন পিন্ধি আহোঁ। গাউনটো পিন্ধিলে সামান্য কাপোৰ পিন্ধিয়েই ওলাই আহিব পাৰি আৰু ৰাতি মোক আনে চিনি পোৱাত অসুবিধা হয়। এটা কাশ্মীৰী টুপীও পিন্ধোঁ। গাউনৰ জেপত এটা পেন্সিল টৰ্চ লাইট থাকে, যি জোনাকীৰ দৰেহে পোহৰ দিয়ে। এই টৰ্চটো আছে কাৰণেই মই সাহস পাইছোঁ। পলাবলৈ সুবিধাৰ কাৰণে নহয়, আন কাৰণেহে। আন্ধাৰত অহা শত্ৰুৱে মোক ভালকৈ নেদেখিব অথচ টৰ্চৰ সহায়ত মই ভালকৈ তাৰ অৱস্থান জানি লম।

আকৌ নাকৰ শব্দ। কিন্তু সিটো কোঠাত 'জিৰো পাৱাৰ'ৰ নীলা বাল্বটো জ্বলা নাই। তেনেহ'লে সিয়েই নুমালে। নিশ্চয় তাৰ কিবা এটা মতলব আছে। মই জয়াক ফুচফুচাই কথাটো ক'লোঁ। তাই কিন্তু সন্দেহ নকৰিলে। তাই ভাবিলে লাইনত বিজুলী সোঁতহে নাই বুলি।

কিছু সময় আমি নিস্তব্ধ হৈ ৰ'লোঁ। জয়াই নিঃশব্দে হামিয়ালে। বোধকৰোঁ নিজক সঁপি দি নিজে হেৰাই যোৱাৰ এনে এটা সুন্দৰ সময় মই অতি সাৱধানী হৈ নষ্ট কৰাৰ কাৰণে।

কিন্তু মোৰ কাণ নিৰ্ভুল। মই চাবি একোচাৰ শব্দ শুনিছোঁ। সি শোৱা বিছনাখনৰ ওচৰত নহয়,

অলপ আঁতৰত। নিশ্চয় সেই বিশেষ ধৰণে বন্ধ কৰা আৰু 'ক'ড নাম্বাৰ' নাজানিলে খুলিব নোৱৰা তীখাৰ আলমাৰীটোৰ ওচৰত চাবিৰ শব্দ হৈছে। মানে অলপ পিছতে সি আলমাৰীটো খুলিব। অ' নহয়, খুলিলেই। আলমাৰীৰ দুৱাৰ এখন খোলাৰ শব্দ নিশ্চয় জয়াযো শুনিলে। কাৰণ জোনৰ পোহৰত তাইৰ চকুত মই ভীতি-বিহ্বল চাৱনি দেখিছোঁ। মই পিছে উপস্থিত বুদ্ধি হেৰুওৱা নাই। মই এতিয়াই যাব লাগিব। দেৰি কৰিলেই জয়া আৰু মোৰ মৃত্যু হ'ব। সি আলমাৰী খুলি পিষ্টলটো উলিয়াই লাইট জ্বলাই লৈ আমাক অতি সহজে গুলীযাই মাৰিব। পিষ্টলটো হাতত লোৱাৰ লগে লগে আক্ৰোশ-প্ৰতিহিংসাই তাক সাহসী আৰু নিষ্ঠুৰ কৰি তুলিব।

মই ঘপহকৈ থিয় হ'লোঁ। গজালত ওলোমাই থোৱা গাউনটো পিন্ধি লৈ, পেঞ্চিল টৰ্চ-লাইটটো হাতত লৈ এখোজ এখোজকৈ সিটো কোঠালৈ গৈ থাকিলোঁ।

কোঠাটোৰ মাজত থিয় হৈ মই পেঞ্চিল-টৰ্চ লাইটটোৰ ক্ষীণ পোহৰত দেখিলো, সি আলমাৰীৰ ওচৰত কঁপি কঁপি থিয় দি আছে। সি পিন্ধিছে এটা ট্ৰাউজাৰ আৰু গেঞ্জী। ভৰিত একো পিন্ধা নাই। অৱশ্যে এখন ভৰিত মোজা আছে। বোধকৰোঁ সি শুবৰ সময়ত বেহুঁচ হৈয়ে আছিল। (আজি হেনো ৰাতি আঠটাতে শুইছিল।) তাৰ সোঁ হাতটো জেপত। গতিকে মই এক মুহূৰ্তও পলম কৰা অনুচিত। নিজক বচাবই লাগিব। সি মোক দেখা পালেই ছুইছটোৰ ওচৰলৈ যাব পাৰিলেই মোক গুলী কৰিব। এতিয়া মই তাতকৈ সুবিধাজনক অৱস্থাত আছোঁ। পেঞ্চিল টৰ্চ-লাইটৰ পোহৰত তাক দেখিছোঁ। সি ক্ৰোধ আৰু প্ৰতিহিংসাৰ ভাবত অধীৰ হৈছে। সি চিঞৰিছে ঃ "স্কাউনড্ৰেল।" লগে লগে মই তাৰ গাত জঁপিয়াই পৰিছোঁ। সি দেহৰ সমস্ত শক্তি প্ৰয়োগ কৰিছে। ময়ো হিতাহিত জ্ঞান পাহৰি গৈছোঁ। সি থিয় হ'বলৈ চেষ্টা কৰি মোৰ বাহুত কামুৰিছে আৰু মোৰ হাত দুখনে তাৰ টেঁটুত চেপা মাৰি ধৰিছে। সি কামুৰিবলৈ এৰিছে। সি গেঙনি পাৰিছে। সি যিমানেই গেঙনি পাৰিছে, সিমানেই তাৰ প্ৰতি মোৰ ঘৃণা বেছি হৈছে আৰু সিমানেই মোৰ হাতৰ খামোচ তাৰ ডিঙিত দৃঢ় হৈ বহিছে। আচৰিত কথা, সি মোৰ হাতৰ তলুৱা দুখনৰ মাজত লেতু সেতু হৈ গৈছে...সি চিৰদিনলৈ

শেষত ঘামি-জামি মই হাত এৰি দিলোঁ। সি প্ৰকাণ্ড প্ৰস্তৰ খণ্ডৰ দৰে মজিয়াত পৰি ৰ'ল। মই ভালকৈ থিয় হ'লোঁ। এতিয়াহে মই ধৰিব পাৰিলোঁ যে কোঠাত ষাঠি পাৱাৰৰ বাল্ব জ্বলিছে আৰু অলপ আগতে মোৰ ওচৰত এইটো কোঠাত অৰ্ধনগ্ন হৈ থিয় দি জয়াই শটোৰ ওপৰত ঢলি পৰিছে। হয়তো কান্দিছে। মই চাই আছোঁ। কি বীভৎস দৃশ্য। আউল-বাউল চুলিৰে জয়াই আকৌ থিয় হৈছে। অদ্ভুত ঘৃণা আৰু আক্ৰোশেৰে মোৰ ফালে চাইছে। তাইৰ চকুহালত জুই। তাই স্বামীহন্তাৰ প্ৰতিশোধ ল'বলৈ বিচাৰিছে?

মই উত্তেজিত। মোৰ চকুত হয়তো জয়াই হত্যাকাৰীৰ নিষ্ঠুৰতা দেখিছে। সেয়েহে তাই এতিয়া ভয়াৰ্ত। তাই হয়তো ভাবিছে এই হত্যাকাণ্ডৰ একমাত্ৰ সাক্ষী কাৰণেই তাইক মই এতিয়া হত্যা কৰিব পাৰোঁ। মই বুদ্ধি হেৰুওৱা নাই। মই লাহে লাহে জয়াৰ ওচৰলৈ গৈছোঁ। তাই চকু দুটা মুদিছে। নিজৰ চুলি আজুৰিছে। তথাপি মই মৰমেৰে কৈছোঁ, "জয়া!"

তাই নিমাত।

আকৌ মাতিছোঁ, "জয়া!"

তাই নিৰুত্তৰ।

তাই মাথোন মোৰ ওচৰৰ পৰা আঁতৰি গৈছে। মই আহত হৈছোঁ, শঙ্কিত হৈছোঁ। মোৰ দাৰুণ কষ্ট হৈছে। কিন্তু হত্যা কৰাৰ পাপ-চেতনাৰ কাৰণে নহয়। এই মুহূৰ্তত, ৰত্ন বৰাক জীয়াই থাকিবলৈ নিদিয়াৰ পিছত জয়াই নিশ্চয় নিজক নিঃস্ব বুলি ভাবিছে। মৰিল কাৰণেই চাগে তাই ৰত্নৰ সকলো দোষ পাহৰি গৈছে। মই নিৰ্বাক নিস্পন্দ হৈ চাই আছোঁ। তাই চকু মোহাৰিছে। চকুলোৰে তিওৱা হাত দুখনেৰে কপালৰ আৰু সেওঁতাৰ সেন্দুৰ গুচাইছে। তাকে দেখি মোৰ, এই হত্যাকাৰীৰ চকুলো ওলাইছে। মই কি কৰিম, কি নকৰিম, একো ভাবিব পৰা নাই। অথচ মই উপস্থিত বুদ্ধি হেৰুওৱা নাই। মোৰ ভাব হৈছে, অতিষ্ঠ হৈ জয়াই এটা বিকট চিঞৰ মাৰিব। এই চৌদহতে থকা ৰত্নৰ পাৰ্ছনেল পিয়নটো, অলপ আঁতৰত থকা 'গেডাৰ ড্ৰাইভাৰ'টো আৰু ৱৰ্কশ্বপৰ ওচৰত থকা মহৰীটোৱে সাৰ পাই দৌৰি আহিব। সেই কাৰণে মই ক'লোঁ, "জয়া, মোক ঘৃণা কৰা। আৰু মোক ঘৃণা কৰা উচিত কিজানি। কিন্তু চিঞৰি মোক ফাঁচি কাঠত ওলমোৱাৰ ব্যৱস্থা নকৰিবা।"

তাই এইবাৰ মাত লগালে। অতি ক্ষীণ মাত। আটাইকেইটা শব্দ মোৰ কাণত নপৰিল। মই শুনিলোঁ, "কিন্তু অৰূপ, ইমানখিনি হ'ব বুলি ।"

মই কিবা এটা ক'বলৈ বিচাৰি ৰৈ গ'লোঁ। মই হত্যাকাৰী। তথাপি মোৰ মাতটো ডিঙিৰ ওচৰলৈকে আহি ৰৈ গ'ল। তথাপি মই স্বাভাৱিক বুদ্ধিখিনি নেহেৰুৱালোঁ। মজিয়াখনলৈ চালোঁ। কোঠাৰ এচুকত চাবি একোচা পৰি আছে। বোধকৰোঁ মই আৰু ৰত্নই দবৰা-দবৰি কৰাৰ সময়তে মজিযাত পৰি থকা চাবিকোচা এচুকত ৰ'লগৈ। মই খোলা আলমাৰীটোলৈ চালোঁ। আলমাৰীটো ভৰপূৰ। তাৰ ভিতৰত স্পষ্ট পোহৰ পৰিছে, কাৰণ জযাই জ্বলাই দিযা বাল্বটো ষাঠি পাৱাৰৰ। বাল্বটোৱে আলমাৰীৰ লগত প্ৰায় পঞ্চলিছ ডিগ্ৰীৰ কোণ কৰিছে। আলমাৰীৰ দুটা থাকত এযা কি? টকা। এৰা, ব্লেক মনি বেঙ্কত থোৱা নহয। ওপৰৰ আৱৰণ গুচাইছোঁ। এক বাণ্ডিল, দুই বাণ্ডিল দহ বাণ্ডিল অ' আৰু আছে। তেৰ, চৈধ্য, পোন্ধৰ বাণ্ডিল। চব এশ টকীয়া নোট। ডেৰ লাখৰ ওপৰ টকা আছে। আৰু এযা কি? সোণৰ টুকুৰা, গ'ল্ড বাৰ। একোটা খণ্ডত পাঁচশ গ্ৰামলৈ হ'লেও চাৰিটা খণ্ডত অন্ততঃ ২ কিলোগ্ৰাম হ'ব। দুই কিলোগ্ৰাম সোণ! সোণৰ জোখ আকৌ কিলোগ্ৰামত! কি আজব কথা! আৰু তাৰ দাম? এছ্‌ট্ৰোনমিকেল্। এৰা, ইযাকে নেদেখাহেঁতেন মই অনুতাপত দগ্ধ হ'লোঁহেঁতেন। এইবোৰ দেখি মই যে এতিযা স্বাভাৱিক মানুহ। অলপ আগতে চকুলো ওলোৱাৰ কাৰণেহে মই এতিয়া অনুতপ্ত। মোৰ মনত পৰিছে দুটা কথা ঃ (১) মিষ্টাৰ ৰত্ন বৰা ডেৰ মাহৰ আগতে শ্বিলঙত এক্‌জিকিউটিভ ইঞ্জিনীয়াৰ আছিল। সি বাংলাদেশৰ শৰণাৰ্থীক ঘৰ সাজি দিবলৈ লাখ লাখ টকা খৰচ কৰিবলৈ পাইছিল। গড়কাপ্তানি বিভাগৰ শতকৰা আশী ভাগ ইঞ্জিনীয়াৰৰ দৰে সিও চাগে সেই টকাৰ শতকৰা ত্ৰিছ্-চল্লিছ্ ভাগ আত্মসাৎ কৰিছিল আৰু সেই টকাৰে চাগে সোণ কিনিছিল। কাৰণ সীমান্তত চোৰাং কাৰবাৰৰ বৰ সুবিধা। তদুপৰি সি কিজানি ধনী শৰণাৰ্থীৰ পৰাও সোণ কিনিছিল। ঠিক কথা, ৰত্ন এটা অৰ্থলিপ্সু পিশাচ। (২) ইটো কথা হ'ল আৰু চমকপ্ৰদ। ৰত্নৰ বিভাগীয় বৰমুৰীয়াজনৰ জীয়েকৰ বিয়া হ'ব। তাৰ বাবে সি ঠিকাদাৰৰ পৰা তোলা টকাখিনি চাগৈ তেওঁক এতিয়ালৈকে দি দিয়া নাই কাৰণেই তাৰ আলমাৰীত ইমানবোৰ নোটৰ বাণ্ডিল।

এইবোৰ দেখি মই প্ৰলোভিত নহ'লোঁ। কিন্তু আলমাৰীটোৰ খোল খাই থকা অংশটো জপাবলৈ চাই ব্যৰ্থ হ'লোঁ। কাৰণ এই বিশেষ আলমাৰীটোৰ দুৱাৰখন জপোৱাৰ কায়দাও সুকীয়া।

মই গেঞ্জীটোৰে মোৰ চকুৰ কোণৰ তিতা অংশখিনি মচি মনলৈ আত্মবিশ্বাস আনি ক'লোঁ, "জয়া, মৰা মানুহে কথা নকয়। মোকে কিবা এটা কোৱা।" মই তাইৰ চুলিত হাত ফুৰালোঁ। তাই মোৰ হাতটো আঁতৰাই নিদিলে।

"জয়া, তুমি স্বাভাৱিক হোৱা। তুমি দুখ কৰাৰ একো কাৰণ দেখা নাই।"

"কিয়? তুমি অবিবেচক। কাৰণ এতিয়া যে এটা জীৱনৰ লগত আমাৰ দুটাৰ জীৱনো শেষ হৈ যাব?"

" টকা থাকিলে আমাৰ দেশৰ কাৰো দণ্ড নহয় ।"

"নিশ্চয় ধৰা পৰিম। তোমাৰ ফাঁচি হ'ব। মই তোমাৰ কামত সহায় কৰিছোঁ বুলি প্ৰমাণিত হ'ব। মোৰ যাৱজ্জীৱন কাৰাদণ্ড হ'ব।"

"অসম্ভৱ। কাৰো সাধ্য নাই যে মোক ধৰা পেলাব পাৰিব। আইনক ফাঁকি দিয়াটো অতি সহজ কথা। তুমি মাথোন মোক অলপ সহায় কৰিব লাগিব। পাৰিবা?"

জয়াই একো উত্তৰ নিদিলে। মই আকৌ সুধিলোঁ, "জয়া, তুমি আলমাৰীটো বন্ধ কৰিব পাৰিবা? এয়া, চাবি লোৱা। নাম্বাৰিং আছে। যদি বন্ধ কৰিব পাৰা তেনেহ'লে সি আত্মহত্যা কৰিলে বুলি প্ৰমাণিত হ'ব। পাৰিবা তুমি আলমাৰীটো বন্ধ কৰিব?"

এই বুলি কৈ মই নিবিষ্টমনে জয়াৰ ফালে চাই থাকিলোঁ। তাই বিছনাখনৰ ফালে খোজ দিলে। তাত বহিলগৈ। আউল-বাউল চুলিবোৰ সাথন লগাবলৈ চেষ্টা কৰিলে।

মই তাইৰ ওচৰত গাত গা লগাই বহিলোঁগৈ। তাই আপত্তি নকৰিলে। মই নিজক নিজে কোৱাৰ দৰে কৈ গ'লোঁ, "জয়া, মোৰ দুখ এটা কথাত। এঘাৰ তাৰিখে মই প্ৰতিজ্ঞা কৰিছিলোঁ এটা অসৎ জঘন্য কাম কৰিবলৈ যাতে অসহ্য আমনিদায়ক সময়ৰ পৰা মুক্তি পাওঁ। কিন্তু সঁচাকৈয়ে মোৰ দ্বাৰা অসৎ কাম অসম্ভৱ। দুখ ইমানতে যে শেষত এটা ভাল কামেই কৰিলোঁ।"

"ভাল কাম? অৰূপ, তুমি মোক ইতিকিং কৰিছা?"

"মই ছিৰিয়াছলি কৈছোঁ, জয়া। মই ভাল কামেই কৰিছোঁ। কাৰণ পাপ-পুণ্য বৰ আপেক্ষিক। নৰহত্যা মহাপাপ। কিন্তু যুদ্ধত শত্ৰুক হত্যা কৰিলে আকৌ পুণ্য।"

"মানে?"

"ৰত্নক মই দেশৰ প্ৰধান শত্ৰু বুলি ভাবোঁ।"

"কিন্তু অৰূপ, ৰত্নই তোমাক । মই এতিয়াই "

"অলপ ভাবি চোৱা, জয়া। মোৰ বিচাৰ পিছত কৰিবা। আগতে এটা উত্তৰ লাগে। এহাজাৰ টকা দৰমহা পোৱা মানুহ এটাৰ ঘৰত এক লাখ ডেৰ লাখ টকা আৰু কিলোগ্ৰাম হিচাপে সোণ কিয় থাকিব তাৰ বিচাৰ কৰা। তাৰ পিচত মোৰ বিচাৰ হ'ব। তুমি যদি ইমান টকা আৰু সোণ থকাৰ কিবা যুক্তি দেখুৱাব পাৰা তেনেহ'লে মই নিজেই ধৰা দিমগৈ।"

মোৰ কথা শুনি জয়া বিছনাৰ পৰা উঠিল। চাবিটো মোৰ হাততেই আছিল। তাই চাবিটো খুজি ল'লে। তাই বিছনাৰ পৰা নামিল আৰু আলমাৰীটোৰ ফালে আগবাঢ়ি গ'ল। মই তাইৰ ফালে চাই ৰ'লোঁ। অলপ পৰৰ পিছত দেখা গ'ল যে গড়্ৰেজৰ আলমাৰীটো বন্ধ হৈছে। জয়াই মোৰ অনুৰোধ ৰক্ষা কৰিলে।

তাই মোৰ ওচৰলৈ আহি ক'লে "চাবিটো ক'ত থোৱা যাব?"

মই ক'লোঁ, "তোমাৰ লগতেই থকা ভাল। কাৰণ, তোমাৰ হাতত চাবিকোচা থকাই স্বাভাৱিক কথা।"

তাই মোৰ কথাত হয়ভৰ দিলে। তাই লাইটটো নুমালে। ক'লে, "তুমি যোৱা।"

মই সুধিলোঁ, "ক'লৈ?"

তাই ক'লে, "কিবা এডালতো আনিব লাগিছিল।"

মই তৎক্ষণাৎ বুজি পালোঁ। লাহেকৈ দুৱাৰখন খুলি বাহিৰলৈ আহিলোঁ। পোনতে বাসভৱনৰ পিছফালে গ'লোঁ। লুকাই লুকাই আহি মটৰ গেৰেজৰ ওচৰ পালোঁহি! গেৰেজটো বন্ধ। কিন্তু তাৰ ওচৰতে জীপৰ টেইলাৰত এডাল নাৰিকলৰ ৰছা দেখিলোঁ। ৰছাডাল খুলিবলৈ বেছি সময় নালাগিল।

বিজুলীবাতিৰ পোহৰত তাৰ পিছৰ কামবোৰ কেৱল সাধাৰণ জ্ঞান খটোৱা কামহে ঃ কাষৰ কোঠাটোৰ (আমি লগ হোৱা কোঠাটোত) বিজুলী পাংখাৰ মাৰিডালত শটো গুলোমোৱা হ'ল। ভৰি দুখন ওলমি থাকিল মজিয়াৰ পৰা ডেৰ ফুট ওপৰত। অলপ দূৰৈত এখন চকী উবুৰিয়াই ৰখা হ'ল। চকীৰ উচ্চতাও ডেৰ ফুটেই।

মই ক'লোঁ, "হয়তো কাইলৈ বা দুদিনমানৰ পিছতহে মই প্ৰতিজ্ঞা কৰামতে বেয়া কামটো কৰিব লাগিব।"

জয়াই মোৰ কথালৈ কাণ নিদি ক'লে, "তেনেহ'লে ঢল পুৱাতে মই চিঞৰ-বাখৰ লগাব লাগিব।"

মই তাইৰ কথালৈ কাণ নিদি ক'লোঁ, "হয়তো সিহঁতৰ সন্দেহ হ'ব। হয়তো জামিনতহে হাজোতৰ পৰা বাহিৰ হ'ব লাগিব। তেতিয়াহে মোৰ অসৎ কামৰ আৰম্ভ হ'ব। তেতিয়া তোমাৰ পৰা টকা লৈ পোনতে কেইহাজাৰমান টকাৰে 'প'ষ্ট মৰ্তেম' কৰা ডাক্তৰৰ চাৰ্টিফিকেটখন বদলাই পেলাম, পুলিছক টকাৰে কিনি লৈ কেছটোৰ ৰিপোৰ্ট বদলাই পেলাম। এপৰৰ ভিতৰত কেছটো উৰি যাব। কি কোৱা?"

"কিন্তু অৰূপ "

"দুনিয়াত বহুত হত্যাকাণ্ডৰ উৎস কোনেও জনা নাই। ডিটেকটিভ নভেলতহে হত্যাৰ ৰহস্য উদ্‌ঘাটন হয়।"

"কিন্তু "

"টকা থাকিলে আমাৰ দেশত কাৰো দণ্ড নহয়। জয়া, ডেৰটা বাজিল। এতিয়া যদি মই যাওঁ, তোমাৰ ভয় লাগিব। কিন্তু জয়া, ৰাতিপুৱাৰ এণ্টাৰ আগতেই মই যাব লাগিব।"

"কিন্তু সেই এঘণ্টা সময়ে যে মোৰ ভয় লাগিব।"

"তেতিয়াই চিঞৰিবা। ঠিক মই যোৱাৰ দহ মিনিটৰ পিছত। ওচৰৰ মানুহ নিশ্চয় আহিব। কিন্তু চকুপানী ওলাব জানো?"

"হাজাৰ হওক, আজি যে এটা অধ্যায় । বত্ন মোৰেই স্বামী।"

মই এতিয়া আলিবাটত। মোৰ কিন্তু ভৰি দুখন আগুৱাব খোজা নাই। মোৰ উভতি যাবৰ ইচ্ছা গৈছে— বত্নৰ ওচৰলৈকে। তাৰ ভৰি ছুই ক'বৰ ইচ্ছা গৈছে— বত্ন, তুমি মৃত কাৰণেই মোৰ শ্ৰদ্ধাৰ

পাত্ৰ। তোমাক নমস্কাৰ। মইহে জীয়াই থকা যন্ত্ৰণাৰে জীৱন্মৃত।

এয়া, এয়া, ঠিক সময়ত জয়াই চিএঞৰিছে! মই মোৰ কোঠাৰ পৰা শুনিছোঁ। মোৰ ভাব হৈছে, এয়াতো জয়াই অভিনয় কৰি চিএঞৰা নাই! এয়া যে বিধবাৰ আকুল বিননি

মই পানী খাইছোঁ,— একেলগে কেবা গিলাচো। উস্, কি যন্ত্ৰণা!

# মহাপতন

শিলপুখুৰী, মাজগাঁও আৰু জামুগুৰিৰ ৰাইজে হয়তো ইতিমধ্যে কৈছেই যে আমাৰ অঞ্চলৰ পৰাই এজন মন্ত্ৰী হৈছে কাৰণে আমি আনতকৈ বেছি সুবিধা পাইছোঁ। এই তিনিখন গাঁৱতো খোৱা-পানীৰ অসুবিধা। ফাগুন-চ'তত পুখুৰীবোৰ শুকাই যায়। এইবাৰ জামুগুৰিৰ মানুহে জাঁজীৰ পৰা পানী কঢ়িয়াবলগীয়া হৈছিল। এনেস্থলত সেই অঞ্চলত গভীৰ নলী-নাদ নহৈ হ'ল আমাৰ অঞ্চলত। পিছে মই কওঁ, একো পক্ষপাতিতা হোৱা নাই। এইকেইখন গাঁৱত জানো মহাবিদ্যালয় আছে? হাইস্কুল আছে? উন্নয়ন খণ্ড আছে? বেংকৰ শাখা আছে? বিজুলী-বাতি আছে? মুঠতে আমি য'ত আছোঁ, ই চহৰ হোৱাৰ ফালে ঢাল খাইছে।। টাউন কমিটী এখন হ'লেই, চৰকাৰৰ পৰা হুকুম আহিলেই আমাৰ মানুহ টাউনীয়া হ'ব। এনে হ'বলৈ আমাৰ মানুহখিনিৰো গুণ নথকা নহয়।

পিছে ৰাইজ, এটা কথা, চহৰ হ'ব ধৰিলেই আগেযে নঘটা একোটা কাণ্ড ঘটেই। বৰ মুখৰোচক, বৰ বঢ়িয়া কাণ্ড। নলী-নাদ হ'ব লাগে বুলি হুকুম হোৱাৰ পাছতেই আমাৰ ইয়ালৈ আগতে নেদেখা-নুশুনা যন্ত্ৰপাতি আহিল, কেবা সপ্তাহো যন্ত্ৰই অনবৰত গুম্‌গুমাই থাকিল। কিচিম কিচিম ৰঙৰ পোছাক পিন্ধা কিচিম কিচিম মানুহ আহিল। ইঞ্জিনীয়াৰৰ পৰা মেচিনিষ্টলৈকে। গভীৰ নলী-নাদত বহুত তলত পানী ওলাল। চেঁচা ফটফটীয়া পানী। কেৱল পানী ওলালেই হ'ব জানো? পানীবোৰতো প্ৰতিঘৰ মানুহে পাব লাগিব। গভীৰ নলী-নাদত পানী ওলোৱাৰ পিছতেই আৰু এটা কাম ওলাল। আৰু এবিধ মানুহ আহিল। শশীপ্ৰভা বৰুৱা মহাবিদ্যালয়, আদৰ্শ বালিকা উচ্চ মাধ্যমিক বিদ্যালয় আৰু ষ্টেট বেংকৰ মাজৰ মুকলি ঠাইখনত এটা পানী জমা ৰখা টেংকী। তেনেই পুখুৰী যেন টেংকী। টেংকী থাকিব মাটিৰ পৰা ভালেখিনি ওপৰত। তেহে তাৰ পৰা অহা পানীয়ে জোৰ পাব। বৰ জোৰ, ইমান জোৰ যে তাৰ সংলগ্ন পাইপবোৰেদি বৈ আহি ঘৰে ঘৰে পানীয়ে উপচি পৰিব। টেংকীত পানী ধৰিব ষাঠি হাজাৰ গেলন। খৰচ প্ৰায় ডেৰ লাখ টকা।

এই বিয়াগোম কামটো কৰিবলৈ আহিল কাৰ্যবাহী অভিযন্তা ভজহৰি শইকীয়া, সহকাৰী অভিযন্তা ৰূপন কাকতি, তলতীয়া অভিযন্তা গণেশ চাংকাকতী আৰু কেবাটাও মহৰী। ঠিকাও পালে ছুইচ গেট পৰ্যন্ত সাজিব পৰা ঠিকাদাৰ মিনাৰাম কলিতাই। কাম খদম-দমকৈ আগবাঢ়ি গ'ল। তীখাৰ ওপৰত ৰূপালী ৰহণ চলোৱা ষাঠি হাজাৰ গেলন পানী মজুত ৰাখিব পৰা টেংকীটো তামোল গছতকৈ অধিক ওখত ৰ'দ আৰু জোনাকত তিৰবিৰাবলৈ ধৰিলে। লগে লগে আমাৰ ঠাইখনৰো যেন চেহেৰা সুকীয়া হৈ পৰিল। শশীপ্ৰভা বৰুৱা মহাবিদ্যালয়ৰো আৰু আশে-পাশে থকা অনুষ্ঠানকেইটাৰো অৱস্থিতি গহীন

আৰু আধুনিক হৈ পৰিল। নিমজ ৰূপালী, বিৰাট টেংকীত বহি কাউৰীয়ে মেল পাতিলে, নিমাত-নিজম দুপৰীয়া কপৌৱে ৰমলিয়ালে আৰু ইতিমধ্যে টেংকীৰ লগত পানী কঢ়িওৱা পাইপবোৰ সংলগ্ন কৰা হ'ল।

এতিয়া মাথোন আমাৰ ৰাইজে গভীৰ নলী-নাদৰ নিৰ্মল চেঁচা পানী খাবলৈহে বাকী। তাৰ বাবে এটা শুভ দিনৰ প্ৰয়োজন আৰু শুভ উদ্বোধনৰো প্ৰযোজন। কাৰণ আমাৰ অঞ্চলটোৱে এনেকৈ পানী ব্যৱহাৰ কৰিবলৈ যে পাব, তাৰ মূলতে হ'ল নলী-নাদৰ পৰা টেংকী নিৰ্মাণলৈকে কেবা লাখটকীয়া প্ৰকল্পটো। গতিকে ইয়াক উলামুলা মানুহৰ হতুৱাই উদ্বোধন কৰালে হ'ব জানো? আজিৰ যুগটোৱেই হ'ল সভা-সমিতিৰ যুগ, প্ৰস্তাৱ লোৱা যুগ আৰু উদ্বোধনৰো যুগ। গতিকে পঞ্চায়তৰ সদস্যসকল, ভজহৰি শইকীয়াকে ধৰি দুজন অভিযন্তা আৰু আমাৰ অঞ্চলৰ দুজনমান অন্যান্য বৰমূৰীয়া লোকৰ এখন সভা বহিল। সেই সভাই এখন উপ-সমিতি পাতিলে। এই উপ-সমিতিৰ ওপৰত উদ্বোধনী পৰ্বৰ দায়িত্ব ন্যস্ত কৰা হ'ল। মন্ত্ৰী পঞ্চানন শইকীযাক টেংকীৰ কাৰ্য উদ্বোধন কৰিবৰ কাৰণে নিমন্ত্ৰণ কৰিবলৈ উপ-সমিতিযে সিদ্ধান্ত ল'লে। এই সিদ্ধান্ত স্বৰূপতে উপযুক্ত সিদ্ধান্ত হৈছে বুলি আমি শলাগ ল'লোঁ। কাৰণ, শইকীযা মন্ত্ৰী নহ'লে চৰকাৰে ইমান খৰচ কৰি আমাক ইমানখিনি সুবিধা উপভোগ কৰিবলৈ নিদিলেহেঁতেন। মন্ত্ৰীসকল বৰ ব্যস্ত পুৰুষ। ব্যস্ততাৰ ফালৰ পৰা বৰ মন্ত্ৰী আৰু পালি মন্ত্ৰীৰ কোনো পাৰ্থক্য নাই। পিছে আমাৰ শইকীযা মন্ত্ৰী আকৌ আন মন্ত্ৰীতকৈ বহুত বেছি ব্যস্ত। সেই কাৰণে এতিযালৈকে তেখেতে দুটা তাৰিখ পিছুৱালে। শেষত এটা তাৰিখো দিলে আৰু সেই তাৰিখটোৰ সময়ো বান্ধি দিলে। সেই তাৰিখটো হ'ল ফেব্ৰুৱাৰীৰ চৌধ। উদ্বোধনৰ সময় হ'ল পুৱা চাৰে আঠ বজাত। আৰু সেই সময়ৰ পৰাই আমাৰ কাহিনী আৰম্ভ।

জলাধাৰ উদ্বোধনৰ প্ৰকৃতিও সুকীয়া। দলং, স্কুল-কলেজ আদিৰ উদ্বোধনৰ দৰে নহয়। প্ৰধান পাইপটো জলাধাৰত সোমাইছে। নলী-নাদৰ পৰা এই পাইপৰ যোগেদি পানী জলাধাৰ বা টেংকীত উঠিবগৈ। টেংকীৰ নিচেই কাষতে আছে পাইপটো বন্ধ আৰু মুকলি কৰিব পৰা এটা ভাল্‌ভ। এই ভাল্‌ভ যিহেতু মাটিৰ তলত, তাক বন্ধ বা মুকলি কৰাৰ ব্যৱস্থা ওপৰৰ পৰাই হ'ব লাগিব। সেয়েহে ভাল্‌ভৰ লগত সংযুক্ত কৰা আছে এটা চকা। এই চকাটো আকৌ বননিৰ গাতে লাগি আছে। ইয়াক সোঁফালে বা 'ক্লকৱাইজ' ঘূৰালে 'ভাল্‌ভ' মুকলি হৈ টেংকীলৈ পানী উঠাৰ কথা। গতিকে মাননীয় মন্ত্ৰী শ্ৰীপঞ্চানন শইকীয়াই এই চকাটো সোঁফালে ঘূৰালেই অলপ পৰৰ পিছত টেংকীত পানীৰ কলৰৱ আৰম্ভ হোৱাৰ কথা।

এইখিনি কল-কব্জাৰ কথা হোৱাৰ পিছত এতিয়া আচল কথালৈ আহোঁ। বিষয়া আৰু বৰমূৰীয়া মানুহকেইটা পুৱা আঠ বজাতে টেংকীৰ ওচৰ পালেহি। আমাৰ অঞ্চলত পানী যোগানৰ এনে ব্যয়বহুল ব্যৱস্থা যথেষ্ট অভিনৱ কাৰণে বহুত লোক গোট খালে। ইতিমধ্যে মন্ত্ৰীক মালা পিন্ধাবৰ বাবে আপেক্ষিকভাৱে ৰূপহী গাভৰু, পঞ্চায়তৰ সভাপতি ধৈৰ্য মেধিৰ কন্যা কুমাৰী কনকা মেধিয়ে মুখত মিচিকনি আৰু হাতত মালা লৈ অপেক্ষাৰত। পিন্ধিছেও ভুবন ভুলোৱা সাজপাৰ (শশীপ্ৰভা বৰুৱা মহাবিদ্যালয়ৰ সংগীত শাখাৰ সম্পাদক হেমন্ত সন্দিকৈৰ মতে)।

পঞ্চানন শইকীয়া ঔ গছৰ তলৰ পূৰ্ত বিভাগৰ পৰিদৰ্শন বাংলোত পদাৰ্পণ কৰিলেহি। তাৰ পৰা গায়নে-বায়নে তেখেতক আদৰি অনা হ'ল। খোলত বোল দিলে নিতাই কাকতী আৰু মণি চমুৱাই।

তাল ধৰিলে গুণেশ্বৰ সাতোলাই। গায়নতো একেজনাই। মানে আমাৰ মুকুন্দ কলিতা। সুন্দৰ আয়োজন। গাইছে এইটো গীত —

"কুশিলক আৱত মোহন মুৰাৰী।"

তাকে শুনি মোৰ কাণ দুখন ঠহ-ঠহাই গ'ল। গীতটি বেচ সুমধুৰ হৈছে। খোল- তালেও মুকুন্দ কলিতাৰ মাতটো তুলি ধৰিছে। কিন্তু ইয়াৰ অৰ্থ যে অতি বিপৰীত। 'মোহন মুৰাৰী' কুশিললৈ আহিছিল ৰুক্মিণী মাইৰ পাণি গ্ৰহণ কৰিবলৈ আৰু স্বাস্থ্যমন্ত্ৰী শ্ৰীপঞ্চানন শইকীয়া আহিছে পানী যোগান ব্যৱস্থাৰ শুভাৰম্ভ কৰিবলৈ। মন্ত্ৰী শইকীয়ানো মোহন মুৰাৰী হ'ব পাৰেনে? হটঙা মানুহটোৰ মুহিব পৰা গুণ আছে নে নাই ই এটা বিতৰ্কৰ বিষয়। তেওঁৰ উচ্চতা (৫' ৯") আৰু ৰ'দলৈ নোলোৱা ধৰণৰ মিহি ছালখনত বাদে অন্যান্য দৈহিক উপাদানবোৰ প্ৰথমবাৰৰ বাবে দেখি মই পুলক অনুভৱ কৰিব নোৱাৰিলোঁ। পাতল চুলিৰ মাজেদি মূৰটোৰ প্ৰকৃত আকৃতি ভালকৈ চকুত পৰে। প্ৰশস্ত অনুন্নত নাসিকা, গালৰ ওলাই থকা হাড় দুডাল আৰু মুখৰ শিথিল মাংসপেশীৰে পঞ্চাছোৰ্ধ পঞ্চানন শইকীয়াক কোনোবা দৈত্য-দানৱৰ লগত ৰিজাব পাৰি। ওপৰত ভাহি থকা মেকুৰীৰ দৰে চকুহালৰ কাৰণেও তেওঁক হিংস্ৰ জন্তু যেনহে লাগে। গতিকে কানাডা পৰিতালৰ আদৰণী গীতটো হ'ব লাগিছিল এনেকুৱা —

"আৰে ৰাজ-সিংহ দৈত্যৰাজ ..."

কুমাৰী কনকাই মালা পিন্ধালে। ধৈৰ্য মেধিয়ে জলাধাৰ নিৰ্মাণ সম্পৰ্কে চমুকৈ কৈ ইঞ্জিনীয়াৰ ভজহৰি শইকীয়াক চিনাকি কৰাই দিলে। মন্ত্ৰী শ্ৰীপঞ্চানন শইকীয়াৰ উদ্বোধনী ভাষণ আৰম্ভ হ'ল, ' এই পানীত আৰু ৰোগৰ বীজাণু নাথাকে, মলি নাথাকে, আৱৰ্জনা নাথাকে। এতিয়া আৰু আমাৰ মানুহে একেটা পুখুৰীতে কাপোৰো ধুব নালাগে, একেটা পুখুৰীৰ পৰা পানীও খাব নালাগে। এতিয়া পুখুৰীবোৰ মাথোন গৰু-গাইৰ কাৰণেহে হ'ব। মোৰ নিতান্ত বিশ্বাস, এতিয়া ৰাইজৰ বেমাৰ-আজাৰ কমিব আৰু মৃত্যুৰ সংখ্যাও কমিব। এইখিনিতেই স্বাস্থ্যমন্ত্ৰী হিচাপে মই নিজে ধন্য মানিছোঁ। পিছে এটা কথা সোঁৱৰাই দিওঁ ৰাইজ, মৃত্যুৰ সংখ্যা কমা মানে লোকসংখ্যা বঢ়া। লোকসংখ্যাই অৰ্থাৎ বৰ্ধিত লোকসংখ্যাই হ'ল দেশৰ দাৰিদ্ৰ্যৰ প্ৰধান কাৰণ। সেইবাবে মই এই টেংকীটো ভাঙি মৃত্যুৰ সংখ্যা বঢ়াবলৈ কোৱা নাই। কিন্তু স্বাস্থ্যমন্ত্ৰী হিচাপে মই ক'ব খোজোঁ যে জন্ম নিয়ন্ত্ৰণ কৰিব নোৱাৰিলে গভীৰ নলী-নাদৰ বিশুদ্ধ পানী খালেও আপোনালোকৰ সদ্‌গতি হ'ব নোৱাৰে। গতিকে বিয়া-বাৰুবোৰ পিছুৱাই দিয়ক, এটাৰ পিছত আন এটা পাবৰ কথা এতিয়াই নাভাবিব ..।"

ইয়াৰ পিছত সেই ভাল্‌ভ-সংযুক্ত চকাটো মন্ত্ৰীয়ে কৰ ধ্বনিৰ মাজেৰে ঘূৰাই দিলে। পাইপৰ পানীয়ে উৰ্ধ্বগতি লাভ কৰিলে। জলাধাৰ বা টেংকীৰ পৰা এটা মৃদু গুঞ্জনো শুনা গ'ল। লগতে দেখা গ'ল ইঞ্জিনীয়াৰ ভজহৰি শইকীয়া আৰু তেওঁৰ দলটোৰ মুখত শ্ৰমৰ আনন্দ বিৰাজ কৰিছে।

এই শতিকাৰ নায়ক হ'ল মন্ত্ৰীসকল। তেওঁলোক বৰ ব্যস্ত মানুহ। আমাৰ পঞ্চানন শইকীয়া আৰু ব্যস্ত মানুহ। তেখেত চাৰে ন বজাত গ'লগৈ। আমাৰ ইয়াত প্ৰায় আধা ঘণ্টামানহে থাকিল। মন্ত্ৰী যোৱাৰ পিছত আমাৰ ঠাইখন আকৌ স্বাভাৱিক হ'ল। ল'ৰা-ছোৱালী স্কুললৈ আহিল। শশীপ্ৰভা বৰুৱা মহাবিদ্যালয়ত আকৌ এতিয়া যৌৱনৰ পয়োভৰ। ৰাজেনৰ গেলামালৰ দোকানত আগৰ দৰেই আকৌ আড্ডা বহিল। বৰুৱাৰ খিলি পাণৰ দোকানৰ আগত পৰচৰ্চাও আৰম্ভ হ'ল। দহ বজাৰ আগতে আন দিনৰ দৰে ৰূপহী ছোৱালীবোৰে আলিত অপেশ্বৰীৰ ভূমিকা পালন কৰিলে। আলিত চাইকেল চলোৱা

মানুহৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। মানুহৰ এই ব্যস্ততা আৰু ক্ষণিক দুৰ্বলতাৰে সৈতে অনাবিল জীৱন-প্ৰবাহৰ সাক্ষী হৈ ৰ'ল গম্বুজ যেন হৈ ঠাইখনত প্ৰাধান্য লাভ কৰা পানীৰ টেংকীটো, যাৰ গৰ্ভত অলপ পৰ পিছতে ষাঠি হাজাৰ গেলন বিশুদ্ধ চেঁচা পানীয়ে স্থিতি লাভ কৰিব।

কিন্তু উদ্বোধনী পৰ্ব পাৰ হোৱাৰ তিনি ঘণ্টাৰ পিছতেই আমাৰ অঞ্চলৰ সকলোৱেই প্ৰলয় আৰম্ভ হ'ল বুলিহে আতংকগ্ৰস্ত হৈ পৰিল। হঠাতে তিনি-চাৰিখন গাঁৱৰ মানুহে শুনাৰ সমান এটা অতি বিৰাট শব্দ!! ধ্বংসৰ পূৰ্বাভাস দিয়া এটা বিকট শব্দই মাটি কঁপাই তুলিলে। কাণ তাল মৰা শব্দ। বুকু কঁপোৱা শব্দ!! তেজ উজাই যাব পৰা শব্দ!!! ধিতাই কাকতী আৰু ধৈৰ্য মেধি আছিল ডাক বঙলাত। ধিতাই কাকতী অজ্ঞান হৈ পৰিছিল। জ্ঞান ঘূৰাই পাই কৈছিল, "প্ৰলয়ৰ আগতে এনে আৱাজ হ'ব বুলি কৰচুঙৰ গোসাঁয়ে কৈছিল। মই ভাবিছোঁ, নৰসিংহই আবিৰ্ভাৱ হৈ এনে এটা চিএৰ মাৰিছিল। এই চিএৰত তিৰোতাৰ গৰ্ভৰ সন্তান নাশ হৈছিল।"

এই শব্দ শুনি আমাৰ শশীপ্ৰভা বৰুৱা মহাবিদ্যালয়ৰ অধ্যক্ষৰ দ্বিতীয়বাৰ হৃদ্‌যন্ত্ৰ বিকল হ'বৰ উপক্ৰম হ'ল। প্ৰথম ষ্ট্ৰ'ক হৈছিল পাঁচ মাহৰ আগতে, মানে সেই তেতিয়াই। মাজু জীয়েক কণিকাই বসন্ত ঠিকাদাৰৰ মটৰচাইকেলত পিছফালে উঠি পৃথিৱীখন তীব্ৰ বেগেৰে চাবলৈ আৰম্ভ কৰা দিনৰে পৰা। অধ্যক্ষ মহোদয়ত বাদেও মহাবিদ্যালয়ত আৰু অঘটন ঘটিল।

ৰসায়ন বিজ্ঞানৰ প্ৰেক্টিকেল কৰি থকা মিছ পল্লৱী ফুকনৰ মুখেদি যেন ওলাল আৰু অচেতন হৈ পৰি ধৰফৰাবলৈ ধৰিলে। ধুনীয়া ছোৱালীজনীৰ পুৰণি মৃগী ৰোগটোৱে উক দিলে। মিছ গীতিমণি ওৰফে ফেঁচী হেন্দিকে পৰীক্ষানলীত গন্ধকাম্ল দ্ৰৱ বা ডাইলিউট ছালফিউৰিক এচিড দি জোকাৰি থকাৰ সময়তে এই প্ৰলয়ংকৰী শব্দটো হ'ল। ফেঁচী হেন্দিকৰ হাতৰ পৰা পৰীক্ষা-নলী পৰি গ'ল। বাহুৰ এছোৱা পুৰিলে। বিশেষ অনিষ্ট হ'ল— দিল্লীৰ কোনোবা দাদা এটাই পঠিওৱা তাইৰ উইলি শাড়ীখনৰ। কিন্তু অধ্যক্ষজনাৰ, পল্লৱী ফুকনৰ বা ফেঁচী হেন্দিকৰ তত্ত্বাৱধান ল'বলৈ ওচৰত এতিয়া কোনো নাই। সকলো শব্দটোৰ অনুসৰণ কৰি ধাৱিত হৈছে। হয়তো এনেকৈয়ে এদিন 'মোহন মুৰুলী' শুনি গোকুলৰ গোৱালী বৃন্দাবনলৈ ধাৱিত হৈছিল।

অভাৱচিয়াৰ বিবুধ সেনাপতি ওৰফে বক্ৰাসুৰে ৰয়েল এনফিল্ডখন (মটৰচাইকেল) চলাই তীব্ৰবেগে নিমাতীঘাটৰ ফালে আহি আছিল,—মিলিটেৰীৰ পৰা 'ৰাম'ৰ বটল সৰকাবলৈ। কিন্তু এই অমংগলীয়া শব্দটোৱেই কাল হ'ল। বক্ৰাসুৰে দুয়োখন হাত এৰি দিলে। মানুহটো চোৰাতে ঢাকি ৰখা খাল এটাত পৰি ছট্‌ফটাবলৈ ধৰিলে। মটৰচাইকেলখনো বলি দিয়া পঠাৰ বিচ্ছিন্ন অংশটোৰ দৰে ধৰফৰাই থাকিল। কিন্তু এই কাণ্ড কাৰো চকুত নপৰিল। সকলোৰে কাণ এতিয়া সেই বিকট শব্দৰ অনুসন্ধানত। সকলো দৌৰিছে।

আদৰ্শ বালিকা উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী জানকী গগৈৰ এই শব্দ শুনাৰ লগে লগে পিত্ত উজাই আহি বুকুত খুন্দা মাৰিলেহি। একে সময়তে উন্নয়ন খণ্ডৰ বিষয়া বিপুঞ্জয় চহৰীয়াৰ ওচৰৰ পৰা গ্ৰামসেৱিকা গেলেকী গোহাঁই আৰু মহিলা সম্প্ৰসাৰণ বিষয়া ডালিমী দৰবধৰা ওৰফে হেমামালিনী পলাই পত্ৰং দিলে। চহৰীয়ায়ো তেওঁলোকক অজানিতে অনুসৰণ কৰিলে। উদ্দেশ্য একেই।

এই অভূতপূৰ্ব সন্ত্ৰাস সৃষ্টিকাৰী শব্দই এনেদৰে বহুতৰ ক্ষতি কৰিলে। তাৰ সঠিক হিচাপ আজিকোপতি জিলা স্বাস্থ্য বিষয়া বা জিলা সংখ্যা বিষয়াই দিব পৰা নাই। কিন্তু এটা কথা নিৰ্বিবাদে ক'ব

পাৰি যে 'দৈনিক পাৰিজাত'ত প্ৰকাশিত বিৱৰণতকৈ ঘটনাটো আৰু অঘটনাৰ পৰিণাম গুৰুত্বপূৰ্ণ। কাৰণ, সকলোৱে শব্দৰ অনুসৰণ কৰি শেষত দেখেহি যে অলপ আগৰ মহাপ্ৰতাপী দৈত্যৰাজ এতিয়া ধৰাশায়ী হৈছে। দৈত্যৰাজৰ মুখৰ পৰা ফেন আৰু লেলাৱতি ওলাই ওচৰে-পাঁজৰে একঁাঠুমান পানী কৰিছে। অৰ্থাৎ তিনি ঘণ্টাৰ আগতে শুভ উদ্বোধন হোৱা জলাধাৰটোৱে পৰিপূৰ্ণভাৱে জল ধাৰণ কৰিব নোৱাৰি বিৰাট-বিকট শব্দৰে বিক্ষোভ প্ৰদৰ্শন কৰিছে আৰু ই ভূলুণ্ঠিত হৈছে। লোহাৰ খুঁটাকেইটা মোচোকা খাইছে, বৃহৎ জলাধাৰটোৱে মাটিত থেকেচা খাই বিকৃত ৰূপ লৈছে আৰু তাত থকা পানীৰে গোটেই ঠাইখন উপচি পৰিছে। সকলোৱে হায় হায় কৰিছে। দুই-এক অদৃশ্যবাদীয়ে কৈছে, আমাৰ এই অঞ্চললৈ বিধাতাৰ বক্ৰদৃষ্টি। দুই-একে কৈছে— ইয়াকে বোলে আধুনিক কাৰিকৰৰ কেৰমতালি।

এই মহাপাতনে আমাৰ অঞ্চলটোত বিৰাট চাঞ্চল্যৰ সৃষ্টি কৰিলে। বাতৰি কাকতৰ মানুহ আহি ভাগি পৰা জলাধাৰৰ ফটো ল'লেহি। শশীপ্ৰভা বৰুৱা মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলে ধৰ্মঘট কৰিলে। তাকে দেখি বালিকা উচ্চ মাধ্যমিক বিদ্যালযৰ ছাত্ৰীসকলেও এদিন প্ৰতীক ধৰ্মঘট কৰিলে। ছাত্ৰসকলক চহৰৰ ছাত্ৰ সন্থায়ো সহায় কৰিলে। ৰাইজেও ছাত্ৰ আন্দোলনৰ প্ৰতি নৈতিক সমৰ্থন আগবঢ়ালে। তাকে দেখি-শুনি আমাৰ বৰ ভাল লাগিল। সকলোৱে এটা কথা লক্ষ্য কৰিহে আচৰিত হ'ল। ধৈৰ্য মেধিকে ধৰি বৰমুৰীয়াসকলৰ একো খা-খবৰেই নাই। কাৰণ এই নেতাসকলে জানে যে আজিকালি 'কমিছন' নহ'লে কৰ্মচাৰীযে নিজৰ কৰ্তব্য কৰিব নোখোজে। তাৰ প্ৰমাণ বহুত আছে। তাৰ ফলতেই মথাউৰিবোৰে বানপানী ৰোধ কৰক চাৰি, বেছিহে কৰিছে। স্বৰাজোত্তৰ কালত দেশ গঢ়াৰ প্ৰধান বৈৰী হ'ল এই ইঞ্জিনীযাৰবোৰ। সিহঁতৰ আওহেলা আৰু দুৰ্নীতিৰ কাৰণেই আজি দেশৰ প্ৰধান অভিযান্ত্ৰিক প্ৰকল্পবোৰত ঘুণ ওলাইছে।

প্ৰথম পৰ্যায়ৰ ছাত্ৰ আন্দোলনত কাৰো পৰা সঁহাৰি পোৱা নগ'ল। প্ৰথম পৰ্যাযত একো নকৰাটো আজিকালি এটা চৰকাৰী নীতি হৈ পৰিছে। গতিকে ছাত্ৰসকলে তৃতীয় পৰ্যায়ৰ আন্দোলন নকৰোঁ বুলি থিৰাং কৰি দ্বিতীয় পৰ্যাযতে যেতিয়া প্ৰথম দুদিন পিকেটিং আৰু পাছত অনশন ধৰ্মঘট আৰম্ভ কৰি দিলে, তেতিয়াহে চৰকাৰৰ গাৰ নোম লৰিল। দোষীক শাস্তি বিহা হ'ব বুলি ছাত্ৰসকলক এটা সামান্য আশ্বাসহে দিলে। কিন্তু বিধানসভাৰ বিৰোধী দলৰ সদস্য ত্ৰিদিব বৰাই জলাধাৰ পতনৰ স্থান চাবলৈ আহি গুজৰি-গুমৰি ৰাজধানীলৈ প্ৰত্যাবৰ্তন কৰা কথাটোৱেহে জিলা প্ৰশাসনক বিমোৰত পেলালে। কাৰণ এটা দুৰ্নীতিৰ লগত প্ৰশাসনৰ কেবাটাও বিভাগ জড়িত থাকিব পাৰে। শেষত কথাই গুৰুত্বপূৰ্ণ ৰূপ ল'লে। বিধানসভাত বিৰোধী দলৰ নেতা ছামছুদ্দিন আহমদে ক'লে, "আমি জনা মতে সাম্প্ৰতিক চৰকাৰে দুৰ্নীতিক আশ্ৰয় দিছে, যাৰ ফলত কোনো কোনো বিভাগৰ পিয়ন-চাপ্ৰাচীয়েও পুৱা-আবেলিৰ জলপানৰ লগত আপেল, বাদাম, পেস্তা খাবলৈ সক্ষম হৈছে। শুনা যায় যে দুৰ্নীতিৰ জগততো কিছুমান অলিখিত নীতি আছে। যিবোৰ বিভাগে ৰাস্তা-পদূলি নিৰ্মাণ কৰে, এনে টেংকী নিৰ্মাণতো একেই কাণ্ড চলিছে। আজিকালি নিবিদা গ্ৰহণ কৰি কামটো দিয়াৰ সময়ত শতকৰা পঞ্চাশ ভাগ ধন বিষয়াৰ পৰা নেতালৈকে সকলোৰে মাজত ভাগ-বাটোৱাৰা হয়। ৰূপদৈৰ মথাউৰি, অন্যান্য মথাউৰি আৰু বিভিন্ন প্ৰকল্পৰ ঘৰ-দুৱাৰ আদিৰ পৰা দেখা যায় যে শতকৰা কুৰিভাগ টকাৰহে কাম হৈছে। এযে হ'ল গান্ধী, বিনোৱা আৰু বিবেকানন্দৰ দেশৰ নৈতিকতা। এতিয়া আমাৰ কথা হ'ল, আমাৰ অঞ্চলৰ টেংকী ভাগি পৰাৰ বিষযে তদন্ত হ'ব লাগে ।"

টেংকী বিভ্ৰাটৰ বাবে ছাত্ৰ-আন্দোলন, সংবাদ পত্ৰৰ বিৰূপ আলোচনা আৰু বিধানসভাৰ বিৰোধী সদস্যসকলৰ নাটকীয় প্ৰতিবাদৰ ফলস্বৰূপে তিনিজনীয়া সদস্যৰে এখন তদন্ত কমিটী গঠন কৰা হয়। দুখন অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ দুয়োজনা অধ্যক্ষই কমিটীৰ (ৰসিকসকলে মহাপতন কমিটী বুলি নাম দিলে) সদস্য হ'ল। মুখ্য অভিযন্তা শ্ৰীমুৰুলী মোহন চক্ৰবৰ্তী হ'ল কমিটীৰ সভাপতি।

পৰিদৰ্শন বাংলো আৰু আবৰ্ত ভৱনত বিধ বিধ পানীয়ৰ জুতি লৈ মহাপতন কমিটীয়ে কাম আৰম্ভ কৰিলে। পোনতে ভূলুণ্ঠিত জলাধাৰৰ আয়তন, তীখাৰ গুণাগুণ, লোহাৰ খুঁটাকেইটাৰ উচ্চতা আদি লোৱা হ'ল। তাৰ পিছত পিয়নৰ পৰা কাৰ্যবাহী অভিযন্তা ভজহৰি শইকীয়ালৈকে আৰু একাউণ্টে জীৱকান্ত বৰদলৈৰ পৰা ঠিকাদাৰ মিনাৰাম কলিতালৈকে বহুতেই কমিটীৰ আগত ভালেমান প্ৰশ্নৰ উত্তৰ দিবলগীয়া হ'ল।

শেষত 'মহাপতন কমিটী'ৰ শেষ বৈঠক বহিল। কমিটীৰ সভাপতি মুৰুলী মোহন চক্ৰবৰ্তীয়ে বৈঠকৰ সামৰণি মাৰি ক'লে, " ময়ো অধ্যক্ষ বৰকটকীদেৱৰ দৰে ভাবোঁ যে ডেকা ইঞ্জিনীয়াৰ শ্ৰীমান ভজহৰি শইকীয়া অতি প্ৰতিভাৱান ব্যক্তি, এ ৰেযাৰ জিনিযাছ। ইতিমধ্যে মই অধ্যক্ষ দত্তচৌধুৰীৰ কথাও মানি লৈছোঁ। ভজহৰি শইকীযাই টেঙ্কীৰ ওজনকে ধৰিহে খুঁটা পুতিলে আৰু টেংকীত থকা পানীৰে সৈতেহে যে আচল ওজন হ'ব পাৰে, তাৰ কোনো গণনা কৰি নল'লে। তাৰ ফলতেই এনে হ'ল। সেই কাৰণেই মই অধ্যক্ষ বৰকটকীৰ কথাত হয়ভৰ দি কওঁ যে এনে ভুল কেৱল বিৰল প্ৰতিভাৰ লোকৰ ক্ষেত্ৰতহে, ইন্ দ্য কেছ অব জিনিযাছ অনলি হ'ব পাৰে। তাৰ প্ৰমাণ হ'ল ছাৰ আইজাক নিউটন। তেওঁৰ পৰীক্ষাগাৰলৈ দুটা মেকুৰী আহে। এটা সৰু আৰু এটা ডাঙৰ। পৰীক্ষাগাৰত খিৰিকী নাছিল। এটা ডাঙৰ ফুটা আছিল। সেইফালেদি ডাঙৰ মেকুৰীটো আৰু সৰু মেকুৰীটো একেলগে অহাত বৰ অসুবিধা হৈছিল। গতিকে নিউটনে ডাঙৰ মেকুৰীৰ কাৰণে এটা ডাঙৰ ফুটা আৰু সৰু মেকুৰীৰ কাৰণে এটা সৰু ফুটা কৰিলে। তাকে দেখি পিছদিনা মিস্ত্ৰীটোৱে ক'লে, ছাৰ, এইটো বৰ অকৰাৰ কাম কৰিলে। কাৰণ ডাঙৰ ফুটাটোৰেদি আগৰ দৰে সৰু মেকুৰীটোও আহিব। নিউটন জ্বলি উঠিল আৰু ক'লে,— এইটো আকৌ কোন সূত্ৰমতে হ'ব পাৰে।

অধ্যক্ষ দুজনাই নেহাঁহিলে। অধ্যক্ষ দত্তচৌধুৰীয়ে কথাটোত হয়ভৰ দি আকৌ ক'লে, "কালিদাসেও এনে ভুল কৰিছিল। গছৰ যিটো ডাল কাটিছিল, সেইটো ডালতে কালিদাসো আছিল। এনে মহান মূৰ্খামি মহৎ লোকেহে কৰিব পাৰে।"

তদন্ত কমিটীৰ প্ৰতিবেদন প্ৰস্তুত হ'ল। ভজহৰি শইকীয়াই জিনিয়াছ আখ্যা পালে আৰু চাকৰি জীৱনৰ পহিলা ভুলটোৱে ইয়াৰ চিনাকি দিলেও তেওঁক ৰেহাই দিয়া উচিত নহয় বুলি কিছু শাস্তিৰ ব্যৱস্থা ৰাখিলে। এই প্ৰতিবেদনৰ ফলস্বৰূপেই আমাৰ অঞ্চলৰ সকলোৱেই এদিন শুনি আচৰিত হ'ল যে তদন্ত কমিটীৰ নিৰ্দেশমতেই জলাধাৰ নিৰ্মাতা ভজহৰি শইকীয়াক বদলি কৰা হৈছে। বহুতে ক'লে যে গৃহমন্ত্ৰী বৈকুণ্ঠ বৰুবাৰ ভনী জোঁৱাই ভজহৰি শইকীয়াক গোৰ মাৰি গংগাতহে পেলালে।

# ৰাষ্ট্ৰপতি আহিব

দুটা আলিৰ চুকটোৰ জৰি গছজোপাৰ তলতে চালিঘৰটো। একমাত্ৰ চালখনৰ হেলনীয়া অংশটো মাটিত লাগো লাগো হৈছে। ইটো ফাল প্ৰায ন ফুট ওখ। গতিকে ভিতৰত ভালকৈ পোহৰ পৰে। চাপৰ দুটা আলমিৰা, এটা ভৰিৰে হাৱা দিব পৰা পাম্প আৰু দুই-এপদ অন্যান্য সৰঞ্জামেৰে এইখনেই সৰ্বাই গগৈৰ চাইকেলৰ দোকান।

ভৰ দুপৰীযা। এতিযা চাইকেল মেৰামতি কৰিবলৈ অহা মানুহ কম। দোকানত কৰুণ আৰু হামিদক এৰি থৈ সৰ্বাযে সাউৎকৰে চেউনী গাঁৱৰ ঘৰত ভাতমুঠি খাই আহিব পাৰিলেহেঁতেন। কিন্তু আজি তাৰ সময নাই। আজি হ'ল সোমবাৰ। শনিবাৰলৈ ৰাষ্ট্ৰপতি পাৰ হ'ব, এইটো আলিযেদি। দুবাৰ কি তিনিবাৰ পাৰ হ'ব। ৰৌযাৰ বিমানকোঠৰ পৰা যোৰহাটলৈ যাওঁতে এবাৰ, যোৰহাটৰ পৰা বৰভেটাৰ কৃষি বিদ্যালযলৈ আহোঁতে এবাৰ, কৃষি বিশ্ববিদ্যালযৰ পৰা আকৌ ৰৌয়াৰ বিমানকোঠলৈ শেষবাৰলৈ পাৰ হ'বলৈ আছেই। এৰা, এতিযাহে সি হিচাপ চাইছে—ৰাষ্ট্ৰপতি তাৰ এই নিঃকিন দোকানখনৰ কাষেদি খোলা অৰ্থাৎ হুড নথকা বিদেশী, ৰমক জমক মটৰগাড়ীত অনেক ৰমক জমক ফুলৰ মালা পিন্ধি, মুখত মিচিকি বিৰিঙাই ৰাজকীয় আড়ম্বৰেৰে প্ৰায পাঁচবাৰ পাৰ হ'ব আৰু লগত যে কত পাৰিষদ আহিব। কিজানি যোৰহাটৰ চাৰ্কিট হাউছৰ পৰা বৰভেটালৈকে এই চাৰে তিনি মাইল বাটৰ দুযো কাষে অগণন লোক থিয হৈ থাকিব। থাকিবতো। কিয নাথাকিব? ৰাজদৰ্শন কম ভাগ্যৰ কথানে? সৰ্বাইৰ ককাকে কোৱা শুনিলোঁ বোলে— তাহানি ব্ৰিটিছৰ দিনত ৰাজদৰ্শন পাবৰ বাবে কোনো কোনো ৰায়বাহাদুৰ আৰু খান চাহাব কেবামাহো সাগৰৰ জাহাজত উঠি বিলাত পাইছিলগৈ। কিন্তু এতিয়া দেশৰ চৰকাৰৰ দিনত আমাৰ কি কপাল যে তাৰ চাইকেল দোকানৰ দুহাত আঁতৰেদি মিচিকিয়া হাঁহিৰে প্ৰণাম গ্ৰহণ কৰি ৰাষ্ট্ৰপতি পাৰ হ'ব। তাকো এবাৰ নহয়, দুবাৰ নহয়, দুদিনৰ ভিতৰত পাঁচবাৰ।

সৰ্বায়ে চাইকেল মেৰামতি কৰি এইবোৰকে ভাবি গ'ল। মাজে মাজে কুশল কোঁৱৰ আলিযেদি ৰামেশ্বৰ পচমেনৰ ম'হৰ খুটিটোলৈকে বেও মেলি চাই ৰ'ল। সি ভাবিলে, ই বেণুৱে দেৰি কৰিছে। অৰ্ডাৰৰ লগতে ছাইনব'ৰ্ড কোম্পানীক পাঁচ টকা আগধনো দিছিল। কালিয়েই লিখা কাম শেষ। আজি তাকে আনিবলৈ বেণুক পঠিযালে। পিছে ইমান দেৰি কিয়? আজিৰ ভিতৰতে কামটো শেষ হ'ব লাগিব। আজিৰ পৰাই সৰ্বাইৰ চাইকেলৰ দোকানখনৰ জাননী দূৰৈৰ পৰা জিলিকি থাকিব লাগিব। এইফালে মূৰ নকৰা কত মানুহ এইকেইদিনত এইফালেদি পাৰ হ'ব। সিহঁতৰ বৰভেটাই আৰু বৰভেটাৰ এই চাইকেল দোকানখনে সাঁচ বহুৱাব লাগিব। এই চাইকেল দোকানখনেই তাৰ পৰিচয়। আগতে মানুহে

যদি সোধে— সৰ্বাই গঁগে কোনফালে থাকে ক'ব পাৰেনে, তেতিয়া ইটো মানুহে ঘপহ কৰে উত্তৰটো নিদি দুনাই সুধিবহে, কোন সৰ্বাই গঁগে? কেঁকোৰা চুলীয়া সৰ্বাই গঁগে নে, হৰিভকত সৰ্বাই গঁগে? সৰ্বাই মাষ্টৰৰ কথা কৈছা নেকি?

কিন্তু যোৱা তিনি মাহৰ পৰা তাৰ পৰিচয় হ'ল— চাইকেল মিস্ত্ৰী সৰ্বাই। এইফালে তিমতিমিয়া, হাজাৰী গাঁও, কৰঙা আৰু মাজগাঁৱৰ মানুহ আহি যেতিয়া ৰাষ্ট্ৰপতিক চাবলৈ কুশল কোঁৱৰ আলি আৰু কৃষি বিশ্ববিদ্যালয়লৈ যোৱা আলিত খাপ পিটি থাকি যেতিয়া সুন্দৰ ছাইনবৰ্ডৰে সৈতে সৰ্বাইৰ চাইকেলৰ দোকানখন দেখিব, তেতিয়া সেইফালৰ তাৰ চিনা-জনা মানুহ আৰু দুই-এঘৰ সম্পৰ্কীয় মানুহে এইবুলি কোৱা-কুই কৰিব— "অলপ দিনৰ ভিতৰতে আমাৰ সৰ্বায়ে ভাল উন্নতি কৰিলে দেই। মানুহটো তেনেই সলনি হ'ল। লখিমী তিৰোতা ঘৰ চপোৱাৰ লগে লগেই তাৰ কপাল ফুলিল। আগতে তাৰ সেইটো পেট নাছিল যেন এটা লাওপানীৰ কলহহে। এতিয়া হেনো সেইবোৰ বাদ। বিড়ি-চিগাৰেট এটাও মুখত নিদিযে। "

আজি যে সি ইমানবোৰ কথা ভাবিছে। আৰু ইমান বঢ়িযা বঢ়িয়া কথাবোৰ যে তাৰ মনলৈ আহিছে। প্ৰায় তিনিখন চাইকেলৰ মেৰামতিৰ কাম শেষ হ'ল। লগে লগে প্ৰায় তিনিটা টকা নগদ লাভ। তথাপি তাৰ ভৱিষ্যতৰ ভাব-চিন্তাৰ সোঁতৰ যতি নপৰিল। এইবাৰ ভালকৈ কুশল কোঁৱৰ পথেদি ৰামেশ্বৰ দেচুৱালীৰ ম'হৰ খুটিৰ ফালে চালে— মিলিটেৰী ডিজেল এখনহে আহিছে। তাকে পিছ পেলাইছে পাইলট এটাৰ বুলেট এখনে। বুলেটৰ বেক ছীটত মোক খা মোক খা চেহেৰাৰ এজনী পাঞ্জাবী গাভৰু। পিছে সি এখন ৰিক্সাও দেখিলে। সেইখন ৰিক্সাই ঠিক পিছে পিছে আহি থকা আন এখন ৰিক্সাক ঢাকি ৰাখিছে। আঁৰ হৈ থকা ৰিক্সাখনতে নিশ্চয় বেণু আহিছে। কাৰণ সি ৰিক্সাখনৰ ওপৰত থিয় কৰি অনা, ৰ'দত চিকমিকাই থকা ফলি এখন দেখা পাইছে। সেইখন ফলিয়েই নিশ্চয় ছাইনবৰ্ড। ৰিক্সা দুখন ওচৰ চপাতহে সি নিশ্চিন্ত হ'ল— আঁৰ কৰি ৰখা ৰিক্সাখনত দুজনী গাভৰু। সি চিনি পাইছে। সিহঁত হ'ম ছায়েন্স কলেজৰ মাষ্টৰণী। তাৰ দুবেও পিছত থকা ৰিক্সাত ছাইনবৰ্ডৰে সৈতে স্বযং বেণু।

ৰিক্সাখন দোকানৰ আগত ৰ'ল। হামিদ আৰু করুণে ছাইনবৰ্ডখন আলফুলকৈ নমাই জৰি গছত আওজাই থ'লে। তেতিযাহে বেণু ৰিক্সাৰ পৰা নামিল। সৰ্বায়ে মাটিৰ লগত লম্বভাৱে ভেজা দি থকা ছাইনবৰ্ডখন খুব আগ্ৰহেৰে পঢ়িলে। তাকো মাটিৰ পৰা ওপৰলৈ। এনে অৱস্থাত আখৰবোৰ ভাল হৈছে নে বেযা হৈছে ধৰিব নোৱাৰি। পিছে এটা কথা ঠিক— ৰংকেইটা বৰ খাপ খোৱা হৈছে। গোটেই ফলিখনত হালধীয়া ৰং। তাৰ ওপৰত এশাৰী ক'লা আখৰ, এশাৰী ৰঙা আখৰ আৰু এটা শব্দ সেউজীযা। তাকে দেখি তাৰ বৰ ভাল লাগিল। হওক তেও। পইচামতে কাম। সি মহন্ত ভাল আৰ্টিষ্ট।'

"বেণু, ইমান দেৰি হ'ল কিয়?"

"বেটা মহন্ত অলপ আগতেহে আহিছে। আকৌ ভাঙনী পইচাৰ কাৰণেও দেৰি হ'ল।"

"এতিয়া লৰালৰি কৰ। মই ভাত খাবলৈ যোৱাই নাই। সিফালে নবৌয়েৰে চাগৈ । হামিদ, করুণ, লাগ, লাগ, খৰখেদা কৰ।"

সাতফুটীয়া দুই-তিনি কাঠ দুডাল আছিলেই। তাৰেই দুটা খুঁটা হ'ল। সিহঁতে খুঁটা দুটা এনেভাৱে পুতি ছাইনবৰ্ডখন তাত লগালে যে তিনিও ফালৰ পৰা আখৰ চকুত পৰে। কুশল কোঁৱৰ আলিৰ কিছু

দূৰৰ পৰা, কৃষি বিশ্ববিদ্যালয়ৰ পৰা অহা আলিটোৰ পৰা আৰু আনকি চেউনী গাঁৱৰ পৰা অহা আলিটোৰ পৰাও ছাইনবৰ্ডন ভালকৈ চকুত পৰে। তিনিওটা আলিৰ কিছু দূৰৈত এবাৰ এবাৰ থিয় দি হৰষিত মনেৰে পঢ়িলে— 'সৰ্বাই চাইকেল ছাৰ্ভিচ (ক'লা আখৰ), প্ৰোঃ— সৰ্বাইৰাম গগৈ (দ্বিতীয় শাৰী, ৰঙা আখৰ), বৰভেটা (তৃতীয় শাৰী, সেউজীয়া আখৰ)।'

সি ভাবিলে, সৰ্বাই'টো ইংৰাজীত মতাৰ দৰে মাতিলে নামটো শুনিবলৈ আৰু ভাল হ'ব— ছৰ্বাই চাইকেল ছাৰ্ভিচ। নামটো কি দিব, ইয়াকে লৈয়ো কম সমস্যা এটা পাৰ হোৱা নাই। পুতুল ড্ৰাইভাৰে ক'লে, চাইকেল হাস্পতাল নাম দে। তাৰ মনোমত নহ'ল। চাইকেল জানো জীৱ থকা বস্তু? মাখন মাষ্টৰে ক'লে, "এইটো নাম ভাল হ'ব— গগৈ চাইকেল মাৰ্ট।" এইটোও তাৰ ভাল নালাগিল। নিজে মালিক হৈয়ো 'মাৰ্ট' নামৰ শব্দটোৰ মৰ্ম নুবুজা জানো ভাল হ'ব? শেষত টংকেশ্বৰ, বিপিন আৰু গণেশৰ লগ লাগি অনেক ভবা-চিন্তা কৰিলে। আচলতে টংকেশ্বৰ মণ্ডলে পোনতে কোৱা নামটোৱেই সকলোৰে পচন্দ হ'ল। সেয়া হ'ল—সৰ্বাই চাইকেল ছাৰ্ভিচ।

টংকেশ্বৰে ক'লে,— আজিকালিৰ নামবোৰত ইংৰাজী-অসমীযা মিহলি থাকিব লাগে। ইও এটা ষ্টাইল। 'ছাৰ্ভিচ' এই কাৰণেই দিয়া হ'ল যে চাইকেল মেৰামতি কৰা কম ডাঙৰ দেশসেৱা নহয়। অ', মই কোৱাই নাই। ছাৰ্ভিচ মানে হ'ল সেৱা। আৰু এই সেৱা বা ছাৰ্ভিচ শব্দটো যে কত ৰকম কামত আহে। ভাল মানুহে এটা অৰ্থ কৰে। এম এল এ, মিনিষ্টাৰ হৈ টকা খাব, কিন্তু সিহঁতে ফোপজহ মাৰি ক'ব— এয়া দেশসেৱা। ছাব ডেপুটী হৈ, হাকিম হৈ, ডি চি হৈ ৰাইজৰ পৰা টকা খাব আৰু সিহঁতে ক'ব— মানে চিভিল ছাৰ্ভিচৰ মানুহ। কিন্তু সৰ্বাই, চাইকেল সেৱা অৰ্থাৎ চাইকেল ছাৰ্ভিচ নালাগে, তই লোকসেৱা অৰ্থাৎ চিভিল ছাৰ্ভিচো কৰিছ। কাৰণ মই ইয়ালৈ ঘনাই ঘনাই আহি বুজিলোঁ, ভালেমান দুখীয়া মানুহৰ কাৰণে চাইকেল দুখৰি ঘৈণীয়েকতকৈও জৰুৰী। সিহঁতে ঘৈণীয়েক নাথাকিলেও চলিব পাৰে, কিন্তু চাইকেল দুখৰি নাথাকিলেও নিগমে মৰণ।'

সি বেলি লহিওৱাৰ সময়তহে ঘৰ পালেহি। ঘৰ দূৰৈত নহয়, বৰভেটা আৰু চেউনী গাঁও একেই অঞ্চলৰে দুটা অংশ মাথোন। তাৰ চাইকেল দোকানখনৰ পথ ৰিঙি মাৰিলে শুনাৰ দূৰত্বত তাৰ ঘৰ। ঘৰ মানে এটা জুপুৰি পঁজা। তিনিফালে বাঁহতলীৰ চেচুকত কথনা ফুলৰ বাগিচা। তাৰ মাজতে জুপুৰিটো। ইটো জুপুৰিৰ পৰা সিটো জুপুৰিৰ দূৰত্ব যথেষ্ট। এই দূৰত্বৰ উমান পোৱা যায় ৰাতিহে, প্ৰত্যেক ঘৰত ভতুৱা কুকুৰৰ ভুকভুকনিৰ পৰা। স্বাধীনতাৰ পিছত এই অঞ্চলত কৃষি কলেজ হ'ল, এতিয়া আকৌ ই বিশ্ববিদ্যালয়। ইয়াৰ বিমানঘাটি দিনে দিনে ডাঙৰ হ'ল। আনকি জেট বিমানো ইয়াত নামিব পৰা হ'ল। ৰবৈযাত প্ৰকাণ্ড প্ৰকাণ্ড সামৰিক কাৰ্যালয় বহিল। বহুত ন-ধনীৰ সৃষ্টি হ'ল। চেউনী গাঁৱৰ পূবেদি থকা কুশল কোঁৱৰ ৰ'ড অৰ্থাৎ জে'ল ৰ'ডৰ কাষে কাষে বছৰে বছৰে নতুন অট্টালিকা আৰু বাংলাবোৰে ন-ধনীবোৰৰ আয়ৰ নমুনা দাঙি ধৰিলে। কিন্তু এই পঁচিছ বছৰে চেউনী গাঁৱৰহে একো নহ'ল। আগৰ নিছলা মানুহবোৰ আগতকৈ বেছি নিছলা হ'ল। সিহঁত ইমান নিছলা যে সিহঁতৰ তুলনাত সৰ্বাই গগৈ বহুত ভালে আছে।

এই চেউনী গাঁৱৰ নিছলা পঁজা ৰমক-জমক কৰি আছে তিলোমতীয়ে। তিলোমতী নহয় যেন তিলোত্তমাহে। তিলোৰ মাক-বাপেক ক-ক-ম-ম কৰিব পৰা হোৱা হ'লে তাইৰ নাম কিজানি তিলোত্তমাহে ৰাখিলেহেঁতেন। ধুনীয়া ছোৱালী। তাই আজি ওফোন্দ পাতি দুবাৰডলিত থিয় দি আছিল। তাই কিয়

এনেকৈ আছে সৰ্বায়ে জানে। তাইলেকে খাপ পিটি আছে— একেলগে ভাত খাবলৈ। অথচ সি আঢৈ বজাতহে আহিছে। তেতিয়ামানে দুযোৰে পেটৰ কেচু-কুমটি মৰিল কিজানি।

সি সেই কাৰণে খপ্‌জপ্‌কৈ সোমাযেই তিলোৰ ওফোন্দটো নাইকিয়া কৰিবলৈকে ৰগৰ কৰি ক'লে,— "হে মাই, হামো দ্বাৰাকাৰ বেদনিধি। দ্বাৰকা হন্তে ।"

আৰু এটা বাক্য মাতি পঁযাৰ একুট গাবলৈ নৌ পাওঁতেই তিলোৰ মাতৰ আখৈ ফুটিবলৈ ধৰিলে— "কতবাৰ ক'লো, কিন্তু মানুহটোৱে এযাৰ কথা নুশুনিলে। এনেকৈ খোৱা-বোৱা কৰি অচিন বেমাৰ মাতি নানিলেহে আছে' জানিছ, সৰবে, খোৱা-বোৱাৰ লাগ-বান্ধ নাছিল কাৰণেই জগৰু কাইৰ অকালতে পিত্তশূল ।"

"বাঃ, কবিৰাজৰ জীযেকৰ দৰে কথা কৈছ দেখোন? ঠিক আছে। আজি বাৰু অনশন হ'ল বুলি ধৰি ল। এদিন-দুদিনত একো নহয। মোৰ শপত। আৰু দেৰি নকৰোঁ। এতিয়া মোৰ তিনিটা এছিষ্টেছ। কিহৰ পৰোৱা' দেৰি হোৱাৰ আশা নাই। আজি ছাইনবৰ্ড লগালোঁ কাৰণেহে।'

ছাইনবৰ্ডৰ কথা শুনি এইমাত্ৰ মুখ ওন্দোলাই থকা তিলোৰ ধুনীয়া মুখত বিজুলীৰ ৰেখা বহিল। তাই ব্যগ্ৰ হৈ সুধিলে, 'ছাইন'বুড' আহিল? কেনে হৈছে?"

সি ক'লে, "বঢিযা। এনে ভাব হৈছে— মই যেন আজিৰ পৰা এটা প্ৰকাণ্ড চাইকেল কাৰখানাৰ মালিক— এভাৰেষ্ট বা ৰোভাৰ চাইকেলৰ মালিক যেনেকুৱা। কিজানি ৰাষ্ট্ৰপতি সেইফালেদি যাওঁতে ছাইনবৰ্ডত চকু নিদিযাকৈ নাথাকিব।'

সি ভাত খাই অকণমান পৰ বিছনাত গাটো থ'লে। কাষতে তিলো এনেকৈ বহিল যে তাইৰ শৰীৰৰ কিছু প্ৰলোভনীয অংশই তাৰ শৰীৰ চুই গ'ল। ছাইনবৰ্ড লগাই আহি তাৰ মনটো এনেযে উৎফুল্ল হৈ আছিল, এতিযা তিলোৰ সান্নিধ্যত সি অধিক উৎফুল্ল হ'ল। সি তাইৰ বুকুৰ পৰা ভালেমান তললৈকে হাত বুলাই ক'লে, 'আজি ছাইনবৰ্ড লগোৱাৰ অলপ স্ফূৰ্তি কৰিব লাগিব। অলপ পিছতে তোক দোকানলৈ লৈ যাম। তাৰ পিছত চিনেমা। আৰু এটা বস্তু দেখি ভাল লাগিব। ৰাষ্ট্ৰপতি যে আহিব, এই কথা কুশল কোঁৱৰ ৰ'ডত থিয় হৈযে গম পাবি। পুলিচ চাহাবৰ পৰা গডকাপ্টানিৰ মহৰীলৈকে কাৰো গাত থাউনি নাই। আনকি এতিয়াৰে পৰা মিলিটেৰীবোৰ থৰকাচুটি নোহোৱাকৈ ঘূৰিছে।'

তাই ৰাষ্ট্ৰপতি অহা-নহালৈ একো ভবা নাই। তাইৰ এটাই চিন্তা, সেয়া হ'ল—সৰ্বাই। প্ৰেমত পৰি বিয়া কৰোৱা তিৰোতা স্বাৰ্থপৰ হয়। তাইৰ একমাত্ৰ স্বাৰ্থ হ'ল— তাইৰ মানুহটো।

তাই ক'লে, সেইবোৰ বাদ। ৰাষ্ট্ৰপতিয়ে কিবা তোৰ লগত 'হেন চেক' কৰিবনে? এতিয়া অলপ জিৰা। ৰ'দত গোটেই মানুহটোৰ ৰং কেঁহাৰাজ-বটা হৈছে।

সি তাইৰ কঁকালত সাবট মাৰি ধৰি ক'লে, "ৰাষ্ট্ৰপতিয়ে মোক 'হেন্ চেক' নকৰিব পাৰে। মোৰ দৰে হাজাৰ হাজাৰক চিনি নাপায়। কিন্তু খন্তেকলৈ হ'লেওতো তেখেত মোৰ আলহী হ'ব। মোৰ চাইকেল ছাৰ্ভিচৰ দুহাত আঁতৰেদি পাৰ হ'ব। আৰু ৰাষ্ট্ৰপতি কিমান ডাঙৰ! তই ভাবি অন্ত কৰিব নোৱাৰ।"

তাই একো ৰাপ নেদেখুৱালে। মাথোন ক'লে, 'কোন কিমান ডাঙৰ, সেইবোৰ মোক কেলৈ? মোৰ মানত তয়ে চবতকৈ ডাঙৰ। তই এতিয়া জিৰা।'

"মানে তিলো, তোৰ এইবোৰত কোনো 'ইণ্টাৰেচ' নাই। মই জিৰোৱাতহে 'ইণ্টাৰেচ'। ঠিক

আছে, জিৰাম বাৰু। তয়ো লগতে জিৰাব লাগিব। কিন্তু বেছি আদৰ নকৰিবি আকৌ। গা ৰমজমাই গ'লে কিন্তু বিপদ।"

"অঁ, বুজিলোঁ। মতলব হ'লেইনে?"

'অঁ, মই কি ক'ব খুজিছিলোঁ? অ', মনত পৰিছে— ৰাষ্ট্ৰপতি ভাৰতৰ সবাতোকৈ ডাঙৰ। আনকি তইঁতৰ ইন্দিৰা গান্ধীতকৈ ডাঙৰ। টংকেশ্বৰ মণ্ডলে কৈছে বোলে দিল্লীত ৰাষ্ট্ৰপতি থকা ঘৰটোৱেই হেনো সৰু-সুৰা ৰাজ্য এখনৰ সমান। প্ৰায় পাঁচশমান কোঠালিযেই আছে।"

"ৰাষ্ট্ৰপতিযে তোৰ ভাল মগজটো খুলি খুলি খাইছে।"

প্ৰায এঘণ্টামানৰ মূৰত সৰ্বাযে তিলোক দোকানলৈ লৈ আহিল। তিলোৱে ছাইনব'ৰ্ডখনৰ আখৰ জোঁটাই জোঁটাই পঢ়িলে। তাই ক'লে, "এৰা, বৰ ভাল হ'ল দে। তোৰ নামটো ইমান ধুনীযাকৈ লিখি দিছে। ছাইনব'ৰ্ডখন দেখিয়েই আমাক ধনী মানুহ ধনী মানুহ যেন লাগিছে।"

তাই দোকানত সোমোৱাৰ লগে লগে হামিদ আৰু বেণুৱে আথে-বেথে চকী এখনৰ ধূলি-বালি গুচাই বহিবলৈ দিলে। মালিকনীৰ উপস্থিতিত যেন সৰ্বাইৰ চাইকেল ছাৰ্ভিচৰ ৰূপেই বদলি হ'ল।

সৰ্বাযে তাইৰ আগত তাৰ ভৱিষ্যতৰ উন্নতিৰ ছবি দাঙি ধৰিলে, সদ্যহতে পইচা থোৱা বাকচ এটা কিনিব লাগিব। খান্তিয়া খুচুৰীযা পইচা জেপত থ'লে দিগদাৰ। জেপত ভৰ হয আৰু জুনুক জুনুক কৰি থাকে। চালিখন অকণমান ডাঙৰ কৰিম। টাযাৰ-টিউবৰ 'ইচটক' ৰাখিব লাগিব। ভূদেব ফুকনে কৈছে বোলে বস্তু 'ইচটক কৰিবলৈ হেনো বেংকে ধাৰ দিযে।

তাই আগ্ৰহেৰে সুধিলে "এতিযা এই দুটা আলমিৰাত কি কি ৰাখিছ?

সি ক'লে "ভল্‌টিউব, ছলিউচন, খৈযৰ চেণ্ড পেপাৰ আৰু বহুত। তই বুজি নাপাৱ। কিন্তু দেখিবি এই দোকান এবছৰৰ পিছত বহুত ডাঙৰ হ'ব। তেতিযা হযতো টংকেশ্বৰ মণ্ডলে ক'বহি— সৰ্বাই ছাইনব'ৰ্ড বদলি কৰিবৰ হ'ল। ইমানবোৰ বস্তু ৰাখিছ, নতুন চাইকেলো ৰাখিছ, এজেন্সীও লৈছ— এতিযাও এই নামেই থাকিবনে? এইটো নাম দে — সৰ্বাই চাইকেল ছাৰ্ভিচ এণ্ড কোং। "

বেণু হামিদ আৰু কৰুণে গ্ৰাহকৰ কাম কৰাত ব্যস্ত। চালিখনৰ এচুকত মালিকনী তিলো আৰু মালিক সৰ্বাই। এহাল কপৌ-কপোতী। সিহঁতে ভৱিষ্যতৰ সপোন ৰচিছে৷ শান্তিৰ নীড ৰচিছে৷ এইডোখৰেই চাইকেলৰ দোকানৰ কাৰণে উৎকৃষ্ট ঠাই। কাৰো মগজত আগতে খেলোৱা নাছিল। তিনিধৰণৰ মানুহ চাইকেল মাৰি এইফালে পাৰ হয। দিনৰ দহ আৰু চাৰি বজাত কুশল কোঁৱৰ ৰ'ডত থিয দিলেই দেখা যাব একেলগে একুৰি-ডেৰকুৰি চাইকেল গৈছে। পৃথিৱীৰ সকলো মানুহ যেন দুচকাৰ ওপৰতহে! এবিধ মানুহে সদায় কৃষি বিশ্ববিদ্যালয়লৈ আহে। এবিধ আহে সামৰিক বিভাগৰ বিভিন্ন কাৰ্যালয়লৈ। এবিধ মানুহ সদায বিযলি চহৰলৈ যায। এই অঞ্চলটো সেই কাৰণেই কৰ্মচঞ্চল। ইযাত যোৰহাট চহৰৰ স্থিতিশীলতা নাই। এই ঠাইত থাকিয়েই ভাল লাগে। ইয়াতে সৰ্বাইৰ চাইকেল ছাৰ্ভিচ। বহুত মানুহ সৰ্বাইৰ ওপৰত নিৰ্ভৰশীল। সিও সেই মানুহবোৰলৈ কৃতজ্ঞ। সি কিছুমানৰ নাম জানে, কিছুমানৰ নাজানে। কিন্তু তাৰ নাম বাইচাইকেল থকা প্ৰায়বোৰ মানুহেই জানে। কাৰ বাইচাইকেলৰনো অথন্তৰ নহয়? আজিকালিৰ চাইকেল দেখাতহে ৰংচঙীয়া, ধনীৰ ঘৰৰ ছোৱালীৰ দৰে। কিন্তু কামত বেলেগ। চাহাবৰ দিনৰ চাইকেলৰ দৰে দুপুৰুষ চলা বিধৰ নহয়।

ছমাহৰ আগতে সৰ্বাই এটা লাম-লাকটু নথকা মানুহ আছিল। দত্তৰ তাত, মানে 'নিৰ্মল

চাইকেল ষ্টোৰ'ত কাম কৰি মাথোন মাহে পঞ্চাছ টকা পাইছিল। তাত থাকি সি লক্ষ্য কৰিছিল যে সেই দোকানখনলৈ অহা বেছিভাগ মানুহ ৰৰৈয়াৰ ফালে যাবলগীয়া হয়, সেই কাৰণে সি ভাবি চালে যে তাৰ ঘৰৰ ওচৰতো এখন চাইকেল মেৰামতি কৰাৰ দোকান চলে। কাৰণ সি জানে যে কাঞ্চন নগৰৰ পৰা নেফাবাৰীলৈ যোৱা ৰাস্তাটোৰ ওচৰত যিখন চাইকেলৰ দোকান আছে, তাতো মণিকান্তৰ যথেষ্ট লাভ হৈছিল। মণিকান্ত আছিল মদপী। সি অলপতে লিভাৰ শুকাই যোৱা বেমাৰত মৰিল। পইচা পালে যদিও মদ আৰু বেমাৰে মণিকান্তক উন্নতি কৰিবলৈ নিদিলে। সি মণিকান্তৰ ঠাইত দোকান নিদিলে। তাত ঠাযো নাই। সেই ঠাই দখল কৰিছে মাৰোৱাৰীৰ কাঠৰ গুদামে। এতিকে এই ঠাইলৈ আহিল আৰু এদিন-দুদিনতে গম পালে যে এই ঠাই বেছি ভাল। তিনি ঠাইৰ মানুহ এইফালে পাৰ হ'বলগীয়া হয়। পোনতে কেইটামান ভল্‌টিউব, এটা ছলিউচন, এডোখৰ খৈযৰ আৰু এখন ব্লেডেৰে ব্যৱসায় আৰম্ভ কৰি এতিয়া সি এই অৱস্থা পাইছেহি। সোণাৰু কাঠৰ খুঁটাৰে এখন মজবুত চালি দিছে। ধুনীয়া দুটা আলমিৰাত টায়াৰ-টিউবত বাদে বেছিভাগ লাগতিযাল বস্তু ৰাখিছে। দোকানত হোৱা-নোহোৱাই ট্ৰেনজিচটৰ এটাও বাজি থাকে। আগৰ দৰে অভাৱো নাই। অকণমান থিতাপি লাগোতেই কুঁৱৰীটোলৰ পৰা তিলোকো লৈ আহিল। তাইৰ মাক-বাপেকৰ লগত এতিযাও পলুৱাই অনাৰ মীমাংসা হোৱা নাই। তিলোৰ মাক-বাপেকেও জঁকি উঠা নাই অবৈধ জোঁৱাযেকৰ ৰোজগাৰৰ ভাল বাট দেখিহে। পিছে তাইক অনাৰ এবছৰৰ পূৰ হওঁতে ধুম-ধূপালকৈ কিবা এটা পতাৰ ইচ্ছা আছে। পিছে তেতিযামানে কেঁহো-কেঁহো কৰা এটা তাই নাপালেহে ৰক্ষা'

তাৰ অৱশ্যে এটা চিন্তা আছিল। সিও দূৰ হ'ল। এইডোখৰ মাটিত কাৰো এক্তিযাৰত নাই। পিছফালে থকা স্কুলখনৰো নহয়, চৰকাৰৰো নহয। কাৰণ চহৰৰ বাহিৰে আন ঠাইত গ্ৰেজিং ৰিজাৰ্ভৰ বাহিৰে চৰকাৰৰ মাটি নাথাকেই। কিবা অসুবিধা হ'লেও ঠিক হৈ যাব। পঞ্চাযত আছে। সভাপতিক হাত কৰা বুদ্ধি সি জানে। টংকেশ্বৰেও সহায কৰিব।

'সৰ্বাই চাইকেল ছাৰ্ভিচ'ত বহি তিলোৰ বেছ ভাল লাগিছিল। এনেতে যাবৰ সময হ'লেই। চহৰত চিনেমা আৰম্ভ হ'বলৈ আৰু আধা ঘণ্টাই নাই। গোলাঘাটৰ পৰা অহা বাছখন হৰিৰ দোকানৰ আগত ৰ'লহি। সিহঁত বাছত উঠিল। সি বাছত উঠি কৈ গ'ল, বুইছ তিলো, বছৰেকত এনেকৈ ৰাষ্ট্ৰপতি যদি আহি থাকে, এই ৰাস্তাবোৰত ফু মাৰি ভাত খাব পৰা অৱস্থা হ'ব। দেখিছ, ৰাস্তা কি ৰকম ৰিপেযাৰিং হৈছে?'

**দুপৰীয়া ভাত খাবলৈ আহি প্ৰায়ে পোনতে তিলোক গৰুজনীৰ কথা সোধে। ৰাতি আহি পোনতে গৰুজনীক দানা খুওৱা হ'ল নে নাই সোধে। কিন্তু আজিকালি পোনতে তাইহে ৰাষ্ট্ৰপতি অহাৰ আৰু কিবা খবৰ আছে নেকি সোধে। কাৰণ তাৰ মুখত কথাবোৰ শুনি তাইৰ ভাল লাগে। অৱশ্যে সি দিনৌ একোটা খবৰ আনেই।**

**সোমবাৰৰ পৰা শনিবাৰলৈ ছদিন। শনিবাৰে ৰাষ্ট্ৰপতি আহিব। শুকুৰবাৰলৈকে সৰ্বায়ে তিলোক নতুন নতুন খবৰ দি যায়।**

**মঙ্গলবাৰ ঃ**

**সৰ্বাই ঃ বুইছ তিলো, ৰিজাৰ্ভত পুলিচ ভৰি আছে। একদম টাউনৰ পৰা ইয়ালৈকে চব ঠাইতে পুলিচ থাকিব।**

তিলো ঃ ইমান পুলিচ কিয়?

সৰ্বাই ঃ সেইটো নিয়ম। ডাঙৰ মানুহ সদায় কঢ়া পহৰাত থাকিব লাগিব। শুনিছোঁ বোলে ৰাষ্ট্ৰপতিৰ মটৰৰ আগে-পিছে কেবাখনো পুলিচ-মিলিটেৰীৰে ভৰা মটৰ আহিব।

তিলো ঃ বেচ চাবলগীয়া কাণ্ড হ'ব। চাৰ্কাচ চোৱাৰ দৰে লাগিব।

সৰ্বাই ঃ আৰু বোলে দিল্লীৰ ফালৰ পৰা পুলিচৰ বৰমূৰীয়া কেইজনমান এতিয়া যোৰহাট আহি পালেহিয়েই। সিহঁতে হেনো ৰাষ্ট্ৰপতি অহা-যোৱা কৰা বাটটো পৰীক্ষা কৰি আছে।

তিলো ঃ কিয়?

সৰ্বাই ঃ সেইবোৰ চি আই ডিৰ কাৰবাৰ। মই নুবুজো। এই চি আই ডিবোৰ হেনো সদায় ৰাষ্ট্ৰপতিৰ দৰে বৰ বৰ মানুহবোৰৰ কিবা অথন্তৰ হ'ব পাৰে বুলি খুব সতৰ্ক ভাব দেখুৱায়।

তিলো ঃ কোনোবাই মাৰে বুলি?

সৰ্বাই ঃ আৰুনো কি?

তিলো ঃ ডাঙৰ মানুহৰো ইমান শত্ৰুনে?

সৰ্বাই ঃ এৰা মানুহ ডাঙৰ হ'লে শত্ৰু বাঢ়ে হবলা।

এইদৰে কথা পাতি থাকোঁতে কোঠাত আগেযে নেদেখা বস্তু সৰ্বাইৰ চকুত পৰিল।

সৰ্বাই ঃ তিলো, এইখন কেলেণ্ডাৰ কোনে দিলে?

তিলো ঃ হৰিৰ দোকানৰ পৰা খুজি আনিলোঁ।

সৰ্বাই ঃ ইমান পছন্দ হ'লনে?

তিলো ঃ এ, তই একো নুবুজ দে। মই জানো তোক কোৱা নাছিলো? এই সময়ত শোৱাঘৰত এনে এজন পুৰুষৰ ছবি থকা ভাল। সন্তান-সন্ততিবোৰ হেনো তেনেকুৱাই হয়।

তিলোৰ গাত যে চাৰি মাহ সি পাহৰিযেই গৈছিল।

সৰ্বাই ঃ এইখননো কোন ডাঙৰ মানুহৰ ফটো?

তিলো ঃ কিবা বোলে বিবেকানন্দনে কি। বৰ ডাঙৰ মানুহ।

সৰ্বাই ঃ মই হ'লে এনে নাম শুনা নাই দে। তই শুনিছ?

তিলো ঃ সোধাতহে গম পালোঁ ডাঙৰ মানুহ বুলি।

সৰ্বাই ঃ পিছে শ্ৰীকৃষ্ণ থকা কেলেণ্ডাৰো পোৱা যায়। এখন আনিম দে। পিছে দৰকাৰ নহ'ব। স্বয়ং ৰাষ্ট্ৰপতিকে দেখোন গৰ্ভৱতী হৈ দেখা পাবি। এনেকুৱা ভাগ্যনো কেইজনী মাকৰ হৈছে! বুইছ, আমাৰ কিজানি ল'ৰাহে হ'ব। তাকো তই ৰাষ্ট্ৰপতিক দেখাৰ পিছত। সি ডাঙৰ মানুহ হ'ব।

তিলো ঃ তই ইমান সৰবজাননে?

সৰ্বাই ঃ তোৰ গাত তাৰ লক্ষণ দেখা পাইছোঁ। গণক বাপুৰে এবাৰ কোৱা মনত পৰে, এই সময়ত যদি সোঁ বুকুখন বাঁও বুকুতকৈ সৰু হয়, তেতিয়াহ'লে ল'ৰা হয়।

তিলো ঃ তই হবলা এইবোৰহে চকু দি থাক?

**বুধবাৰ ঃ**

সৰ্বাই ঃ পুলিচে কুশল কোঁৱৰ আলিৰ কাষৰ জোপোহা কিছুমান কটাইছে।

তিলো ঃ কিয?

সৰ্বাই ঃ সন্দেহত। কিবা বোলে ছিকিউৰিটীৰ কাৰণত।

তিলো ঃ মানে?

সৰ্বাই ঃ মানে হেনো নিৰাপত্তা। ছিকিউৰিটী মানে কি অলপ-অচৰপ বুজোঁ। নিৰাপত্তা মানে কি নুবুজোঁ। কিবা মিলিটেৰীয়ে কোৱা নেপালী শব্দ হ'বলা।

**বৃহস্পতিবাৰ ঃ**

সৰ্বাই ঃ বহুত জেগাত গেইট সাজিছে।

দিলো ঃ ক'ত ক'ত?

সৰ্বাই ঃ মিলিটেৰী হাস্পতেলৰ আগত, কৃষি বিশ্ববিদ্যালযত, চাৰ্কিট হাউছত ধলৰ সত্ৰ প্ৰেছৰ আগত। আনকি আমাৰ দোকানৰ অলপ আগতেও। হৰি আৰু মোৰ দোকানৰ মাজতে। কুশল কোঁৱৰ আলিত।

তিলো ঃ কিয়?

সৰ্বাই ঃ এইবোৰ ঠাইত খন্তেক ৰ'ব। ৰাইজে আদৰিব।

তিলো ঃ তেন্তে আমাৰ দোকানৰ পৰা বঢ়িযাকৈ দেখিম।

সৰ্বাই ঃ নিশ্চয। আমাৰ কপাল ভাল।

**শুকুৰবাৰ ঃ**

সৰ্বাই ঃ চাচোন কেনে হৈছে? বাকীকৈ আনিছোঁ।

তিলো ঃ কিযনো আনিলি?

সৰ্বাই ঃ ৰাষ্ট্ৰপতিক চাবলৈ যাবি, তাত ইমানবোৰ মানুহে ভিৰ কৰি থাকিব, অথচ পুৰণা কাপোৰ পিন্ধি গ'লে হ'বনে?

তিলো ঃ দাম কিমান?

সৰ্বাই ঃ নকওঁ। পৰিশোধ কৰাৰ সমযত কম।

**শনিবাৰ ঃ**

পুৱা আঠ বাজিছে। এঘাৰ বজাত ৰবৈয়া বিমানকোঠত ৰাষ্ট্ৰপতিয়ে পদাৰ্পণ কৰিব। তিলো পিৰালিত বহি আছে। কিবা গুণা-গঁথা কৰি। সৰ্বাই এঘণ্টামানৰ আগতে দোকানলৈ বুলি ওলাই গৈছে। চাৰে দহ বজাত সি তাইক ৰাষ্ট্ৰপতিৰ দৰ্শনৰ কাৰণে লৈ যোৱাৰ কথা। কিন্তু তাই এবাৰ পদুলিলৈ চাই অবাক। সৰ্বাই কিয় এনেকৈ পেঙুৰিয়াই পেঙুৰিয়াই আহিছে? দুটা মানুহে তাক ধৰিহে আনিবলগীয়া হৈছে কিয়? কিবা দুৰ্ঘটনা হ'ল?

অলপ ওচৰ চপাত তাই দেখিলে, হামিদ আৰু টংকেশ্বৰ মণ্ডলে সৰ্বাইক থিয় কৰাই আনিছে। তাৰ ভৰি দুটাই কোনোমতে মাটি চুইছে। পিছে পিছে মাখন মাষ্টৰ আৰু বেণু।

তিলোৰ গা শিয়ৰি উঠিল। তাই ইয়াৰ একো উবাদিহ ধৰিব নোৱাৰিলে। তাই লৰি আহি আটাইকেইজনৰ চকুলৈ চাই চিঞৰি উঠিল— কি হ'ল? মোৰ সোণৰ কি হ'ল?

তাই কাৰো মুখত সমিধান নাপালে। হামিদ আৰু বেণুৱে আনফালে চকু ঘূৰাই দিলে। সিহঁতহালৰ চকুতো পানীৰ উভৈনদী। তাই লক্ষ্য কৰিলে— সৰ্বায়ে মাথোন এবাৰ বিহ্বল চকুৰে তাইৰ ফালে চাই আকৌ চকু জপাই দিলে। তাই আকৌ কান্দি কান্দি সুধিলে, "মোৰ সোণৰ কি হ'ল?

নোকোৱা কিয়?"

শেষত টংকেশ্বৰ মণ্ডলৰ মাত শুনা গ'ল, "অলপ পৰত পিছত ভাল হ'ব। চিন্তা নকৰিবি।"

আচল খবৰটো পোনে পোনে তাইক জনাবলৈ সিহঁতে টান পালে। তাক বিছনাত শুৱাই দিয়াৰ পিছত সিহঁতে কোৱা-কুই কৰা তাই শুনিবলৈ পালে ।

মাখন মাষ্টৰ ঃ কাৰণ দুটা হ'ব পাৰে। কোনো কোনোৱে কৈছে বোলে এই সামান্য চাইকেল দোকানখন ৰাষ্ট্ৰপতিৰ চকুত পৰাটো কেইজনমান নেতাই পছন্দ নকৰিলে। সেই কাৰণেই পুলিচৰ হতুৱাই—

টঙ্কেশ্বৰ মণ্ডল ঃ নহয় দিয়া। তুমি ছিকিউৰিটী কি বস্তু বুজি নোপোৱা। সিহঁতৰ সাপলৈ যিমান ভয় লেজুলৈকে সিমান ভয, কথাটো মই আন ধৰণেহে শুনিলোঁ, সিহঁতৰ মতে, ছিকিউৰিটীৰ ফালৰ পৰা এনে এটা ঘৰ ৰাস্তাৰ ওচৰত থকা ঠিক নহয়।

হামিদে কিবা বুজি পালে হবলা। সি থোকাথুকি মাতেৰে সুধিলে, "ৰাষ্ট্ৰপতিৰনো ইমান শত্ৰুনে?'

মাখন মাষ্টৰে মাত লগালে, "তই এইবোৰ বুজি নাপাৱ, ল'ৰা। আমাৰ এশৰ ভিতৰত চাৰিকুৰি মানুহ দুখীয়া হৈ কুকুৰ-শিয়ালৰ দৰে দিন নিযাইছে। এইখন কিবা ৰামৰাজ্য নেকি? আৰু তইঁতৰ ৰাষ্ট্ৰপতি ৰজা ৰামচন্দ্ৰ?" নহয জানো মণ্ডল, আজিকালি বাৰু ভি আই পিৰ ছিকিউৰিটী বেছি হোৱা নাইনে? ইহঁতে এগুণৰ ঠাইত এশগুণ কৰিছে। চৰকাৰে পদে পদে সাপ দেখে।"

হামিদে কিবা বুজি পালে হবলা। সি মাত লগালে, "ঠিক কৈছে, ছাৰ। চাওকচোন, এইকণ সময়ৰ ভিতৰতে আমি এইকেইটা পৰিযাল ভিখাৰী হৈ গ'লোঁ। সৰ্বাই কাই, মই, কৰুণ আৰু বেণু— আমি আটাইবোৰ।"

এইবুলি কৈ সি অবশ হৈ শুই পৰা সৰ্বাইৰ গাত ঢলি পৰিল। এইবোৰ কথা-বতৰাৰ পৰা তিলোৱে সৰ্বাই চাইকেল ছাৰ্ভিচৰ কি অৱস্থা হ'ল তাৰে কিবা বুজি পালে হ'বলা। তাই সৰ্বাইক ফেঁকুৰি ফেঁকুৰি সুধিলে, "কি হ'ল? মোৰে শপত, সোনকালে কোৱা।"

সৰ্বাই কিজানি অচেতন হোৱা নাছিল, অবশহে হৈছিল। সি দুগালে চকুলোৰ নৈ বোৱাই কোনোমতে ক'লে, "সপোন শেষ হৈ গ'ল, তিলো। হামিদে ঠিকেই কৈছে, আজিৰ পৰা আমি ভিখাৰী। তাত দোকানৰ কোনো চিনচাব দেখা নাপালোঁ। কুলিয়ে কোৰেৰে ভেটি সমান কৰাহে দেখিলোঁ।"

সি কোনোপধ্যে তাইক ক'ব নোৱাৰিলে যে পুৱা সি গৈ পায় মানে তাৰ দোকানঘৰৰ সোণাৰুৰ খুঁটা পুলিচৰ কোৱাৰ্টাৰত খৰি হ'ল। আলমিৰা দুটা কাৰ ঘৰত সোমাল ঠিক নাই।

মুঠতে ৰাষ্ট্ৰপতি যি দুটা বাটেদি যাব, তাৰ দুযোকাষে ক'তো আৱৰ্জনা নাথাকিল। দুয়ো কাষ চাফ-চিকুণ, সুদৃশ্য। এৰা, এইখন কল্যাণকামী ৰাষ্ট্ৰ। ৰাষ্ট্ৰপতিয়েতো অন্ততঃ প্ৰজাৰ কিছু কল্যাণ হৈছে বুলি গম পাব লাগিব!

ৰাষ্ট্ৰপতি অহাৰ আগতে পুলিচ মহলত ডাঙৰ খবৰ হ'ল— নিৰাপত্তাৰ ফালৰ পৰা কুশল কোঁৱৰ পথ আৰু কৃষি বিশ্ববিদ্যালয় পথ নিষ্কণ্টক।

# ৰক্ষক

গাঁৱৰ দক্ষিণে যি ঠাইত দুহালিচা মাটিজুৰি বছৰত দুবাৰ কথনা ফুল থাকে, তাতে চৰকাৰৰ ঘৰৰ মানুহ আহি পোনতে চাৰিকোণত চাৰিটা শিলৰ খুঁটা পুতিলে। ৰাইজৰ ভালেমানে কথাটো কি বুজি নাপালে। কোনোৱে কোৱাকুই কৰিলে,— ৰাইজৰ মাটি চৰকাৰে চমজি লৈছে। যি গাঁৱত সঁচাকৈয়ে ভাল হোৱাটো বাঞ্ছা কৰে, তেনে এটা মানুহ হ'ল, ফৰিঙা মাষ্টৰ। মাষ্টৰে ক'লে, "বোধকৰোঁ চৰকাৰৰ হিয়া কুমলিছে। দুটা ভোটৰ বছৰৰ পৰা এতিয়ালৈকে জাপে জাপে দৰ্খাস্ত পৰিল, বৰ চাহাবৰ পৰা একেবাৰে বস্তা যেন পাঞ্জাবী চোলা পিন্ধা এম এল এ লৈকে কতক কোৱা গ'ল, অথচ আমাৰ চম্পাগুৰিত হাস্পতাল এখন নহ'ল। এইবাৰ চৰকাৰৰ চকু মেল খাইছে হবলা।"

কথানতলীত দুই লৰী 'ফাষ্ট কিলাচ' ইটা পৰিল। তাৰ পিছত সৰু পেট্ৰ'লৰ লৰীয়ে তিনি চুতি আৰু চাৰি চুতি লোহাৰ শলি পেলালে। দুদিনমানৰ পিছতে আকৌ 'গিট্টি'। এটা ভাল পকা ঘৰ সজাৰ বটিযা আয়োজন। ঘৰ সজাৰ আগতে এখন ফলি সদৰ্পে নিচানৰ দৰে মূৰ দাঙি উঠিল। তাতে লিখা আছিল— 'আৰক্ষী আস্থানৰ স্থান'"

মানে কি? ভালেমান লোক তবধ। আৰক্ষী মানে কি? স্থান মানে কি বুজা গ'ল—জেগা। অৰ্থাৎ ইযাতে কিবা এটা ৰক্ষা কৰা ঘৰ হ'ব। কিন্তু কিনো ইযাত ৰক্ষা কৰিব? আমাৰনো কি আছে?" বেমাৰৰ পৰা প্ৰাণৰক্ষা কৰিবলৈ লাগে ডাক্তৰ, বৈদ্য, ধনন্তৰী। এইবোৰ একো নাই। এতিয়ালৈকে চম্পাগুৰি এলেকাত কোনো যমদূতৰ কোনো ডাক্তৰৰ লগত সাক্ষাৎ হোৱা নাই। মানুহ বিনা বাধাই সিপুৰী পাইছেগৈ। ফলিখন দেখি সকলোৱে অনুমান হ'ল যে আৰক্ষী আস্থান যিয়েই হওক লাগে হাস্পতাল নহয।

এদিন ফৰিঙা মাষ্টৰ ওলালতহে গোমৰ ফাঁক বাহিৰ হ'ল। আৰক্ষী আস্থান মানে হেনো পুলিচ থানা। কি আচৰিত! ইযাততো পুলিচ থানা হ'ব লাগে বুলি কোনেও কোৱা নাছিল? ৰাইজৰ ফালৰ পৰাও এনে দাবী নাছিল। ৰাইজৰ চৰকাৰলৈ আছিল দুটি প্ৰাৰ্থনা— এখন হাস্পতাল আৰু সদৰ ৰাস্তালৈকে যোৱা ঠেক, চুক, ওখোৰা-মোখোৰা আলিটোৰ ঠাইত এটা আহল-বহল আলি। কিন্তু কিয় পুলিচ থানা? চৰকাৰে চম্পাগুৰিৰ ৰাইজক চোৰ-ডকাইত বুলি ভাবিছে নেকি?

ৰাইজ বিতুষ্ট। চম্পাগুৰিৰ হাললৈ মাটি নথকা, পঢ়া-শুনা কৰিও চাকৰি পাবলৈ ভাগ্য নোহোৱা ডেকা দলটো আৰু বিতুষ্ট। ডেকাদলৰ এটা হ'ল বৈকুণ্ঠ। বৈকুণ্ঠই বি এ পাছ কৰি চাকৰি নাপাই 'টিউচনী'হে পালে। চহৰত টিউচন কৰি কৰি আইন পাছ কৰাৰ পিছত মুখেৰে বেছি লায়ক লায়ক কথা ক'ব পৰা হ'ল। তাৰ গাঁৱলৈ বৰ মোহ। মাজে মাজে আহি থাকে আৰু উলটিবৰ সময়ত ধান-চাউল,

কল-বন আদি সস্তাতে কিনি লৈ যায়। বৈকুণ্ঠই আহি ৰাইজক যি ব্যাখ্যা দিলে, তাকে শুনি বুঢ়া-মেথা আৰু অলপ জাৰতে এৰী কাপোৰ লোৱা ধৰণৰ আদহীয়াসকলৰ বাদে ডেকাহঁতৰ কিন্তু কথাখিনি বেচ গাজত লাগি গ'ল। বৈকুণ্ঠই হেনো ক'লে যে গাঁওবোৰ দিনে দিনে দুখীয়া হৈ গৈছে যদিও শিঙিৰ মাজত শালৰ দৰে দুই-এঘৰ মানুহ ধনী হৈহে গৈ আছে। সেইকেইঘৰ হেনো ইঞ্জিন-যন্ত্ৰ আদিৰে খেতি কৰা কিবা বোলে প্ৰগতিশীল খেতিয়ক, ধান-সৰিয়হ কিনি জমা থোৱা বেপাৰী আৰু টকা ধাৰে দিয়া মহাজন আদি। আনবোৰ মানুহ যিমানেই দুখীয়া হৈ পৰিব, সিহঁতৰ সিমানেই বিপদ। সেই কাৰণেই আজিকালি মৌজাই মৌজাই পুলিচ থানাৰ দৰকাৰ হৈ পৰিছে। তদুপৰি আছে আন এটা আশংকা। অসন্তুষ্ট ডেকাবোৰ যদি মূৰ দাঙি উঠে, তেনেহ'লে সিহঁতক দমাবলৈকেতো পুলিচ লাগিব! মুঠতে পুলিচৰ ব্যৱস্থা বেছি হ'লে বুজি ল'ব লাগিব যে গোৰতে কিবা এটা কেণা লাগিছে।

পিছে চম্পাগুৰিত জানো এনে আশংকা আছে? ছোৱালী থকা মানুহৰ ঘৰৰ পদূলিত মাজে মাজে দুই-এটা উতনুৱা ডেকাই সুহুৰি মৰা, ভাওনা চাওঁতে মাজে মাজে লপাথপা হোৱা আৰু পথাৰৰ মাটিৰ দখল লৈ দুই-এখন লাপি-লুপা কাজিয়া হোৱাত বাদে অইন অশান্তি চম্পাগুৰিত নাই বুলিয়েই ক'ব পাৰি। এতিয়ালৈকে কোনোৱে উকীলৰ বাহি চোতাল গচকিবলগীয়া হোবা নাই, পুলিচৰ হুটা মাত শুনিবলগীয়া হোৱা নাই। এনেস্থলত পুলিচ অহা মানে হাঁহ-পাৰ নেদেখাকৈ ডেকাৰজাৰ উচ্পিচনি? ৰাইজে এযাৰ একো সমিধান বিচাৰি নাপায়। তথাপি পুলিচ থানা হ'ল। কাম আৰম্ভ হ'ল। ম'হৰ শিং যেন গোঁফৰ জন্তু যেন চেহেৰাৰ দাৰোগা বাবু আহিল। চিকচিকীয়া চাইকেলত উঠি ৰঙা টুপী পিন্ধা, মানুহ জাতিৰ খাকী-বৰ্ণ বংশধৰসকলে গাঁও টহল দি ফুৰিবলৈ ধৰিলে। দাৰোগাৰ অফিচত ঘণ্টাই ঘণ্টাই ঘণ্টাৰ কোব পৰিবলৈ ধৰিলে। পুলিচবোৰৰ হেনো চকুৱে-মুখে বিৰক্তিৰ ভাব।

কিন্তু পুলিচ উলা-মূলা বস্তু নহয়। কাম এটা বিচাৰি পাবই। সিহঁতে জংঘলত থাকিলেও বাঘৰ লগত মিতিৰালি কৰি হৰিণাৰ ভাগ ল'ব পাৰে। পোনতে হেনো সিহঁতে গাঁৱৰ মানুহবোৰক চিজিল লগাবলৈ চালে। ৰাতি লাইট নোহোৱাকৈ চাইকেল চলোৱা মানুহ কেইটামানক ধৰি পুলিচে থানালৈ লৈ গৈ কেৱল গৰম গৰম কথাই শুনোৱাই নাছিল, খুব ভয় খুৱাইছিল আৰু দুটাকৈ টকা লৈহে এৰি দিছিল, অথচ চাইকেল ওলোৱাৰ দিন ধৰি এই চম্পাগুৰিত আন্ধাৰে-মুন্ধাৰে চাইকেল চলাই কোনেও কাকো খুন্দা মৰা, মাৰি ঘূণীয়া কৰা নাই। ৰাতি গাঁৱৰ মানুহ আন্ধাৰতে ফুৰা-চকা কৰাৰ অভ্যাস আছে , আন্ধাৰতো দেখা পোৱাৰ ক্ষমতা আছে। অথচ পুলিচে বুজিও নুবুজিলে যে গাঁৱৰ মানুহ চহৰত বিত চকু পিন্ধা মানুহবোৰতকৈ বহুত বেলেগ।

চাইকেল চলোৱা মানুহকেইটাক জুলুম কৰাৰ দুদিনৰ পিছতেই আকৌ এটা গণ্ডগোল হওক— লুকু ড্ৰাইভাৰক লৈ। লুকুৱে চহৰত কোনোবা চৰকাৰী চাহাবৰ মটৰগাড়ী চলায়। শনিবাৰে শনিবাৰে ৰাতি পোন্ধৰ মাইল বাট চাইকেল মাৰি ঘৰলৈ আহে, দেওবাৰে ঘৰত থাকে। এইদৰে সাদিনৰ মূৰত পৰিয়ালৰ মৰমৰ উম লৈ সোমবাৰে বিহানে চহৰলৈ ৰাওনা হয়। পুলিচে আমাৰ চম্পাগুৰিখন চমজি লোৱাৰ এমাহৰ পিছত শনিবাৰে লুকু ড্ৰাইভাৰক ৰাতি চাইকেলৰ পৰা নমালে। লুকুৰ মুখত মদৰ গোন্ধ। এটা পুলিচে ক'লে, "ব'ল থানালৈ ব'ল।" লুকুৱে কোনো কাৰণ বিচাৰি নাপালে। কাৰণ সোধাত পুলিচটোৱে ক'লে, 'মদ খাবি কিয়? ইমান ৰাতি কিয় ঘূৰি ফুৰিবি?" ইয়াকে শুনি লুকুৱে বৰকৈ হাঁহিলে আৰু ক'লে, 'অলবৎ মদ খাম। মদ কোনে নাখায়? মই খাওঁ, মোৰ চাহাবে খায়। আজি পোন্ধৰ

বছৰে এনেকৈ অহা-যোৱা কৰি আছোঁ। তই হাক দিবৰ কোন? সাহ আছে যদি লাগি চা। একে গোৰে তিনি টেলেঙেনা খাবিগৈ।" পুলিচটো অকলে আছিল কাৰণে আমাৰ লুকু ড্ৰাইভাৰৰে জয় হ'ল। পিছদিনা সি গাঁৱত বৌজাল-বৌজাল লগাই দিলে। ক'লে, 'ইয়াত থানা হ'বলৈ কোনে দিলে? আমি চোৰৰ সঁচ? ইহঁতে গাঁওবোৰ নষ্ট কৰিব। ৰাইজ, সাৱধান হ'বৰ হ'ল।'

তথাপি পুলিচৰ প্ৰতি মানুহৰ ইমান ঘৃণা হোৱা নাছিল। এটা ঘটনাৰ পৰাহে ৰাইজৰ চকু থিয় হ'ল। দেউকণৰ পুতেকে দূৰৈত ৰে'লত কাম কৰে। ঘৈণীয়েক আৰু ল'ৰা দুটা চম্পাগুৰিত থাকে, বাপেক-মাকৰ ঘৰত। এদিন তিনি বছৰীয়া ল'ৰাটো ঘৰৰ আগফালে পানী থোৱা পুখুৰীত পৰি মৰিল। কোনেও দেখা পোৱা নাছিল। দেউকণ, ঘৈণীয়েক আৰু ল'ৰাটিৰ মাক কান্দি-কাটি অস্থিৰ। এনে সময়তে দুটা পুলিচৰ সৈতে দাৰোগা নৰকান্ত দাস ওলালহি। এনে এটা সময়ত সি দেউকণকহে হাতকেৰেয়া মাৰি থানালৈ লৈ গ'ল। দাৰোগাৰ মতে দেউকণ জগৰীয়া, ল'ৰাটিৰ মৃত্যুৰ বাবে দেউকণহে দায়ী, কাৰণ সি পুখুৰীটো আগফালে খান্দিছিল আৰু টাটীৰে ঘেৰি দিয়া নাছিল। পিছত দাৰোগাক দুটা টকা দিয়াতহে দেউকণ খালাচ হ'ব পাৰিলে।

এই ঘটনাই চম্পাগুৰি ৰাইজক মৰ্মাহত কৰিলে। আৰু বা ভাগ্যত কি ঘটিবলৈ আছে ঠিক নাই। মাহেকে-পষেকে এনে একোটা ঘটনা ঘটিয়ে আছে। পুলিচ থানা বহাৰ ঠিক ছমাহ পিছতেই সেই চৰম ঘটনাটো ঘটিবলৈ পালে। কথাটো আৰম্ভ হ'ল এড়ৰা কবি খেতিক লৈ। চম্পাগুৰি মাইনৰ স্কুলৰ চৌহদটো বেচ আহল-বহল। হেডপণ্ডিত শুকদেউ শৰ্মা বেচ আদৰ্শ শিক্ষক। তেখেতে প্ৰতিবছৰে শিক্ষকসকল আৰু ছাত্ৰক উদগনি দি এড়ৰা কবি খেতি কৰে। কবি বেচি ভালেমান পইচাও পায়। কিন্তু এইবাৰহে অথন্তৰ। এদিন সাতটামান কবি চুৰি হ'ল। আন এদিন প্ৰায় দহটামান। কথাটো জানি ৰাইজ অবাক। চম্পাগুৰিতনো এনে কাণ্ড হ'বলৈ পায়নে? অথচ চম্পাগুৰিত আঘোণ-পুহমহীয়া মুঠিকৈ কাটি থোৱা ধান পথাৰত পৰি থাকে। শুকান সৰিয়হৰ পোলাও পৰি থাকে। চোৰ থকা হ'লে সেইবোৰ ৰাতিটোৰ ভিতৰতে উধাও হ'লহেঁতেন। কিন্তু তেনে হোৱা নাই। হঠাতনো ক'ৰ পৰা নতুন ধৰণৰ চোৰ ওলালহি? চম্পাগুৰিত তেনেহ'লে সঁচাকৈয়ে এখন পুলিচ থানাৰ দৰকাৰ?

হেডপণ্ডিত শুকদেউ শৰ্মা বিমোৰত পৰিল। শেষত তেওঁ এটা উপায় বিচাৰি পালে। উপায়টো সহজেই, কিন্তু কামটোহে টান। উপায়টো হ'ল চোৰ ধৰা, কামটো হ'ল চোৰ ধৰিবলৈ পহৰা দিয়া। গাঁৱৰ ছটা খামি ডাঠ ডেকা ল'ৰাই জোপ লৈ চোৰ ধৰিবলৈ প্ৰতিজ্ঞা কৰিলে। সিহঁতে এতেকে চাৰি দিন পহৰা দিলে। একো ফল নহ'ল। চোৰ নাই। তথাপি পহৰা চলি থাকিল। দহ দিনৰ মূৰত ডেকাহঁতৰ কষ্ট কামত আহিল। দুটা চোৰ চকুত পৰিল। সিহঁতে কবি তুলিছিল। ডেকাহঁতে ঘেৰি ধৰি সিহঁতক বান্ধি পেলালে। সিহঁতে মাৰ-কিলো খালে। পিছদিনা সিহঁত দুটাক ৰাইজে দেখি স্তম্ভিত হ'ল। সিহঁত গাঁৱৰ কোনো চাকৰি নোপোৱা উতনুৱা ল'ৰা নহয়, কোনো খাবলৈ নোপোৱা দুখীয়া মানুহ নহয়, সিহঁত চম্পাগুৰি থানাৰ পুলিচহে। সিহঁতক দাৰোগাক সোধাই দিয়া হ'ল। এনে কাৰ্য দেখি দাৰোগা নৰকান্ত দাস গৰ্জি উঠিল, "এয়া কি দেখিছা তোমালোকে? ইহঁতে পুৰা ডিউটীত পোছাক পিন্ধি আছে। ডিউটীৰ বাধা দিয়া কিমান অপৰাধ তোমালোকে জানা? এই অপৰাধত তোমালোকক পুলিয়ে-পোখালিয়ে উভালিব পাৰোঁ। ঠিক আছে, এইবাৰলৈ বাৰু একো নকৰোঁ। এতিয়া যোৱা। *পাছলৈ এনে হ'লে কিন্তু কথা বেয়া হ'ব।"*

পুলিচ দুটাক সোধাই দিবলৈ যোৱা ডেকাকেইটা ভোৰভোৰাই পুলিচ থানাৰ পৰা গুচি আহিল।

# গোপন প্ৰত্যাহ্বান

দুৱাৰৰ টক্ টক্ শব্দ। ৰাতি ন বজাত বাৰু কোন আহিব পাৰে? এনে সময়ত একো নভবা-নিচিন্তাকৈ দুৱাৰ খুলি দিয়াৰ ফল যে বিষম হ'ব পাৰে, তাৰ প্ৰমাণ মই আগতেই পাই থৈছোঁ। মই সন্ত্ৰস্ত হৈছোঁ। অৱশ্যে সন্ত্ৰাসতকৈ কৌতূহলহে বেছি হৈছে। মই ভাবিছোঁ, মই দুৱাৰ খুলি দিম, কিন্তু কোন আহিব পাৰে এবাৰ ভিতৰৰ পৰাই চাই ল'ম। তাৰ ব্যৱস্থা কৰিলোঁৱেই। ড্ৰয়িং ৰুমৰ ছুইচ ব'ৰ্ডত হাত দি বাৰাণ্ডাৰ লাইটটো জ্বলাই সেইফালে ভুমুকিয়াই চোৱাৰ আগতে সুধিলোঁ— "কোন?" বাৰাণ্ডাৰ পৰা গলগলীয়া মাতটো কাণত পৰাৰ লগে লগেই মই শিয়ৰি উঠিলোঁ। অসম্ভৱ কথা, বলীন কেতিয়াও মোৰ ওচৰলৈ আহিব নোৱাৰে। সি আত্মঘাতী হৈ নতুবা নিহত হৈ ইতিমধ্যে ভূত হৈ গৈছে কিজানি। মোৰ দৰে বহুতৰে এয়াই নিশ্চিন্ত ধাৰণা। কিন্তু মই এতিয়া শুনিছোঁ,— "মইহে, বলীন, বলীন। দুৱাৰ খুলি দে। ইমান সন্দেহ কিয়? আজিকালি ইযাত খুব চুৰি-ডকাইতি হয় নেকি?"

মই আৰু ৰৈ থাকিব নোৱাৰিলোঁ। মই ইমান কাপুৰুষ হ'ব খোজা নাই। ভূতবেশী বলীনক ভিতৰলৈ মাতিবলৈ মই কিয় ভয় কৰিম? ভূত হ'লেও সি মোৰ অনিষ্ট কৰিব নোৱাৰে।

বাৰাণ্ডাসংলগ্ন দুৱাৰখনৰ পৰ্দাৰ ফাঁকেদি আগতে চাই ল'লোঁ। বাহিৰত কাতিমহীয়া কুঁৱলী। আকাশত নিস্তব্ধ জোন। বাৰাণ্ডাত বলীন। সি আগৰ দৰে পোছাক পিন্ধা নাই। এটা ছাইৰঙী ট্ৰাউজাৰ আৰু জলফাইৰঙী কামিজ পিন্ধিছে। মূৰত ক্ৰিকেট খেলুৱৈয়ে পিন্ধাৰ দৰে এটা টুপী। তাৰ চকুৰ দৃষ্টি তীক্ষ্ণ। আগতকৈ খীণাইছে কাৰণে ছফুটমান ওখ, হাড় শকত মানুহটোক আৰু বেছি ওখ যেন লাগিছে।

মই দুৱাৰ খুলি দিলোঁ। সি সোমাল আৰু লগে লগে মোক সাবট মাৰি ধৰিলে। মই তাৰ গাৰ আলিংগনৰ পৰা সুলকি তাক বহিবলৈ দি তন্ন তন্নকৈ চালোঁ। তাৰ মুখত আগৰ দৰে কোমল কোমল ভাবটো নাই। এতিয়া তাৰ চেহেৰাটোত দৈহিক কষ্ট কৰাৰ প্ৰমাণ স্পষ্ট। ই তাৰ চেহেৰাটোৰ পুৰুষোচিত গুণ বঢ়াইছেহে। মুখৰ ডাটিয়ে-গোঁফে গাঢ় ৰঙৰ পোছাকযোৰ আৰু টুপীটোৱে তাক তুলি ধৰিছে, তাক বেছ্ ৰহস্যময় যেন লাগিছে! তাক এক অপাৰ্থিৱ জীৱ যেন লাগিছে।

"বলীন! তই? বলীন, সঁচাকৈয়ে সঁচা মানুহ হৈ তই মোৰ ওচৰলৈ আহিছনে? " —মই উদগ্ৰীৱ হৈ খোলোচাভাৱেই সুধি পেলালোঁ।

বলীনে হয়তো মোৰ প্ৰশ্নৰ অভিপ্ৰায় বুজি নাপালে। সি ক'লে, "তই কি কৈছ মই একো বুজিব পৰা নাই। তোক দেখি মোৰ ভাব হৈছে— এজন বন্ধুৱে এজনক বহু দিনৰ মূৰত লগ পোৱাৰ পিছত যেনেকুৱা আগ্ৰহ দেখুৱাব লাগে, তেনেকুৱা এটা আগ্ৰহ দেখা নাপাই মই দুঃখিত।"

"কিয় তেনেকৈ ভাবিছ? মই তোক দেখি কোনোমতে ভাবিব পৰা নাই যে এদিন আমি ।"

—মই আচল সন্দেহটো ব্যক্ত কৰিবলৈ যোঁহাই থাকোঁতেই বলীনে মাত লগালে, "এৰা, তইঁতে চাগৈ মোক শেষ হৈ গ'লোঁ বুলি ভাবিছিলি।"

ইয়াকে শুনি মোৰ শোক উথলি পৰিল। মোৰ বিশেষ বন্ধু বলীন গগৈৰ কৰুণ মৃত্যু হ'ল বুলিয়েই ধৰি লৈ মই এমাহ কাল হাঁহাকাৰ কৰি আছিলোঁ। এতিয়া সেই বলীনেই মোৰ ওচৰত। কিন্তু ই বাৰু কেনেধৰণৰ বলীন? পাৰ্থিব জগতৰনে?'

"তেনেহ'লে তই কেনেকৈ বাচিলি সিও ৰহস্য। নহয় জানো?" ইয়াকে কৈ মই লগুৱাটোক চিঞৰিলোঁ। সি হাজিৰ হোৱাত ক'লোঁ, "আকৌ ভাত ৰান্ধিব লাগিব বুইছ? কণী আছেই। তৰকাৰীও বনাবি।"

বলীনে শুনি থাকিল। নাখাওঁ বা এইমাত্ৰ খাই আহিছোঁ আদি কৈ আপত্তি নকৰিলে। মোৰ ভাব হ'ল, বলীন যদি ভূত হৈ আহিছে, তেনেহ'লে খোৱা-বোৱা যোগাৰ কৰাৰ আগতেই সি অন্তৰ্ধান হ'ব।

মই আকৌ ক'লোঁ, "তেনেহ'লে আগতে চাহ এটোপাকে খাই ল।"

সি ক'লে, "বাথৰুমটো দেখুৱাই দে। অলপ চাফা হৈ লওঁ। দুদিনমান হাত-ভৰি ধুবলৈকে সময় পোৱা নাছিলোঁ।"

ইয়াকে শুনি মই ভিতৰলৈ গ'লোঁ। লগুৱাটোৱে বাথৰুমত টাৱেল আদি ৰখাৰ পিছত তাক তালৈ লৈ গ'লোঁ। সি বাথৰুমত সোমাল আৰু লগে লগে মোক নানান ৰহস্যময় আৰু ভয়াবহ চিন্তাই জুমুৰি দি ধৰিলে।

বলীনক বাৰু মই কেনেকৈ আচল বলীন বুলি ভাবোঁ? কাৰণ ছমাহৰ আগতে এই বলীনেই আত্মহত্যা কৰাৰ প্ৰমাণ হাতে হাতে পাইছোঁ। নগৰৰ সকলোৱে আৰু বলীনৰ সকলো আত্মীয়-স্বজনে সি আত্মহত্যা কৰা বুলি ধৰি ল'লে। এতিয়া যদি তাক কোনোবাই এই ৰাতি দেখা পায়, তেনেহ'লে আচল বলীন বুলি ভবাৰ অৱকাশ নাই।

মই এতিয়া বলীনে বাথৰুমত গাত পানী ঢলাৰ শব্দ শুনিছোঁ। তথাপি ভাবিছোঁ, এয়া সি গা ধোৱাৰ ভাওহে জুৰিছে, সি নিশ্চয় মোক ছলনা কৰিছে। ভূতৰ গা ধোৱাৰ কোনো প্ৰয়োজন নাই। আগতে মোক ভূতে চলনা নকৰিলে, মই বলীনক বিশ্বাস কৰিলোঁহেঁতেন। কিন্তু এতিয়া নোৱাৰোঁ। কাৰণ দুবছৰৰ আগৰ সেই অভিজ্ঞতাৰ কথা মনত পৰিলে এতিয়াও মোৰ গাৰ নোম শিয়ৰি উঠে। মই তেতিয়া খোৱাং উন্নয়ন খণ্ডৰ বি ডি অ'। ৰাতি এনেকৈয়ে সোমাইছিল নৰেন মহন্ত। শেষ ৰাতিলৈকে আমি দুয়ো অনেক সুখৰ-দুখৰ কথা পাতিছিলোঁ। নৰেন বাথৰুমলৈ যাবলৈ বিচাৰিছিল। মই চাপৰ দুৱাৰ থকা বাথৰুমটো দেখুৱাই দিছিলোঁ। নৰেন মহন্তই এইবোৰ আওকাণ কৰি মাত্ৰ মোৰ ফালে সাঁথৰমিহলি দৃষ্টিৰে চাইছিল আৰু লগে লগেই সেই নাভূত-নাশ্ৰুত ঘটনাটো ঘটিছিল। মই চিঞৰ মাৰি দিছিলোঁ। পিছত জ্ঞানশূন্য হৈ পৰিছিলোঁ। কাৰণ নৰেন মহন্তই মোৰ ফালে কৌতুকমিহলি দৃষ্টিৰে চাই অকস্মাতে মূৰটো সোলোকাই লৈ কাষলতিৰ তলত ভৰাই বাথৰুমৰ ফালে অদৃশ্য হৈ গৈছিল। মই পিছতহে জানিছিলোঁ যে নৰেন মহন্তৰ এমাহৰ আগতে মৃত্যু হৈছিল।

এতিয়া মই এই চহৰৰ এটা জনবহুল অঞ্চলৰ ভাৰা ঘৰটোৰ বাথৰুমত বলীন সোমাই থকাৰ প্ৰমাণ পাইছোঁ। টেপৰ পৰা বাল্টিত পানী ঢলাৰ শব্দ শুনিছোঁ। মগটো পানীত বুৰাই গাত পানী ঢলাৰ

শব্দও শুনিছোঁ। তথাপি মই নিশ্চিন্ত হ'ব পৰা নাই। এইবোৰ মোৰ মন-বিভ্ৰমে সৃষ্টি কৰা ধ্বনি-বিভ্ৰম হ'ব পাৰে। মোৰ ঘৰত এতিয়া লগুৱা ল'ৰা ৰামৰাজীৰ বাহিৰে কোনো নাই। ল'ৰা-ছোৱালীকেইটা লগত লৈ চম্পাৱতী মাকৰ ঘৰলৈ যোৱা আজিকে ধৰি এসপ্তাহেই হ'ল। মই জানো, অলপ পিছতে কিবা অঘটন হ'ব। হয়তো বাথৰুমত সৃষ্টি হোৱা এক বিকট অট্টহাস্যই চুবুৰিটো কঁপাই তুলিব। ওচৰ-চুবুৰীয়াবোৰে আতংকগ্ৰস্ত হৈ হয়তো শব্দৰ সন্ধানত মোৰ ঘৰ পাবহি। মই মানুহবোৰক বলীনৰ কথা সংক্ষেপে কৈ বাথৰুমটো দেখুৱাই দিম। কোনোবা এটা সাহসী ডেকাই হয়তো বাথৰুমৰ দুৱাৰখন দুগোৰমান মাৰি ভাঙি পেলাব আৰু দেখা যাব যে তাত বলীন নাই। নতুবা এনে হ'ব পাৰে— বলীন কোঠাৰ পৰা ওলাই আহিব। আকৌ ড্ৰয়িং ৰুমত বহিব। অকস্মাতে দেখা যাব যে বলীন মোৰ ওচৰত নাই, অথচ মই তাৰ উপস্থিতি অনুভৱ কৰিছোঁ। তাৰ মাতটোৱেহে কোঠাটোতে টৌ খেলি আছে। সেই বিকট শব্দ-তৰংগই হয়তো পাতল পৰ্দাকেইখন কঁপাইছে। বতাহত কঁহুৱা বন কঁপাৰ দৰে মই কঁপিছোঁ। আৰু লগতে যেন কিছুমান নাভূত-নাশ্ৰুত ভূত-জগতৰ ৰহস্যময় শব্দ চৌদিশৰ জড পদাৰ্থত প্ৰতিফলিত হৈ এক প্ৰলয়পূৰ্ব বিভীষিকাৰ সৃষ্টি কৰিছে।

আকৌ কওঁ যে মই কিছুমান সম্ভাব্য পৰিস্থিতিৰ ক্ষণ গনিছোঁ, কিন্তু মই বিশেষ আতংকগ্ৰস্ত হোৱা নাই। কাৰণ ভূতজড়িত ঘটনাৰ লগত মোৰ আগতে কেবাবাৰো পৰিচয় ঘটিছে। আগৰ অভিজ্ঞতা মতেই মই ভবাৰ যুক্তি আছে যে আজিৰ ৰাতিৰ অতিথিজন এতিয়া বাথৰুমত থকা মোৰ একালৰ অন্তৰংগ বন্ধু বলীন গগৈ আচল মানুহ। বলীন গেজেটেড বিষয়া আছিল। তাৰ দেহাৱসান হোৱাৰ সঠিক প্ৰমাণ মিলাৰ পিছত অসম গেজেটত ক'লা লাইনেৰে ঘেৰা বৰ্গক্ষেত্ৰাকাৰ ঠাইত তাৰ মৃত্যুৰ বাতৰি ছপা হৈছিল আৰু লগতে চৰকাৰৰ তৰফৰ পৰা গুণৰ স্বীকৃতি আৰু সমবেদনাও লিপিবদ্ধ হৈছিল।

আৰু সেই বলীনৰ লগতে মই আজি থাকিব লাগিব। স্ত্ৰী আৰু ল'ৰা-ছোৱালীকেইটা ঘৰত নথকাৰ বাবে বাৰুকৈ সকাহ পাইছোঁ।

ঠিক ছমাহৰ আগৰ কথা। বলীন আছিল ব্ৰহ্মপুত্ৰৰ পাৰৰ এটা ভাৰাঘৰত। খাদ্য বিভাগৰ জিলা বিষয়া হিচাপে তাৰ খুব নাম আছিল। চহৰখনতো সি বেচ সৰবৰহী আছিল। আটাইতকৈ উল্লেখযোগ্য কথা হ'ল— বলীন আছিল এটা অতি মনোমত, বিবাহযোগ্য ডেকা। সেইবাবে ছোৱালীইঁতৰ কাৰণে আৰু বিবাহযোগ্য ছোৱালীৰ পিতৃ-মাতৃৰ কাৰণে বলীন আছিল এটা বিবেচনাধীন নাম। কিন্তু এদিন সকলোকে বিস্মিত কৰি, হতাশ কৰি, শোকাভিভূত কৰি বলীন আপোনঘাতী হ'ল। কাছাৰীঘাটত (ব্ৰহ্মপুত্ৰৰ) উটি আহি ৰ'লহি তাৰ জোতা এপাট, মাছ-কাছই খুটিয়াই ফুটা উলিওৱা কটন টেৰিলিনৰ ষ্ট্ৰাইপ থকা কামিজটো। পোনতে পুলিচ মোৰ ওচৰলৈ আহিল। পানীত থাকি উখহি পৰা আৰু পঁচিবৰ উপক্ৰম হোৱা জোতাপাটৰ আকৃতি বেলেগ হ'ল কাৰণে জোতাপাটৰ সঠিক চিনাক্ত কৰা নগ'ল যদিও সকলোৰে বিশ্বাস হ'ল যে সেইপাট বলীনৰে জোতা আছিল। অৱশ্যে ষ্ট্ৰাইপ থকা কামিজটো বলীনৰে বুলি ম৯ো ক'লোঁ আৰু বলীনৰ কাৰ্যালয়ৰ পিয়ন সোমেশ্বৰেও ক'লে। কামিজত ধোবাৰ দাগো পোৱা গ'ল। মই জানো যে বলীনে পাঁচআলিৰ ধোবা এটাক কাপোৰ ধুবলৈ দিয়ে। কেবাদিনো তিতি থকাৰ পিছত উবলি যাব খোজা ট্ৰাইপ থকা কামিজটোৰ দাগ চাই ধোবাই ক'লে, "ফুট আপিছকা চাহাব, হোগাই চাহাব।"

এনে অৱশেষৰ পৰা পুলিচৰ দুটা অনুমান হ'ল— (১) গগৈয়ে আত্মহত্যা কৰিছে বা (২) কোনোবাই তাক হত্যা কৰি ব্ৰহ্মপুত্ৰত পেলাই দিছে। কিন্তু প্ৰথম দিনাৰ তদন্ততে দ্বিতীয় অনুমান অমূলক বুলি প্ৰমাণ হ'ল। পুলিচ বলীন গগৈৰ ভাৰাঘৰটোলৈ আহিল। লগতে মই আহিলোঁ আৰু বলীনৰ অতি প্ৰিয় পিয়ন সোমেশ্বৰো আহিল। অলপ পিছতে বলীনৰ দুই-এজন সহকৰ্মীও ওলালহি। বলীনক ভাত ৰান্ধি দিয়া লগুৱাটো পুলিচৰ নিৰ্দেশমতে বলীনৰ ভাৰাঘৰটোত আগৰ দৰেই থাকিবলৈ বাধ্য হৈছিল। তাৰ নাম ৰামবিলাস। ৰামবিলাসে আমাক পোনতে ড্ৰয়িং ৰুমত বহিবলৈ দিলে। তাত মাথোন কিতাপহে আছে। বলীনে খুব কিতাপ পঢ়িছিল, ৰাজনীতিৰ পৰা ছালিনজাৰৰ শেহতীয়া গল্প সংকলনলৈকে। সি মৰাৰ তিনিদিনৰ আগতে ছালিনজাৰৰ 'ফ্ৰেণ্ড অফ্ কাফ্কা' নামৰ গল্পটোৰ বিষয়বস্তু, ৰচনাশৈলী আৰু গভীৰতাৰ বিষয়ে আলোচনা কৰিছিল।

যেয়ে হওক, ড্ৰয়িং ৰুমটো চালিজাৰি চাই পুলিচে একো সম্ভেদ নাপালে। শোৱাকোঠাত সোমোৱাৰ পিছতহে আঁতিগুৰি ওলাই পৰিল। বলীনৰ বিছনাৰ ওচৰত থকা টেবুলখনত বন্ধ হৈ থকা হাতঘড়ীটোৰ তলত এখন কাকত! তাত লিখা আছে— মোৰ মৃত্যুৰ বাবে কোনো দায়ী নহয়। মই স্ব-ইচ্ছাই জীৱনৰ নাৰকীয় যন্ত্ৰণাৰ পৰা মুক্তি পাব বিচাৰিছোঁ

এয়া বলীনৰেই আখৰ। পিছত বলীনৰ বৃদ্ধা মাক থানেশ্বৰী গগৈ আৰু সৰু ভায়েক দীন গগৈয়েও সেই আখৰ বলীনেৰে বুলি ক'লে।

ইমানখিনি কথা জনাৰ পিছত বলীন জীয়াই আছে বুলি ভবাৰ কোনো থল নাই। কোনোবাই সুধিব পাৰে— তাক যদি কোনোবাই হত্যা কৰি নদীত পেলাইছিল? এই প্ৰশ্ন অমূলক। কাৰণ, তাৰ মৃত্যুৰ বাবে কোনো দায়ী নহয় বুলি সি লিখি থৈ গৈছে। দ্বিতীয় প্ৰশ্ন — বলীনৰ শটো নোলায় কিয়? উত্তৰ— সোঁত নথকা পানীত যেনে, বিল বা পুখুৰীতহে নতুবা সৰু আৰু লেহেম সোঁতৰ নৈতহে ভেলটো পোৱাৰ আশা থাকে। কিন্তু ব্ৰহ্মপুত্ৰত তেনে সম্ভাৱনা নাই বুলিয়েই ক'ব পাৰি। সোঁতে বহুত দূৰলৈ উটুৱাই লৈ যাব পাৰে আৰু ইতিমধ্যে মাছ্-কাছই অন্ত পেলাব পাৰে। আত্মঘাতী হোৱাৰ দিনাই যদি টৌৱে পাৰত কোবায়, তেতিয়াহে শটো পাৰত পৰি থকাৰ সম্ভাৱনা।

গতিকে ইমানখিনি জনাৰ পিছত মই বলীনক প্ৰকৃত বলীন বুলি ভাবিব পাৰোঁনে? আনহাতেদি ভূত থাকিব নোৱাৰাৰ বৈজ্ঞানিক ব্যাখ্যাবোৰো মোৰ মনৰ পৰা আঁতৰি গৈছে ১৯৭২ চনৰ ১৯ মে'ৰ পৰা। সেইদিনাই ৰাতি নৰেন মহন্ত ভূত হিচাপে মোৰ খোৱাঙৰ বাসভৱনত অতিথি হৈছিল।

ৰামবাজীয়ে যতনাই দিয়া কাপোৰসাজ সি নিপিন্ধিলে। বাথৰুমৰ ভিতৰতে সি নিজৰ গোটেই পোছাকটো পিন্ধি ল'লে। বোধকৰোঁ তাৰ জেপত ফণি আছিল। বাথৰুমৰ ভিতৰতে চুলিকোছাও ফণিয়াই ল'লে। কাৰণ সি বাথৰুমৰ পৰা ওলাই অহাৰ সময়ত তাক মই আটাইবোৰ বস্ত্ৰ পিন্ধি অহাকে দেখিছোঁ। বাথৰুমৰ পৰা ওলাই অহাৰ একমাত্ৰ স্পষ্ট প্ৰমাণ হ'ল— তাৰ ডাটিকোছা আৰু চেলাউৰিযোৰ। চেলাউৰিযোৰ আৰু ডাটি-গোফ তিতি আগতকৈও বেছি ক'লা হৈছে। অৱশ্যে মুখখন ধুলেও ডাঢ়ি আৰু চেলাউৰি তিতে। পিছে অলপ পিছতে ৰামবাজীয়ে বাথৰুমৰ পৰা টাৱেলখন আনি বাৰাণ্ডাত থকা চকীখনত মেলি দিয়াতহে মোৰ ভাব হ'ল যে সঁচাকৈয়ে বলীনে গা ধুইছিল। টাৱেলখনৰ তিতি থকা অংশবোৰে গোটেইটো তিতা গা মচাৰ প্ৰমাণ কৰিলে।

সি বাৰু মূৰত টুপীটো পিন্ধি আছে কিয়? ঘৰৰ ভিতৰত টুপীটো পিন্ধাৰ দৰকাৰ নাই আৰু

বোধ কৰোঁ নিয়মো নহয়। কেৱল নেপালীবোৰেহে বাহিৰে-ভিতৰে অনবৰত টুপী পিন্ধি থকাৰ দুই-এটা দৃষ্টান্ত মোৰ হাতত আছে। মোৰ এটা সন্দেহ অমূলক। ভূতৰ আকৌ নিজৰ চেহেৰাটো আকৰ্ষণীয় কৰাৰ প্ৰয়োজন কি? দৈহিক সৌন্দৰ্যৰ প্ৰয়োজন কেৱল ইহলোকতহে।

ছেন্দেলযোৰ খুলি থৈ বাৰাণ্ডাতে থিয় হৈয়ে সি ফিটা মৰা জোতাযোৰ পিন্ধি ল'লে। এনেকৈয়ে জোতা পিন্ধি সি প্ৰমাণ কৰিলে যে তাৰ দেহটো আগৰ দৰেই নমনীয় আৰু চৰ্বিহীন।

সি পুনৰ ড্ৰয়িং ৰুমত। সি নিজক নিজে কোৱাৰ দৰে কৈ গ'ল— এতিয়াহে ভাল লাগিছে। আজিকালি ডিব্ৰুগড়ৰ ৰাস্তাবোৰ যে কি হৈ পৰিছে!

ইয়াকে কৈ সি আৰু আৰামেৰে বহিল আৰু অলপ তাচ্ছিল্যৰে হাঁহি ক'লে, "ডিব্ৰুগড়ৰ ৰাস্তাবোৰ দেখিলে মনলৈ এটা ৰিজনিহে আহে।"

"কি?"— মই বিনা আগ্ৰহেৰে স্বয়ংক্ৰিয়ভাৱে সুধিলোঁ। সি টপৰাই মাত লগালে "ফপৰা কুকুৰ।"

মই যান্ত্ৰিকভাৱে হাঁহিলোঁ। সি কিন্তু বেচ ৰসিক মনেৰেই হাঁহিলে।

"বলীন, তই আজিকালি চিগাৰেট-টিকাৰেট হুপিবলৈ বাদ দিলি নেকি?"

"অলপ আগতে শেষ হ'ল। সন্ধিয়াৰ পিছত চিগাৰেট নাখাওঁতেই। খালে টোপনি ভাল নহয়।"

"এটা পোৱাহেঁতেন ভাল আছিল। ৰিলেক্ছেছন কমপ্লিট হ'লহেঁতেন।"

"ভাত খোৱাৰ পিছত চিগাৰেটৰ ব্যৱস্থা হ'ব। ল'ৰাটোক ৰে'ল ষ্টেছনলৈ পঠালেই হ'ব। তাত দোকানবোৰ বাৰ বজালৈ খোলা থাকে। আহাৰৰ পিছত চিগাৰেট খালেহে বেছি ৰিলেক্সড্ হ'ব পাৰিবি।"

মোৰ লগে লগে বেলেগ ধৰণৰ চিন্তা এটা হ'ল। ১৯৭২ চনৰ ১৯ মে'ৰ ৰাতি মই নৰেন মহন্তক চিগাৰেট যাচিছিলোঁ। সি কিন্তু নাখালে। মই পিছত চিন্তা কৰি চাই সিদ্ধান্তলৈ আহিলোঁ যে ভূতবোৰৰ চিগাৰেটত অৰুচি। তাক এইবাৰ বেলেগ ধৰণেৰে চালোঁ। ভূতৰ হেনো ছাঁ নপৰে। সন্দেহ নকৰাৰ কাৰণেই নৰেন মহন্তৰ ছাঁ পৰিছিল নে নাই লক্ষ্যকে কৰিবলৈ নহ'ল। এতিয়া বলীনক লক্ষ্য কৰিলোঁ। তাৰো ছাঁ পৰা নাই। মোৰ শৰীৰটোৰো ছাঁ নাই। কাৰণ টিউব লাইটৰ আলোক-তীব্ৰতা বেছি হোৱাৰ বাবেহে ছাঁৰ সৃষ্টি হোৱা নাই।

এইবাৰ বলীন বেছি গহীন আৰু চিন্তিত। মই সুধিলোঁ "ভাত বাঢ়িবলৈ কওঁনে?"

সি সন্মতি দিলে।

সি তৃপ্তিৰেই ভালকেইটা খালে। যা-যোগাৰ কিন্তু ভাল নাছিল। ভাত, দাইল, ভেণ্ডি ভজা আৰু একোডোখৰ আচাৰ— ইমানেই। সি ক'লে, "ল'ৰাটোৱে ৰন্ধা-বঢ়া ভাল নকৰে দে।"

মই একো উত্তৰ নিদিলোঁ।

আকৌ ভাবিলো— ভূতে জানো ইমান তৃপ্তিৰে খায় আৰু তাৰ খোৱাৰে বা প্ৰয়োজন কি? এনেতে এটা কথা মনত পৰিল। তাৰাশংকৰৰ এটা ভূতৰ গল্প পঢ়িছিলোঁ। তাত এজনী ভূতুনীয়ে চুৰ কৰি ৰাতি ভাত খোৱাৰ কথা আছে। অকল এয়ে নহয়, তাই এৰি থৈ গৈছিল নিজৰ ল'ৰাটো। তাই একোথালি ভাত ল'ৰাটোৰ শোৱাৰ ওচৰতো থৈছিল।

বলিনে ড্ৰয়িং ৰুমত বহি ক'লে, "অৰ্ডাৰ দিবলৈ পাহৰিলি নেকি?" মই ক'লো, "তাক

এইমাত্ৰ পঠিয়াইছোঁ। এটা-দুটা নহয়, এপেকেট আনিব দিছোঁ।"

আশা কৰাতকৈ কম সময়ৰ ভিতৰতে ৰামৰাজীয়ে চিগাৰেট এপেকেট আনি দিলেহি। বলীনে সমস্ত মনোযোগেৰে আৰু এতিয়া তৃপ্তিৰে চিগাৰেটত হোপা মাৰি অলপ পৰ চকু দুটা মুদি ৰ'ল। তাৰ পিছত আকৌ এটা হোপা মাৰি চিগাৰেটৰ আকৃতিৰে অংশ হৈ থকা ছাইখিনি টুকুৰিয়াই পেলাই মোৰ ফালে বেলেগ ধৰণে চাই ক'লে, "স্বৰূপ, এইকেইমাহৰ ভিতৰতে তই বহুত সলনি হ'লি। আজিকালি কিজানি তই নিজক লৈয়ে বেছি ব্যস্ত। মোৰ অনুমান হৈছে, তোৰ মনত যেন আনৰ স্থান নাই ।"

সি বৈ গ'ল। চিগাৰেটৰ পেকেটটোকে ঘঁহি ঘঁহি বৈয়ে থাকিল। মই একো নামাতিলোঁ। মই দুখ পাইছোঁ। সি যে মোৰ সম্পৰ্কে দাৰুণ অভিযোগ তুলিছে' সি পুনৰ ক'লে, "মই ইমান দিনৰ মূৰত ইমান আগ্ৰহেৰে তোৰ ওচৰ ওলালোঁহি , অথচ মই ক'ৰ পৰা আহিলোঁ, কিয় আহিলোঁ, আজিকালি কি কৰোঁ— এইবোৰ কথাতো তই সুধিব লাগিছিল।"

মই ক'লোঁ, "মই এইখিনি সময়তে তোৰ মতি-গতি দেখি বুজিলোঁ, তই কিবা এটা গোপন কাৰ্যৰ লগত লিপ্ত হৈ পৰিছ। মোৰ ভাব হ'ল, মোৰ প্ৰশ্নৰ তই উত্তৰ নিদিবি। উত্তৰ দিলেও সঠিক উত্তৰ পাম বুলি মোৰ বিশ্বাস হোৱা নাছিল। কিন্তু এতিয়া উপযাচি এনেকৈ কোৱাক লৈ মই ধৰি লৈছোঁ, তই আচল কথাকে ক'বি।"

হঠাতে এনেকৈ কৈ পিছতহে ভাবি চালোঁ যে মই যথেষ্ট উপস্থিত বুদ্ধিৰ চিনাকি দিলোঁ।

বলীনে আধা পোৰা চিগাৰেটডালৰ মূৰটো জোতাৰ 'হিল'ত সুমুৱাই ফ্ল'ৰত পেলালে। কোঠাৰ মাজত থকা টেবুলখন ওচৰলৈ আনি তাৰ ওপৰত ভৰিখন থৈ বেচ আৰামেৰে বহি লৈ ক'লে, "নিজে লিখা মোৰ সেই মৃত্যুৰ চাৰ্টিফিকেটখন পাইছিলি?"

"অ, পুলিচৰ লগত মযো আছিলোঁ।"

"কাগজতো এই কথা ওলাইছিল?"

"ওলাইছিল।"

"মাই খুব কান্দিছিল নহয?"

"নকন্দাহে আচৰিত।"

"স্বৰূপ, এতিয়া আচল কথাটো শুনিবিনে? কিন্তু কাকো ক'ব নোৱাৰিবি। মই ইয়ালৈ অহাৰ কথাও ক'ব নোৱাৰিবি। তোৰ এই ৰামৰাজী বোলাটোকো একো নক'বি। সুধিলে সাজি কিবা এটা ক'বি। ইয়াকে ক'বলৈ যদি ৰাজি আছ, তেনেহ'লে কওঁ।"

মই কথা দিলোঁ। সি কৈ গ'ল, "এইখন দেশ এনেকৈ থাকিব নোৱাৰে, বুইছ। সলনি হ'বই লাগিব। ইয়াকে কৰিবলৈকে যদি আমাৰ দৰে শিক্ষিতবোৰ লাগি নাযাওঁ, তেনেহ'লে বাৰু আমি পাপ কৰা নহ'বনে?"

মই একো কোৱাৰ প্ৰয়োজনবোধ নকৰিলোঁ। সি অনৰ্গল কৈ গ'ল, "মই জিলা খাদ্য বিষয়া নোহোৱা হ'লে এই সামান্য কথাটোকে উপলব্ধি কৰিব নোৱাৰিলোঁহেঁতেন। মই সেই মাহতে হুলস্থূল লগাইছিলোঁ। ডিব্ৰুগড়ৰ মাৰোৱাৰীপট্টিত এদিন এটা অতি ভয়াবহ কাণ্ড ধৰা পৰিল। মিঠাতেলত ভেজাল। এনেকুৱা বস্তুৰে ভেজাল কৰিছে যে তাক খাই মানুহৰ কেবাবিধো অচিন বেমাৰ হ'ব পাৰে। কিংকৰলাল মালপানীৰ গুদামৰ এক লাখ মিঠাতেলৰ টিনৰ যিটোকে পৰীক্ষা কৰোঁ তাতে ভেজাল

পাওঁ, গতিকে তাৰ গুদাম জব্দ কৰিলোঁ। এক লাখ টিন মিঠাতেলৰ গুদাম, বহুত লাখ টকাৰ মাল। মালপানীয়ে মন্ত্ৰীলৈ ফোন কৰিলে। মন্ত্ৰীয়ে আকৌ মোলৈ ফোন কৰিলে। বিহুমিহলি মিঠাতেল বজাৰত মেলি দিবলৈ যে দেশসেৱকহঁতে অনুৰোধ কৰিব পাৰে মই কল্পনাকে কৰিব পৰা নাছিলোঁ। মই জনাই দিলোঁ এনেকৈ— অসম্ভৱ, মোৰ দ্বাৰা নহ'ব। ডি চিক তলা ভঙাবলৈ আদেশ দিয়ক। মই দহ-বাৰ লাখ মানুহ চিৰদিনলৈ ঘূণীয়া কৰিব নোৱাৰোঁ।"

"তাৰ পাছত?"— মই প্ৰশংসাৰ দৃষ্টিৰে তালৈ চাই ব্যগ্ৰভাৱে সুধিলোঁ।

সি এটা চিগাৰেট জ্বলাই জুইশলা বাহটো বুকুৰ জেপত ভৰাই ক'লে, "তাৰ পাছত মোৰ ইযাত থকাই টান হৈ পৰিল। মোৰ বুজিবলৈ বাকী নাথাকিল যে এক লাখ টিন মিঠাতেলেৰে লাখ লাখ মানুহক বেমাৰী কৰিব পৰা বা মৃত্যুলৈ থেলি দিব পৰা মালপানীহঁতৰ কাৰণে মোক হত্যা কৰাও কুকুৰা চৰাই এটা মৰাৰ দৰে কথাহে। তদুপৰি ডি চি, এছ পি বা এটা দাৰোগাৰ সমান, আনকি এটা সামান্য ক'লা বেপাৰীৰ সমানো নিৰাপত্তাৰ ব্যৱস্থা মোৰ নাই। গতিকে এই অভিনৱ উপায়টোকে বিচাৰি পালোঁ।'

"মানে তই আত্মঘাতী হোৱাৰ সকলো চিত্ৰ দেখুৱাই নিখোঁজ হ'লি?"— মই কৌতূহল দমাব নোৱাৰি আগতেই কৈ পেলালোঁ।

বলীন গঁগেয়ে গুৰিলৈকে হোপা জ্বলন্ত চিগাৰেটটোৰে আন এটা চিগাৰেট জ্বলাই হোপা মৰাৰ আগতেই ক'লে, "এক্জেক্ট্লি শ্ব'।'"

তেতিয়া ৰাতি বাৰ বাজিছে। চৌকিডিঙি চহৰৰে এটা অংশ যদিও ৰাতিৰ নীৰৱতা গভীৰ। অকস্মাতে এই নীৰৱতা গভীৰতৰ আৰু ৰহস্যময় কৰি তুলিলে এটা অচিন বনৰীয়া চৰাইৰ মাতে। মাতটো ডাউকৰ দৰেও নহয়, নিয়তিৰ দৰেও নহয়, ডাউক আৰু নিয়তিৰ মাতৰ মাজামাজি এটা মাত। পোনতে দুবাৰ, অলপ পিছত আকৌ দুবাৰ। এনেকৈ তিনিবাৰ।

ইয়াকে শুনাৰ পিছত বলীন ঘপহ কৰে থিয় হ'ল। তাক বৰ অস্থিৰ যেন দেখা গ'ল। সি জেপৰ পৰা এপদ এপদকৈ বস্তু উলিয়াই টেবুলৰ ওপৰত থ'লে— পোনতে এটা পিষ্টল, তাৰ পিছত এনুৰা এশটকীয়া নোট, এখন ছুৰী ।

বস্তুবোৰ দেখি মোৰ ভয় লাগি গ'ল। সি বস্তুকেইপদ হিপ্ পকেটলৈ স্থানান্তৰিত কৰিলে, মাথোন পিষ্টলটোহে সোঁফালৰ পেণ্টৰ জেপত ভৰাই ল'লে। সি লৰালৰিকৈ ক'লে, "মই যাওঁ। কেতিয়াকৈ দেখা হয় ঠিক নাই। স্বৰূপ, উইছ্ ইউ মাই বেষ্ট।"

মই কৌতূহলাক্ৰান্ত হৈয়ে আবেগেৰে সুধিলোঁ, "বলীন, মই একো নাজানিলো। অন্ততঃ বন্ধুত্বৰ খাটিৰত কৈ যা। তই !"

সি কোঠাটো পাৰ হৈ দুৱাৰখনো চেৰালে। দুৱাৰৰ পৰ্দা ফালি মুখখন উলিয়াই কঠিন দৃষ্টিৰে চাই ক'লে, "আনলাইক মষ্ট অব্ দ্য এডুকেটেড মেন, আই ডু নট্ চুজ দ্য লাইন অব্ লিষ্ট ৰেজিষ্টেন্স। মই এনে এটা দলত সোমালো যিটো দলে গণতন্ত্ৰৰ ভোট লোৱা ভণ্ডামি পছন্দ নকৰে। বাই ।'

# মাজত সৰিয়হ

প্ৰায় পাঁচ বিঘা মাটিত সৰিয়হ ফুলিছে। সোণালী ফুল। যেন মাটিৰ ওপৰত ডাঠ সোণালী দলিচা। পুবাৰ বতাহে লাহী গছবোৰ নচুৱাইছে। সৰিয়হৰ লাহী গাবোৰ যেন পাটগাভৰুৰ নাচনী দেহহে। পিছে তাৰ মনটো উজলি উঠিছে সৰিয়হৰ ফুলবোৰ দেখিহে। আৰু এমাহ পিছত এইবোৰ ফুলৰ পৰা বৰ বৰ চিৰা হ'ব, চিৰাবোৰ সৰিয়হৰ গুটিৰে লাদ খাই পৰিব। সি সৰিয়হ তুলিব। ইয়াতে এখন খোলা পাতি উঘলা গছৰ পৰা সৰিয়হ বাজ কৰিব। এই সৰিয়হেৰে ঘৰৰ চাৰিটা ডুলি ওফোন্দ খাব। তেতিয়া তাৰ মনটোও এতিয়াৰ সৰিয়হৰ লাহী আৰু পোন গছবোৰৰ দৰে নাচিব।

এৰা, মুহিৰামৰ আজি মনত আনন্দ। অপাৰ আনন্দ। এই আনন্দ শ্ৰমৰ, সুন্দৰ ভৱিষ্যতৰ। মাটিৰ যে কি মহিমা! আই বসুমতীৰ কি অপাৰ কৰুণা! আজি যে মাটিৰ প্ৰতি আঙুল ঠাইৰ পৰা সোণ ফুলে মিচিকি হাঁহিছে!

কিন্তু এই ভৰপূৰ আনন্দৰ মাজতে তাৰ এই বছৰটোৰ দুখৰ দিনবোৰ বৰকৈ মনলৈ আহিছে। আই বসুমতীয়ে তাক বঞ্চিত কৰা নাছিল। চাৰি পুৰা মাটিত বাওধান বৈছিল। ধানৰ পাতবোৰ কাম চৰাইৰ পাখি যেন হৈছিল। গাখীৰাঁতী ধানৰ থোৰবোৰ মিঠা বৰণীয়া গাভৰুৰ ওঁঠৰ দৰে হৈছিল। ভাদৰ শেষৰ ফালে ধানৰ পথাৰখনক সাইলাখ লখিমী যেন লাগিছিল। সদায় পথাৰলৈ আহি আনন্দত নিজক হেৰুৱাই বাঁহীত ফুঁ দিছিল, মাজে মাজে ভাওনাৰ বীৰৰ বচন মাতিছিল আৰু বেছি ঘনাই গাইছিল বিৰহৰ বৰগীত— 'বিৰহে দহয় চিত্ত, আকুল কিঞ্চিতি মানস মদন বিগাৰি ।' সি বহুত আশা কৰিছিল। মাথোন এটা লেঠাৰ পৰা হাত সাৰিলেই তাৰ জীৱনটো জয়জয় ময়ময় হ'ব। পুহত ধান চপাই তাৰে অলপমান বেচি চহৰত ডাক্তৰৰ হতুৱাই চাৰিকুৰি বছৰীয়া বাপেকৰ চকুৰ জাল কটাব। মাঘত মাকৰ বছৰেকীয়া পাতিব। আৰু ফাগুনত উলহ-মালহকৈ বিয়া পাতি দ'লৈ চুবাৰ পমিলীক ঘৰলৈ আনিব।

পিছে অধৰমী পানীৰ প্ৰলয়ে তাৰ আশা-ভৰসা মৰিমুৰ কৰিলে। ভাদ শেষ হ'বলৈ কেইদিনমানহে বাকী। আৰিয়ে ছোৱালীয়ে দুষ্ট কাম কৰাৰ চিন ফুটি উঠাৰ দৰে নিয়ম নমনা নদীখনো যেন অবৈধ পাপেৰে ওফন্দি পৰিল। কি যে কুলক্ষণীয়া নদী। নদী আৰু পাও পিছলা তিৰোতা একেই। কাৰো সঁজাত নাই। চকুৰ পচাৰতে নদীয়ে যেন নিঠুৰ ক'লী গোসাঁনীৰ মূৰ্তি ল'লে। বিকট মুখ মেলি, জিভা উলিয়াই যেন হলাহল উগাৰিলে। পাৰ ভাঙি ঘোলা পানী পথাৰত সোমাল। আঠ-নহাত ওখ পানীৰ পাহাৰ একোটাই ৰাক্ষসৰ মূৰ্তি লৈ কিৰিলি পাৰি পথাৰৰ লখিমীক গ্ৰাস কৰিলে। অকল এয়ে নহয়। মুহিৰামহঁতৰ দৰে মানুহে গছৰ গাত চাং পাতিহে দিন গণিবলগীয়া হ'ল। সাঁচতীয়া দুডুলি ধান, গহনা-

গাঁঠৰি, কাপোৰ-কানি থকা ডাঙৰ কাঠৰ বাকচটো, কাঁহী-বাতি, গৰু-গাই সকলো পানীত জাহ গ'ল। তাৰ অৱস্থাও পোনা মাছৰ দৰে হ'ল। শুকুৰাৰ পিছত সিহঁত মথাউৰিৰ ওপৰতে থাকিবলগীয়া হ'ল। ইফালে শালি ধান ব'বৰো সময় উকলিল। তথাপি তাৰ মন নদমিল। সি পঁচিছ বছৰীয়া ডেকা। এইটো দমি যোৱাৰ বয়স নহয়। নিৰুপায় হৈ উপায় বিচৰাই এই বয়সৰ স্বভাৱ। তাৰ মনলৈ আহিল ধৰম-অধৰমৰ কথা, নেদেখাজনৰ কথা, সৰুৰে পৰা শুনি অহা ভালেমান দুখৰ সান্ত্বনাৰ কথা। এইবোৰ গুণা-গঁথা কৰি সি বিমোৰত পৰিল। সি শুনিছিল যে মন বিমোৰত পৰিলে গুৰুৱেহে সংশয় দূৰ কৰে। গতিকে সি গুৰুৰ ঘৰলৈকে যোৱা ঠিক কৰিলে। ভাৰ-ভেটী লৈ যোৱাৰতো উপায়েই নাই, কিন্তু ছমাহৰ আগতে শৰণ ল'বলৈ যাওঁতে সি অধিকাৰ প্ৰভুৰ ওচৰলৈ এখন মেটমৰা ভাৰ লৈ গৈছিল। টকা পাঁচটা দিয়ো প্ৰণিপাত কৰিছিল। সি ভাবিলে, সেই কথা চাগৈ এতিয়া অধিকাৰ প্ৰভুৰ মনত আছে আৰু এতিয়া উকা হাতে গ'লে কিজানি তেখেতে অসন্তোষ নকৰিব।

অধিকাৰ প্ৰভু শ্ৰীশ্ৰীআনন্দ গোস্বামী সেইটো মাহত শিচ ফুৰিবলৈ যোৱা নাছিল। প্ৰসংগৰ পিছত নিজৰ বাহৰত সিদ্ধাসনত বহি দুই-এজন ভকতৰ লগত ধৰ্মৰ আলোচনা কৰি আছিল। গাদীৰ পৰা দুহাতমান দূৰত এখন পিতলৰ থালত প্ৰায় পাঁচটামান টকাৰ সিকি-আধলি পৰি আছিল। মুহিৰামে ভাবিছিল, এনে দুৰ্যোগৰ দিনতো দক্ষিণা দি গোসাঁই প্ৰভুক প্ৰণিপাত জনোৱা মানুহৰ অভাৱ নাই। এৰা, এখেততো এই অঞ্চলৰেই গোসাঁই প্ৰভু নহয়, দেশৰ সকলো ঠাইতে ভক্তিমান শিচ আছে। মাজে মাজে বহু দূৰৰ পৰা ধনী শিচ আহি প্ৰভুৰ পৰা আশিস-নিৰ্মালি লৈ যাযহি।

পিছে শুদাহাতে অহাৰ কাৰণে তাৰ মনটো জামৰি গ'ল। সি লগত একো নানি সেৱা কৰিলেও প্ৰবল প্ৰতাপী অধিকাৰ প্ৰভুৰ একো নহয়। তাৰ দৰে মানুহ এটাই কিবা এটা বস্তু দি সেৱা কৰিলেও অধিকাৰ প্ৰভুৰ অৱস্থাৰ একো সালসলনি নহয়। নদীত পানী বাঢ়িবলৈ এচলু পানী দিয়া আৰু ধনী অধিকাৰক তাৰ শকতিমতে দক্ষিণা দিয়া একে কথা। ইয়াকে ভাবি মুহিৰামে সান্ত্বনা ল'লে। লাহে লাহে সি অধিকাৰৰ ওচৰলৈ খোজ দি সাষ্টাংগে প্ৰণিপাত কৰিলে। অধিকাৰৰ শ্ৰীমুখৰ পৰা দুই-এটা শব্দব্ৰহ্ম নিসৃত হ'ল। সি মূৰ দাঙিলে। সি প্ৰভুক ৰুষ্ট হোৱা যেন দেখিলে। প্ৰভু বহি থকাৰ ওচৰতে জামৰি যোৱা ফুল আৰু পাত আছিল। সি তাৰে অলপ আশিস স্বৰূপে দিব বুলি আশা পালি নিৰাশ হ'ল। এনেতে তাৰ এটা পাপ হোৱা কথা মনলৈ আহিল। হঠাতে সি ভাবিলে, সি টকা দুটামান দি সেৱা কৰাহেঁতেন কিজানি অধিকাৰ প্ৰভুৱে দুই-এপাহ সৰু সৰু ফুল তাৰ ফালে ছটিয়াই দিলেহেঁতেন।

মুহিৰাম ভাবস্তিৰে অধিকাৰ প্ৰভুৰ এনল আঁতৰত বহিল। এনেতে ওচৰৰ এজন বহতীয়া ভকতৰ কথা তাৰ কাণত পৰিল— "এৰা, আজিকালি শিচৰ মতি-গতি লৰিল।" আন এজনে যোগ দিলে, "এৰা, নহাহেঁতেন কোনেও জেলেঙত নিদিলেহেঁতেন। কিজানি ইচ্ছা কৰিয়েই ।"

অধিকাৰ প্ৰভুৱে পিছে একো অভিমত নিদিলে। মাথোন পদ আওৰোৱাৰ দৰে ক'লে, "হৰি, হৰি, কৰুণাময়, তুমি আছা প্ৰভু। মই সাক্ষীহে।"

অৱশেষত অধিকাৰ প্ৰভুৱে নিজৰ হাতৰ সোণৰ আঙঠি দুটালৈ চাই চাই সুধিলে, "তুমি ক'ৰ পৰা আহিছা?" মুহিৰামে ক'লে, "মই প্ৰভু হাতীচাপৰিৰ পৰা আহিছোঁ।"

"কিবা সকাম আছে?"

"মই প্ৰভু, বিমোৰত পৰিছোঁ। সংশয় দূৰ কৰিবলৈকে প্ৰভুক এবাৰ দৰ্শন কৰোঁ বুলি

আহিলোঁ। প্ৰভু, সইত সইত তিনি সইত খাই কৈছোঁ, মই জীৱনত এৰো পাপ কৰা নাই। তথাপি মোৰ এই অৱস্থা কিয় হ'ল? ভাল মাটিকেইডৰা নৈয়ে খহালে। যিকেইডৰা মাটিত খেতি কৰিছিলোঁ, তাকো বানপানীয়ে কৰাল মূৰ্তি ধৰি গ্ৰাস কৰিলে। এতিয়া আলিত আছোঁ। আমাতকৈ কুকুৰ-শিয়ালো কিজানি ভালকৈ আছে।"

মুহিৰামৰ কথাখিনি শুনো-নুশুনোকৈ শুনি অধিকাৰ শ্ৰীশ্ৰীআনন্দ গোস্বামীয়ে আঁৰ চকুৰে তালৈ চালে। তাৰ পিছত এহাতমান ডাঠ গাদীখনত দুই হাতৰ তলুৱাৰে মৃদু হেঁচা দি বেছি পোন হৈ বহিল। এবাৰ ওচৰৰ ভকতকেইজনলৈ প্ৰসন্ন দৃষ্টিৰে চাই আপোন ব্যক্তিত্ব অধিক মনোগ্ৰাহী কৰিবলৈ প্ৰয়াস কৰিলে। তেখেতে ক'লে, "মানুহৰ ঈশ্বৰলৈ মতি নোহোৱা হ'ল। বুইছা ডেকা, মতিচ্ছন্ন মানুহক তেওঁ এইদৰে শিক্ষা দিছে। এইটো পানীৰ দৰে পৰিষ্কাৰ কথা, আগতেই জানিব লাগিছিল।"

অধিকাৰৰ উত্তৰত মুহিৰামৰ সংশয় দূৰ নহ'ল। সি আকৌ সুধিলে, "প্ৰভু, মইতো কোনোদিনে বেহক কাম কৰা নাছিলোঁ।"

অধিকাৰ প্ৰভুৱে ক'লে, "এইবোৰ পৰামৰ্থ কথা। তোমাৰ বুজাৰ বয়স হোৱা নাই। আমি পৰমাৰ্থৰ শিক্ষা দিওঁ পূৰা বয়সতহে।"

"তথাপি এবাৰ কওক প্ৰভু, মই জীয়াতু ভুগিছোঁ।"

"এয়া তোমাৰ পূৰ্বজন্মৰ কৰ্মদোষৰ ফল।"

"কিন্তু ঈশ্বৰ জানো করুণাময় নহয়?"

"শুনা, মই তোমাৰ গুৰু, ইহকালৰ, পৰকালৰ। মোৰ লগত ধৰ্ম লৈ তৰ্ক কৰিবলৈ তোমাৰ ইমান পৰাকাষ্ঠা হ'ব নালাগিছিল।"

অধিকাৰ প্ৰভুৰ কথাকেইটা তপত। যেন জুইৰ আঙনিহে। তথাপি মুহিৰামৰ ভয় নালাগিল। কাৰণ আলিত থিতাপি লোৱা মানুহটোৰ জীৱনত হেৰুৱাবলৈ আৰু এৰো নাই। সি ভাবিলে, এই প্ৰকাণ্ড সত্ৰখনৰ চাৰিওফালে পানীয়ে ডুবাব নোৱাৰা বাম মাটি আছে কাৰণেই শাস্ত্ৰজ্ঞ অধিকাৰৰ মানত নেদেখা ঈশ্বৰজন করুণাময়, কিন্তু মুহিৰামৰ দৰে মানুহৰ মনত মানুহে অস্তিত্ব ঘোষণা কৰা ঈশ্বৰজন যদি আচলতে আছে তেনেহ'লে তেওঁ নিৰ্বিকাৰ আৰু দায়িত্বজ্ঞানহীন।

সি ঘপহ কৰে শেষ প্ৰণিপাত জনাই উঠিল। তাৰ চকু দুটা চলচলীয়া হ'ল। সংশয় দূৰ নোহোৱাৰ কাৰণে নহয়, অধিকাৰ প্ৰভু বিৰূপ হোৱাৰ কাৰণেও নহয়, ঈশ্বৰ দায়িত্বজ্ঞান বুলি ভবাৰ কাৰণে নহয়— আগতে বিচাৰি নোপোৱা, এতিয়া উপলব্ধি হোৱা এটা কাৰণতহে। নিৰাকাৰ ঈশ্বৰে যিহকে কৰক লাগে, কিন্তু তেওঁৰ সাকাৰ 'বংশধৰসকল' ইমান মমতাশূন্য কিয়? এৰা, তাৰ দৰে চফল ডেকা এটাৰ এনে ভাব হ'বই। তাৰ মনত আক্ৰোশ। এই আক্ৰোশে তাৰ মনৰ পৰা সকলো ভক্তি ভাব নাইকিয়া কৰিলে। অজানিতে তাৰ বৰ অসহায় লাগিল। তাৰ চকু বিক্ষোভতেই চলচলীয়া হৈ পৰিল।

পিছে সি নিৰুপায় নহ'ল। সত্ৰৰ চাৰি মাইল দূৰৈত হাতীচাপৰিৰ পৰা তিনি মাইল পশ্চিমে সত্ৰৰ এখন প্ৰকাণ্ড হাবি আছে। ঠিকাদাৰক তাৰ কাঠ বেচিও অধিকাৰে বহুত ধন পায়। তাতে চাৰিওফালে নিম আৰু গমাৰিৰে আগুৰি থকা বাকৰি এখনত তাৰ চকু পৰিল। লগে লগেই তাৰ কৃষকৰ অন্তৰ নাচি উঠিল। কাকো জানিবলৈ নিদি সি ওচৰৰ বাঁহ কাটি, চবুচিলাৰ পৰা কেইভাৰমান শৰণ খেৰ আনি এটা জুপুৰি ঘৰ সাজিলে। আহিনৰ পহিলা পৰেকতে সি এই চাৰি বিঘা মাটি হাড়ক মাটি, তেজক

পানী কৰি চহালে। সৰিয়হৰ গুটি সিঁচিলে। গুটি পুলি হ'ল। পুলিয়ে সোণালী ফুলেৰে মিচিকনি মাৰি তাৰ ইমান দিনৰ দুখ অন্ত কৰিলে।

মুহিৰামে সৰিয়হডৰালৈ চাই চাই তাৰ সোণালী বিশালতাত দেখা পালে এখন মুখ। এই কোমল, কেঁচা সোণবৰণীয়া মুখখন তাৰ পমিলীৰ। দলৈ চুবাৰ আগচোতাল-পাছ চোতাল শুৱনি কৰা উনৈছ বছৰীয়া পমিলীৰ। গাধৈ খাটনিয়াৰৰ বৰ জীয়েক পমিলী। পমিলী তাৰ দেহৰ এফাল। তাইৰ উছাহতেই তাৰ বাহুত অসুৰৰ বল, বুকুত বীৰপুৰুষৰ সাহস। তাৰ মনত পমিলীহে জীয়াই থকাৰ নিচা। পিছে ইমান সুখৰ ভাবৰ মাজতো হঠাতে তাৰ গাটো জিকাৰ খাই উঠিল। তাৰ নিচেই কাষতে হুদুৱে মাতিছে। হুদুৰ মাত শুনিলেই তাৰ কিছুদিনৰ পৰা অধিকাৰলৈ মনত পৰে। তেতিয়াই মনটো জামৰি যায়। অথন্তৰৰ কথা এনেয়ে মনলৈ আহে। অধিকাৰক হুদুৰ লগত ৰিজাই সি পিছে তৃপ্তিও পালে। তেওঁক লাগে দিনে হাজাৰ হাজাৰ মানুহে সেৱা কৰক, তথাপি মুহিৰামৰ মানত অধিকাৰ শ্ৰীশ্ৰীআনন্দ গোস্বামী গুৰুৰ লায়ক নহয। সেই কাৰণে তেখেতৰ মাটিত কোনেও নজনাকৈ খেতি কৰাৰ কাৰণে মুহিৰাম মাজে মাজে সন্দেহী হৈ পৰে। আনদিনাৰ দৰে আজিও সি ভাবিছে— অধিকাৰে যদি গম পায, তেনেহ'লে তাক ইমান দুখেৰে কৰা খেতিডৰাৰ ফচল ভোগ কৰিবলৈ নিদিবনে? মাজে মাজে ভাবে— ইমান চহকী অধিকাৰজনে কিজানি এই চাৰি বিঘা মাটি তেখেতৰ বুলি খবৰেই ৰখা নাই। তেখেতৰ দেখাৰ টকা। পিছে প্ৰতি শিষ্যই এপইচাকৈ দক্ষিণা দিলেও হেনো এক লাখ টকা পায়। তদুপৰি বহুত মাটি। ক'ৰবাত হেনো কল-কাৰখানা দুটামানো আছে। চহৰত হেনো ট্ৰাক-বাছ কিছুমানো আছে। অধিকাৰ প্ৰভু হেনো চাহ বাগিচা থকা, টকীঘৰ থকা, কাপোৰ-ময়দা-চেনিৰ গুদাম থকা কেএজা কিছুমানতকৈও ধনী। তেখেতে বাৰু তাৰ দৰে সামান্য মানুহ এটাক তেখেতৰ মাটিত এনেকৈ লুকাই-চুৰকৈ খেতি কৰা কাৰণে ৰেহাই নিদিবনে? নিশ্চয় দিব!

সি ইমান কথা ভবাৰ কাৰণ প্ৰধানতে এটা। কাতি বিহুৰ দিনা পমিলী পথাৰ চাবলৈ আহিব। সি মনে মনে তাইক লৈ আহিব ইয়ালৈকে। তাই ডেৰ মাইল খোজ কাঢ়িব লাগিব। তথাপি তাই আহিব। সি তেতিয়া তাইক ইযাৰ গমাৰিৰ সৰাপাতৰ বিছনাত বহুৱাই, তাইৰ সোণালী মুখখন চুমাৰ উমেৰে ৰঙচুৱা কৰি তাৰ সৰিযহডৰা দেখুৱাব।

কিন্তু তাৰ ভাবনাই কাল হ'ল। বিহুৰ এসপ্তাহৰ আগতে ওচৰৰে সৰুধনে তাৰ ওচৰলৈ আহি কিছু সময় আমন-জিমনকৈ থাকি সুধিলে, "মুহি, তই হবলা লুকাই সৰিয়হ খেতি কৰিছ?"

মুহিৰামে উচপ খোৱা মানুহৰ দৰে সৰুধনৰ ফালে চাই সুধিলে, "তই কেনেকৈ জানিলি?" সৰুধনে ক'লে, "সত্ৰৰ আতৈ এজনে ক'লে। অধিকাৰ প্ৰভু হেনো গৰ্জি আছে। তই মুহি, অনুমতিফেৰা ল'ব পাৰিলিহেঁতেন। নল'লি কিয?"

মুহিৰামৰ মনটোত আকৌ বহুদিনৰ মূৰত ঘৃণাৰ উদ্ৰেক হ'ল। তাৰ চকুত ভাহি উঠিল এখন অকৰুণ মুখ। অথচ সি শুনিছে যে এইখন মুখৰ পৰা ওলোৱা বাণী শুনিয়েই হেনো মানুহে ইহকালৰ পাপ খণ্ডন কৰে। এইখন মুখ শ্ৰীশ্ৰীআনন্দ গোস্বামীৰ। ছফুটমান ওখ চাৰিটামান তীখাৰ আলমিৰা ওচৰত ডাঠ তুলীৰ আসনত বহি থকা অধিকাৰজনক কোঠাটোত পুথি-পাঁজি, ধূপ-ধূনা আৰু নিৰ্মালি থকা সত্ত্বেও অধিকাৰ বুলি ভাবিবলৈ প্ৰত্যেকবাৰেই মুহিৰামে টান পাইছিল, তেখেতক দয়া-মায়াহীন মহাজন যেনহে লাগিছিল। সেয়েহে এতিয়া সৰুধনৰ প্ৰশ্নটোৰ উত্তৰ দিয়া সহজ হ'ল। সি ক'লে,

"অনুমতি নল'লোঁ। কাৰণ মই জানো, ভৱিষ্যতে আনেও বেদখল কৰাৰ ভয়ত তেখেতে কেতিয়াও খেতি কৰিবলৈ অনুমতি নিদিলেহেঁতেন। কিন্তু সৰুধন, খবৰটো দিলে কোনে?"

সৰুধনে হুমুনিয়াহ চাৰি ক'লে, "ইমান ওচৰতে থাকিও তই সত্ৰৰ মহিমা বুজি নাপালি? সত্ৰত ইমানগাল ডঙুৱা ভকতৰ আৰু কাম কি? হৰি চিন্তা? ধোদবোৰ হৰিৰ চিন্তা কৰিবলৈকে হাঁটীত থাকি সত্ৰৰ শিচে খেতিৰ ভাগ দি ফিন্দ খুওৱা বৰভঁৰালটোৰ ধান-চাউল ফক্তি মাৰি খায়নে, ঘৰত হাল-কোৰ বোৱাৰ ভয়ত আঁতে হৈছেহি? সত্ৰৰ ইমান ওচৰত থাকিও সিহঁতক বুজি নাপালি? সেই ধোদবোৰৰ আৰু কাম কি? —অ'ৰ কথা ত'ত লগোৱা, ত'ৰ কথা অ'ত লগোৱা। অলপতে কৰতীয়াক গছ এডাল দেখুৱাই দিবলৈ সুনন্দ আঁতে আহিছিল। বুঢ়াৰ চকু কম জানো? তোক হেনো সৰিয়হতলীত একান্তমনে বহি থকা দেখিছিল। ওচৰতে জুপুৰিটোৰ আগত কোৰ এখন দেখি বুঢ়া আঁতেয়ে অধিকাৰক লগালেগৈ।"

সৰুধনৰ সকলো কথা মুহিৰামৰ বিশ্বাস নহ'ল। তথাপি সি ভোৰভোৰাবলৈ লাগিল, "কাম নাই, বন নাই, এই ভকতবোৰৰ আনৰ উন্নতি দেখিলে গা পোৰে। দিনত চৈধ্য প্ৰসংগ মাহ-চাউলৰ লোভত, ৰাতি আকৌ ছোৱালী থকা ঘৰত পোলা কটাৰ স্বভাৱ। অধিকাৰনো কি? ডঙুৱা অধিকাৰ—আগলৈকো নাই, পিছলৈকো নাই। ল'ৰা-ছুৰি, গৃহিণী আদি থাকিলেহে মানুহৰ ধন-সম্পত্তিলৈ লোভ হয়। পিছে আমাৰ অধিকাৰৰ চিন্তা কেৱল ধন-সম্পত্তি। কঁকালৰ খোচনাত তীখাৰ আলমিৰাকেইটাৰ চাবিকেইপাত থাকেই। সিফালে আকৌ প্ৰসংগত চিঞৰিবই লাগিছে অথিৰ ধন-জন জীৱন যৌৱন, অথিৰ এহু সংসাৰ।"

ভোৰোভাৰালে যদিও সৰুধনে কথাবোৰ স্পষ্টকৈ শুনিলে। সি ক'লে, "বুইছ মুহি, আমাৰ নিচিনা সৰু সৰু মানুহে এইবোৰ ভাবি লাভ নাই। প্ৰতাপীৰ ওচৰত সেও মানিবই লাগিব। কাইলৈ তই যা, অধিকাৰক ক্ষমা খুজি আহগৈ। খেতি কৰা বাবদ কেইদোণমান সৰিয়হ দিম বুলিও কগৈ।"

সৰুধনৰ উপদেশ মুহিৰাম মনঃপূত হ'ল। সি পিছদিনা সত্ৰলৈ গ'ল। এইবাৰো ভাৰ-ভেটী লৈ যাবলৈ সম্বল নাই। কঁকালৰ বছীত আঙঠি এটা আছিল। অধিকাৰক তুষ্ট হোৱা যেন নেদেখিলে আঙঠিটো আগবঢ়াই দিয়েই সেৱা কৰিব বুলি মনস্থ কৰিলে। পিছে অধিকাৰৰ দৰ্শন হোৱাৰ পিছত সেৱা কৰিবলৈ সি নাপালেই, অধিকাৰে উগ্ৰমূৰ্তি ধৰি ক'লে, "অঁ, তয়েই মুহিৰাম! সিবাৰ আহোঁতেই বুজিছিলোঁ, তোৰ মতি-গতি বেয়া। বৰ ডেকাটো দেখুৱাইছ? দেখিলি নহয়, বাপেৰৰ কি অৱস্থা হ'ল! গুৰুক নেওচা দিবলৈ চাওঁতেই তাৰ চকুত জাল পৰিল। কম পাপতনো মানুহ অন্ধ হয়নে? এতিয়া তই আকৌ আৰু এখোপ উধাইছ। বাৰু দেখা যাব। সেই ঈশ্বৰ নমনা 'কমিউনিচ'বোৰে উচটালে নেকি?"

মুহিৰামে মূৰ তল কৰি কোনোমতে এষাৰ মাতিলে, "নাই।"

অধিকাৰে আকৌ আগৰ দৰে কৈ গ'ল, "তেনেহ'লে তোৰ অকলে মোক অমান্য কৰিবলৈ সাহস হ'ল? তেনেহ'লে তয়েই নেতা। তই তেনেহ'লে বহুতক উচটাই মোৰ হাবিবোৰ ভঙাই মানুহ বহুৱাবি? নামাত কিয়?"

মুহিৰামে ভাবিলে, অধিকাৰক সৈমান নিওৱা টান কথা হ'ব। এনে মানুহৰ পৰক ক্ষমা কৰাৰ উদাৰতা থাকিব নোৱাৰে। সি মাথোন উত্তৰ দিলে, "কোনেও মোক উচটুৱা নাই। মই মাথোন ভাবিলোঁ, মাটি ছন পৰি থকাতকৈ খেতি হোৱা ভাল। নিৰুপায় হ'লে খেতিয়কৰ এনে অৱস্থা হয়েই। প্ৰভু, ময়োতো জীয়াই থাকিব লাগিব!"

"'অ', বুজিছোঁ, ই এইবোৰ বাটত আওৰাই আহিছে। ইয়াৰ মগজুত 'কমিউনিচ' ভূতে লম্ভিছে।"

"কিন্তু প্ৰভু  "

"কি কিন্তু প্ৰভু—?"

"আমাৰ গাঁৱৰ সকলো মানুহে আপোনাৰ দৰশন পাই মুক্তি পাম বুলি ভাবি বছৰে বছৰে সেৱা কৰি যায়হি, দক্ষিণা দিয়েহি। আমাৰ দৰে মানুহেইহে আপোনাৰ ভক্ত। শুনিছোঁ বোলে ভক্তক স্বয়ং ঈশ্বৰেও ভাল পায়। আমাৰ ইমান বিপদ গ'ল, দুই-তিনিমাহ চৰকাৰী পঁচা চাউল খাই আলিতে কুকুৰ-শিয়ালৰ দৰে দিন নিয়ালোঁ, কিন্তু আপুনি আমি মৰিলোঁ নে বাচিলোঁ খবৰ নকৰিলে।"

"বুজিলোঁ, তোক কোনে কমিউনিচে চব শিকাই-বুজাই দিছে। নহ'লে এনে বক্তৃতা দিব পাৰ? দূৰ হ। মই তোৰ মুখ নাচাওঁ।"

"কিন্তু প্ৰভু, এইবাৰলৈ ক্ষমা কৰক। আমাৰ দৰে উটি ফুৰা, জীয়াতু ভোগা মানুহবোৰৰ এনেবোৰ ভাব হয়েই। চুলি ছিঙি কৈছোঁ প্ৰভু, এইবাৰলৈ ক্ষমা কৰক। খেতি কৰাৰ বাবদ মই দহ দোণ সৰিয়হ সত্ৰৰ ভঁৰালত জমা দিমহি।"

ইমানপৰে মুহিৰামে খোকোজা নলগাকৈ কৈ আছিল। কিন্তু শেষৰ কথাকেইটা কণ্ঠতে কান্দোন ওলাল— তাৰ চকু-মুখ পানীৰে ভৰি পৰিল। সাষ্টাংগে প্ৰণিপাত কৰি ক্ষমা-ভিক্ষা কৰাৰ অৱস্থাতে সি মুখখন ভেটিত লগাই চকুহাল মুদি দিলে। সি খুব অৱশ।

কিছুপৰৰ পিছত সি মূৰটো দাঙিলে। লাহে লাহে বহিল। অধিকাৰৰ গাদীৰ ফালে চাই সি আচৰিত হ'ল— অধিকাৰ নাই। এনেতে কাষতে লাগি থকা প্ৰকাণ্ড নামঘৰটোৰ পৰা ভোৰতালৰ মৃদু ধ্বনি শুনিবলৈ পালে আৰু লগে লগে তালৰ ধ্বনি ভেদি এপদ ঘোষা—'দীনবন্ধু ৰাম, দয়াশীল দেউহে, মই পুখিতক নেচাৰিবা  ।"

সেয়া অধিকাৰ শ্ৰীশ্ৰীআনন্দ গোস্বামীৰ মাত। মুহিৰাম থিয় হ'ল। "উস্ কি যাতনা।" —সি নিজক নিজে ক'লে, "ধৰ্মৰ ধ্বজা উৰাবলৈকে যে কিমান কপট মানুহৰ প্ৰয়োজন!"

সি একেই আক্ৰোশ আৰু ঘৃণাৰে সত্ৰৰ পৰা ওলাই আহিহে স্বস্তিৰ নিশ্বাস ল'লে। সি প্ৰথম ভাবি পালে, সত্ৰৰ বায়ু মুকলি নহয়, গোসাঁই, ভকত, নামঘৰ, দেউল— সকলোতে শেলুৱৈ। সৰুধনক যদি সি আজি লগ পায়, তেনেহ'লে সি ক'ব— সি অধিকাৰে ভবাৰ দৰে 'কমিউনিচ' নহয়, পিছে সি ধৰ্ম নামানে, ঈশ্বৰকহে মানে। ঈশ্বৰৰ লগত ধৰ্মৰ তাৰতম্য দিনে দিনে বাঢ়ি আহিছে। সেই কাৰণেই  ।

সেইনিশা মুহিৰামৰ টোপনি নাহিল। বাৰে বাৰে পমিলীৰ ওচৰলৈ গৈ তাইৰ পাঁজিসেৰীয়া আঙুলিৰ পৰশেৰে সান্ত্বনা পাবলৈ বৰ ইচ্ছা হ'ল। কিন্তু পৰাজিত মানুহ হিচাপে পমিলীৰ ওচৰলৈ যাবলৈ তাক পৌৰুষে বাধা দিলে। ৰাতি পুৱাবৰ সময়তহে তাৰ অলপমান পৰ কলমলীয়া টোপনিয়ে ধৰিলে। মুখ-হাত ধুই এফালে ওলাই যোৱাৰ কথা ভাবিলে। কিন্তু গাটো অৱশ লগাত আকৌ বিছনাত পৰিল। তেনেকৈয়ে ভালেখিনি সময় পৰি থাকিল। চোতালত সৰুধনৰ মাত শুনিহে সি ওলাই আহিল। সৰুধনৰ মনটো গোমা। মুহিৰামে কেবাবাৰো তাক কিবা বেয়া খবৰ আছেনে সুধি চালে। সৰুধন কিন্তু নিমাত। সি সৰুগ পৰা মানুহৰ দৰে ওপৰলৈ চাই ৰ'ল। পিছে মুহিৰামক বেছি উদ্বিগ্ন হোৱা দেখি সি লাহে লাহে ক'লে, "মই হ'লে বিশ্বাস কৰা নাই। বাটত নিতাই বায়নক পাইছিলোঁ। সিয়েই ক'লে। তথাপি মই বিশ্বাস কৰা নাই। বায়নৰ খোলৰ বোলহে সঁচা, কথাবোৰ কিন্তু তেনে নহয়। কেতিয়াও এনে কাম

হ'ব নোৱাৰে। অধিকাৰৰ তৌলৈ হয়তো খং থাকিব পাৰে, কিন্তু এনেকুৱা কাণ্ডজ্ঞান নোহোৱা কাম কৰিব নোৱাৰে।"

"মানে সৰুধন, মোৰ সৰিয়হতলি সাং কৰিলে?"

"বোধ কৰোঁ নাই কৰা। আহ বাৰু, নিজেই চাওঁগে।"

দুযো লৰালৰিকৈ সত্ৰৰ হাবিখনৰ ফালে খোজ ল'লে। দুমাইল বাট গচকি মুহিৰামৰ জুপুৰিটোৰ কাষত থিয় হৈ দুযোৰে মুখৰ কথা বন্ধ হ'ল। এতিয়া আৰু সেই মাটিয়ে সোণবৰণীয়া ৰূপ লৈ মিচিকনি মৰা নাই। কেবাবাৰো চহাই খেতি কৰা কোমল মাটি তললৈ বহিছে। তাত লিপিট খাই আছে অলপ আগলৈকে ফুলি ৰমক-জমক হৈ থকা সৰিয়হৰ গছ। মাটিত সোণালী ৰেখা বহিছে। এইবোৰ যেন সোণালী ৰেখা নহয়, হত্যাৰ পিছত ডোঙা বন্ধা কেঁচা তেজহে। সৰুধন বাযনৰ কথাই বিশ্বাস হ'ল। সত্ৰৰ মানুহে মখনা হাতীক দুহাতে আঁকোৱালি নোপোৱা গছ বান্ধি গোটেইডৰা সৰিয়হ মাটিত লিপিট খুৱাই পেলালে। তাকো অধিকাৰৰ আদেশত। তদুপৰি বানপানী বা ভূঁইকঁপতকৈও অধিক নিষ্ঠুৰতাৰে।

সৰুধনে হাওহাওকৈ কান্দি পেলালে। কিন্তু যিটো মুহিৰামে অধিকাৰক ক্ষমা বিচাৰি কান্দিছিল, সেই একেটা মুহিৰামেই তাৰ অসীম কষ্টেৰে ডাঙৰ-দীঘল কৰা পমিলীৰ সমান মৰমৰ সৰিয়হডৰাৰ এই অৱস্থা দেখি অলপো বিচলিত নহ'ল। সি বেছি দৃঢ় হ'ল। তাৰ চকুৰ দৃষ্টি এটা আহত হিংস্ৰ জন্তুৰ দৰে হ'ল। সি সৰুধনক বাউসীত টানি সেই ঠাইৰ পৰা লৈ আহিল।

বাটত সি এটা সিদ্ধান্ত কৰিলে। সেই সিদ্ধান্ত লাহে লাহে বেছি যুক্তিপূৰ্ণ হ'বলৈ ধৰিলে। সৰুধনে সেই কথা গমিব নোৱাৰিলে। কাৰণ, ৰাতি সি সত্ৰলৈ গৈ সত্ৰৰ হাজাৰ-বাৰশ মোন ধান, চাৰিশ-পাঁচশ মোন দাইল আৰু দুই-তিনিশ মোন সৰিয়হ থকা প্ৰকাণ্ড ভঁৰাল ঘৰটোত জুই জ্বলাই ৰাতিৰ ভিতৰতে ঘৰত থিতাপি লৈ ভাবিলে— সেই ধোদ আতৈবোৰ সেইবোৰ বস্তুৰে পোহ যাব নালাগে, এইবোৰ বেচিও মকৰন্দই টকাৰে তীখাৰ আলমিৰা ফিন্দ খুৱাব নেলাগে। এই জুই, হে ঈশ্বৰ, সত্ৰতো লগোৱাগৈ। সেই 'দীনবন্ধু, ৰাম, দয়াশীল দেউ' গোৱা কপটীয়া গোসাঁইটো মোৰ দৰেই নিঠৰুৱা হওক। প্ৰভু, সি নিঠৰুৱা হ'লেহে তোমাৰ সন্মান বাঢ়িব। প্ৰভু, মোক ক্ষমা কৰা। মই তোমাক বিশ্বাস কৰোঁ, কিন্তু মোৰ ধৰ্মত বিশ্বাস নাই ।"

আগদিনা মুহিৰামৰ আক্ৰোশ দেখি পিছদিনা তাৰ সৰিয়হতলিৰ অৱস্থা তেনেকুৱা কৰাৰ কথা জানিও আচৰিত কথা যে মুহিৰামেই জেদত এই কাম কৰিলে বুলি কোনেও সন্দেহ নকৰিলে। কাৰণ মানুহৰ বহুদিনীয়া ধাৰণা এয়ে যে সত্ৰৰ প্ৰতিখোজ মাটি আৰু প্ৰতিটো ঘৰেই বৈকুণ্ঠৰ অংশ। দুৰ্ঘোৰ পাতকীযেও সত্ৰ দেখিলে মূৰ দোৱায়। সেই কাৰণে মুহিৰামৰ দৰে নিছলা মানুহ এটাৰ এনে প্ৰতিশোধৰ ভাব হ'ব নোৱাৰে বুলি সকলোৰে একে ধাৰণা।

ভঁৰালঘৰ গ্ৰাস কৰি খেৰেৰে সজা হাটী এটাও জুয়ে সামৰিলে। এই জুই চাবলৈ সৰুধনো গৈছিল। সি শিলিখা গছ এজোপাৰ তলত আতৈ দুজনে কিবা কোৱা-কুই কৰি থকা শুনি শহাকণীয়াকৈ ৰ'ল।

"বুইছে চন্দন আতৈ, পাপ সোমালেহে অগ্নিদেৱতাই শোধন কৰিবলৈ আহে।"

"এৰা, বাপ্পা আতৈ, কালিয়েই বাৰু কমটো কথা হ'লনে? লহপহকৈ বাঢ়ি অহা সৰিয়হডৰা কি সতেৰেনো পিহি পেলাবলৈ অধিকাৰ প্ৰভুৱে আদেশ দিলে।"

"হয় দিয়ক চন্দন আতৈ, সত্ৰৰ আৰু কিবা হ'বলৈ আছেহে। শুনিছেই নহয়, পাপৰ কাৰণেই সেই নিমবাৰী সত্ৰ নৈয়ে সামৰি ল'লে।"

কথাকেইটা সৰুধনৰ মনত দকৈ বহিল। সি চন্দন আতৈ আৰু বাপ্পা আতৈৰ গুণ-গৰিমা আগতেও শুনিছিল। এতিয়াহে বুজি পালে, এখেতসকল সঁচাকৈয়ে সাধু পুৰুষ। এখেতসকল আছে কাৰণেহে কিজানি এতিয়ালৈকে সত্ৰখন নৈৰ বুকুত লীন যোৱা নাই।

# অনাস্থা

আজিৰ সভাৰ সন্মানিত সভাপতিদেৱ, বিশিষ্ট অতিথি, বিশিষ্ট সমাজসেৱী মান্যবৰ মন্ত্ৰী মহোদয় আৰু সমৱেত বিহুবলিয়া ৰাইজ

সভাত সম্বোধন কৰা আধাডুখৰীয়া বাক্যটো লিখিযেই বিমোৰত পৰি গ'লোঁ। কোনো সুযোগ-সুবিধাৰ অভাৱত নহয়। এশ সাতাৱন্নটকীয়া 'ছেফাৰ্ছ' কলমৰ সোণখটোৱা নিবৰ মুখলে চিয়াঁহী সঠিকভাৱেই সৰবৰাহ হৈছে। পিছে ৰঙালী বিহু সম্পৰ্কে লিখিম বুলি ভাবি থোৱা কথাখিনিহে মনৰ পৰা পলাই পত্ৰং দিছে। কলমটো টোঁৱাওঁতেই এই অৱস্থা। এতিয়া চাৰি পৃষ্ঠামান লিখোঁ কেনেকৈ? অথচ ফুলস্কেপ কাগজৰ চাৰি পৃষ্ঠামান লিখি দিলেহে সম্পাদকীয় প্ৰতিবেদনখন ছপা হৈ ওলালে ভাল দেখা যাব।

বিহু অসমীয়াৰ জাতীয় উৎসৱ। তিনিওটা বিহুৰ ভিতৰত ব'হাগৰ বিহুটোৱেই ডাঙৰ। কাৰণ,

কাৰণনো কি? এস্, বৰ বেয়া হৈছে। স্কুলীয়া ল'ৰাৰ ৰচনাও কিজানি ইয়াতকৈ ভাল হ'ব। এই বাক্য দুটা পঢ়ি চাই নিজৰে হাঁহি উঠিছে। মোৰ দ্বাৰা আৰু লিখা নহ'ব। মই অভ্যৰ্থনা সমিতিৰ প্ৰস্তাৱটোৰ বিৰোধিতা কৰিব লাগিছিল। অথচ মোৰ উপস্থিতিতেই গৃহীত হ'ল যে অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সম্পাদকৰ কথাখিনি ছপা হ'ব লাগে। এতিয়াহে বুজিছোঁ যে কামটো সঁচাকৈয়ে টান। সেই চাকৰিত সোমোৱাৰ দিন দৰি মোৰ লিখা-পঢ়াৰ লগত সম্পৰ্ক নাই বুলিয়েই ক'ব পাৰি। মোৰ সম্পৰ্ক স্থাপন হৈছে ফাইলৰ লগত, গতানুগতিক চিঠি-পত্ৰৰ লগত আৰু কৰৰ হিচাপৰ লগত। এই বেপাৰীবোৰে আৰু মোৰ মূৰটো খালে। এতিয়া মোৰ মগজৰ হাফলুত ধন-উঁইৰ বাহ। অথচ প্ৰৱেশিকা পৰীক্ষাত অসমীয়া সাহিত্যত মই শতকৰা সত্তৰ নম্বৰ পাইছিলোঁ।

এটা বিহু গীতেৰে আৰম্ভ কৰোঁ নেকি?

'অতিকে চেনেহৰ মুগাৰে মহুৰা
তাতোকৈ চেনেহৰ মাকো '

ওঁহো, এনেকৈ লিখা ঠিক নহয়। চবেই জানে। অতি 'কমন'। কিছুমান ঠাইৰ বিহু সন্মিলনৰ নিমন্ত্ৰণী পত্ৰতো এইফাকি বিহুনাম ছপা হয়। সেই কাৰণে এই বিহুনামফাকি চিন-চাব নথকাকৈ কাটি পেলালোঁ। মই ইতিমধ্যে ধোঁৱা-কোঁৱা দেখিছোঁ। 'ছেলটেক্স এছছমেণ্ট'ৰ একুৰিমান ফাইল ঘাটি বিভিন্ন ধৰণৰ মতামত লিখাৰ পিছত দেহ-মন যিমান অৱশ হৈ পৰে, তাতোকৈ বেছি অৱশ হৈ এটা চিগাৰেট জ্বলাই ল'লোঁ। দুটামান দীঘল হোপা মৰাৰ পিছত মগজটো কিছু পৰিষ্কাৰ হ'ল। কিন্তু প্ৰতিবেদন লিখাৰ

মগজটো নাপালোঁ। এইটো মগজত আন কিছুমান চিন্তাহে সোমাল। দূৰৈৰ আৰ্টিষ্টবোৰলৈ আগধন পঠিয়াবলৈ আছে। যিমান টকাৰে কামখিনি কৰিব লাগিব বুলি ধৰা হৈছে, সিমানখিনি টকা উঠোৱা টান নহয়, কিন্তু ধন তোলা কাম অলপ বাকী আছে। চাৰাওগী, পঞ্চীৰাম, লডিয়া আৰু ৰামজীৰ পৰা মুঠতে পাঁচ হাজাৰমান টকা আদায় কৰিবলৈ আছেই। নলা আৰু ডোং বিভাগৰ অভিযন্তা দৰ্প চৌধুৰীয়েও হেনো দুটামান ঠিকাদাৰৰ পৰা টকা পাবলৈ বাকী আছে। এইসোপা আকৌ পৃষ্ঠপোষক! কি যে একোটা নাম! ফেচৌ কলিতা, গোবৰ্ধন চাহু, লাডুলাল আগৰৱাল, বজ্ৰং গিট্টানী, সীতাপতি মালপানী, উচ্চংৰায়-কুচ্চংৰায় আৰু কত কি! এই মাৰোৱাৰীচবৰ আচল উৎসৱ কি! মনত পৰিছে। সিহঁতৰ প্ৰধান উৎসৱ কিজানি ৰাম-নৱমী। পিছে এইটোও বেপেৰুৱা উৎসৱহে। মানে হিচাপ মিলোৱাৰ উৎসৱ। ৰাম-নৱমীৰ আগতে আকৌ ৰাম-নৱমীৰ নামত আয়কৰ কমোৱাৰ কচৰৎ।

বহাৰ পোনে পোনে থকা আইনাখনত নিজৰ মুখখন দেখিছোঁ। এইখন মুখৰ কান্তি বিহুৰ চিন্তা-ভাবনাই হ্ৰাস কৰিছে?

কৰ অধীক্ষক অনন্ত বৰুৱা, ইমান উধাতু খাইছা কিয়? হাতত কলম লৈ পুৱাৰে পৰা দুকাপ 'হৰলিক্স', একাপ কফি আৰু কেইবাডালো 'ফিল্টাৰ উইল্‌ছ'ৰ শ্ৰাদ্ধ কৰিলা। লিখাৰ আগতে ভাবিও ল'লা। তিনিটামান ভাব ওলাল। অতি কষ্ট কৰি মনলৈ অনা ভাবকেইটাই শব্দৰ ৰূপ ল'লে। কিন্তু প্ৰতিটো শব্দকেই নিজে নাকচ কৰিবলগীয়া হ'ল। সাধাৰণ কথা এটা লিখিবলৈও যে তুমি অপাৰগ, অভ্যাসৰ অভাৱত যে তোমাৰ বিদ্যাক জহান্নামে নিয়ালা, তাৰ বাবে তোমাৰ অনুতাপ হৈছেনে? তুমি এতিয়া ভাবিছা, এতিয়া বুকুত কুঠাৰ মাৰিলেও তুমি শব্দ এটা লিখিব নোৱাৰিবা। তুমি জীৱনত প্ৰথম বুজি পাইছা কিজানি যে লেখক নামৰ প্ৰাণীবোৰৰো সুকীয়া এবিধ মগজ থাকিব পাৰে, যিবিধ মগজ কেতিয়াবা খুব কামত আহে। তুমি এই সমস্যাৰ পৰা হাত সাৰিবলৈ উপায় বিচাৰিছা। ভাবিছা, এই লেখক বিচাৰি পোৱা নাযাবনে? কোননো লেখক আছে তুমি নাজানা। কাৰণ, যোৱা বিছ বছৰে তুমি অপৰাধমূলক সস্তীয়া ইংৰাজী কিতাপৰ বাহিৰে আন একো পঢ়া নাই। অথচ কিহৰ প্ৰেৰণাত বিহুৰ সংস্কৃতিৰ লগত লেটিপেটি খাই পৰিলা?

মই নিজে লেখক বিচাৰিব নোৱাৰোঁ। দেখি-শুনি লেখকক চিনাক্ত কৰা টান। কাৰণ, দীঘল পাঞ্জাবী চোলা পিন্ধা আৰু দীঘল চুলি ৰখা মানুহমাত্ৰেই লেখক নহয়। লেখক হ'বৰ বাবে নিশ্চয় চুলিৰ তলত নতুবা চুলিহীন তালুৰ তলত কিছু সাৰ-বস্তু থকা উচিত।

কালি ৰাতি কমল দুৱৰা আহিছিল। তেওঁৰ উদয়াচল প্ৰেছত মোৰ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি লবংগ কাকতিৰ বক্তৃখিনি ছপা হ'ব। দুৱৰা নিজেও অভ্যৰ্থনা সমিতিৰ সদস্য। চয়াবিনৰ পকৰী আৰু কাজু বাদামৰ লগত দুপেগ স্কচ উদৰস্থ কৰি দুৱৰাই কৈছিল, "কাকতিৰ লেখাখিনি কালিয়েই পালোঁ। কাইলৈ কিন্তু আপোনাৰ লেখাখিনি দিবই লাগিব। নহ'লে ছপাবলৈ আৰু সময় নহ'ব। মাজত মাত্ৰ এদিনহে আছে। বিহুৰ সময় বুলিলেই কাইলৈৰ পৰা দুটা এটা কম্পজিটৰে ছুটী লোৱা আৰম্ভ কৰিবই।'

এতিয়া 'উদয়াচল প্ৰেছ'ৰ মেনেজাৰ হৰিশ্চন্দ্ৰ মেচ মোৰ ওচৰ পাবহিয়েই। মোৰ জোৰ পুৰি হাত পালেহি। সদায় লক্ষ্য কৰি আহিছোঁ যে এনে অৱস্থাতেইহে মোৰ আচল বুদ্ধিবোৰ ওলায়। আজিও তেনেই হ'ল। কথাটো বহলাই কোৱা যাওক—

অভাৱেই আৱিষ্কাৰৰ মূল। এই উক্তিত মোৰ বিশ্বাস নাই। অসমীয়া মানুহৰ চাৰিওফালে অভাৱ। সেইবুলি অসমীযাই কি আৱিষ্কাৰ কৰিছে? কেঁকোৰা নাঙলৰ ঠাইত ট্ৰেক্টৰৰ কথা যে ভবা নায়েই, এই কেঁকোৰা নাঙলটোকো যে কিবা কায়দা খটুৱাই যে অলপ ভাল কৰিব পাৰি সেই কথাও চিন্তা কৰা নাই। খেতিৰ সুবিধা কৰি দিয়াৰ ভাৰ কৃষি বিষয়াক গতাই দি নিজে বাৰ মাহৰ তেৰটা সবাহত মাহ-চাউল, কোমল চাউল আদি খাই হৰি ভকতি কৰি ফুৰিছে। কিন্তু আজি বিহুৰ কথা লিখাৰ মগজটোৰ অভাৱত বা ভাষাৰ অভাৱত মই এটা আৱিষ্কাৰ কৰি পেলালোঁ। সেই আৱিষ্কাৰ হ'ল— শ্যাম কলিতা। সি অসমীয়া সাহিত্যৰ এম এ। মোৰ অফিচৰ ইছু ক্লাৰ্ক শ্ৰীমতী ৰেৱতী গগৈয়ে কেঁচুৱা হোৱাৰ সমযত তিনিমাহ ছুটী লৈছে। তাইৰ ঠাইত এতিয়া শ্যাম কলিতা সোমাইছে। এই শ্যাম কলিতাকে লেখাখিনিৰ ভাৰ দিব লাগিব। সি নিশ্চয় প্ৰতিবেদনখন লিখিব পাৰিব। সম্পাদকীয় প্ৰতিবেদনখনত অৱশ্যে হিচাপ-পত্ৰৰ কথাহে বেছিকৈ থাকে। কিন্তু আৰম্ভণিতে এটা-ডেৰটা পাতত বিহুৰ মহিমাৰ কথা থাকিব লাগে। এইটোৱেই নিয়ম। নহ'লে প্ৰতিবেদনখনো উকা হয়, অথচ সেই কাৰণেই মোৰ বিপদ। মই শ্যাম কলিতাক হিচাপ-পত্ৰবোৰ দি দিম। সি ইয়াৰ লগত বিহুৰ কথা মিলাই নিশ্চয় মোৰ বক্তৃতাটো লিখিব পাৰিব।

মনলৈ এইটো উপায অহাত মই সকাহ পালোঁ। উদয়াচল প্ৰেছক ফোনেৰে জনাই দিলোঁ যে বাৰটা বজাৰ পিছতহে মোৰ অফিচত মোৰ পৰা ছপা হ'বলগীয়া বস্তুখিনি পাব।

তথাপি সমস্যাৰ অন্ত নাই। বহুত হাজাৰ টকাৰে পতা বিহু সন্মিলন এখনৰ সম্পাদক হোৱাটো সহজ কাম নহয়। মই অফিচলৈ বুলি ওলাব খোজোঁতেই খুব ব্যস্ততাৰে তিনিজন মানুহ ওলালহি। তেওঁলোক হ'ল, গডকাপ্টানি বিভাগৰ এক্‌জিকিউটিভ ইঞ্জিনীয়াৰ চফিকুল হোছেইন, নলা আৰু ডোং বিভাগৰ এক্‌জিকিউটিভ ইঞ্জিনীয়াৰ দৰ্প চৌধুৰী আৰু আবকাৰী অধীক্ষক অক্ষয় শৰ্মা।

বহিবলৈ নুখুজি তেওঁলোকৰ প্ৰত্যেকেই অত্যধিক ব্যস্ত আৰু চিন্তিত হোৱাৰ চিনহে দেখুৱালে। চৌধুৰীয়ে ক'লে, "কথা গণ্ডগোলীয়া। মিনিষ্টাৰে ইতিমধ্যে তেওঁৰ ধেমা ধৰা কেইটামানৰ হতুৱাই জনাইছে— তেওঁ হেনো গুণাই ওজাৰ ঢোলৰ কোব শুনিবই, অথচ আজিলৈ অসয়বাৰীত গুণাই ওজা নাই।"

চকী এখনত বহোঁ-নবহোঁকৈ বহি অক্ষয় শৰ্মাই যোগ দিলে, "মানুহ বিখ্যাত হোৱাৰ এয়ে বিপদ, ঘৰত পোৱা নাযায়। বেছি বিখ্যাত হ'লে অসমতে পোৱা নাযায়।"

মই আচৰিত হৈ সুধিলোঁ, "ক'লৈ গৈছে?" দৰ্প চৌধুৰী বহি থকা দেখি চফিকুল হোছেইনো দীঘল চোফাখনত মোৰ ওচৰতে বহিল আৰু হাৱাইন ছাৰ্টৰ বুতাম এটা মোহাৰি মোহাৰি (এইটো তেওঁৰ স্বভাৱ) ক'লে, "এতিয়া তেওঁ কলিকতাত। কলিকতাৰ ক'ত আছে বুলি সোধাত ঘৈণীয়েকে এনেকৈ ক'লে— কিবা হেনো অসম চৰকাৰে বনোৱা ঘৰ এটাত থাকিব।"

"বুজিলোঁ, বুজিলোঁ— আছাম হাউছত। কিন্তু গৈছে কিয়?"

"টেলিভিছনলৈ মাতিলে।"

"ঢোল বজোৱা দেখুৱাবলৈ?"

"হয়।"

"ইজ হি ডেট ফেমাছ?"

"ইয়ে, পূৰা ঢোলৰ উইজাৰ্ড। আনকি ফৰেইন কাণ্ট্ৰীতো ঢোল বজাই বাঃ বাঃ পাইছিল।"

"তেনেহ'লে তেওঁ থকাহেঁতেন বৰ ভাল কথা আছিল। তেওঁ এতিয়া নাই। এইক্ষেত্ৰত আমাৰ কৰিবলগীয়া কি থাকিব পাৰে? মিনিষ্টাৰক কথাটো বুজাই ক'ব পাৰিলেই হ'ল।"

মোৰ এই সিদ্ধান্ত উপৰুৱা বিধৰ আছিল বুলিযেই বাকী তিনিজনৰ ধাৰণা হ'ল। কাৰণ চফিকুলে ক'লে, "মিনিষ্টাৰ নিশ্চয় জ্বলি উঠিব। এইজন কেনে বিধৰ মিনিষ্টাৰ, আপুনি জানেই। তেওঁ হয়তো ক'ব— গুণাই নাছিল যদি দুদিন পিছুৱাই নিদিলা কিয়? মই আন দুই-এখন বিহু সন্মিলনৰ লগত এডজাষ্ট কৰিব পাৰিলোঁহেঁতেন। এতিয়া আমাৰ সন্দেহ হৈছে— গুণাই নাথাকিলে মিনিষ্টাৰ ৰুষ্ট হ'ব। জানেই নহয় মিষ্টাৰ বৰুৱা, মিনিষ্টাৰক ভয় কৰাৰ আমাৰ অনেক ৰকম কাৰণ থাকিব পাৰে।"

এতিয়াহে মই গোটেই সমস্যাটো বুজি পালোঁ। মোৰ এটা গুণ আছে। আগতেই অলপ কৈছোঁ। গুণটো হ'ল— সংকটৰ সময়তহে মোৰ আচল বুদ্ধি ওলায়। এই বুদ্ধি সুবুদ্ধিও হ'ব পাৰে, দুৰ্বুদ্ধিও হ'ব পাৰে।

অলপপৰ ভাবি-চিন্তি চাই মই ক'লোঁ, 'তেনেহ'লে এটা কাম কৰা যাওক। এতিযাই আছাম হাউছলৈ ট্ৰাংককল কৰা হওক। যদি তাৰ পৰা উত্তৰ আহে যে ওজা ইতিমধ্যে আহি আছে, তেনেহ'লে আমাৰ চিন্তাৰ কাৰণ নাই। যদি তাতে আছে বুলি খবৰ পাওঁ, তেনেহ'লে জনাই দিয়া হওক যে তেওঁ প্লেনত আহিব লাগে। কিজানি টেলিভিছনত পোৱা টকাৰে প্লেনত আহিবলৈ যথেষ্ট হ'ব। আৰু এটা কথা। টিভি প্ৰ'গ্ৰেম কেতিয়া আছিল? যদি আজি বা কাইলৈ আছে, তেনেহ'লে উপায নাই।"

এনেতে চফিকুলে ক'লে, "ঘৈণীয়েকৰ মতে, ৯ এপ্ৰিলত। যদি ১০ এপ্ৰিলত ৰে'লত উঠিছে, তেনেহ'লে আজি শেষৰাতি মৰিযনি পাবহি। কংগ্ৰেচুলেছনছ মিষ্টাৰ বৰুৱা, ইউ আৰু ছাজেষ্টিং এ গ্ৰেগু আইডিয়া। আমাৰ আৰু সমস্যা নাই।"

তেওঁলোক গ'লগৈ। মযো অফিচ কৰিবলৈ গাড়ীত উঠিলোঁ।

সন্ধিযাৰ ভিতৰতে সকলো সমস্যাৰ সমাধান হ'ল। মোৰ নিজকে দিগ্বিজযী বীৰ যেন লাগিল। খুব জাকজমকেৰে পৰহিলৈ বিহু পতা হ'ব। ডাঙৰ মুকলি সভা হ'ব। সংস্কৃতি-সন্ধিযালৈ দূৰ-দূৰণিৰ পৰা ডাঙৰ ডাঙৰ শিল্পীসকলৰ বাবে বাৰ হাজাৰ টকা খৰচ কৰা হ'ব। বিহুতলীত হাজাৰ হাজাৰ মানুহৰ সমাগম হ'ব। বিশিষ্ট অতিথি হ'ব স্বনামধন্য মন্ত্ৰী কনকেশ্বৰ শইকীয়া। গুণাই ওজাই ঢোল বজাব। কাৰণ কলিকতাৰ আছাম হাউছৰ লগত যোগাযোগ কৰি জনা গ'ল যে সংগীবৃন্দৰে সৈতে গুণাই ওজা ইতিমধ্যে কামৰূপ এক্সপ্ৰেছত উঠিল। আজি শেষনিশা মৰিযনি জংছনত নামিবহি। ইতিমধ্যে মোৰ সম্পাদকৰ প্ৰতিবেদনখনো ছপাশালত দিয়া হৈ গ'ল। শ্যাম কলিতাই ইনাই-বিনাই ফুলস্কেপ কাগজৰ পাঁচ পৃষ্ঠা লিখি পেলালে।

আহিল বিশেষ দিনটো। বিহু সন্মিলনৰ উদ্বোধনীপৰ্ব পুৱাতে সমাধা হ'ল। ইযাৰ পিছত আছে খেলা-ধূলা প্ৰতিযোগিতা। এইখিনি সময়ত সাধাৰণতে উদ্যোক্তাসকলৰ বিশেষ কাম নাথাকে। এয়ে উত্তম সময়। গুণাই ওজা সম্পৰ্কে নিশ্চিন্ত হ'ব নোৱাৰিলোঁ। গতিকে চফিকুল, অক্ষয় শৰ্মা আৰু মই গুণাই ওজাক লগ পাবৰ বাবে অসয়বাৰীলৈ ওলালোঁ।

অসয়বাৰী চহৰৰ পৰা পাঁচ মাইল নিলগত। পাঁচ বছৰীয়া আঁচনিবোৰে স্পৰ্শ নকৰা এনে এখন নিছলা গাঁৱতেই জনতাৰ শিল্পী গুণাই ওজাৰ জন্ম। নিছলা গাঁওখনৰ এটা নিছলা পঁজাত থাকে এতিয়াৰ

দুৰদৰ্শন শিল্পী গুণাই ওজা। পঁজাটোৰ আগফালৰ তাঁতশাল থকা চালিখন উৰলি গৈছে। গোহালিত গৰুৰ সলনি আছে দুটা চেৰেলা ছাগলী। ধোকা দি থোৱা কাৰণেহে ফাগুন-চ'তৰ বতাহে পঁজাটো মাটিৰ লগত সমান কৰি দিয়া নাই। দুৱাৰৰ ওচৰত থিয় দিয়েই জানিব পাৰিলোঁ যে বাঁহৰ খুঁটাৰে ওখ কৰা বিছনাতে ওজাৰ পৰিয়ালটো শোৱে। এনে এঘৰ মানুহৰ পদূলিত এখন চিক্‌মিকিয়া মটৰগাড়ীৰ আৱিৰ্ভাৱে এক কৰুণ বৈপৰীত্যৰ সৃষ্টি কৰিলে। আমাৰ দৰে তিনিটা পৰিপুষ্ট চেহেৰাৰ সুসজ্জিত চৰকাৰী বিষয়াৰ আৱিৰ্ভাৱো যেন চণ্ডালৰ ঘৰত দেৱতাৰ আৱিৰ্ভাৱহে!

কাহানিও নভবা কথা এটা এতিয়া মোৰ মনলৈ আহিছে। কোনো এটা সময়ত যে একোটা মানুহৰ বা বস্তুৰ প্ৰয়োজন ইমান বেছি! মটৰ বেয়া হ'লে মেকানিকৰ, বুতাম এৰালে বেজী-সূতাৰ আৰু অসহনীয় গৰমত সোণালী বীয়েৰৰ। এজন বিষয়াৰ বাবে এইবোৰ অতি নগণ্য বস্তু। কিন্তু সময়ত এনে বস্তুৰেই অসামান্য। সেয়েহে আজি আমাৰ কাৰণে এনে এটা ধোকা দিয়া পঁজাত থকা গুণাই ওজাও অসামান্য।

ওজাই আলহ-উদহ কৰি আমাক বেঞ্চি এখনত বহিবলৈ দিলে। তেওঁ ওচৰতে ঢৰা এখনত বহিল। কি প্ৰয়োজনত আহিছোঁ তাকে পোনপটীয়াকৈ নকৈ কুশল-বাৰ্তা সোধাত লাগি গ'লোঁ। কলিকতালৈ যোৱাৰ কথা ওলাল। টিভিত ঢোল বজোৱাৰ কথা ওলাল। আমি তেওঁক ওলগ জনালোঁ। বাটত আহোঁতে অসুবিধা হৈছিল নে নাই আদি খুঁটি-নাটি কথা সুধি আমি ইচ্ছা কৰিয়েই মানুহজনৰ প্ৰতি থকা আমাৰ আগ্ৰহৰ কথাও জনাই দিলোঁ। কাৰণ এনে এটা গুৰুত্বপূৰ্ণ সময়ত এনে এটা মানুহে যদি আমাৰ প্ৰতি বিৰূপ মনোভাব লয়, তেনেহ'লে আমাৰ উদ্দেশ্য সিদ্ধি নহয়। কিন্তু অলপ পৰৰ পাছত দেখা গ'ল যে মানুহটো একা-চেকা বিধৰ নহয় আৰু তেওঁ আমাক বেয়া পোৱা নাই। বুজিবলৈ বাকী নাথাকিল যে ওজাৰ ঢোলৰ মাতো যেনেকৈ আখৈ ফুটা বিধৰ, কথা-বতৰাও তেনে। পিছে পহিলা দিনা দেখিয়েই আমি অনুমান কৰিলোঁ যে ওজাই কথাবোৰ বহলাই বখানিছে যদিও তেওঁৰ আজি মনটো মৰা। নিশ্চয় কিবা এটা দুখৰ কাৰণ থাকিব পাৰে। কিন্তু অলপ পিছতে ওলাই পৰিল যে এই দুখৰ কাৰণ ব্যক্তিগত নহয়। এই দুখ নিজৰ জাতিটোক আৰু ওপজা ঠাইখনক ভাল পোৱাৰ দুখহে। কাৰণ, কথাৰ ছলতে তেওঁ এটা দীঘল হুমুনিয়াহ পাৰি ক'লে, " **কিন্তু বাবুসকল, বিহু বাৰু ক'ৰ বস্তু? ইয়াৰ উহ ক'ত? নিশ্চয় খেতিৰ পথাৰখন, পথাৰৰ লখিমী, হালোৱাৰ উছাহ। সিহঁতৰ মনৰ খবৰ ইয়াত আছে। পীৰিতিও আছে,** কামনাও আছে, নহয়নে বাৰু? পিছে গাঁওবোৰলৈ এবাৰ চাইছেনে? তাত বিহু নহয়, বিহুৱে মানুহৰ মনত বিহহে ঢালে। গাঁওবোৰ কোনোদিনে ইমান দুখীয়া নাছিল। এতিয়া বহুতৰ খাবলৈ নাই। গাখীৰ একণ, মাছ-পুঠি এটা আৰু পিঠা-পনাৰ কথা বাদেই দিছোঁ বাৰু। ইফালে আকৌ ভীষণ প্ৰচাৰ— বিহু অসমীয়াৰ বাপতি-সাহোন। অসমীয়া মানুহে খুব বিহু পাতে, নহয়নে? চহৰে চহৰে বিহু। একোখন চহৰত বহু ঠাইত বিহু। চহৰ-তলীৰ বিহুৱে বিহুৱে যে কত বিহুকুঁৱৰী!"

এইখিনি কথা খুব আৱেগেৰে কৈ আমি সেই আৱেগত অভিভূত হৈ পৰাৰ মহত্ত্ব আছে নে নাই তাকে জানিবলৈকে বোধকৰোঁ যাঠি বছৰীয়া স্বাস্থ্যহীন মানুহজনে আমাৰ তিনিওজনৰ মুখকেইখনলৈ তন্ন তন্নকৈ চালে। মই অক্ষয় শৰ্মা আৰু চফিকুল হোছেইনলৈ চালোঁ। সিহঁতৰ মুখকেইখন পাছপ'ৰ্ট ছাইজৰ ফটোৰ দৰেই ভাবলেশহীন। মন্তব্যৰ নামত আমাৰ মুখৰ পৰা শব্দ এটাও নোলাল। তথাপি ওজাই কৈ গ'ল, "কলিকতালৈ গৈ মোৰ এটা ডাঙৰ জ্ঞান হ'ল। কলিকতাত প্ৰায় এক কোটি দহ-বাৰ

লাখ মানুহ থাকে, অথচ গোটেই অসমখনত আনবোৰ মানুহ ধৰিও ডেৰ কোটি মানুহহে। ইয়াৰ অৰ্থ হ'ল, অসমীয়া মানুহৰ সংখ্যা কলিকতাৰ দৰে চহৰৰ মানুহৰ সংখ্যাতকৈ কম বা তাৰ সমানেই। আমি অতি ক্ষুদ্ৰ জাতি। তথাপি আমি একগোট হৈছোঁনে? জৰুৰী অৱস্থা হোৱাৰে পৰা কেৱল সকলোতে আমাৰ মাজত জাত-পাতৰ কথাহে। এতিয়া আমি চব ছেদেহি-ভেদেলি হৈ গ'লোঁ। আমাৰ আৰু ত্ৰাণ নহ'ল। আমি যদি সৰু সৰু স্বাৰ্থলৈয়ে থাকোঁ, আমি কেৱল বিহু পাতিয়েই জীয়াই থাকিব পাৰিমনে? কলিকতাৰ পৰা আহোঁতে বাটত ভাবি আহিছোঁ— মই যদি এইবোৰ কথা ঢোলত ফুটাব পাৰিলোঁহেঁতেন!!

কথাখিনি একেবাহে কৈ যোৱাৰ পিছত গুণাই ওজাক বৰ অবশ হৈ পৰা যেন লাগিল। অক্ষয় শৰ্মা আৰু চফিকুল হোছেইনকো অস্থিৰ হৈ পৰিল যেন লাগিল। কাৰণ আমি এতিয়ালৈকে আচল কথাটোলৈ আহিবকে পৰা নাই। এনেয়ে সময় পাৰ হৈ আছে। আমাৰ উদ্দেশ্যৰ ফালে আগুৱাই যাবলৈ আমি চেষ্টা কৰি থাকিলোঁ।

"হয় হয় ওজাদেউ, এইবোৰকে ভাবি আমাৰ বেযা লাগে।"

"বেয়া লাগিলেই নহয়, কিবা এটা কৰিবৰ হ'ল।"

"আমি আনৰ গাড়ী এখন লৈহে আহিছোঁ। কথা হ'ল "

"বুজিছোঁ বুজিছোঁ বাবুসকল, চব বুজিছোঁ। ঢোল বজাবলৈ যাব লাগে। মই জানো, অমুকাই ঢোল নবজালে আপোনালোকৰ চাৰ্কাচটো নজমে।"

"ৰাইজে আপোনাক বৰকৈ বিচাৰিছে আৰু আপুনি নহ'লে "

"সঁচা কৈছে?"

"কেৱল আমি কোৱাই নহয়। সকলোৱেই আপোনাৰ গুণমুগ্ধ। আৰু "

"আৰু কি?"

"অলপ আগধন। যাব লাগিব কাইলৈ সন্ধিয়া। আমি গাড়ী পঠিয়াম।"

"বহুত টকা আছে নহয়? বহুত টকা দিব নহয়?"

"কিমাননো আৰু দিম? আমি পাঁচশ দিম বুলিয়েই আহিছোঁ।"

এইবাৰ গুণাই ওজা মনে মনে ৰ'ল। কিছুপৰ ওপৰলৈ চাই ৰ'ল। এবাৰ বেৰত আটোমটোকাৰিকৈ আঁৰি থোৱা ঢোলটোলৈ চালে। পিছত চকু ফুৰালে বেৰৰ কামিত গুজি থোৱা ঢোল-মাৰি দুডাললৈ। শেহত আমালৈ এনেকৈ চালে যেন সেই দৃষ্টিত আমি ছাই হৈহে যাম।

পাঁচ মিনিটমান আমাৰ কাৰো মুখত মাত নাই। পোনতে গুণাই ওজায়েই মৌনতা ভংগ কৰিলে। ঢোলত মেঘৰ গাজনি ফুটোৱাৰ দৰে ক'লে, "ইমানখিনি বকাৰ পাছতো মই ঢোল বজাবলৈ যাম বুলি ভাবিছে? মই শুনিছোঁ, আপোনালোকৰ বিহুত বোলে বিছ হাজাৰ টকা গোট খাব। ইয়াৰে চহৰৰ মানুহক চমকাব, শিল্পীক কৃপা কৰিব আৰু বেপাৰী কিছুমানে বা ঠিকাদাৰ কিছুমানে এনেকৈ পুতলা নাচ নচুৱাই মনে মনে হাঁহিব। কথাটো নহয়নে বাৰু? বাবুসকল, মুঠ কথা হ'ল, আপোনালোক যাওকগৈ। ঘৰত এধানমান চেনিও নাই। একোকাপ চাহ দিয়ো এই বিহুৰ সময়ত সোধা-পোছা কৰিব নোৱাৰিলোঁ। ক্ষমা কৰিব।"

আমি হতবাক। তলকতে কথাই বেয়াৰ ফালে গতি ল'লে। ওজালৈ এবাৰ ভালকৈ চালোঁ। তেওঁ অতিশয় অস্থিৰ। মানুহৰ এনে ৰুদ্ৰমূৰ্তি আমি কাহানিও দেখা নাছিলোঁ। হঠাৎ বহাৰ পৰা উঠা

নিশকতীয়া মানুহটো এতিয়া বতাহত গছৰ পাত কঁপাদি কঁপিছে।

আমি বুজি পালোঁ যে আমাৰ উদ্দেশ্য সফল হোৱাৰ আশা নাই। তথাপি কৈ চালোঁ, 'ওজা, আমি কিন্তু বৰ আশা-দশাকৈ আপোনাক ”

বাক্যটো সম্পূৰ্ণ হ'বলৈকে নাপালে। গুণাই ওজা পুনৰ গৰ্জি উঠিল, “মই এবাৰ কৈছোঁ নহয়, মোৰ এক কথা— আপোনালোক যাওকগৈ। মুঠ কথা হ'ল— পৰৰ তেজ শুহি খোৱা মানুহৰ টকাৰে, এইবোৰ ক'লা টকাৰে পতা বিহুত ঢোল নবজাওঁ, লাগে মই মাগি-খুজি খাম।”

আমি আৰু বৈ থকাৰ প্ৰয়োজন আছে বুলি নাভাবিলোঁ। “আমি সদ্যহতে যাওঁ, কথাটো কিন্তু এবাৰ ভাবি চাব” বুলি কোনোমতে কৈ আমি অতৰ্কিতে বিদায় ল'লোঁ। গুমগুমনি তুলি ফিয়েটখন কেইমিটাৰমান আগুৱাই অহাৰ সময়ত মই ভাবিলোঁ, গুণাই ওজাই কিজানি এতিয়াহে শান্তি পাইছে।

# প্ৰদূষণ

পূবৰ আকাশ হেঙুলী হোৱাৰ লগে লগেই নিত্য-নৈমিত্তিক কাৰ্য সমাপন কৰি আমাৰ পদ্মপাণি শৰ্মাই সূৰ্য নমস্কাৰ কৰে। তাৰ পিছত মুকলি আকাশৰ তলত আসন-প্ৰাণায়ম। দেহ-শুদ্ধিৰ সকলো কাৰ্য শেষ কৰি পূজা-সেৱা কৰে। তাৰ পিছত পুৱাৰ আহাৰ। তাৰ পিছত সোঁৱৰণী-গণনা। অতিশয় মনঃসংযোগৰ কাম। সেই সময়ত পদ্মপাণি দেউৰ গোটেই চেহেৰাটোৱেই এটা অসাধাৰণ ৰূপ লয়। যেন আদি কালৰ কোনোবা কৃষ্ণ দ্বৈপায়নহে! নিয়মিত আচাৰবিধি পালনে আঢৈ কুৰি বছৰতো তেখেতক জাকত-জিলিকা কৰি ৰাখিছে। দেহত অকণো অপ্ৰয়োজনীয় মেদ নাই। ঋজু গৌড় কলেবৰ সৰ্বাংগসুন্দৰ। গঢ়িত মুখখনিত বয়সত আঁচোৰ পৰা নাই। জোঙা নাক, হেলনীয়া চকু, দীঘল চানেকীয়া মুখ। বয়সৰ ভৰে ওঁঠৰ কোণ দুটা নিম্নগামী কৰা নাই। দীঘলীযা ডাঠ চেলাউৰিযুৰি লগ লগা। একোছা কেঁচা চুলিৰে জোঙা মূৰটোৰ তুলনাত কাণ দুখন ডাঙৰ।

শুধ বগা, হাত কটা পাঞ্জাবী চোলাৰ ওপৰত ফেঁন্থৰঙীয়া গুণাৰ চাদৰ। চাইকেলখন সদায় এটা গতিতেই চলায়। খোজ-কাটলত সংযম আৰু সম্ভ্ৰমৰ চিন। মানুহজনক বয়সতকৈ পোন্ধৰ বছৰমান সৰু দেখি। তেখেতৰ স্কুলৰ হেডমাষ্টৰ কান্তেশ্বৰ কলিতা একে বয়সৰ মানুহ। কিন্তু কান্তেশ্বৰ অকালতে বুঢ়া যেন হৈ পৰিছে। চকুৰ কোণৰ আঁকবোৰ যেন কাউৰীৰ খোজহে। টপা মূৰাৰ অৱশিষ্ট চুলিবোৰৰ আধাতকৈ বেছি পকিছে। খীণ মুখখনৰ মঙহ আৰু ওঁঠৰ কোণ দুটা তললৈ নামিছে। ডিঙিৰ ছাল শিথিল হৈছে। চকুৰ জ্যোতি নিষ্প্ৰভ। ইয়াৰ কাৰণ কেবাটাও। যেনে— বহুমূত্ৰ, পিত্তশূল আৰু দুশ্চিন্তা। লগতে মাত্ৰাধিক দায়িত্ববোধ।

দুয়োগৰাকী লোকেই মোৰ একালৰ শিক্ষক আছিল। আজি ন বজাৰ পিছত বেলেগ বেলেগ সময়ত বেলেগ বেলেগ কাম লৈ মোৰ ওচৰলৈ আহিছিল কাৰণে দুয়োৰে চেহেৰা দুটা অহেতুক কাৰণত মনৰ মাজত জুকিয়াই চালোঁ। ভাবিলোঁ, দুয়োজন লোকৰ চেহেৰাৰ লগত দৃষ্টিভংগীৰ বেচ পাৰ্থক্য আছে।

কান্তেশ্বৰ কলিতাৰ দৰে পদ্মপাণি শৰ্মাও নিজ নিজ কামত বেচ ব্যস্ত। কিন্তু পদ্মপাণি শৰ্মাই আমাৰ ছপাশাললৈ আহিলে বোধকৰোঁ হাতত সময় লৈ আহে। পোনতে কি কি ছপা হৈ আছে চায়। তাৰ পিছত ছপাশালটো চায়। কাৰো কাৰোবাৰ খবৰ লয়। মোৰ কোঠাটোলৈ আহি ওচৰৰ চকীখনত বহে। জেপৰ পৰা তামোল-পাণৰ টেমাটো উলিয়াই আগতে মোক এখন তামোল দিয়ে আৰু পাছত নিজেও এখন মুখত ভৰায়। তামোলৰ পাগটো উঠাৰ পিছতহে কথা আৰম্ভ কৰে। আজি কিন্তু তেখেত

বিমৰিষ। তাৰ কাৰণ বুজা নগ'ল। তেখেতে ক'লে, "বাৰু সৰুবাপু, দুখনমান মাৰোৱাৰীৰ গোলা হ'লেই বিজুলীবাতি জ্বলিলেই, চহৰৰ পৰা চিটী বাছ আহিলেই, স্কুলখন হায়াৰ ছেকেণ্ডাৰী হ'লেই আমাৰ এই ঠাইখন টাউন হ'ব পাৰেনে? টাউন কমিটী পাতিবৰ কি প্ৰয়োজন আছিল? তাৰ সলনি মহকুমা পৰিষদৰ তলত থাকিলে, খেতিযক মানুহখিনিৰ আৰু আমাৰ লাভ হ'লহেঁতেন। কি কয়?"

ইয়াৰ উত্তৰ দিবৰ বাবে মই প্ৰস্তুত নাছিলোঁ। সেযেহে মই সুধিলোঁ, "হঠাৎ কিয়নো সুধিলে, ছাৰ?"

পদ্মপাণি শৰ্মাই মোৰ ফালে তামোল-পাণৰ টেমাটো আগুৱাই দি ক'লে, "কোনো উন্নতিৰ লক্ষণ দেখা নাই কাৰণেই মোৰ এটা ঘোৰ সন্দেহ হৈছে। সেয়েহে তোৰ পৰা কথাটো জানিব খুজিছোঁ। হ'লেই যেনিবা দুটা ধান কল আৰু এটা কাঠ ফলা কল, টাউনৰ পৰা চিটী বাছো যেনিবা চলিলেই, তাৰ ফলত মানুহবোৰৰ কি লাভ হ'ল? আমাৰ মহিমপুৰে জানো আনৰ লগত ফেৰ মাৰিব পাৰিছে? সিফালে হাযাৰ ছেকেণ্ডাৰীৰ ল'ৰা-ছোৱালীবোৰে ভাবিছে— এইখন যেন মহিমপুৰ নহয়, বোম্বাইহে। সিহঁতৰ লাহ-বিলাহ কি চাবি? ল'ৰাহঁতে বাটে-ঘাটে চিগাৰেট ফুকি ফুৰা আগতে দেখিছিলি? পিছে সিহঁতৰ আচল গুণ তল পৰিল। আগতে শুনিছিলোঁ, খোলৰ বোল আৰু বৰগীতৰ সুৰ। এতিয়া ডেকাহঁতৰ মুখত আৰু মাইকত বিজতৰীয়া গানবোৰ। শুনিলেই গা বিজবিজাই যায়। মহিমপুৰৰ ৰাসলীলা চাবলৈ আগতে গোটেই জিলাখনৰ পৰা মানুহ হিলদল ভাঙি আহিছিল। কিন্তু এইবাৰ কি হ'ল? ৰাসলীলা হ'ল নে কিছুমান ভুচুং পছুৱে চং দেখুৱালে। আনকি মানুহো নহ'ল। ভাও দিয়া ঠাইৰ এফালে কিছুমান তিৰোতা আৰু মতা মানুহ থকাৰ ফালে কেইটামান চেঙেলীয়া ল'ৰা। এয়াই কি তহঁতৰ অধ্যক্ষ কলিতাৰ মতে উদ্‌গতিৰ চিন?"

মযো লগে লগে চিন্তিত হৈ পৰিলোঁ। ভাবিলোঁ, পৰিৱৰ্তন আৰু প্ৰগতি একে বস্তু নহয়। মহিমপুৰৰ উল্লেখনীয় পৰিৱৰ্তন হৈছে। কান্তেশ্বৰ কলিতা মাষ্টৰৰ পৰা হেডমাষ্টৰ হৈছে। এতিয়া আকৌ উচ্চতৰ মাধ্যমিক বিদ্যালয় হোৱাৰ পৰা তেখেত অধ্যক্ষ হিচাপেহে জনাজাত। সৰুকণ সাতোলাৰ পুতেক ৰতিকান্তই মণ্ডলৰ পৰা কানানগো হৈ দহ কোঠলীয়া পকীঘৰ সাজিছে আৰু ৰাতি মদ খাই বেহুঁচ হৈ সদায় টেক্সিৰেহে ঘৰ পাইছেহি। এজনী ছোৱালী যদি দিনৰ দহ বজাত সাজি-কাচি মানে ওঁঠত ৰং ঘঁহি, দেহক দৃষ্টিকটুভাৱে আকৰ্ষণীয় কৰি, মুখত ইংগিতসনা মিচিকনি বিয়পাই চিটী বাছত উঠি চহৰলৈ যায় আৰু পলমকৈ ঘৰ সোমায়হি, তাকে লৈ মহিমপুৰ বিমোৰত নপৰে।

এয়া সন্ধিক্ষণ নে পৰিবৰ্তন? মই ইয়াৰ সমিধান বিচাৰি পোৱা নাই। মই এপাহি ফুলৰ দৰে পবিত্ৰ পদ্মপাণি শৰ্মালৈ চাইছোঁ। তেখেতৰ মুখত এতিয়া তামোলৰ পাগ উঠিছে। কথা ক'বলৈ ইচ্ছা কৰা নাই। নিৰ্বিকাৰভাৱে বৈ আছে। মইহে মাত লগাইছোঁ, "ইয়াৰ উত্তৰ ছাৰ, এটাহে। সময়ৰ ধল।" মোৰ কথাটো হয়তো তেখেতৰ পছন্দৰ হ'ল। ক'লে, "পিছে এই ধলততো মই আবৰ্জনা হৈ উটি যাব নোৱাৰোঁ। ভাবি পাইছোঁ, মই ঘৰতে ক্লাছ বহুৱাম। টিউছনৰ ক্লাছ। তইতো জানই, আজিকালি স্কুলত ক্লাছ নহয়েই। আজি বোলে অমুক দিৱস, কাইলৈ বোলে তমুক দিৱস। সিফালে হৰতালবোৰ আছেই। শিক্ষকবোৰো পালমৰা বিধৰ। স্কুলৰ বৰমূৰীয়াবোৰ আকৌ একো একোটা 'পলিটিচ্য়ান'। মন্ত্ৰী, এম এল এ-ৰ পোন্দত ধৰি ফুৰা মানুহ। বুজিলিয়েই নহয়! স্কুলবোৰ হ'ল ঢাকোন নোহোৱা চৰু, ছাত্ৰবোৰ ৰাখোৱাল নোহোৱা । এহ্ নকওঁ দে। ইয়াত প্ৰকৃত শিক্ষা নহয়। সিফালে শিক্ষাৰ শিতানত যে লাখে

লাখে টকা খৰচ।"

"স্কুলৰ কাম নকৰিব নেকি?"

"একো ঠিক নাই। অ', যিটো কথাৰ কাৰণে আহিছিলোঁ, তাকেই পাহৰিছিলোঁ দেখোন। মোৰ বস্তুটো ছপা কৰিলিনে?"

পদ্মপাণি শৰ্মাই বহুতো সোঁৱৰণী কৰাৰ কাম পায। গতিকে আগৰ দৰে ৰাশি-চক্ৰৰ ঘৰকেইটা ৰঙা আৰু সেউজীয়া চিয়াঁহীৰে আঁকি নলয়, বৰঞ্চ ঘৰকেইটা আৰু প্ৰত্যেকখন সোঁৱৰণীতে থাকিবলগীয়া বাক্যকেইটা ছপাইহে লয়। সেই কামেই তেখেতে মোক দিছে। কিন্তু কামটো আজিলৈকে আওহেলাত পৰি আছে। গতিকে মই কৈফিয়তৰ সুৰত ক'লোঁ, "এইকেইদিন মোৰ হাতত বহুত কাম, ছাৰ। হাইস্কুলৰ এখন পত্ৰিকা, বিয়াৰ চিঠি, দোকানীৰ ফৰ্ম আৰু ভ্ৰাম্যমাণ থিয়েটাৰৰো টিকট কিছুমান হুৰমূৰকৈ ছপাবলগীয়া হৈছে। মোক মাফ কৰিব, ছাৰ। অহা সপ্তাহত যেনেকৈয়ে হওক, আপোনাৰ কামখিনি কৰি দিম।"

"আগধন লাগিব নেকি?"

"নালাগে ছাৰ, একেলগে দিলেই হ'ব।"

"মনত ৰাখিবি সৰু বাপু, চন্দ্ৰবিন্দু যাতে এটাও বাদ নপৰে। অনুসৰ্গ-বিসৰ্গবোৰ যা'তে ঠিকমতে বহে। মই বাৰু যাওঁ। আৰু এখন তামোল খাবি নেকি?"

মই তামোল এখন হাতত ল'লোঁ। দহ বাজিবলৈ আৰু পাঁচ মিনিট বাকী। পদ্মপাণিদেউ চাইকেলত উঠিল। তেখেত আৰু দুই মিনিটৰ পিছত মহিমপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত উপস্থিত হ'বগৈ। হাজিৰা ডাকিব। আমাক পঢ়ুৱাৰ দৰে মোৰ ভতিজাহঁতৰ বয়সৰ ল'ৰাবোৰকো পঢ়ুৱাব— ' কিতাপৰ পৰা এই বাক্যটো কাটি দে। ভেকুলী সৰীসৃপ হ'ব পাৰে নেকি? শুন, ভেকুলী উভচৰ প্ৰাণী। তহঁতৰ কিতাপ লেখা মহাপণ্ডিতজনে লিখিছে আকৌ সৰীসৃপ। ছিঃ ছিঃ, সাপনো উভচৰ হ'ব পাৰেনে? সাপ, জেঠী, ঘঁৰিয়াল এইবোৰ সৰীসৃপ। এইটো বাক্যও কাট্। উস্, কি যন্ত্ৰণা! চৰকাৰে নিজেই কিতাপ ছপোৱাৰ লেঠাটো লোৱাৰ পিছতেই এইবোৰ লেঠা। এতিয়া তহঁতে মোক বিশ্বাস কৰিবি নে ছপা আখৰক বিশ্বাস কৰিবি? দেশত যে কি অৰাজকতা চলিছে! '

মোৰ গতানুগতিক ব্যৱসায়িক কামৰ সময়ছোৱাত এই সময়কণ আছিল এক সুন্দৰ ব্যতিক্ৰম। প্ৰাণহীন আখৰৰ মাজত যেন এখনি বহুবৰণীয়া ছবি। পদ্মপাণি শৰ্মা সোমোৱাৰ লগে লগেই মোৰ 'অসীম ছপাশাল' যেন ফাগুনৰ বৰষুণে জীপ দিয়া ফুলনিখনৰ দৰে ঠন ধৰি উঠিছিল।

তেখেত সপ্তাহত এবাৰ-দুবাৰ মোৰ ওচৰলৈ আহে আৰু গুচি যোৱাৰ লগে লগেই মোৰ মনটো উকঙা লাগে। ছাৰক মই সঁচাকৈয়ে বৰ ভাল পাওঁ। ছাৰৰ জীৱনৰ সকলো কাৰ্যকাৰণকে মোৰ পছন্দ হয়। ছাৰে আমাক নৱম শ্ৰেণীত শিকাইছিল— 'যোগঃ কৰ্মসু কৌশলম্।' গীতাৰ কথা। কৰ্মত পটুতাই যদি যোগ, তেনেহ'লে ছাৰ যোগী। কেৱল সোঁৱৰণী চোৱাৰ বা সোঁৱৰণী বনোৱাৰ কাৰণেই নহয়, শিক্ষক হিচাপেও তেখেত নামজ্বলা। এতিয়া কিন্তু তেখেতৰ খ্যাতি গণক হিচাপেহে। কালৰ সোঁতত তেখেতৰ শিক্ষকতাৰ গুণ প্ৰকাশ কৰাৰ সুবিধা হেৰাই গ'ল। তেখেত ব্যাকৰণশাস্ত্ৰী আৰু জ্যোতিষবিদ্যাৰ্ণৱ। অথচ পোনতে মহিমপুৰ মাইনৰ স্কুলত শিক্ষক হিচাপে অংক আৰু ব্যাকৰণ পঢ়ুৱাইছিল। পিছত হাইস্কুল হ'লত তেখেতৰ গুণ বিকশি উঠিল। সংস্কৃতৰ এনে শিক্ষক নহ'ব-নুপজিব বুলি জিলাখনৰ

বিদ্বানমণ্ডলীয়ে একেমুখে স্বীকাৰ কৰিলে। মহিমপুৰ উচ্চ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰৰ প্ৰশ্নোত্তৰ কাকতত সংস্কৃতত অংকতকৈ বেছি নম্বৰ উঠা হ'ল। ছাত্ৰই বিদ্যালয়ৰ বাৰ্ষিক উৎসৱত কালিদাসৰ নাটকৰ আবৃত্তি কৰিব পৰা হ'ল। আনকি মোৰ দৰে মধ্যমীয়া ধৰণৰ ছাত্ৰয়ো শ্ৰীমন্ত শংকৰৰ অংকীয়া নাটৰ শ্লোকবোৰৰ মৰ্ম বুজিব পৰা হ'লোঁ। মই উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষান্ত পৰীক্ষা দ্বিতীয় বিভাগত পাছ কৰিছিলোঁ। কিন্তু সংস্কৃতত আশীতকৈ বেছি নম্বৰ পাইছিলোঁ। কিন্তু স্কুল এৰাৰ পিছতেই শিক্ষা আৰু শিক্ষণৰ বহু সালসলনি হ'ল। শিক্ষাৰ অৰ্থকৰী দিশটো অধিক উৎকট হৈ পৰিল। অভিভাৱকৰ উপদেশৰ কল্যাণত ভৱিষ্যৎ গঢ়িবৰ বাবে ছাত্ৰ-ছাত্ৰীৰ অৱশ্য আকৰ্ষণ হ'ল অংক আৰু বিজ্ঞানলৈ। এজন ছাত্ৰই উচ্চতৰ গণিত লৈও সাধাৰণ বিজ্ঞানক অতিৰিক্ত বিষয় হিচাপে পঢ়িব পৰা হ'ল। সংস্কৃত এলাগী হ'ল। অৱশ্যে-পাঠ্য 'সমাজ বিজ্ঞান'তহে নিজৰ ঐতিহ্যৰ কথা ছেগা-চোৰাকাকৈ জানিবলগীয়া হ'ল। সংস্কৃতৰ পৰিবৰ্তে হিন্দীয়েও প্ৰাধান্য লাভ কৰিলে। তথাপি দুবছৰমান বছৰি চাৰি-পাঁচজনে সংস্কৃত লৈছিল। কিন্তু তিনি বছৰৰ আগতে উচ্চতৰ বিদ্যালয়ত একেলগে বিজ্ঞান আৰু কলাৰ বিভাগ খোলাত কোনেও সংস্কৃত নপঢ়া হ'ল। কলা বিভাগৰ ছাত্ৰয়ো সংস্কৃততকৈ অৰ্থনীতিহে সাদৰে বাছি ল'লে। ফলত এতিয়া পদ্মপাণি শৰ্মাই সপ্তমমানলৈকেহে সাহিত্য আৰু ব্যাকৰণ পঢ়ুৱায়। কাৰণ ওপৰ শ্ৰেণীত পঢ়ুৱাবলৈ অসমীয়া সাহিত্যত এম এ পাছ কৰা লোক আছে আৰু অংকৰ কাৰণে বিজ্ঞানৰ স্নাতক আছে।

"সৰু বাপু, আছনে? এইফালে আহচোন।"— গলগলীয়া মাতটো অধ্যক্ষ কান্তেশ্বৰ কলিতাৰ। সোমাবৰ সময় নাই। মোকে মাতিছে। তেখেতে বাৰাণ্ডাত ভৰি দিয়া নাই। মোৰ স্কুটাৰখনৰ ওচৰতে ৰৈ আছে। হাতত সেই চিকচিকীয়া পৰ্টফলিঅ' বেগটো। পিন্ধনত আঁতৰলৈ যোৱাৰ লক্ষণ। পাঞ্জাবী চোলাৰ ওপৰত বহু বুতামবিশিষ্ট গলাবদ্ধ কোটটো। ডিঙিত গলাবান। ঠাণ্ডা হোৱা নাই। তথাপি যিকোনো সময়তে তেওঁৰ গলাবানডাল থাকেই। শীতৰ বিৰুদ্ধে প্ৰায়ে এক অযথা প্ৰতিৰক্ষাৰ ব্যৱস্থা। কাৰণ যোৱা বছৰ তেওঁ টনচিল দুটা কটাইছিল।

মই ওচৰতে থিয় হ'লোঁহি।

"স্কুলৰ মেগাজিনৰ কাম কিমান আগবাঢ়িছে?"

"এই মাহত শেষ হ'ব লাগে।"

"ঠিক আছে। মিনিষ্টাৰ অহাৰ আগতে ওলাব লাগিব।"

তেখেতে জেপৰ পৰা ফটো এখন উলিয়াই মোৰ হাতত দিলে। চকু ফুৰালোঁ। তেখেতে সিবাৰ স্কুললৈ অহোঁতে শিক্ষামন্ত্ৰী শান্তনু চৌধুৰীক আদৰাৰ ফটো। লগতে গাঠলু স্কুল পৰিদৰ্শক কন্দৰ্প গগৈও আছে।

"এইখন মোৰ ছবিখনৰ আগত থাকিব লাগিব। ব্লকবোৰ বনাবলৈ কাক দিছ?"

"প্ৰিণ্ট ক্ৰেফ্ট এছোচিয়েট্ছক।"

"ভালেই হৈছে। মই এতিয়া টাউনলৈ যাওঁ। ৰাতিৰ বাছত গুৱাহাটী পামগৈ। এই কেইবছৰ গ্ৰাণ্ট বিচাৰি ফুৰাই মোৰ কাম হৈছে। চৰকাৰৰ গাঁঠি টান। অৱশ্যে এই বছৰ ৰিজাল্ট ভাল হ'লে ভাল গ্ৰাণ্ট পাম। এতিয়ালৈকে লেবৰেটৰীৰ একো গ্ৰাণ্টকে নাপালোঁ। যদি এইবাৰ আশা নেদেখোঁ, কি কৰিম জান?"

ইয়াৰ উত্তৰ মই দিব নালাগে। এয়া তেখেতৰ শিক্ষকতা কৰাৰ অভ্যাস। নিজে সুধি নিজে

উত্তৰ দিয়াটো তেখেতসকলৰ বৰ্ণনাৰ কৌশল। ইচ্ছা কৰি মোক কৌতূহলত ৰাখিবলৈকে অধ্যক্ষ কান্তেশ্বৰ কলিতাই ওঁঠত চিগাৰেট এডাল গুজি আড়ম্বৰেৰে জুইশলা বাহটো উলিয়ালে। চিগাৰেটটো জ্বলাই এই বয়সতে জ্যামিতীৰ চিত্ৰ আঁকা শুকান মুখখন কোঁচ খুৱাই হোপা এটা মাৰি আগৰ কথাৰ পিছৰখিনি আৰম্ভ কৰিলে, "যদি গ্ৰাণ্ট পোৱাৰ আশা নেদেখোঁ, তেনেহ'লে এফেকোবে পাঠশালা পামগৈ। লহকৰক চাৰি হাজাৰ টকা আগধন দিমগৈ। আৰাধনা থিয়েটাৰ অনাম। অৱশ্যে প্ৰায় এবছৰৰ পিছত। কিমান লাভ হ'ব জান?"

আকৌ বচন বিৰতি। এইবাৰ কোটৰ দীঘল জেপৰ পৰা হিমালয়ান ড্ৰাগ কোম্পানীৰ হালধীয়া প্লাষ্টিকৰ টেমাটো খুলি অলপ মছলা মোকো দি কৈ গ'ল, "ৰভাখন পূৰ হ'লে তেৰ হাজাৰ টকা উঠে। তেওঁলোকক চাৰে চাৰি হাজাৰ দিব লাগে। মুঠতে এৰাতিত আমাৰ লাভ হ'ব প্ৰায আঠ হাজাৰ। গতিকে এবাৰ আনিব পাৰিলেই প্ৰায় ত্ৰিছ হাজাৰ টকা পাম। তাৰে বেছ যন্ত্ৰ-পাতি কিনিব পৰা যাব। বিজ্ঞান শাখাৰ কোন বিষযত বেছি খৰচ লাগে জান?"

তেখেতৰ এইবাৰ কথা বখানিবলৈ সময নহ'ল। আমাৰ ছপাশালৰ পোনে পোনে চিটী বাছ ৰ'লহি। তেখেতে 'যাওঁ দে' বুলি কৈ ছাতিৰ মুৰটো মাটিত খুন্দিযাই খুন্দিযাই চিটী বাছৰ ফালে গহীনাই খোজ দিলে। তেখেতৰ লৰালৰি কৰাৰ দৰকাৰ নাই। বাছত সোমোৱাৰ লগে লগে আগৰ ফালৰ ছীট এটা খালী হ'বই। তেখেতকনো কোনে চিনি নাপায? তদুপৰি এইখন চিটী বাছৰ কণ্ডাক্টৰ হ'ল আমাৰ গজঙৰ ঘৰৰ গেৰজাই।

বাছখন যোৱাৰ পিছতহে কান্তেশ্বৰ কলিতাই মোক বাহিৰলৈ মাতি নি কোৱাৰ মৰ্মটো বুজিলোঁ। একেলগে তিনিটা কাম হ'ল— মোক লগ পোৱা হ'ল, কথা পতাও হ'ল, বাছখন চাই থকাও হ'ল। মানুহটোৰ প্ৰাযবোৰ বুদ্ধিযেই এনেকুৱা।

তেখেতক প্ৰায তিনি মাহৰ মূৰতহে আজিৰ দৰে ওচৰৰ পৰা দেখিছোঁ। মই লক্ষ্য কৰিছোঁ যে মানুহটোৰ আচল বযসতকৈ শৰীৰৰ বযস অধিক গতিত বাঢ়িছে। মুখ আৰু গলৰ ছাল অধিক মলিয়ন আৰু শোটোৰা-শোটোৰ হৈছে। চকু আৰু গাল বেছিকৈ সোমাই যোৱাত গালৰ ওপৰৰ হাড দুডাল বেছিকৈ ওলাইছে। চেলাউৰিৰ নোমবোৰ পাতল হৈ থিযদণ্ডা দিছে। কাণৰ ঘেৰত থকা নোমবোৰ বেছি দীঘল হৈছে আৰু দুডাল-এডাল পকিছেও। বুৰুজ যেন মোছকোছা চকুত পৰাকৈ পকিছে।

অকল চেহেৰাৰে সলনি হোৱা নাই, মানুহটোও বেচ সলনি হৈছে। এতিয়া কথাত কৰ্তৃত্বৰ ভাব। কাৰণ তেখেত দুহাজাৰ ছাত্ৰ-ছাত্ৰী আৰু তিনি কুৰিৰো অধিক শিক্ষক-শিক্ষয়িত্ৰীৰ অধিকৰ্তা। লগতে সন্মান আৰু টকা-পইচা।

অৱশ্যে মানুহজনৰ বেয়া গুণতকৈ ভাল গুণৰ মাত্ৰা অধিক। নিজৰ স্বাৰ্থ বজাই ৰাখিও কিবা এটা গঢ়িব পৰাৰ ক্ষমতা মহিমপুৰৰ আন কোনো মানুহৰ নাই। তেখেত নোহোৱা হ'লে মহিমপুৰত এনে এখন বিদ্যালয নহ'লহেঁতেন। পোনতে হুঁচৰি গাই পইচা তুলি, কাতি-আঘোণত ঘৰে ঘৰে ধান-সৰিয়হ তুলি প্ৰতিষ্ঠা কৰা দুচলীয়া খেৰীঘৰৰ মহিমপুৰ উচ্চ মাধ্যমিক বিদ্যালয় এতিয়া এখন জাকত-জিলিকা শিক্ষানুষ্ঠান হোৱাৰ মূলতে হ'ল কান্তেশ্বৰ কলিতাৰ অক্লান্ত পৰিশ্ৰম, বুদ্ধি আৰু পাৰদৰ্শিতা। এতিয়া স্কুলখন দেখি আঁতৰৰ মানুহে পোনতে কলেজ বুলিহে ভুল কৰিব। বুদ্ধি, চাতুৰী আৰু তোষামোদৰ বলত দুজনকৈ মন্ত্ৰী আৰু তিনিজনকৈ এম এল এক তুষ্ট কৰি উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰাৰম্ভিক

অৱস্থাত তেখেতে যথেষ্ট অনুদান আদায় কৰিলে। তাৰ পিছত কেবাবছৰো তেখেত ইটা-বালি, বিলাতী মাটিৰ হেডমাষ্টৰ হৈ পৰিল। লাহে লাহে বিদ্যালয়ৰ ঘৰ-দুৱাৰবোৰ বাঢ়িবলৈ ধৰিলে আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও বাঢ়িল। কান্তেশ্বৰ কলিতা প্ৰধান শিক্ষকৰ আসনত গজগজীয়া হৈ বহিল আৰু তেখেতৰ ঘৰুৱা অৱস্থাও গজগজীযা হ'ল। কাৰণ নিজ হাতে ইমানবোৰ টকা গৃহ নিৰ্মাণৰ কামত খৰচ কৰিবলৈ পালে কাৰ অৱস্থা একে চিনে থাকিব? আজিৰ যুগটোৱেই কমিছন খোৱাৰ যুগ, চান কাটি খোৱাৰ যুগ।

এতিয়া আকৌ উচ্চতৰ মাধ্যমিক বিদ্যালয় হিচাপে গঢ়ি তোলাৰ বাবে তেখেতৰ মগজুত অসংখ্য বুদ্ধিযে কেঁকোৰা পোৱালিৰ দৰে কিলবিলাই আছে। আকৌ মঞ্জুৰি পালেই পুনৰ কান্তেশ্বৰ কলিতা ইটা-বালি-বিলাতী মাটিৰ অধ্যক্ষ হ'ব। তাৰ বাবে সুকীয়া সময়ত সুকীয়া ৰাজনৈতিক দলৰ আস্থাৱান হ'বলৈ তেওঁ বহুৰূপী হৈ পৰিব। সুবিধা বুজি মহিমপুৰ অঞ্চলৰ চাৰে চাৰি হাজাৰ ভোটদাতাৰ ভোট দিযাৰ ঠিকা ল'ব।

এইখিনিতে কাহিনীৰ প্ৰয়োজনত মোৰ এটা চমু পৰিচয় দিবলগীয়া হ'ল। মোৰ পোছাকী নাম কপিল কাকতী। বয়স ২৭। অবিবাহিত। এটা সৰু ছপাখানাৰ মালিক, 'হিৰো' বাইচাইকেল আৰু 'গুড ইযেৰ' টায়াৰ-টিউবৰ (চাইকেলৰ) এজেন্সীও আছে। কৃষি উদ্ভিদ বিজ্ঞানৰ এম এছ-চি যদিও ব্যৱসায়-বাণিজ্যতহে ৰাপ। অৱশ্যে বিশ্ববিদ্যালযৰ শেষ পৰীক্ষাটো দিযেই ছমাহ কাল গুৱাহাটীৰ দৈনিক বাতৰিকাকত এখনত কাম কৰিছিলোঁ। সম্পাদক কেইগৰাকীমানৰ লগত পৰিচয় থকাৰ কাৰণেই মই যোৱা তিনি বছৰৰ পৰা গুৱাহাটীৰ দৈনিক বাতৰিকাকত এখনৰ স্থানীয় বাতৰিদিওঁতা। পোনতে ভাব হৈছিল যে আমাৰ ইয়াত বিশেষ বাতৰি বিচাৰি নাপাম। পিছতহে বুজিলোঁ যে অঞ্চলো বাতৰিদিওঁতাৰ বাবে উপযুক্ত। মহিমপুৰ জলসিঞ্চন প্ৰকল্প, ভাৰতীয খাদ্য নিগম, গডকাপ্তানি বিভাগ, স্থানীয় স্বাস্থ্যসেৱা, উন্নযন খণ্ড আদিৰ কাম আৰু খামখেযালিক লৈয়ে ভালেমান বাতৰি পৰিৱেশন কৰিব পাৰি।

এইকেইদিন ছপাশালত বৰ ব্যস্ত থাকিবলগীয়া হৈছে। চাৰিখন বুজন ধৰণৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাত প্ৰয়োজন হোৱা নোটৰ ছপা কাম চলি আছে। তদুপৰি চাহ বাগিচা দুখনমানে অৰ্ডাৰ দিয়া ফৰ্ম কেইখনমানৰ কাম আধা দুখৰীয়া হৈ আছে। ইফালে মহিমপুৰ জলসিঞ্চন প্ৰকল্পৰ টকা-পইচাৰ বৃহৎ কেলেংকাৰি এটা অনুসন্ধান কৰি প্ৰকৃত তথ্য পৰিৱেশন কৰিবলৈ চেষ্টা চলাই আছোঁ। সেইবাবে পদ্মপাণি শৰ্মাৰ কামখিনিৰ কথা তেখেত আহি ওলালতহে মনত পৰিল।

"এইবাৰলৈ ক্ষমা কৰক, ছাৰ। মাত্ৰ এঘণ্টাৰ কাম। কাইলৈ গোটেইবোৰ কপি হৈ যাব।"

"কাগজখিনি ভাল দিছতো?

"আপুনি কোৱামতেই দিছোঁ।"

বোধকৰোঁ তেখেত বিতুষ্ট নহ'ল। আগৰ দৰেই তামোলৰ টেমাটো আগবঢ়াই দিলে।

"এইবোৰ কি লিখিছ?"

"আমাৰ জলসিঞ্চনৰ কাহিনী। ইঞ্জিনীয়াৰবোৰ পইচা খাই খাই তেনেই 'লাল' হৈ গৈছে, অথচ সিহঁত প্ৰত্যেকেই একোটা চোকা ল'ৰা আছিল। মুঠতে চোকা মানুহৰ পৰা কাম নহয়, চৰিত্ৰৱান মানুহহে আমাক লাগে।"

"সি কি কৰিলে?"

"শুনিলে গা জঁকি উঠিব। সিহঁতকৈ পুলিচবোৰেই ভাল। কেবা কোটি টকাৰ প্ৰজেক্ট।

ছহাজাৰ একৰ মাটিত জলসিঞ্চনৰ সুবিধা হ'ব লাগিছিল, হৈছে চাৰিশ একৰ মাটিত। গোটেই কেলেংকাৰি। গুৰিৰে পৰা যোগ আছে।"

"মুঠতে দেশ ৰসাতলে গ'ল। সিদিনা বাতৰিত পালোঁ, মন্ত্ৰী পৰ্যায়ৰ লোক এজনে কৈছে বোলে দুৰ্নীতি হেনো এটা বিশ্বজোৰা ধাৰা বাবে আমাৰ কৰিবলগীয়া একো নাই। এয়া পৰুৱাৰ পাখি গজা কথা, বুইছ। কিন্তু কিমান দিনলৈ? বাৰু সেইবোৰ বাদ। মোৰ প্ৰুফখিনি আজিয়েই চাই যাব পাৰিমনে?"

"আধা ঘণ্টা ৰওক।"

পদ্মপাণি শৰ্মাই চকীখনত বেচ আৰামেৰে বহি ল'লে। তেখেতে মোলৈ খুব তন্ন তন্নকৈ চাবলৈ ধৰিলে। মই ইয়াৰ কাৰণ বুজিব নোৱাৰিলোঁ। মই নিজৰ কামত লাগি গ'লোঁ। তেখেতে বহুত পৰৰ মৌনতা ভংগ কৰি পোনতে যিষাৰ কথা ক'লে, তাকে শুনি মই বিচূৰ্তি খালোঁ।

"সৰু বাপু, তই কান্তেশ্বৰৰ দলৰ নেকি?"

"কিয় সুধিলে, ছাৰ?"

"আমাৰ স্কুলখনক লৈ খবৰ নহয় নেকি? কান্তেশ্বৰৰ কপটালি তোৰ চকুত পৰা নাই?"

"মোক কোনেও কোৱা নাই।

"বাৰু আগতে এটা কথাৰ উত্তৰ দে। এতিয়া স্কুলত বাছনি পৰীক্ষা চলি আছে। কিন্তু আচৰিত কথা যে শিক্ষকে পৰীক্ষা-ঘৰত পহৰা দিয়া নাই। বাৰাণ্ডাতহে আলেঙে আলেঙে ঘূৰি ফুৰিছে। মই ইয়াৰ ঘোৰ আপত্তি কৰাত কেইজনমান শিক্ষকৰ সাক্ষাততে কান্তেশ্বৰে ক'লে, 'আচলতে পৰীক্ষা-ঘৰত পহৰাদাৰী হৈ থাকি, আমি ছাত্ৰ-ছাত্ৰীৰ নৈতিক চৰিত্ৰক সন্দেহ কৰি সিহঁতক হীন চকুৰে চাইছোঁ। ই নতুন পুৰুষৰ কাৰণে মংগলৰ কথা নহয়। যেন বিনোৱাভাবেৰে বাণীহে' এতিয়া প্ৰশ্ন হ'ল— এনেকৈ কোৱাৰ আৰু এনে ব্যৱস্থা কৰাৰ অন্তৰালত কি অভিপ্ৰায় আছে?"

"শিক্ষাজগতৰ কথা মই তেনেকৈ চিন্তা কৰা নাই আৰু মই কোনোদিনেই শিক্ষক হ'বলৈ হাবিয়াহ কৰা নাছিলোঁ।"

"অৰ্থাৎ তই প্ৰশ্নটোৰ পৰা এৰাই যাব খুজিছ? মোৰ পৰা শুনিব খুজিছ? বাৰু কওঁ— তাৰ বাণীটো ধূৰ্তৰ বাণী। মুঠতে সি "পলিটিচিয়ান"। দ্বিতীয় অংশৰ উত্তৰ হ'ল—এয়া চূড়ান্ত পৰীক্ষাত নকল কৰাৰ বাবে আখৰা, মানে প্ৰশিক্ষণ। বুজিলিতো? এনে এটা পৰিস্থিতিত শিক্ষকতা কৰি কি তৃপ্তি পাম? সেই কাৰণে মই সোঁৰৰণী বনোৱাতে মনপুতি লাগিছোঁ। এতিযা সাংবাদিক হিচাপে তোৰ কৰ্তব্য হ'ল মহিমপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত এইচ এছ এল ছি আৰু এইচ এছ এছ এল ছি পৰীক্ষাৰ কেন্দ্ৰ হোৱাটো অতি বিপজ্জনক আৰু অবিবেচিত কাৰ্য হৈছে আৰু কেন্দ্ৰটো উঠাই দিব লাগে— এই কথা খবৰ কাগজত জনাই দিয়াটো।"

"বাৰু বিশ্বাসযোগ্য প্ৰমাণ থাকিলে জনাম। আমাৰ কাকতখনে এনে খবৰো বিচাৰে। পিছে কথাটো ভালকৈ প্ৰতিষ্ঠিত কৰিব নোৱাৰিলে কেচ লাগিব পাৰে।"

"বাৰু, আগলৈ লিখিবিতো? কথা দিছ?"

মই মাথোন ব্যৱসায়িক বিনম্ৰতাৰে হাঁহিলোঁ। ইয়াতেই হয়তো তেখেতে কিবা সম্মতিৰ লক্ষণ দেখিলে।

মন বিয়াকুল কৰা বা দেহ-মনক উলাহ দিয়া উম কঢ়িয়াই বসন্তৰ দিনবোৰ এটি এটিকৈ বাগৰি গ'ল। গছ-লতাই প্ৰাণ পালে। আৰম্ভ হ'ল শীতত জুৰুলা লগা বিবিধ পখীৰ গীত। নাহৰে মোট সলালে। নাহৰৰ মন্দিৰৰ চূড়া যেন শৰীৰবোৰ কোমল, ৰঙচুৱা হ'ল। লাহে লাহে বৰদৈচিলাই বোকোচাত কঢ়িয়াই অনা বৰষুণে ধৰণীক জীপাল কৰিলে। এতিয়া গছ-লতা আৰু খেতি-পথাৰৰ বিশালতাত কোমল সেউজৰ পয়োভৰ। প্ৰকৃতি পাটগাভৰু হ'ল। লগতে আহিল ন ডেকা-গাভৰুৰ শক্তি পৰীক্ষাৰ দিন। পৰীক্ষাৰ মৌচুম।

যোৱা তিনি বছৰৰ দৰে এই বছৰো মহিমপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয় কেন্দ্ৰত স্কুল পৰ্যায়ৰ পৰীক্ষাবোৰ হ'ব। আগৰ দৰেই অধ্যক্ষ কান্তেশ্বৰ কলিতা ইয়াৰ ভাৰপ্ৰাপ্ত বিষয়া হ'ব। পদ্মপাণি শৰ্মাই কোৱা মতে এদিন কান্তেশ্বৰে শিক্ষকসকল মতাই আনি ক'লে যে যোৱাবাৰৰ পৰীক্ষাৰ ফলাফলতকৈ এইবাৰ বেছি ভাল হ'লেহে উচ্চতৰ মাধ্যমিক শাখা দুটাৰ বাবে চৰকাৰৰ পৰা অনুদান পোৱা যাব। গতিকে সকলো শিক্ষকে চেষ্টা কৰা উচিত যাতে পৰীক্ষাবোৰ ভাল হয়। "ইয়ো এক কূটনৈতিক উক্তি নহযনে? ইযাৰ অৰ্থ কি?" বুলি তেখেতে আকৌ মোক সোধে। মই উত্তৰ দিবলৈ চেষ্টা নকৰোঁ বুলি জানি তেখেতে কৈ যায, "কান্তেশ্বৰে কোনো কথাকে চিধাকৈ নকয়। আমি কৰিব লাগিব বুলি ক'লে জানিব লাগিব যে শিক্ষকসকলক নিৰ্দেশ দিছে। আমি কেৱল দৰমহাৰ কথাই ভাবিলে নহ'ব, ইয়াৰ অৰ্থ হ'ল শিক্ষকসকলে পঢ়া-শুনাও কৰা যুগুত। এতিয়া কান্তেশ্বৰৰ এই কূটনৈতিক উক্তিও তেনেকুৱা। ফলাফল ভাল কৰিবলৈ হ'লে শিক্ষকসকল পোনৰে পৰা সচেষ্ট হ'ব লাগে। পৰীক্ষাৰ দুদিনৰ আগতে কোৱাৰ কোনো অৰ্থ নাই। কিন্তু ইযাৰ অৰ্থ বুজাই বুজি ল'লে।"

— এনেকৈ কৈ পদ্মপাণি শৰ্মাই ইংগিতসনা মিচিকনি এটা বিৰিঙিয়ালে। মই সকলো বুজি পেলালোঁ।

মই ঠিকেই বুজিছিলোঁ। কাৰণ উচ্চতৰ মাধ্যমিক বিদ্যালয় শিক্ষান্ত পৰীক্ষাৰ প্ৰথম দিনা আবেলি পদ্মপাণি শৰ্মা মোৰ কোঠাটোত উধাতু খাই সোমালহি। ৰ'দো চোকা নহয় আৰু বতাহো বলি আছে। তথাপি পদ্মপাণি শৰ্মাৰ মুখ আৰু গালত ঘাম। চুলিবোৰ আগৰ দৰে পৰিপাটীকৈ থকা নাই। মুখত আগৰ সাম্য মূৰ্তিৰ অভ্যাস নাই। দুৰ্বাসা মুনিৰ দৰে কঠোৰ চকু দুটাই অগনি বৰষিছে। মই বহিবলৈ অনুৰোধ কৰিছোঁ। অত্যন্ত বিচলিত হৈছে বাবে তেখেত বহিব পৰা নাই। মোক কৈছে, "মই আগতেই কৈছোঁ নহয সৰু বাপু, সি আঁচনি মতেই কাম কৰিছে। শিক্ষকো সেই। তাৰ, তহঁতৰ কান্তেশ্বৰ ছাৰৰ তালে তালে তেওঁলোকে নাচিছে' এয়ে যুগৰ বিডম্বনা। মই পুৰণি মানুহ। তাকো সংস্কৃত পঢ়া মানুহ। গতিকে মই সেই দলত নাই। ৰবি ঠাকুৰে কি লিখিছিল জান? যদি তোৰ ডাক শুনে আৰ কেউ না আশে, একলা চল ৰে। মই বৰ অকলশৰীয়া সৰু বাপু, বৰ অকলশৰীয়া ।"

কথাখিনি কোৱাত তেখেতৰ ফোঁপনি উঠিল। বোধকৰোঁ তেখেত ক্লান্ত হ'ল। মোৰ নিচেই ওচৰৰ চকীখনত বহিল। মই খুব ধীৰে-সুস্থিৰে সুধিলোঁ, "ছাৰ, মুঠতে কথাটো কি হ'ল?"

পদ্মপাণি শৰ্মাই মোৰ ফালে তীক্ষ্ণভাৱে চাই ক'লে, "এতিয়াও নুবুজিলি? মুঠতে যিটো সৰ্বনাশ নহওক বুলি ভগৱন্তক খাটিছিলোঁ, মূৰকত সিয়েই হ'ল। তই কথা দিছিলি নহয়? এতিয়া মই কৈ যাওঁ, তই খবৰ কাগজৰ কাৰণে লিখি যা।"

মোক নিয়োগ কৰা দৈনিক বাতৰিকাকতখনৰ নামটো ছপা থকা 'পেড'টোৰ পৰা কাগজ

এখন উলিয়াই বাধ্য ছাত্ৰৰ দৰে শ্ৰুতলিপি লিখি গ'লোঁ, "প্ৰাপ্ত বাতৰি মতে, মহিমপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰীক্ষা কেন্দ্ৰত পৰীক্ষাৰ নামত পাইকাৰী হাৰত চুৰি, নকল আদি এনে দেখদেখকৈ চলিছে যে নিকৃষ্ট পৰীক্ষাৰ্থীয়েও প্ৰথম বিভাগত উত্তীৰ্ণ হোৱাৰ আশা। ইয়াৰ মূলতে হ'ল উত্তম ফলাফল প্ৰদৰ্শনৰ যোগেদি বিদ্যালয়ে মঞ্জুৰি আদায় কৰাৰ অপ্ৰত্যক্ষ প্ৰচেষ্টা। উক্ত বিদ্যালয়তে যোৱা বাইছ বছৰ নিষ্ঠাৰে শিক্ষকতা কৰি অহা শ্ৰীপদ্মপাণি শৰ্মাই এই সংবাদদাতাক জনায় যে পৰীক্ষাৰ্থীক কৰ্তব্যৰত শিক্ষকে উমৈহতীয়াভাৱে শিকাই দিছে আৰু কিতাপ-টোকাবহীৰ যোগান ধৰিছে। "

এইখিনিতে মোৰ কলম ৰৈ গ'ল। মই ক'লোঁ, "ছাৰ, তাতে চাকৰি যেতিয়া আপোনাৰ নামটো দিম জানো?" লগে লগে তেখেতে এটা অস্বাভাৱিক হাঁহি মাৰি ক'লে, "কোনো চিন্তা নাই। মই কাম ইস্তফা দি আহিছোঁ। কাগজখন— ইস্তফা দি লিখা কাগজখন— তইঁতৰ কান্তেশ্বৰৰ মুখত দলিয়াই দি আহিছোঁ। মই শিক্ষক হৈ উঠি অহা পুৰুষটো অধঃপাতে যোৱাটো নীৰৱে চাই থাকিব নোৱাৰোঁ। মই বিবেকক হত্যা কৰিব নোৱাৰোঁ। ইচ্ছা কৰিলে তই এইখিনি কথাও লিখিব পাৰ। মোৰ পৰিয়ালটো কিবা নাখাই মৰিবনে? ঈশ্বৰে ফৰিংটোলৈকো কুটা এডাল থৈছে।"

মই কলমটো কামুৰি ঋষিতুল্য মানুহজনলৈ হতভম্ব হৈ চাই ৰ'লোঁ। লগে লগে চকু দুটা মুদি দিলোঁ। মোৰ এনে ভাব হ'ল, তেখেতৰ চকুৰ অগনিযে যেন মোকো নিমিষতে ভস্মীভূত কৰিব। তেখেতক সাষ্টাংগে প্ৰণিপাত কৰিবলৈ মন গ'ল।

# মনত জুই জ্বলিলে

গোটেই ঘৰখনেই গহীন। মাণিকে গুণমাইহঁতৰ ঘৰখন এনে নিমাওমাও অৱস্থাত কাহানিও দেখা নাছিল। কাৰবাৰ কিবা অথন্তৰ হ'ল বুলিয়েই সি ধৰি ল'লে। চ'ৰাঘৰটোও আগৰ দৰে হৈ থকা নাই। খুঁটাত লগাই থোৱা কাঠৰ মূৰৰ ওপৰত গজাল মাৰি থোৱা পহুটো বেঁকা হৈ আছে। ৰাধা-কৃষ্ণৰ ৰঙীণ ছবিৰ ওপৰত আজি বকুলৰ মালা নাই। কাঁহীখনৰ ওপৰত সজাই থোৱা পিতলৰ শৰাইখন আগৰ দৰে চিক্‌মিকাই থকা নাই। পিৰালিকেইটাও আনদিনাৰ দৰে বগা মাটি আৰু গোবৰেৰে লিপা-কোচা কৰা নাই। চ'ৰাঘৰৰ পৰা যেন জীয়া জীয়া ভাবটো নষ্ট হৈ গৈছে। এজনী গাভৰু ছোৱালীৰ ৰঙচুৱা মন আৰু খনিকৰ যেন হাতৰ পৰশ নাপাই জুৰমন হাজৰিকাৰ ঘৰখন কোনোবা পমুৱা মানুহৰ ঘৰ যেনহে লাগিছে। মাণিকক দেখি গুণমাইৰ মাক বগীতৰাই 'বহ' বুলি কৈ তাৰ ওচৰৰ পৰা আঁতৰি গৈছে। বগীতৰাক অসম্ভৱ গহীন দেখি মাণিকে একো সুধিবলৈকে সাহ কৰিব নোৱাৰিলে। তাৰ উশাহ-নিশাহবোৰ ঘন হৈ আহিবলৈ ধৰিলে।

আনদিনা হ'লে তাৰ এনে অৱস্থা নহয়। পোনতে গুণায়েই তাৰ ওচৰ চাপেহি। পোনতে তাই তাৰ ক্ৰমাৎ ডাঠ হৈ পৰা গোঁফকোছাৰ কথা কৈ জোকায়। তাৰ পিছতে তাই গাঁওখনৰ ক'ত কি হ'ল অনৰ্গল কৈ যায়। কিন্তু দুয়োৰে চকুৰে চকুৰে আন গোপন কথা বিৰঙি উঠে। কাষৰ কোঠাত মাক, বাপেক নাইবা সৰু ভায়েকটো নাই যেন গম পালে তাইৰ মাত নাইকিয়া হয়। চকুৰ চাৱনি বেছি চোকা হৈ পৰে। চাৱনিয়ে দেহ-মনৰ আকুলতাৰ কথা কয়। মাণিকৰ হাত দুখনে অজানিতে তাইৰ আন্ধাৰ-ক'লা চুলি আৰু কুণ্ডত কটা মুখখনৰ পৰশ বিচাৰে। গুণমাই তাৰ বুকুত সোমাই পৰে। তাৰ তেতিয়াহে পুৰুষ পুৰুষ লাগে।

আজি সি ভালেমান সময় বহিল। পিছে এতিয়ালৈকে গুণমাইৰ উমঘামেই নাই। মাক বগীতৰাই এবাটি চাহ তাৰ আগত থৈ আকৌ আগৰ দৰে থিতাতে নাইকিয়া হ'ল। সন্ধিয়া হওঁ হওঁ। পদূলিৰ বকুলজোপাৰ পৰা মন ৰাইজাই কৰা গোন্ধটো বতাহত বিয়পিছে। তাৰ নাকতো লাগিছে। কিন্তু সি আজি একো উন্মাদনা অনুভৱ কৰা নাই। তাৰ ভাব হৈছে, ক্ৰমাৎ আন্ধাৰে গ্ৰাস কৰিব খোজা চ'ৰাঘৰটোৰ চুকে-কোণে যেন গুণমাইৰ হা-হুমুনিয়াহবোৰ গোট মাৰি বৈ আছে।

এইবাৰ বগীতৰাই এবটা তামোল লৈ তাৰ ওচৰতে চৰাখনত বহি তামোল কাটি কাটি ঘপহকৰে কথা আৰম্ভ কৰিলে।

"তোৰ চাকৰি-বাকৰি কিবা এটাৰ সুবিধা হ'লনে?"

"সুবিধা হোৱাহ'লে পোনতেই ক'লোঁহেঁতেন।"

মাণিকৰ সমিধানটো আৰু সমিধান দিয়াৰ ধৰণটো বগীতৰাৰ পছন্দ নহ'ল। তাই তামোলটো জোৰেৰে দুছিটা কৰি অংশ দুটা শব্দ কৰিয়েই বটাত ৰাখিলে। পাণ এখিলাত আয়মেৰে চুণ লগাই জাপি থৈ তাৰ ওপৰত তামোলডোখৰ থ'লে আৰু বটাটো মাণিকৰ ফালে আগুৱাই দি ক'লে, "এৰা, আজিকালি চাকৰি-বাকৰিৰ বৰ টান হৈছে। পিছে তোৰ হাতে-কামে লগা বিদ্যা যেতিয়া তেওঁ যহ-তহ। কলেজত পঢ়াবোৰৰহে কোনোফালে খেও নাখায়।"

মাণিকে চহৰৰ আই টি আই বোলা স্কুলত লোহা-লক্কৰৰ কাম শিকি পৰীক্ষাও পাছ কৰিলে। কিন্তু এতিয়ালৈকে চাকৰি এটা নাপালে। তেল বিচাৰি ফুৰা কোম্পানীটোতো কাম বিচাৰিলে। তাতো নাপালে। এই অ' এন জি চি বোলা ব্যৱস্থাটোত হেনো অসমীয়া মানুহক চাকৰি নিদিবলৈহে আন জেগাৰ মানুহে ফন্দি পাতি থাকে।

বগীতৰাৰ মুখত উপদেশ শুনি তাৰ খং উঠিল। সি তামোলখন নুছুলেই। ঘপহ কৰে থিয় হৈ যাবলৈ ওলাল। বগীতৰাৰ কিন্তু আগৰ দৰেই ঠাণ্ডা মগজৰ কথা।

"অকণমান ৰচোন! এটা কথা আছে। ভাবিছোঁ, আচল কথাটো কৈ দিয়াই ভাল। গুণমাইক আজিকালি চ'ৰাঘৰলৈ ওলোৱাকে মানা কৰি দিছোঁ। তাইৰ আকৌ চব ঠিক-ঠাক হৈ গ'ল নহয়! ল'ৰা ভাল। শকত চাকৰি, অভাৰচিয়াঁৰ। দুই হাতে পইচা ঘটিছে। গুৰি-গোৰাও শকত।"

"হয় নেকি? বৰ ভাল কথা। মই যাওঁ।"

মাণিক ওলাই আহিল। তাৰ ভৰিৰ তলৰ পৰা মাটি খহি পৰিল। সন্ধিয়াৰ পাতল আন্ধাৰত গছ-গছনিবোৰ ভূত-ভূতুনী হৈ তাৰ চাৰিওকাষে ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে। গোটেই পৃথিৱীখনেই যেন তাৰ মনত এতিয়া এখন বিশাল মৰিশালি। কিন্তু কালিলৈকে এইখন পৃথিৱীত ফুলৰ গোন্ধ আছিল ডাৱৰত ৰং আছিল, বেলিৰ পোহৰো জুলীয়া সোণ হৈ পৃথিৱী বিনন্দীয়া কৰিছিল, নৈৰ জিলিমিলি সোঁতে জীৱনৰ গতি বিচাৰি পাবলৈ তাক উছাহ যোগাইছিল।

কিন্তু আজি চব শেষ হৈ গ'ল। সি চাকৰি এটা পাম বুলি হাবাথুৰি খোৱা নাছিল। মাত্ৰ দেখাক দেখি দুই-এখন দৰ্খাস্তহে দিছিল। দুঠাইত 'ইণ্টাৰভিউ' দিলে। তিনি ঠাইত নিদিলেও। ইমানেই। সিও গোলোক মণ্ডলৰ ল'ৰা। চাকৰি নহ'লেও তাৰ চলে। বাপেকে ভালেমান মাটি-বাৰী ৰাখি থৈ গৈছে। আজিৰ দিনত খেতিয়কহে ৰজা। সেয়েহে তাৰ আনৰ গোলামি নকৰিলেও চলে। কিন্তু তাৰ চাকৰি নাই বুলি বগীতৰাই হেয়জ্ঞান কৰিব কিয়?

তাৰ চিন্তাৰ আঁত হেৰাই গ'ল।

গুণমাই নিশ্চয় শোৱনী-ঘৰত আছিল।

গুণমায়ে নিশ্চয় চকুপানী টুকিছিল।

গুণমায়ে নিশ্চয় মাকৰ কথা শুনি আছিল।

তাই ওলাই নাহিল। সি তাইক এবাৰ চাই যাওঁ বুলি ক'বলৈ সাহস কৰিব নোৱাৰিলে। কেইদিনমানৰ ভিতৰতে সকলো ওলট-পালট হৈ গ'ল।

সি গুণমাইক দুষিব নোৱাৰিলে।

বাটত ভৰি দিয়াৰ লগে লগেই তাৰ খোজবোৰ খৰ হ'বলৈ ধৰিলে। কিন্তু সি ইমান খৰকৈ

অহাৰ কোনো অৰ্থ বিচাৰি নাপালে। গাঁওখনত সন্ধিয়াই প্ৰাণ পাইছে। নামঘৰত দবা বাজিছে। ঘৰে ঘৰে বন্তি জ্বলিছে। গোহালিৰ দাঁতিত ঘৰে ঘৰে জাগ দিছে। চুবুৰিয়ে চুবুৰিয়ে বকুল-তৰুৱা কদমৰ গোন্ধত পীৰিতিৰ নিচা। ল'ৰা-ছোৱালীৰ হাই-উৰুমি। মুখচোকা শাহু-বোৱাৰীৰ বাক্-বিতণ্ডা। দেৱ বায়নৰ ঘৰৰ পৰা খোলৰ বোল ভাঁহি আহিছে— ধিধেই তাঘিণিতা খিতিতৌ তাঘিণিতা খিতিতৌ তাতা খিতা ধেই । পথাৰৰ পৰা ম'হৰ পিঠিত উঠি কোনোবা আহিছে হবলা। ম'হৰ পিঠিত উঠি সি বনঘোষা গাব লাগিছিল, কিন্তু পযাৰহে মাতিছে— বিৰস বদন কেন সজ্জল নয়ন। মুখ ওন্দোলাই মাই কান্দা কি কাৰণ। সেইটো আমাৰ তিলেশ্বৰ হ'বলা।

মাণিক আহি আহি কুঁৱৰী পুখুৰী পালেহি। তৰাৰ পোহৰতো পুখুৰীৰ ভেট ফুলবোৰ জিলিকিছে। তাক দেশৰ ভাগৰে জুমুৰি দি ধৰিলে। সি পুখুৰীৰ পাৰৰ কাপোৰ ধুবলৈ ৰখা শিল এচটাত বহিল। তাৰ আগৰ কথাবোৰ মনত পৰিল। তাই তেতিয়া পাটগাভৰু। ইয়াতে সিহঁতে হেঁপাহ পলুৱাই গা ধুইছিল। সি তাইক ইয়াতে পথাৰৰ পৰা শেলেকু আনি দিছিল। দুয়োটাই একেলগে বৰটোকোলা খেদিছিল, ডাউক আৰু কামচৰাইৰ মাত অনুকৰণ কৰি সিহঁতে সিঁয়াৰিছিল। সিহঁতে প্ৰকৃতিৰ লগত এক হৈ গৈছিল। সিহঁতৰ ভাব হৈছিল, সিহঁত যেন উজানৰ মাছহে।

আজি কিন্তু কথা সুকীয়া। গুণমাইৰ বাপেকটো মহা টকা-হাকলুৱা। মাক বগীতৰাও কম ফুটনিত মৰা তিৰোতা নহয়। যিটো ককাযেক আছে, তাৰো ঘৰখনলৈ মায়া নাই। কাকীৰ ফালে পাম লৈ তাৰে তিৰোতা এজনী টেটুত চপাই লৈ তাতে থাকে। সি এইখননো ঘৰ বুলি ভাবিব কিয়? নিজৰ তিৰোতাজনী য'ত থাকে সেইখনহে আচল ঘৰ।

মাণিকে আকৌ ঘৰৰ ফালে খোজ লয়। তাৰ গাটোত কোডো বৰলে ডকা যেন লাগে। ঘৰ পাযেই সি এটা কথা থিৰাং কৰি পেলায়। গুণমাইক কথাটো চাফ চাফকৈ কৈ দিব লাগিব। তাৰ আগতে এফলীয়াবড়িলৈ যাব লাগিব। সি পেহাকক নোসোধাকৈ একো কাম নকৰে। পেহাকক সি যি পাৰে ক'ব। পেহাকে যদি কয়, "তিৰোতা এটা অসগ্ৰাতী জাত। সিহঁতৰ লগত সাঙোৰ খাই নল'বি, বোপাই", তেনেহ'লে ওৰে জীৱন সি কেৱলীয়া ভকতৰ দৰে থাকি যাব। সেই একেজন পেহাকে যদি কয়, "এবাৰ যদি ভুল কৰ, ওৰে জীৱন পস্তাবি। ভাল পালেই নহ'ব বোপাই, পৰাক্ৰমো থাকিব লাগিব", তেতিয়াহ'লে সি আৰু সুদাই নেৰে। বগীতৰা, জুৰমন হাজৰিকা, গুণমাইৰ সেই ওফাইডাং মোমায়েকটো, কাকো সি পৰোৱাই নকৰে। পীতাম্বৰেই তাৰ কাৰণে হৰ্তা-কৰ্তা-বিধাতা। কাইলৈ ৰ'দটো কোমল হৈ থাকোঁতেই সি এফলীয়াবড়ি ওলাবগৈ। পলম হ'লে কথাটো ভাল নহ'ব। পীতাম্বৰ পেহা এফালে ওলাই যাব পাৰে।

কুঁৱৰী পুখুৰীৰ পাৰৰ পৰা সি উঠিল। এতিয়া পশ্চিমে জোনটো ওলাইছে। পথাৰখনে এতিয়া নতুন ৰূপ লৈছে। এনে এটা জোনাকতেই গুণমাই তাৰ বাহুৰ বন্ধনত সোমাইছিল। এইখন পথাৰৰ মাজতে সি তাইক তাৰ মাটিকেইডোখৰ দেখুৱাইছিল। সিহঁতে নতুন দিনৰ সপোন ৰচিছিল। সি কৈছিল, "ইয়াত আছে তিনি পুৰা। ৰুপিত মাটি। ছলাপথাৰত এপুৰা দুবিঘা চাৰি লোচা। ইয়াকে যদি ভালকৈ চলাব পাৰোঁ, আমাৰ খায় কোনে?" তাই তাৰ বুকুত মূৰটো সুমুৱাই কৈছিল, "মই জানো এইবোৰ সুধিছোঁ? তুমি মানুহটোৰেই মোৰ মনত ঢেৰ।"

সেইজনী গুণমায়েই আজি তাৰ আগলৈ নোলাল। ইয়াৰ নিশ্চয় কিবা এটা কথা আছে। ইয়াৰ

উত্তৰ দিব পাৰিব পীতাম্বৰ পেহাইহে।

সি ৰাতিটো চট্ফটাই থাকিল। মাকেও তাৰ মনৰ পোৰণিৰ কথা বুজিলে, ভনীয়েক পুণ্যেশ্বৰীয়েও বুজিলে। পিছে সিহঁতে বুজিও নুবুজাৰ ভাও জুৰিলে। বাপেক মোলাৰাম হোলাৰ ভাই মোলা। চিধা মানুহটোৱে এইবোৰ বুজিও নাপায় আৰু এইবোৰৰ বুজো নলয়।

মাণিকে ভনীয়েক পুণ্যেশ্বৰীৰ লগত অলপ আঁৰ-বেৰ নোহোৱা কথাও পাতে। কিন্তু তাই নজনা ভাও জুৰিছে কিয়? সেয়েহে পুৱা জলপান দিয়াৰ সময়ত মাণিকে তাইক ক'লে, "পুণে, বিয়া এখন খাব পাৰিবি দে। চব হেনো ঠিক-ঠাক হৈ আছে।"

"কাৰ? তোৰ?"— পুণ্যেশ্বৰীয়ে সুধিলে।

"মোৰ কেনেকৈ হ'ব? মইনো এইটো অঞ্চলৰ ছোৱালীৰ লায়কৰনে? তোৰ লগৰী গুণমাইৰ। কোনোবা অভৈচ্যাৰৰ লগত।"

"অ', সেয়েহে তোৰ তেলত দিয়া মাছৰ অৱস্থা! কথা ক'লে চাক চাক ক'বি আৰু সাহস নাথাকিলে তই কিহৰ পুৰুষ?"

"মানে তই "

"অ', তই যোৱাৰ আগতেই তাই মোক মাতি পঠিয়ালে। ক'লে— আৰু পলম কৰিলে নহ'ব।"

"সঁচা? পুণে, তোৰ মুখত ফুল-চন্দন পৰক। আৰু কি ক'লে?"

"বোলে মাক-বাপেকে কিবা তাইৰ মনৰ পযমালবোৰ মাৰিব পাৰিবনে? আৰু ছোৱালী হ'ল বুলি পুৰুষ এটা পালেই হ'বনে? ছোৱালীৰ কিবা মন এটা নাইনে? পছন্দ-অপছন্দ নাইনে?"

"তেনেহ'লে তই কি কৰ?"

"ঘৰত কাকো ক'ব নালাগে। মাত্ৰ তই ডেমাকি দেখুৱাই যি পাৰ কৰ। মোৰ হ'লে মানুহঘৰ সমূলি পছন্দ নহয়। বৰ পইচা-হাকলুৱা। গুণমাইৰ মুখলৈ চাইহে সিহঁতৰ ঘৰলৈ গৈছিলোঁ।"

মাণিক বিমোৰত পৰি গ'ল। পুণ্যেই ক'লে যে এইকেইদিন হেনো গুণমাইক বন্দীৰ দৰে ৰাখিছে। চাৰিওফালে কাঢা নজৰ।

তথাপি তাৰ মনটো উজলি উঠিল। সি পেহাকক লগ পোৱাটো ঠিক কৰিলে। সৰুৰে পৰাই তাৰ পেহাক অতি প্ৰিয়, পীতাম্বৰ পেহাকক সি শ্ৰদ্ধাও কৰে। পেহাকৰ জীৱনৰ প্ৰতি মোহ, ধাৰণা সকলো তাৰ পছন্দ। থকা-খোৱাৰ ধৰণো ভাল লাগে। দেখিবলৈ যে এনে সুন্দৰ। অকণো পোটোকা পৰা নাই। দাঁত-চুলি একেই আছে। মাতটোও ডেকা মানুহৰ দৰে। কথা-বতৰাৰ মৰ্মও ডেকা-ডেকেৰীৰ মনত লগা। কান্ধলৈকে পৰা কিচকিচীয়া দীঘল চুলিখিনিৰে, বগা চন্দনৰ ফোঁটেৰে আৰু শুধ বগা পাতল চাদৰখনেৰে সেন্দূৰ বগা পীতাম্বৰ পেহাক কোনোবা নামজ্বলা সত্ৰৰ অধিকাৰ যেনহে লাগে।

মাণিকে গৈ পাই দেখে পেহাই বৃহৎ নক্সা এখন লৈ বহি আছে। মাণিকক ইংগিতেৰে বহিবলৈ দি পেহাই নোসোধাকৈয়ে কৈ গ'ল, "অলপ টকা পালোঁ। মাছ পুহিব লাগিব। দুটা পুখুৰী। তাৰে নক্সা।"

একেজন পেহাই যুগে যুগে সুকীয়া হৈ আহিছে। এতিয়া নতুন ধৰণে খেতি কৰাৰ কথা কয়, জাৰ্চী গাই পোহাৰ কথা কয়। যেনে কথা তেনে কাম। বি এ, এম এ পাছ কৰা ল'ৰাকেইটাকো চাকৰি কৰিবলৈ দিয়া নাই। সিহঁতেও খেতি-খোলাত লাগিছে। কাৰণ পেহাৰ মাটি-বাৰী প্ৰচুৰ। এতিয়াও মাজে

মাজে এপুৰা-দুপুৰা কিনি থাকে। এইবাৰ আকৌ নতুন আঁচনি— “ফিছাৰী”। পেহাৰ ঘৰ ৰমক-জমক। চৌদিশে ঐশ্বৰ্যৰ দীপ্তি। ঘৰত তিনিটা ‘কোবাটা’ ট্ৰেক্টৰ নাঙল।

নস্যাৰ পৰা চকু ঘূৰাই পেহাই মাণিকৰ ফালে হাঁহিমুখে চালে আৰু ক’লে, “হেৰৌ, মুখখন দেখোন শুকাই আহিছে? এইকণ আহোঁতেই ভাগৰ লাগিলনে? এয়াই কি আজিকালিৰ ডেকা ল’ৰাৰ নমুনা?”

মাণিক তলমূৰ হৈ ৰ’ল।

“নকবি কিয়? তোক দেখিযেই বুজিছোঁ, কিবা লেঠা লগাই আহিছ। হেৰ’, বিয়াধি বাহিৰৰ নে ভিতৰৰ?

“তেনেকুৱাই।”

“মানে?”

“বহুত কথাই ক’ব লাগিব। মই পৰহিৰ পৰা শান্তি পোৱা নাই। কালি সন্ধিয়াই আহিম বুলি ভাবিছিলোঁ।”

“অ’ তেনেহ’লে ইমান লৰালৰিকৈ এইবোৰ মনত জুই লগোৱা কথা শুনিব নোৱাৰি। আৰাম কৰি শুনাই ভাল হ’ব। অ’ ৰুকুণী, ৰুকুণী, চাহিচোন, এই অলগৰ্ধটোৰ কি অৱস্থা! তাৰ মনত জুই লাগিছে। পেহীয়েৰে শুনা নাই হ’বলা। ভিতৰলৈকে যা। জা-জলপান খাই লৈ চ’ৰাঘৰলৈ আহিবি। মই হোকাত ফুক দি দিহে তোৰ কথা শুনিম। হেঃ হেঃ ।”

মাণিকে লাজ লাজ ভাব লৈ ভিতৰলৈ গ’ল। জা-জলপান খাই লাজ লাজ ভাব এটা লৈ আকৌ চ’ৰাঘৰত বহিলহি। তাক বাৰাণ্ডাৰ পৰা লক্ষ্য কৰি পীতাম্বৰ পেহা কাষ চাপিলহি আৰু ক’লে, “কোনো চিন্তা নাই ডেকা ল’ৰা, পেহাৰৰ আশ্ৰয় ল’লি যেতিয়া তোৰ একোতে আঁৰ লাগিব নোৱাৰে। কোনো অশুভ ৰাশি-চক্ৰই, কুচক্ৰই একো কৰিব নোৱাৰে।”

পীতাম্বৰ পেহা তাৰ ওচৰতে বহিল অৰ্থাৎ তাৰ কথা শুনিবলৈ প্ৰস্তুত হ’ল। এতিয়া তেওঁৰ মুখত সেলেঙী লগোৱা তামোলখনহে আছে। হোকাটো যতনাই দে বুলি নিধিকাইক চিঞৰিবলৈ পাহৰি গ’ল। বোধকৰোঁ মন ডাৱৰ কৰি বহি থকা মাণিকক দেখি তেওঁৰ দয়া হ’ল।

মাণিকে মন উবুৰিয়াই সকলো কথা ক’লে— গুণমাইৰ মাক-বাপেকৰ ধন-হাকলুবা, খিতাপ ভাল পোৱা মনবোৰৰ কথাও ক’লে। পিছে গুণমাইৰ মনটোৰ কি সন্তেদ পালে তাৰ সমিধান সি পেহাকক দিব নোৱাৰিলে।

মাজে মাজে মাথোন সৰু সৰু প্ৰশ্ন একোটা সোধাত বাদে পীতাম্বৰ পেহাই খুব মনোযোগেৰে মাণিকৰ সংকটকালৰ কাহিনী শুনি ক’লে, “মই পিছে চিধাচিধি জবাব দিবলৈ টান পাইছোঁ। হয়তো মই সাধাৰণ পৰামৰ্শ এটাহে দিছোঁ বুলি ভাবিব পাৰ। সেয়েহে পোনতে প্ৰায় ডেৰ কুৰি বছৰ আগৰে সাধু এটা শুনি ল।”

দগমগীয়া অণ্ঠাখিনি ফুৰাই ফুৰাই নিধিৰামে হোকাটো দি গ’লহি। পেহাই হোকাটো হাতত লৈ হোকাৰ ফুটাৰ ওচৰৰ ঠাইকণ চুৰীয়াৰ আগেৰে মচি তাত আলফুলকৈ ওঁঠ দুটা থ’লে আৰু নিমিষতে টোৰোক টোৰোক শব্দ আৰম্ভ হ’ল। পেহাৰ এতিয়া চকুৱে-মুখে আমেজৰ চিন।

“আগতেই আকৌ কৈ লৈছোঁ— এই ঘটনা প্ৰায় ডেৰ কুৰি বছৰৰ আগৰ। মই তেতিয়া চফল

ডেকা। সেইটো গুৰু-গোসাঁই নমনা বয়স। মনো উনৈশত বা বনোৱা বিধৰ। বুজিলি? তেতিয়াই এই ঘটনা। ইয়াৰ পৰা চকুৰে মনা দূৰৈত প্ৰায় চাৰি-পাঁচটা পদুলি চেৰায়ে আমাৰ হলধৰৰ ঘৰ পোৱা গৈছিল। তাৰ চৌহদত এজোপা প্ৰকাণ্ড গমাৰি গছ আছিল। গমাৰিৰ তলৰ হলধৰ বুলিলেই তাক সকলোৱেই বুজিছিল। কাৰণ আমাৰ গাঁৱত আৰু এটা হলধৰ আছিল। সি আকৌ আছিল কনক মৌজাদাৰৰ মহৰি। আমাৰ হলধৰটো কিন্তু প্ৰায় আমাৰ ঘৰতে থকাৰ নিচিনা। সি আমাৰ মৰকীয়া আছিল। তাৰে বিয়াৰ বাবে ছোৱালী চাবলৈ সি আৰু মই গৈছিলোঁ। তাই বেচ ধুনীয়া আছিল। চকু-নাক যেন সোণাৰিয়ে গঢ়োৱাহে। গাৰ ৰঙৰ লগত মুগাৰ মেখেলাখন মিলি গৈছিল। মই দুই-এষাৰ কথাও সুধি চালোঁ। জবাবো বঢ়িয়া। বিয়াৰ ঠিক-ঠাক হ'ল। গ'ল কথা গুচিল। লেঠা লাগিল বাহী বিয়াৰ দিনাহে। হলধৰৰ চোতালত ছোৱালী চাবৰ বাবে গাঁৱৰ ডেকা-ডেকেৰীৰ ভিৰ। কাৰণ ছোৱালী দেখনিয়াৰ বুলি কথাটো বিয়পি পৰিছিল। দৰা-কইনা একেখন দলিচাতে বহিল। এতিয়া বাটি খেল হ'ব লাগে। বাটিৰ আৰৈ চাউলৰ মাজত আঙঠি লুকুৱাব লাগে। দৰা-কইনাই একেলগে সেই আঙঠি বিচাৰিব। যেয়ে আগতে বিচাৰি পাব সেয়ে জিকিব। তাকে লৈয়ে বেচ ৰগৰ হয়। তই বিযা কৰোৱা নাই যদিও নিশ্চয় এই বাহী বিয়াৰ দিনাৰ অৰ্থাৎ কইনা দৰাঘৰৰ ভিতৰ সোমোৱাৰ আগৰ এই খেলটোৰ কথা জানই চাগৈ। কিন্তু এইটো খেল লৈ পয়মাল লাগিল। কইনাই কোনোপধ্যে বাটিটো নোচোৱে। আঙঠিও নোখোলে। বহুতে অনেক বুজালে-বঢ়ালে, কিন্তু কইনা তেনেই আঁকোৰগোঁজ। বাহী বিয়াৰ ৰভাঘৰত হুলস্থুল লাগি গ'ল। মই ঘৰতে আছিলোঁ। চহৰলৈ বুলি ওলাইছিলোঁ। দুটামান ডেকাই মোক খবৰ দিলেহি। মই ওলালোঁগৈ। কইনাই মোৰ মাত শুনিয়েই সুকীয়া ৰূপ ধৰিলে। ওৰণিখন আহি মুৰৰ মাজ পালেহি। মই তাইক অবাক হৈ চালোঁ। গহনাই-গাঁঠৰিয়ে, কপালৰ দগমগাই থকা ফোটটোৱে, পুৰোহিতে টানি দিয়া ৰেখাকেইডালে আৰু শিৰৰ সেন্দূৰে তাইক তেনেই অপেশ্বৰী কৰি তুলিছে। তাইক কি হৈছে বুলি সুধিলোঁ। ভাবিছিলোঁ তাই—"

ইয়াকে কৈ পেহা অন্যমনস্ক হৈ পৰিল। ওপৰলৈ চাই ৰ'ল। এনে ভাব হ'ল, পিছৰ কথাকেইটা ক'বলৈ যেন ওপৰৰ নেদেখাজনৰ পৰা অনুমতি বিচাৰিছে। অলপ পৰৰ পিছত পেহাই হাতৰ তলুৱাৰে হোকাটো মচিলে। চিলিমৰ আঙঠাখিনি অলপ ফুৱালে। দুটা আঙুলিৰে গোঁফকোছা মোহাৰিলে আৰু আনফালে চাই হোকাটো টানিবলৈ ধৰিলে। অকস্মাতে কোঠালিটো গম্ভীৰ হৈ পৰিল। হোকাৰ টোৰোক টোৰোক শব্দই নিস্তব্ধতাখিনি অধিক ৰহস্যময় কৰি তুলিলে। অৱশেষত পেহাই মাণিকৰ দৃষ্টিৰ পৰা নিজৰ চকুহাল আঁতৰাবলৈ চেষ্টা কৰি ক'লে, "ভাবিছিলোঁ তাই একো নক'ব আৰু মোৰ বুজনি শুনিব। কিন্তু তাত থিয় হৈয়ে বুজি পালোঁ— তাইৰ শৰীৰত জীয়া জুই জ্বলিছে। বেছিকৈ জ্বলিছে মনত। সেয়েহে তাই ৰভাঘৰৰ সমাজখনক কেৰেপ কৰা নাই। তাই ক'লে, "মই এনেকৈ ঠগ খাম বুলি ভবা নাছিলোঁ। মই ভাবিছিলোঁ, মোক আপোনাৰ কাৰণেহে চাইছিল। মই ভাবিছিলোঁ, ইজনহে আপোনাৰ লগত গৈছিল। কথাবোৰ সেইদিনা আপুনিয়েই সুধিছিল। আপোনাক দেখি-শুনি মই আপোনাৰ হৈ পৰিছিলোঁ। কিন্তু বিয়াৰ দিনাহে দেখিলোঁ, কথা ওলোটা।' —কইনাৰ এই কথা শুনি ৰভাঘৰৰ সকলোৱে মোৰ ফালে ট টকৈ চাবলৈ ধৰিলে।"

ইয়াকে কৈ পেহাই নিধিৰামক চিঞৰিলে। নিধিৰামে চেপেনাৰে চিলিমৰ অঙঠাকেইটা লৰাই ফু মাৰি থৈ যায় মানে পেহাই একো নামাতিলে। নিধিৰাম আঁতৰ হোৱাত পেহাই ক'লে, "তাইৰ কথা

শুনি মই ততালিকে চব থিৰাং কৰি পেলালোঁ। মগজুৱে খুব খৰধৰকৈ কাম কৰিলে। মই তাইৰ হাতত ধৰিলোঁ। তাই থিতাতে থিয় হ'ল। মই ক'লোঁ— আহা তেনেহ'লে। তাই মোৰ লগত আহি থাকিল। কথাটো ইমান অতৰ্কিতে ঘটিল যে সকলোৱে আমাৰ ফালে তধা লাগি চাই ৰ'ল। এয়ে ডেৰ কুৰি বছৰৰ আগৰ সাধু। ইমান সাহস তোৰ হ'ব? তাইৰ হ'ব? বুইছ, মৰমে সাহসো দিয়ে। যা যা, পেহীয়েৰক এতিয়া আকৌ চাই আহগৈচোন। আজি দেখি নতুন লাগিব।"

ইয়াকে কৈ পেহাই হেঁপাহ পলুৱাই হাঁহি ল'লে। পেহাৰ যেন বয়সটো কুৰি বছৰ কমি গ'ল। এৰা, পেহী যে শুৱনিয়েই, পেহাও কম ধুনীয়া নহয়। এতিয়াও চকুৰ দাঁতিত আঁক বহা নাই। দেহটো আটিল। চৰ্বিয়ে মুখৰ গঢ়টো নষ্ট কৰা নাই।

"আৰু কি বুজিলি?"— মাণিকৰ ফালে তীক্ষ্ণভাৱে চাই আৰু হোকাত মনৰ ভাবৰ তৰংগ তুলি পেহাই সুধিলে।

মাণিকে একো নামাতিলে। পেহীক ন-কৈ এবাৰ চাই ল'বলৈ তাৰ বৰ হেঁপাহ হ'ল। প্ৰায় ডেৰ কুৰি বছৰৰ এটা আখ্যান যে তাৰ কাৰণে আজি কিমান প্ৰাণ-ৰসে পৰিপূৰ্ণ, কিমান নতুন! সি পেহাক ভালকৈ লক্ষ্য কৰিলে। পেহাই ইতিমধ্যে তাৰ ফালে চাই মিচিকিয়াই আছে। পেহা সঁচাকৈয়ে সাহসী মানুহ। সি ভাবিলে। তেতিয়াই নিমিষতে মন বান্ধি পেহীক ননাহেঁতেন, তেওঁ গোটেই জীৱনটো পস্তালেহেঁতেন আৰু লগতে পেহীৰো জীৱন নষ্ট হ'লহেঁতেন।

পেহাই মাত লগালে, "তই একো নামাত দেখোন! বুইছ, তই যদি জুৰমনৰ জীয়েকৰ ওচৰ ওলাৱগৈ আৰু তাই যদি কয়— মাণিক দাদা, মোক ক্ষমা কৰক, বুঢ়া বয়সত মা-দেউতাক কষ্ট দিয়াতকৈ আৰু দুখৰ কথা কি হ'ব পাৰে,—তেতিয়া তই কি কৰিবি? মোৰ মনেৰে তেনে ছোৱালীক এৰাই ভাল। পিছদিনা তোলৈ পলাই আহিম বুলি ক'লেও লঠিয়াই দিবি। মুঠতে যিজনী ছোৱালীয়ে বিপদ বুকুত বান্ধি এজনক সঁপি দিব নোৱাৰে, তাইৰ মৰম-চেনেহ চব ভেজাল, মাত্ৰ বইজ্জাতি কৰাৰ এটা ছল। যদি কয়— মাণিক, মোক লৈ যা, নহ'লে আপোনঘাতী হ'ম, তেতিয়াও বুজিবি তাইৰ মাক-বাপেকে যোগাৰ কৰি দিয়া পুৰুষজন তোতকৈ ভাল নহয়। যদি তাই মাক-বাপেকক পৰোৱাই নকৰি, গঞাৰ আলচলৈ কাণ নকৰি তোৰ লগ ল'বলৈ হাবিয়াহ, তেতিয়াহে বুজিবি— ছোৱালী আদত।"

কথাকেইটা মাণিকৰ মনত দকৈ শিপালে। এতিয়াহে তাৰ মনটো পৰিষ্কাৰ হৈ গ'ল। সি ক'লে, "পেহা, মই আপোনাৰ কেনেকৈ শলাগ ল'ম, ভাবি পোৱা নাই।"

"তেনেহ'লে সমিধান পাই গ'লি?"

"পালোঁ।"

মাণিক এফলীয়াবড়িত বেছি সময় নৰ'ল। সি পেহীয়েকক মাত লগাই নিজৰ ঘৰ পালেহি। ৰাতি সি চট্‌ফটাই থাকিবলৈ ধৰিলে। গুণমাইৰ চিন্তা আৰু জটিল হৈ পৰিল। সি ভাবিলে, পেহাই দুই প্ৰকাৰৰ ছোৱালীৰ কথা ক'লে, একপ্ৰকাৰে সুবিধা বুজি কাম কৰে। সিহঁতে প্ৰেম আৰু জীৱনৰ লগত সাধাৰণ বুজাবুজিৰ পাৰ্থক্য নুবুজে। আনবিধ হ'ল প্ৰকৃততে পীৰিতিৰ কাৰণে মৰিব পৰা ছোৱালী। সিহঁতে সকলো কাটি কৰি থৈ মনৰ মাণিকক বিচাৰি ল'ব জানে। ইয়াকে ভাবি মাণিকৰ পেহীয়েকলৈ দুনাই শ্ৰদ্ধা উপজিল।

ৰাতি যিমানেই গভীৰ হ'বলৈ ধৰিলে, সিমানেই সি বেছিকৈ অস্থিৰ হ'বলৈ ধৰিলে। এনেতে

সি এটা শব্দ শুনিলে। দুডাল নঙলামাৰিৰ মাজেদি কিবা এটা সৰকি অহাৰ শব্দ। লগে লগে ঘৰৰ কুকুৰটোৰ ভুকভুকনি। সি শহাকশীয়াকৈ ৰ'ল। কুকুৰটোৱে ভুকিয়েই থাকিল। এনেতে সি কাহানিও অনুমান নকৰা কথা এটা হঠাতে হ'ব পাৰে বুলি তাৰ বিশ্বাস হ'ল। কুকুৰটোৰ ভুকভুকনি নাইকিয়া হ'ল। সি হয়তো আগন্তুকক চিনি পালে। নতুবা তাই

এৰা, এতিয়া তাৰ দুৱাৰত দুটা সৰু টোকৰ পৰিছে। সি চিনাকি কোমল মাতটো শুনিছে। মাতটোৱে কৈছে, "মাণিক, মই. । তুমি বিশ্বাস নকৰিবা পাৰা। মোৰ কিন্তু ভয় লগা নাছিল।"

মাণিকে দুৱাৰ খুলি দেখিলে— জোনৰ পোহৰত জোনতকৈ মিহি ৰূপালী মুখ এখন জিলিকিছে। দুগালে দুধাৰি চকুলোও জিলিকিছে।

সি তাইক জোৰেৰে আঁকোৱালি ল'লে।

দুয়ো এতিয়া ভিতৰত। দুয়ো এতিয়া নিজ নিজ আশ্ৰয়স্থলত। এতিয়া দুয়োৰে অসংলগ্ন প্ৰাণভৰা কথাত অটল গভীৰতা।

"মাণিক, মই আৰু নোৱাৰিলোঁ। ভাবিছিলোঁ, তুমি নিশ্চয় '

"নহয়, নহয় গুণ, মই তেনেকৈ ভাবিব নোৱাৰোঁ। জানো, কিবা এটা হ'বই।"

"সঁচা?"

"একো মিছা হ'ব নোৱাৰে।"

# সেহি অনুৰাগে

কুমাৰী বিদিশা মেমন হতাশ হ'ল। কাৰণ, খুব আশা কৰি যিজন মানুহৰ ওচৰলৈ আহিছিল, সেইজন মানুহে বিশেষ একো নভবাকৈয়ে ক'লে, "বোধকৰোঁ তুমি এই আঁচনি বাদ দিয়াই ভাল হ'ব। প্লাজমা ফিজিক্সৰ তাত্ত্বিক দিশটোৰ ওপৰত গৱেষণা কৰাটো সহজ নহয়। কাৰণ ইমানখিনি সুবিধা আমাৰ ইয়াত নাই। জাৰ্নাল কেইখনমান নাই। থকাকেইখন আকৌ পাঁচ বছৰৰ, আগৰ সংখ্যাবোৰ নাই। আমাৰ ইয়াত থকা কম্পিউটাৰটোও কামত নাহে। এইটো প্ৰথম পুৰুষৰ কম্পিউটাৰ। আমাক লগা কেবাহাজাৰো সমীকৰণৰ সমাধান কৰাটো পিছ কথাই, আন বহু অসুবিধা আছে। এইক্ষেত্ৰত দৰকাৰ হয় চতুৰ্থ পুৰুষৰ কম্পিউটাৰ। গতিকে তুমি যদি লাগি থাকা, অতি বেছি দুখন-এখন গৱেষণা-পত্ৰৰ কামহে হ'ব পাৰে। কিন্তু ডক্টৰেট পাবৰ কাৰণে নহয়। মাত্ৰ সময়ৰহে অপব্যয় হ'ব।"

সেই মানুহজন হ'ল অধ্যাপক নীলম চুব্ৰাৰামায়া। তেওঁ কথাখিনি ইংৰাজীতেই ক'বলগীয়া হৈছিল। কাৰণ, বিদিশা মালায়ালী আৰু তেওঁ তেলেগু। ইটোৰ পিছত সিটো চিগাৰেট হুপি থকা মানুহটো বিজ্ঞানৰ মানুহ যদিও জাগতিক সকলো কামৰ প্ৰতি বীতৰাগ বুলি বিদিশাৰ অনুমান হ'ল। এইজন মানুহক নিজৰ মতলৈ অনা সহজ কাম নহয় বুলি বিদিশাৰ বুজিবলৈ বাকী নাথাকিল। কথাখিনি কৈ অধ্যাপক চুব্ৰাৰামাযাই তলমুৰ কৰি টাইপ কৰা কাকত এখন পঢ়িলে। এইটো অশুভ লক্ষণ। তেওঁ হয়তো জানিবলৈ দিলে যে তেওঁ এই বিষয়ে আৰু আলোচনা কৰাৰ প্ৰয়োজনবোধ নকৰে।

বিদিশাই তেওঁক সূক্ষ্মভাৱে নিৰীক্ষণ কৰিলে। মানুহজন অতি গহীন। এই গাম্ভীৰ্যই নিজৰ গুণখিনি অধিক প্ৰকট কৰিছে। তথাপি বিদিশাৰ ভাব হৈছে, এই গাম্ভীৰ্য যেন স্বাভাৱিক নহয়, ই যেন মনৰ এক কৰুণ অস্থিৰতা লুকুৱাই ৰখাৰ আৱৰণহে। মানুহজনৰ মুখৰ গঢ়টো এনেকুৱা যে আচল বয়সটো অনুমান কৰা টান। মুখখনৰ ৰং মিহি, মৰম লগা মুখখনত অকণো শিথিলতা নাই, ক'তো বয়সৰ আঁচোৰ নাই। বুদ্ধিদীপ্ত চকুযুৰি বেচ ধুনীয়া। চেম্পু কৰা আউল-বাউল চুলিখিনিৰ তলত এনে এযুৰি চকুৱে মুখখন ৰহস্যময় কৰি তুলিছে। চকুযুৰিৰ তুলনাত নাকৰ কাৰু-কাৰ্য সিমান সূক্ষ্ম নহয় যদিও মুখৰ আকাৰৰ লগত বেচ খাপ খোৱা। আটিল মানুহজনৰ উচ্চতাও আকৰ্ষণীয়। সামগ্ৰিকভাৱে মানুহজনৰ এক মনোৰম পুৰুষোচিত ব্যক্তিত্ব আছে। গাম্ভীৰ্যৰ ফালৰ পৰাহে তেওঁক অধ্যাপক যেন লাগে। এনে বয়সত এনে এখন বিখ্যাত বিশ্ববিদ্যালয়ত অধ্যাপকৰ পদ পোৱাটো এটা ব্যতিক্ৰম বুলিহে বিদিশাৰ ভাব হ'ল। তাইৰ অনুমান মতে নীলমৰ বয়স পঁইত্ৰিছৰ ওচৰা-উচৰি বুলি ক'লেও মানুহে বিশ্বাস কৰিব।

পাঁচ মিনিটমান দুয়ো নীৰৱ। বিদিশাই ভাবিলে, আৰু মৌন হৈ থাকিব নোৱাৰি 'কথাটো ছাৰ, অলপ বিবেচনা কৰি চাব' নাইবা 'ছাৰ, মই এতিয়া অকণমান আহোচোন' বুলি কৈ যদি তাই কোঠাটোৰ পৰা ওলাই যায়, তেতিয়াহ'লে তাই আৰু চুব্ৰামায়ক গৱেষণাৰ নিৰ্দেশক হিচাপে পোৱাৰ আশা ক্ষীণ। অথচ নিৰ্দেশকজনে দুই-এদিনৰ ভিতৰতে 'ফৰ্ম' খনত চহী কৰি নিদিলে এই বছৰ বিশ্ববিদ্যালয়ত আবেদন কৰাই নহ'ব , অথচ প্লাজমা পদাৰ্থ বিদ্যাত ডক্টৰেট লাভ কৰিম বুলিয়েই তাই দৃঢ় প্ৰতিজ্ঞ। এতিয়া চুব্ৰামায়াৰ ওপৰতেই তাইৰ কল্পনা, পৰিকল্পনা আৰু আন এজন ব্যক্তিক দেখুৱাবলগীয়া প্ৰত্যাহ্বানো নিৰ্ভৰ কৰিছে। সেয়েহে তাই দমি যোৱা নাই। সংকল্পই তাইক দিছে অপৰিৱৰ্তিত মনোভাব।

"ছাৰ, চতুৰ্থ পুৰুষৰ কম্পিউটাৰত কামখিনি কৰাবলৈ অসুবিধা নহ'ব বুলি ভাবোঁ। মাদ্ৰাজৰ আই আই টিত এটা আছে। তাত মোৰ মামা এজনেও কাম কৰে। মাজে মাজে তাত গৈ থাকিব পাৰিম। মামাই প্ৰগ্ৰেমিঙো জানে।"

"তেওঁ কোন?"

"ডক্টৰ ডি পি নায়াৰ। ইলেক্টিকেল ইঞ্জিনীয়াৰিঙৰ সহযোগী অধ্যাপক।"

"তোমাৰ এম এছ চিত বিশেষ বিষয় কি আছিল?"

"নিউক্লিয়াৰ ফিজিক্স। কিন্তু পাছ কৰি এই দুবছৰ প্লাজমা ফিজিক্স লৈয়ে পঢ়া-শুনা কৰি আছোঁ।"

"কিয় ইমান ভাল লাগিল?"

"ঘপহ কৰে ক'ব নোৱাৰি। ইয়াৰ এক ইতিহাসো নথকা নহয়। কিন্তু এই ইতিহাস সুখৰ নহয়। যদি ক'ব নোখোজো, তেনেহ'লে ক্ষমা কৰিব।"

"মই ইমান আঁতিগুৰি মাৰি জানিব খোজা নাই। এৰা, অতীত কেৱল এৰি অহা দিনবোৰৰ কথাই নহয়, ইতিহাসো। শুনি আমোদ পালোঁ তুমি ঠিক শব্দটোৱেই ব্যৱহাৰ কৰিছা। এতিযা কথা হ'ল, পৰীক্ষামূলক গৱেষণা কৰাতকৈ তাত্ত্বিক দিশত গৱেষণা কৰা কঠিন। বিষযটোৰ সামগ্ৰিক ধাৰণাৰ প্ৰয়োজন হয় আৰু গাণিতিক বুনিযাদো সুদৃঢ় হ'ব লাগে। তুমি বাৰু কোৱেণ্টাম বলবিদ্যা ভালকৈ বুজি পাইছিলানে?

"বেয়া লগা নাছিল। সেইখন পেপাৰত ভাল নম্বৰ পাইছিলোঁ। সেই কাৰণেই তাত্ত্বিক দিশত অলপ সাঙোৰ খাবলৈ ইচ্ছা গৈছে।"

"ফাৰ্ষ্ট ক্লাছ? কোন ইউনিভাৰচিটী?

"ফৰ্মখন পূৰাই আনিছোঁ, ছাৰ।"

বিদিশাই ফৰ্মখন নীলমৰ ফালে আগুৱাই দিলে। সেইখন পঢ়িবলৈ চছ্মাযোৰ পিন্ধি লোৱা দেখি বিদিশাৰ এটা কথা মনত পৰিল। স্নাতক শ্ৰেণীত 'পোহৰ'ৰ বিষয়ে পঢ়াওঁতে সিহঁতক বেঞ্জামিন ছাৰে কৈছিল যে ওচৰৰ বস্তু দেখিবলৈ সাধাৰণতে চল্লিছ বছৰ হোৱাৰ লগে লগেহে প্লাছ পাৱাৰৰ চছ্মা ল'ব লাগে। গতিকে তাইৰ পূৰ্বৰ অনুমান ভুল হ'ল। অধ্যাপক চুব্ৰামায়াৰ তেনেহ'লে বয়স চল্লিছ বা তাতকৈ বেছি। কিন্তু দেখিলে চল্লিছ হৈছে যেন নালাগে।

ইতিমধ্যে চুব্ৰামাযাই পঢ়ি পালে যে তাই দিল্লী বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম বিভাগত এম এছ চি পাছ কৰিছে। তাইৰ ভাষাজ্ঞানো বিচিত্ৰ। ইংৰাজী আৰু মাতৃভাষাত বাদে হিন্দী আৰু পাঞ্জাবীও জানে।

নিগাজি ঠিকনা-৪৪, চিন্না বাল্টায়াৰ।

"তোমালোক তেনেহ'লে কেৰালাত নাথাকা?"

"ইয়াতেহে আমাৰ নিগাজি ঘৰ। ককাই নৌ বিভাগত কাম কৰিছিল। সেয়েহে ইয়াতে সাগৰৰ পাৰত ঘৰ সাজিলে। দেউতাই ইয়াতে পঢ়িছিল। খুব ভাল তেলেগু জানে। ককাই নিশ্চয় আৰু ভাল জানিছিল।"

"দেউতাৰা এতিয়া ইযালৈ আহিল?"

"হয়, দিল্লীত কাম কৰিছিল। এই বছৰ পেন্সন পালে। এতিয়া আগৰ ঘৰলৈ আহিলোঁ। আমি ইযাতেই থাকিব লাগিব।"

এনেকৈ কৌতূহল দেখুওৱাৰ পিছত চুব্বাৰামায়াই ফৰ্মখন চহী কৰিব বুলি বিদিশাই বৰ আশা কৰিছিল। কিন্তু তেওঁ চছমাযোৰ খুলি টেবুলত থৈ ফৰ্মখন তাইৰ হাতত ঘূৰাই দি ক'লে, "মই এতিয়াও একো এটা সিদ্ধান্তলৈ আহিব পৰা নাই। তুমি আকৌ ভাবি-চিন্তি চোৱা। আমাৰ নিউক্লিয়াৰ ফিজিক্সৰ সুকীয়া এটা বিভাগেই আছে। তাত তোমাৰ অসুবিধা নহ'ব। তথাপি তোমাক একেবাৰে শেষ কথা কোৱা নাই। দুদিনমান পিছত আহিবাচোন।" ইয়াকে শুনি তাই ক'বলৈ বাধ্য হ'ল, "সময় নায়েই, ছাৰ। শেষ তাৰিখ আৰু চাৰি দিন পিছত"।

ইয়াকে শুনি অধ্যাপক চুব্বাৰামাযাই অলপ পৰ ভাবিলে। শেষত ক'লে, "ফৰ্ম আটাইকেইখন বাৰু দি যোৱা। এতিয়া মোৰ লগতে থাকক। কাইলৈ এবাৰ আহিবাচোন। কিন্তু আগবেলা নাহিবা।"

একপ্ৰকাৰ যাবলৈ কোৱাৰ নিৰ্দেশ বুলি তেওঁৰ কথাৰ ধৰণৰ পৰাই বিদিশাই বুজি পালে। তাই তেওঁক ধন্যবাদ জনাই কোঠাটোৰ পৰা ওলাই আহিল।

অন্ধ্ৰ বিশ্ববিদ্যালয়ৰ 'ইন গেইট'ৰ পোনে পোনে বংগোপসাগৰৰ কাষত পিঠাপুৰমত অধ্যাপকসকলৰ বাসভৱন। চুব্বাৰামায়াই এই বিশ্ববিদ্যালয়ত যোগদান কৰা এবছৰহে হৈছে। তথাপি পোনেই অধ্যাপকৰ পদ পালে কাৰণে বিশ্ববিদ্যালয়ে তেওঁক সোনকালে বাসভৱনৰো যোগান ধৰিলে। তাতে তেওঁ অকলে অকলে থাকে। চাকৰ এটাইহে একমাত্ৰ সাৰথি। তেওঁৰ লগত জনসংযোগ খুব কম। পদাৰ্থ বিজ্ঞান বিভাগৰ লোকসকলৰ লগতহে অধ্যাপনা সংক্ৰান্ত মিলামিছা, য'ত আন্তৰিকতাৰ অভাৱ। তথাপি মানুহজনক লৈ বিশ্ববিদ্যালয়ৰ চৌহদৰ বহুতৰ মাজত নানাধৰণৰ কৌতূহল। ইয়াৰ আগতে কাৰো প্ৰতি কাৰো ইমান কৌতূহল নাছিল। কাৰণ এবছৰ থকাৰ পিছতো কোনেও চুব্বাৰামায়াৰ ব্যক্তিগত জীৱনৰ বিষয়ে বিশেষ একো কথা জানিব নোৱাৰিলে। মাথোন জানিব পাৰিলে যে তেওঁ গৱেষণা কৰিছিল হাৰ্ভাৰ্ডৰ দৰে বিশ্ববিশ্ৰুত বিশ্ববিদ্যালয়ত। পি এইচ ডিও তাৰ পৰাই পাইছিল। বিজ্ঞানী হিচাপে বিচক্ষণ। ইয়াৰ আগতে আহমেদাবাদৰ 'ফিজিকেল ৰিছাৰ্চ লেব'ৰেটৰী'ত ভাল কাম কৰিছিল। প্লাজমা পদাৰ্থবিদ্যাৰ ক্ষেত্ৰত তেওঁৰ উল্লেখযোগ্য অৱদান আছে। পদাৰ্থবিদ্যাৰ এই শাখাটোৰ শ্ৰীবৃদ্ধিৰ কাৰণে এজন উপযুক্ত লোকৰ প্ৰয়োজনবোধ কৰি বিশ্ববিদ্যালয়ে অধ্যাপকৰ পদটোৰ বিজ্ঞাপন দিলে। চুব্বাৰামায়াই পাই গ'ল। কিন্তু এয়ে জানো সকলো? এয়া হ'ল তেওঁৰ কীৰ্তিৰ কথা, সাফল্যৰ কথা। কিন্তু এয়েতো মানুহটোৰ সম্পূৰ্ণ পৰিচয় হ'ব নোৱাৰে। তেওঁ বিয়া কৰালে নে নাই কোনেও ভালকৈ নাজানে। তেওঁ একো ক'ব নিবিচাৰে। আচল ঘৰ সম্পৰ্কেও অস্পষ্ট উত্তৰ। অৰ্থাৎ তেওঁ তাকো ক'ব নিবিচাৰে। হয়তো তেওঁৰ বয়স চল্লিছ বা তাতকৈ কম বা বেছি। ইমান দিন অবিবাহিত হৈ থকাৰ অৰ্থ

কি? তেওঁ অন্য ধৰণৰ অশিষ্ট জীৱনো অতিবাহিত কৰা নাই। অকলশৰীয়া জীৱনেও আমনি দিয়া নাই বুলিও বহুতৰে বিশ্বাস। অংকৰ যোগেদি পদাৰ্থৰ অন্তৰাত্মাৰ সন্ধান লৈয়ে তেওঁ সুখ পাইছেনে? এক জৈৱিক আৰু মানৱিক সত্যক অস্বীকাৰ কৰি এই ধুনীয়া, আদহীয়া যেন নলগা মানুহটো কি কাৰণে ইমান 'বীতৰাগ-কাম-ক্ৰোধ'? অথচ স্বামীজী হোৱাৰো লক্ষণ নাই। পোছাক-পত্ৰ চাহাবী। আমিষ খায়। কথা-বতৰাত ঈশ্বৰ-ভক্তিৰ সামান্য ইংগিতো নাই। অথচ এইবোৰ কথা জনাৰ উপায় নাই। ব্যক্তিগত কথালৈ আহিলেই তেওঁ বেয়া পায়। এই কথা সকলোৰে মাজত জনাজনি হোৱাৰ পিছত তেওঁক কোনেও ব্যক্তিগত জীৱনৰ বিষয়ে একো সোধা নাই। বহুতে ভাবে যে এয়া চুব্ৰাৰামায়াৰ অজ্ঞাতবাস। তেওঁ হঠাতে আন ঠাইলৈ গুচি যাব পাৰে কাৰণে। তেওঁ চাকৰি এটা পোৱা অতি সহজ কথা।

গতিকে নীলম চুব্ৰাৰামাযা যেনেকৈ সাঁথৰ হৈ আহিছিল, তেনেকৈ সাঁথৰ হৈয়ে থাকিল।

বিদিশাৰ কাৰণে আৰু এটা সমস্যা। মানুহজনে যদি সম্মতি নিদিয়ে, তাইৰ ৰাল্টায়াৰত থকাও কামত নাহে। গৱেষণাই যদি নকৰে, তাই সময়বোৰ কেনেকৈ কটাব? জীৱনৰনো কি উদ্দেশ্য থাকিব? ইতিমধ্যে সংসাৰ কৰাৰ আশা মৰিমূৰ হৈছে। তাইৰ ওচৰতে শচী দেৱীৰ ঘৰ। শচী দেৱী ভূগোল বিজ্ঞানৰ লেকচাৰাৰ। এইকেইমাহৰ ভিতৰতে বিদিশাৰ লগত শচী দেৱীৰ বেচ বন্ধুত্ব হৈছে। তাই আবেলি শচী দেৱীক সকলো কথা ক'লেহি। শচী দেৱীয়ে তাইক উৎসাহিত কৰাৰ একো থল নাপালে। মাথোন ক'লে, "তেওঁ অহাৰ পৰা কোনো ৰিছাৰ্চ স্ক'লাৰ লোৱা নাই। হয়তো তেওঁৰ আৰৌ ক'ৰবালৈ যোৱাৰ ইচ্ছা। কাইলৈহে কথাটো পৰিষ্কাৰকৈ বুজা যাব। এনেকুৱা মানুহ 'গাইড' হোৱাও বিপদ। খটুৱাই মাৰিব। বৈদ্যনাথনৰ দৰে সহজে সন্তুষ্ট নহ'ব। হয়তো তোমাৰ চাৰি-পাঁচ বছৰ লাগি যাব।"

ৰাতিটো বিদিশাই খুব অশান্তিৰে কটালে। টোপনি নাহিল। তাইৰ নিজৰ ওপৰত থকা আস্থা হেৰাই গ'ল। তাই ভাবিলে, তাইৰ জীৱনত এনে অনমনীয় পুৰুষ এয়ে প্ৰথম দেখিলে। তাইৰ ৰূপ, বয়স আৰু মনোৰম স্বভাৱে এই মানুহজনৰ ওচৰত হাৰ মনাৰ কাৰণ কি? তাই ইয়াৰ উত্তৰ বিচাৰি নাপালে। মানুহজনে তাইৰ ঐকান্তিকতা আৰু দৃঢ়তাক অকণো মূল্য নিদিবনে? তাই খুব আশাৰে পিছদিনাৰ বিয়লিটোলৈ বাট চাই ৰ'ল।

বিদিশাৰ দেউতাক দিল্লীত বাণিজ্য দপ্তৰৰ এছিষ্টেণ্ট ডাইৰেক্টৰ জেনেৰেল আছিল। তেওঁৰ ল'ৰা দুটা এতিয়া চাকৰি জীৱনত সুপ্ৰতিষ্ঠিত। এটা থাকে বাংগালোৰত আৰু এটা লক্ষ্ণৌত। এজনী ছোৱালী বিয়া দিলে। গতিকে তেওঁৰ একো লেঠা নাছিল। বিদিশাক লৈহে চিন্তাত পৰিছে। বিদিশাৰ কিবা এটা সুবিধা কৰিব পৰাহেঁতেন জীৱনৰ বাকী দিনকেইটা সাগৰৰ পাৰত বেচ আৰাম আৰু আলস্যৰে কটাব পাৰিলেহেঁতেন। চাকৰিত থাকোঁতে কিনা বিদেশী মটৰগাড়ীখন এতিযাও তেওঁৰ লগতে আছে। বিয়লি সাগৰৰ পাৰে পাৰে গাড়ী চলাই সাগৰীয়া বতাহ আৰু ইয়াৰ অনন্ত বিস্তৃতি উপভোগ কৰি ৰামকৃষ্ণ মিছনৰ আগৰ সাগৰৰ বালিত বহি প্ৰায়ে এৰি অহা জীৱনটোৰ কথা সোঁৱৰে। পুৰা এলচেচিয়ান কুকুৰটো লৈ লওচন বীচৰ কাষে কাষে দুমাইলমান খোজ কাঢে। এনেকৈয়ে মনৰ টনা-আঁজোৰাৰ পৰাও অৱসৰ লৈ তেওঁ নিশ্চিন্তে শেষ দিনকেইটা পাৰ কৰিব পাৰিলেহেঁতেন। কিন্তু বিদিশাৰ চিন্তাই তেওঁক মুকলিমূৰীয়া হ'বলৈ নিদিলে। তাইৰ মাকৰ চিন্তা আৰু বেছি। বিদিশাৰো ভৱিষ্যৎ লৈ যে চিন্তা আছে, এই কথা তেওঁলোকে জানে। তাইৰ মনটো ভালে ৰাখিবলৈ তেওঁলোকে অশেষ চেষ্টা কৰে। তাইৰ কেতিয়াবা বেছি গহীন যেন দেখিলে তেওঁলোকে কয়, "গাড়ীখন লৈ সিংহাচলমৰ

ফালে ফুৰিবলৈ যাচোন। মন্দিৰো দেখা হ'ব, পূজা-সেৱাও হ'ব, মনটোও নিকা হ'ব।" মাক-দেউতাকক সন্তোষ দিবলৈকে বিদিশাই গাড়ীখন লৈ ওলাই যায়। তাই খুব ভাল গাড়ী চলাব জানে। আনকি ইঞ্জিনৰ ভিতৰখনো খুলি-মেলি চাব জানে।

বিয়লি চুব্ৰামায়াক লগ পোৱাৰ সময় কাষ চাপি আহিল। ৰাল্টায়াৰৰ নৱেম্বৰৰ নিৰ্মেঘ আকাশৰ বেলিটো নিস্তেজ নহয়। সাগৰপৰীয়া ঠাইখনত শীতকাল নাই। ফাগুন-চ'তত বাদে বছৰৰ বাকীকেইটা মাহ বৰ মনোৰম। ৰাল্টাযাৰ চিৰবসন্তৰ ঠাই। তথাপি আজি দুপৰীয়া ৰ'দৰ চোকটো বিদিশাৰ বৰ বেছি যেন লাগিল। তাই সেয়েহে গাড়ীখনত যোৱাৰ কথা ভাবিলে। লগতে ভাবিলে, পৰাস্ত হৈ ঘূৰি আহিব লগাই যদি হয় বিশ্ববিদ্যালয়ৰ চৌহদৰ কিছুমানৰ চকুত চমক লগাই ঘূৰি অহাই ভাল। আজি তাই সাজোন-কাচোনতো অধিক গুৰুত্ব দিলে। ব্লাউজৰ লগত খাপ খোৱা দামী 'গুপ্তৰ শাড়ী'খন পিন্ধিলে দেহটো ৰুচিসম্মতভাৱে প্ৰকট কৰি। কিন্তু কপালত সেন্দুৰৰ ফোঁট এটা ল'বলৈ তাইৰ দ্বিধাবোধ হ'ল। শাড়ীৰ ৰঙৰ লগত মিলি যোৱা ৰঙৰ, দীঘলীয়া আকৃতিৰ ফোঁট এটাহে ল'লে। লেহুকা হৈ পৰি থকা খোপাত সোণবৰণীয়া সজীৱ ফুলৰ মালা গুজিলে। আয়তাকাৰ 'গাগলছ' পিন্ধি, বাদামবৰণীয়া নাৱৰ আকৃতিৰ ভেনিটি বেগটো এক বিশেষ কায়দাৰে হাতত লৈ ডাঙৰ ড্ৰেছিং আইনাখনত নিজক মিচিকি হাঁহিৰে চাই ল'লে। ভাবিলে, প্ৰসাধনো ৰুচিসম্মতই হৈছে।

দুটা বজাত তাই বিদেশী গাড়ীখন নিজে চলাই বিশ্ববিদ্যালয়ৰ ফালে আগবাঢ়িল। তাই আগতে নিজৰ ইমান যতন লোৱা নাছিল। এতিয়া এনেকৈ সাজি-পাৰি ওলালত নিজৰ আত্মবিশ্বাসো বাঢ়িল। গাড়ী ৰখালে পদাৰ্থবিজ্ঞান, ভূগোল বিজ্ঞান আৰু ৰসায়ন বিভাগৰ মাজৰ খোলা ঠাইত। গাড়ীৰ পৰা নামি অহাৰ সময়ত বহুতৰ চকুত কৌতূহল আৰু প্ৰশংসা। ডেকা ল'ৰাৰ মেলত প্ৰশংসাৰ গুণগুণনি ঃ তেনেই বনশ্ৰী। বনশ্ৰীক 'সংসাৰ চিত্ৰমু'ত যেনেকুৱা লাগিছিল, এইক তেনেকুৱাই লাগিছে। আচল বনশ্ৰীতকৈ ভালহে। বনশ্ৰী বৰ ক'লা। আউটডৰ শুটিঙত হেনো গোটেই গাটো ৰঙৰে লিপি দিব লাগে। ক'ৰ পৰা আহিল? 'কেলটেক্স'ৰ অফিচাৰ কলনিৰ নে, 'নেভেল বেচ'ৰ? ইতিমধ্যে কাৰোবাৰ সম্পত্তি নে, মাক-বাপেকৰ বিজ্ঞাপন মডেল?

তিনিমহলীযা পদাৰ্থবিজ্ঞানৰ বিভাগটো বৰ ডাঙৰ। গোটেই বিভাগটোকে এখন কলেজ যেন লাগে। বিদিশাই খটখটীয়েদি উঠি দ্বিতীয় মহলাৰ বাৰাণ্ডাত এপাক ঘূৰিলে। তললৈ লক্ষ্য কৰিলে। অধ্যাপক চুব্ৰামায়াৰ কোঠাটো খোলা অৱস্থাত দেখা পালে। তাই লয়লাসে তললৈ নামি আহিল। অনুমতিৰ লৌকিকতা পালন কৰি তাই নীলম চুব্ৰামায়ামৰ কাষত থিয় দিলে। তেওঁ ইংগিতেৰে বহিবলৈ আদেশ দি ফাইল এটা চোৱাত লাগি গ'ল। আকৌ তেওঁৰ এনে নিৰ্লিপ্ত আচৰণ দেখি বিদিশা বৰ অপ্ৰস্তুত হৈ পৰিল। তাই ভাবিলে, এওঁ এইদৰে কিমানপৰ পঢ়ি থাকে আৰু তাই এনেকৈ নিবোকা মাৰি বহি থাকিবলগীয়া হয় ঠিক নাই। এনে পৰিস্থিতি অস্বস্তিকৰ। গতিকে তাই উপযাচি কৈ গ'ল, "আপুনি কোৱামতেই আহিলো, ছাৰ। কালি বহুত ভাবি চালোঁ। আকৌ দিল্লীলৈ যোৱাৰ অকণো ইচ্ছা নাই। মা-দেউতা বৰ অকলশৰীয়া হ'ব। কিন্তু তাত প্ৰফেছাৰ ষোশীৰ তলত কাম কৰিব পাৰিলোঁহেঁতেন।"

তাইৰ কথা শুনি চুব্ৰামায়াই ফাইলটো বন্ধ কৰি থ'লে আৰু চছমাযোৰো খুলিলে। চছমাযোৰ খোলাত মানুহটোক স্বাভাৱিক মায়া-মমতা থকা মানুহ যেন লাগিল। কৰ্তৃত্বৰ ভাবটোও সামান্যভাৱে শিথিল হোৱা যেন বিদিশাৰ অনুমান হ'ল। কিবা এটা আঁকাৰ নিচিনাকৈ আঙুলি এটা টেবুলত ঘঁহাই ঘঁহাই

চুব্ৰাৰামায়াই তাইক সুধিলে, "কোনজন যোশীৰ কথা কৈছা? বিজয় যোশীনে নে হিতেন্দ্ৰ যোশী? দুইজনেইতো প্লাজমা ফিজিক্সৰ মানুহ।" তাই ক'লে, "মই বিজয় যোশীৰ কথাহে কৈছোঁ।"

এইবাৰহে চুব্ৰাৰামায়াৰ তাইৰ ফালে চাবলৈ সময় হ'ল। কিন্তু আজিৰ এই দৃষ্টিও নৈৰ্ব্যক্তিক। এনে দৃষ্টিত মনৰ বতৰা নাই।

"আৰ ইউ ৰিয়েলি ছিৰিয়াছ?"

"আই থিংক ছ।"

"লুক, ইয়ং অ'মেন, জীৱন বৰ ব্যাপক। গতিকে প্ৰত্যেকৰে জীয়াই থকাৰ একোটা নিজস্ব ধৰণ আছে। তোমাৰ এই বিশেষ শাখাত গৱেষণাৰ ডিগ্ৰী লোৱাৰ বাবে যি অশান্তি, এই অশান্তিৰ কিবা অৰ্থ আছে? তুমি ভাবা নেকি যে দুনিয়াৰ আনবোৰ কেৱল এনে ডিগ্ৰী লৈহে জীয়াই আছে? 'আউটগেট'লৈ গৈ চোৱাগৈ, ভংকটেশ্বৰ আৰু আপালস্বামীয়ে দোকান একোখন দি তোমাত বা মোতকৈ বেছি শান্তিৰে আছে। মোৰ দুটা প্ৰশ্ন আছে। সঁচাকৈয়ে বিজ্ঞানৰ যোগেদি লোকৰ হিত সাধিবৰ আকাংক্ষা নে ডিগ্ৰীটোৰে চাকৰিৰ বজাৰত নামি যাবা? মই ইয়াৰ উত্তৰ বিচৰা নাই। কাৰণ, উত্তৰ এটা দিব পাৰিবা। কিন্তু মোৰ কথা হ'ল, জীয়াই থকাৰ স্বাভাৱিক ধৰণ এটা বাছি লৈ সুখী হ'বলৈ তোমাৰ সকলো সম্পদ আছে। বয়স আছে, গুণ আছে। এণ্ড টাইম ইজ ইৰিভাৰ্চিবোল। এবাৰ ভুল হ'লেই জীৱনৰ প্ৰতিটো ক্ষণতে ভুল হৈ গৈ থাকে।"

এইখিনি কথা অনৰ্গল কৈ গৈ অধ্যাপক চুব্ৰাৰামায়া গহীন হৈ পৰিল। কাষত থকা কিতাপ এখনৰ পাতবোৰ এনেয়ে লুটিয়াবলৈ লাগিল। বিদিশাৰ চিন্তাত আউল লাগিল। তাই একো ক'ব নোৱৰা হ'ল। কিছু সময়ৰ নিস্তব্ধতা ভংগ কৰি চুব্ৰাৰামায়াই ক'লে, "মই মাথোন কৈ চালোঁ। গৱেষণা কৰা-নকৰা সেইটো তোমাৰ কথা। ৰেজিষ্ট্ৰেচন হ'লেই যে কাম কৰিব লাগিব তাৰ অৰ্থ নাই। পৰহিলৈ শেষ তাৰিখ কাৰণেই তোমাৰ আবেদন ফৰ্মকেইখনত চহী কৰি পঠিয়াই দিছোঁ। এই কথা পহিলাতে জনাই থওঁ— ইমানখিনি ক'লো যদিও তোমাক প্ৰশ্ন কৰি তোমাৰ বিষয়ে যি জানিলোঁ, তাতকৈ বেছি জানিবলৈ মোৰ ইচ্ছা নাই। মোকো জানিবলৈ চেষ্টা নকৰিবা।"

"থেংক ইউ, ছাৰ।"

"এতিয়া যাব পাৰা।"

দোধোৰ-মোধোৰ ভাব এটা লৈ বিদিশা কোঠাটোৰ পৰা ওলাই আহিল। গাড়ীখনত বহাৰ পিছতহে তাইক শোকে খুন্দা মাৰি ধৰিলে। মানুহজনক তাইৰ সদয় যেনেই লাগিল। এনে এজন মানুহৰ আগত তাইৰ সকলো দুখৰ কথা কৈ পেলাবৰ মন গৈছিল। কিন্তু ক'ব নোৱাৰিলে। আগলৈকো ক'ব নোৱাৰিব। তেওঁ কৈ দিছে— 'তাতকৈ বেছি জানিবৰ মোৰ ইচ্ছা নাই।"

তাইৰ চকু পানীৰে ভৰি পৰিল। গাড়ী চলোৱাৰ আগতে চকু দুটা ভালকৈ মচি ল'লে। ভাবিলে, তাই ইয়ালৈ আৰু সোনকালে নাহে। ৰেজিষ্ট্ৰেচন হোৱাৰ খবৰ পোৱা যাব এমাহ পিছত। তেতিয়াৰ পৰা হয়তো নিয়মিত অহা-যোৱা কৰি থাকিব লাগিব। কেৱল অহা-যোৱাহে হ'ব, চুব্ৰাৰামায়াৰ পৰা বিশেষ সহায় পাব বুলি তাইৰ মনে নধৰিলে।

ঘৰত তাইৰ একেই চিন্তা। এটা ডিগ্ৰী লোৱাৰ প্ৰয়োজন কি? চব মানুহ কি পি এইচ ডি লৈয়েই জীয়াই আছে? তেওঁ ঠিকেই কৈছিল। কিন্তু গৱেষণাৰ নামত অহা-যোৱা কৰি থকাৰ বাহিৰে

তাইৰ আৰু কি কাম থাকিব পাৰে? গৱেষণাৰ এটা নিজস্ব গতি আছে। সেই গতিৰ লগতে নিজক মিলাই দিব নোৱাৰিলে তাই শেষ হৈ যাব।

বিয়লিৰ সাগৰৰ বতাহত মাদকতা আছে। এতিয়া ভ্ৰমণকাৰীৰ বৰ ভিৰ। চিন্না ৱাল্টায়াৰৰ ন-কৈ হোৱা কলনিটোত সন্ধিয়াবোৰ আলোময়। বাহিৰৰ পৃথিৱীখনৰ ক'তো বিষাদৰ চিন নাই। সাগৰতো অনন্ত যৌৱন। অদূৰত জেলেগ্ৰাম, তাত মাছমৰীয়াৰ বাসস্থান। সিহঁতৰ বৰ দুখৰ জীৱন। টুলুঙা নাও এখন লৈ দহ-বাৰ কিলোমিটাৰ দূৰৰ সাগৰত মাছ মাৰিব লাগে। সিহঁতক দেখি তাইৰ ভাল লাগে। তাইৰ বোজা হ'ল নাযায়-নুপুৱায় দিনবোৰ। চুব্ৰাৰামায়াৰ লগত দেখা-দেখি হোৱাৰ পিছৰ পৰা তাইৰ মনত সময় অধিক নিশ্চল। এনে অৱস্থাত তাইৰ ভাল লাগে এটা কথা ভাবি— এই মাছমৰীয়াবোৰৰ জীৱন দুখৰ হ'ব পাৰে, কিন্তু এই জীৱন কদাপি বিৰক্তিকৰ নহয়।

এমাহ গ'ল। বিশ্ববিদ্যালয়ৰ পৰা কোনো খবৰ নাহিল। এবাৰ খবৰ কৰিবলৈকো তাই ইচ্ছা নকৰিলে। চুব্ৰাৰামায়াৰ ওচৰত ওলালেগৈ হয়তো ক'ব, "ইমান হাবাথুৰি খাবৰ দৰকাৰ নাই। তিনি-চাৰি বছৰ গৱেষণা কৰিব লাগিব যেতিয়া এমাহ-দুমাহ দেৰিনো কি কথা? এতিয়া 'এপ্ৰচ পেপাৰ'বিলাক পঢ়া। 'ফাণ্ডামেণ্টেল' কথাবোৰ বেছি পৰিষ্কাৰ হোৱা উচিত।" কিন্তু এজন বিজ্ঞানীয়ে বুজি নাপায় যে আশাহীন দিনবোৰে মনক ছিৰলা-ছিৰলি কৰি এজনী গাভৰুক কেনেকৈ মূল্যহীন কৰিব পাৰে। বছৰ বাগৰে সহজ নিযমেৰে। কিন্তু প্ৰতিটো বছৰে যে এজনী গাভৰুৰ যৌৱনৰ দীপ্তি অলপ অলপকৈ কাঢ়ি লৈ যায়।

এই অস্থিৰতাৰ ফলস্বৰূপেই তাই আকৌ চুব্ৰাৰামায়াৰ ওচৰলৈ আহিবলগীয়া হ'ল। এইবাৰ চুব্ৰাৰামায়ক বেলেগ মানুহ যেন লাগিল। তেওঁ ক'লে, "মই ভাবিছিলোঁ, তুমি বোধকৰোঁ মত পৰিৱৰ্তন কৰিলা। ঠিক আছে। কামত লাগি যোৱা। তোমাক বিশ্ববিদ্যালয়ে অনুমতি দিয়াটো এটা ফৰ্মেলিটীহে। চিন্তা নকৰিবা।"

এইবুলি কৈ তেওঁ তাইৰ হাতত তিনিটা চাবি দি ক'লে, "আজিৰ পৰা পঢ়াত লাগিব পাৰা। আপ্পা ৰাৱে তোমাক কোঠা দেখুৱাই দিব। এটা চাবি কলাপ্‌চিবোল গেটৰ, এটা তোমাৰ কোঠাটোৰ আৰু এটা আলমিৰাটোৰ।"

বিদিশাই চাবিকেইটা হাতত লৈ লিৰিকি-বিদাৰি থকাৰ সময়ত চুব্ৰাৰামায়াই আকৌ তাইৰ হাতত তিনিখন বিজ্ঞান পত্ৰিকা দি ক'লে, "এইকেইখন মোৰ নিজৰ। ৰোজেনবাৰ্গ, ভেহিমাৰ, ওগোৱা আৰু মোৰ পেপাৰকেইখন ভালকৈ পঢ়িবা। এদিনত কিন্তু চাৰি ঘণ্টাতকৈ বেছি নপঢ়িবা। চব গোলমাল হৈ যাব।"

বিদিশাই মিচিকিয়ালে। কিন্তু তাই চুব্ৰাৰামায়াৰ মুখত মিচিকনি দেখা নাপালে। তথাপি তাইৰ আজি বৰ আনন্দ। তাইৰ গৱেষণাত মানুহজনে ব্যক্তিগত মনোযোগ দিব বুলি তাইৰ অনুমান হ'ল।

টেবুলৰ তলৰ ছুইচ টিপি দিয়াত আপ্পা ৰাও নামৰ পিয়নটো ওলালহি। চুব্ৰাৰামায়াই তাক কিবা-কিবি ক'লে। বিদিশাই একো নুবুজিলে। তেলেগু ভাষাত কৈছিল।

"তুমি ইয়াৰ লগতে যোৱা। সকলো দেখুৱাই দিব।" চুব্ৰাৰামায়াই তাইক ক'লে। তাই ধন্যবাদ যাচি আপ্পা ৰাওৰ পিছে পিছে গ'ল। ওলাই যাবৰ সময়ত চুব্ৰাৰামায়াই লক্ষ্য কৰিলে তাইৰ ভৰি দুখনলৈহে। তেওঁ দেখিলে যে তাইৰ ভৰি আঙুলিত কোনো আঙঠি নাই। তেওঁ ভাবিলে, তেনেহ'লে

তাই বিয়া হোৱাৰ সকলো চিনেই নাইকিয়া কৰিব খুজিছে; তাই আগৰটো নামলৈকে ঘূৰি আহিছে। আগতে আছিল শ্ৰীমতী পিলাই, এতিয়া কুমাৰী বিদিশা মেনন।

এই কথা জনাৰ পৰা চুব্ৰামায়াৰ তাইৰ প্ৰতি কৰুণা হ'ল। এসপ্তাহ আগতে দিল্লী বিশ্ববিদ্যালয়ৰ বিজয় যোশীয়ে এখন চিঠি দিছিল। তেওঁ লিখিছিল, "বিদিশাৰ চিঠিৰ পৰা বুজিলোঁ, আপোনাৰ তত্ত্বাৱধানত তাইক গৱেষণা কৰিবলৈ অনুমতি দিব পাৰে। শুনি বৰ সুখী হ'লোঁ। বেচেৰীৰ কাৰণে বৰ বেয়া লাগে। তাইৰ বিয়া হৈছিল আমাৰ বিভাগৰে লেকচাৰৰ মাধৱ পিলাইৰ লগত। প্লাজমা ফিজিক্স লৈ তাই গৱেষণাও কৰিছিল। মই 'গাইড' আছিলোঁ যদিও পিলায়ে তাইক খুব সহায় কৰিছিল। পিলায়ে আকৌ মোৰ তত্ত্বাৱধানতে ডক্টৰেট পাইছিল। বিয়াৰ কেইমাহমান পিছত পিলায়ে আমেৰিকাত চাকৰি পালে। তাত কেইমাহমান কাম কৰি তাইকো লৈ যোৱাৰ কথা আছিল। কিন্তু সকলো ওলট-পালট হৈ গ'ল। সি আৰু ঘূৰি অহাৰ আশা নাই। আমেৰিকান ছোৱালী বিয়া কৰালে। সি সঁচাকৈয়ে অবিবেচক। বিদিশাৰ দৰে ছোৱালী এজনীৰ এই অৱস্থা কৰিব নালাগিছিল। এতিয়া তাই এটা সংকল্প লৈয়ে নিজকে সান্ত্বনা দি আছে। সেয়ে হ'ল পিলাইৰ নিচিনাকৈ ডক্টৰেট হৈ পিছৰ জীৱনত তাতকৈ বেছি সফল হোৱা। "

কিন্তু সংকল্প জানো মৰণশীল মানুহৰ সুখ-শান্তি আৰু আশা-আকাংক্ষাৰ বিকল্প হ'ব পাৰে? চুব্ৰামায়াই ইয়াৰ আঁতি-গুৰি বিচাৰি নাপায়।

বিদিশাই বেচ খাটিছে। হয়তো ব্যস্ত হ'বলৈ পাই মনৰ দুখো পাতলাব পাৰিছে। ছমাহৰ ভিতৰত ভালেখিনি আগবাঢ়িছে। চুব্ৰামায়াৰ পৰাও সহায় পাইছে। কিতাপ আৰু জাৰ্নালৰ কাৰণে তাইৰ অসুবিধা হোৱা নাই। কিছুমান কিতাপ নিজেও কিনিছে। হায়দৰাবাদলৈ গৈ ওছমানিয়া বিশ্ববিদ্যালযৰ পৰা কেইটামান উল্লেখযোগ্য গৱেষণা প্ৰবন্ধৰ ফটোকপিও কৰাই আনিছে। ইতিমধ্যে কম্পিউটাৰ প্ৰগ্ৰেমিঙৰ প্ৰশিক্ষণ এটাও ল'লে। তাইৰ গৱেষণাত আগবঢাৰ দৃঢ় ভেটি এটি সৃষ্টি হৈছে। কিন্তু তাইৰ যিবোৰ গণনাৰ দৰকাৰ, তাৰ বাবে বিশ্ববিদ্যালয়ত থকা কম্পিউটাৰটো কামত নাহে। গতিকে তাই কানপুৰ বা মাদ্ৰাজলৈ মাজে মাজে যোৱাৰ সময় আহি পৰিল।

এদিন দহ বজাতে তাই চুব্ৰামায়ৰ কোঠালৈ আহি ক'লে, "মই এই সপ্তাহতে মাদ্ৰাজৰ আই আই টিলৈ যাম বুলি ভাবিছোঁ। মামা এজন আছে বুলি আগতে কৈছোঁৱেই।"

"ইমানবোৰ বস্তু গোট খাইছেনে?"

"এবাৰ কম্পিউটাৰত দি চাম বুলি ভাবিছোঁ।

"এৰা, এবাৰ চোৱা ভাল হ'ব। কেতিয়া যাবা?"

"এই মাহৰ ভিতৰতে?"

"এই মাহটো শেষ হ'বলৈ দহ দিন বাকী। তুমি কোন তাৰিখে যাম বুলি ভাবিছা?"

এই প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতে তাই কিছুপৰ ৰ'ল। তাই কোনদিনা যাব, এই কথাটোৰ ওপৰত এওঁ ইমান গুৰুত্ব দিছে কিয়? তাই একো বুজা নাই। তাই ভাবি-চিন্তি চাই ক'লে, "পঁচিছ তাৰিখে।"

"ইতিমধ্যে তুমি মামাৰলৈ চিঠি লিখিলা নেকি?"

"লিখিলোঁ। তেওঁ ৰে'ল ষ্টেচনলৈ আহিব।"

"পিছে তুমি যদি বেয়া নোপোৱা, তেনেহ'লে এটা কাম কৰিব পাৰিবানে?"

"কি কাম?"

"মোৰ অনুৰোধ, তুমি যেন সাতাইছ তাৰিখৰ পিছত যোৱা। সাতাইছ তাৰিখটো তুমি ইয়াত থকাটো মই বাঞ্ছা কৰোঁ।"

"তেনেহ'লে মই ঊনত্রিছ তাৰিখে যাম। একো অসুবিধা নহয়। মামালৈ এখন টেলিগ্রাম কৰিলেই হ'ল।"

সেইদিনা সিমানতে। ইতিমধ্যে পদাৰ্থবিজ্ঞান বিভাগত কোৱা-কুই হৈছে কেবাটাও কথা— অধ্যাপক চুব্ৰাৰামায়াই মোট সলাইছে। এতিয়া মানুহৰ লগত মিলা-মিছা কৰিবলৈ বিচাৰিছে। তথাপি আগৰ ৰহস্য কমা নাই। কাৰণ, বিদিশাক গৱেষিকা হিচাপে গ্ৰহণ কৰিছে যদিও তেওঁ এক সম্মানজনক দূৰত্ব বজাই ৰাখিছে। তথাপি তেওঁৰ ধৰণ-কৰণৰ পৰা জীৱনলৈ মায়া হৈছে যেন লাগে।

সাতাইছ তাৰিখৰ পিছত মাদ্ৰাজলৈ যাবলৈ কৰা অনুৰোধটো শুনি বিদিশা আচৰিত হৈছে। ছমাহৰ পিছত মানুহটোৰ তাইৰ প্ৰতি আজিৰ ব্যৱহাৰহে নৈৰ্ব্যক্তিক নহয়। এই অনুৰোধটোৱে চুব্ৰাৰামায়াৰ সুকীয়া এটা মানসিক অৱস্থাৰ বা পৰিৱৰ্তিত মানসিক অৱস্থাৰ চিনাকি দিছে বুলি ভাবি বিদিশাৰ ভাল লাগিল। আৰু ভাল লাগিল এটা কথা ভাবি। সাতাইছ মে'ত তেওঁৰ জন্মদিন নহয়তো?

সাতাইছ মে'ত তেওঁৰ জন্মদিন নহয় বুলি তাই ধৰি ল'লে চাব্বিছ তাৰিখৰ কথা-বতৰাৰ পৰাহে। তাইক আৰু সকলো ৰিছাৰ্চ স্কলাৰক অবাক কৰি অধ্যাপক চুব্ৰাৰামায়াই এক অভিনৱ আচৰণ দেখুৱালে। চাৰিটামান বজাত চুব্ৰাৰামায়া বিদিশাৰ কোঠাত সোমাল। এই কাৰ্য এক বিশেষ আন্তৰিকতাৰ চিন। সাধাৰণতে গৱেষণা নিৰ্দেশকসকল বিজ্ঞানাগাৰলৈহে যায় , গৱেষক বা গৱেষিকাৰ কোঠালৈ নাযায়।

চুব্ৰাৰামায়া সোমোৱাৰ লগে লগে বিদিশা থিয় হ'ল। তেওঁ গৈয়ে তাইৰ বিপৰীতে থকা চকীখনত বহিল কাৰণে তায়ো বহি পৰিল। তেওঁ ক'লে, "কোঠাটো তেনেহ'লে বেয়া হোৱা নাই।" তায়ো যান্ত্ৰিকভাৱে ক'লে, "ভালেই হৈছে।"

আচৰিত কথা যে দুয়োৱে কথা কওঁতে উচ্চাৰণৰ আড়ষ্টতা ধৰা পৰিছে।

"বিদিশা, কাইলৈ সাতাইছ মে। মনত আছেনে?"

"স্মৃতিশক্তি প্ৰখৰ নহ'লেও, ইমান পাহৰা বিধৰ ছোৱালী নহয়।"

"মই ভাবিছিলোঁ, মই তোমাক ঘৰলৈকে মাতোঁ। কিন্তু বেয়া হ'ব। তোমাক অনিষ্ট কৰা হ'ব। গতিকে ভাবিলোঁ, মই তোমাৰ ঘৰলৈকে যাম। এটা কথা আছে। কথাটো ঠিক কাইলৈহে ক'ম। কিন্তু এটা কথা। তুমি এই কথাৰ ওপৰত কোনো মন্তব্য দিব নোৱাৰিবা, কোনো সিদ্ধান্তলৈ আহি মোক ক'ব নোৱাৰিবা, ৰাজী?"

"একো নুবুজাকৈ মই কেনেকৈ ৰাজী হওঁ?"

"হয়তো ঠিকেই কৈছা। ঠিক আছে, এইবোৰ চৰ্ত বাদ। মুঠ কথা হ'ল, কাইলৈ মোক ইয়াত দেখা কৰিবা। চাৰে চাৰিটাত।"

এইবুলি কৈ তেওঁ তেওঁৰ কোঠাৰ পৰা ওলাই আহিল। অকস্মাৎ ওলাই আহিল বুলি ক'ব পাৰি। আনকি "এতিয়া যাওঁ" বুলিও নক'লে। বিদিশা আচৰিত হ'ল। এই কেইদিন চুব্ৰাৰামায়াই তাইৰ প্ৰতি বিশেষ মনোযোগ দেখুৱাইছে যদিও তাইৰ মনত এতিয়াও তেওঁ ডাঙৰ সাঁথৰ হৈ আছে।

পিছদিনা সেই বিশেষ সময়টোত অদ্ভুত কৌতূহল হৈ বিদিশা অধ্যাপক চুব্ৰাৰামায়াৰ কোঠাত

সোমাল। আগৰ দৰে কোঠাত সোমোৱাৰ আগতে অনুমতি নিবিচাৰিলে। তাইৰ তেওঁলৈ চাই আচৰিত লাগিল। তেওঁৰ চুলিবোৰ সদায় আউল-বাউল হৈ উঠন কপালখনত পৰি থাকে। আজি কিন্তু চুলি বেছি ছেদেলি-ভেদেলি। চকু দুটাও সুকীয়া। বেছি ভিজা ভিজা, চঞ্চল, ঈষৎ ৰক্তাভ।

"বহা। মই জানো, তুমি আহিবা।" তেওঁৰ আজি উচ্চাৰণো সুকীয়া। এটা শব্দৰ বোকোচাত এটা শব্দ থিতাতে উঠি বাক্যটোৰ অৰ্থই সুকীয়া কৰি পেলাইছে। কোঠাত এটা গোন্ধ। আবেগ-চঞ্চল কৰা গোন্ধ নহয়। মদৰ গোন্ধহে। তাইৰ গাটো শিয়ৰি উঠিল। কেতিয়া খালে? নিশ্চয় ইয়াৰ অলপ আগতে। তাই শুনিছে যে, "আউট গেট'ৰ আপালস্বামী বা ভেংকটেশ্বৰৰ দোকানৰ পিছফালে একোটাকৈ কোঠা থাকে। তাত সিহঁতে মদ খোৱাৰ সুবিধা দিয়ে।

"আপোনাক আজি বৰ অস্থিৰ যেন লাগিছে, অবশ যেনো লাগিছে।" বিদিশাই 'ছাৰ' বুলি ক'বলৈ পাহৰি গ'ল।

"বিদিশা, মই তোমাৰ ওচৰত সৰু হৈ গ'লোঁ। মই ধৰা পৰি গ'লোঁ। এই দুৰ্বলতা তুমি নজনাহেঁতেনেই ভাল আছিল। কাৰণ, মই অধ্যাপক, তোমাৰ গৱেষণা-নিৰ্দেশক। মোৰ সুখ্যাতিও নথকা নহয়। কিন্তু মই নিয়মিত মদ খাওঁ। কেতিয়াবা অকলে খাই খাই বেহুঁচ হৈ পৰোঁ। কেতিযাবা ইয়াত কাৰ্পেটিতে ৰাতিটো পৰি থাকোঁ। আচৰিত কথা নহয়নে? যি বুজিলোঁ, অকলে অকলে মদ খালে মদ খোৱা মানুহ বুলি প্ৰচাৰ হোৱাৰ সম্ভাৱনা কম। ইযাত কথাটো কোনেও নাজানে কিজানি।"

"কিমান দিন হ'ল?"

"যোৱা দুবছৰৰ পৰা?"

এইবুলি কৈ চুব্ৰাৰামাযাই ড্ৰয়াৰৰ পৰা বন্ধোৱা ফটো এখন উলিয়াই ক'লে, "এওঁক চাই লোৱা।"

এজনী ধুনীয়া গাভৰুৰ ছবি। তাৰ পিছত আৰু এখন ফটো উলিয়ালে। এইখনত আকৌ সেই গাভৰুৰ লগত চুব্ৰাৰামায়া। দুয়োখন ফটোৰ পৰা বিদিশাই ধৰি ল'লে যে চুব্ৰাৰামায়ায়ো বিয়া কৰাইছিল।

"আমাৰ আছিল প্ৰণয-ঘটিত বিযা। আমি যে কিমান সুখী আছিলোঁ। তাই আছিল ফিজিকেল ৰিছাৰ্চ লেবৰেটৰীৰ ৰিছাৰ্চ এছোচিয়েট।"

"এতিয়া?"

"তাই বৰ্তমান নহয— অসহনীয অতীতহে। বুজিলাতো? চাৰিমান বজাত চাহ কৰিবলৈ তাই ষ্টোভটো জ্বলাওঁতে পলিয়েষ্টাৰৰ শাড়ীত জুই লাগে। তাৰ আধা ঘণ্টাৰ পাছতেই শেষ। আজিৰ দিনটোতে। ঠিক এনে সমযত।"

ইয়াকে কৈ তেওঁ আৰু একো ক'ব নোৱাৰিলে। চকুৰ পানী দুধাৰি বৈ আহি থুঁতৰিত মিলি গ'ল। তথাপি অপলক দৃষ্টিৰে বিদিশালৈ চাই ৰ'ল। অলপ পৰৰ পিছত চকুলো মচি তেওঁ স্পষ্ট দেখা পালে যে বিদিশাৰ চকুও চলচলীয়া হৈছে। এয়া যেন তাইৰ চকুলো নহয়, সান্ত্বনা আৰু সমবেদনাৰ অকথিত ভাষাহে। সেয়েহে তেওঁ কৈ গ'ল, "তুমি মোৰ এই বেদনা বঢ়াইছাহে। আহমেদাবাদত নাথাকিলোঁ, তাৰ পৰা আহি তাইৰ স্মৃতিক পাহৰি পেলাবলৈকে। কিন্তু তুমি চব খেলিমেলি লগাই দিলা। ফটো দেখি নিশ্চয় ধৰিব পাৰিছা, তাই, তাই নৱনীতা, দেখাত তোমাৰ নিচিনাই আছিল। সেই কাৰণে পোনতে দেখাৰ দিনা তোমাক ইয়াত নেৰাখিম বুলি ভাবিছিলোঁ। এযে কাহিনী। ইয়াত কেৱল তোমাকেই ক'লোঁ।

তুমি কাম আছে যদি এতিয়া যাব পাৰা।”

কিন্তু বিদিশা যাব নোৱাৰিলে। পত্নীহাৰা এই অসহায় মানুহজনক এৰি যোৱাটো এক নিকৰুণ নিষ্ঠুৰতা বুলি তাইৰ ভাব হ'ল। তাই চকীৰ পৰা উঠিল। তাই যিটো কথা ক'বলৈ বিচাৰিছিল তাকে ক'ব নোৱাৰি আন এটা কথাহে ক'লে, “ইমানকৈ মদ নাখাব।”

“এয়া মানা? গতানুগতিক উপদেশ?”

“মানা কৰিছোঁ। কাইলৈৰ পৰা যদি মদ খোৱা গম পাওঁ, তেনেহ'লে মই আৰু গৱেষণা কৰিবলৈ নাহোঁ।”

“ৰাতি মই মদ খালোঁনে নাই, জানিবা কেনেকৈ?”

“আপুনি ইয়াত থকাৰ সময়ত চাকৰটোক সুধিমগৈ।”

“বিদিশা, তুমি যদি       ”

তেওঁ আৰু একো ক'ব নোৱাৰিলে। ইয়াৰ পিছত কি ক'বলগীয়া আছিল বিদিশাই বুজি পালে। তাই থোকাথুকি মাতেৰে ক'লে, “এজনী স্বামীয়ে এৰা তিৰোতা মই। মই কাৰো লায়ক নহয়। পুৰুষ বুলিলেই মোৰ ভয় লাগে।”

তাই কথাকেইটা থোকাথুকিকৈ ক'লে যদিও খুব খৰকৈয়ে ক'লে। ইয়াকে কৈ তাই লৰি অহাৰ দৰে কোঠাৰ পৰা ওলাই আহিল। চুবুৰাৰামায়াই কঁপি থকা দুৱাৰৰ পৰ্দাখনৰ ফালে চাই ৰ'ল। ভাবিলে, কাইলৈ মুখত এমোকোৰা হাঁহি লৈ বিদিশা যদি তেওঁৰ কোঠালৈ সোমাই আহে, তাই বাৰু কেনেকৈ কথা আৰম্ভ কৰিব, আৰু তেওঁ বাৰু কেনেকৈ কথোপকথনত যোগ দিব? আৰু এটা ভাবিবলগীয়া কথা : কথোপকথন কোনে পোনতে আৰম্ভ কৰিব?

# মন-হৃদয়ৰ ৰূপ

এতিয়া আৰু সেই দিনবোৰ নাই। এই বৰগছ নোহোৱা ঠাইখনত মোৰ দৰে এৰা গছেই বৰগছ। ভাবিলে হাঁহিও উঠে, থাউকতে মনটো ডাৱৰে আবৰে। ক'ত খৰ্গেশ্বৰ ককাইদেউ আৰু ক'ত এই অধম বনমালী? খৰ্গেশ্বৰ ককাইদেউৰ ঢোলত প্ৰভুৰ, জগতৰ নিয়ন্তাজনৰ, মহিমা ওলাই পৰে। জলজল পটপটকৈ। সেই ঢোলত বাৰিষাৰ বৰষুণ হয, মেঘে গাজে, দেশৰ আহ ফলা কথাবোৰে বিননি জোৰে। এয়াহে ঢোল! কথাতে কয় বোলে, খৰ্গ ওজাৰ ঢোল, দেশ বিয়াকুল। আৰু কি ছেও। তাকে শুনি আধা মাত ফুটা কেঁচুৱাযো ডেও পাৰি পাৰি নাচে। নাচনীৰতো কথাই নাই।

এতিয়া আকৌ এইফালে ময়েই হেনো সাংঘাতিক ঢুলীয়া। মোৰ ঢোলত হেনো আখৈ ফুটে। মোৰ ঢোলটো যেন ঢোল নহয়। ডেকা-ডেকেৰীৰ উচাটন মনটোহে। এয়া মোৰ কথা নহয়। কোনোবা বাতৰিকাকতৰ মানুহে খৰ্গেকাই ( মই খৰ্গেকাই বুলি মাতোঁ, সুদামে মাতে খৰ্গে ককাই বুলি) -ৰ কথা লিখোঁতে এই অধমৰ কথাও এনেকৈ লিখিছিল। তাকো খৰ্গেকাইৰ প্ৰথম শৰাধৰ দিনা মোক চকুলোৰে বাট নেদেখা কৰিছিল। এই অধমনো সেইজন পুৰুষৰ লাযকৰনে? কাজলী পেহীযে কয— সি যদি গমাৰি, তই সৰা গছ, তয়ো মজবুত।

এইখিনি ভৰসা লৈয়ে মই সুদামক লগত লৈ ৰাইজৰ আগত ঢোল বজাওঁ। দিনৰ সভাতো, ৰাতি নাটঘৰতে ওখকৈ সজা ভেটিত, কিবা বোলে মঞ্চত। আমাক মটৰ গাড়ীৰে অনা-নিয়া কৰে। দুপইচা নোপোৱা নহয। পিছে সংসাৰৰ জোৰা নমৰে। আগৰ নিমাতী আছিল ভোগৰ জেগা, এতিযা কঙালৰ জেগা। পাৰোঁতেনো ঢোলৰ বিদ্যা নেওচি 'পোল্‌টি ফাৰাম'ত সোমাওঁগৈনে? পিছে মালিকটো ভাল কাৰণেহে এনেকৈ এদিন-দুদিন ওলাই আহি ৰাইজক ঢোলৰ খেলা দেখুৱাবলৈ সুবিধাটো পাওঁ। ধইন আমানুল্লা মণ্ডল। তেওঁ কামৰ পৰা অৱসৰ লৈ ডাঙৰ 'ফাৰাম' কৰিছে। তাত মোৰ দৰে মানুহ দহটামান আছে। হওক তেও, এনেকৈয়ে দহখন ঘৰ পোহ গৈছে। আমানুল্লাৰ আগ্ৰহ আকৌ যাত্ৰা পাৰ্টীলৈহে। একদম থিয়েটাৰৰ দৰে যাত্ৰা পাৰ্টী। তেওঁ এইবোৰ ঢোল-খোল ভাল নেপায়। কিন্তু কাউ-বাউকৈ ধৰিলে মোক ঢোল বজাবলৈ আহিবলৈ নামঞ্জুৰ নকৰে।

এইবোৰ ভাব সাধাৰণতে মোৰ মগজলৈ নাহে। কিন্তু সেইদিনা চাৰিঙৰ ব'হাগী মেলাত ঢোল বজাই আহি মেলেং পাওঁতেই মনটোক আৰু দমাব নোৱাৰিলোঁ। বৰ আলিটোতে গাড়ীৰ পৰা নামিলোঁ। লুংলুঙীযা বাটটোৰে খোজ দিলোঁ। ঢোলটো সুদামে লৈ গ'ল। আচলতে যাৰ নিমখ খাইছোঁ, গুণ নেগালেও অন্ততঃ তাৰ উপকাৰ কৰাৰ কথা ভাবিব লাগে। মই ভাবিব লাগিছিল আমানুল্লা মণ্ডলৰ

কথা। এই সপ্তাহটোত বেচেৰাৰ মনটো বিমৰিষ। ওচৰৰ গাঁওকেইখনত আৰু আনকি বাঘচোঙৰ কুকুৰা পামতো বেমাৰ হৈছে। বতাহত উৰি অহা বেমাৰ। কাৰ সাধ্য তাক ৰোধ কৰেহি! এই বেমাৰে বিলাতী কুকুৰাবোৰকহে, ৰোড, আইলেণ্ড, ব্ৰাইলাৰ আদিকহে বৰকৈ ধৰে। সেয়েহে আমানুল্লা ভয়তে পেপুৱা লাগি আছে। জানোচা তাৰ কুকুৰাবোৰকো পায়হি! মই প্ৰবোধ দি আহিছো। কাইলৈ পুৱাতে পামহি। চহৰৰ পৰা বেজী দিয়া দৰব আনিমগৈ। কোনটো দৰবেৰে বেজী দিব লাগে মই জানো। কুকুৰা চৰাইৰ আলপৈচান ধৰা নিয়মবোৰো মোৰ আঙুলিৰ মূৰত। আমানুল্লাৰ মোলৈ পৰম ভৰসা। তথাপি তেওঁ দীঘল আধাপকা ডাটিকোছাত আঙুলিকেইটা বোলাই হুমুনিয়াহ কাঢে।

এতিয়া মই আমানুল্লাৰ কথাহে ভাবিব লাগিছিল। কিন্তু ভাবিছোঁ খৰ্গেকাইৰ কথা। লগতে ৰম্ভাৰ কথা। কিয়নো নেভাবিম? জেগা আৰু খেণ বুজি সেইমতে একোটা কথাই মনক আমনি দিবই। এতিযা মেলেণ্ডত সোমালেই আৰুনো কাৰ কথা মনত পৰিব? সেইদৰে চপৰা ভাঙি তামুলীছিগালৈ গ'লে দস্তুৰমতে বোধেন গাঁওবুঢাৰ তাহানি পুলিচৰ লগত হোৱা যুঁজখনৰ কথা মনত পৰিবই।

মোৰ মনটো চেবাই গৈছে। এতিয়া যদি ৰম্ভা সেইটো ঘৰত নাই? তেনেহ'লে ৰাতিখন থাকিম ক'ত? চিন্তা নাই অৱশ্যে। যিটো কামত আহিছিলো সেয়া নহ'ব। ৰাতি থাকিবলৈ জেগা ওলাব। বনমালী ওজাকনো এইখন জিলাত কোনে চিনি নেপায়? এঘৰত ওলালেগৈয়ে সকলোৱে আতৌ-পিতৌকৈ ৰাখিব।

এতিয়া আগৰ দৰে জয়াল বাঁহনিখন নাই। জাগীৰ কাগজ কললৈ বাঁহ চালান যায় হ'বলা। তেনেহ'লে অলপ দিনতে গাঁওখন টকলা হ'বগৈ। জোনৰ পোহৰো এতিয়া লুংলুঙীয়া বাটটোত পৰিছেহি। আজব কাণ্ড।

মই ৰম্ভাৰ আগত কি সতেৰে খৰ্গেকাইৰ কথা উলিয়াম? তাই উলিয়ায় যদি উলিয়াওক। মই যি মনলৈ আহে তাকে ক'ম। দুখৰ কথা ক'বলৈ বৰ টান।

মানুহটো সিমান ওখ নাছিল। মাজত সেওতা থকা কিচ্‌কিচ্‌কৈ ক'লা চুলিখিনিৰ কি পেখম! কি বাহাৰ! ঢোল বাওঁতে খৰ্গেকাইৰ চুলিখিনি বৰদৈচিলা আহোতে বাৰীৰ তামোল গছকেইজোপা হলাদি হালে। মেঘৰ গাজনি শুনি যেন ম'ৰা চৰায়েহে নাচিছে। মানুহটোৰ গাটো আটিল। শিলেৰে বন্ধোৱা শলীল, বেমাৰ-এজাৰো দূৰতে বিদূৰ। খোজ নহয় যেন গজপতি গমনহে। পকা কলৰ দৰে বৰণ। মুখখনত কিবা এটা সুকীয়া পোহৰ। কিবা এটা আৰু সুকীয়া গুণ আছিল খৰ্গেকাইৰ। য'তে সি কথা কয়, ত'তে, বিশেষকৈ মানুহৰ জুমত, উত্তম-অধম সকলোৱে দৰক লোৱা মাছৰ দৰে থাকি মনপুতি শুনে আৰু খৰ্গেকায়ে কি যে বঢ়িয়া কথাবোৰ কয়! কিছুমান কথা শুনি মাজে মাজে মোৰে গাটো ৰমৰমাই যায়। দেশৰ দুৰ্গতিৰ কথা কয়। নৰাধম নেতাবোৰে দেশখন ৰসাতলে নিয়াৰ কথা কয়। কেঁকোৰা পোৱালিবোৰে মাকক খুলি খুলি খোৱাৰ দৰে আন দেশৰ পৰা অহা মানুহবোৰে বোলে অসমী আইৰ অৱস্থা দিনে দিনে কাহিল কৰিছে। আইৰ উশাহ-নিশাহ বন্ধ হ'ব খুজিছে। আই দুখৰ বানপানীত সাঁতুৰি সাঁতুৰি থাউনি পোৱা নাই, তললৈ যাওঁ যাওঁ অৱস্থা। এইখন দেশত আমি হেনো কোনেও থাউনি পোৱা নাই। আমি লাভে-মূলে সকলো হেৰুৱাম, অথাউনি পানীৰ তলত আমি শেলেকু বিচাৰিবগৈহে লাগিব। পিছে সময় উকলি যোৱা নাই। আমি কঁকালত টঙালি বান্ধিবৰ হ'ল।

এইবোৰকে কৈ দেশজোৰা ডেকা-ডেকেৰীৰ আন্দোলনত আমাৰ চফল ডেকা খৰ্গেশ্বৰ

ওজাই জাঁপ দিয়ে। ঘৰে ঘৰে আৰু মানুহৰ জুমত কথাবোৰ কয়। ৰাতিও খৰ্গেকাইক দিনত কোৱা কথাবোৰে আমনি কৰি শুবলৈ নিদিয়ে। সেইবোৰ কথাৰে পদ বান্ধে। মেল-মিটিঙত সেইবোৰ পদ মুখতো ফুটে আৰু ঢোলতো ফুটে। ময়ো থাকো। মই পিছৰ ডোখৰ টানো। ৰাইজৰ মাত-বোল হৰে। ডেকা-ডেকেৰীইঁতে খৰ্গেকাইক সিহঁতৰ আন্দোলনটোৰ শাহটো বুলি ভাবে। কি যে বিযাগোম আন্দোলন! গান্ধীৰ দিনতো বোলে এনে আন্দোলন হোৱা নাছিল।

পিছে আন্দোলন মানেই বিপদ, মৰণ, পীড়ন, লাঠিৰ কোব, গুলীয়াগুলী। বীৰৰো মৰণ , মাজতে ইকৰাৰো মৰণ। ভালেমানে প্ৰাণ এৰিলে। বীৰৰো মৰণ হ'ল। তাকে ভাবিলেই মোৰ গাৰ তেজে উজনি-ভাটি কৰে।

খাকী থৈলা পিন্ধা সোপা যেন উজানৰ মাছহে। সিহঁতৰ কি যে 'পৰাক্ৰম'! সিহঁতৰ ভয়তে বহুত পলাল, মানে সিহঁতে গোপনে ক'ৰবাত ক'ৰবাত থাকিবলৈ ল'লে। ৰাইজেও সিহঁতক সহায় কৰিলে। আমাৰ খৰ্গেকায়েও তাকে কৰিলে। লগতে ময়ো। কিযনো, মোৰো পুলিচৰ বহীত নাম উঠিছিল। এদিন মেলেঙৰ হাটলৈ যাওঁতে দাৰোগাটোৱে চিনি পাই চিঞৰিলে, "ধৰধৰ এই ভেমেকাটোক"। মই লৰ মাৰি সাৰিব নোৱাৰিলো দুচাটমান পালোঁ। দুদিন হাজোতত উখোৱা চাউলৰ আধাসিজা ভাত খালোঁ। তাৰ পিছতেই আমি দুয়ো পুলিচৰ পৰা আঁৰত থাকিলোঁ। কেতিয়াবা বাঁহতলীত থাকোঁ, কেতিয়াবা পাঠশালা স্কুলৰ বেঞ্চিত দীঘল দি পৰি থাকোঁ। বেছিভাগ সময় থাকোঁ ভিন ভিন গাঁৱৰ মানুহৰ ঘৰত। তেওঁলোকে গোপনে গোপনে আমাক বেছি আলহী সোধে। খৰ্গেকাইৰ এতিয়া লগত ঢোলটো নাই, ঢুলীয়াৰ পোছাকো নাই। ময়ো এতিযা এটা খুটি -তাল নোলোৱা পালি। খৰ্গেকাযে পিছে ভুলতেও এটা বস্তু এৰা নাছিল। এখন ডাঠ বকলা থকা বহী আৰু এটা কলম। এই বহীত মনত পৰিলেই নিজে ভবা পদবোৰ গোট গোট মুকুতা যেন আখৰেৰে লিখি যায় আৰু ঢোলৰ হেৰাই যাব খোজা ছেওবোৰে।

এনে ছেও লিখাৰ 'বিত্তান্ত'ও এখন মহাভাৰত। এইখন জিলাৰ কোন কোন চুবুৰিত কোন কোন নিশকতীয়া বুঢ়া ঢুলীয়া কেলঢোপ কেলঢোপকৈ জীয়াই আছে, সেই মানুহখিনিৰ নাম খৰ্গেকাইৰ তেনেই ওঁঠৰ আগত। আমি মনে মনে তালৈ যাওঁ, তাতে বুঢ়াহঁতৰ ঘৰৰ আলহী হওঁ। খৰ্গেকায়ে কয়, "বুইছ বনমালী, আজি বহুত কাম। বহুত লিখিব লাগিব। এইবোৰ ঢোলৰ আপুৰুগীয়া মাত। বুঢ়াহঁত সিফলীয়া হ'লে এইবোৰো সিফলীয়া হ'ব। মানে লগতে যাব, দেশে নেপাব। এতেকে লিখি ল'ব লাগিব।" সেইবোৰ লিখি যায়। মোৰ ভাব হয়, মুকুতালেখীয়া আখৰবোৰ যেন আখৰ নহয়, একোটা ঢোলৰ চাপৰহে। মোক তাৰ বহু আগতেই কায়ে কৈছিল, "কেৱল তাল বজাই থাকিলেই হ'ব জানো? ঢোল বজাবলৈ শিক।" মই খৰ্গেকাইৰ 'আইগা' 'অবইগা' কৰা নাছিলো। এতিযা ভাবিলেই গাটো জিন্‌জিনাই যায়। খৰ্গেকাই মৰাৰ আগলৈকে এনে বহী দুখন হৈছিলগৈ। এতিয়াহে সেই পৰীযেন ৰূপটো মোৰ মনলৈ আহিছে। ৰন্তাৰ ৰূপ। 'যৌৱনে' দেহ ভৰ পূৰ কৰা ৰূপ। পোনতে খৰ্গেকাই ভোল যোৱা নাছিল। চগা হৈ জুইৰ ওচৰলৈ আহিছিল। অৱশ্যে তাইক উৰিবলৈ ময়ো হাত উজনি দিছিলো।

তাইৰ গাঁও খণ্ডীয়াত। তাই খুব ভাল দৈ তৈয়াৰ কৰি ৰাখিব জানে। এঠা দৈ। পনীয়া বস্তু বুলি ক'বই নোৱাৰি। তাইৰ হাত দুখনত অমৃত আছে। যি ৰান্ধে তাৰ সোৱাদেই বেলেগ। বৌৰ-কটাতো তেনেই বিহকৰমী।

ৰম্ভা খণ্ডীয়াৰ সৰুপাই বৰাৰ জীয়েক। বৰ জীয়েক হ'বলা। কাৰণ তাইৰ বয়স দুবছৰ নৌহওঁতেই মাক ঢুকাল। নৰিয়াটো অচিন আছিল। পুলিবৰৰ বৰকটকী ডাক্তৰেও চিনিব পৰা নাছিল। সৰুপাইৰ ডেকা তেজৰ গৰম সোঁত লেহেমীয়া হোৱাৰ আগতেই এনে হ'ব নেলাগিছিল। সকলোৱে হায় হায় কৰিলে। সিফালে দুবছৰীয়া ছোৱালীজনী ৰাখিব কোনে? তাইক ৰখি থাকিলে পথাৰৰ কামবোৰ কৰিব কোনে? সৰুপায়ে আৰু এজনী চপালে। নাম ৰমিলা। তাই তেজীমলাৰ মাহীয়েকৰ নিচিনা নহ'ল। ৰম্ভাক মৰমেৰেই ডাঙৰ-দীঘল কৰিলে। পিছে নিজৰহে এপাল ল'ৰা-ছোৱালী হ'ল। এয়ে দুখৰ কাৰণ হৈ পৰিল। বাৰুকৈ ৰমিলা আৰু ৰম্ভা কাজী আছিল। নহ'লে এপাল ল'ৰা-ছোৱালীৰে ঘৰখন পোহপাল নগ'লহেঁতেন।

এইবোৰ কথা তাইৰ মুখৰ পৰা নিজ কাণে শুনা। তাই মোক কোঁৱা নাছিল। তাকহে কৈছিল। গোপনে। গহীন ৰাতি। চক্ৰধৰহঁতৰ ডাঙৰ পুখুৰীটোৰ পাৰত। তৰাৰ পোহৰতে মই সিহঁতক চিনি পাইছিলোঁ। তেতিয়াৰে পৰা খৰ্গেকাইৰ কামত, ঢোলৰ বহীত ছেও লেখাত আৰু পুলিচৰ চকুত ধূলি মাৰি গাঁৱে গাঁৱে ঘুৰি ফুৰাত বৰ উছাহ দেখিছিলোঁ। ময়ো খৰ্গেকাইৰ লগত ছাঁটোৰ দৰে আছিলোঁ।

এই আন্দোলনৰ সময়তো পিছে ৰম্ভাই বাট চাব নোৱাৰিলে। কিজানি আমাৰ খৰ্গেকাইয়েও। সৰুপাই বৰা আমাৰ ঘৰ ওলালগৈ। পিতাইক ক'লেগৈ। তেওঁ ক'লেগৈ খৰ্গেকাইৰ ভিনিহীয়েকক। তেওঁ ক'লেগৈ খৰ্গেকাইৰ বাযেক বেউলাক। বেউলা ফুলতে বাঁৰী হোৱা তিৰোতা। সংসাৰত মাথোন বেউলা আৰু খৰ্গেকাইহে। দুয়োটা আছিল ঘাটমাউৰা। মোমায়েকে ডাঙৰ-দীঘল কৰি বুজন হৈ নিজে খুটি খাব পৰা হোৱাত বাপেকৰ ভেটিত থ'লেহি। বেউলাই পিতাইৰ কথা শুনি ক'লে, "কথাটো ভালেই হৈছে। মোৰো তেওঁ এটা লগ হ'ব। পিছে বিয়া হ'লেই দেখোন গোটেই বৌজাল-বৌজাল হ'ব। পাষণ্ডহঁতে গম পাব। দৰাৰ পোছাকতেই দেখোন তাক 'হেনকেপ' লগাবহি। গতিকে "

গতিকে বুলি কৈ বেউলাই এটা চমৎকাৰ বুদ্ধি দিলে। হৰ-গৌৰীয়েই বিয়াৰ সকলো। গতিকে নেঘেৰীটিঙৰ মন্দিৰত ৰাতি বিয়াখন পাতিলেই হ'ল। কথাটো দুয়োপক্ষৰে পছন্দ হ'ল। ৰম্ভাৰ সেওঁতাত সেন্দূৰ পৰিল। পিছদিনা গঞাই এজনী বোৱাৰী দেখিলে। পিছে কোনেও বু বু বা বা নকৰিলে। এয়া গন্ধৰ্ব বিয়া নাছিল, মন্দিৰৰ বৰপূজাৰীয়ে 'সঙ্কুচিত' মাতি পতা বিয়াহে।

পলৰীয়া খৰ্গেকাই মাহটোত কেবাবাৰো মেলেঙলৈ অহা হ'ল। ইফালে চৰকাৰে দেশৰ মানে ল'ৰাবোৰক হালে হালে সাঙুৰি জে'ললৈ নিছে, পিটিছে, গুলীয়াই মাৰিছে। এয়া যেন মানৰ দিনহে আহিল। মোকো পুলিচে ধৰিলে। হাজোতত যে কি পিটন! পাঁচ দিনমান মোৰ গাটো উখহি আছিল। পিছত জে'ল হ'ল। এদিন জে'লতে শুনিলো, খৰ্গেকাই গুলী খাই মৰিল। সেইবোৰ বহুত কথা। পুলিচলৈ কেৰেপ নকৰি ৰাইজে শবটো লৈ ডাঙৰ 'পছেশ্বন' কৰিলে।

উকা কপালৰ ৰম্ভাক মই তেতিয়াৰে পৰা দুবাৰহে দেখিছিলো। এবাৰ বেউলাৰ লগত। যোৰহাটৰ বুঢ়ী গোসাঁনীৰ থানত। একেলগে দুজনী জীয়া গাভৰুক বাঁৰী তিৰোতাৰ বেশত দেখি সিহঁতৰ মলিন মুখ দুখন দেখিও মোৰ বৰ বেথা হৈছিল। সিহঁতৰ লগত ভালকৈ কথাই পাতিব পৰা নাছিলোঁ। ৰম্ভায়ো সেপ ঢুকি কথা কোৱাৰ নিচিনাকৈ মোৰ লগত দু-এবাৰ কথা পাতিছিল। হয়তো মোক দেখি তাইৰ খৰ্গেকাইলৈ মনত পৰিছিল। হয়তো পুৰণি দিনৰ ভালেমান কথাও। তেতিয়াই মই পূৰা ঢুলীয়া। মই বনমালী ওজা। মোৰ সুদামৰ দৰে এটা পালিও আছে।

আৰু এবাৰ পাইছিলোঁ চহৰতে। ভাল সময়তে। আন্দোলন কৰা ল'ৰামখাই ৰাজপাট খোৱাৰ সময়তে। ৰত্না কেছাৰীলৈ টকা নিবলৈ আহিছিল। ল'ৰামখাৰ চৰকাৰে তাইক মাহে মাহে অলপ টকা পোৱাৰ 'বেৱস্থা' কৰি দিছিল।

মই তাইলৈ ভালকৈ চালো। কপাল উকা, সেওঁতাও উকা। তথাপি দেখি বেয়া লগা নাই। বৰ মোহ লগা মুখ। মানুহৰ মন টানিব পৰা বিধৰ। কপাহী মেখেলা-চাদৰেই পিন্ধিছে। কিন্তু পটিত বেঙেনাৰঙী ফুল। 'বালাউজ'টো মাখন ৰঙৰ। তাই ভালেই কৰিছে। বাঁৰী হ'ল বুলি সদায় দুখকে ধিয়াই থাকিবনে? জগতখন সদায় ৰঙচুৰা। সকলোৰে মনত অকণমান ৰং নেলাগিলে মানুহ কিহৰ ভৰসাত জীয়াই থাকিব। গোসাঁই-বামুণে কোৱা সিটো জনমতনো কেনেকৈ সজ্ঞাত ৰাখিম? এই জীৱনেই সকলো। ইয়াতে সকলো পোহৰ, সকলো আন্ধাৰ আছে। সকলো ৰং আছে। ৰত্নাক দেখি সময়ক শলাগ ল'লোঁ। সময় একপ্ৰকাৰ বেযাও, একপ্ৰকাৰ ভালো। সময়ে ডেকাক বুঢা কৰে, ভালকো বেযা কৰে, পিছে অগিয়ানীকো গিয়ানী কৰে, বেয়াকো ভাল কৰে আৰু আটাইতকৈ ডাঙৰ কথা হ'ল, আগৰ শোক-তাপবোৰ পাতলাই পেলায় নাইবা নাইকিয়া কৰি পেলায়। বোধ কৰোঁ ৰত্নাৰো সেযে হৈছে। তাইৰ মুখখন আৰু তিৰবিৰ চকুহাল যিকোনো এজনী গাভৰু ছোৱালীৰ দৰেই লাগিল।

মোক দেখি তাই উত্ৰাৱল হ'ব বুলি ভবাও ভুল। পিছে তাই খুব ভাল যেন লাগিল। মই যেন মানুহৰ জংঘলৰ এটা সাধুকথাৰ কোঁৱৰ। ৰাস্তাত বেছি কথা ক'ব নোৱাৰি। সিফালে মটৰ আৰু ৰিক্সাৰ পেঁ-পোঁ ভোঁ-ভোঁ। আমি ওচৰৰে চাহৰ দোকান এখনত বহিলোঁ।

— পেঞ্চনটো কেতিযাৰ পৰা?

—দুমাহমান হৈছে।

—কেনেকৈ পালি?

—এমেলেই ঠিক কৰি দিলে।

—অকলে আহি দিগদাৰ পোৱা নাই?

—মিনিটে মিনিটে গাড়ী,— বাছো, সৰু সৰু গাড়ীও।

—বেউলাৰ কেনে?

—অ', নেজান হ'বলা? তেনেহ'লে তোক ভালেমান দিন পোৱা নাই। হেজাৰ হওঁক তেজ-মঙহৰ শৰীৰ। গএগায়ে হ'লে বেয়াকৈ ফুচ্ফাচ কৰা নাই দেই। মানুহজনলৈ পুতৌ হৈছিল কিজানি। আনকি দেৱানন্দ সূত্ৰৰ দৰে মানুহেও ক'লে বোলে আজিৰ দিনত কোনো সঁজাৰে পখী হৈ থাকিব নেপায়। কি ক'ব?

—আচলতে কথাটো কি? কোনোবাই নিলে?

—ঠিক ধৰিছে। এৰা, ইমানবোৰ ঠাইত ঢোল বজাই ফুৰা মানুহটোৰ এইকণ বুদ্ধিও নহ'বনে?

—কাৰ লগত?

—চমুৱাৰ লগত। পৱিত্ৰ চমুৱা। কেঁকুৰিটোৰ কাষত যে গেলামালৰ দোকানখন আছে, তাৰ মহাজন। টুক্টাক্কৈ চলি থাকিব পৰা দোকান। মাজুলীৰ বানপানীয়ে খেদা মানুহ।

—সম্পৰ্কটো কেনেকৈ হ'ল?

—বেছি সময় নেলাগে নহয়।

তাই বটিয়াকৈ হাঁহিলে। শবদো হ'ল। হঠাতে মুখখনৰ আঁহ-পাহবোৰ মুকলি হ'ল, জাপ খাই থকা ফুলপাহি মেল খোৱাৰ দৰে। তাই ইঙ্গিতেৰে কথা ক'ব পৰাও হ'ল। নহ'লে এনেকৈ নক'লেহেঁতেন, হেজাৰ হওক, তেজ-মঙহৰ শৰীৰ। ইয়াৰ বহুত অৰ্থ। বিপৰীততো ইমানবোৰ অৰ্থ লুকাই থকা নাই।

মোৰ মনত ভেজাল কথাকেইটা সোমালত মই ৰস্তালৈ চিধাচিধি চাব নোৱৰা হ'লোঁ। তললৈ চাই থাকিলোঁ।

—এতিয়া লগত কোন থাকে?

—পুনৌ। মোৰ ভাইটো। বৰ অঘাইতং। অনবৰত অলৌ-তলৌকৈ ঘূৰি ফুৰে। ৰাতি কোনোবাই পোলা কাটি সোমালেও উপায় নাই। তাৰ মৰটোপনি। তাক চালপীৰাৰ সৈতে দাঙি নিলেও সি গম নেপাব। তাঁতশালখন নথকাহেঁতেন মই অকলশৰে থকা হেতু বলিয়া হ'বলগীয়া হ'লহেঁতেন। তইঁতেও পিঠি দিলি।

মোৰ মনটো চেৰাই গ'ল। মই তাইৰ তালৈ যাওঁ কেনেকৈ? বাছ-মটৰৰ সুবিধা আছে অৱশ্যে। আমানুল্লাই জানো ছুটী দিব? মই এদিন নেথাকিলেই হাহাকাৰ।

তাৰ পিছত আৰু ৰস্তাক দেখা পোৱা নাই। প্ৰায় চাৰি মাইল বাট আহিছোঁ। এটাও চিনাকি মানুহ দেখা নাই। দেখিলেও চিনিবৰ উপায় নাই। তৰাৰ পোহৰত মাথোন বাটটোহে ধৰিব পাৰিছোঁ। পিছে আমনি লগা নাই। ভাববোৰ মোৰ লগৰীয়া হৈছে।

ঘৰটো প্ৰায় দুহালিচা মাটিৰ চৌহদৰ এমূৰে। চোতাল-তোতাল নাই। চৌহদত ঘাঁহনি। ভৰি দিয়েই ধৰিব পাৰিলোঁ। ঘৰটোৰ ভিতৰত জ্বলি থকা চাকিটোৰ ফালে পোনালোঁ। মই মাত দিলোঁ। তাই ততালিকে দুৱাৰ খুলি নিদিলে। মোৰ মাতটো শুনিহে হাতত চাকিটো লৈ দুৱাৰৰ ডাংডাল খুলি দিলে। তাই মোক দেখি আচৰিত ভাব এটা নেদেখুৱালে। প্ৰথমতে পোৱা খোঁটালিটো আহল-বহল। তাত দুখন পীৰা, এটা মূঢ়া আৰু দুখন বেঞ্চি। এখন বেঞ্চিত পুনৌ নিচা কৰা মানুহৰ দৰে লাংখাই পৰি আছে। ফুট গধূলিতেই তাৰ দুৰ্যোৰ টোপনি। তালৈ চোৱাত ৰস্তাই ক'লে, "আগবেলা খেলায় ভটা-গুটি, বিয়লি ৰবাব টেঙাৰ বল। পঢ়িবলৈ বহিলেই তাৰ চকু জাপ খাই আহে।"

—তেনেহ'লে সি বঢ়িয়া ঘৰৰখীয়া হৈছে।

—মাথোন সাক্ষীগোপাল।

তাই মোক আথে-বেথে জা-জলপান খুৱালে। ইতিমধ্যে তাইৰ সকলো খা-খবৰ ল'লোঁ। মোৰ কথাও ক'লোঁ। মই যাবলৈ ওলালোঁ। তাৰ পৰা আধা মাইলমান গ'লেই গহীন তৰণীৰ ঘৰ। তাতে ৰাতিটো কটাম বুলি ভাবিলোঁ।

—তেনেহ'লে আহিছিলি কিয়?

ইয়াকে কৈ তাই মোলৈ এনেকৈ চালে যে সেই চাৱনিত মোৰ দেই-পুৰি যোৱাৰ অৱস্থা। সেই চাৱনিয়ে বহুত কথা ক'লে। তথাপি মই আগুৱাই আহিলোঁ। জীৱনত কেতিয়াও এনে অৱস্থাৰ মুখামুখি হোৱা নাছিলোঁ। এনে কাণ্ড ঘটিব বুলি মই সপোনতো ভবা নাছিলোঁ।

মই লাহেকৈ দুৱাৰৰ ডাংডাল খুলিলোঁ। তাই কিজানি তাইক 'অবইগা' কৰা বুলি ভাবিলে। আশাত আঘাত কৰিলে কিজানি সকলোৱেই এই অৱস্থাত বাঘিনী হয়। তাই মোৰ হাত এখনত জোৰেৰে খামুচি ধৰিলে। বাঘিনীৰ হাতোৰা যেন হাত। তাইৰ মাতটো কঁপা কঁপা।

—ৰাতিটো আহিলেই মৰিম মৰিম লাগে। তইঁতে নুবুজ। অকলশৰীয়া হৈ মনটো চম্ভালি পাইছ জানো? মই ভাবিছিলোঁ তই ইমান নিদাৰুণ নহয়।

—পিছে পিছে ইয়াৰ

মই কি ক'ব খুজিছোঁ, নিজেই ক'ব নোৱাৰোঁ। ৰৈ গ'লোঁ। হৃতভম্ব হৈ বেঞ্চিখনত বহিলোঁগৈ। তাই দুৱাৰৰ ডাংডাল মাৰিলে। মই ঠাণ্ডা মগজেৰে কথাখিনি ভাবিব পৰা হ'লোঁ। এতিয়া ভেজাল হৈ পৰা মনটোক শাসন কৰি যদি ইয়াত পুনৌৰ দৰে তক্তা এচলাৰ দৰে পৰি থাকোঁ, তেতিয়াও মোৰ চেতনাই আঘাত পাব। তেনে নহ'লেও পিছদিনা দেখোন গোটেইখন ৰৌজাল-বৌজাল লাগিব। ৰম্ভায়ো এইখন গাঁৱত থাকিব নোৱৰা হ'ব আৰু মোৰো গাঁৱে গাঁৱে ওজা বোলোৱাৰ মুদা মৰিব।

ৰম্ভা কাষৰ আন্ধাৰ খোঁটালিটোলৈ গ'ল। মই তাইৰ উচুপনি শুনিলোঁ। এই উচুপনিয়ে মোক বশ কৰিলে, মোৰ সকলো মনৰ বিচাৰ আৰু যুক্তি তল পেলালে। মই যেন এটা সাপহে। অকণো শব্দ নকৰাকৈ উচুপনিটোৰ ফালে গৈ থাকিলোঁ। গাত হাত দিয়াৰ লগে লগে তাই থিয় হ'ল আৰু মোৰ বুকুত সোমাই পৰিল। এনেকৈ ভালেমান পৰ থকাৰ পিছত তাই ক'লে, "মই জানো, বনমালী এনেকৈয়ে এদিন ওলাবহি। সেইদিনা চহৰত তোক দেখিয়েই বুজিছিলোঁ।"

ইমান উত্তাপ, ইমান লালসা। ইমান মৰম। ইমানবোৰ জীযাই থকাৰ আঁচনি। এইবোৰ বুকুত বান্ধি ইমান দিনে তাই কেনেকৈ দিন নিযাইছিল? ইচ্ছাৰ লগত বিৰোধ হৈ দিন পাৰ কৰাটোহে কিজানি কলংক।

এৰাতিৰ ভিতৰতে সকলো সহজ হৈ পৰিল। আমি যেন যুগ যুগৰ চিনাকি।

চৌকাষৰ জগতখন মোৰ চিনাকি। মই নিজকে নিন্দুকৰ পৰা কেনেকৈ বচাই ৰাখিব লাগে জানো। গতিকে কাউৰীয়ে কা কৰাৰ আগতেই মই যোৰহাটৰ ফালে যোৱা ৰাজআলিটোত উঠিলোঁ। মনত পৰিতাপ লেশমানো নাই। নিজৰ জগতখন এতিয়া বিচাৰি পাইছোঁ। এইখন জগতত পাপ আৰু পুইনৰ মাজত থকা বেৰখন তেনেই পাতল কিজানি।

এখন মালবোজাই কৰা 'টাটা ডিজেল' গাড়ী দেখি হাত দাঙি দিলোঁ। তাতে উঠি বেলি ওলোৱাৰ আগতেই পুলিবৰ পাই হৰি হৰি মানিলোঁ। দুদিনতে বাৰু এনে অৱস্থা হ'ব লাগেনে? বতাহৃত অহা বেমাৰটোৱে আমাৰ কুকুৰা পামখনকো ছানি পেলালে। পামৰ কাষত এদম মৰা কুকুৰা । ঘৰটোৰ ভিতৰত থকা কুকুৰাকেইটাও কলপ্-ধলপ্কৈ বাচি আছে। ইহঁতো মৰিব। আমানুল্লাৰ তলত কাম কৰা ল'ৰাকেইটাৰ মনবোৰ মৰা। পোহপাল দি থকা কুকুৰাসোপাৰ দুখতো, নিজৰ ৰোজকাৰ হেৰুওৱাৰ ভয়তো। আমানুল্লাই আৰু এনে কচুপাতৰ পানী যেন ব্যৱসাযটো ৰাখি নথ'ব। কালি সন্ধিয়াতে মনৰ দুখত সি এই ল'ৰাকেইটাক কথাটো ক'লে। পিছে মই নথকাৰ কাৰণে কুকুৰাবোৰ মৰিল বুলি ক'ব নোৱাৰি। আমানুল্লাৰ ভায়েক কুতুবে মপেদ নামৰ ভটভটীখন চলাই হাঁহ-কুকুৰা পালন বিষয়াৰ 'আপিচ'ৰ পৰা ৰোগ হ'ব নোৱাৰা বেজি দিয়াৰ দৰবো আনিলেগৈ। বেজিও দিয়া হ'ল। কিন্তু কামত নাহিল। তেনেই গুণ নথকা দৰব হেনো। ফল দিব পৰা দিন উকলি যোৱা দৰব। তদুপৰি সিহঁতে ৰাখিছিলে যেনেকৈ-তেনেকৈ। এনে দৰবে আন কেবাখনো কুকুৰা পামত কাম দিয়া নাই। অথচ আক্ৰামৰ 'হিউ-ভেট' ফামেচীৰ পৰা কিনা বেজীৰ দৰবে হেনো বালিগাঁৱৰ মঞ্জুৰা হাজৰিকা, পকামুৰাৰ সোণাই মহৰী, চেউনীগাঁৱৰ ৰাতিৰাম আৰু কেন্দুগুৰিৰ জগত নেওগৰ কুকুৰাবোৰ বচালে।

তেতিয়াই গৈ লগ ধৰোঁতে আমানুল্লাই দুখ মনেৰে মোক এই কথাখিনি ক'লে। মোৰো বুকুখন শিয়ঁৰি উঠিল। মোৰো দেখোন ৰোজকাৰ বন্ধ হ'ব। খাম কেনেকৈ? সিফালে জীৱনৰ ইটো জখলাৰ খাপত খোজ দিব খুজিছোঁ।

এৰা, মই ভবাটো কথাই ফলিয়ালে। আমানুল্লাই খণ্ডতে মাটিডৰাৰে সৈতে কুকুৰা থকা ঘৰবোৰ বেছি পেলালে। পাঞ্জাবী এটাই কিনি ল'লে। কুকুৰা পুহিবলৈ নহয়, মটৰ গাড়ী মেৰামত কৰা কাৰখানা এটা বহুৱাবলৈহে।

মই নিঠৰুৱা হ'লোঁ। ৰম্ভাক কথাটো জনাওঁ কেনেকৈ? সিফালে ঘৰতো মাটি-বাৰী নাই। কেৱল ভেটিটোহে আছে। মই ওপজাৰ আগতেই কংক মহাজনে আমাৰ ৰূপিত মাটিখিনি চক্ৰান্ত কৰি লৈ পেলালে হেনো।

মোৰ চাকৰি যোৱাৰ গম পাই সুদাম ওলালহি। সি বিমৰিষ মনটোৰে বহিহে থাকিল। একো নক'লে। এবাটি চাহ খোৱাৰ পিছতহে তাৰ মাতটো ওলাল। সি ক'লে, "কেৱল ঢোল কোবাই কোবাই জীয়াই থাকিব নোৱাৰি। কমিউনিষ্ট দেশত পাৰিলোঁহেঁতেন। মেঘাই ওজাই এনে বুলি এদিন কৈছিল। আজি মোৰ তালৈ যাওঁ ব'ল।"

সুদামৰ ঘৰতে পালোঁ তাৰ পেহীয়েকক। ঘৰ শিৱসাগৰত। আমাৰ দুটাৰ মনবোৰ গোমা গোমা দেখি তেওঁ ক'লে, "হাত দুখন থাকোঁতেনো ভয় কৰনে? হেৰ', পেহাৰৰ কথাটোৱেই নেচাৱ কিয়? অ' এন জি চিত মিস্ত্ৰী কাম কৰিযেই কোঁৱৰ গাঁৱত পকীঘৰ সাজিব পাৰিছে।"

তেওঁ আমাক শিৱসাগৰলৈ নি আমাৰ কিবা এটা গতি লগাব বুলি ক'লে। আমি হাততে সৰগ ঢুকি পালোঁ।

সুদামৰ পেহাকৰ নাম পথালি। পিছে মানুহটো পথালিয়ে বঢ়া বিধৰ নহয়। ওখত মোৰ সমানেই। প্ৰায় ছফুট। মাতটোহে হুটা, অন্তৰখন মাখন যেন। পথালি পেহাদেৱে আমাৰ দুয়োৰে হাতত পাঁচখনকৈ এশটকীয়া খমখমীয়া 'লোট' দি ক'লে, "তহঁতৰে ভাগ্য। কালি বনাচ পাইছিলোঁ। ইয়াৰে আৰম্ভ কৰ। সাধ্যতে অ' এন জি চিত কাম নেপাব। কুন্তাইঁতক পইচা দিব লাগিব। দহ হেজাৰকৈ অলায়ক হ'লেও কামটো পাবি, কিন্তু তই ইমান ওখ-পাখ মতগজ ডেকা যদিও টকা নেপালে সিহঁতে চকীদাৰ কামটো তোক নিদিয়ে।

এদিনৰ ভিতৰতে দুটা ডাঙৰ কথা শিকিলোঁ, অ' এন জি চি মানে হেনো তেল-গেছ কোম্পানী আৰু বনাচ মানে দৰমহাৰ বাদেও পোৱা ধন। এই কোম্পানীত চকীদাৰ পদটোও উলা-মূলা নহয়।

এটা ঘৰ ভাৰা ল'লোঁ। সুদাম পেহাকৰ ঘৰত থাকিল। মই অলংকাৰ ফুকন নামৰ তেল-গেছ কোম্পানীত ঘৰ সাজি থকা ঠিকাদাৰ এটাৰ লগত কাম কৰিলোঁ। সি দিয়া গাড়ীত উঠি মই ইটা আনিব লাগে, বাঁহ-কাঠ যোগাৰ কৰিব লাগে আৰু তাকে কৰিবলগীয়া নোহোৱা কেইদিন মহৰী হ'ব লাগে। দেছুৱালী 'লেবৰ'খিনিক ডবিয়াই-ধমকিয়াই থাকিব লাগে। উপাৰ্জন ভাল, তাত এবছৰ কাম কৰি এদিন দেওবাৰে পুৱাই ৰম্ভাৰ ওচৰ পালোঁগে। আজিকালি পুনৌ তাইৰ লগত নেথাকে। সি বৰ ধিতিঙা হ'ল। ওচৰৰ মানুহবোৰে ওজৰ-আপত্তি কৰি থকা হ'ল।

—তেনেহ'লে তোৰ সাহ কম নহয়।

—উপায় নেথাকিলে চবৰে সাহ হ'ব। সৌ মেচীদাখন দেখিছ নহয়? সেয়ে মোৰ সাহ। পিছে

চব থান-থিত লাগিলনে?

—নিবই আহিছোঁ। তই লগত একো নিব নেলাগে। চব কিনিছোঁ।

তাতে দুপৰীয়া ভাত সাঁজ খালোঁ। তাই সাজি-কাজি ওলাল। মই দুৱাৰডলি চেৰোৱাৰ পিছত তাই বাঁহৰ দুৱাৰেদি সৰকি অহা লোহাৰ শিকলিডালত ওলমি থকা তলাটো মাৰিলে। ভেটিত সেৱা এটাও কৰিলে। তাইৰ চকুহাল সেমেকিল। তাই নাকৰ পানীও উজালে। মোৰ ভৰি দুখন চুলে আৰু মাত-বোল নকৰাকৈ মোৰ পাছে পাছে আহি থাকিল। কোনেও আমাক সন্দেহৰ চকুৰে নেচালে। শিৱসাগৰত ঠিকাদাৰৰ মহৰী হোৱাৰ দিন ধৰি আজিৰে সৈতে ধৰিলে ৰস্তাৰ ওচৰলৈ ছবাৰ আহিছোঁ। সকলোৱেই মোক তাইৰ দেৱৰ বুলিয়েই ধৰে। কাৰণ খৰ্গেকায়েই মোক মানুহ কৰিলে।

চুবুৰিটো পাৰ হ'লোঁ। ইমান পৰে তাইৰ চকুলো শুকাইছিল। কিন্তু আকৌ সোঁত-সোঁতনি। তাই লেহেমাই খোজ দিবলৈ ধৰিলে। তাইক যেন কঁকালত লেজুৰে বান্ধি কোনোবাই পাছফালৰ পৰা টানিছে। তাই থমকি ৰ'ল। মোৰ ফালে চালে। একেবাৰে ভৰিৰ পৰা মুখৰ চুলিলৈকে। তাইৰ ওঁঠ দুখন কঁপিবলৈ ধৰিলে। গাটোহে কষ্ট কৰি নিথৰ কৰি ৰাখিলে।

অকস্মাতে তাই আচৰিত মূৰ্তি দেখুৱালে। একো নকৈ লৰালৰিকৈ ঘৰৰ ফালে খোজ দিলে। মই অস্থিৰ। তাই মত সলাইছে। তাই মোক মূৰকৰ পৰত চৌঠেঙীয়ত পেলালে, ঠগিলে, মোক অপমান কৰিলে। পুৰুষ হিচাপে মোৰ মূল্য থাকিল ক'ত?

মই অতিকৈ হতাশ। মোৰ এতিয়া অতিকৈ আক্ৰোশ। মই গুলী খাই আধা মৰা হোৱা এটা বাঘ। মই এতিয়া দৌৰি গৈ তাইৰ টেঁটু চেপি ধৰিব লাগিছিল। কিন্তু নোৱাৰিলোঁ। তাই ছলনা কৰিব পাৰে, কিন্তু তায়েইতো মোক জীৱনত পহিলাবাৰ বহুত কিবা দিলে। দেহ সপি দিলে, মৰমেৰে মোক বুৰাই দিলে। মই কোনোপধ্যে তাইৰ ধাৰ সুজিব নোৱাৰিম। তাই মোক ধন্য কৰিছিল। সেয়েহে মোৰ তাইলৈ এটা অবুজ মোহ। তাই মোক এনেকৈ এৰি থৈ যোৱাটো মোৰ বাবে এটা ভাঙিব নোৱৰা সাঁথৰ। মই নিজক নিজে কৈছোঁ, "বনমালী, ধৈৰ্য ধৰ। তাইৰ মনটো তই কি বুজিবি? তই নিজকেই দেখোন নিজকে বুজি পোৱা নাই।" মই একুট পদ গুণগুণাইছোঁ : "মধুৰ মুৰুতি মুৰাৰু, মন দেখু হৃদয় হাৰাৰু ।"

মোৰ অজানিতে তাইৰ ঘৰৰ ফালেই ভৰি দুখন চলিল। জপনাখন পাৰ হৈ পিৰালিৰ পৰা কানি দুৱাৰেদি ভুমুকিয়াই চাই আচৰিত হ'লোঁ। তাই ঢোলটোত লাগি থকা ধূলি-মাকটিবোৰ মচি তাৰ ওপৰত মাটিৰ চাকি এটা জ্বলাই থৈছে। মূৰটো দোঁ খুৱাইছে। তাৰ পিছতেই হাতত ফুলাম গামোচাৰে ঢকা টোপোলা এটা কাষলতিৰ তলত লৈ লৰালৰিকৈ ওলাই আহিছে।

মোক দেখি তাইৰ মুখত এটা নীৰস হাঁহি বিৰিঙিল। তাই আকৌ আগৰ দৰে তলাটো মাৰিলে, ভেটিটোত সেৱা কৰিলে আৰু মোৰ পাছ ল'লে। এইবাৰ তাই নিমাতে নেথাকিল।

—সেইবোৰ এৰিলি নেকি? ঢোল-চোল?

—সময়কে নেপাওঁ। বস্তুটো আছে। মোৰ হাততহে মামৰে ধৰিছে কিজানি বুইছ, দুখীয়াক এইবোৰে নুসুজে।

—টকা গোট খাইছেনে?

—নহেজাৰ দুশ আৰু আঠশ লাগিব। সুদামৰ পেহাকে কৈছে, অপিচাৰটোৰে হেনো এপইচাও

নকমায়। ভাটী ফালৰ এং-বেং কথা কোবা মানুহ সি হেনো জেওবা খবিব পৰাও বস উলিয়াব পৰা বিধৰ।

—এতিয়া একা?

—মানে?

—সেইটো বজাবলৈ ইচ্ছা হ'ব?

—ক'ব নোবাৰোঁ।

—এস, গাঁৱত যদি আমাৰ মাটি-বাৰী থাকিলহেঁতেন!

ৰাজআলিত এখন বাছ পালোঁ। সোনকালেই ভাৰাঘৰটো পালোঁগে। তাই পিছে ভেটিত সেবা কৰিহে সোমাল। পোনতে গামোচাৰে ঢকা টোপোলাটো আলফুলকৈ এঠাইত থ'লে।

তাইৰ ভাগৰো লাগিছে। সদায় থকা মানুহ এজনীৰ দৰে তাই মোৰ বিছনাখনতে দীঘল দি পৰিল। চকু দুটা মুদি সুধিলে, "সেইটো কাম পালে ইয়াত থাকিব নেলাগে নহয়?" মই ক'লোঁ, "সুদামৰ পেহাকে তাত, তেল-গেছ কোম্পানীৰ মাজতে ঘৰ এটা পাম বুলি কৈছে।"

মই ক'ব লাগে কাৰণেহে ক'লোঁ। মোৰ সকলো ভাবনা-চিন্তা থুপ খাই আছে সেই টোপোলাটোৰ ওপৰত। তাকে খুলিলে তাই বেয়া পাব পাৰে। মাইকী মানুহৰ কত কি গোপনীয় বস্তু থাকিব পাৰে মই এতিয়ালৈকে নেজানো।

শেষত উপায় নেপাই তাইক সুধিকে পেলালোঁ। তাই ওপৰলৈ চাই নিৰ্ব্বিকাৰ হৈ ক'লে, "খুলি চা আকৌ।"

টোপোলাটো খুলি চাই মোৰ চকু দুটাকে পতিয়ন যোৱাব নোবাৰিলোঁ। দুখন বহী। খৰ্গেকাইৰ সেই ছেওবোৰ লিখা আছে।

খন্তেকতে মই মন বান্ধিলোঁ। হেজাৰ কাম থাওক লাগে, সদায় এবাৰ ঢোলটো বজামেই। খৰ্গেকাইৰ কথা এযাৰ মোৰ কাণত গুণগুণাবলৈ ধৰিলে, "বুইছ, বনমালী, এইবোৰেই আমাৰ আচল বস্তু , এই ছেওবোৰ। জগতখনে শুনি ভাল পাব। ইয়াকে পণ্ডিতবোৰে কি বুলি কয় জান? সংচ্‌কিতি সংচ্‌কিতি।"

মই এতিয়া ভাতচক ঘৰটোত সোমাই ন-বোবাৰী হিচাপে বস্তাক অন্ততঃ একাপ চাহ খুৱাব লাগিছিল। বৰঞ্চ মই ঢোলটোৰ ধূলি-মাকটিবোৰ গুচাই ছেও এটা মাৰিলোঁ। গোটেইখন ৰজনজনাই গ'ল। মই নিজৰে শলাগ ল'লোঁ। তেন্তে মোৰ হাত দুখনত এতিয়ালৈকে মামৰে ধৰা নাই।

ৰম্ভা একেচাৱেই বিছনাৰ পৰা উঠিল। মোৰ ওচৰলৈ আহি তাই ক'লে "খুব ভাল কথা। বুইছ, বনমালী, এয়েহে আচল। তই মন ভাল লাগিলেও বজাব লাগিব আৰু বেয়া লাগিলেও। কি ক'ব?"

মোৰ দেহটো শাঁত পৰি গ'ল।

# আয়না

নেকিবে তাৰ কেৰ্‌কেৰণি তোলা চাইকেলখনেৰে গুলীটো অহাদি আহি চোতালৰ মুচাটোত আমনজিমনকৈ বহি থকা ধীৰেনক ঘনাই উশাহ সলাই সলাই ক'লেহি, "ওলাচোন, তুৰন্তে ওলা। এতিয়াই। নহ'লে মোৰ মানুহজনী নিজীয়ে।"

কথা বিষম ভাবি ধীৰেনে একো নুসুধিলে। কামিজটো কান্ধত পেলাই তাৰ টেক্সীখন ষ্টাৰ্ট দিহে সি সুধিলে, "ক'লৈ?'

চলন্ত টেক্সীত নেকিবৰ ওচৰতে ধীৰেন। সি বিপদৰ পৰা মুক্তি পোৱাৰ আশা এটা দেখি অলপ শান্ত হ'ল। সি ক'লে, "চিভিললৈ। ইমান খাটি, ডাক্তৰ-নাৰ্ছক কাবৌ কৰি ফৰিদাক পেযিং কেবিনত দিয়াইছিলোঁ, কিন্তু সেইখন চিভিল হস্পিতাল নহয় যেন ধন ঘটাৰ ফান্দহে।"

টেক্সী ড্ৰাইভাৰ ধীৰেনে বিৰক্ত হৈ ক'লে, 'যি ক'ব খুজিছ বুজি পোৱাকৈ ক'। এইকণ ধৈৰ্যও নাইনে?"

নেকিবে কৈ গ'ল, "ডাক্তৰ-ডাক্তৰণীৰ মতে তাইৰ আজিযেই দিন পৰিছে। প্ৰথম কেঁচুৱা হ'ব। কিবা অচিন বিঘিনি হয় বুলিয়েই পৰহিৰে পৰা পেয়িং কেবিনত ৰাখিছোঁ।"

"এতিয়া পুতেৰ বা জীয়েৰৰ মুখ দেখিলি নেকি?"

"নহয় অ' ধীৰেন, কথাটো ইমান সহজ নহয়। বিপদত বেছি বিপদ বঢ়ায়— এই ডাক্তৰ সোপাই। সি, মানে সেই আগে-গুৰিয়ে সমান ফুটবলটো যেন ডাক্তৰটো, অনুপ শৰ্মা, হেনো তিৰোতাৰ বিয়াধি ভাল কৰাত অতিকে পাকৈত। পিছে সিয়ে মোৰ কাল হ'ল। এতিযা তুৰন্তে সেই পাষণ্ডটোৰ তাৰ পৰা ফৰিদাক আনিব পাৰিলেই হ'ল। নহ'লে তাইৰ সি পেট ফালি চিৰাচিৰ কৰিব, মানুহজনী চিৰদিনলৈ ঘূণীয়া হ'ব।"

"মানে চিজাৰিযান অপাৰেশ্যন?"

'অ ধীৰেন, তই ঠিক শব্দটো কৈছ। সি তাকে কৰিব খুজিছে। তাৰ হাতত পেয়িং ৱাৰ্ডত দহজনী গৰ্ভৱতী তিৰোতা। সি হেনো আঠজনীৰে পেট ফালি কেঁচুৱা বাজ নকৰিলে মৰিব বুলি ভয় খুৱাই গিৰীয়েকহঁতৰ পৰা এহেজাৰকৈ টকা লৈছে। মোকো তেনেকৈ ক'লে। মই হ'লে পতিয়ন নগ'লোঁ। আমাৰ পকামুৰাৰে প্ৰফুল্ল চকীদাৰ তাত আছে নহয়। সিহে মোক মাতি আনি ক'লে, 'তোৰ মানুহজনীক তুৰন্তে লৈ যা মিছন হস্পিতাললৈ। এই ভূটীয়া ডাক্তৰটোৱে ধনৰ ধান্দাতে এইবোৰ কাম কৰে। চিজাৰিয়ানত কিমান বিপদ আছে মই জানো নহয়। এবাৰ এজনীৰ চিজাৰিয়ান হৈছিল। তাৰ পিছতেই তাইৰ কাহ হৈছিল। কাহৰ কোবত পেটৰ চিলাই ছিগিল। মানুহজনীক বচাবৰ কাৰণে ডিব্ৰুগড়ৰ

পৰা ডাক্তৰ আনিব লগা হ'ল। প্ৰফুল্ল চকীদাৰৰ কথা শুনি চিধা তোৰ ওচৰলৈ আহিছোঁ। অনুপ ডাক্তৰক চৰ এপাত শোধাই তাইক মিছন হস্পিতাললৈ আনিম। এতিয়াই। খৰচ বেছি পৰিব। পৰক, যিমান পৰে। জীৱনটোহে আচল।"

অসামৰিক চিকিৎসালয়ত ধীৰেনৰ টেক্সীখন সোমাল। এঠাইত টেক্সীখন ৰ'ল। ধীৰেন আৰু নেকিবে ফৰিদা থকাৰ ফালে খোজ দিলে। সেই সময়ত তাত নাৰ্ছ এজনীহে আছিল। কঁকালত ৰঙা ফিটা বন্ধা নাৰ্ছজনী নাৰ্ছ নহয় যেন অশোক বনত সীতাক পহৰা দি থকা কোনোবা ৰাক্ষসীহে।

তাযো অনুপ ডাক্তৰৰ লগত। কিবা ভাগ পায় হ'বলা। তাই কোনোপধ্যে ফৰিদাক নিবলৈ নিদিয়ে। কিন্তু সিহঁতে তাইৰ কথা নুশুনিলে। ফৰিদাক আনি টেক্সীত বহুৱালে।

নেকিবৰ সিদ্ধান্ত সুন্দৰ। সি ভাল ভাগ্য সাধি আহিছিল। অলপ পিছতেই কেঁচুৱাৰ কেঁহে কেঁহে মাত। তাক ভিতৰৰ পৰা এজনে খবৰ দিয়ালে। তাৰ এটা ল'ৰা হৈছে।

ধীৰেনে আনন্দতে নেকিবক সাবট মাৰি ধৰিলে। ধীৰেনৰ আকৌ এতিযাহে খংটো উঠিল। সি তলৰ ওঁঠৰ পৰা চোক নাইকিয়া হোৱা চুখাখিনি আঙুলি এটাৰে উলিয়াই মাটিত পেলাই, থুৱাই থুৱাই ক'লে, "থুই কটা। এনে মানুহৰ নামটো উচ্চাৰণ কৰাও পাপ। মানে সেই অধৰমী ডাক্তৰটোৰ কথা কৈছোঁ। ব'ল এতিয়া তাক এপাত চৰ শোধাই আহোঁগৈ।"

"আজি 'নহ'ব, ধীৰেন, মানুহজনীৰ চেতন আহক, কেঁচুৱাটোও চাই লওঁ। তাৰ পিছত দেখিম।"

নেকিবে কথাকেইটা ধীৰে-সুস্থিৰে ক'লে। ধীৰেনে তাৰ মুখত পহিলা বাপেকী হোৱাৰ সন্তোষৰ চিন দেখা পালে। সি জেপৰ পৰা ফিটা ছিগা ঘড়ীটো উলিয়াই চালে। সময় বহুত হ'ল। এঘাৰ বাজি পোন্ধৰ। তাৰ গড়কাপ্তানী বিভাগৰ অফিচলৈ যোৱাৰ সময় হ'লেই। তাক জুনিয়ৰ ইঞ্জিনীয়াৰ শেখৰে মাতিছে। আজি হেনো কিবা এটা ফয়চলা হৈ যাব। শেখৰৰ এক কথা। তাৰ জেপত যিমান টকা সোমাব, সিমানেই সি ঘৰটোৰ ভাৰা বেছিকৈ ধৰিব হেনো।

নেকিবে চাইকেলখন ধীৰেনৰ তাতে থৈ আহিছিল। সি কৃতজ্ঞ হৈ ধীৰেনৰ হাতত অলপ টকা গুঁজি দি ক'লে, 'আমাৰ ঘৰত আকৌ ভাল খবৰটো দিবি।'

ধীৰেনে টকাখিনি লেখিযেই নেচালে। ধীৰেন, প্ৰফুল্ল চকীদাৰ আৰু নেকিব,— সিহঁত পকামুৱাৰে মানুহ। সৰুকালৰে পৰাই সিহঁত লগ। ধীৰেন বহুবছৰ তাৰ জে'ল ৰোডৰ ঘৰত আছিল। কিন্তু টেক্সীৰ ব্যৱসায় মন্দা হোৱাৰ কাৰণে জে'ল ৰোডৰ ঘৰটোত থাকিবলৈ তাক পইচাই নোজোৰা হ'ল। পকামুৱাৰ পুৰণি ঘৰটোলৈ আহিল। তাৰ সৰু পৰিয়াল। ঘৈণীয়েক সাবিত্ৰী আৰু স্কুললৈ যোৱাৰ বয়স নোহোৱা ল'ৰা দুটা— মুন আৰু মণ্টু।

সি গড়কাপ্তানী বিভাগৰ অফিচলৈ যোৱাৰ আগতে এবাৰ আকৌ পকামুৱালৈ যাব লাগিব। মাটিৰ পট্টাখন আনিব লাগিব। শেখৰে যদি ঘৰৰ ভাড়াৰ নিৰিখটো ধৰি কাগজখন উপায়ুক্তৰ অফিচৰ চিৰস্তাদাৰ কৌশিক দত্তলৈ পঠিয়ায়, তেতিয়াহে তাৰ কাম শেষ হ'ব। কৌশিক দত্তই তাৰ ওপৰত কিবাকিবি লিখি উপায়ুক্তৰ চহী ল'ব। তেতিয়াহে সকলো ফয়চলা হৈ যাব। জে'ল ৰোডত ভাৰা দিয়া ঘৰটোৰ বাবদ সি চৰকাৰী অফিচটোৰ পৰা মাহে মাহে টকা পাই থাকিব।

সি পকামুৱাৰ ফালে গাড়ী চলাই ভাবিলে, সেই খচ্চৰ শেখৰ অভাৰচিয়াৰৰ বাবেই তাৰ ইমান জঞ্জাল। তাৰ ঘৰটো পাঁচ মাহৰ আগতেই অফিচে ল'লে। হোম গাৰ্ডৰ অফিচ। কিন্তু গড়কাপ্তানী

বিভাগে ভাৰাটো ঠিক কৰি নিদিয়াৰ বাবেই এনে অভাৱৰ দিনতো সি এটা পইচা পোৱা নাই।

ধীৰেন কলিতাৰ বাপেক শ্ৰীধৰ কলিতা মুৰ্মুৰীয়া চাহ বাগিচাৰ বৰ কেৰাণী আছিল। শ্ৰীধৰ কলিতাই কামৰ পৰা অৱসৰ পোৱাৰ দুবছৰমানৰ আগতেই জে'ল ৰোডৰ যোগেশ্বৰ বৰাৰ পৰা মাটি কিনি পাঁচ খোঁটলীয়া ঘৰটো সাজিছিল আৰু তেওঁৰ তাত দুবছৰমান থকাৰ পিছতেই মৃত্যু হৈছিল। তেওঁৰ তিনিটা ল'ৰা আৰু এজনী ছোৱালী। ছোৱালীজনী শিৱসাগৰৰ তেল-গেছ কোম্পানীত কাম কৰা ল'ৰা এটালৈ বিয়া দিলে। এটা ল'ৰাই গুৱাহাটীত ভাল চাকৰি কৰে। এটা নাগালেণ্ডৰ ইঞ্জিনীয়াৰ। তাৰ বেধুম টকা। দুটা ল'ৰা আৰু ছোৱালীজনীৰহে ভালটো দেখিবলৈ পালে, কিন্তু ধীৰেনৰহে একো ভাল নেদেখি শ্ৰীধৰ বৰ কেৰাণীয়ে চকু মুদিলে। তেওঁ কম দূৰদৰ্শী মানুহ নাছিল। জে'ল ৰোডৰ ঘৰটো ধীৰেনৰ নামত লিখাই দিছিল আৰু টেক্সী এখনো কিনি দিছিল। সেই ঘৰটোতে থাকি টেক্সী চলাই ধীৰেনে ভালকৈ খাই-বৈ আছিল। তাৰ বিয়াত সি কইনাক দুযোৰ পাটৰ সাজ দিব পাৰিছিল। কিন্তু যোৱা দুবছৰমানৰ পৰা টেক্সী চলোৱা পইচাৰে সি ঘৰখনৰ জোৰা মাৰিব নোৱৰা হ'ল। এতিয়া টেক্সীৰ বহুত শত্ৰু। যতমানে লাইন বাছবোৰ, চিটী বাছবোৰ, মিনি বাছবোৰ। এইবোৰ ডিজেলেৰে চলে। এইবোৰত খৰচ কম, লাভ বেছি। তদুপৰি অ'টো ৰিক্সাবোৰ আছেই। কলেজ পাছ কৰা ল'ৰাই নিবনুৱা হোৱাৰ কাৰণে আজিকালি বেংকৰ পৰা ধাৰ পাইছে। তাৰে সিহঁতে অটোৰিক্সা কিনিছে। টেক্সীতকৈ আধা দামত এইবোৰে যাত্ৰী কঢ়িয়াইছে। অটোৰিক্সাও টেক্সীৰ প্ৰধান শত্ৰু। আৰু শত্ৰু হ'ল বছৰে বছৰে বাঢ়ি থকা পেট্ৰ'লৰ দাম। গতিকে টেক্সী ভাৰা লোৱা মানুহৰ সংখ্যা তেনেই কমি আহিল আৰু লাভো কমি আহিল। সি টেক্সীৰ পৰা পোৱা ধনেৰে পৰিয়ালটোক পোহপাল দিয়াটো টান হৈ পৰিল। কপালৰ বলত বাৰুকৈ চৰকাৰে তাৰ ঘৰটো হোমগাৰ্ডৰ অফিচৰ বাবে ল'লে। পকামুৰাত পুৰণি ঘৰটো আছিল বাবে অন্ততঃ মূৰটো গুঁজি থ'বলৈ ব্যৱস্থা এটা হ'ল। এতিয়া ঘৰৰ ভাৰাটো পাই থাকিলে তাৰ সংসাৰখন ভালকৈয়ে চলিব। মুন আৰু মণ্টুক ভগীৰথ কেৰাণীৰ ল'ৰা দুটাৰ দৰে লিচুবাৰীৰ ইংৰাজী মাধ্যমৰ স্কুল বা বৰৈয়াৰ চেণ্ট্ৰেল স্কুলত দিব পাৰিব।

শেখৰ জুনিয়ৰ ইঞ্জিনীয়াৰ কম বস্তু নহয়। এইটো কাম কৰি সি চহৰৰ ভাল জেগাত কম বয়সতে দুটা ঘৰ সাজিলেই। টকাৰে হাতৰ খজুৰতি মাৰিব নোৱাৰিলে সি একো কামকেই নকৰে। এতিয়া চৰকাৰৰ হাতত ধন কম। গতিকে গড়কাপ্তানী বিভাগৰ ঘৰ সজাৰ কামো খুব কম, গতিকে তাৰ মানুহৰ দুই নম্বৰী ধন অৰ্জাৰ উপায়ো কম হৈ পৰিছে। সেয়েহে শেখৰহঁতৰ দৰে মানুহবোৰৰ ধনলৈ খঁকটো আগতকৈ বেছি হৈছে। শেখৰে ধীৰেনৰ কামটো কৰিম কৰিম বুলি দুমাহ পেলাই থৈছে। সি অফিচলৈ অহা-যোৱা কৰি হায়ৰান হৈছে। সি অফিচলৈ গ'লেই নিমজোপাৰ তলত থকা চেউনী গাঁৱৰ হুৰাইৰ পৰা তামোল এখন প্ৰায়ে খায়। দুমাহৰ ভিতৰতে ধীৰেনক বহুবাৰ দেখি তাৰ কৌতূহল হ'ল। কথাটো সোধাত ধীৰেনে সকলো কথা কোৱাত হুৰাই শইকীয়াই ক'লে, 'অ', সেইডালৰ লগত কাম? তোৰ তেনেহ'লে এনেকৈ কাম নহ'ব। তাক চাফ্ চাফ্ সুধিবি - কিমান টকা লাগিব? দেখিবি ধনে তাক ঠাণ্ডা কৰাই দিব। তোৰ কামটো চাকৰৰ দৰে কৰি দিব।"

সি তাৰ ঘৰটোৰ নক্সা এখন আঁকাই শেখৰৰ হাতত দিছিল। শেখৰে তাৰ ঘৰটোলৈ গৈ কিবাকিবি জুখি-মাখি আহিলগৈ। তথাপি সি দুমাহ কামটো পেলাই থ'লে। সি ধীৰেনক পালেই ক'বলৈ ধৰিলে, "ঘৰ পুৰণা হ'লে দাম কমি যায়। তোমাৰ ঘৰটো কিমান পুৰণি জানাই নহয়। মই তাকে চিন্তা

কৰি আছোঁ।”

শেখৰে এনেকৈ কৈ থকাৰ অৰ্থটো কি হুৰাই শইকীয়াই কথাখিনি কওঁতেহে ধীৰেনে গম পালে। এদিন সি আহি শেখৰক ক'লেহি, “মই বুজিছোঁ, আপুনি মোক উপকাৰ কৰিলে মই উপকাৰ পাহৰি যাম বুলি ভাবিছে। আপোনালোকৰ আজিকালি আন কাম নাই। গতিকে বাহিৰা ৰোজগাৰো কমিছে। মই সেইটো কথা চিন্তা নকৰা নহয়। ভাৰাৰ নিৰিখটো অলপ বঢ়াই দিলেই হ'ল।”

তাকে শুনি শেখৰে নিৰ্লজ্জভাৱে কৈ পেলালে, “মোক যিমানেই দিবা, সিমানেই ভাৰাৰ নিৰিখ বাঢ়িব। মই এইটো নিয়ম কৰি লৈছোঁ, মোক টকা আগতে লাগিব।”

“কিমান লাগিব?”

‘এহেজাৰত কমে মই কোনো কামেই নকৰোঁ।’

“বৰ বেছি কৈছে। মই সাধাৰণ এটা টেক্সীৱালা। আজিকালি টেক্সী ভাৰা কৰিবলৈ মানুহে টান পায়। মোৰ তেনেই নিঃকিন অৱস্থা। ইমান টকা কেনেকৈ যোগাৰ কৰোঁ।”

“সেইবোৰ তোমাৰ প্ৰ'ব্লেম। চোৱা, মই যিটো উপকাৰ কৰিম তাৰ ফলটো বহু বছৰলৈ মাহে মাহে পাই থাকিবা।”

ধীৰেন ঘৰ পালেহি। সি বিমোৰত পৰিল। ঘৈণীযেকে তাইৰ গহণা এপদ বেচিবলৈ ক'লে। তাই লগে লগে খাৰু দুপাত আৰু আঙঠিটো খুলিলেই। তাকে দেখি তাৰ চকু সেমেকিল। সি সুৰুকা মাৰি ঘৰৰ পৰা ওলাই আহি চাৰিআলিটো পালেহি। সি ৰাস্তাৰ মানুহ আৰু যান-বাহনবোৰ এনেয়ে চাই থাকিল। এনেতে গোলাঘাটৰ পৰা অহা লাইন বাছত মুইদ আহমেদক দেখা পায়েই সি এটা উপায় পাই গ'ল। মুইদে চহৰৰ আলিবাটত মটৰ গাড়ী মেৰামত কৰে। তাৰ ভাৰাঘৰত চাৰিটা কাবুলী থাকে। সি ভাবিলে, এই কাৰণেই হয়তো কাবুলীৰ কাৰবাৰটো দেশত ইমানবোৰ বেঙ্ক থকা সত্ত্বেও চলি আছে। সিহঁতে খুজিলেই টকা দিয়ে, টকা দিয়াৰ কোনো ধৰা-বন্ধা নিয়ম-কৰণ নাই।

সি মুইদৰ লগতে বাছত উঠি চহৰ পালেগৈ আৰু কাবুলী এটাৰ পৰা এহেজাৰ টকা ল'লে। পিছদিনা শেখৰে তাৰ পৰা পোৱা টকাখিনি হুৰাই শইকীয়াৰ পাণৰ দোকানৰ আগত গণি লৈ জেপত ভৰালে।

আজিৰ দিনটোতে শেখৰে তাক খবৰ কৰিবলৈ কৈছিল। সি অফিচত তাক নেপালে। গোমোঠা হৈ বহি থকা কেৰাণীটোৱে একো ক'ব নোৱাৰোঁ বুলি ক'লে। তাৰ ভাৰাৰ কথা থকা কাগজখন উপায়ুক্তৰ অফিচলৈ গ'ল নে নাই, এই খবৰটো সি অফিচটোৰ কাকো সুধি গম নেপালে। বি বিমোৰত পৰিল। শেখৰে পইচা খায়ো কামটো নকৰিলে নেকি? সি সেইবাবেই অফিচলৈ নাহিল নেকি? ইমান চয়তাননে?

এনেতে সেই অফিচৰে পিয়ন ৰামবিলাস ক'ৰবাৰ পৰা ওলালহি। সি ক'লে যে শেখৰ পৰহিৰে পৰা অফিচলৈ অহা নাই, তাৰ ঘৈণীয়েক চিভিল হস্পিতালত আছে— কেঁচুৱা হ'বৰ হৈছে বাবে।

“এতিয়া ক'ত পাম?”

“তাতে পাবা। তেৰোঁ পেয়িং ৱাৰ্ডত মাইকীটোৰ লগতে থাকে?”

কথাটো জানিবলৈ শেখৰক জিলা চিকিৎসালয়তে লগ পাবলৈ ধীৰেন উদগ্ৰীব হৈ পৰিল।

সি ৰিক্সা এখন ল'লে। হস্পিতালত গৰ্ভৱতী তিৰোতা ক'ত থাকে সি জানে। নেকিবৰ ঘৈণীয়েকক সি তাতেই পাইছিল।

পিছে সি হস্পিতালৰ চৌহদত সোমায়েই আচৰিত হ'ল। পেয়িং ৱাৰ্ডৰ বাৰাণ্ডাত এটা শ ঢাকি থোৱা আছে। শটোৰ শিতানত মুখখন গুঁজি শেখৰে হুক্‌হুকাই কান্দি আছে। ওচৰতে তিনি বছৰীয়ামান ছোৱালী এজনীয়ে হতভম্ব হৈ চাই আছে। সেইজনী কিজানি তাৰেই ছোৱালী।

তাৰ ঘৈণীয়েক কিজানি মৰিল। গৰ্ভৱতী তিৰোতা, প্ৰসৱৰ সময়ত মৰেও। ইয়াকে ভাবি ধীৰেনৰ বৰ দুখ লাগি গ'ল। এই অৱস্থাত সি শেখৰক মাত লগায় কেনেকৈ? কথাটো কি হৈছে জানিবলৈ ওচৰত নাৰ্চ এজনীও নাই। আন কিছুমান মানুহহে নিৰ্বিকাৰভাৱে বাৰাণ্ডাইদি অহা-যোৱা কৰি আছে।

ধীৰেনে অলপ দূৰৰ পৰা লক্ষ্য কৰি থাকিল। শেখৰ শটোৰ পৰা অলপ আঁতৰ হ'ল। কান্ধত তিনি বছৰীয়া ছোৱালীজনী লৈ সি দৃঢ়ভাৱে থিয় হ'ল। তাৰ এফালে এনেয়ে একেৰাহে চাই থকা চকুহালৰ পৰা যেন জুইহে জ্বলিছে।

ধীৰেন তাৰ ওচৰ পালেগৈ। শেখৰে তাক দেখি তিনি বছৰীয়া ছোৱালীজনী মাটিত থৈ ক'লে, "তুমি আহিলা ভালেই হ'ল, ধীৰেন। টেক্সীখন আনিছা?"

"নাই অনা।"

"যেনেতেনে এখন যোগাৰ কৰা ভাই। যিমান পইচা লাগে সিমান দিম।"

"কিন্তু আচলতে কথাটো কি?"

"অনুপ শৰ্মাক গুলী কৰি মৰাৰ পিছতহে ক'ম। জজৰ আগত।"

"মই একো বুজা নাই, শেখৰ বাবু। মোক ক'লে একো হানি নহয়।"

"ধনৰ লোভত সি ভয় খুৱাই কয়, মানে সেই পাতকী ডাক্তৰটোৱে বোলে চিজাৰিয়ান নকৰিলে তাই নেবাচে। কিবা বেজী এটা দি দিয়ে। তাকে দিলে স্বাভাৱিক প্ৰসৱ নহয়, চিজাৰিয়ান কৰিবই লাগিব। সি পাতকীয়ে তাকেই কৰিলে। মোৰ পৰা বাৰশ টকা ল'লে। কিছুমানক এনেস্থেচিয়াই কাম নকৰে। চিজাৰিয়ান কৰাৰ আগতেই গাৰ সাৰসুৰ নোহোৱা কৰিবলৈ এনেস্থেচিয়াৰ বেজী দিওঁতেই মোৰ বস্তি দম বন্ধ হৈ মৰিল। পিছতহে গম পালোঁ, এইটো চিজাৰিযান কেচ নাছিল। ৰক্ষা নহ'ব, তাক মই গুলী কৰি মাৰিম, তাৰ গডআলিৰ চেম্বাৰতে ।"

ধীৰেনে জানে যে শেখৰো সেই ডাক্তৰটোৰ লগত বেছি তফাত নাই। তথাপি তাৰ বৰ দয়া হ'ল। সি শেখৰৰ চুলিত হাত বুলাই সান্ত্বনা দিবলৈ চেষ্টা কৰিলে।

# আগে নিচিনিলোঁ

চহৰৰ চৌখিন অংশটোতে একমাত্ৰ পুতেক জ্ঞানেশ্বৰে সাজি দিয়া চকুত লগা ঘৰটোত মনেশ্বৰ থাকে। লগত ঘৈণীয়েক আৰু নাতি-নাতিনী দুটা। তেওঁ গাঁৱৰ মানুহ আছিল। ভাতেমৰা গাঁৱৰ। ভাগ্যৰ বলত জ্ঞানেশ্বৰৰ দৰে এটা যোগ্য পুতেকৰ বাপেক হ'ল বাবেই মনেশ্বৰ ঘৈণীয়েক আৰু নাতি-পুতিৰে সৈতে চহৰৰ ডাঙৰ মানুহ থকা অংশটোতে আৰামত আছেহি। কিন্তু তেওঁৰ আওভাওবোৰ গাঁৱলীয়া হৈয়ে আছে।

চহৰৰ এইটো অংশত আনকি বোৱাৰী ছোৱালীযেও পোহনীয়া কুকুৰৰ লগত পুৰা দেহাটো ভালে ৰাখিবলৈ ফুৰা-চকা কৰে। ঘৰে ঘৰে মটৰ গাড়ীৰ ঘিটঘিটনি। চহৰৰ এই চুবুৰিটোত উকীল-মুক্তিযাৰ আছে, ঘোচখোৰ ইঞ্জিনীযাৰ আছে, ভগা-মন্ত্ৰী আছে, আনকি ক্ৰমাৎ অবস্থা হীন হৈ অহা চাহ বাগিচাৰ মালিকো আছে। মনেশ্বৰৰ ঘৰটো এওঁলোকৰ ঘৰবোৰৰ লগত ফেৰ মাৰিব পৰা বিধৰ। নতুন ঘৰ কাৰণে চুবুৰিটোৰ উকীল-মুক্তিয়াৰৰ ঘৰ কেইটামানতকৈ বেছি চকুত লগা। সিফালে পুতেক জ্ঞানেশ্বৰেও আমেৰিকাত চাকৰি কৰে। খুব ভাল চাকৰি। বহুত কিবা-কিবি পাছ কৰি সি তাত ইঞ্জিনীয়াৰ হ'লগৈ। নিজৰ ৰাজ্যত জ্ঞানৰ স্থান নহ'ল। এইটোৱেই মনেশ্বৰ মেধিৰ ওৰফে মনাই বায়নৰ মনত দুখ।

চহৰত তেওঁ থাকি বৰ আমনি পায়। যোগ্য পুতেক এটাৰ বাপেকী হোৱা সত্ত্বেও ওচৰৰ মানুহবোৰে তেওঁক সমকক্ষ বুলি নেভাবে। তেওঁৰ নীতি-নিয়ম, ধৰণ-কৰণ আৰু কথা-বতৰাবোৰ হেনো গাঁৱলীয়া হৈয়ে আছে কাৰণেই। চহৰৰ মানুহবোৰেনো তেওঁক কিয় ভাল পাব? পুৱাই চুবীয়াখনৰ আগডোখৰ গাত মেৰিয়াই লৈ ভাতেমৰাৰ পৰা অনা ভোট-এৰাৰ ঠাৰিৰে দাঁত ঘঁহি ঘঁহি আধা ঘণ্টামান আলিত ঘূৰি শুদ্ধ বায়ু সেৱন কৰে, দূৰৈত চিনাকি কাৰোবাক দেখিলে কোনোবা নাৱৰীয়াক চিঞৰাৰ দৰে চিঞৰে। তেওঁ দিনটোত কেবাবাৰো খোল বজালেই ওচৰৰ মানুহে অনুমান কৰে যে ভাতেমৰাত তেনেহ'লে বানপানী সোমাই মানুহৰ নাগুৰ-নাগতি কৰিছে। একো কৰিব নোৱাৰি তেওঁ দুখতে খোলত কোব দিয়ে। ওচৰ-চুবুৰীয়াই বৰ আমনি পায়। সেইবোৰ টি ভি-ভিডিঅ' চোৱা আৰু কেছেটৰ গান শুনা মানুহ। তেওঁৰ খোলৰ বোলে তেওঁলোকৰ কাৰ কাণত সুত লগাব? তদুপৰি তেওঁ ভোৰতাল বজাই দিনটোত দুবাৰ নাম-প্ৰসঙ্গ কৰে আৰু মাজে মাজে 'সেৱা' পাতিলে ভাতেমৰাৰ পৰা ভকত আহি ডাঙৰ মানুহ থকা চুবুৰিটো তেনেই গাঁও যেন কৰি পেলায়। মুঠতে মনাই বায়নৰ ডাঙৰ দোষ হ'ল— তেওঁ চহৰলৈ ভাতেমৰা গাঁওখনকে লৈ আহিছে।

পিছে মনাই বায়ন কম কপালৰ মানুহ নহয়। চাহাবৰ দেশত জ্ঞানেশ্বৰৰ চাকৰিটো এতিয়া

শকত হ'ল। সি ভাবিলে, বাপেক-মাকক তালৈকে লৈ যোৱা ভাল হ'ব। কিমাননো তেওঁলোক ভাতেমৰাত খৰলি পিটি থাকিব? তদুপৰি বছৰেকত তালৈ দুবাৰকৈ বানপানী আহেই। বানপানীৰ পিছত বেমাৰ-আজাৰ হয়েই। তাত লাগ বুলিলে বস্তু এপদ পাবলৈ নাই। যিজন বাপেকৰ কেঁকোৰা নাঙলটোৰ আৰু যিজনী মাকৰ তাঁতশালখনৰ বলত সি ইঞ্জিনীয়াৰ হ'ব পাৰিলে আৰু পিছত সাত সাগৰ তেৰ নদীৰ সিপাৰেও পঢ়িবলৈ যাব পৰা হ'ল, তেওঁলোককনো কোনসতে ভাতেমৰাত এৰি থৈ বিদেশত লাহ-বিলাসত থাকিব? কিন্তু মনাই বায়ন আৰু ৰুকুণীয়ে তাৰ কথাত হয়ভৰ নিদিলে। মনাই বায়নে ক'লে, 'তাত গৈ কৰিম কি? শিপা উঘলা গছহে হ'ব লাগিব। মৰিবলৈ বাকী থকা এইকেইটা দিন ইয়াতে সন্ত-মহন্তৰ মুখ চাই থাকিব পাৰিলেই হ'ল। ইয়াতে ঈশ্বৰক চিন্তি হাড় কেইডাল পেলাব পাৰিলেই হ'ল।"

কিন্তু মনাই বায়নৰ ভাতেমৰাত হাড়কেইডাল পেলোৱা নহ'ব কিজানি। পুতেক এবাৰ আহোঁতে তেওঁ চহৰতে থাকিম বুলি মত দিলে। জ্ঞানেশ্বৰৰ যেনে কথা তেনে কাম। ভাতেমৰাৰে দশৰথ বৰা এতিয়া চহৰত থাকে। ডাঙৰ ঠিকাদাৰ। তেওঁক জ্ঞানেশ্বৰে ঘৰ এটি সাজি দিবলৈ আচল খৰচতকৈ বেছি টকা দি গ'ল। ফলত চহৰত এতিয়া মনাইৰ ঘৰ হ'ল। পিছে মনৰ সুখ নহ'লে ধুনীয়া পকী ঘৰে জানো তেওঁক সুখ দিব পাৰিব? গিয়ান চাহাবৰ দেশলৈ যোৱাৰে পৰা ঘৰখনক অথন্তৰে লগ নেৰা হ'ল। ইটোৰ পিছত সিটো লাগিয়েই থাকিল। ৰুকুণীক বেমাৰে নেৰা হ'ল। আজি বোলে ফাঁহ লগা কাহ, কাইলৈ বোলে আকৌ বুকুৰ বিষ। এতিয়াতো তাইৰ বিষম অৱস্থা। দেহৰ এফাল মৰি গৈছে। কিবা বোলে 'পেৰেলাচি' বেমাৰ। ৰুকুণীৰ ফাঁহ লগা কাহটো নাইকিয়া হোৱাৰ আগতেই আকৌ গৰখীয়া দ'লত বিয়া দিয়া একমাত্ৰ ছোৱালী বালিমাহী কাল হ'ল। বানপানীৰ পিছত হোৱা পেট চলা বেমাৰটোত তাই আৰু নেবাচিল। তাই এৰি থৈ গ'ল দুটা ল'ৰা-ছোৱালী। জোঁৱায়েকটোৱে তাত বানপানীৰ কোবত খেতি কৰিব নোৱাৰি তিতাবৰৰ ফালে পাম কৰি থাকিলগৈ। ল'ৰা-ছোৱালীকেইটা মনাইৰ ঘৰত থৈ গ'ল। সিহঁত নথকাহেঁতেন মনাই আৰু ৰুকুণীৰ হিয়া শাঁত পৰাৰ কোনো বাটেই নেথাকিলহেঁতেন।

এনেকৈয়ে মনাই বায়নৰ দিনকেইটা চলি গৈছিল। কিন্তু হঠাতে জ্ঞানেশ্বৰ আমেৰিকাৰ পৰা ভুটুংকৈ ওলাই সকলো গোলমাল লগাই দিলে। সি যে এনেকৈ ওলাবহি বায়নে সপোনতো ভবা নাছিল। সি হেনো 'টেলিগ্ৰাম' কৰিছিল। কিন্তু বায়নে 'টেলিগ্ৰাম' পোৱাৰ আগতেই সি পালেহি। এয়ে লেহেম গতিত চলা আমাৰ দেশৰ কাণ্ড-কাৰখানা।

গিয়ান প্ৰায় এপষ থাকিল। তিনিটামান ডাক্তৰে ৰুকুণীক চালে। ডাক্তৰৰ কথা শুনি সি হতাশ হ'ল। ৰুকুণী হেনো এনেকৈয়ে পৰি থাকিব লাগিব। কবিৰাজী তেলেৰে মালিচ কৰায়ো লাভ নাই।

গিয়ানৰ বহুত ধন। সি থকা দেশখনৰ আটাইতকৈ সৰু 'লোট'খনত— কিবা ডলাৰ হেনো— আমাৰ দেশত ভঙালে একুৰি পাঁচটকা পোৱা যায়। এনেকুৱা ডলাৰেই সি মাহে কেবা হেজাৰো পায়?। সি তাত বাপেক মাকক ৰাজসুখত ৰাখিব পাৰে। ঘৰো জাৰত উম লগা আৰু জহত চেঁচা লগা বিধৰ। এদিনৰ ভিতৰতে সি মটৰগাড়ীৰে ভাৰতখন ঘূৰাব পাৰে। তাত খাবও পাবি ৰাজ-খাৱনেৰে।

এইবোৰকে কৈ গিয়ানে বায়নক আমেৰিকালৈ নিবলৈ ফুচুলালে। কিন্তু নিজ ঘৰত তেওঁৰ শিপাডাল দীঘল। ক'লে, "মাৰৰ অৱস্থা দেখিছই নহয়। তইনো কি সতেৰে এই 'পস্তাপ' কৰিলি?" তাকে শুনি বিছনাৰ পৰা ৰুকুণীয়েহে মাত লগালে, "তাৰ হেঁপাহ বোলা বস্তু এটা নাই জানো? মই ভালে

থাকোঁতেই আমি দুয়োটা যাব লাগিছিল। তুমি কিন্তু আঁকোৰগোজ হৈ থাকিলা। মনত ৰাখিবা, মোৰ এই অধৰমী জীৱটো সোনকালে বাজ নহয়। এনেকৈ লেলাই-খেন্দাই বাচি থাকিম। দুখ পাবলৈ আছে নহয়! এতেকে তুমি যোৱা। মোক পাবাহি। হেজাৰ হওক, সি চাহাবৰ দেশত কেনেকৈ আছে, তাকে আমাৰ দুটাৰ ভিতৰত এটাই চাই আহিলে সি ভাল পাব।"

ৰুকুণীৰ গাজত লগা কথাকেইটাই কাম দিলে। মনাইৰ মত বদলিল। গিয়ানেও ভাল ব্যৱস্থা কৰিলে। ঘৰখন চাবৰ বাবে সি তামুলী ছিগাৰ পেহীয়েকৰ পুতেক ধৰণীক থ'লেহি। ধৰণীয়ে টিয়ক অঞ্চলৰ ছিটাদাৰ হোৱাৰ আগতে চহৰৰ দোকান এখনত কাম কৰিছিল। গতিকে সি থাকিলে গিয়ানৰ মাকৰ একো অসুবিধা নহ'ব। ধৰণীয়েই জগদুৱাৰৰ কালিন্দীৰ কথা ক'লে। তাই ইচ্‌কুল পাছ কৰি অপিচত কাম নেপাই এতিয়া হস্পিতালত নাৰ্ছ হৈছে। গিয়ানে তাইক দুমাহ ছুটী লৈ তাৰ মাকৰ লগত থাকিবলৈ ক'লে। কালিন্দীও মান্তি হ'ল। কাৰণ গিয়ানে থাকি দৰমহাৰ দুগুণ টকা দিব বুলি ক'লে।

গতিকে সেমেকা চকুৰে থোকাথুকি মাতেৰে মনেশ্বৰ মেধিয়ে ৰুকুণী আৰু নাতি-নাতিনীৰ পৰা বিদায় লৈ চাহাবৰ দেশত থকা পুতেকৰ লগত চাহাবৰ দেশলৈকে ওলাল। পোছাক বুলিবলৈ চুৰীয়া আৰু পাঞ্জাবিৰ ওপৰত বুকুবন্ধ গৰম কোট, মূৰত এটা বগা কাপোৰৰ পাগ আৰু মোজাই ঢকা ভৰিত বাটা কোম্পানীৰ মজপুত চেন্দেল।

এতিয়া এইবোৰকে ভাবি মনেশ্বৰ মেধি তন্ময়। তেওঁ এইবোৰ ভাবিছে আকাশীপথত। তেওঁ এতিয়া মাটিৰ পৰা ইমান ওপৰত যে তললৈ চালে খেতি-বাতি, ঘৰ-দুৱাৰ আদি চকুত নপৰে, ডাৱৰহে চকুত পৰে। এইখন যেন মহাভাৰতৰ দিনৰ মায়াবী ৰথহে।

তেওঁৰ মনটোক এতিয়া দুফালে টানিছে। চাহাবৰ দেশত এৰি থৈ অহা গিয়ানে আৰু ৰুকুণীয়ে। নাতিটো আৰু নাতিনীজনীলৈকো চেৰেং-চেৰেংকৈ মনত পৰিছে। পুতেক গিয়ানৰ মুখলৈ চাইহে তেওঁ কোনো মতে একুৰি পাঁচ দিন কটালে। তাত থাকি তেওঁ ভাল নেপালে। অথচ বোৱাৰীয়েক চম্পাই নিজে ৰান্ধি-বাঢ়ি ওৱাদানীকৈ খুৱালে। গিয়ানে নিজৰ মটৰ গাড়ীৰে তেওঁক বহুত ঠাই ঘূৰালে। তথাপি তাত তেওঁৰ মন নবহিল। এৰা, এটা বয়সত লগত ঘৰৰ মানুহজনী নেথাকিলে একো ভাল নেলাগে। তদুপৰি বুঢ়া কালত তেওঁৰ চাহাবৰ দেশৰ ডেকা-গাভৰুৰ আঁৰ-বেৰ নথকা চেলেকা-চেলেকিবোৰ আৰু অবাধ লীলা খেলাবোৰ সমূলি ভাল নেলাগিল। বৰঞ্চ এইবোৰে বুঢ়া মানুহটোক অবইগা কৰিলে যেনহে লাগিল। এতেকে তেওঁ আকাশী জাহাজত উঠিহে শান্তি পালে। মনাই বায়নে ভাবিলে, এৰা, যেয়ে য'ত পোনতে শিপা মেলে সি তাত থকাই ভাল। তদুপৰি পুতেক-বোৱাৰীয়েকৰ লগত দিনটোত মাজে মাজে কথা পতাৰ বাহিৰে তেওঁ বৰ অকলশৰীয়া হৈয়ে সময়বোৰ পাৰ কৰিলে, টিভিতো অৰুচি, অমৰাৱতী যেন ঠাইবোৰ দেখিও অৰুচি। আচল কথা হ'ল— বুঢ়া বয়সত মনৰ খোৰাকহে। এই খোৰাক দিব পাৰে তেওঁৰ পুতলা যেন নাতি-নাতিনী দুটাই, প্ৰায়ে ভাতেমৰাৰ পৰা আহি থকা আতৈ কেইজনে আৰু অনবৰত নৰিয়াপাটীত পৰি থকা ইহ-কালৰ লগৰী ৰুকুণীয়েহে। এইবোৰহে তেওঁৰ বাবে তেনেই ফুটুকাৰ ফেন।

অপেচৰী যেন ছোৱালী এজনীয়ে তেওঁক কিবাকিবি খাবলৈ দিলে। এইবোৰ বস্তু পিছে তেওঁ ঘৰত খোৱা বস্তুবোৰৰ দৰেও নহয়, বোৱাৰীয়েকে ৰন্ধা বস্তুবোৰৰ দৰেও নহয়। তথাপি খুব ভোক লাগিছিল বাবে তেওঁ দুপদমান বস্তু মুখত ভৰালে। শেষত চাহ একাপো খালে। ৰাতি হ'ল নে নাই তেওঁ

ধৰিবকে নোৱাৰিলে। পিছে লগত অহা মানুহবোৰৰ কিছুমান শুলে, কিছুমানে কাণত কিবা এটা ঠিলা মাৰি লৈ দূৰৈৰ বেৰত থকা চিনেমাবোৰ চোৱাত লাগিল। তেওঁৰ উপায় নোহোৱা হ'ল। নামঘোষাৰ গোটেই পহিলা আধ্যায়টো ভুন-ভুনাই গালে। তাৰ পিছত আৰু এটা আধ্যায়। তাৰ পিছত কীৰ্ত্তনৰ পাষণ্ড-মৰ্দন। মাজে মাজে কিছুমান খোলৰ বোল। কিন্তু কিমাননো কোনেও নুশুনাকৈ এইবোৰ মুখৰ ভিতৰতে চেপা মাৰি ৰাখিব? তেওঁৰ সময় নেযায় নুপুৰায়।

পুতেকক এৰি অহা কিজানি এদিনমান হ'ল। মুঠতে হেনো এনেকৈ যোল্ল ঘণ্টা যাব লাগিব। পিছত ভাৰতৰ ৰাজধানীত থকা বিমানকোঠৰ পৰা আকৌ গুৱাহাটীত থকা বিমানকোঠলৈ প্ৰায় দুঘণ্টা। তাৰ পিছত গুৱাহাটীৰ বামুণীমৈদামৰ বিন্দেশ্বৰৰ ঘৰ। পিছদিনাই পুৱাই চৰকাৰী বাছত নিজৰ ঠাইলৈ। বিন্দেশ্বৰৰ ঘৰ ধেনুচোঁচা গাঁৱত। গিযানৰ সৈতে একেলগে পঢ়া। এতিয়া সি গুৱাহাটীৰে অপিচ এটাত কাম কৰে। তালৈ সাদিনমানৰ আগতেই গিয়ানে 'টেলিগ্ৰাম' কৰিছিল। সি তেওঁক টেক্সী মটৰেৰে তাৰ ঘৰলৈ লৈ যাব।

গিযানৰ লগত বিদেশলৈ আহোঁতে কেনেকৈ আকাশী জাহাজ চলোৱা মানুহক মালবস্তু শোধাব লাগে আৰু কেনেকৈ শেষত তাক খালাচ কৰিব লাগে এইবোৰ তেওঁ শিকি ল'লে। ভাৰতৰ ৰাজধানীত তেওঁৰ দিগ্‌দাৰ নহ'ব। ৰুকুণীয়ে চাগৈ খেন গণি আছে।

সেই বিমানকোঠটোৰ নামটো মুখতেই নুফুটে। কিন্তু জেগাখনৰ নাম নিউয়ৰ্ক। তাতে শেষ বাৰলৈ ভৰি চুই সেৱা কৰি পুতেক গিয়ানে কৈছিল, "বুকু জেপত থকা টিকট দুখন ভালকৈ ৰাখিবি। এই দুখন নেদেখুৱালে তোক কিন্তু বাকচ দুটা নিবলৈ নিদিব। আৰু এটা ডাঙৰ কথা। ৰাতি দুই বজাতে দিল্লী পাবিগৈ। তাতে ৰৈ নেথাকিবি। ওলাই আহি টেক্সীৱালাক ক'বি গুৱাহাটীলৈ যাব পৰা এয়াৰ পৰ্টলৈ লৈ যা। গুৱাহাটী জানেবালা এয়াৰ পৰ্টমে। এইকেইটা হিন্দী কথা মুখস্থ আছে নহয়?

আকাশী জাহাজে অৱশেষত ভাৰতৰ ৰাজধানী চুলেহি। মনেশ্বৰ মেধিৰ ধাতু আহিল। হওক তেও, নিজৰ দেশ পালেহি যেতিয়া সময়বোৰে তেওঁক আৰু আমনি নিদিয়ে। সাউৎকৰে সময় পাৰ হৈ যাব। গুৱাহাটীলৈ অহা আকাশী জাহাজখনৰ নম্বৰটো ইংৰাজীত লিখা থাকিলেও তেওঁ চিনি পায়। কাৰণ তেওঁ ইংৰাজী সংখ্যাকেইটা পঢ়িব পাৰে। ইয়াৰো এটা কাৰণ আছে। অসমৰ ৰাস্তাৰ কিছুমান কিলোমিটাৰৰ খুঁটিত ইংৰাজীতহে কিলোমিটাৰৰ হিচাপটো লিখা থাকে বাবে তাকে পঢ়িব নোৱাৰিলে কিমান দূৰ আগুৱাই অহা হৈছে ধৰিব নোৱাৰি। সেইবাবে সংখ্যাকেইটা মনত ৰাখি যোৱাটোৱেই যুগুত বুলি বিবেচনা কৰি তেওঁ নাতিনী নীলাৰ পৰা একৰ পৰা নলৈকে ইংৰাজীতে সংখ্যাকেইটা শিকি ল'লে। এতিয়া সেইকণ গিয়ানৰ পৰাই তেওঁৰ আকাশী জাহাজত উঠা-নমা কৰাত সুবিধা হৈছে।

গুৱাহাটীৰ বৰঝাৰ বিমানকোঠ যিমান সময়ত পাব লাগে তাতকৈ দুঘণ্টামান দেৰিকৈহে আকাশী জাহাজখন নামিলগৈ। কাৰণ অলপ আগলৈকে বিমানকোঠত হেনো পানী জমা হৈ আছিল। আকাশী জাহাজ চলোৱা মানুহে এই কথা হেনো 'বাগডোগৰা' নামৰ ঠাইখনত নামোতেই গম পাইছিল।

মনেশ্বৰ মেধিয়ে মাল খালাচ কৰিবলৈ আগুৱাই আহোঁতেই বিন্দেশ্বৰক দেখি হাততে সৰগ ঢুকি পালে। বাহিৰত বৰষুণ। তেওঁ মুগ্ধ হৈ বৰষুণ চাই থাকিল। এনে বৰষুণ যে তেওঁ কত দিনে দেখা নাছিল। বিদেশৰ আকাশত নিজৰ ঠাইৰ আকাশৰ দৰে অগণন তৰাৰ দীপালীও দেখা নাছিল।

— গিয়ানৰ মাকৰ বাৰু ভাল নে?

— ভাল।

— কালিন্দী আছে নে নাই?

— আছে। সিদিনা দেখি আহিছোঁ।

— নাতি-নাতিনীহঁত অলপ ডাঙৰ হ'ল নে?

— ইস্ এমাহতে ডাঙৰ হ'বনে?

— তোৰ ঘৰত ভাল?

— আছোঁ আৰু কোনোমতে।

এখন টেক্সীত দুযো গুৱাহাটীৰ বামুণীমৈদামৰ ফালে ৰাওনা হ'ল। কেবা মাহৰ মূৰত মনাই বায়নক দেখি বিন্দেশ্বৰৰ মনটো ভাল লাগি গ'ল। তেওঁ পুতেকতকৈ চাৰি আঙুলমান বেছি ওখ। গাৰ ৰং ফেঁহু যেন বগা। পকা ঠেকেৰা যেন চেহেৰা। বগা পাগটোৱে সৈতে সাইলাখ নামঘৰত থকা বুঢা ডাঙৰীয়াৰ দৰে। এনে এটা বাপেকক কিয় বাৰু গিয়ানে আমেৰিকালৈ নিনিব? সি বিন্দেশ্বৰলৈ দিয়া চিঠিত লিখিছিল, "পিতাযেহে ইয়াত থাকি বেয়া পাইছে। আমাৰ হ'লে বৰ ভাল লাগিছে। সভা শুৱনি মানুহজন দীঘল কোটটোৰে আৰু বগা পাগটোৰে গাড়ীৰ পৰা নমা মাত্ৰেই ইয়াৰ মানুহবোৰে বেঙা মেলি মেলি চায। মোৰ তাকে দেখি গৰ্ব হয়। পিতাইক লগত লৈ বজাৰ কৰিবলৈ গ'লে গোটেই পৰিৱেশটোৱেই বেলেগ ৰূপ লয। মোৰ আৰু চম্পাৰ গৌৰৱৰ সীমা নোহোৱা হয় ।"

এতিয়া টেক্সীত বিন্দেশ্বৰ এনে এজন মানুহৰ লগত আহিছে যাৰ অতীত গৌৰৱময় আৰু ভৱিষ্যতো গুণী পুতেকৰ কাৰণে মঙ্গলময়। এইজন মনাই বায়নে ৰাতি বৰ-ধেমালী বজোৱাৰ আগতে "মৎস নগৰ সাগৰ তৰ কৰি যায়, সেহি বেলা কানাই বডাডী ৰাগ গায়" বুলি ৰাগ টানিছিল, তেতিয়া সভা কাঁহ পৰি জীণ গৈছিল আৰু সকলোৱে আকাশৰ পৰা গন্ধৰ্ব দেৱতাৰ আৱিৰ্ভাৱ হৈছিল বুলি ভাবিছিল।

— বৰপিতাই, আমেৰিকা কেনে পালি?

— কিনো ক'ম বোপাই । বৰ অতপালি কৰা মানুহৰ জেগা। কাকো শান্তিৰে সুস্থিৰে থকা নেদেখিলোঁ। মাথোন দৌৰ আৰু দৌৰ, ডালশলিয়াৰ অনাহকতে দৌৰ। গাড়ীত, বাছত, ৰে'লগাড়ীত, ওপৰ মহলাৰ ঘৰলৈকো তাত মানুহে খলপা বগাই নেযায়। বাকচ এটাত উঠিলেই আপোনা-আপুনি ওপৰ পায়গৈ। মই মনে মনে ভাবোঁ, হেৰ' মূৰে ভৰি কঢ়াইঁত, ৰোজগাৰ কৰি পেট পুৰাবলৈকে ইমান লৰা-ঢপৰা লাগিছে কিয়? বিষয় মায়াজাল ইমান পানী-নসৰকা নে? জীৱনৰ আচল কথাটো যে শান্তি সিহঁতে বুজি নেপায়। এয়ে চাহাবৰ দেশ। মিছাতে সিহঁতে অশান্তি চপাই লয়। সেয়েহে বোলে এইবোৰ বগা মানুহৰ দেশত বলিয়া-চেৰাবলিয়া মানুহ আমাৰ দেশতকৈ বহুত বেছি। এই কথা স্বয়ং গিয়ানেই মোক কৈছিল। মই ঘোষা একুট মাতি তাক গিয়ান দিছিলোঁ।

— সিহঁত কেনে আছে?

— গিয়ানহঁতৰ কথা কৈছ ? দেখাত ভালকৈয়ে আছে। মোৰ অনুমান, ভাল চাকৰি কৰিছে যদিও নিজৰ ওপজা ঠাইৰ কথা ভাবি সি মনে মনে ধুমখুলি বাই থকা যেন লাগিল।

— তেনেহ'লে, বৰপিতাই তই আমেৰিকা ফেৰৎ হৈয়ো ভাতেমৰাৰ বায়ন হৈয়ে থাকিলি?

— অঁ তেনেকৈয়ে থাকিলোঁ। তাৰ বাবে মই গৌৰৱহে কৰা যুগুত।

টেক্সী আহি শান্তিপুৰ পালেহি। টেক্সী ড্ৰাইভাৰে গহীন হৈ ক'লে, "সাংঘাতিক বৰষুণ। গুৱাহাটী তেনেই জলাহ হৈ আছে। চান্দমাৰীত পানী। গুৱাহাটী ক্লাবতো। ভাৰা বেছি পৰিব কিন্তু। পল্টন বজাৰ হৈ জু-ৰোডেদি ফ্লাই-অভাৰত উঠিহে বামুণীমৈদাম। কিন্তু ইডোখৰ ঠাই ইতিমধ্যে ডুবিছে যদি ক'ব নোৱাৰোঁ। মই বহুত আগতেই আহিলোঁ।"

ভাৰাৰ কাৰণে চিন্তা নকৰিবা বুলি কোৱাত সি দক্ষিণে গাড়ী চলালে। কিন্তু গণেশগুৰি পাই সি ক'লে, "জু-ৰোড বন্ধ। একাঁঠুতকৈ বেছি পানী।"

সি গাড়ী ঘূৰাই ৰাজগড় ৰোডেদি ফ্লাই অভাৰত উঠিলহি। কোনোমতে চান্দমাৰী পাই এবেগেতমান দ পানীত গাড়ীখন ৰখাই সি ক'লে, "এইফালেও বহুত পানী। চকা তল যাব। সৌৱা চাওক, ৰিক্সা কৰবাতে এৰিলে কিজানি। এই আপদীয়া বতৰত গুৱাহাটীৰ ৰাস্তাত নাওহে চলিব।"

বিন্দেশ্বৰে ক'লে, "তেনেহ'লে উপায়? চোৱা ভাই, এই মানুহজন আমেৰিকাৰ পৰা আহিছে। ডেৰ দিনৰ আগতে আমেৰিকাত আছিল। এতিয়া নিজৰ ঠাইলৈ আহি এই অৱস্থা। এয়ে আমাৰ দেশ।"

টেক্সী ড্ৰাইভাৰে সভা শুৱনি মানুহজনলৈ এবাৰ প্ৰশংসাৰে চালে। সি মানুহজনৰ প্ৰশান্ত মুখত অকণো বিৰক্তিৰ ভাব নেদেখিলে। মানুহজনৰ মুখখন দেখিযেই তাৰ সেৱা এটা কৰিবৰ মন গ'ল। সি তেওঁক সুকলমে ঘৰত পৌছাই দিযাই তাৰ প্ৰধান কৰ্তব্য বুলি ভাবিলে। সি লাহে লাহে ক'লে, "অৱশ্যে বেছি পৰ এই ৰকম নেথাকে। এঘণ্টামান পিছত পানী কমিব। গাড়ীখন অন্ততঃ চলাব পৰা হ'ব।"

মনাই বায়নে ক'লে, "লাগে সেইকণ সময় ৰওঁৰেই, বোপাই। টোপোলা-টাপলিৰে সৈতে খোজকাঢ়িনো যাওঁ কেনেকৈ? যি বেছি পইচা লাগে ল'বা।"

বিন্দেশ্বৰে মাত লগালে, "তোৰো ভাল ধৈৰ্য বৰপিতাই। কত দেশ পাৰ হৈ আহিলি, অতবোৰ সময়ৰ মূৰত ওলালিহি। তথাপি তোৰ ইমান ধৈৰ্য? ঋষিমুনিৰো এনে ধৈৰ্য নাই কিজানি। তই তেনেহ'লে কলিতা হোটেলত অলপ পৰ বহ। মই ইয়াৰ লগতে থাকোঁ।

মনাই বায়নে ক'লে, "তাত বহা আৰু টেক্সী মটৰত বহা একে কথা। অ', তই মোৰ ধৈৰ্যৰ কথা কৈছ? তেনেহ'লে তোতকৈ মোৰ ধৈৰ্য বেছি? কিয়নো মোৰ ধৈৰ্য নহ'ব? হেজাৰ হওক মই যোৰহাটত থকা মানুহ। তাত চাৰি-পাঁচ ঘণ্টা কাল বিজুলীবাতি জ্বলিব বুলি আশা পালি থাকিব লাগে, পানীৰ নলীয়েদি ঘোলা পানী অহালৈকে কেবা ঘণ্টা বাট চাব লাগে। বেয়া বতৰত ক'ৰবালৈ যাব লগা হ'লে ৰিক্সাবালাক হাতে-ভৰিয়ে ধৰিব লাগে। বজাৰলৈ গৈয়ো নিমাতীৰ পৰা মাছ অহাৰ বাবে বৈ থাকিব লাগে। তথাপি মোৰ নিজৰ ঠাই, বোপাই, মোৰ নিজৰ ঠাই। এদিন সকলো ভাল হ'ব। আচলতে মই তাৰে হাৱা-পানী খাই এইখিনি কুট্‌চা ৰটনা কৰিব নেলাগিছিল।"

বিন্দেশ্বৰে বায়নৰ মুখলৈ চালে। তেওঁৰ মুখত কিন্তু অকণো বিতৃষ্ণাৰ ভাব ফুটি নুঠিল। তথাপি সি ক'লে, "তই বেয়া কাম কৰিলি বৰপিতাই। আগতেই বৰমাৰ সৈতে আমেৰিকালৈ যাব লাগিছিল। তাতে থাকিব লাগিছিল। এতিয়াও যাব পাৰ। তাতে বৰমাৰ বেমাৰ কাটিব পাৰিলিহেঁতেন। এইখন নৰক, শিয়াল-কুকুৰৰ ঠাই, কুকুৰ ধূলিৰ দেশ।"

বিন্দেশ্বৰৰ কথা শুনিহে এইবাৰ মনাই বায়নক অস্থিৰ যেন দেখা গ'ল। এতিয়া তেওঁৰ মুখখন প্ৰশান্ত হৈ থকা নাই। চকু দুটাত খুৰৰ ধাৰ। হাত দুখন অলপ অলপ কঁপিছে। ওঁঠ দুখনো কঁপা কঁপা। তেওঁৰ নিশ্চয় খং উঠিছে।

তেওঁ এটা আচৰিত কাম কৰিলে। চেন্দেলযোৰ খুলিলে। তাৰ পিছত মোজাযোৰো। তেওঁ টেক্সীৰ পৰা নামিল। ৰাস্তাৰ পানীয়ে তেওঁৰ ভৰিৰ খাৰ গাঠিলৈকে ডুবালে। তেওঁ মাটি ছুই এটা সেৱা কৰিলে। তেওঁ নিজক নিজে কোৱাৰ দৰে ক'লে, "তই নুবুজিবি বিন্দেশ্বৰ, এয়া মোৰ দেশৰ মাটি, গজলা আতা আৰু চিৰিধৰ গুৰুৰ দিনত দেখোন এইখন অসম দেশ নদন-বদন আছিল, এইখন গুৱাহাটীৰ আলিত ফু-মাৰি ভাত খাব পৰা গৈছিল। এদিন আমাৰ ভাল দিন আহিব নহয়। চাহাবৰ দেশো বোলে এদিন বেয়া আছিল। খুব বেয়া আছিল। গিয়ানে তাকে মোক কৈছিল। হেজাৰ হওক, দুখুনী হ'লেও এইখন মোৰ ওপজা ঠাই, শংকৰ গুৰুৰ দেশ, ধৰমমূৰ্ত্ত বস্তুৰ (মাধৱদেৱ) দেশ।"

এইবুলি কৈ মনাই বায়নে দুহাতৰ তলুৱাত ৰাস্তাৰ বোকাপানী লৈ অঞ্জলি দিয়াৰ দৰে হাত দুখন ওপৰলৈ তুলি চকু দুটা মুদি দিলে। আঙুলিৰ ফাঁকেদি সৰকি অহা লেতেৰা পানীয়ে তেওঁৰ বগা পাগটো তিয়াই পেলালে।

# ব-ছেৰা

তলমুৰ কৰিলেই তাৰ বননি যেন চুলিকোচাই কপাল আৰু মুখ ঢাকি পেলায়। সেযেহে মাজতে চুলিকোচা ফালি দুফালে কিলিপ লগাই থয। চুলিত এসোপা মিঠাতেল ঘঁহে।

পিন্ধনত এখন সস্তীয়া লুঙি, ৰঙা কামিজটোৰ ওপৰত এটা খাকী ৰঙৰ ছুৱেটাৰ আৰু ভৰিত কাপোৰৰ জোতা। লগত এপাল ল'ৰা। পাঁচটা। বয়স চৈধ্যৰ পৰা এঘাৰ বছৰমানৰ ভিতৰত হ'ব। সিহঁতৰ কানি-কাপোৰ ফটা-চিটা, দেহাও জঁকা ওলোৱা। অৱশ্যে চৈধ্য বছৰীয়া যেন লগা ল'ৰাটো সিমান নিশকতীয়া নহয। তথাপি তাক দেখিলেই মানুহৰ বিতৃষ্ণা উপজিব। সি যেন এটা ভুকীয়া কুকুৰহে। অৱশ্যে বাকী চাৰিটাকো 'মানুহৰ পোৱালি' যেন নেলাগে। পুহমহীয়া জাৰ। ৰ'দটো ওলাইছে যদিও ইমান কোমল যে দেহক উম দিব নোৱাৰে। ক'ৰবাৰ পৰা চেঁচা বতাহ এজাকো বলিছে। ল'ৰাকেইটাৰ গাত ফটা হাফ্‌পেণ্ট, ফুটা ওলোৱা গেঞ্জি, মূৰত একোটা লেতেৰা কপাহী টুপী আৰু হাতত একোটা সৰু টোপোলা। এনে জাৰতো গাত মাথোন একোখনকৈ কপাহী কাপোৰহে। তাকো মাজে মাজে ফুটা ওলোৱা আৰু মাটিবৰণীয়া।

সিহঁতৰ লগৰ মানুহটো কিন্তু হটঙা। তাৰ গাৰ ৰং ফুটছাইৰ নিচিনা। চকুহাল নিচা কৰা মানুহৰ দৰে ৰঙা। মানুহটো বলী। চলন-ফুৰণ আসুৰিক। তাৰ পাছে পাছে নিশকতীয়া ল'ৰাকেইটা গৈ থাকিলে বুজন মতা কুকুৰা এটাৰ লগত কুকুৰা-পোৱালি কিছুমানে মাটিত পোক-পৰুৱা খুঁটি ফুৰা যেন লাগে।

প্ৰাইভেট বাছষ্টেণ্ডৰ ওচৰত এইটো দৃশ্য আচহুৱা নহয়। সিহঁত সদায় দহ বজাৰ আগতে ওলায়হি। তেতিয়াই বকুলতলীৰ ফালৰ পৰা আনাৰকলি নামৰ বাছখন পায়হি। সিহঁত এইখন বাছৰ পৰাই নামে।

অসুৰ যেন লগা মানুহটোৱে ল'ৰাকেইটাক নিজৰ ভাষাতে নিৰ্দেশ দিয়ে। পাণদোকানী কাছেমৰো এইটোৱেই ঘৰত কোৱা ভাষা। সি বুজি পায। মানুহটোৱে ল'ৰাকেইটাক এনেকৈ কয়, "তই ঠিক বাছৰ টিকেট কটা ঠাইৰ অলপ আঁতৰত, তই যাবি ৰে'ল ষ্টেচনলৈ, তই থাকিবি কেচাৰীৰ ওচৰত, তই মজিদলৈ সোমোৱা বাটত আৰু তই চিনেমা হলৰ আগত।"

কাছেমে পোনতে সিহঁতক জেপ লুৰুকা কামৰ বাবে বিভিন্ন ঠাইলৈ পঠাইছে বুলি ভাবিছিল। অসুৰ যেন লগা মানুহটোৱে সিহঁতক ধৰি আনি এইবোৰ কামত লগাইছে বুলিও তাৰ সন্দেহ হৈছিল। কিন্তু এদিন কথাটো ওলাই পৰিল। কাছেমে দেখিলে তাৰে এটা ল'ৰাই কেচাৰীঘৰৰ চৌহদত লেপেটা খাই বহি এলুমিনিয়ামৰ সৰু থাল এখন ওপৰলৈ দাঙি কাতৰ স্বৰেৰে ভিক্ষা মাগিছে।

ল'ৰাকেইটা বেলেগ বেলেগ ঠাইলৈ যোৱাৰ পিছত মানুহটোৱে চাহৰ দোকান এখনত বহে। তাৰ পৰা ওলাই আহি কাছেমৰ দোকানৰ পৰা এখন মিঠাপত্তী জৰ্দা পাণ খায়।

কাছেমৰ মানুহটোলৈ ঘৃণা। সি তাৰ চকুলৈকো নেচায় আৰু একো নোসোধেও।

বিয়লি তিনি বজাত গুলচন নামৰ বাছখন বকুলতলীৰ ফালে যাবৰ হয়। মানুহটোৱে ল'ৰাকেইটাৰে সৈতে বাছত উঠে। তাৰ আগতে সি উগাৰ এটা মাৰি খিলিপাণ এখন খাই লয়। ল'ৰাকেইটাই তাৰ মুখৰ ফালে ভয়ে ভয়ে চাই থাকে।

অসুৰটোৱে কিজানি কৰেণৰ দোকানত মাংস-পৰঠা খাই আহিছে আৰু ল'ৰাকেইটা কিজানি অনাহাৰী বা আধাপেটীয়া। সিহঁতৰ মুখ দেখিলেই বুজিব পাৰি। কাছেমৰ মানুহটোক ঘোঁচা এটা মাৰি দাঁত সৰুৱাই দিবলৈ প্ৰবল ইচ্ছা হয়। কিন্তু দোকানত পাণ-চিগাৰেটৰ বিক্ৰীৰ ধুম পৰিলেই সি চব পাহৰি যায়।

এদিন চহৰত দুপৰৰ পিছতেই মানুহ কমি আহিল। কোনোবা ডাঙৰ মানুহ এটা মৰিল বাবে দুপৰতেই অফিচ-কেচাৰী আৰু স্কুল-কলেজ ছুটী হ'ল। সেইদিনা মানুহটো বাছষ্টেণ্ড পোৱাৰ আগতেই পাঁচটা ল'ৰাৰ তিনিটা ওলালহি। তাৰ মাজত বয়সত আটাইতকৈ ডাঙৰ ল'ৰাটোও আছিল। কাছেমে সিহঁতক হাত বাউল দি মাতিলে। খন্তেকৰ ভিতৰতে ল'ৰা তিনিটা তাৰ বাকচ যেন পাণ দোকানখনৰ কাষত থিয় হ'লহি। সিহঁতক ভোক লাগিছে নেকি বুলি সুধিবৰ প্ৰয়োজন নাই। দেখিলেই ধৰিব পাৰি। সিহঁতে চাই আছে তাৰ দোকানৰ এচুকত থকা বিস্কুট, মৰ্টন আৰু ভঁজা বাদাম থকা বৈয়ামকেইটালৈ।

কাছেমে বৈয়ামৰ পৰা ভজা বাদাম উলিয়াই কাগজত টোপোলা একোটা বান্ধি সিহঁতৰ হাতত দি সুধিলে, "আজি কিমান পালি?' চৈধ্য বছৰীয়া ল'ৰাটোৱে ক'লে, "নিচেই কম।"

"তহঁতে খা। মোক পইচা দিব নেলাগে।"— কাছেমৰ এনে কথা শুনি সিহঁতে গোগ্ৰাসে বাদামখিনি খালে।

কাছেমে সুধিলে, "তহঁতে ভিক্ষাত পোৱা পইচাৰে কিবাকিবি নেখাৱ কিয়?"

চৈধ্য বছৰীয়া ল'ৰাটোৱে চলচলীয়া চকুৰে কাছেমলৈ চাই ক'লে, "কম পইচা পালে আব্বাই মাৰে।"

আব্বা? সেই ৰাক্ষসটো ইহঁতৰ আব্বা? আপোন সন্তান? কি আচৰিত!

"নাম কি?"

"মোৰ?— কৰিম।"

"নহয়। সেই বাপেৰটোৰ?"

"ফৰিদ।"

"ঠিক আছে, দেখা যাব।"

"কি কৰিব?"

"তাক পুলিচত দিয়াম।"

"নিদিব। সি জে'লত থাকিলে আমি কি কৰিম?"

"অকলে আহিবি।"

"নোৱাৰোঁ। চৰৰ পৰা বাছত উঠিবলৈ অহা টান। এছোৱা নাৱত আহিব লাগে। বাছতো বহুত

দাম।”

“তেনেহ’লে মৰ, বিহ খাই মৰ, নৈত ডুবি মৰ।”

মানুহটো ওলালহি। তাৰ লগত আন দুটা ল’ৰা। সি আহি থাকিল কৰিমৰ ফালে। কৰিমহঁতে সিহঁতৰ জেপৰ পৰা যিমান পইচা আছে তাক দিলে। সি পইচাখিনি বুকুৰ জেপত ভৰালে। অলপ পিছতে সি কাছেমৰ দোকানৰ পৰা দহটা জাহাজী কল কিনি সিহঁতৰ হাতত দুটাকৈ কল গুঁজি দি কৰেণৰ দোকানৰ ফালে খোজ দিলে। কাছেমৰ সেই অদ্ভুত সন্দেহটো হ’ল। কাৰণ, ফৰিদৰ, ইহঁতৰ আব্বাজানৰ, শৰীৰটোহে মানুহৰ। সি নৰৰূপী পিশাচ।

কাছেমে তাৰ পাণদোকানৰ জাপটো নমালে। দুটা তলা মাৰি দোকানখন বন্ধ কৰিলে। ৰাস্তাৰ কাষত শাক-পাচলি বিক্ৰী কৰি থকা মকবুল আৰু ভোলাক লগত ল’লে। সিহঁতৰ শাক-পাচলিখিনি চাই থকাৰ ভাৰ ল’লে ওচৰৰ সুৰেশে।

সিহঁত কৰেণৰ ‘পূৰবী ৰেষ্টোৰাঁ’ত সোমাল। কাছেমে যি অনুমান কৰিছিল তাকে এতিয়া সি দেখা পালে। ফৰিদে মাংসৰ টুকুৰা চোবাই চোবাই দুহাতেৰে পৰঠা এখন চিৰাচিৰ কৰি এচিটা মুখত ভৰাই মুখখন ফুলাই দিছে। বাঘে যেন তেজহে পিছে। আপোন সন্তানৰ তেজ।

ইহঁত তিনিওটা সি বহাৰ চাৰিফালে থিয় হৈ তাক আগুৰি ধৰিলে।

“নাম কি?’ — সিহঁতৰ হাতৰ মুঠি দৃঢ়।

“জনাৰ কি গৰজ?”— মুখত মাংস এটুকুৰা লৰফৰ কৰি সি অৱজ্ঞাৰে ক’লে।

“সেইকেইটা তোৰ ল’ৰা?”— সিহঁতে তাৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰি আছে।

“ইস্, এনেকেইটা চেম্পাচৰ বাবু ওলাইছে।” - এনেকৈ ফেপেৰী পাতি লোৱাৰ আগতে সি পানী এগিলাচ খাই ল’লে।

কাছেমে নিজক নিজে কোৱাৰ দৰে ক’লে, “অ’, তেনেহ’লে জিনিচ চালু আছে।”

লগে লগে ফৰিদৰ বুকুত গোৰ পৰিল। সিহঁতৰ এটাই তাক চুলিত ধৰি ওপৰলৈ দাঙিলে। মুখত দুটা প্ৰচণ্ড ঘোঁচা। সি লুঙিৰ খোচনিৰ পৰা এখন ছুৰী উলিয়ালে। কিন্তু কামত নাহিল। তাৰ হাতত মাৰ পৰিল। ছুৰী সৰি পৰিল। ‘পূৰবী ৰেস্তোৰাঁ’ত বহি থকা মানুহখিনিয়ে বাহিৰলৈ যাবলৈ উথপথপ লগাওঁতেই কাছেমে টেবুলৰ ওপৰত উঠি ক’লে, “ৰাইজ, নেযাবচোন। চাই লওক, এই পিশাচটোক। ই নিজৰ ল’ৰা-ছোৱালীক ভিক্ষা কৰিবলৈ দি, সিহঁতৰ ভিক্ষা কৰা পইচাৰে, সিহঁতক আধাপেটীয়াকৈ ৰাখি, মাংস-পৰঠা খায়। ই মানুহনে জন্তু?’ এইবুলি কোৱাৰ লগে লগে ভোলাই ফৰিদৰ চুলি ঘটালি ঘটালি দুগালে দুটা চৰ শোধালে। মকবুলে পিছফালৰ পৰা হাত দুখনত গবা মাৰি ধৰিলে।

‘পূৰবী ৰেস্তোৰাঁ’ৰ মালিক কৰেণৰ কিন্তু ইহঁতলৈ খং। আনবোৰ মানুহে ঘটনাটো বেছ উপভোগ কৰিলে। দোকানৰ ভিতৰত গুণ্ডাৰ মাজত মাৰপিট হোৱা বুলি শুনিলে গ্ৰাহক কমিব বুলি আশঙ্কা কৰি কৰেণ থিতাতে দোকানৰ পৰা নাইকিয়া হে থানা পালেগৈ। ইয়াৰ এটাই মাত্ৰ কাৰণ। পুলিচ আনি ইয়াকে প্ৰমাণ কৰিব যে সি তাৰ গ্ৰাহকক সুৰক্ষা কেনেকৈ দিব লাগে জানে।

টাউন দাৰোগা ৰুদ্ৰ বৈশ্য আৰু চাৰিটা পুলিচ জীপৰ পৰা নামিল। ৰুদ্ৰ বৈশ্যৰ ৰুদ্ৰ মূৰ্তি। তেওঁ গৰ্জি উঠিল, “তহঁত শাস্তি দিবলৈ কোন?”

গোট খাই থকা মানুহৰ মাজৰ পৰা এজনে ক’লে, “তেন্তে আপোনাৰ শাস্তি পাবলৈ সি বৈ

থাকিব? পুলিচ চোৰ-ডকাইতৰ লগ বুলি কোনে নেজানে? য'ত পুলিচ নাই ত'ত চোৰ-ডকাইতো নাই?"

ৰুদ্ৰই পোন্দোৱাকৈ মানুহবোৰলৈ চালে। তেওঁ প্ৰশ্নৰ উত্তৰ দিয়া মানুহটোলৈ চাই দমি গ'ল। তেৰেঁই ছাত্ৰনেতা অনিমেষ ভূঞা যাৰ নিৰ্দেশত চহৰত বহুত উলট-পালট কাণ্ড ঘটিব পাৰে। ভূঞা জে'লত থাকিলেও চৰকাৰে তেওঁক ৰাজসুখত ৰাখে আৰু জে'লৰ পৰা ওলালেই তেওঁ ফুলৰ মালা পিন্ধিবলৈ পায়।

ৰুদ্ৰ বৈশ্য নিমিষতে লেতুসেতু হৈ পৰিল। তেওঁ মোলায়েম ভঙ্গী এটা লৈ অনিমেষ ভূঞাৰ ফালে চাই ক'লে, "আমাৰ অসুবিধা হয় কাৰণেহে কৈছোঁ। মানুহে মাৰপিট কৰিব, পিছত আমি হাজোতত থ'ম আৰু ক'টত হাজিৰ কৰোঁতে মেজিষ্ট্ৰেটে ক'ব— আমিহে অত্যাচাৰ কৰিছোঁ বুলি।"

অনিমেষ ভূঞাই একো নেমাতিলে। ইয়াৰ অৰ্থ এয়ে হ'ল যে টাইন দাৰোগাই কি কৰে তাকে সকলোৱে মনে মনে চাই থকা উচিত। কাছেমহঁতে ফৰিদক এৰি দিলে। সি ৰুদ্ৰ বৈশ্যক নমস্কাৰ জনালে। জেৰা আৰম্ভ হ'ল।

"নাম?"

"ফৰিদ খণ্ডেকাৰ।"

"ঘৰ?"

"পমাবাৰী চৰ।"

"অ' বুজিলোঁ, চব বুজিলোঁ।"

এইবুলি কৈয়ে ৰুদ্ৰ বৈশ্যাই অনিমেষ ভূঞাৰ মনোযোগ আকৰ্ষণ কৰিবলৈকে, গোট খোৱা মানুহখিনিৰ ফালে চাই ক'লে, "এযে আমাৰ দেশ। ইহঁত অহাৰ পৰাই দেশত অপৰাধ বাঢ়িল। মামলা-মোকৰ্দমা বাঢ়িল, মানুহ বাঢ়িল। বুইছে ভূঞা ডাঙৰীয়া, অকল আন্দোলন কৰিলেই নহ'ব, সীমাটো আগতে ভেটিব লাগিব। সীমাৰ নামত এতিয়াও বাঁহৰ খুঁটি এটাও নাই।"

"মানে ই বাংলাদেশী।"

"কোৱা টান। হয়তো এন্‌কোৱাৰী কৰিলে কথাটো জনা যাব। অৱশ্যে এইটো মোৰ কাম নহয়।"

কাছেম, ভোলা আৰু মকবুলক সুধি ৰুদ্ৰ বৈশ্যাই গোটেইখিনি কথা জানি ল'লে। শেষত সি ক'লে, "মইটো একো কৰিব নোৱাৰিম, ডাঙৰীয়াসকল। ইয়াৰ বিৰুদ্ধে স্পেচিফিক্ চাৰ্জ নাই। দেশখনেই ভিক্ষাৰী আৰু ইয়াৰ ল'ৰাকেইটাও ভিক্ষাৰী। মাগি খোৱাটো দোষ বুলি আইনে নকয়। আমাৰ চৰকাৰৰে দেখোন মাগি খোৱাটো এটা দস্তুৰ হৈ পৰিছে। আইন বৰ আচৰিত বস্তু, ডাঙৰীয়াসকল। আইনমতে এতিয়া এওঁক ঘাইল কৰা মানুহকেইটাহে জগৰীয়া। কিন্তু সমাজৰ ফালৰ পৰা, মায়া-মমতাৰ ফালৰ পৰা তেওঁলোক জগৰীয়া নহয়।"

এজন মানুহে চিঞৰিলে, "বেছ কথা। আপুনি উকীল হোৱাহেঁতেনেই ভাল আছিল।"

ৰুদ্ৰ বৈশ্যয়ো একে উচ্চ স্বৰেৰেই ক'লে, "ক্ষমা কৰিব ডাঙৰীয়াসকল, মোৰ নিজৰ কথা কোৱা কাৰণে। মই সঁচাকৈয়ে উকীল হোৱাৰ ডিগ্ৰী লাভ কৰিছিলোঁ। কিন্তু উকীল নহ'লোঁ।"

গোট খোৱা মানুহবোৰ দিহাদিহি গ'ল। ৰুদ্ৰ বৈশ্যাই কৰেণকহে ধমক দিলে। ল'ৰাক ভিক্ষাৰী

কৰা, ভিক্ষাৰী ল'ৰাৰ আৰ্জনৰ পইচাৰে বাপেকে পেট পূৰ কৰা, দেহ বিক্ৰী কৰি জীয়েকে এটা পৰিয়ালক পোহপাল দিয়া, চাকৰি নেপাই কোনোবাই আত্মহত্যা কৰা, বছৰেকত আধাতকৈ বেছি ল'ৰাই পৰীক্ষাত 'ফেল' কৰা, বস্তুৰ দাম দিনক দিনে চৰি যোৱা, এইবোৰ সামাজিক সমস্যা। এইবোৰ ৰুদ্ৰ বৈশ্যৰ সমস্যা নহয়। শিক্ষিত মানুহ হিচাপে টাউন দাৰোগা ৰুদ্ৰ বৈশ্যই জানে যে মানুহ আৰু পশুৰ মাজৰ সীমাৰেখাডাল নিচেই অস্পষ্ট। এবিধ পহু আছে যিবোৰে সেই ঠাইৰ ঘাঁহখিনিয়ে নাতিব বুলি গ'ম পালে নিজৰ পোৱালিবোৰকে মাৰি পেলায়। সকলো পৰিস্থিতিৰ মূলতে হ'ল জীয়াই থকাৰ ৰণখন। তাৰে অতি কৰুণ আৰু নিষ্ঠুৰ দৃষ্টান্ত হ'ল, এই ঘটনাটো। ফৰিদ খণ্ডেকাৰ আৰু তাৰ ল'ৰাকেইটা।

বৈশ্যই ফৰিদক ধমকি দিবই, সাৱধান কৰি দিবই। তেওঁ তাক সতৰ্ক কৰি দিলে। ক'লে, "আজিৰ পৰা যদি তোক ইয়াত দেখোঁ, হাড ভাঙি গুন্দা কৰি দিম। শুনিছনে চৈত্তান?" কাছেমইঁতলৈ চাই তেওঁ আকৌ ক'লে, ইয়াক দেখিলেই মোক খবৰ দিবা। ইয়াৰে মই দবা কোবাম।"

কাছেমইঁতে সভক্তিৰে ৰুদ্ৰ বৈশ্যক নমস্কাৰ দি আঁতৰ হ'ব খোজোঁতেই তেওঁ ক'লে, "নেযাবা। ইয়াক হস্পিতাললৈ লৈ যোৱা। তাত মোৰ কথা ক'বা। ল'ৰাকেইটাকো নিবা। সিহঁত বাৰাণ্ডাতে শুব। আজি আৰু সিহঁত পমাবাৰীলৈ যাব নোৱাৰে। সময় নাই।"

ৰুদ্ৰ বৈশ্যক কাছেমইঁতে ডি এছ পি গোপাল ফুকনৰ দৰে আসুৰিক স্বভাৱৰ মানুহ বুলি ভাবিছিল। কিন্তু আজিহে খুব কৰ্কশ যেন লগা প্ৰকাণ্ড মানুহটোৰ আচল পৰিচয় পাই সিহঁতৰ তেওঁক সেৱা এটা কৰিবৰ মন গৈছিল।

ৰুদ্ৰ বৈশ্যৰ চেহেৰাটোও ফৰিদ খণ্ডেকাৰৰ দৰে ভীতিপ্ৰদ। এনেকুৱা মানুহকে গাঁৱৰ ফালে দুৰ্জয় চেহেৰাৰ মানুহ বুলি কয়। চৰকাৰেও তেন্তে বেছ বাছি বাছি কিছুমান মানুহক দাৰোগা পাতিব জানে।

সিহঁত হস্পিতালৰ ফালে আহি থাকিল। দুৰ্জয় চেহেৰাৰ ফৰিদ খণ্ডেকাৰ এতিয়া যেন এটা ভিজা মেকুৰীহে। সিহঁত এনেকৈ গৈ আছে যে 'পূৰবী ৰেস্তোৰাঁ'ৰ ঘটনাটো সিহঁতৰ বাবেই ঘটিছিল বুলি কোনোপধ্যে ধৰিব নোৱাৰি।

কাছেমে ফৰিদ খণ্ডেকাৰলৈ চালে। তাৰ চকু এটা ফুলিছে। আগ দাঁতকেইটাৰ গুৰিয়েদি তেজ ওলাইছে। সি মূৰতো আঘাত পাইছে। তেজ ওলাই আছে। ৰাস্তাৰ মানুহবোৰে সিহঁতক চাইছে। কিন্তু আটাইকেইটা মানুহ বৰ গহীন হৈ গৈ থকাৰ বাবে কোনেও কিবা সুধিবলৈ সাহস কৰা নাই।

ফৰিদে বিষত কেঁকাই থাকিব লাগিছিল। সি পিছে কেঁতকুঁতেই কৰা নাই। তাৰ নিশ্চয় আগতে মৰামৰি কৰাৰ আৰু মাৰ খোৱাৰ অভ্যাস আছে।

সিহঁতৰ পিছে পিছে ল'ৰা পাঁচটা। চাৰিটা ডাঙৰ কুকুৰাৰ লগত যেন পাঁচটা এমাদিমা পোৱালি।

হস্পিতালত ফৰিদৰ আঘাতবোৰ চাফা কৰি দৰৱ দি বান্ধি-কুন্ধি দিয়াৰ পিছত ডাক্তৰজনে সিহঁতক ক'লে, "সোনকালে ভাল হ'ল। জবৰদস্ত মানুহ। দাৰোগা চাহাবক ক'বা, আজি চিট এটাও খালী নাই। পাঁচটাকৈ ইমাৰ্জেন্সি কেছ।"

অনবৰত নিবোকা হৈ থকা ফৰিদ খণ্ডেকাৰ নামৰ এই দৈত্যাকায় মানুহটোলৈ কাছেমৰ মায়া হ'ল। সি গন্তি কৰি চালে যে ইহঁতক ৰাতিটোলৈ ৰাখিলে তাৰ তিনি দিনৰ ৰোজকাৰ এদিনতে খতম হ'ব, অৱশ্যে শোৱাৰ কাৰণে ঠাই ওলাব। কিন্তু শুবলৈ দিলেনো কোন সতে সিহঁতক খাবলৈ নিদিব?

সন্ধিয়া হ'লহি। সি ক'লে, "কোনো ভয় নাই মিঞা, আজি গৰীবৰ ঘৰতে মেহমান হ'বা। 'পোলা-পান্না'কেইটাও।"

ফৰিদে অন্তৰত কিবা এটা নতুন শিহৰণ অনুভৱ কৰিলে। তাক বাঘৰ দৰে আক্ৰমণ কৰা এই মানুহটোৱে তাৰ দৰে সামান্য আৰু জঘন্য মানুহ এটাক মিঞা বুলি মাতিছে, মিঞা সন্মানৰ সম্বোধন। লগতে মেহমান হ'বলৈকো অনুৰোধ কৰিছে। এইখন আন্ধাৰ আৰু বেইমানৰ পৃথিৱীত তেনেহ'লে মাজে মাজে দয়া-মায়া আৰু মৰম-চেনেহৰ ছয়াময়া পোহৰো আছে। তাৰ চকু চলচলীয়া পৰিল। হস্পিতালৰ বাৰাণ্ডাত চলাফুৰা কৰি থকা মানুহবোৰৰ আগতে কাছেমৰ হাত দুখন তাৰ বুকুৰ মাজত সুমুৱাই লৈ সি উচুপনিৰ মাজেদি ক'লে, "তুমি, তুমি খোদাতাল্লা, মই খোদাৰ গজপ। মাফ কৰা ভাই, মাফ কৰা।"

বকুলতলীত বাছ ৰ'লহি। ফৰিদ নাও এখনৰ কাৰণে বহুত পৰ ৰ'বলগীয়া হ'ল। ফাৰুকে এখন সৰু নাৱত শাক-পাচলি আনি বকুলবাৰীত থ'লেহি। সি এতিয়া নাৱেৰে পমাবাৰী চৰত উঠিবগৈ। কিন্তু এইখন নাৱত 'পোলা-পান্না' পাঁচটাৰে সৈতে যাব নোৱাৰি। কলবাৰীৰ পৰা পমাবাৰীলৈকে এইছোৱা ব্ৰহ্মপুত্ৰ খৰালি কালতো উদ্দণ্ড। সোঁত প্ৰখৰ। দুডালমান নাৱৰ চৰিৰ সমান দ। সেয়েহে পশ্চিমৰ ফালৰ পৰা অহা, লোহাই নাৱৰীয়াৰ ছৈ দিয়া ডাঙৰ নাওখনতহে পমাবাৰীলৈ যাবলগীয়া হ'ল। লোহাইৰ আজিকালি বহুত পইচা। ন-পাম চৰৰ মাতব্বৰ আনিছুৰৰ লগত মিতিৰালি হোৱাৰ দিন ধৰি তাৰ কপাল ফুলিছে। পিছে আনিছুৰকহে ধনে নাতে। চৰৰ গোটেইখিনি মাটি তাৰ কবলত। বাকীবোৰ মাথোন তাৰ 'কামলা'। তথাপি সি কানি-ভাঙৰ চোৰাং কাৰবাৰ কৰে, তাৰ বাবে গুণ্ডাও পোহে। এইবোৰ খবৰ ফৰিদে পায়। এতিয়া লোহায়ে নাৱেৰে মাহ-সৰিয়হৰ বেপাৰো কৰে আৰু আনিছুৰৰ কানি-ভাঙো কঢ়িযায়।

পশ্চিমৰ পৰা আহি থকা নাওখন লোহাইৰে বুলি ফৰিদে চিনি পালে। কাৰণ লোহাইৰ নাওখনৰহে কাচৰ পিঠি যেন ছৈখন কাউৰীৰ পাখি যেন ক'লা।

সি বকুলবাৰী ঘাটত ফৰিদক দেখিহে নাওখন ৰখালে। সি চিধাই পমাবাৰীলৈ যোৱাৰ কথা আছিল।

"যাবি নেকি?"

"যাম।"

"এই জঞ্জালবোৰৰে সৈতে? ঘৰত কেইটা আছে?"

"তিনিজনী ছোৱালী।"

"উঠ।"

সিহঁত নাৱত উঠিল। লোহাই মানুহটো ৰসিক। সি নাওখন সোঁতত এৰি দি লগৰ ডেকা দুটালৈ চাই মুখ টিপি হাঁহি ক'লে, "এই বয়সতে তোৰ আঠটা হ'লেই। আৰু হ'বনে?" ফৰিদৰ কথা ক'বলৈ অকণো মন নাই। সি একো উত্তৰ নিদিলে। লোহাইৰ কিজানি খং উঠিল।

সি গঙাচিলনী, মাছৰুংকা আৰু টোঁৱাকাউৰীৰ আৰাও তল পেলাই ক'লে, "হেৰ', শুনিছনে নাই, বোলোঁ আৰু ল'ছালি হ'বনে? তোৰ মানুহজনী ডাঠে আছেনে?"

তথাপি সি নিমাত। লোহায়ে খঙতে ভোৰভোৰালে, "ডুবাই দিম বাপেকে। একেবাৰে ল'ছালিৰে

সৈতে তলত জলকুঁৱৰীৰ ঘৰ পাবিগৈ একা।"

ফৰিদে লাহেকৈ ক'লে,"মই কি জানো?"

লোহায়ে আকৌ বেয়া এটা ইঙ্গিত মুখত ফুটাই চৰিডাল নাৱত থৈ ডেকা এটাক বঠা মাৰিবলৈ দি ক'লে, "এস্, ই এতিয়া একোডাল নজনাই হ'ল! হেৰ', আমাৰ মতে হ'লে একেজনীৰে একুৰি পোৱালি হ'লে তাই পৰাচিত হ'ব লাগে।"

নাও পমাবাৰীত ৰ'লগৈ। নাৱত দুটা বুজন বামী মাছ। তেল ফাঁটো ফাঁটো কৰা মাছ। কিছুমান খুতৰীয়া শাক আৰু এটা শিল কোমোৰা। বটলত গুডি মছলা আৰু এসোপা শুকান জলকীয়া। টিংটোত ভালেখিনি উখুৱা চাউল। আনদিনা হোৱাহেঁতেন এইবোৰ খোৱাৰ জোগাৰ দেখি ফৰিদৰ জিভাৰ পানী পৰিলহেঁতেন। কিন্তু তাক আজি কিহবাই পাইছে। তাৰ ভোক-পিযাহ নাইকিযা হৈছে।

ঘৰতো তাৰ মনটো মুকলি নহ'ল। দুটা মৰাপাটৰ ঠাৰিৰ দ'মৰ মাজত এটা থিযচলীযা ঘৰ। ঘৰটোক পঁজা বুলিও ক'ব নোৱাৰি। টোকোৰা চৰাইৰ যেন এটা বাহহে। ইয়াতেই ইমানকেইটা প্ৰাণী থাকে। বননি হৈ পৰা চোতালখনত নাও এখন পৰি আছে। নাওখন সৰু নহয। কিন্তু সিমান ডাঙৰো নহয়। তাৰ অৱস্থা ভালে থকাৰ সময়ত সি এইখন নাৱৰ গৰাকী হৈছিল। আজাৰ কাঠৰ নাও কাৰণে ই এতিয়াও মজবুত হৈ আছে। এইখন নাও লৈয়ে সি বাৰিষা দলঘাঁহ কাটিছিল। কিন্তু এতিযা সেই অনা ডেলে। মোলাতেফে তাক আজি নিঠৰুৱা কৰিলে। অকল তাকেই নহয, তাৰ দৰে কেবাটাকো। সি পমাবাৰীৰ ডাঙৰ মাতব্বৰ। ন-পামৰ আনিছুৰ চোৰাং কাৰবাৰী হ'ব পাৰে। তথাপি সি মোলাতেফতকৈ বহুত ভাল। মোলাতেফ, আচলতে মৰাৰ চাল টানি খোৱা মানুহ।

নাওখনে তাক এটা কথা মনলৈ অনালে। কিন্তু তাৰ মনত কি আছে ঘৈণীযেকে ধৰিব নোৱাৰিলে। তাইক সি আনদিনাতকৈ ভাল ব্যৱহাৰ কৰিলে। ল'ৰা-ছোৱালীকেইটাকো মৰমেৰে মাতিলে।

"মেহেৰু, এটা কথা। তোৰ ভাল শাড়ী এখন আছেনে? কাইলৈ তহঁতৰ ঘৰলৈ যাব লাগিব। আমাৰ চবকে মাতিছে।'

"কোনে মাতিছে ? কিয় মাতিছে? ঘৰখনৰ কংকাল পৰাৰে পৰা আব্বাৰ ঘৰৰ মানুহেতো আমাৰ খবৰ নলয়।'

"সেইবোৰ আখেজ বাদ দে। ধৰি থাকিব নেপায়। তোৰ ডাঙৰ ককায়েৰ কিন্তু মানুহটো বেয়া নহয়। সিয়েই মাতিছে। তাৰ ল'ৰা এটাৰ চুন্নত। কাইলৈকে। পাৰিলে আমি আজি যোৱাটো ভাল হ'ব।"

"সঁচা? কিহঁত যাবা? ইমানখিনি পানীৰ বাট।"

তাই ঠিকেই সুধিছে। তাইৰ বাপেকৰ ঘৰো বৰনৈৰ মাজতে। হোলোংবাৰীত। তাইৰ মাক কোনোমতেহে জীয়াই আছে বুলি কাৰোবাৰ কাৰোবাৰ মুখে শুনিছিল। সেযেহে এই সুযোগতে মাকক চাবলৈ তাইৰ বৰ ইচ্ছা। হোলোংবাৰীলৈ পৰিয়ালটো কেনেকৈ যাব তাকে ফৰিদৰ মুখত শুনিবলৈ তাই উদগ্ৰীৱ হৈ ৰ'ল।

"নিজৰ নাৱত যাম আকৌ।"

"নৈত নাওখন পেলাবাগৈ কেনেকৈ?"

"হ'ব, হ'ব। তাৰ ব্যৱস্থা কৰিম। ইহঁতসোপা আছে নহয়।"

"কোন?"

"লেপ-তুলি বনাবলৈ অহা বিহাৰীসোপা।"

মেহেৰুৱে এতিয়াহে কথাটো বিশ্বাস কৰিলে। ফৰিদৰ তেনেহ'লে মতি-গতি ভাল হৈছে। ঘৰতে অনবৰত বন্দী হৈ থকা দুখুনী মেহেৰুৰ মনটো অকণমান পোহৰ হ'ল। তাইৰ শাড়ী এখন অৱশ্যে আছে। দুমাহমানৰ আগতে শাড়ীখন জপাৰ পৰা উলিয়াই চাইছিল। সামান্য দুঠাইতহে সঁই (বৰমোহা) পৰিছে। অৱশ্যে ৰংটোত আগৰ তেজ নাই। তাই জিয়াউল মিঞাৰ গোৰোৱা মৰাপাট বখলিয়াই আৰু গোবৰৰ পিঠা বেচি অলপ পইচা পাইছিল। তাৰে ল'ৰা-ছোৱালীকেইটাৰ ঈদৰ পোছাক হৈছিল। কেইটকামান মৌলবীজনেও দিছিল। এতিয়া সিহঁতে ঈদৰ পোছাক পিন্ধিয়েই হোলোংবাৰীলৈ যাব লাগিব। তাইৰ পিছে মনটো থৌকি-বাথৌ হৈছে যদিও সংকোচৰ ভাব এটায়ো মনটো দহিছে। এতিয়া দুখত থাকি ভালকৈ দুবেলা-দুমুঠি খাবলৈ নেপাই তাইৰ যিটোহে পট হৈছে! আগতে ফৰিদৰ অৱস্থা ভাল থকাৰ সময়ত তাইৰ চেহেৰাটো পৰী যেন আছিল। বহুতে এনে বুলি কোৱাকুই কৰা তাই শুনিছিল। তাইৰ গৰ্ব হৈছিল। এতিয়া জপাত থকা গোলাপী ৰঙৰ শাড়ীখনে তাইৰ সোণবৰণীয়া দেহাটো তুলি ধৰিছিল। আৰু ৰূপেই ফৰিদৰ আৰু তাইৰ কাল হৈছিল। সেইবাবেই তিৰোতাখকুৱা মোলাতেফৰ লগত তাৰ ঘোৰতৰ বিবাদ। একেবাৰে যাঠি-জোং লোৱাৰ অৱস্থা। এয়া তিনি বছৰৰ আগলৈকে তাই আন মতাৰ চকুত পখিলী যেন হৈ আছিল। অথচ তিনি বছৰৰ পিছত তাই এতিয়া আগৰ ছাঁটোৰ নিচিনাও নহয়। এয়ে কালৰ 'বাদ্‌লা'।

দুপৰীয়াৰ ভাতসাঁজ বেয়া নাছিল। ভাত, বেঙেনা পোৰা, কাঁৰে মাছৰ আঞ্জা আৰু ৰঙালাউৰ তৰকাৰী এখন।

ভাতকেইটা খায়েই ফৰিদ ঘৰত নৰ'ল। সি মোস্তাফাৰ পৰা চৰি এডাল আনিলেগৈ। তাৰ ঘৰত থকা চৰিডাল ঘুণে ধৰিছে। লেপ-তুলি বনোৱা বিহাৰীকেইটা মোস্তাফাৰ খেৰ ঘৰটোতে থাকে। নাওখন পানীত নমাবৰ বাবে সিহঁতকো খবৰ দিব।

তাৰ ভৰি দুখন চলিও চলিব খোজা নাই। মোস্তাফাৰ তালৈ যাবলৈ হ'লে মোলাতেফৰ টিনৰ বেৰ দিয়া ঘৰকেইটা পাৰ হ'ব লাগে। তাক দেখা পালেই ফৰিদৰ মেজাজ গৰম হৈ যায়, তাৰ বুকুত আফৰি এডাল বহুৱাই দিবলৈ ইচ্ছা হয়।

মোলাতেফে চোতালত থকা খাটিয়া এখনত তাৰ বিৰাট শৰীৰটো পেলাই পুহৰ মিঠা ৰ'দ লৈছে। দুটা মানুহে তাৰ ভৰি দুটা পিটিকি আছে। চোতালত, পিৰালিত আৰু ধানখেৰৰ মেজীটোৰ আশে পাশে প্ৰায় ডেৰকুৰিমান ল'ৰা-ছোৱালী। সি নিজৰ ল'ৰা-ছোৱালীকে চিনি নেপায় বুলি দুই -একে কোৱাকুই কৰে। তাৰ চৈধ্যজনী ঘৈণীয়েক। এনেকৈ থকা ল'ৰা-ছোৱালীবোৰ দেখি নতুন মানুহে তাৰ ঘৰটো পাঠশালা স্কুল বুলিহে ভুল কৰে।

এইটোৱে মোলাতেফ্‌। তাক দেখিয়েই ফৰিদৰ তেজ গৰম হ'ল। ভৰি পিটিকি থকা মানুহ দুটা নথকাহেঁতেন ফৰিদে তাক খতম কৰি দিলেহেঁতেন।

সি নিজকে চম্ভালিলে। ওঁঠ কামুৰি কামুৰি মোলাতেফৰ ঘৰটো পাৰ হ'ল। তাৰ মগজটো তথাপি গৰম হৈ আছে। তাৰ পুৰণি কথাবোৰ মনত পৰিছে। তিনি-চাৰি বছৰৰ আগৰ কথা। সি তেতিয়া মোলাতেফে দিয়া চাৰি পুৰা মাটিত খেতি কৰিছিল আৰু তাৰ আনক দমন কৰা কামত সহায় কৰিছিল। মোলাতেফৰ স্বাৰ্থৰ বাবেই সি ভলেমান নিৰহ-নিপানী খেতিয়কক পিটিবলগীয়া হৈছিল। এটাক হত্যাও

কৰিছিল। তাৰ দিন ভালেই গৈছিল। সুখৰ মুখ দেখি মেহেৰু অপেস্বৰী যেন হৈ পৰিছিল। এয়ে সূত্ৰপাত। ঘৰৰ ইমানবোৰ তিৰোতায়ো মোলাতেফৰ লোভটো কমাব নোৱাৰিলে। সি মেহেৰুক পাবলৈ বিচাৰিলে। লগ পালেই কোমল কোমল কথা কোবা হ'ল। খাৰু-ইয়াৰিং আৰু ৰেছমী শাড়ীৰ লোভ দেখুৱালে। কিন্তু মেহেৰু অচল-অটল। সেই মঙহৰ পাহাৰটোক কোনে পছন্দ কৰিব? সি কিন্তু আশা নেৰিলে। এদিন ফৰিদ নথকাৰ সুযোগ লৈ মোলাতেফে তাইৰ ওপৰত জবৰদস্তি চলালে। তাইৰ চিঞৰ-বাখৰ শুনি ওচৰৰ মানুহ গোট খোৱাত মোলাতেফ সুৰুকা মাৰি আঁতৰ হ'ল। কথাটো জনাজনি হৈ গ'ল যদিও মোলাতেফৰ ভয়ত কোনেও কথাটো আলোচনা নকৰিলে। সন্ধিয়া ঘৰ সোমায়েই ফৰিদে সকলো গম পালে। সি মৰাপাটৰ গুৰি কটা কেঁকোৰা দাখন হাতত লৈ ওলাই গ'ল। তাৰ গাত ভীষণ জোৰ। মোলাতেফৰ লগত থকা লাঠিয়ালকেইটাই তালৈ ভয় কৰে, ধমক দিলেই ফাঁহি-ছিটিকা দিয়ে।

সি গৈ মোলাতেফক মৰাপাট ওজন কৰা চাই থকা অৱস্থাতে পালেগৈ। একো সোধপোচ নকৰাকৈ সি পাহাৰ যেন মানুহটোক দুগালে দুটা পুৰ্ণহতীয়া চৰ সোধাই বুকুত গোৰ মাৰি মাটিত চিত খুৱাই পেলাই দিলে আৰু বুকুৰ ওপৰত উঠি মুখত ঘুঁচিয়াবলৈ ধৰিলে। ওচৰৰ আটাইবোৰ মানুহে তাক ধৰি একেওৱাতহে মোলাতেফ ৰক্ষা পৰিল। বাটত তাক আগুৰি ধৰিবলৈ কাৰো সাহস নহ'ল।

সেইদিনাৰ পৰা সি এঘৰীয়া হ'ল। এয়া মোলাতেফৰ ধনৰ জোৰৰ ফল। তাৰ একমাত্ৰ লগ হ'ল মোস্তাফা আৰু জিয়াউল৷

মোস্তাফা আকৌ কালৈকো কেৰেপ নকৰা মানুহ। সি বিয়াও নকৰালে, তাৰ তিৰোতাৰ নিচাও নাই। নাওখনক সম্বল কৰি আসক্তিক বিসৰ্জন দি দিন পাৰ কৰা মানুহ।

তেতিয়াৰ পৰাই ফৰিদক বিপদে নেৰা হ'ল। মোলাতেফে তাক মাটি চাৰি পুৰাত খেতি কৰিবলৈ নিদিলে। আকস্মিক দাৰিদ্ৰ্যই তাক মানুহ কৰি নেৰাখিলে। মোলাতেফক হত্যা কৰিবলৈ সি ফান্দি থকা হ'ল। তাৰ মাজতে আজি ঘৰখনত কিঞ্চিৎ আনন্দৰ ৰেঙণি। আজি সকলো মিলি হোলোংবাৰীলৈ যাব। মেহেৰুৱে কেবা বছৰৰ মূৰত ওপজা ঘৰখনত ভৰি দিব। ল'ৰা-ছোৱালীকেইটাই মোমায়েকহঁতক দেখিব।

পুৱাতে লেপ-তুলি বনোৱা মানুহকেইটাৰ সহায়ত ফৰিদে নাওখন বৰনৈত পেলালেগৈ। তলিত ফুটা ওলাইছে নেকি তাকে সি পৰীক্ষা কৰি চালে। বননিত পৰি থকা নাওখন ঠিকেই আছে। উত্তম আজাৰ কাঠৰ নাও। সহজে ই নপঁচে। মুঠতে দহটা প্ৰাণী। নাওখনে টুলুং-ভুটুং নকৰাকৈ গোটেইবোৰকে ভাৰ ব'ব পাৰিব। ল'ৰা-ছোৱালীকেইটাৰনো ওজন কিমান হ'ব?

ফৰিদৰ আঁচনি মতেই কাম হৈছে। সি মনটো কোমল হ'বলৈ অকণো সুবিধা দিয়া নাই। সি তাৰ সংকল্পত অলৰ-অচৰ। তাক এইটো জীৱনৰ দৰকাৰ নাই আৰু ইহঁতৰো বাচি থকাৰ কি প্ৰয়োজন? অভাৱে মানুহক পশু কৰে। কাছেমৰ পৰাই সি এই সত্যক বিচাৰি পালে। সি নিজে মৰাৰ কোনো অৰ্থ নাই। সি মৰিলে ঘৰৰ আটাইকেইটাৰে অৱস্থা আৰু বেয়া হ'ব। মোলাতেফৰে জয় হ'ব। সি এতিয়া অতিশয় কঠিন হ'ব পাৰিছে। সি ইহঁতক ৰেহাই দিব নিবিচাৰে। সি এইবোৰ কাম সহজে কৰিব পাৰে। আগতে মোলাতেফেই তাক পাতকী কৰি থৈ গৈছে। এতিয়া শেষ মুহূৰ্তত মানুহ হ'বলৈ বিচাৰি সি এইটো নিষ্ঠুৰ কাম কৰিবই। সি মুক্তি পাব, ইহঁতেও মুক্তি পাব।

সি ঘনাই ঘনাই ব'ঠা মাৰিছে। নাও বৰনৈৰ মাজত। পাৰলৈ বহুত দূৰ। নাওখন বৰকৈ

একচেতীয়া হৈছে। জোকাৰ খাইছে। তাৰ পিছতেই মৃত্যুৰ আগৰ হাহাকাৰ, আৰ্তনাদ। ইটোক সিটোৱে সাবট মাৰি ধৰিলে। পানীৰ ওপৰৰ বতাহে মৃত্যুৰ সুঁহুৰি বজাই থাকিল।

পিছদিনা কেৱল চৈধ্য বছৰীয়া কৰিমকহে পাৰত অচেতন অৱস্থাত পোৱা গ'ল। সি খৰি এডালত ধৰি উটি আহিছিল। আনবোৰক বৰনৈয়ে সামৰি ল'লে বুলি পমাবাৰীৰ মানুহে কোৱাকুই কৰিলে।

# বৈষয়িক

তিনি বছৰতকৈ বেছিকাল গুৱাহাটীৰ দৰে চহৰত কাম কৰাৰ পিছত নগাঁৱলৈ আহি পোনতে ভাল নলগাৰে কথা। সৰু চহৰ। আয়তন অনুসৰি লোকসংখ্যা কম হ'ব লাগিছিল। কিন্তু বহুত বেছি। অৱশ্যে ৰাষ্ট্ৰীয় পথৰ কাষেদি চহৰখন বাটি আহিছে বাবে পোনতে বৰ ডাঙৰ চহৰ যেন লাগে। খোৱা বস্তুৰ দাম সস্তা। মাছ-পাচলি উভৈনদী। ভাল দৈয়ো পোৱা যায়। ৰিক্সাৰ ভাৰাও সস্তা। কিন্তু ই গুৱাহাটীৰ দৰে গতিশীল নহয়। সেইকাৰণে মই চিকিৎসক হিচাপে যথেষ্ট ব্যস্ত হৈ থকা সত্ত্বেও পোনতে বৰ বিৰক্ত হৈ পৰিছিলোঁ।

কিন্তু মোৰ অনুমান ভুল হ'ল। নগাঁৱৰো এটা নিজস্ব জীৱন আছে। মানুহবোৰ সঁচাকৈয়ে বৰ সৰস আৰু জীৱন্ত। মানুহৰ সমস্যাবোৰো যুগৰ সন্ধিক্ষণৰে বতৰা দিয়া বিধৰ। সেইকাৰণেই হয়তো ই কবি আৰু কথাশিল্পীৰ ঠাই।

পোনতে ভাৰাঘৰ পোৱা নাছিলোঁ। চৰকাৰী বাসভৱনো নাই। ডেৰমাহ কাল আৱৰ্ত ভৱনত আছিলোঁ। তাতে মন্ত্ৰীক লগ পাবলৈ অহা ঠিকাদাৰ বিশ্বজিত বৰাক লগ নোপোৱাহেঁতেন, মোৰ পূৰণ কলিতাৰ দৰে যোগ্য মানুহ এজন অপৰিচিত হৈ থাকিলহেঁতেন, তেওঁৰ দৰে এজন বন্ধুকো নেপালোঁহেঁতেন আৰু সুবিধাজনক ঠাইত এটা ভাৰাঘৰো নেপালোঁহেঁতেন।

আমাৰ চিকিৎসকসকলক যেনেকৈ বহুতে সন্দেহৰ চকুৰে চায় আৰু চিকিৎসাৰ নামত বেপাৰ কৰিছোঁ বুলি ভাবে, সেইদৰে মোৰ দৰে বহুত চিকিৎসকেও বহুত ইঞ্জিনীয়াৰ আৰু ঠিকাদাৰক একে দৃষ্টিৰেই চায়। গুৱাহাটীৰ বিদ্যালয এখনত বিশ্বজিত বৰা মোৰ সহপাঠী আছিল। কিন্তু এতিয়া তাক মই আগৰ দৰে ভাল নেপাওঁ। পূৰণ কলিতাও ঠিকাদাৰ। কিন্তু তেওঁক বেয়া পোৱাৰ কোনো কাৰণ দেখা নাই। বৰঞ্চ সম্প্ৰতি তেওঁ মোৰ এজন বিশিষ্ট বন্ধু হৈ পৰিছে। অথচ মানুহজনৰ লগত মোৰ একোতে মিল নাই। বয়স, শিক্ষা, বৃত্তি আৰু আৰ্থিক অৱস্থা, তেওঁৰ এই সকলোবোৰেই মোতকৈ বেলেগ।

পূৰণ কলিতা খেতিয়ক, ব্যৱসায়ী, ঠিকাদাৰ আৰু সমাজসেৱক। তেওঁ স্বামী আৰু পিতৃ। দোষে-গুণে তেওঁ এটা সম্পূৰ্ণ মানুহ। ভাৰাঘৰ বিচাৰিযেই তেওঁক লগ ধৰিছিলোঁ, তেওঁৰেই চিনেমা হলটোত। তেওঁ আথে-বেথে আমাক বহিবলৈ দিলে।

ভাৰাঘৰৰ কথা উলিয়াবলৈকে নিদিলে। আমাক চিনেমা হলটোৰে এটা কোঠাত বহিবলৈ দি ক'লে, "পোনতে আলহীক আলপৈচান, তাৰ পিছত আন কথা। বিশ্ব, তয়ে ক'চোন, ডাক্তৰ বাবুৱে চাহ ভাল পায়নে, কফি ভাল পায়?"

তেওঁ আমাৰ ইচ্ছা-অনিচ্ছাক মূল্যই নিদিলে। "হৰ, কোন আছ" বুলি মাত দিয়াত মাটি ফুটি ওলোৱাৰ দৰে নিমিষতে এটা ল'ৰা ওলালহি। তাক তেওঁ ক'লে, "মিহিদানাও নানিবি, জেলেপিও নানিবি। মই ভাল পোৱাকেইটাকে আন। কফি ইয়াতে বনা।"

মই ক'লোঁ, "এস, কিয়নো ইমান ব্যৱস্থা কৰিছে ? আমি খায়েই আহিছোঁ।" তেওঁ ক'লে, "সকলো আলহীয়েই তেনেকৈ কয়। আপোনাক বৰ চিন্তা কৰি থকা যেন লাগিছে। লেশমানো চিন্তা নকৰিব। আমাৰ চহৰলৈ আহিছে যেতিয়া এয়া আমাৰ দায়িত্ব।"

এনেতে বিশ্বজিতে মাত লগালে, "তোৰ একো চিন্তাই নাই। ভাৰাঘৰ নাপালেও পূৰণে তোৰ কাৰণে এটা ঘৰেই সোনকালে সাজি দিব পাৰে।"

মানুহটোক যথেষ্ট বুদ্ধিমান যেন লাগিল। সেই কাৰণে হয়তো তেওঁৰ কৌতূহলো বেছি। মোৰ বিষয়ে খুঁতি-নাতি সকলো কথা সুধিলে। এনেকৈ সোধাৰ বাবে আৰু মই যথোচিত উত্তৰ দি তেওঁক সন্তুষ্ট কৰাৰ বাবেও মই, মোৰ অতি সাধাৰণ এটা গতানুগতিক জীৱনত আপোন অস্তিত্বক নতুনকৈ বিচাৰি পালোঁ। পূৰণ কলিতা সাধাৰণতে দেখা ধনী মানুহবোৰৰ দৰে উদ্ধত নহয়। বেছ নম্ৰ। নম্ৰতাই তেওঁক এক সুকীয়া ব্যক্তিত্ব দিছে। তেওঁ এনেকৈ কথা কয় যেন মই তেওঁতকৈ বহুত গুণী মানুহ।

এথালকৈ মিঠাই আহিল। তাকে খাই থকাৰ সময়ত ওচৰৰ কোঠাত ষ্টভৰ ফোচ্‌ফোচনি শুনিলোঁ। অলপ পিছতে গৰম কফি।

যি বুজিলোঁ পূৰণ কলিতাৰ জীৱন ব্যযবহুল। টেবুলত থকা চিগাৰেটৰ পেকেটটো বিদেশী। "ৰথমেন"। মটৰগাড়ীখন "কণ্টেছা"। মদ খালেও এনে মানুহে স্কচেই খাব, তাকে নেপালে হয়তো পিটাৰ স্কচৰ তললৈ নেনামিব।

কিন্তু পোছাকটো দেখি তেওঁৰ বিলাসী জীৱন এটা আছে বুলি অনুমান কৰিব নোৱাৰি। সাধাৰণ এখন ধুতি আৰু এটা কপাহী কাপোৰৰ পাঞ্জাবি। সোঁহাতৰ আঙুলিত মাথোন এটা সাধাৰণ আঙঠি। ধন আছে বুলিয়েই তেওঁ এগাল আঙঠি পিন্ধা নাই। কোনো তন্ত্ৰ-মন্ত্ৰ থকা বা জ্যোতিষীয়ে চাই-চিতি দিয়া, পাথৰ থকা আঙঠিও পিন্ধা নাই। এয়ে মানুহটোৰ আত্মবিশ্বাসৰ আভাস দিছে।

গাৰ ৰংটো পিছে ৰ'দে চেলেকা। চেহেৰাটো দেখিলে যথেষ্ট কায়িক পৰিশ্ৰম কৰা মানুহ যেন লাগে। বাহিৰত বৈ থকা কণ্টেছাখনৰ পৰা অনুমান কৰিব পাৰি যে পূৰণ কলিতাই বিলাসো কৰিব জানে।

মানুহটো আকৰ্ষণীয়। দেহ মেদবৰ্জিত। যথেষ্ট ওখও। বিশ্বজিতৰ মতে তেওঁৰ বয়স ষাঠিৰ ওচৰা-ওচৰি। কিন্তু দেখাত তাতকৈ বহু বছৰমান কম যেন লাগে। চুলিবোৰ ডাঠ। তেল ঘঁহাৰ বাবে দুই-এডাল চুলি পকিছে যদিও মোৰ চকুত ভালকৈ ধৰা পৰা নাই।

মই ঘৰৰ কথা নুলিয়ালোঁৱেই। তেৱেঁ ক'লে, "কাইলৈকে আপুনি ঘৰ এটা পাব।"

কলিতাৰ চহৰত কেইবাটাও ঘৰ। তাৰে এটা দুমহলীয়া ঘৰ বেঙ্কক ভাৰা দিছে। আন এটা ঘৰত নিয়োগ বিনিময়ৰ কাৰ্যালয়। তেওঁ হেনো মাহেকত বিশ হাজাৰ টকা ভাৰা পায়।

পূৰণ কলিতাৰ কেবাখনো জীপ গাড়ী। তেওঁ নিজেই জীপগাড়ী চলাই মোক মালবস্তুৰে সৈতে তেওঁৰ ভাৰাঘৰটোলৈ লৈ গ'ল। চাৰিটা কোঠাৰ ঘৰ। পানীৰ ব্যৱস্থা ভাল। সন্মুখত ফুলনি

এখনো আছে।

সকলোবোৰ দেখুৱাই তেওঁ ক'লে, "পৰিয়ালটো আহে মানে এই পালেংখনতে শুব পাৰিব। আজি কিন্তু খোৱা-বোৱা চাৰ্কিট হাউছত কৰিলে নহ'ব। মোৰ তাত খাব লাগিব। বিশ্বও আহিব। মই ইয়াৰ পৰা লৈ যামহি।"

তেওঁ মোক জীপেৰে চহৰৰ পৰা দহ মাইল আঁতৰলৈ লৈ গ'ল। সোণাই নৈৰ পাৰৰ এখন আত্মসন্তুষ্ট গাঁও। তাতে তেওঁৰ নিগাজী ঘৰ। চহৰত তেওঁৰ ইমানবোৰ ঘৰ আছে যদিও তেওঁ গাঁৱতহে থাকে। তেওঁ বাটত কৈছিল, "চহৰ ব্যৱসায়ৰ ঠাই, থকাৰ ঠাই নহয়।"

গাঁৱলৈ তেওঁৰ অদ্ভুত মোহ। আচলতে ইয়াত মোহ যাবলগীয়া কেইবাটাও বস্তু আছে। উত্তৰে সোণাই নৈ। এতিয়া খৰস্রোতা নহয়, নিশ্চল। তথাপি মনোৰম। পাৰ দুটা ওখ। তাত বিধ বিধ গছ আৰু চৰাই। বাঢ়েটোকাৰ পৰা সখিয়তীলৈকে। চৌদিশে বিস্তীৰ্ণ পথাৰ। তাত সেউজীয়া ধাননিৰ নাচোন। কলিতাই ক'লে যে সোণপৰীয়া পথাৰবোৰত বহুপ্ৰকাৰৰ ধান হয়। বেছি দ' পথাৰত বাও, বাকীবোৰ মাটিত শালি। কিছুমান দ' মাটিত আকৌ দলনি।

বাৰিষা পাৰ হৈছে মাথোন। ভাদৰ মাজভাগ। পথাৰৰ কোনো অংশত বৰটোকোলা আৰু বগলী। তেন্তে পথাৰত পানী আছে আৰু পানীত নিশ্চয় মাছ আছে। পথাৰবোৰৰ সদায় এটা নিজস্ব ধ্বনি আছে। এই ধ্বনি মাজে মাজে ৰোৱনী-দাৱনীৰ, গৰু-গাইৰ নাইবা খেতিয়কৰ। কেতিযাবা একেলগে সকলোবোৰৰে। এতিয়া আকৌ ধাননি-দলনি নচুৱাই তোলা বতাহৰ, ডাউক-কামচৰাইৰ আৰু জাক পাতি উৰি থকা শৰালিৰ।

পথাৰৰ এনে অপৰূপতাত মুগ্ধ হৈ ক'লোঁ, "মোৰ যদি এনে এখন জীপ থাকিলেহেঁতেন, মই আপোনাৰ গাঁৱৰ পৰাই অহা-যোৱা কৰিলোঁহেঁতেন।"

তেওঁ কিছুপৰ নিমাতে থাকি ক'লে, "দেওবাৰকেইটাত ইযালৈ আহিম বুলি ক'লেই হ'ল। চব ব্যৱস্থা হ'ব।"

বিশ্বজিত আগতেই আহি বহি আছিল। পূৰণ কলিতাৰ সংসাৰখন ডাঙৰেই। এজনী ছোৱালীক অলপতে বিয়া দিলে। পুতেক তিনিটা। আৰু দুজনী ছোৱালী বিয়া দিবলৈ আছে।

তেওঁ গাঁৱৰ ৰজাৰ দৰে থাকে। ইয়াতো তেওঁৰ সম্পত্তি দেখাৰ। চাকৰ-নাকৰো বহুত। তেওঁৰ হাঁহ-কুকুৰাৰ পাম আছে। নতুন ধৰণৰ আহল বহল গোহালি এটাত কেইবাজনীও জাৰ্চি গাই দেখিলোঁ। ঘৰৰ পিছফালে দুটা মাছ পোহা পুখুৰী।

ভূৰি ভোজনৰ পিছত এজনী ছোৱালীয়ে আহি মোক নমস্কাৰ দিলেহি। কিন্তু তাই দেখাতহে ছোৱালীৰ নিচিনা। বয়স যথেষ্ট হৈছে হেনো। তাই পূৰণ কলিতাৰ আশ্ৰয়ত থাকে। তাই সেই গাঁৱৰে প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰৰ নাৰ্ছ। তাইৰ এটা ডাঙৰ অসুবিধা হৈছে। তাইক বদলি কৰিছে। মই মুখ্য স্বাস্থ্য বিষয়াক কথাটো কৈ তাইক আগৰ ঠাইতে ৰাখিব লাগে। মই একো কথা নিদিলোঁ। কাৰণ মুখ্য স্বাস্থ্য বিষয়াজনৰ লগত মোৰ এতিয়ালৈকে অন্তৰঙ্গতা গঢ়ি উঠা নাই।

পিছদিনা বিশ্বজিতক পাই সুধিলোঁ, "কলিতা ইমান ধনী হ'ল কেনেকৈ?" সি ক'লে, "প্ৰায়বোৰ অসমীয়া মানুহেই কষ্ট নকৰে। যি কষ্ট কৰে, তাৰ টকা-পইচা, সা-সম্পত্তি হয়েই।'

এইটো একো উত্তৰ নহ'ল। কষ্ট কৰা মানুহ বহুত দেখিছোঁ। আমাৰ অসমীয়াৰ মাজতো। কিবা

কথা আছে নিশ্চয়। কিবা গোপন কাৰবাৰ আছে নেকি?"

"মানুহটো অতি সাধাৰণ অৱস্থাৰ পৰা ডাঙৰ হোৱা মানুহ। অসম্ভৱ কষ্ট কৰিব পাৰে। কপালো ভাল আছিল। দোপতদোপে উঠি গ'ল।"

"খুব ভাল ঠিকাদাৰ নেকি?"

"ডাঙৰেই। গুৱাহাটীৰ অনিৰুদ্ধ ওজাক চিনি পাব নহয়? এৰোঁ ওজাৰ সমানেই প্ৰতাপী ঠিকাদাৰ। কিন্তু মানুহটোৱে কোনোমতেহে চেকত চহীটো দিব পাৰে। পঢ়িবলৈ সুবিধাকে নেপালে।"

"অ' তেনেহ'লে যোৰহাটৰ কুৰুৱা মিস্ত্ৰীৰ দৰে। তেৰোঁ 'ক' ৰ চুকটো চিনি নোপোৱা মানুহ। পঞ্চাশ-ষাঠি লাখ টকাৰ ঠিকাহে লয়। অলপতে চাহ বাগিচা এখনো কিনিলে।"

চহৰলৈ স্বাস্থ্যমন্ত্ৰী আহিছিল। তেওঁ পূৰণ কলিতাক খাটিৰ কৰে। তেওঁ সন্ধিয়া কলিতাৰ গাঁৱৰ ঘৰত আলহী হৈছিল। কলিতাৰ ক্ষমতাও প্ৰচুৰ। কিন্তু তেওঁক কেৱল টকাকে গুৰুত্ব দিয়া মানুহ বুলি ক'ব নোৱাৰি। নিজে পঢ়া-শুনা কৰিব নোৱাৰিলে কাৰণে শিক্ষিত মানুহলৈ তেওঁৰ খুব শ্ৰদ্ধা। তেওঁ নুমলীয়া ল'ৰাটোক ব্যৱসায়ত নামিবলৈ দিয়া নাই। সি গুৱাহাটীত থাকে। এম এ পাছ কৰি এতিয়া আইন মহাবিদ্যালয়ত পঢ়ি আছে। মাজু ল'ৰাটোৱে স্থানীয় উচ্চতৰ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা কৰে। ডাঙৰটো পুতেকেহে বাপেকৰ লগ হৈ ব্যৱসায় কৰিছে।

এইখন চহৰতে পূৰণ কলিতাৰ জোঁৱাযেক থাকে। তেওঁ ইয়াৰে এখন মহাবিদ্যালয়ৰ অধ্যাপক অৰ্থাৎ প্ৰবক্তা। কিন্তু কলিতাই এদিনো তেওঁৰ কথা উল্লেখ কৰা নাই। ছোৱালীয়ে হেনো নিজে ঠিক কৰা দৰা। হয়তো তেওঁ জোঁৱাযেকক পছন্দ নকৰিবও পাৰে। হয়তো জোঁৱায়েকে তেওঁক বেযা পাব পাৰে। কিছুমান মানুহ আছে যি কোনো বিদ্বেষৰ কাৰণ নেথাকিলেও ধনৰ ধান্দাত ঘূৰি ফুৰা মানুহক ভাল নেপায়।

প্ৰবক্তাজনৰ নাম শোভন বৰা। নগাঁও জিলাৰে মানুহ। কলিতাৰ জীয়েকজনীৰ নাম কৰবী। শোভনে মহাবিদ্যালয়খনত কাম কৰাৰ আগতে পূৰণ কলিতাৰ গাঁৱৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত কাম কৰিছিল। তেতিয়াই বি এ পাছ কৰি ঘৰতে থকা কৰবীৰ লগত প্ৰণয়ঘটিত বিবাহ। পিছত পূৰণ কলিতাৰ চেষ্টাতে নগাঁৱৰ এখন মহাবিদ্যালযত সোমায়। শোভন বৰাক এদিন মই সভা এখনত লগ পাইছিলোঁ। কলিতাৰ জোঁৱায়েক কাৰণে মই অন্তৰঙ্গ হ'বলৈ চেষ্টা কৰিও বিফল হৈছিলোঁ। সেইদিনাৰ পিছত তেওঁৰ লগত মোৰ কেবাদিনো দেখাদেখি হৈছে যদিও আমি কোনেও কাকো মতা নাই।

এমাহমানৰ আগৰ কথা। কৰবী ভালেমান দিনৰ মূৰত বাপেকৰ ঘৰলৈ আহিছিল। কিন্তু এদিন থাকিয়েই উভটি আহিছিল। তাই মাকৰ ডিঙিত ধৰি ৰাউচি জুৰি কান্দিছিল। মাকেও কান্দিছিল। ইয়াৰ কি কাৰণ হ'ব পাৰে কোনেও ক'ব পৰা নাছিল। আনকি বিশ্বজিৎ বৰায়ো।

ভাৰাঘৰটো লোৱাৰ প্ৰায় এমাহৰ পিছত এদিন আবেলি মই বৰ আচৰিত হ'লোঁ। পূৰণ কলিতা জীপ এখনৰ পৰা নামি ধলং পলংকৈ মোৰ ঘৰৰ ফালে আহি আছে। মই বাৰাণ্ডাত বহি আছোঁ। তেওঁ মোৰ ওচৰলৈ আহি লাহে লাহে ক'লে, "আহক ভিতৰতে কথা হওঁ।"

মানুহটোক অপ্ৰকৃতিস্থ বুলি ক'ব পাৰি। তেওঁ এগিলাচ পানী বিচাৰিলে। পানীগিলাচ খাই মোৰফালে ভালেমান পৰ চাই থাকিল। তাৰ পিছত ছোফাখনত দীঘল দি পৰিল। মই মাত্ৰ তেওঁৰ অস্বাভাৱিক ব্যৱহাৰবোৰহে চাই ৰ'লো।

এনেতে ড্ৰাইভাৰটো সোমালহি। সি বাতৰিকাকতেৰে আবৰা বটল এটা টেবুলৰ ওপৰত থৈ

সুধিলে, "ছাৰ, মই এতিয়া কি কৰিব লাগে?" তেওঁ ক'লে, "ঘৰত কথাটো ক'গৈ। ক'বি— লগে লগেই তাই শেষ। মুখখনৰ চাব নোৱৰা অৱস্থা হৈছে। সিহঁত আহিব নেলাগে। ঘৰতে কান্দি-কাটি থাওক। আচল কথাটো নক'বি।"

কথাখিনি শুনি মই একো ধৰিব নোৱাৰিলোঁ। ইয়াকে মাত্ৰ বুজিলোঁ যে ক'ৰবাত কিবা এটা নিশ্চয় গুৰুতৰ ঘটনা ঘটিছে। কাৰণ পূৰণ কলিতা সাধাৰণ বিপদত বিচলিত হোৱা বিধৰ নহয়।

তেওঁ টেবুলত থকা বটলটো হাতত ল'লে। লিপিট খাই থকা বাতৰিকাকতৰ আৱৰণটো গুচোৱাত এটা স্কচৰ বটল ওলাই পৰিল। তেওঁ ক'লে, "ল'ৰাটোক মাতিবনে?"

ল'ৰাটো ঘৰত নাছিল। তাক মাতিব লাগে নিশ্চয় গিলাচ এটা আৰু পানীৰ জগ এটা আনি দিবলৈ। গতিকে মই ভিতৰৰ পৰা তাকে আনি দিলোঁ।

তেওঁ একে পাকে বটলটোৰ সাঁফৰ খুলিলে। এইবাৰ তেওঁক কিছু স্বাভাৱিক হোৱা যেন লাগিল। তেওঁ সুধিলে, "আৰু এটা গিলাচ নানিলে দেখোন?" মই "হ'ব হ'ব, আপুনি খাওকচোন" বুলি কোৱাত তেওঁ ক'লে, "এইবোৰ আপোনাৰ নচলে হ'বলা। তেন্তে ডাক্তৰ মোক ক্ষমা কৰক, এইবোৰ বলিয়ালি কৰাৰ বাবে। উপায় নাই। কিজানি মনটো অলপ থিৰ হয়েই। মই এইমাত্ৰ বৰজীয়ৰীক চাই আহিছোঁ, শেষবাৰলৈ। জিলা স্বাস্থ্য বিষযাক কৈ আহিছোঁ। কেৱল আপুনিহে কামটো কৰিব লাগিব। এইখন কাগজ। আপুনি এতিয়াঁ যাব লাগে। মই নেযাওঁ । এইখন ছোফাতে দুগিলাচমান খাই শুই থাকিম, যদিওবা টোপনি আহে। প'ষ্টমৰ্টেম? মাৰ্দাৰ? চুইচাইদ? তাইৰ কাল হ'ল তাইৰ স্বামী, মোৰ মৰমৰ জোঁৱাই। ডাক্তৰ, আপুনি শিক্ষিত, মোৰ পিছে স্কুললৈকে যাবলৈ নহ'ল। বেয়া নেপাব, যদি এযাৰ কথা কওঁ। শিক্ষাই কিজানি পোহৰ নিদিয়ে, অন্ধকাৰখিনি বেছি ঘনহে কৰে কিজানি। শোভন শিক্ষিত। এম এ-বিলাকক শিক্ষিত নুবুলি নিৰক্ষৰ বুলিম নে?"

"কলিতাদেৱ, আচলতে কি হৈছে খোলোচাকৈ কওকচোন। মই আধা-আধিহে বুজিছোঁ।"

"এৰা প'ষ্টমৰ্টেম বুলি ক'লেইটো নহ'ব। শুনক, মোৰ ছোৱালী কৰবীয়ে হেনো চাহ কৰিছিল। তাইৰ শাৰীত জুই লাগিল। তাইৰ চিঞৰ শুনি ওচৰৰ মানুহে আহি দেখিলে, তাই চটফটাই আছে আৰু পাপীয়ে চাই আছে। তাই বেছি পৰ জীয়াই নাথাকিল, ডাক্তৰ। এৰা, জীয়াই নেথাকিল। মই খবৰ পাই গ'লোঁ। ধৈৰ্য নেহেৰুৱালোঁ। মোৰ গ'ম পাবলৈ টান নহ'ল। তাইক মৰিয়াই অচেতন কৰি পিছত শাড়ীত জুই লগাই দিয়া হৈছে। তাই চাহ কৰে গেছত। তেন্তে কোঠাত কেৰাচিন তেলৰ গোন্ধ কিয়?"

কলিতাই ডাঙৰ পেগ এটা ঢালি সামান্য পানী যোগ দি একে শোহাই ভালেখিনি মদ খালে। পিছত আকৌ ক'লে, "সি কিয় এই কাম কৰিলে জানে? কাৰণ তাৰ শহুৰ খুব ধনী মানুহ, তেওঁৰ এজোপা ধনৰ গছ আছে। জোকাৰিলেই ধন সৰি পৰে। সি ইয়াকে ভাবে। এইটোৱেই একমাত্ৰ কাৰণ। কথাটো বুজিব পাৰিছেনে, ডাক্তৰ? উপাৰ্জন নকৰা ধনলৈ তাৰ বৰ লোভ। কৰবীৰ হতুৱাই মোক তাৰ মতলবটো জনালে। ভগবানৰ কৃপাত মোৰ বৰ জোঁৱাইক মই কেবালাখ টকা দিব পাৰোঁ। কিন্তু নিদিলোঁ জানে? তাৰ গোটেই জীৱনটো পৰি আছে। পোনতে জীৱনত কিছু যুঁজ কৰিবলৈ শিকক, কিছু কষ্ট কৰি মানুহৰ বিষয়ে আৰু জটিল জগতখনৰ বিষয়ে জানক। তদুপৰি মোৰ বিশ্বাস, কষ্ট নকৰাকৈ পোৱা ধন, চোৰৰ ধন। মই 'ক'ৰ চুকটো চিনিবলৈ সুবিধা নোপোৱা মানুহটোৱে এইবোৰ কথা ভাবি পাওঁ। কিন্তু সি অধ্যাপক হৈয়ো নুবুজিলে। তাৰ এইকণ ধৈৰ্যও নহ'ল। সি ছোৱালীজনী পুৰি মাৰিলে, উস্ পুৰি

মাৰিলে।"

শোকাতুৰ পিতৃজনক সান্ত্বনা দিবলৈ মই একো উপায় বিচাৰি নাপালোঁ। কলিতাই খপ্‌জপ্‌কৈ মদ পুনৰ ঢালিলত বটলটো তলত পৰি ভাগিল। গোটেই কোঠাটোত এতিয়া মদৰ গোন্ধ। মই মাথোন ক'লোঁ, "ঠিক আছে, ঠিক আছে। ল'ৰাটোৰে চব ঠিক কৰিব।"

তেৰোঁ হয়তো বটলটো ভগাৰ কাৰণে অকণো গুৰুত্ব নিদিলে। হয়তো মদৰ প্ৰতি তেওঁৰ বিশেষ দুৰ্বলতা নাই।

"আপুনি কৰবীক প'ষ্টমৰ্টেম কৰাৰ আগতে আৰু এষাৰ কথা কৈ লওঁ, ডাক্তৰ।"

ইয়াকে কৈ তেওঁ মোৰ ওচৰত থিয় হৈ আকৌ ক'লে, "সি পাৰগুই মোক অকণো জানিবলৈ চেষ্টা নকৰিলে। তাকে কৰাহেঁতেন কৰবী নমৰিলহেঁতেন। জীৱনত মইতো কম কষ্ট কৰা নাছিলোঁ। তাৰ বয়সত মই কান্ধত ভাৰ বৈ গাঁৱে গাঁৱে বস্ত্ৰ বেচিছিলোঁ,— ধপাত, মণিহাৰী বস্ত্ৰ আৰু বাচন বৰ্তন। সিতো মোৰ বিষয়ে এইবোৰ কথা শুনিছে!"

তেওঁৰ চকুত জুই। এয়া যেন তেওঁৰ সন্তাপৰ উক্তি নহয়, এয়া এক শ্ৰেণী শিক্ষিত লোকৰ প্ৰতি যেন আক্ৰোশমূলক প্ৰতিবাদহে। তেওঁৰ চকুৰ পৰা ওলোৱা জুইকুৰাত যেন মই এতিয়াই ভস্ম হৈ যাম।

মই ভিতৰলৈ গ'লোঁ। পোছাকটো পিন্ধি ল'লোঁ। সা-সঁজুলি থকা বাকচটোও হাতত ললোঁ। তেওঁৰ ওচৰ পালোঁহি। তেওঁ চাৰিওফালে চাই মোক ক'লে, "মোৰ ওচৰত খন্তেক বহক, ডাক্তৰ।"

মই তেওঁৰ নিচেই কাষতে একেখন ছোফাতে বহিলোঁ। তেওঁৰ পৰা আৰু কেইটামান অকল্পনীয় কথা শুনিবলৈকে মই কাণ পাতি ৰ'লোঁ। তেওঁ মোৰ গাত হাত ফুৰাই ক'লে, "ডাক্তৰ, আপুনি মোৰ নিজৰ ল'ৰাৰ দৰেই। পোনতে দেখাৰ দিনাই এনে লাগিছিল। আপোনাৰ পিতৃৰ সমনীয়া এই দুৰ্ভগীয়াৰ এটা অনুৰোধ ৰাখিবনে?"

"কওকচোন।"

"নহয়, আগতে কথাটো ৰাখিম বুলি কৈ ল'ব লাগিব।"

"ৰাখিম।"

"ডাক্তৰ আপুনি যদি ডাক্তৰী লাইনত থাকি 'প্ৰফেছন'ত ফাঁকি দিয়া নাই, আজি তেন্তে অলপ ফাঁকি দিব লাগিব। সত্য বৰ শ্ৰদ্ধাৰ বস্তু। কিন্তু মিছাও মাজে মাজে প্ৰয়োজনীয়। এনে অভিজ্ঞতা আছেনে?"

"আপুনি আকৌ নুবুজা সাঁথৰ হৈ পৰিল।"

"তেনেহ'লে, ডাক্তৰ, সংক্ষেপতে শুনক। তাই যে শাড়ীত জুই লগাৰ বাবে মৰা নাই, আপুনি চায়েই ধৰিব পাৰিব। একেবাৰে আঁচনি মতে হত্যা। কিন্তু ডাক্তৰ, মোৰ মুখলৈ চাই প'ষ্টমৰ্টেমত লিখিব লাগিব— পূৰা দুৰ্ঘটনা, হঠাতে জুই লাগি যোৱা ঘটনা বুলি লিখিব লাগিব। গাটোৰ এফালতকৈ বেছি অংশত জুয়ে ছাল এৰুৱালেই বোলে মানুহ মৰে।"

"শেহত শোভন বৰাক বচাবলৈ?"

"হয় ডাক্তৰ। মইতো পশু হ'ব নোৱাৰোঁ। হেজাৰ হওক, সি মোৰ জোঁৱাই। এদিন তাক নিজৰ পুত্ৰৰ দৰে মৰম কৰিছিলোঁ।"

মই ওলাই আহিলোঁ। পিছলৈ চাই দেখিলোঁ পূৰণ কলিতাই মজিয়াত বহি লৈ ভগা বটলটোৰ কাঁচৰ টুকুৰাবোৰ বুটলিছে।

# চাকৰিৰ প্ৰয়োজন

কিতাপখনৰ নাম 'মেঘনাদ সাহা'। ইংৰাজী কিতাপ। প্ৰখ্যাত পদাৰ্থবিজ্ঞানীজনৰ জীৱনীগ্ৰন্থখন মই অসমীয়ালৈ অনুবাদ কৰি এই মাহৰ ভিতৰতে দিল্লীলৈ পঠিয়াব লাগে। নতুন দিল্লীৰ ৰাষ্ট্ৰীয় গ্ৰন্থন্যাসলৈ। ইয়াৰ সঞ্চালকে দুবাৰ কথাটো মোক সোঁৱৰাই দিছে। পিছে এইটো মাহতো মই কামটো কৰিব পাৰোঁনে নাই ঠিক নাই। অথচ পাণ্ডুলিপি দাখিল কৰাৰ দিন উকলি যোৱা দুমাহ হ'ল। মই কামটো হাতত নল'ম বুলিয়েই ভাবিছিলোঁ। কিন্তু বিজ্ঞানীজনৰ প্ৰতি মোৰ দুৰ্বাৰ আকৰ্ষণ আছে কাৰণেই কিতাপখন অনুবাদ কৰা দায়িত্ব লৈ ভাল কামেই কৰিছোঁ বুলি ভাব হ'ল। তেখেতক মই দুবাৰ কলিকতাত দেখিছিলোঁ। তেতিয়া তেখেত পাৰমাণৱিক আযোগৰ সভাপতি আছিল। এবাৰ তেখেতক তেখেতৰ প্ৰিয় ছাত্ৰ কেইজনমানে এনেকৈ সুধিছিল, "ছাৰ আপুনি এজন ডাঙৰ বিজ্ঞানী। কিন্তু কেইবছৰমানৰ পৰা ৰাজনীতি কৰি আছে কিয়?" প্ৰশ্নটো শুনি তেখেত খুব গহীন হৈ পৰিছিল। তেখেতে প্ৰশ্নটো উত্তৰ নিদিব বুলিয়েই ছাত্ৰ কেইজনে ধৰি লৈছিল। তেওঁলোকে ভাবিছিল যে, প্ৰশ্নটোৱে তেওঁক অসন্তুষ্ট কৰিছিল। পিছে তেখেতে কিছু পৰ তভক মাৰি ৰৈ লাহে লাহে কৈছিল, "দেশৰ সকলোৱে সমান সুবিধা পাব লাগে। সেয়ে ৰাজনীতিৰ উদ্দেশ্য হ'ব লাগে। কিন্তু চোৱা, মই হয়তো কিবা কাৰণত এনে এটা মানুহ হ'লোঁ। সুবিধাৰ অভাৱত মোতকৈ বেছি গুণ থকা ল'ৰা শেষ হৈ যাব বা গৈছে, তাৰ খবৰ জানো আমি ৰাখিছোঁ? মোৰ যে জীৱনৰ পহিলাছোৱাত যি অবৰ্ণনীয় দুখ হৈছিল, এতিয়া তাকে ভাবিলে ভয় লাগি যায়।"

সেই আখ্যানটো জনাৰ পিছত এই বিজ্ঞানীজনলৈ মোৰ বিশেষ আকৰ্ষণ হ'ল। গাঁৱৰ সাধাৰণ দোকানী এজনৰ ল'ৰা মেঘনাদক বাপেকে হাইস্কুলতো পঢ়ুৱাব খোজা নাছিল। শিক্ষকসকলৰ অনুৰোধতহে ল'ৰাটোক স্কুলৰ পৰা এৰুওৱা নাছিল। সেই কালছোৱাত মেঘনাদৰ কষ্টৰ কথা জীৱনী গ্ৰন্থখনিত সুন্দৰকৈ বৰ্ণনা কৰা আছে।

গ্ৰন্থখনিৰ সেই অংশ অনুবাদ কৰি বেছ ভাল লাগিছিল। কিন্তু এফাল অনুবাদ কৰাৰ পিছত দুটা নতুন ধৰণৰ আহুকাল আহি পৰিল। মই আন এটা জীৱিকা গ্ৰহণ কৰিলোঁ। স্থানৰো পৰিবৰ্তন ঘটিল। মই বৰ অসুবিধাত পৰিলোঁ। খোৱা-লোৱাত বৰ অসুবিধা হ'ল। মাজে মাজে হোটেলত খাবলগীয়া হ'ল। ভাৰাঘৰটো নিজে চাফ-চিকুণ কৰি ৰাখিবলগীয়া হ'ল। এয়ে মোক কামৰ অগ্ৰগতিত বাধা দিলে। 'মেঘনাদ সাহা'ৰ অসমীয়া পাণ্ডুলিপি সময় মতে দাখিল নকৰাৰ বাবে মোলৈ সঘনে দিল্লীৰ পৰা তাগিদা আহি থাকিল।

এনেতে অৱশেষ মোৰ দুখ লাঘৱ কৰাৰ এটা উপায় বিচাৰি পালোঁ। মোৰ কাৰ্যালয়ত এটা

পিয়নৰ চাকৰি ওলাল। সেই খবৰ পোৱাৰ লগে লগে ভালেমান ডেকা ল'ৰাই মোক লগ পাবলৈ ধৰিলে। সিহঁতৰ সাক্ষাতকাৰো ল'লোঁ। বহুত ভাবি-চিন্তি এটা নিমাখিত ধৰণৰ ডেকা ল'ৰা বাছি ল'লোঁ। সি মোৰ লগত থাকিবলৈকো ৰাজি হ'ল। মোৰ ঘৰত থকা মানে মোৰ ৰন্ধা-বঢ়া আদি কাম কৰা। অৱশ্যে বেছি কাম নহয়। ঘৰত কেৱল মইহে। পৰিয়ালটো আমাৰ ঠাইতে আছে।

ল'ৰাটোৰ নাম গৌতম। কথা খুব কম কয়। সুধিলেহে কথাটো অনিচ্ছাৰে প্ৰকাশ কৰে। বহু ক্ষেত্ৰত আধা বাক্য একোটা উচ্চাৰণ কৰিয়েই তাৰ কাম চলাই দিয়ে। ভাৰতীয়ই পছন্দ কৰা আচল কামটোলৈকে তাৰ বিতৃষ্ণা। সেই কামটো হ'ল জোখতকৈ বেছি কথা কোৱা, ৰাতি সাত হাল বোৱা, দিনত হ'লে এহালো নোবোৱা।

অৱশ্যে সেই কাৰণে মোৰ সুবিধাও হৈছে। গৌতমৰ চৰিত্ৰ আৰু এটা গুণ বা বদগুণ দেখিলোঁ। ডেকা ল'ৰাটোৰ কোনো লগ নাই। সি লগৰ পিয়ন-চকীদাৰকেইটাৰ লগত কথা পাতি আজৰি সময়কণ কটোৱাটো মোৰ চকুত পৰা নাই। মোৰ ঘৰতো কোনো পিয়ন-চকীদাৰ তাক লগ পাবলৈ নাহে। সি কেনেকৈ যে ইমান নিমাও-মাওকৈ সংগবিহীনভাৱে থাকে তাকে লক্ষ্য কৰি মাজে-মাজে মই আচৰিত হওঁ।

এবাৰ অৱশ্যে সি মোৰ দোষ লগালে। দৰমহা পোৱাৰ পিছত তাক ঘৰলৈ পঠালোঁ। যাবৰ সময়ত তাক এনেকৈ সাৱধান কৰি দিলোঁ, "এতিয়া তোৰ বয়স হৈছে। তোৰ নিজৰ বাবে টকা সাঁচিব লাগিব। গতিকে গোটেইবোৰ টকা অগুহী-বগুহীক দি নাহিবি। ইয়াত তোৰ খৰচেই নাই। অহা মাহৰ পৰা টকা বেংকত জমা থ'বি।"

ইমান ভাল উপদেশ দি সহৃদয়তা দেখুওৱা সত্ত্বেও তাৰ মুখত কৃতজ্ঞতাৰ চিন বা কোনো ধৰণৰ প্ৰতিক্ৰিয়া বিৰিঙি নুঠিল। তাৰ মুখখন সদায় ভাবলেশহীন। সি যেন এটা ৰ'বটহে, কাম কৰা এটা যন্ত্ৰচালিত কায়াহে।

সি তাৰ ঘৰলৈ গৈ দুদিনৰ পিছত ঘুৰি নাহিল। সাত দিনৰ পিছতহে ওলালহি। এই সাত দিনত মেঘনাদ সাহাৰ জীৱনীখনৰ এটা পৰিচ্ছেদো অনুবাদ কৰিব পৰা নাছিলোঁ। নিজে ঘৰ চাফা কৰিবলগীয়া হ'ল, চাহ বনাই খাবলগীয়া হ'ল, ভাত খাবৰ কাৰণে আধা মাইল আঁতৰত থকা হোটেললৈ যাবলগীয়া হ'ল।

গৌতম সাত দিনৰ পিছত ঘৰ ওলালত মোৰ বেয়াকৈ খং উঠিল। মই এনেকৈ গৰ্জি উঠিলোঁ, "তহঁতৰ দৰে মানুহবোৰক মৰম কৰি লাভ নাই। মই তোক ঘৰলৈ নপঠিয়াবও পাৰিলোঁহেঁতেন। কিন্তু তই ইয়াকে বুজি নেপালি। তোৰ কিয় ইমান দেৰি হ'ল? মইতো তোক তোৰ সুবিধাৰ কাৰণে ৰখা নাই, ৰাখিছোঁ মোৰ সুবিধাৰ কাৰণে, অফিচৰ সুবিধাৰ কাৰণে। এনেকৈ হ'লে আৰু কিমান দিন চাকৰি কৰিবি?"

মোৰ কটু বাক্য শুনি তাৰ মুখত বিৰক্তি ফুটি উঠিব লাগিছিল। কিন্তু সেইখন মুখত কোনো ধৰণৰ অনুভূতি নাই। সেইখন মুখ নহয় যেন ল'ৰা-ছোৱালীয়ে আঁকা এটা মুখাহে। অৱশ্যে মই ককৰ্থনা কৰাৰ সময়ত সি তললৈ চাই আছিল।

তাৰ প্ৰতিক্ৰিয়াহীন স্থিতিয়ে মোক আৰু খং তোলালে। তাৰ ওচৰলৈ গৈ ডাঙৰ-ডাঙৰকৈ ক'লোঁ, "ডাঙৰে কিবা এটা সুধিলে জবাব দিব লাগে। কিয় দেৰি হ'ল নকবা কিয়?"

অৱশেষত সি মাত লগালে, "ভনীজনীৰ জ্বৰ।"

আকৌ এটা বাক্য। ভনীয়েকৰ কিমান জ্বৰ, যোৱা-থোৱা অৱস্থানে, তাকেতো সি ক'ব পাৰিলেহেঁতেন। কিন্তু মোক সন্তুষ্ট কৰা উত্তৰ এটা দিবলৈ সি চেষ্টা নকৰিলে। গতিকে মই প্ৰশ্ন কৰি আচল কাৰণটো বাহিৰ কৰিবলৈ চেষ্টা কৰিলোঁ।

"কেনেকুৱা জ্বৰ?"

"ডাঙৰ।"

"ডাক্তৰে কি কৈছিল?"

"ডাক্তৰ নাই।"

'ডাক্তৰ নাই'ৰ অৰ্থ এয়ে হ'ব পাৰে যে, বাইহাটাৰ পৰা কুৰি মাইল নিলগৰ তাৰ গাঁওখনলৈ ডাক্তৰ নেযায় বা তাত ডাক্তৰ পোৱা নেযায়।

"কি দৰব খুৱালি?"

"বেজৰ।"

"এতিয়া উঠা-বহা কৰিব পাৰে?"

"নোৱাৰে।"

"ভনীয়েৰাৰ কিমান বয়স?"

"চৈধ্য।"

"ঘৰত তাইক জঞ্জাল বুলি ভাবিযেই চিকিৎসা কৰোৱা নাইনে কি?"

"চিকিৎসা হ'ব এতিয়া।"

গৌতমৰ মুখত এয়ে প্ৰথম এটা সম্পূৰ্ণ বাক্য শুনিবলৈ পালোঁ।

"তই পইচা দি আহিছ কাৰণে?"

"হয়।"

শুকান জেওবাৰ খৰিৰ পৰা ৰস উলিওৱা আৰু আমাৰ গৌতম ভট্টাচাৰ্যৰ পৰা কথা উলিওৱা একে কথা। মই তাক একো নুসুধিলোঁ। মোৰ খং মাৰ গ'ল। সি কামতে লাগি গ'ল।

মই তাৰ কামত সন্তুষ্ট। তাৰ দৰে নিমাখিত ল'ৰা এটাৰ সলনি আন এটা হোৱাহেঁতেন মোৰ বৰ কষ্ট হ'লহেঁতেন। ভাৰাঘৰত অকলে থকা মানুহ এটাক কষ্ট নোপোৱাকৈ ৰাখিবলৈ যে ইমানবোৰ কাম কৰিব লাগে, গৌতমক কাম কৰা লক্ষ্য কৰিহে ধৰিব পাৰিলোঁ। সি পুৱা শোৱাৰ পৰা উঠিয়েই চাহ কৰে। পিছত ঠাই চাফা কৰে। কুঁৱাৰ পৰা বাল্টিৰে পানী তুলি গা-ধোৱা কোঠাৰ চৌবাচ্চাটো পানীৰে পুৰাব লাগে। তাৰ পিছত গাখীৰৱালাৰ পৰা গাখীৰ লৈ পগাব লাগে। চাকি আটাৰে শুকান ৰুটি আৰু শাক-পাচলিৰে তৰকাৰী বনাব লাগে। সি প্ৰাতঃভোজনৰ পিছত ৰন্ধা-বঢ়াত লাগি যায়। চাৰে নটাত নিজে খাই-বৈ অফিচলৈ যোৱাৰ আগতেই হট কেচত মোলৈ খোৱা বস্তু থৈ যায়।

সি মোক একো ঘৰুৱা কাম কৰিবলৈ সুযোগ নিদিয়ে। পুৱা মোৰ বিছনাখন সিযে জাৰি-জোকাৰি পাৰি থয়। আঁঠুৱাখনো সামৰি থয়।

বেলি বহাৰ আগতে অফিচৰ পৰা আহি সি মই খাই এৰি থৈ যোৱা বাচন-বৰ্তনকেইটা ধোৱে। তাৰ পিছত আধা মাইল আঁতৰত থকা বজাৰখনৰ পৰা বজাৰ কৰি আনি ৰন্ধা-বঢ়াত লাগি যায়। ৰাতি

ন বজাত মই ভাত খাওঁ। মই ভাত খাই থাকোঁতে মাজতে মোক আৰু কিবা লাগিব নেকি বুলি সোধেই। মই একো নেলাগে বুলি ক'লে সি ভাত খোৱা আৰম্ভ কৰে। তাৰ পিছত বাচন-বৰ্তন ধুই অলপ পৰ বাৰাণ্ডাত বহি থাকে। তাৰ পিছত আহি মোৰ বিছনাৰ বেড কভাৰখন আঁতৰাই জাপি-কুচি ওচৰৰে চকীখনৰ ওপৰত থয়। আঁঠুৱাখন তৰি দি শুবলৈ যায়।

মোৰ ভাৰাঘৰটোৰ পৰা অলপ আঁতৰতে চিনেমা হল এটা আছে। তাত বহুদিনৰ পৰা 'বেদেৰ মেয়ে জোৎস্না' নামৰ বাংলা ছবিখন চলি আছে। এই ছবি নোচোৱা ডেকা-গাভৰু গুৱাহাটীত নাই বুলিয়েই ক'ব পাৰি। কিন্তু আমাৰ গৌতমে এদিনো চিনেমা চাবলৈ যাওঁ বুলি মোৰ পৰা অনুমতি লোৱা নাই।

কামৰ মাজতে সি অলপ আজৰি পায় নিশ্চয়। সেইখিনি সময়ত সি তাৰ বিছনাখনত পৰি থকাহে দেখোঁ। পুৰাই হুকাৰে দি যোৱা বাতৰিকাকতখনত সি মাজে মাজে চকু ফুৰাই চাইনে নেচাই জানিব পৰা নাই। মই নথকা সময়ত সি টি ভিটো চাইনে নেচায়, মোৰ জনাটো অসম্ভৱ। কিন্তু মই টি ভি চাই থকাৰ সময়ত সি কোঠাটোলৈকে নাহে।

গতিকে মোৰ মাজে মাজে ভাব হয় যে, আজিৰ দিনত এনে নিৰ্জু বাধ্য ল'ৰা এটা ভাগ্যৰ বলতহে পোৱা যায়।

কিন্তু সাপক চিনিব পাৰি, মানুহ চিনা টান। বুঢ়াসকলে মাজে মাজে এনে উক্তি কৰা আগতে শুনিবলৈ পাইছিলোঁ। তাৰ হাতে হাতে প্ৰমাণ পালোঁ— বাধ্য ডেকা ল'ৰা গৌতম ভট্টাচাৰ্যৰ ক্ষেত্ৰতেই।

সেইদিনা আছিল দেওবাৰ। দিনটো মই ঘৰত নাছিলোঁ। পলাশবাৰীৰ ফালে গৈছিলোঁ। সন্ধিয়া ঘৰ আহি পাই দেখোঁ যে, দেওবাৰ হোৱা সত্ত্বেও আমাৰ ডেকা ল'ৰাজন ঘৰতে আছে। চৌহদত ঘাঁহ কাটিছে।

মই তাক দেখিয়েই ক'লোঁ, "তই আজি ক'ৰবালৈ যাবলগীয়া আছে যদি যাব পাৰ। মোলৈ ভাত ৰান্ধিব নেলাগে।"

সি একো নেমাতিলে। মই বুজিলোঁ যে, সি ঘৰতেই থাকিব। মই ওলাই আহিবৰ সময়ত তাক ক'লোঁ, মোৰ অহা দেৰি হ'ব পাৰে। এখন দৰ্জা খুলি দৰ্জাত তলা মাৰি তই শুই থাকিবি। মোৰ হাতত চাবি আছে।"

ৰাতি ন বাজি পঁচিশ মিনিট হৈছে মাথোন। মই বন্ধুৰ ঘৰত ভাত খাই জাপৰিগোগৰ নয়নপুৰেদি গণেশগুৰি চাৰিআলিৰ ফালে আহি আছোঁ। বাটত মানুহ নাই বুলিয়েই ক'ব পাৰি। কিছুমান ঘৰৰ ভিতৰত দূৰদৰ্শন চলি থকাৰ শব্দ শুনা গৈছে। এনে শব্দই নিস্তব্ধতা তীব্ৰ কৰিহে তুলিছে।

মই অকস্মাতে চমকি উঠিলোঁ। একেলগে তিনিটা গুলীৰ শব্দ। কি বিপদ। মই এঘৰত আলহী হৈ থকাৰ সময়ছোৱাত কৰবাত সংঘৰ্ষ হোৱাৰ ফলত সমগ্ৰ নগৰতে সান্ধ্য আইন জাৰি হ'ল নেকি? মোকো আইনভংগকাৰী বুলি গুলীয়াব নেকি? মই ভালকৈ পোহৰ দিব নোৱৰা আলিৰ কাষত বাল্বৰ সামান্য পোহৰত দেখিলোঁ যে, এটা মানুহ মোৰ ফালে দৌৰি আহিছে। তাৰ পিছে পিছে বন্দুকধাৰী পুলিচ। মানুহটো মোৰ আগতে হামখুৰি খাই পৰিল। তাৰ দেহটো তেজেৰে লুতুৰী-পুতুৰী হৈছে। সি যন্ত্ৰণাত চিঞৰিছে। মই দৌৰিম নে আগৰ দৰে আহি থাকিম ভাবিবলৈ সময় পোৱা নাই। মই ঘামি-জামি ৰক্তাক্ত দেহটোলৈ চাইছোঁ। তাৰ মৰণ যন্ত্ৰণা চাই-চাই আৰু কিমান পৰ ৰৈ থাকিম? মই উদভ্ৰান্ত।

মোৰ চেতনাই ক্ৰিয়া কৰা নাই।

এনেতে পিষ্টলধাৰী পুলিচ বিষয়া এজনে পৰি থকা দেহটোলৈ টৰ্চ মাৰিলে। কি বীভৎস কাণ্ড! সমস্ত শৰীৰ ৰক্তাক্ত। তাৰ মুখেদি তেজ ওলাইছে। এখন কুমলীয়া মুখ। এটা ফুকলীয়া ল'ৰাৰ।

অফিচাৰজনে মোলৈ পেন্দুৱাকৈ চাই ক'লে, "এইবোৰত ইণ্টাৰেষ্ট নল'ব, বুইছে। নিজৰেই বিপদ।" এইবুলি তেওঁ ল'ৰাটোৰ হাতৰ ধমনীৰ স্পন্দন অনুভৱ কৰি ক'লে, "ছালা চেচ।"

ফুকলীয়া ল'ৰাটো এইমাত্ৰ মোৰ আগতে মৰিল। মই সুধিবলৈ বাধ্য হ'লোঁ, "আচলতে কথাটো কি?"

তেওঁ বিতৃষ্ণাৰে কওঁ-নকওঁকৈ ক'লে, "এয়ে দেশ, বুইছে। ইহঁতৰ উত্তগুলিত মানুহ থাকিব নোৱৰা হৈছে। ডকাইতি। বাকীকেইটা সাৰিল।"

মই আৰু সেই ঠাইত নৰ'লোঁ। ঘৰ পালোঁহি। গৌতম ইতিমধ্যে শুইছে। তাক জগোৱাৰ প্ৰয়োজন নহ'ল। মই শুই পৰিলোঁ। কিন্তু টোপনি নাহিল। আনকি দুপৰ নিশালৈকে। বাৰে বাৰে সেই গুলীবিদ্ধ ফুকলীয়া ল'ৰাটোৰ মুখখনে মোক আমনি কৰি থাকিবলৈ ধৰিলে।

জীৱনত মোৰ বাবে এটা দুৰন্ত অভিজ্ঞতা। কি যে দেখিলোঁ! গুলীবিদ্ধ যন্ত্ৰণাকাতৰ এটা দেহ। তাৰ মৰণ যন্ত্ৰণাৰ অসহনীয় ধ্বনি। এই দৃশ্য দেখাৰ আগতে মোৰ মৃত্যু ঘটাই উচিত আছিল।

এতিয়া মই কৰোঁ কি? ৰাতিটো মোৰ কাৰণে দীঘল হৈহে গৈ আছে। ক'ৰবাত মনটো গুঁজি থ'ব পাৰিলোঁহেঁতেন।

তেতিয়াই মোৰ মনত পৰিল ইংৰাজীত লিখা 'মেঘনাদ সাহা'ৰ জীৱনীখনলৈ। এতিযাও এষষ্ঠি পৃষ্ঠা অনুবাদ কৰিবলৈ বাকী আছে। অথচ দিল্লীৰ ৰাষ্ট্ৰীয় গ্ৰন্থ ন্যাসৰ পৰা তাগিদা আহিয়েই আছে। গতিকে মাজনিশা মই কিতাপখনৰ কেইটামান পাত অনুবাদ কৰাৰ কথা ভাবিলোঁ।

কিন্তু অতি আচৰিত কথা যে মই কিতাপখন বিচাৰি নেপালোঁ। দুটা কোঠা চলাথ কৰিলোঁ। কিতাপখন নাই। কোনে নিব পাৰে বাৰু কিতাপখন? পুৱা কিতাপখন টেবুলৰ ওপৰতেই আছিল।

মই লাইটটো নুমুৱাই দিলোঁ, বিছনাতে ইকাটি-সিকাটিকৈ থাকিলোঁ। মই পুলিচ বিষয়াজনৰ দৰে নিৰ্দয় হ'ব নোৱাৰোঁ। মোৰ চকুত অনবৰত এতিয়া সেই মৃত্যু-যন্ত্ৰণাৰ দৃশ্য।

আকাশ অলপ পোহৰ হ'ল। কিন্তু চৰাই-চিৰিকতিবোৰে এতিয়াও সাৰ পোৱা নাই। মই ভাবিলোঁ, একাপ চাহ খোৱাই ভাল হ'ব। ৰন্ধা-বঢ়া কৰা ঘৰটোৰ ক'ত চেনি-চাহপাত আছে মই নেজানো। গতিকে গৌতমকে জগাই দিবৰ কাৰণে তাৰ কোঠালৈ গ'লোঁ। লাইটটো জ্বলাই দিলোঁ। চকু দুটা আঁঠুৱাৰ নিচেই ওচৰলৈ আনি তাক চালোঁ। সি লাল-কাল টোপনিত। তাক জগাই দিবলৈ বেয়া লাগিল। কিন্তু এটা কাণ্ড দেখি মই নিজৰ চকু দুটাকে বিশ্বাস কৰিব নোৱাৰিলোঁ। একতীয়াকৈ শুই থকা গৌতমৰ কাষত কিতাপখন আধা মেলা অৱস্থাত পৰি আছে। মোৰ তৎক্ষণাৎ পৰিস্থিতিটো বুজাত অসুবিধা হ'ল।

মই চাহ খোৱাৰ কথা পাহৰি পেলালোঁ। এতিয়া গৌতমৰ প্ৰতি কৌতূহলে মোৰ সমগ্ৰ সত্তা অধিকাৰ কৰিলে।

মই ধৈৰ্যৰে অপেক্ষা কৰিলোঁ। যথা সময়ত গৌতম শোৱাৰ পৰা উঠিল। সি হাত-মুখ ধুই গেছটো জ্বলাই চাহ কৰাত লাগি গ'ল। সি মোৰ আগত একাপ চাহ দিলেহি।

মই সুধিলোঁ, "সেই কিতাপখন দেখোন তোৰ বিছনাত। তই ইংৰাজী পঢ়িব পাৰ নেকি,

গৌতম?”

সি একো নকৈ মোৰ ওচৰৰ পৰা আঁতৰি যাবলৈ উদ্যত হ'ল। মই আকৌ ক'লোঁ, “নেযাবি বুলি কৈছোঁ নহয়! মোৰ কথাৰ উত্তৰ দে।”

মই তালৈ চালোঁ। সি সম্পূৰ্ণ অপ্ৰস্তুত। ভালেমান সময় পাৰ হ'ল। বজ্ৰ পৰা মানুহৰ দৰে সি নিশ্চল। অৱশেষত সি ক'লে, “মোক কিলাওক ছাৰ, মোক চাকৰিৰ পৰা খেদাওক ছাৰ। মই পিছে আপোনাৰ দৰে পিতৃৰ বয়সৰ মানুহ এজনক যে ফাকি দিলোঁ ছাৰ।”

“তই কি কৈছ, মই একো বুজা নাই। মোৰ সন্দেহ হৈছে তই ভাল পঢ়া-শুনা কৰা ল'ৰা। তই ছবি চাবলৈকে কিতাপখন আঁঠুৰাৰ তললৈ অনা নাছিলি। তাত ছবি নাই আৰু কিতাপখন সহজ ধৰণৰ নহয়। কচোন, তই কিমানলৈকে পঢ়িছিলি?”

“অলপ পঢ়িছিলোঁ ছাৰ। আমাৰ দৰে গৰীবৰনো শিক্ষা লাভ কৰাৰ কি লাভ?”

একোটা দীঘল শব্দ। গৌতমৰ ভাষাত ইমান দখল আছে বুলি কল্পনাই কৰিব পৰা নাছিলোঁ।

মই দেখিলোঁ তাৰ চকুত লোটক। সি ভগা ভগা মাতেৰে ক'লে, “মোক ক্ষমা কৰক ছাৰ। চাকৰি পাবৰ বাবে আপোনাক ফাকি দিছিলোঁ। মনে মনে থাকি মই মোৰ শিক্ষাক লুকুৱাব খুজিছিলোঁ। একো লাভ নহ'ল, ছাৰ। ধৰা পৰি গ'লোঁ।”

মই গৌতমক এতিয়া বেলেগ চকুৰে চাব পৰা হ'লোঁ। মই পুনৰ প্ৰশ্ন কৰিবলগীয়া নহ'ল। সি মনৰ দুখত আপোনা-আপুনি কৈ গ'ল, “মই জানো ছাৰ, ফিজিক্সৰ মেজৰত প্ৰথম শ্ৰেণী পাই বি এছ চি পাছ বুলি কোৱাহেঁতেন আপুনি নিশ্চয় মোক চাকৰিটো নিদিলেহেঁতেন। কিন্তু মোক এই বাৰশটকীয়া চাকৰিটোৱেহে এই কেইমাহ মোৰ ঘৰখন বচাই ৰাখিছে।”

মই আৰু গৌতমৰ মুখলৈ চাব নোৱাৰিলোঁ। মই ব্যথা-কাতৰ। মই চকুহাল মুদি দিলোঁ। গৌতমে নাকৰ পানী উজোৱা শব্দ শুনিলোঁ।

মই খুব সৰু সৰুকৈ ক'লোঁ, “মই তোমাক ক্ষমা কৰিবলৈ কোনো অধিকাৰ নাই, গৌতম। আমাৰ সমাজখনৰো সেই অধিকাৰ নাই।”

অকস্মাতে মোৰ মুখৰ পৰা 'তোমাৰ' শব্দটো ওলাই পৰিল।

গৌতমে সুধিলে, “ছাৰ আপুনি উত্তম ভট্টাচাৰ্যৰ নামটো শুনিছে নহয়? খবৰ কাগজত নিশ্চয় তাৰ কথা পঢ়িছে। সি মোৰ ককাইদেউ আছিল। খুব কষ্টৰে ইঞ্জিনীয়াৰ হৈছিল, ছাৰ। তাৰ বাবে আমাৰ মাটি বিক্ৰী হৈছিল। কিন্তু ছাৰ, পাঁচ বছৰ চাকৰি বিচাৰি নেপাই, সি ডিঙিত চিপজৰী ল'লে ছাৰ।”

মই আৰু তাক একো ক'ব নোৱাৰিলোঁ। তাৰ ওচৰত থিয় হৈ থকাটোৱেই অসহনীয় হৈ পৰিল। মই বাহিৰলৈ ওলাই আহিলোঁ।

# আৰোহী

বিৰক্তি, অস্থিৰতা আৰু এই লজ্জাজনক পৰিস্থিতিটো প্ৰকাশ কৰিবলৈ হয়তো ভালেমান শব্দ আছিল। কিন্তু মোৰ মুখৰ পৰা অকস্মাতে আৰু অজানিতে মাথোন 'ধেৎতেৰি' বুলি সাধাৰণতে আমাৰ পৰ্যায়ৰ মানুহে ব্যৱহাৰ নকৰা শব্দটোহে বাজ হ'ল। বাৰুকৈ বক্তৃতা মঞ্চত বহি থকা আন কোনেও শুনিবলৈ নেপালে।

মই নিজক অলপ-অচৰপ বুজি পাওঁ। সেইবাবে মই আনৰ দৰে অৰ্থাৎ আন কেইজনমান মন্ত্ৰীৰ দৰে দাম্ভিক নহয় বুলি মোৰ ধাৰণা। মই নিজক দেশৰ হৰ্তাকৰ্তা বুলিও নেভাবোঁ।

কিন্তু ইহঁতৰ কাণ্ড-কাৰখানা দেখি বিচুৰ্তি খাইছোঁ। ধেৎতেৰি! তহঁতে এইবোৰ কি কৰিছ? মোক বন্দৰা সজাইছনে, তহঁত বন্দৰা হৈছ?

ভলুকা বাঁহৰ খুঁটা আৰু জাতি বাঁহৰ হলাৰে সজা, ডেৰ হাতমান ওখ, দহটামান মানুহ বহিব পৰা বক্তৃতা মঞ্চত মই, বানমন্ত্ৰী অৰ্থাৎ বান-নিয়ন্ত্ৰণ বিভাগৰ মন্ত্ৰী সাগৰ শইকীয়া গহীন হৈ বহি আছোঁ। ওচৰত মোৰ আদেশত উঠা-বহা কৰা দুটামান মানুহ আৰু দুটামান স্থানীয় লেখত ল'বলগীয়া মানুহ। বান-পীড়িত অঞ্চলত মোক ইয়াৰ ৰাইজে সম্বৰ্দ্ধনা জনাইছে। মেহ্গনি কাঠৰ ফ্ৰেমত আবদ্ধ মুগাৰ কাপোৰত লিখা সম্বৰ্দ্ধনা পত্ৰখন ধনপতি দত্তই পঢ়ি আছে। এইবোৰ মোৰ কথা কোন পাষণ্ডই লিখিলে? হে মহান, হে লোকসেৱক, হে দেশপ্ৰাণ আদি সম্প্ৰতি প্ৰকাশিকাশক্তি হেৰুৱাই পেলোৱা শব্দবোৰে সম্বৰ্দ্ধনা পত্ৰখন সাৰশূন্য কৰি পেলোৱাৰ কথা ধূৰ্ত ধনপতি দত্তই বুজি পোৱা নাইনে? এতিয়ালৈকে অসমত এঘাৰ-বাৰখন মন্ত্ৰীসভা গঠিত হ'ল। অন্ততঃ দুই-আঢৈশ মানুহ মন্ত্ৰী হ'ল। কোনে সময়-বালিত খোজ থৈ যাব পাৰিলে? সকলোৱে মাথোন একো একোখন খেল খেলি থৈ গ'ল, কোনো পেলে, বৰিচ বেকাৰ, মাৰাডোনা হ'ব নোৱাৰিলে।

এতিয়া আকৌ মোক বন্দৰা সজাই এইটো পেটুৱা, গোনা ম'হৰ দৰে গলধন ধৰা, মহাধূৰ্ত হেড্মাষ্টৰ ধনপতি দত্তই এইবোৰ বলকিছে : হে দেশপ্ৰাণ, হে মহান, হে লোকসেৱক ।

এইবোৰ শুনি মোৰ মুখৰ পৰা 'ধেৎতেৰি'ত বাদে তাতকৈ ভাল শব্দ এটা বাজ হ'ব কিয়? মই মনে মনে ভাবিছোঁ বহুত কথাকে। এনেকৈয়ে ইহঁতে আমাক নষ্ট কৰে, দাম্ভিক কৰে, অপৰিণামদৰ্শী কৰে। মই আমোদো পাইছোঁ। হেৰৌ ধনপতিহঁত, তহঁতে মোক বন্দৰা সাজিব পৰা নাই, তহঁতহে বন্দৰা হৈছ। মই সাগৰ শইকীয়া নোমটেঙৰ, সাত বিহুৰ সৈয়াকণী ।

আৱৰ্ত-ভৱনৰ সুসজ্জিত কক্ষ। মোৰ বিভাগৰ কনিষ্ঠ অভিযন্তা আৰু কাৰ্যকৰী অভিযন্তাক কৰ্তৃত্বৰ ভাষাৰে কৈছোঁ বহুত কিবাকিবি শুনিছোঁ। ৰাইজে খোলোচাকৈ কথাবোৰ যাতে কয়, তাকে

ভাবিয়েই আপোনালোকক লগত নিয়া নাছিলোঁ। এতিয়া যি বুজিলোঁ, বান নিয়ন্ত্ৰণৰ ব্যৰ্থতাৰ মূলতে ইয়াৰ নৈ কেইখনো নহয়, চৰকাৰৰ ধনৰ অভাবো নহয়, কাৰিকৰী বিদ্যাৰ কৌশলৰ অভাৱো নহয়, কাৰণবোৰ মাথোন আপোনালোকৰ দৰে মানুহ। সময় মতে মথাউৰি নিৰ্মাণ নহয়, সময় মতে মথাউৰি মেৰামতিও নহয়, ঠিকাদাৰ আৰু আপোনালোকৰ শঠা-মিতিৰালিৰ বাবেই ভুৱা 'বিল' পাছ হয়। এয়ে কি কৰ্তব্যনিষ্ঠা, এয়ে কি শিক্ষাৰ উদ্দেশ্য?

শুনক, আপোনালোকক বদলি কৰিবৰ মোৰ ইচ্ছা নাই। কাৰণ আপোনালোকৰ ঠাইত আন বেছি সাংঘাতিক মানুহ আহি পৰে। গতিকে মই নিৰ্দেশ দিয়া কামকেইটা এই দুমাহত কৰি অতাব লাগিব। তাৰ অন্যথা হ'লে কিন্তু ছাছপেণ্ড নকৰোঁ। কাৰণ আপোনালোকে কেচ কৰি জিকি বেছি তজ্‌বজীয়াহে হ'ব। একোটা চাৰ্জ আনি বৰ্খাস্তহে কৰিম, আই মিন, ডিছমিছেল। তেতিয়াও আপোনালোকে কেচ কৰিব। কিন্তু কেচটোত জিকে মানে পাঁচ-ছবছৰ লাগিব। তেতিয়া মই মন্ত্ৰী হৈ নেথাকিম। কিন্তু এই কেইবছৰৰ যন্ত্ৰণা কম জানো? বছৰবোৰ জানো ঘূৰাই পাব? এশ ডিছ খুড় বি আৱাৰ টেক্‌নিক। তাকে দেখি বহুতে ভয় খাব। আই মিন মাছৰ মাৰ দেখি তিলে বেঁত মেলিব। ডিপাৰ্টমেণ্ট ঠিকঠাক চলিব।

এওঁলোকে মোক কি বুলি ভাবিছে, ক'ব নোৱাৰোঁ। কিন্তু এওঁলোকৰ মুখ দুখন দেখি, স্থিৰ হৈ বহি থকা দেখি অনুমান কৰিব নোৱাৰি যে এওঁলোক আতংকিত হৈ পৰিছে। এই ভাবালেশহীন মুখবোৰ সঁচাকৈয়ে বিভীষিকাসূচক। দেখিলেই প্ৰচণ্ড ওজনৰ ঘোঁচা এটা মাৰিবলৈ মন যায়।

ভজা মাছ এটা মুখত লৈ নিঃশব্দে ওলাই যোৱা মেকুৰী এটাৰ দৰে এওঁলোক মোৰ কক্ষৰ পৰা ওলাই গ'ল। এতিয়া মই আবৰ্ত ভৱনৰ সুবৃহৎ কক্ষত অকলশৰীয়া। এনেকৈ থাকিবলৈকে মোৰ বৰ ভাল লাগিছে। সন্ধিয়া হৈছে। দুৱাৰখনৰ খিলি মাৰিছোঁ। অন্ধকাৰ ভাল লগা নাই। টিউব লাইটটো জ্বলাই দিছোঁ। নৈঃশব্দই আমনি দিছে। লগতে সৰু ট্ৰেনজিছ্‌টৰ ৰেডিঅ'টো আছিল। তাকে বজাইছোঁ। ৰেডিঅ'ই এতিয়া খেতিৰ কথা কৈছে।

এই ঠাইলৈ আগতে কোন আহিছিল বাৰু? মানে এই কোঠাটোলৈ? কালি কোনোবা ঘোচখোৰ বিষয়া ইয়াত আছিল নেকি? এই দুদিন মোক এই কোঠাটোত লগ পাবলৈ আহিছিল গাঁও পঞ্চায়তৰ সভাপতি দ্ৰোণ নেওগ আৰু এম এল এ ৰম্ভা দেৱী। এওঁলোকে নিশ্চয় লগত এই সৰু ভি আই পি বেগটো লগত অনা নাছিল। তেনেহ'লে বেৰত লাগি থকা আলমাৰীটোৰ তলৰ ঠাকটোত এই বাকচটো কোনে থ'লেহি? মই আলমাৰীটোৰ দীঘল ঠাকটোত থকা হেঙাৰডালত পাঞ্জাবি চোলাটো থ'বৰ বাবে দুৱাৰৰ এপাত নোখোলাহেঁতেন এই ধুনীয়া সৰু বাকচটো চকুতেই নপৰিলহেঁতেন।

মোৰ ভয়ো লাগিছে। বাকচটোত কোনোবাই সৰু বোমা-চোমা থৈ দিছে নেকি? আজিকালি আকৌ পত্ৰ বোমাও ওলাইছে। ইয়াত কি আছে জানিবলৈ মোৰ বৰ কৌতূহল হ'ল। কৌতূহলে ভয়টো দমালে। বাকচটো বিছনাৰ ওপৰত ৰাখিলোঁ। ইয়াক খুলিবই লাগিব। চাবি মাৰি থৈছে যদি ইয়াক ভাঙি পেলাব লাগিব। কিন্তু আচৰিত কথা যে, বাকচটো খুলিব পাৰিলোঁ। ইয়াত চাবি মাৰি থোৱা নাছিল।

বাকচৰ ভিতৰখন দেখি মই ইমান আচৰিত হ'লোঁ যে, স্বয়ং আলিবাবায়ো কিজানি মণি-মুকুতা ভৰা গুহাত প্ৰৱেশ কৰি ইমান আচৰিত হোৱা নাছিল। বাকচটো নোটৰ বাণ্ডিলেৰে ভৰপূৰ। প্ৰত্যেকটো বাণ্ডিল পাঁচ হেজাৰ টকাৰ। মই কঁপা কঁপা হাতেৰে বাণ্ডিলবোৰ গণিলোঁ। বেছি সময় নেলাগিল। মাত্ৰ

কুৰিটা বাণ্ডিল। পূৰা এক লাখ টকা।

ইমানখিনি টকা চাবি নমৰা বাকচটোত কোনোবাই এৰি যাবনে? ইয়াৰ নিশ্চয় এক মৰ্ম আছে। কোনোবাই মোক পৰীক্ষা কৰি চাইছে নেকি? কোন হ'ব পাৰে? বুজিছোঁ, খুব ভালকৈ বুজিছোঁ। সিহঁত দুটাই হ'ব লাগিব। মঙ্গল ভট্টাচাৰ্য আৰু অনুপ বৰা। সিহঁতৰ বাবেই থোঁৰ মেলা ধান বানপানীত তল যায়, বানপানীয়ে কিৰিলি পাৰি পাৰি গাঁও সোমায় মানুহক জীয়াতু ভোগায়, গৰু-ম'হ-ছাগলী, বুঢ়া-বুঢ়ী, শিশু আৰু গৰ্ভৱতী তিৰোতাক উটুৱাই লৈ যায়। উলুচাপৰি অঞ্চলত বানপানীৰ এনে তাণ্ডৱলীলাৰ বাবে ঘাইকৈ সিহঁত দুটা জগৰীয়া। আচৰিত কথা যে, সিহঁতৰ কাৰণে এক লাখ টকা মাথোন হাতৰ মলি।

মই চয়তানৰূপী এই টকাৰ বাকচটো নিমিষতে জপাই দিলোঁ। নোটবোৰ মোৰ দৃষ্টিৰ অগোচৰ হ'ল। কিন্তু ইয়াৰ ছবিয়ে মোৰ অন্তৰ খৌকিবাথৌ লগালে।

মই কি প্ৰফুল্লিত? নহয়, মই ইমান নিষ্ঠুৰ হ'ব নোৱাৰোঁ। মই মন্ত্ৰী যদিও এই পৰ্যন্ত, এই মুহূৰ্তলৈকে, মই মানুহ হৈ আছোঁ। মোৰ চকুত ভাহি উঠিছে উলুচাপৰিৰ শুকান-উৱান মুখৰ মানুহবোৰ আৰু সিহঁতৰ ভগা পঁজাবোৰৰ ছবি।

কিন্তু জীৱনত এই প্ৰথম অনুভৱ কৰিলোঁ যে মোৰো দুটা মন আছে। এটা গাঁৱত জীপ লোৱা মন আৰু এটা ৰাজনীতিৰ ক্ৰূৰতাই দিয়া মন। এইটো মনহে মোৰ অজানিতে উত্ৰাৱল হৈ পৰিছে। লগে লগে মোৰ ওঁঠত এটা চয়তানী হাঁহি বিৰিঙি উঠিছে। তাকে মোৰ পোনে পোনে থকা ড্ৰেছিং আয়নাখনত দেখা পাইছোঁ।

এইটো যেন চয়তানী হাঁহি নহয়, স্বয়ং চযতানহে। এই হাঁহিয়ে মোক চযতান কৰা নাইতো?

পুৱাই আকৌ মোৰ আন এখন চহৰলৈ যাত্ৰা। মই গোটেই ৰাতি শোৱা নাছিলোঁ। দুই মনৰ মাজত থৈযা-নথৈয়া ৰণ। ইটো মন নিজিকিল। জিকিল পিছত পোৱা মনটো। তেতিযাই গাঁৱত ডাঙৰ-দীঘল হোৱা তাহানিৰ সাগৰ ভাইটিৰ অকাল মৃত্যু ঘটিল। তাৰ আত্মাৰ ছাঁইৰ ওপৰত দৈত্যকায লোভ-লালসা-অভিলাষৰ, ক্ষমতালোলুপ, সম্প্ৰতিৰ সাগৰ শইকীয়াৰ, যিটো মানুহৰ কেৱল ধ্যান-ধাৰণা হ'ল ক্ষমতা, আৰু বেছি ক্ষমতা, ধন, আৰু বেছি ধন। ক্ষমতা তাৰ নিশ্বাস-প্ৰশ্বাস।

নহ'লেনো মই আন চহৰলৈ আহোঁতে এই নোটভৰ্তি বাকচটো আলফুলকৈ লৈ আহোনে?

আকৌ অভিযন্তা দুটামানৰ লগত খৰালিৰ শীৰ্ণ নদীৰ গতি-গোত্ৰ নিৰীক্ষণ, মথাউৰি প্ৰদৰ্শন, ৰাইজক আশ্বাস। আকৌ আৱৰ্ত ভৱনত। কোঠাটো একে ধৰণৰ। আকৌ মই চমকিত। এইবিধ মায়াৱী বাকচ নেকি? দেখাত একেই। কিন্তু এইবাৰ এইটো বাকচ সহজে চকুত পৰিল— ই মোৰ ভৰিপথানৰ ফালে থকা কম্বলখনৰ ওপৰত আছে বাবেই। ই কেনে কথা? মই সপোন দেখা নাইতো? মই গাত চিকুট মাৰি চাইছোঁ। মোৰ অষ্ঠ-কণ্ঠ শুকাই গৈছে। ঢোকে ঢোকে পানী গিলিছোঁ। কঁপা কঁপা হাতেৰে বাকচটো খুলিছোঁ। এইটো বাকচত চাবি মৰা হোৱা নাছিল। এইবাৰ পালোঁ পাঁচ হেজাৰটকীয়া নোটৰ বাণ্ডিল পঁচিশটা। এক লাখ পঁচিশ হেজাৰ টকা। কোনে মোক পাণ্ডত পেলাবলৈ চেষ্টা কৰিছে? বাটত মোক কোনোবা উদণ্ড ডেকা ল'ৰাই তালাচী চলাই দুই লাখ পঁচিশ হেজাৰ টকাৰে মোক 'এক্সপোজ' কৰাই মোৰ 'পলিটিকেল কেৰিয়াৰ' 'ফিনিছ' কৰি দিব নেকি?

সেই আশঙ্কা জানো আছে? মোৰ নিৰাপত্তাৰ ব্যৱস্থা আছে। মোৰ লগে লগে 'পাইলট কাৰ'

যায়। কিন্তু ইতিমধ্যে মই মনে মনে কিবা এটা হৈ পৰিলোঁ। মই নিজক হেৰুৱালোঁ, মোৰ ব্যক্তিত্বক নাশ কৰিলোঁ। মোৰ কিয় এই মোহ? ধন সকলোকে দৰকাৰ। পিছে বেছি ধনৰ জানো প্ৰয়োজন আছে? মজুত ধনেৰে কিবা এটা উদ্যোগ খুলি আনক কৰ্মসংস্থান দিব পাৰিলেহে ধন বেছিকৈ গোটোৱাৰ মূল্য থাকে। এনেয়েই ধনৰ মোহত বলিয়া হোৱাটো সমাজৰ এটা ব্যাধি হৈ পৰিছে। ইয়াক নিৰ্মূল কৰিবলৈ আইন আছে। কিন্তু ভ্ৰষ্টাচাৰ হ'ল মনৰ কলুষৰ বাহ্য ৰূপহে। মন আৰু হৃদয় শুদ্ধ নহ'লে হেজাৰ শাস্ত্ৰ পঢ়িও যেনেকৈ ভগৱানক পাব নোৱাৰি, তেনেকৈ সুচেতনাৰ অভাৱ ঘটিলে মৰাক মাৰি ধন-সম্পত্তি কৰাৰ অভিপ্ৰায়টো থাকিবই। সমাজৰ মানস-মণ্ডলত এনে সুচেতনা দিবলৈ এই বন্ধ্যা যুগত এজন মোহন দাস কৰমচাঁদ গান্ধী, স্বামী বিবেকানন্দ নাইবা ৰবীন্দ্ৰনাথ ঠাকুৰ নাই। এইটো ভেজাল সাধু বা বাবাৰ যুগ, সুবিধাবাদীৰ যুগ, মধ্যমবিধ মানুহে সকলোকে দপ্‌দপাই ফুৰা এটা বিশেষত্ববৰ্জিত যুগ। এৰা, আমি ভুল স্থানৰ ভুল যুগত বৰ্তি আছোঁ।

কিন্তু মোৰ জন্মৰ পিছতে পোৱা মনটো এতিয়াও দমি যোৱা নাই। এইটো মনে কৈছে, — এই বাকচ দুটা হ'ল একো একোটা চয়তান। এইটো কাৰ কাম হ'ব পাৰে তুমি নিশ্চয় জানা। তদন্ত নকৰা কিয়? নতুবা কথাটো প্ৰচাৰ কৰি নিদিয়া কিয়? বাকচৰ টকাখিনিৰে ৰাইজৰ কিবা ভাল কাম নকৰা কিয়? এইখিনি টকাও ৰাইজৰ কৰৰ টকাহে। তুমি ভবিছা, এই টকাৰে নিৰ্বাচন খেলিম। পিছে এই চিন্তা ভুল। টকাৰে কিমান ভোট কিনিবা? কিন্তু দুৰ্নীতিৰ প্ৰতি এনে বিতৃষ্ণা আৰু ধনৰ প্ৰতি এনে মোহশূন্যতা দেখিলে মানুহে তোমাক মূৰত তুলি ল'ব। তুমি যি হ'ব খুজিছা তাকে হ'ব পাৰিবা। তুমিতো এম এল এ হোৱাৰ পূৰ্বে বহুত কিতাপ পঢ়িছিলা। কোৱাচোন বাৰু, মানুহে পুৰোহিততকৈ সন্ন্যাসীক কিয় বেছি ভাল পায়? বোধকৰোঁ এইবোৰ তত্ত্বকথাৰ উপলব্ধি ক'ৰাৰ গুণেই তোমাৰ নোহোৱা হৈছে। কাৰণটো শুনা ঃ সন্ন্যাসী হ'ল সৰ্বত্যাগী, পুৰোহিত তেনে নহয়। ত্যাগী লোক সকলোৰে আদৰৰ, কাৰণ ত্যাগ কৰাটো সহজ কথা নহয়। ৰামকৃষ্ণ পৰমহংসই টকা-পইচা নুছুইছিল। তেওঁ প্ৰকৃততে সন্ন্যাসী। বিবেকানন্দও সন্ন্যাসী। গান্ধীও তেনেকুৱাই। গতিকে, সাগৰ শইকীয়া, তুমি সংসাৰত থাকিও সন্ন্যাসী হোৱা। গীতা শাস্ত্ৰৰ অপৰিগ্ৰাহিতম্ কি বস্তু বুজি লোৱা। আচলতে ক'বলৈ গ'লে, এই বাকচ দুটা স্পৰ্শ কৰাৰ পিছত তুমি হাত দুখন ভালকৈ ধুই পেলাব লাগিছিল।

মই বিভ্ৰান্ত, উভয় সংকটগ্ৰস্ত। এতিয়া কি কৰোঁ? আকৌ শীতৰ দীঘল ৰাতিটো দুৰ্ভাবনাৰে কটাই দিব লাগিব। ৰাতিটো আহিলেই মোৰ ভয় লাগে। ভূতৰ মাজত শুই থকা যেন লাগে।

কিন্তু এয়া হঠাতে কি হৈছে? ভূত-প্ৰেতৰ কাণ্ড নহয়তো? গোটেই আবৰ্ত-ভৱনটো কঁপিছে। জিন্‌জিননি শুনিছোঁ। মোৰ বিছনাখন লৰিছে। মই বিছনাত বহিছোঁ। বিছনাখন বেছিকৈ লৰিছে। মোৰ দোলাত বহি থকা যেন লাগিছে। ভয় পাইছোঁ। ভৰিপথানত থকা বাকচ দুটাৰ পাৰস্পৰিক সংঘৰ্ষৰ ফলত নিগনিৰ মাতৰ দৰে শব্দ এটা হৈছে। দূৰৈৰ পৰা হৰিবোল হৰিবোল ধ্বনি শুনিহে মই ধৰিব পাৰিছোঁ যে এয়া ভূতৰ কাণ্ড নহয়, ভুঁইকঁপহে।

নিজকতো বচাবই লাগিব! মই একেজাঁপে বিছনাৰ পৰা নামিলোঁ। এহাতেই দুৱাৰৰ খিলি খুলিলোঁ। কিন্তু বাহিৰলৈ ওলাইহে গ'ম পালোঁ যে মোৰ কোঠাটোৰ পিছফালৰ বাৰাণ্ডাতহে মই কঁপি কঁপি থিয় হৈ আছোঁ। আগৰফালৰ দুৱাৰখনৰ পোনে পোনে এখন দুৱাৰ। এই দুৱাৰেদি পিছফালৰ বাৰাণ্ডা ওলাই খানচামা আৰু চাপ্ৰাচীক মাতিব পাৰি।

মই খট্‌খটিয়েদি পিছফালৰ মুকলি ঠাইত থিয় দি আছোঁ। এতিয়া জোকাৰণিটো অলপ কমিছে। কিন্তু গো-গোৱনি এটা চলি আছে। খানচামা আৰু বাকীকেইটা মানুহ এইফালেই ওলাই আহিব বুলি ভাবিছিলোঁ। কিন্তু সিহঁত আগফাললৈহে ওলাই গ'ল।

জোকাৰণিটো কমিল। গো-গোৱনিও কমিল। পৃথিৱী স্থিৰ হ'ল। তেতিয়াহে মই আচৰিত হ'লোঁ। মই ভয় খাই থিতাতে ওলাই আহিলোঁ। যদিও এখন হাতত এটা বাকচ আৰু কাষলতিৰ চেপতো ইটো বাকচ। আচৰিত, অতি আচৰিত। নিজক চিনি পোৱা কিজানি আটাইতকৈ টান কাম। সেইবাবে কিজানি শাস্ত্ৰকাৰসকলে মনক হৃদয়ৰ ফালে জুমি চাবলৈ কয় ঃ মধুৰ মূৰুতি মুৰাৰু, মন দেখু হৃদয় হামাৰু

কম্পন অন্ত পৰিল। কম্পনধ্বনিও স্তব্ধ। চৌদিশ নিজম। কুঁৱলীৰ আঁঠুৱাইদি সৰকি অহা জোনৰ পোহৰত এয়া মই কি দেখিছোঁ? মোৰ দৃষ্টি ভ্ৰম হোৱা নাইতো? মোৰ নিচেই ওচৰতে এটা প্ৰকাণ্ড টেঁকীয়াপতীয়া বাঘ। তেনেহলে মোৰ দৃষ্টিভ্ৰম ঘটা নাই। সি মুখখন মেলি দিযাত মই পঁচা মাংসৰ দুৰ্গন্ধ পাইছোঁ। সি কিন্তু মোক দেখি আক্ৰমণ কৰাৰ কথা বাদেই, একো তৎপৰতাই দেখুওৱা নাই। কিন্তু মই ভাবিছোঁ, ই মোক খাই পেলাওক, একে জাঁপে মোৰ ওপৰত পৰি মোৰ গলধনটো ভাঙি মোক পিঠিত উঠাই হাবিলৈ লৈ যাওক। কাৰণ এতিয়া মোৰ মানসিক উভয় সংকটে মোৰ মৃত্যু ভয়ো দূৰ কৰিছে। মই নিৰ্বিকাৰভাৱে বাঘটোৰ ফালে চাই আছোঁ। কি সুন্দৰ তাৰ দেহসৌষ্ঠৱ, কি সুন্দৰ তাৰ মসৃণ দেহ, কি সুন্দৰ তাৰ নিৰ্বাক অহঙ্কাৰ! সি যেন মোৰ চিৰকালৰ বন্ধুহে।

মই তাক এখন হাতৰ ইঙ্গিতেৰে আৰু চকুৰ ঠাৰেৰে ওচৰলৈ মাতিছোঁ। আচৰিত কথা যে সি বাধ্য কুকুৰ এটাৰ দৰে মোৰ ওচৰলৈ আহিছে। মই তাৰ ৰূপত ভোল গৈছোঁ। মই তাৰ মিহি গাটোৰ ওপৰেদি হাত ফুৰাইছোঁ। সি মোৰ আদৰ পাই মোৰ মৰমৰ বশ হৈছে। সি মোৰ ওচৰত হাতীৰ দৰে বৈঠ লৈছে। তাৰ অৰ্থ হয়তো এয়ে যে মই তাৰ পিঠিত উঠিব লাগে। তেনেহ'লে ই চাৰ্কাছৰ বাঘ নেকি? হ'ব নোৱাৰে, এই চহৰত কোনো চাৰ্কাছ চলি থকা নাই। আজিকালি চাৰ্কাছ এটা অচল বস্তু। নটৰাজ থিয়েটাৰহে চলি আছে। অচ্যুৎ লহকৰে এবাৰ মঞ্চত জীয়া সাপহে দেখুৱাইছিল। কোনোবা টাৰ্জানজাতীয় দৃশ্যৰ বাবে বাঘ অনাহেঁতেন সেই কথা বাতৰিকাকতত পালোঁহেঁতেন।

এনেকৈ ভাবি থকা সময়খিনিতে মই অজানিতে এটা আচৰিত কাম কৰি পেলালোঁ। বাকচ দুটা বাঘটোৰ পিঠিৰ ওপৰত থ'লোঁ। সি সামান্যভাৱে গাটো লৰাওঁতে বাকচ পৰি যায় বুলি মই একেজাঁপে তাৰ পিঠিত উঠি বাকচ দুটা ঢাকি তাৰ ডিঙিত সাবটি ধৰিলোঁ। সি বোধকৰোঁ এই কাৰণেই ৰৈ আছিল। সি চেঁকুৰিবলৈ ধৰিলে। ভীষণ তীব্ৰ গতিৰে সি পিচ্ দিয়া আলিয়েদি চেঁকুৰি চেঁকুৰি পিছত পথাৰেদি এখন হাবিলৈ পোনালে। মই মাজে মাজে পিছলি মাটিত পৰিব খোজোঁ, বাকচ দুটাও বুকুৰ উমৰ পৰা উফাল খাই পৰিব খোজে। মই তাৰ ডিঙিত টানকৈ সাবটি ধৰি নিজক আৰু বাকচ দুটাক ৰক্ষা কৰোঁ। মোৰ বৰ কষ্ট হৈছে। মই জাঁপ মাৰি নামিবলৈ সাধ্য নাই। তাৰ নিক্ষেপিত কাঁড়ৰ দৰে এই তীব্ৰ গতিয়ে মোক এনে কৰাৰ পৰা বাধা দিছে। এনেকৈয়ে গৈ আছোঁ। কিন্তু মই বাকচ দুটা পেলাই দিয়া নাই। বাকচ দুটা পেলাই দিয়াহেঁতেন তাৰ পিঠিত ভালকৈ লেপেটা খাই পৰি কষ্ট কমাব পাৰিলোঁহেঁতেন। তাকে কৰিব পৰা নাই। কিন্তু কিয়?

মই ভাবোঁ, ই যদি লাহে লাহে যায়, মই বাকচেৰে সৈতে নামি যাম। কিন্তু তাৰ যদি খং উঠে

আৰু সি যদি মোক খাই পেলায়?

কিন্তু বেছি ভাবিবলৈ সময় নেপালোঁৱেই। ৰাতি পুৱাল। মোৰ আগত দেখিলোঁ সাগৰসংকাশ পানী। পাৰত ঢৌৰ গৰ্জন। তাকে দেখি বাঘটোৱেও গৰ্জিছে। কিন্তু এই গৰ্জনক ঢৌৰ গৰ্জনে তল পেলাইছে।

বাঘটো কিন্তু ভয় খাই থমকি ৰোৱা নাই। সি ভয়ঙ্কৰ গৰ্জন লৈ আৰু বাৰিধিৰ বিশালতালৈ কেৰেপ নকৰি তাত জঁপিয়াই পৰিছে; তীব্ৰ বেগে সাঁতুৰিছে। তাৰ গাটো বেছি লৰিছে। মই তাৰ পিঠিত ৰ'ব পৰা নাই। বাকচ দুটা এতিয়া মোৰ লগত নাই। মই তাক সাবটিব পৰা নাই। সি আচাৰ মাৰি মোক পেলায় দিছে। মই পানীত কক্‌বকাই আছোঁ, মোৰ পেটটো পানীৰে ভৰি পৰিছে, মই তললৈ গৈ আছোঁ তললৈ

চহৰৰ বিখ্যাত নাৰ্ছিং হোমৰ ইণ্টেন্‌ছিভ কেয়াৰ ইউনিটত দুৰ্ঘটনাত। পতিত মন্ত্ৰী সাগৰ শইকীয়াৰ ওচৰত তিনিজন ডাক্তৰ আৰু চাৰিগৰাকী নাৰ্ছ। ডাক্তৰ এজনে কৈছে, "মূৰৰ বেয়া ঠাইত আঘাত। ইমান পৰে চেতনা ঘূৰাই পাব লাগিছিল। কিন্তু ।"

# প্ৰত্যাঘাত

অৱশেষত সি অলপ আশা দেখিলে। দেউতাক হৰিদেৱ মাষ্টৰে তাক আশ্বাস দিলে। চাকৰিৰ গৰাকী হ'ল টংকেশ্বৰ বৰশইকীয়া। তেওঁৰে একালৰ প্ৰিয় ছাত্ৰ বৰশইকীয়া এতিয়া বন বিভাগৰ হৰ্তাকৰ্তা হৈছে বাবে তেওঁৰ বিশেষ চিন্তা কৰিবলগীয়া নহ'ব যেন লাগে। পুতেক বিষ্ণুদেৱ যোৱা চাৰি বছৰৰ পৰা নিবনুৱা। ল'ৰাটি তেনেই মৰামুৱা হৈ পৰিছে। ঘৰখনত ৰোজগাৰ বুলিবলৈ কেৱল হৰিদেৱ মাষ্টৰৰ পেঞ্চনৰ টকাকেইটাহে আৰু ঘৰৰ চৌহদতে সাজি দিয়া খেৰৰ ঘৰ দুটাৰ পৰা মাহে দুশ টকাকৈ ভাৰা। সিফালে ঘৰত এপাল খাবৰীয়া আছেই। দুজনী গাভৰু জীয়েক, হৰিদেৱৰ দুৰন্ত প্ৰকৃতিৰ ভায়েকটো আৰু বেমাৰী ঘৈণীয়েক। হৰিদেৱ মাষ্টৰে এতিয়া পেঞ্চন পোৱাৰ পিছতহে সংসাৰৰ আচল জ্বালাত ভুগিছে।

শান্ত-শিষ্ট পুতেক বিষ্ণুদেৱ বি এছ চি পাছ। সি ক'তো সুবিধা কৰিব নোৱাৰি চাকৰিৰ আশা এৰিয়েই দিছিল। বাৰুকৈ বন বিভাগত তাৰ অৰ্হতাৰ লগত মিলা ছয়ত্ৰিশটা চাকৰি ওলাল বুলিহে। সেই কাম টংকেশ্বৰ বৰশইকীয়াই দিব পাৰে। চব নিয়ম-কাৰণক নেওচা দি কাৰোবাক এই কাম দিয়াৰ বাবে তেওঁ এক্টিয়াৰ পাইছে। চৰকাৰ আজিকালি ইমানেই ফোপোলা।

টংকেশ্বৰ বৰশইকীয়া হৰিদেৱ মাষ্টৰৰ প্ৰিয় ছাত্ৰ আছিল। তেওঁ শিকোৱা বিষয় অংকত বৰশইকীয়াই হেনো চূড়ান্ত পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পাইছিল। পিছত কলেজত পঢ়োঁতেও বৰশইকীয়াই হৰিদেৱ মাষ্টৰৰ খা-খবৰ কৰি আছিল। এতিয়াও হেনো কাৰোবাৰ কাৰোবাৰ পৰা তেওঁ মাষ্টৰৰ খবৰ লয়। পেঞ্চন পোৱাৰ বছৰটোতে হৰিদেৱ ভট্টাচাৰ্যই কৃতী শিক্ষকৰ বঁটা পাওঁতে বৰশইকীয়াই এখন চিঠিৰে তেওঁক অভিনন্দন জনাইছিল। তেওঁ তেতিয়া যোৰহাটত বন-সংৰক্ষক আছিল।

হৰিদেৱ মাষ্টৰৰ ঘৰ গুৱাহাটীৰ শান্তিপুৰত। তেওঁ একেখন বাছেৰে আহি কাহিলিপাৰাৰ টংকেশ্বৰ বৰশইকীয়াৰ ঘৰ পালেহি। বৰ জাকজমক ঘৰ। তিনি মহলীয়া অট্টালিকা। চৌহদত তিনিখনমান মটৰগাড়ী। তেওঁ ভাবিলে, মন্ত্ৰীও কিজানি ইমান আড়ম্বৰেৰে নেথাকে।

বৰশইকীয়াই তেওঁক ভাল ব্যৱহাৰেই কৰিলে। তেওঁ পত্নীক আনি 'ছাৰ'ৰ লগত চিনাকি কৰিও দিলে। হৰিদেৱ মাষ্টৰৰ মনটো ভাল লাগি গ'ল। টংকক তেনেহ'লে পদবী, ধন আৰু ক্ষমতাই উদণ্ড কৰি তোলা নাই, পি ডব্লিউ ডিৰ এছিছটেণ্ট ইঞ্জিনীয়াৰ ৰাজধৰৰ দৰে গুৰু-গোসাঁই নমনাবিধৰ হোৱা নাই। অলপ সময়ৰ ভিতৰতে তেওঁ ইমান ঘৰুৱা হৈ পৰিল যে পুতেক বিষ্ণুদেৱৰ কথাটো উলিয়াবলৈকে সংকোচ কৰিলে। পিছে এইবোৰ কামত লাজ-মান কাটি কৰি থ'ব লাগে বুলি তেওঁক সুদীৰ্ঘ অভিজ্ঞতাই শিকাইছে।

"পিছে টংক, নিৰুপায় হৈ মই হ'লে বৰ স্বাৰ্থপৰ হৈ পৰিছোঁ দেই। তোমাৰ ওচৰতো মোৰ স্বাৰ্থ আছে। জানাই নহয়, পেঞ্চন পোৱাৰ পিছত ঘৰৰ লেঠা কমক চাৰি বাঢ়িলহে। বৰপোৱেই চাকৰি হোৱা নাই । তোমাৰ তাতে গোঁজা মাৰি থোৱা।"

"কোনটো চাকৰিত, ছাৰ?"

"কিবা বোলে ফৰেষ্ট বিট অফিচাৰৰ। সি বি এছ চি পাছ।"

"বাৰু তাক পঠিয়াই দিবচোন। তাৰ নামটো?"

"বিষ্ণুদেৱ ভট্টাচাৰ্য।"

হৰিদেৱ ভট্টাচাৰ্যই এমুঠি আশাৰ জিলিকনি মনত লৈ ঘৰ পালেহি। তেওঁ কথাখিনি বিষ্ণুদেৱক ক'লে। তাকে শুনি আছিল বিষ্ণুৰ ভায়েক নৰদেৱে। দুৰন্ত ল'ৰা। তেইশ বছৰ বয়স। এতিয়াই ষাঁড়ৰ দৰে চেহেৰা। তাৰ অনবৰত এটা বেপৰোৱা ভাব। কথাত তাচ্ছিল্য। দুনিয়াখনক সি সদয়ভাৱে চোৱাৰ শিক্ষা পোৱা নাই।

নৰদেৱে অট্টহাস্য কৰিলে। কাৰণ সি চাকৰিৰ কথা নেভাবে। নেভাবে মানে এতিয়া ভাবিবলৈ এৰি দিছে?। সিও বি এ পাছ। তাৰ প্ৰধান বিষয় হ'ল ৰাজনীতি বিজ্ঞান। সি পাঠশালা স্কুলৰ শিক্ষকৰ পৰা মাৰোৱাৰীৰ গোলাৰ হিচাপ ৰখা কৰ্মচাৰীলৈকে নানা ধৰণৰ চাকৰিৰ বাবে চেষ্টা কৰি বিফল হৈ এতিয়া এনে এটা দলৰ লগ হৈছে, যাৰ কাম কোনোপধ্যে সমৰ্থনযোগ্য নহয়। সিহঁতে দোকানীক ডকাহকা দি পইচা লয়, কোনোবাই যদি ভাৰাতীয়াক উঠাব নোৱাৰে সিহঁতক ক'লেই হ'ল। সিহঁতে মাৰপিট কৰি ভাৰাতীয়াৰ অৱস্থা কাহিল কৰিব। মাহে মাহে পইচা লৈ সিহঁতে কেইখনমান চুলাই মদ বেচা দোকানক ৰক্ষণাবেক্ষণ দিয়ে। শান্তিপুৰত নৰদেৱৰ প্ৰতি মানুহৰ ভাল ধাৰণা নাই।

"কিয় হাঁহিলি?"— বিষ্ণুৱে তাক খঙেৰে সুধিলে।

"তহঁতৰ মানুহ চিনিবলৈ আৰু বহুত বাকী। হেৰ', চাকৰি আজিকালি কাতৰ হৈ ক'লেই নেপায়। কেৱল দৰ্খাস্ত কৰিলেতো নেপাযেই। তোতকৈ বহুত ভাল ল'ৰা আজিকালি বেকাৰ। বুইছ?"— নৰদেৱে নিৰ্লিপ্তভাৱে ক'লে।

"তই এইবোৰ বকি থাকিব নেলাগে, আঁতৰ হ'।"— হৰিদেৱ মাষ্টৰে তাক শাসন কৰিবলৈ চালে।

"তই মোৰ লগ লাগ, বুজিছ। চব ঠিক হৈ যাব। কন্সিয়েন্সক পুৰি খা। তেতিয়া আৰু চিন্তাৰ কাৰণ নাই। ডাঙৰ ডাঙৰ মানুহবোৰৰে যদি কন্সিয়েন্স (বিবেক) নাই, তেনেহ'লে তোৰ কন্সিয়েন্সডাল কি কামত আহিব? টকা লাগে? কিমান লাগে? মোক নোসোধ কিয়?"— নৰদেৱে খং তোলাবলৈকে ককায়েকক এনেকৈ ক'লে। হৰিদেৱ মাষ্টৰে সৰু দুৰ্দান্ত পুতেকটোৰ বৰ বৰ কথা সহ্য কৰিব নোৱাৰি তাৰ পৰা আঁতৰ হ'ল।

নৰদেৱে মুঢ়া এটাত বহি খুঁটাত আউজি বাতৰিকাকত পঢ়ি আছিল। বাপেক আৰু ককায়েকৰ কথা শুনি তাৰ সঁচাকৈয়ে হাঁহি উঠিছিল। চাধা-চিধা ককায়েকটোক বিৰক্ত কৰাৰ তাৰ সমূলি ইচ্ছা নাছিল।

বিষ্ণু কিন্তু বিৰক্ত হোৱা নাছিল। তাৰো হয়তো পেটে পেটে বিশ্বাস হৈছিল যে বিট্ অফিচাৰৰ দৰে এটা লোভনীয় চাকৰি এজন প্ৰাক্তন শিক্ষকৰ নৈমিত্তিক অনুৰোধতে এজন প্ৰাক্তন ছাত্ৰই হয়তো

নিদিব। সি নৱদেৱৰ ওচৰ চাপি লাহেকৈ ফুচফুচাই সুধিলে, "সঁচাকৈয়ে তই টকা দিব পাৰিবি?"

সি ক'লে, "কিয় নোৱাৰিম? কন্সিয়েন্সৰ মূৰ খাইছোঁ যেতিয়া টকা যথেষ্ট পাইছোঁ। তইঁতে মোক ঘৃণা কৰ কাৰণেহে। তোক পইচা কিয় লাগে? চাকৰিৰ বাবে? কিমান লাগে?"

বিষ্ণুদেৱে ক'লে, "আজিকালি কোনো চাকৰিয়েই হেনো বিশ হেজাৰ টকাৰ কমে পোৱা নেযায়।"

"নৱদেৱে ক'লে, "পিছে মোৰ লগত ইমান টকা নেথাকে। অলপ সময় লাগিব।"

বাপেকৰ কথা মতে পিছদিনা বিষ্ণুদেৱ কাহিলিপাৰা পালেগৈ। টংকেশ্বৰ বৰশইকীয়াই তাৰ প্ৰতি বেছি আগ্ৰহ নেদেখুৱাই সময় নষ্ট নকৰি কৈ গ'ল, "ছাৰক পিছে আচল কথাটো নক'লোঁ। ক'বলৈ বেয়া লাগিল। তেওঁলোকৰ দৰে সৎ লোকে এইবোৰ ভু নেপায়। দেশখন গেলিছে। গেলিছে আৰু চাৰিওফালে দুৰ্গন্ধ বিয়পিছে। নহয়নে বাৰু? এতিয়া বিট্ অফিচাৰৰ কাৰণে টকা ফিক্সড। পঞ্চাশ হেজাৰ। মই নিৰুপায়। এয়া মই আকৌ পকেটত ভৰাইছোঁ বুলি নেভাবিবা। ছাৰক কথাটো ক'বা। মোক মাত্ৰ ইয়াৰ দায়িত্ব দিছে। চীফক দিব লাগিব ত্ৰিশ হেজাৰ, বন বিভাগৰ মন্ত্ৰীক পোন্ধৰ হেজাৰ। আৰু মোৰ মানুহখিনিক জানো কিবা এটা দিব নেলাগিব? আজিকালি পইচা নেপালে টাইপিষ্টটোৱেও এপইণ্টমেণ্টৰ অৰ্ডাৰটো টাইপ নকৰে। কন্‌ভিন্স্‌ড? বেয়া নেপাবা। ছাৰক কথাটো ক'বা।'

ইয়াকে কৈয়ে টংকেশ্বৰ বৰশইকীয়াই বেলটো টিপিলে। মানুহ এটা তেওঁৰ আগত হাজিৰ হ'লহি। তাক ক'লে, "মাতি দে।" অৰ্থাৎ বাৰাণ্ডাত বৈ থকা অন্য চাকৰিপ্ৰাৰ্থী কোঠালৈ আহিব লাগে। বিষ্ণু ওলাই আহিবৰ সময়ত বৰশইকীয়াক নমস্কাৰ এটাও নিদিলে। তাৰো এতিয়া নৱদেৱৰ দৰে এটা বেপৰোৱা ভাব।

সি ঘৰলৈ আহি বাপেকক কথাখিনি নক'লে। ভাযেক নৱদেৱক এতিয়া তাৰ দৰকাৰ। কিন্তু সি ঘৰত নাই। মহানগৰৰ কেবাঠাইতো তাক বিচাৰিলে। পল্টনবজাৰত, গণেশগুৰিত, বেলতলা বজাৰত আৰু ফাঁচীবজাৰৰ গলিত। কিন্তু নৱদেৱৰ নিখোজ হোৱাৰ দৰেই অৱস্থা। নৱদেৱৰ বন্ধু আমজেড মাইকীৰ দালাল। তাক পালে। আমজেডে ক'লে, "তই নেজান? বাপেৰেও নেজানেনে? খবৰা কাকতত দেখোন ওলাই গৈছে। বাপেৰ-মাৰে খবৰা কাগজো নপঢ়ে নেকি?"

বিষ্ণুদেৱে ক'লে, "কথাটো জানিও মোক নক'ব পাৰে। নৱ ভাইটী ঘৰত পেলনীয়া বস্তুৰ দৰেহে। তাক মৰিল বুলিয়েই ঘৰখনে ধৰি লৈছে। ঘৰখনত আজিকালি কোনো সুখবৰেই নেথাকে। বাইদেউজনী আজিকালি বহু দেৰিকৈ ঘৰলৈ আহে। তাইকো কোনেও মাত-বোল নকৰে। মুঠতে অংকৰ মাষ্টৰ হৰিদেৱৰ চব প্ৰেষ্টিজ পাংচাৰ।"

"কোন সেই দুষ্মন?"

"মনি, মনি উইথ কেপিটেল এম। সেইবোৰ বাদ। তোৰ দোস্ত ক'ত গ'ল? খবৰা কাগজে কি লিখিলে? আচলতে ময়ো কাগজ-চাগজ নপঢ়োঁ। কি লাভ পঢ়ি। লেতেৰা মন্ত্ৰীৰ মুখত গণতন্ত্ৰৰ বাণী কেনে শুনিব?"

"শুন তেনেহ'লে। নাৰেঙ্গীত সিহঁতৰ দলটোৱে ৰে'লৰ দবা ভাঙি মাল বোজাই কৰিবলৈ গৈছিল। ধৰা পৰিল।"

"এতিয়া পুলিচৰ লকআপত নে, জে'লত?"

"জে'লত।"

সি জে'লত নৱদেৱক দেখা কৰিলেগৈ। তাক দেখি বিষ্ণুদেৱৰ আচৰিত লাগিল। সি অকণো চিন্তিত হোৱা নাই। তাৰ আগৰ দৰেই বেপৰোৱা ভাব। স্বাস্থ্যও অটুট। মাজে মাজে জে'লত সোমাই থকাটো যেন তাৰ জীৱনৰ এক স্বাভাৱিক প্ৰক্ৰিয়াহে।

"ভাল নে তোৰ?"

"ভালেই। এয়া কেৱল প্ৰফেছনেল হাজাৰ্ড— সাধু ভাষাত বৃত্তিগত বিপদ।"

"আচলতে কথাটো কি হ'ল?"

"কোনো চুৰৰ বাচ্চাই আমাক ধৰাৰ তাগজ নাই। আমাৰ অ'প'জিট্ পাৰ্টী পুলিচৰ লগ লাগিল। সিহঁতে খবৰ নিদিয়াহেঁতেন হাৰামী এছ পি কানাই ৰয়ে আমাক ধৰিব নোৱাৰিলেহেঁতেন। "

"কিমান দিন থাকিবি? মানে জে'লত।'

"কিছুদিন জে'লত থকাই এতিয়া আমাৰ কাৰণে মঙ্গল। সিটো পাৰ্টী এতিয়া পুলিচৰ লগ লাগি বৰ 'পাৱাৰফুল' হৈ পৰিছে। গতিকে গুলীয়াগুলি হ'ব পাৰে। অ' তোৰ কথা সোধাই নাই। হাৰামীৰ (অশ্লীল) তিৰোতাপাগল বৰশইকীয়াই কিমান টকা বিচাৰিলে?"

"তোৰ কথাই ঠিক। আধা লাখ।'

"তাৰ অৰ্থ কেইবছৰমানৰ ভিতৰত তই জধেমধে গছ-গছনি কটাই আধা লাখ টকা নেখালে তোৰ চাকৰি কৰাৰ লাভ নাই। তেনেহ'লে বৰমূৰীয়াসোপাইহে দুৰ্নীতিৰ বীজ পোতে। কথাটো ভাবি পাইছনে?"

"তেনেহ'লে মই এতিয়া কি কৰিম?"

"মই জে'লৰ পৰা ওলাওঁ মানে তোৰ কাম পাবৰ বাবে দেখি হৈ যাব। আধা লাখকৈ টকা দিওঁতা বহুত ওলাব। কাৰণ ফৰেষ্ট ডিপাৰ্টমেণ্টৰ এইটো চাকৰি সোণৰ কণী পৰা হাঁহজনীৰ দৰেই। তোক এতিয়া টকা নিদি এটা বস্তু দিব পাৰোঁ। মোৰ টেবুলৰ ড্ৰয়াৰত তলা মৰা আছে। তলাটো ভাঙিবি। তাতে ৰিভলভাৰ এটা আছে। গুলীও আছে। ৰিভলভাৰটো উলিয়াই তলা-চাবি কিনি তাৰে ড্ৰয়াৰত আকৌ তলা মাৰিবি। ইয়াৰ বাহিৰে আৰু মই তোক কি দিহা দিব পাৰোঁ?"

নৱদেৱৰ পৰা বিদায় লোৱাৰ সময়ত বিষ্ণুৰ চকুপানী ওলাল। মানুহে নৱদেৱক ঘৃণা কৰিব পাৰে, কিন্তু এতিয়াও তাৰ অন্তৰখনৰ একাংশত কিজানি ককায়েকলৈ অকৃত্ৰিম মৰম আছে।

ঘৰত সোমায়েই সি কাকো নেমাতি সেই ড্ৰয়াৰটোৰ পৰা ৰিভলভাৰটো উলিয়ালে। তলাটো ভাঙোতে শব্দ হৈছিল। কিন্তু ঘৰৰ মানুহখিনিৰ আজিকালি পাৰস্পৰিক উদাসীনতা ইমানেই যে সেই শব্দৰ প্ৰতি কাৰো কৌতূহল নহ'ল।

সি কলেজত এন চি চিৰ প্ৰশিক্ষণ লৈছিল। সেইবাবে ৰিভলভাৰ চলোৱাটো তাৰ কাৰণে সহজ। মেজৰ এটাৰ পৰা সি ৰিভলভাৰ চলাবলৈ শিকিছিল।

ৰিভলভাৰটো হাতত লৈ সি নিজকে বেছ শক্তিশালী যেন অনুভৱ কৰিলে। পিছদিনা ভৰ দুপৰীয়া সি কাহিলিপাৰাৰ ফালে ওলাই গ'ল। জেপত ৰিভলভাৰ।

সি এতিয়া সেই পৰিচিত চৌহদটোত। তাত এতিয়া মাৰুতি জীপ এখনহে আছে। প্ৰিমিয়াৰ পদ্মিনী আৰু শীত তাপ নিয়ন্ত্ৰিত মাৰুতিখন নাই। অৰ্থাৎ ঘৰৰ মালিক এতিয়া অফিচলৈ নাইবা আন

এফালে ওলাই গৈছে। এয়ে উত্তম সুযোগ।

চৌদিশ নিজম। এনে এটা ভাব হয় যে ইয়াত ঘৰবোৰহে আছে, মানুহবোৰ নাই।

তাক দেখি বাৰাণ্ডাত থকা প্ৰকাণ্ড পোহনীয়া কুকুৰটোৱে ঘেউ ঘেউকৈ চুবুৰিটোৰ নিস্তব্ধতা আৰু তীব্ৰ কৰি তুলিলে। সি কুকুৰটোক গুলী কৰি নিস্তব্ধ কৰাৰ লগে লগে কোনোবাই দুৱাৰ খুলি দিয়ে বুলি অপেক্ষা কৰি ৰ'ল।

এজনী ওলাই আহিল। তাই চাৰিওফালে চাই লুকাই থকা অৱস্থাত তাক দেখা নেপালে যদিও কুকুৰটো ৰক্তাক্ত শৰীৰেৰে মৰি থকা দেখি ভয়াৰ্ত হৈ তাই দুৱাৰ বন্ধ কৰিব খোজোঁতেই সি দৌৰি গৈ ভিতৰ সোমাই দুৱাৰখন বন্ধ কৰি দিলে আৰু খিতাতে মুখখন ঢাকি পেলালে। তেতিয়া ঘৰত শ্ৰীমতী বৰশইকীয়াহে আছিল। বাহিৰলৈ ওলাই অহা মানুহজনী চাকৰণীহে।

মুখ ঢকা মানুহটো দেখি দুয়োৰে বুজিবলৈ বাকী নেথাকিল যে সি লুট কৰিবলৈকে আহিছে।

জীৱনত সি প্ৰথম এটা দুঃসাহসিক কাম কৰিব। কিন্তু সি বিভ্ৰান্ত হোৱা নাই। ৰিভল্‌ভাৰটোৱে তাক প্ৰকৃতিস্থ কৰি ৰাখিছে।

ভয়ত মুখ শুকাই যোৱা গৃহকৰ্ত্ৰীৰ ওচৰত থিয় দি সি হাতখন মেলি ধৰিলে। ইয়াৰ অৰ্থ হ'ল, তাক তুৰন্তে চাবিটো লাগে। শ্ৰীমতী বৰশইকীয়াই সেপ ঢুকি ঢুকি ক'লে, "মোৰ হাতত একো নাই।" সি একো নেমাতি তেওঁক গোঁৰ এটা মাৰি মজিয়াত পেলাই দিলে আৰু চাকৰণীজনীলৈ ৰিভল্‌ভাৰটো টোৱালে।

শ্ৰীমতী বৰশইকীয়াই এভাৰ যেন দেহাটো তুলি থিয় হৈ ক'লে, "বিশ্বাস কৰক, ঘৰত একো নাই। চাবিও নাই।" তেওঁ খুব ফোপাবলৈ ধৰিলে।

চাবিও নাই বুলি কোৱাৰ অৰ্থ হ'ল ঘৰত টকা আছে। ব্ৰেক মানি বেংকত থ'ব নোৱাৰি। তেওঁৰ এই উক্তিত বিশ্বাস নোহোৱাটো জনালে সি পুনৰ পদাঘাত কৰি।

অৱশেষত শ্ৰীমতী বৰশইকীয়াই এটা আলমাৰী খুলি দিলে। আলমাৰীৰ ভিতৰৰ বস্তুবোৰ দেখি বিষ্ণুদেৱৰ নিজকে আল্লাদিন যেন লাগিল। ঠাক ঠাক এশটকীয়া নোটৰ পাহাৰ। ওচৰত কেবাটাও সৰু সৰু ধুনীয়া বাকচ। নিশ্চয় গহনা ৰখা বাকচ। তাৰ গহনা নিবলৈ মন নাই, ধৰা পৰাৰ ভয়। সি নোটবোৰহে নিব। সি হাতেৰে চাকৰণীজনীক এটা ইংগিত দিলে। অৰ্থ হ'ল, মোনা এটাত নোটবোৰ ভৰাব লাগে। তাই গামোচা এখন আনি তাৰ হাতত দিলে।

সি ওলাই আহিল। এখন অটো ধৰিলে। ঘৰ পাই সি থিৰে-সুস্থিৰে ভাবিলে, শ্ৰীমতী বৰশইকীয়াই নিশ্চয় চিএৰ-বাখৰ নকৰে। কাৰণ সিহঁতৰ জমা টকা ৰখা স্থান সেয়ে অকল নহয়। ডকাইতি কৰাৰ কথাও কিজানি তেওঁলোকে আনক নজনাব। ইমানতে ৰক্ষা পৰিল বুলিহে ভাবিব। হয়তো এনেকৈয়ো ভাবিব পাৰে যে পাপৰ ধনৰ কিছু অংশ পৰাচিতত যায়েই।

নৰদেৱৰ টেবুলখনৰ ড্ৰয়াৰৰ ভিতৰৰ তিনিটা খললা নোটবোৰেৰে ভৰি পৰিল। সি নোটৰ মাজতে ৰিভল্‌ভাৰটো থৈ নিজে কিনি অনা তলাটো বন্ধ কৰিলে। পানী এগিলাচ খাবৰ বাবে তাৰ লগত ৰাতি পলমকৈ অহা বায়েকজনীৰ লগত ভেটাভেটি হ'ল। কোনেও কাকো নেমাতিলে।

পানী খাই আঁতাই সি তাৰ নিজৰ কোঠাত সোমাই দুয়োখন হাতেৰে মুখখন ঢাকি হুক হুককৈ কান্দি পেলালে। কান্দোনে তাৰ হৃদয়ৰ দুখৰ বোজা ভালেখিনি পাতলালে। সি নিজক নিজে ক'লে,

"বুইছ বিষ্ণু, বিভল্‌ভাৰ হাতত লোবাৰ পিছতো তই মানুহ হৈ আছ, তই কান্দিব পাৰিছ।"

সি চকুলোৰে তিওৱা মুখখন মচি অসুস্থ মানুহৰ দৰে বিছনাত ঢলি পৰিল। নোটখিনি গণি চাবলৈ তাৰ মন নগ'ল। কিন্তু তাৰ অনুমান, দুলাখতকৈ বেছি টকা এতিয়া নৰদেৱৰ ড্ৰয়াৰত বন্দী হৈ আছে। পিছত নৰদেৱে কথাটো জানি তাক বাহ্‌বাহ্ দিব।

তাৰ আৰু এটা মনত সোমাল। সি পঞ্চাশ হেজাৰ টকা দি বৰশইকীয়াৰ পৰা চাকৰিটো নলয়। সি চাকৰিত সোমায় কুকুৰ-ধূলি কিছুমানক 'ছাৰ' বুলিব নোৱাৰে। বৰঞ্চ সি কেইহেজাৰমান টকা এছপি কানায় ৰয়ক দি নৰদেৱক সোনকালে খালাচ কৰিব। আৰু বাকীখিনি টকাৰে সি জীৱনটো গঢ় দিব পাৰিব জানো? এইটো প্ৰশ্নই তাক থকা-সৰকা কৰিলে। সৎ হৈ আজীৱন নিৰ্যাতন ভোগা সুনামৰ অধিকাৰী হৰিদেৱ ভট্টাচাৰ্যৰ নিমাখিত পুতেকটো এতিয়া এদিনৰ ভিতৰতে এনে এটা মানুহ হৈ পৰিছে যে সি কেৱল আবৰ্জনাই নহয়, দুৰন্ত প্ৰতিবাদো।

# বান বোকা নেওচি

অৱশেষত তেখেত বানপীড়িত অঞ্চলটোলৈ আহিব বুলি অনুপে খবৰ পালে। এতিয়া খৰালি। মানুহবোৰে অলপ সকাহ পাইছে। মনবোৰ ফৰকাল। মহাপুৰুষৰ তিথি দুটা পাৰ হ'ল। টিনপাত কিছুমান বান্ধি কোনোমতে ঘৰ যেন কৰি ৰখা নামঘৰটোত দুটা ভাওনাও হ'ল।

আমাৰ ঠাইখনৰ মানুহৰ দুৰ্গতিৰ কথানো কি ক'ম? বছৰে বছৰে বানপানী। মথাউৰি দিছেহে দিছে, সদায় নৈৰ পানীয়ে ভাঙিছে। পানীবোৰে কিৰিলি পাৰি ৰাইজক ডুবাইছে, পাতে শুৱনি গাঁওখন নৰক যেন হৈছে। আমিহে হামৰাও কাঢ়ি মৰিছোঁ। পিছে পেটুৱা পেটুৱা ঠিকাদাৰবোৰে দিনে দিনে ধনীহে হৈ আছে। বানপানীৰ সময়ত সিহঁত আমাৰ ওচৰলৈ নাহে। চহৰতহে স্বৰ্গসুখত থাকে।

শেহত গৈ আমাৰ প্ৰভুৰ চৰণত সেৱা কৰি নামগুণ গোৱাৰো মুদা মৰিল। সোণাৰু কাঠৰ খুঁটাৰে সজা পুৰণি নামঘৰটো নৈৰ বুকুত জাহ গ'ল। পিছত আৰু এটা সাজিলে। সেইটোৰো একে অৱস্থা হ'ল। এতিয়া মাথোন কেইচলামান টিনপাতেৰে নামঘৰ এটা খাৰা কৰা হৈছে।

বাৰিষা আমাৰ বহুতেই মাজে মাজে লঘোণীয়া হৈ আছিল। এতিয়াও আমি আধাপেটীয়া হৈ থাকোঁ। এয়ে আমাৰ জীৱন।

পিছে মন্ত্ৰী আহিব বুলি শুনি ৰাইজে সঁচাকৈয়ে সকাহ পাইছে। তেওঁৰ আদেশ পালেই হ'ল। তেতিয়াহে এই দুৰন্ত নৈখনে বশ মানিব। আমাৰ খেতি-বাতি হ'ব।

খুব ভাল কথা। অনুপেও খুব ভাল কথা এটা ক'লে। মন্ত্ৰী হেনো আমাৰ ওচৰৰে সোণাৰুগুৰিত পৰি থকা চৰকাৰী ঘৰটোতে থাকিব। মাত্ৰ দুটা কোঠাৰ ঘৰ। তাহানি চাহাবৰ দিনতে সজা।

তেতিয়াৰ চাহাব চাপ্ ডেপুটীটো মাটি পিয়লৰ কামত এইফালে কেবামাহো থাকিবলগীয়া হৈছিল। চৰকাৰে তেতিয়াই এই ঘৰটো সাজিছিল। পিছত এজন ৰাজহ মন্ত্ৰীৰ দিনত ঘৰটো মেৰামত কৰা হয়। তিনি বছৰৰ আগতে হৈ যোৱা নিৰ্বাচনৰ সময়ত ঘৰটো আকৌ এবাৰ মেৰামত কৰা হয়। তাতে নেতা এটাই শিবিৰ পাতি লৈছিল। এতিয়া ঘৰটো মজবুত। দুটা দমকলো আছে। এটা চকীদাৰ, এটা ভাত ৰান্ধনি আৰু এটা চৌহদটো চাফ-চিকুণকৈ ৰখা মানুহ। দুটা আমাৰ গাঁৱৰে। মানে চম্পাপুৰৰে। নাম আটিলা আৰু মেঘাই। সিহঁতৰ মুখেহে শুনিলোঁ, ইযালৈ আহিব খোজা মন্ত্ৰীটো বোলে বৰ একাচেকা। লগত আন কাকো থাকিবলৈ নিদিয়ে। মানে নিজস্ব বিভাগৰ মানুহবোৰক আৰু লেমটো হৈ ফুৰা পালি নেতাবোৰক। কিবা অইন ধান্দা হেনো। গতিকে তেওঁ সোণাৰুগুৰিৰ চৰকাৰী ঘৰটোত অকলে থাকিব। লগত চহৰৰ পৰা অহা ডাঙৰ ডাঙৰ ইঞ্জিনীয়াৰবোৰ নেথাকে। মন্ত্ৰী এই ঘৰটোত থকা সময়খিনিত তেওঁৰ দায়িত্বত থাকিব আমাৰ অনুপ শৰ্মা। ফুকলীয়া ল'ৰাটো সিদিনাখন কলেজ দুখন পাছ কৰি আহিলহে, চাকৰি পালেই। তাকো সি অভাৰচিয়েৰৰ (কনিষ্ঠ অভিযন্ত্ৰা) ওপৰত। একে কোবে

এছিছ্টেণ্ট ইঞ্জিনীয়াৰ। ডাঙৰ এটা চাহাবেই। কিন্তু সি অভাৱচিয়াৰ ডন্বেশ্বৰ খাটনিয়াৰৰ নিচিনা মটৰ চাইকেলত ঘূৰি নুফুৰে। চাইকেলতহে ফুৰে। চম্পাপুৰত তাৰ লাগি-লুগা ধৰণৰ অফিচ এটাও আছে। তাৰ এচুকৰ এটা কোঠাত থকাৰ ব্যৱস্থাও আছে। সৰু ঘৰ এটাত বন্ধা বঢ়াবো ব্যৱস্থা আছে। কিন্তু সি নিজৰ ঘৰতহে থাকে। তাৰ ঘৰ চম্পাপুৰৰ ওচৰতে। এখন সৰু পথাৰ পাৰ হ'লেই হ'ল। পথাৰৰ কিনাৰেদি এটা সৰু বাট। গোবাটতকৈ অলপহে বহল। বানপানীৰ পিছত বাটটো চিনিব নোৱৰা হয়। সি খৰালি এতিয়া সেইটো বাটেৰেই অফিচলৈ চাইকেল মাৰি আছে। অৱশ্যে পিছত সি কি মূৰ্ত্তি ধৰে ঠিক নাই। কামত সোমোৱা মাথোন চাৰি মাহহে হৈছে।

অনুপ সঁচাকৈয়ে আমাৰ অঞ্চলটোৰ ডাঙৰ সম্পদ। বৰ চোকা ল'ৰা। কলেজত বৃত্তিৰ ওপৰতে পঢ়িলে । বাপেক পাঠশালাৰ পণ্ডিত। তেওঁৰনো কিমান অৰ্থৰ জোৰ থাকিব? সি খুব ভালকৈ পাছ কৰি ইঞ্জিনীয়াৰ হ'ল। চাকৰি বিচাৰিলে নিজৰ ঠাইতে। কাৰণ নিজৰ ঠাইৰ মানুহৰ বানপানীত নৰক যন্ত্ৰণা হোৱা সি ওপজাৰে পৰা দেখি আহিছে। সি হেনো পঢ়ি থকা অৱস্থাতে গাঁৱৰে (তাৰ গাঁওখনৰ নাম লাচিমজান) কন্দৰ দাসক কৈছিল যে ইঞ্জিনীয়াৰবোৰৰ লগত ঠিকাদাৰৰ শঠা-মিতিৰালিৰ ফলতেই ৰাইজৰ এই দুৰ্দশা। সময় মতে মথাউৰি সজা নহয়, পানীয়ে ছিঙি পেলোৱা মথাউৰিৰ সময় মতে মেৰামতি নহয়। আৰু বহুত অন্যায় হয়। সেইবোৰ কথা ইঞ্জিনীয়াৰ নহ'লে বুজিব নোৱাৰি। মুঠতে পঢ়া-শুনা জনা মানুহবোৰ, বিশেষকৈ কাৰিকৰী জ্ঞান থকা মানুহবোৰ, একো একোটা মস্ত তেজপিয়া।

সিয়ো কাৰিকৰ। কিন্তু সি তেজপিয়া হ'ব নোখোজে। সি মানুহ হ'বলৈ বিচাৰে।

অনুপে নিজৰ ঠাইতে কাম বিচাৰিলে। নিজৰ ঠাইত সাধাৰণতে চাকৰি দিয়া নহয়। সেই ঠাইৰ তলানলা মানুহজনে বুজি পায় কাৰণেই। কিন্তু অনুপৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম হ'ল। গুৰিয়াল ইঞ্জিনীয়াৰজনে তাক নিজৰ ঠাইতে কাম দিবলৈ বাধ্য হ'ল। কাৰণ ইঞ্জিনীয়াৰিঙৰ পৰীক্ষাত সি প্ৰথম বিভাগেই কেৱল পোৱা নাছিল, প্ৰথমো হৈছিল। তাক আন ঠাইত কাম দিয়াহেঁতেন বাতৰিকাকতবোৰে হুলস্থূল লগালেহেঁতেন। অনুপ ইঞ্জিনীয়াৰ হৈ নিজ অঞ্চললৈ অহাৰ পিছত মানুহবোৰৰ কিবা এটা বেলেগ ভৰসা হ'ল। সকলোৱে একেমুখে ক'লে— হওক তেও, অনুপ বোপা আহিল যেতিয়া আমাৰ কিবা এটা হ'ব, বানপানী নাইকিয়া নহ'লেও ইমান উৎপাত নহ'ব। এই পাৰগুসোপাৰ টকা খোৱাৰ চক্ৰান্তবোৰহে নাইকিয়া হ'ব।

এতিয়া বহুতে সুধিব পাৰে, মই সৰবজান নেকি? অনুপৰ ইমানবোৰ কথা জানো কেনেকৈ? সমিধানটো নিচেই সহজ। মই আৰু অনুপ একেখন পাটীতে বহি গিৰিকান্ত পণ্ডিতৰ পৰা ক-ক-ম-ম শিকা ল'ৰা। সি দোপতদোপে উন্নতি কৰিলে। মইহে শামুকৰ খোলা হ'লোঁ। কোনোমতে মজলীয়া স্কুলখন পাছ কৰি এতিয়া ছিটাদাৰ হৈছোঁ। মই তেনেই নিঃকিন নহওঁ। অলপ-অচৰপ পইচা পাওঁ। তাৰে ঘৰখনৰ জোৱা মৰে।

অনুপে মোক সকলো কথাই কয়। তাৰো সুখ-দুখ বোলা বস্তু এটা আছে। দুখত মই তাক প্ৰবোধ দিওঁ, সুখত তাক উত্তাৱল নহ'বলৈ কওঁ। হেজাৰ হওক জীৱনত বহুত ভুগিলোঁ কাৰণে সংসাৰত চলিব পৰা বুদ্ধিবোৰ তাতকৈ মোৰ অলপ বেছি। সিও স্বীকাৰ কৰে।

খৰালি ৰাস্তা-পদূলিবোৰ অলপ ভাল হৈছে। বৰ ওখোৰা-মোখোৰা। এখন কাঠৰ দলং পানীয়ে উটুৱাই নিলে। এতিয়া কাষেদিহে বাট এটা হৈছে। তদুপৰি এছোৱা বাটত ধূলি। মটৰগাড়ী এখন

আহিলে ডাবৰৰ মাজৰ পৰা ওলাই অহা যেন লাগে।

তথাপি মন্ত্ৰী ডাঙৰীয়া আহিব। যোৱাবাৰ এজন বানমন্ত্ৰী অহাৰ কথা আছিল। কিন্তু তেওঁ চহৰৰ পৰাই হেনো আমাৰ খা-খবৰ লৈ গুচি গ'ল। সেইজন বেলেগ মন্ত্ৰী। তেওঁৰ হেনো পদোন্নতি হ'ল। এতিয়া তেওঁ ৰাজহ মন্ত্ৰী। আমাৰ তালৈ আহিব বুলি এপষেক আগতে খবৰ দিয়া এইজন মন্ত্ৰীৰ নাম গৌৰ পাটগিৰি। আগতে ইয়াতকৈ ডাঙৰ মন্ত্ৰী আছিল। খেতি-বাতি, মাছ আৰু পানী সিঁচা বিভাগ তেওঁৰ হাতত আছিল। এতিয়া মাথোন এটাহে বিভাগ। তেওঁৰ অৱনতিহে হৈছে।

গতিকে ধৰিব পাৰি যে তেওঁ মানুহ সুবিধা বিধৰ নহয়। কিবা কেলেংকাৰী ওলাল হেনো। বহুতে কয় কথাটো মিছা। শত্ৰুৰ তালিবাজি হেনো।

অনুপে মানুহটোক আগতে দেখা নাই। আচলতে সি এতিয়ালৈকে তিনিটামান মন্ত্ৰীক হে দেখিছে। ডম্বৰ খাটনিয়াৰে কিন্তু বহুত মন্ত্ৰী দেখিছে। মন্ত্ৰীৰ তলুৱাৰ খজুৱতি মাৰি সি একে ঠাইতে চৈধ্য বছৰ আছে। এই ঠাই হেনো বান বিভাগৰ মানুহৰ বাবে স্বৰ্গ। এই স্বৰ্গৰ অৰ্থ বেলেগ।

বাৰু থাওক সেইবোৰ কথা। মূল কাহিনীটোলৈ আহোঁ। অনুপ আজি পুৱাই চাইকেল মাৰি মোৰ ওচৰ পালেহি। সি ক'লেহি, "মন্ত্ৰী আহিব। খুব ভাল কথা। তেওঁ দেখা-শুনা কৰি গ'লে, ইয়াত বহুত খৰচ কৰিব পাৰিম। কিন্তু আজিৰ দিনটো পাৰ হ'লেহে ৰক্ষা পৰোঁ। সকলো ভাৰ মোৰ ওপৰত। মই কি কৰিব লাগে একোৰে উবাদিহ নেপাওঁ। ডম্বৰ বিছনাত পৰি আছে। সি থকাহেঁতেন একো চিন্তাই নাছিল।"

"কি হ'ল তাৰ?"

মই সুধিলত সি ক'লে, "ৰাতি ক'ৰবাৰ পৰা সি উভতি আহিছিল। গাত বহুত নিচা। তাৰ মটৰ চাইকেল বাটৰ পৰা খালত পৰিলগৈ। কামিহাড় ভাগিছে হেনো। তই তাৰ মটৰ চাইকেলখন চলাব লাগিব। চহৰৰ পৰা কিবাকিবি আনিব লাগিব। আৰু এটা কথা। এতিয়া মোৰ লগত ওলা। তই মেঘাইৰ লগতে ডাক বাংলাত থাকিব লাগিব। লাগ বুলিলেই তোক বিচাৰি পাব লাগিব।

সি চাহটোপা খাবলৈকে নৰ'ল। মই তাৰ লগত গৈ চম্পাপুৰ ওলালোঁগৈ। ইতিমধ্যে আটিলা আৰু মেঘায়ে খোৱা বস্তুৰ যোগাৰ কৰিলেই। কেইচকলামান চিতল মাছ, দুটা কুকুৰা, বুট দাইল, গৰম মছলা, তিয়ঁহ, গাঁজৰ, ধনিয়াপাত ইত্যাদি। কালিয়েই বস্তুবোৰ অনাইছিল। ডম্বৰ পৰা টকা ধাৰে লৈছিল। ইয়াতে ভালেখিনি খৰচ হ'ল। বস্তুবোৰ দেখুৱাই মেঘায়ে ক'লে— "আৰু দুটা বস্তু লাগিব। ডম্বৰ খাটনিয়াৰে কোৱা মনত পৰিছে। দাম পৰিব কিন্তু।"

"কি কি বস্তু?"

"বাচমতি চাউল আৰু বিলাতী মদ। দোকানত নোপোৱা মদ। স্কচ। বটলত সাত শৰ পৰা এহেজাৰলৈকে।"

"গৌৰ পাটগিৰিয়ে এইবোৰ মুখত দিয়ে বুলি তই কেনেকৈ জানিলি?"

"ডম্বৰ খাটনিয়াৰে কোৱা কথা। সি হয়তো ক'ৰবাত শুনিছে।"

অনুপ শৰ্মা বিমোৰত পৰিল। ইমানবোৰ টকা খৰচ কৰিব লাগিব। কিন্তু মন্ত্ৰীয়ে খৰচটো দিব জানো?

এই কথা মেঘাই আৰু আটিলাক সোধা গ'ল। সিহঁতে ক'ব নোৱাৰিলে। জম্বুবানে মালীৰ

কাম কৰে। বুদ্ধিত প্ৰখৰ। সি ক'লে, "এবাৰ এটা মন্ত্ৰী আহিছিল। সেইবাৰ আকৌ ডম্বৰ বৈণীয়েকৰ যোৰা-খোৰা অৱস্থা। মন্ত্ৰীৰ আলপৈচানৰ ভাৰ পৰিছিল এছিছ্‌টেন্ট ইঞ্জিনীয়াৰ তমো ৰাবিকৰ ওপৰত। সিও আমাৰ অনুপৰ দৰে মন্ত্ৰীৰ মতলব নুবুজা মানুহ। যাবৰ সময়ত মই এটা চেলাম মাৰি থিয় দি থকা দেখি ৰাজপুৰুষজনে কথাটো বুজি পালে। এছিছ্‌টেন্ট ইঞ্জিনীয়াৰক খোৱাৰ খৰচটো দিলে। তেৰোঁ বেঙা। কিয়নো টকাকেইটা ৰাখিব লাগে?"

"বাৰু জম্বু, স্কচ্ বোলা মদটো তেওঁক লাগিছিল নে?"

"অনাইছিল। আচল কথাটো ক'বলৈ গ'লে, ময়ে চহৰৰ পৰা আনিছিলোঁ। তেতিয়াই নগদ পাঁচশ টকা পৰিছিল।"

সেয়েহে অনুপ আৰু মই ভাবি-চিন্তি জম্বুবানকে এইটো কামৰ ভাৰ দিলোঁ। কিন্তু অনুপৰ হাতত ইমান ধন নাই। মাছ, কুকুৰা চৰাই আৰু শাক-পাচলিৰ দামটো মেঘাই, আটিলা আৰু জম্বুবানে যোগাৰ কৰি দিলে। এসপ্তাহৰ আগতে দৰমহা পোৱাৰ বাবে সিহঁতৰ হাততো পইচা আছে।

অনুপ বৰ হতাশ হ'ল। সি ক'লে, "চাকৰিত সোমোৱাৰ দিন ধৰি মই দৰমহা পোৱাই নাই। 'পে স্লিপ' বুলি কাগজখন আহিলেহে দৰমহা একেলগে পোৱা যাব। সেইখন কাগজ আহিবলৈ কেতিয়াবা এবছৰো লাগে।"

মই ক'লোঁ, "তেনেহ'লে কথাটো দুৰ্লভ দোকানীক ক'বি আকৌ। সৰিয়হৰ কাৰবাৰ কৰি সি ভাল পইচা কৰিছে।"

মই ক'লত দুৰ্লভ দোকানীয়ে এহেজাৰ টকা দিলে। তাকে লৈ জম্বু চহৰলৈ গ'ল। বিলাতী মদৰ বটলটোৰ লগতে সি বাচমতি চাউলো আনিব। তাকো কিলোত চৈধ্য টকা দৰত।

অনুপে এটা হুমুনিয়াহ কাটিলে। মেঘাই আৰু আটিলাৰ মনৰ ভাববোৰ কথাতে ফুটি উঠিল।

আটিলাই ক'লে, "এইবোৰ দেখিলে কাম এৰি ডকাইত হ'ম যেন লাগে। এটা মানুহৰ কাৰণেই এটা ভোজৰ খৰচ।"

মেঘায়েও হুয়ভৰ দি ক'লে, "সিকালে আমি আধাপেটীয়া। আমাৰ মাজতে বহুত জকা ওলোৱা মানুহ মন্ত্ৰীজনে নিশ্চয় দেখা পাব। তেতিয়াও এইবোৰ বস্তু খাবলৈ তেওঁৰ মন যাবনে?"

মই মনে মনে থাকিলোঁ। অনুপে মোক আছুতীয়াকৈ মাতি আনি ক'লে, "বুইছ সাধন, কাইলৈকে আমি বাকী মাৰিব পাৰিম। তেওঁ নিশ্চয় টকাখিনি দিব। আমি বিল কৰিব লাগিব।"

মই সুধিলোঁ, "বিলৰ তলত কোনে চহী কৰিব?"

সি ক'লে, "মেঘায়ে। সিয়েইটো ৰন্ধা-বঢ়া কৰে। কিন্তু অনুপ, বটলটোৰ দামটো?"

অনুপে ক'লে, "অতিৰিক্ত খৰচ বুলি ধৰি দিলেই হ'ল।" আমি ইমান দায়িত্বৰ মাজতো থাকিলোঁ।

বয়স কিজানি দুকুৰি পোন্ধৰ। আমি তেওঁৰ পুতেকৰ বয়সৰ। পিন্ধিছে এবিধ নতুন পোছাক। মেঘায়ে ইয়াৰ নামটো জানে। কিবা 'ছেফাৰি ছুট' হেনো। তেওঁৰ চশমাযোৰ ইমান ডাঠ যে চকু দুটা ভালকৈ নেদেখি। হাত দুখনত ঘনকৈ গজা নোম। কপালৰ ভালেখিনি ওপৰলৈকে চুলি নাই। কিন্তু তপা বুলিও ক'ব নোৱাৰি। গাটো লাহী। তেওঁ সদ্বিয়াহে ওলালহি। মটৰৰ লাইটতহে বানপানীৰ দুষ্কাৰ্যবোৰ চাই ল'লে। তেওঁৰ লগত পিছে তিৰোতা এগৰাকীহে। অৱশ্যে বন্দুকধাৰী পুলিচৰ ভেন এখনো লগে

লগে আহিছে।

ৰাইজে তেওঁক লগ পাবলৈ বিয়লি চাৰি বজালৈকে বৈ আছিল। শেহত অধৈৰ্য হৈ ঘৰাঘৰি গ'লগৈ। অনুপ আৰু মোৰ চিন্তা। খাবৰীয়া এটা নহয়, দুটা। লগত এজনী তিৰোতা। তেওঁৰে তিৰোতা চাগৈ। কিন্তু তাকে সুধিবলৈ কাৰ সাহ হ'ব?

আকৌ জম্বুৰ পৰা উপদেশ ল'বলগীয়া হ'ল।

"জম্বু, দুটালৈ আটিব জানো?

"আটিব।"

"পুলিচবোৰে কি খাব?"

"মই শুনিছোঁ, সিহঁতে পাল পাতি থানাত খাবগৈ। সিহঁতৰ বাবে কি চিন্তা? য'তে থাকে, ত'তে ডকা-হকা দি খাব।

"মানুহজনী কোন ক'ব পাৰনে, জম্বু?"

"সাধনকাই তয়ো তাইক চিনি নেপাৱনে?"

"নাই পোৱা। বস্তুৰ দাম-দৰ বেছি হোৱাৰ পৰা আজিকালি টাউনলৈ বাধ্যত পৰিহে যাওঁ।"

"তইনো কেনেকৈ চিনি পাৱ? কিজানি আমাৰ বাংলাৰ ওচৰৰ কোনেও চিনি নেপায়। কোনোবাই দেখিছিল যদিও এতিয়া মনত পৰা নাই কিজানি। তাই মনত বৈ যাব পৰা বিধৰ ৰূপহী নহয়।"

"তেনেহ'লে এওঁ মন্ত্ৰীৰ ঘৈণীয়েক নহয়। কোন বাৰু?"

"তোক অকলে ক'ম। অনুপে শুনি বেয়া নেপায় যদি এতিয়াই ক'ম। অনুপে বা কি কয়?"

"ক' বাৰু।"

"তহঁতৰে একজিকিউটিভ ইঞ্জিনীয়াৰে হোম পুৰি বিয়া কৰোৱা তিৰোতা।

আমি কথাটো সঁচানে মিছা ভাবি চাবলৈ সময় নৌহওঁতেই, জম্বুৱানে ঘৃণা আৰু বিতৃষ্ণাৰে কৈ থাকিল, "তাই নাটেশ্বৰীৰে ইয়াত জানো কম খেলা নেদেখুৱালে? এদিন দুয়োটা আহিছিল। সি ৰাতি মদ খাই বেহুঁচ। এই সুবিধাতে কনট্ৰেক্টৰ এটাই তাইক এফালে লৈ গ'ল। এদিন আকৌ তাৰ ওলোটাটোহে ঘটিল। সি দিনত কাম চাবলৈ গৈছিল। তাই খাই লৈ বেহুঁচ হৈ বিছনাৰ তলত পৰি আছে। গোটেইখন বমি। বুইছ, অনুপ, যিমানেই ওপৰলৈ যাবি, সিমানেই এইবোৰ কথা বেছিকৈ বুজিবি। ওপৰখন বৰ লেতেৰা।"

মই অনুপলৈ লক্ষ্য কৰি আছোঁ। তাৰ মুখখন কঠিন হৈ পৰিছে। সি হাত দুটা মুঠি মাৰি ধৰি আছে।

"কি হ'ল, অনুপ?"— মই সুধিলোঁ। সি একো নকৈ আঁতৰি আহি ডাক বাংলাৰ চৌহদৰ বৰ নিমজোপাৰ তলত থিয় দিলেহি। মই তাৰ ওচৰ পাই সুধিলোঁ, "জম্বুৱে তোক 'তই' বুলি কোৱাত বেয়া পালি?" সি ক'লে, "কিয় বেয়া পাম? আমি একেখন গাঁৱৰে। সি মোৰ জেঠাইৰ ঘৰৰ ওচৰৰে।"

"তেনেহ'লে কিহত খোপ?"

"সেয়া কাকো কোৱা কথা নহয়। এইবোৰ মনৰ ভিতৰতে গুজৰি-গুমৰি থকা বস্তু। সাধন, মই ভুল কৰিলোঁ কিজানি। ইঞ্জিনীয়াৰ নহৈ ক'ৰবাত মাষ্টৰ হৈ থকাই ভাল আছিল।"

সেইদিনা মন্ত্ৰীয়ে হেনো অনুপক বানপানীৰ বিষয়ে একো কথা নক'লে। চহৰত এই সম্পৰ্কে একজিকিউটিভ ইঞ্জিনীয়াৰ আৰু ছুপাৰিণ্টেণ্ডিং ইঞ্জিনীয়াৰৰ লগত আলোচনা কৰাৰ কথাহে ক'লে। ৰাতি কুঁৱলীত খাকী কাপোৰ তিয়াই পুলিচে মন্ত্ৰীক পহৰা দি থাকিল। মই ৰাতি মেঘাইৰ লগত আছিলোঁ। অনুপ মাজনিশা ঘৰলৈ চাইকেল মাৰি গৈছিল আৰু ৰাতিপুৱাই ওলাইছিলহি।

মই মেঘাই আৰু জম্বুক ফুচ্‌ফুচাই কথা কোৱা শুনিলোঁ ঃ

"অলপো বাকী নেৰাখিলে বোপাই। গোটেই বটল শেষ।"

"তাই বেছি খালে। তাই এটা পিপা। সি একো খবৰ নেপায়নে? মানে ইঞ্জিনীয়াৰ গিৰীয়েকে?"

"ক'ত নেজানে? সিওবা তাই নথকাৰ সুযোগ লৈ তাৰ ঘৰলৈ কাক আনিছে, কি ঠিক? সিহঁতৰ এইবোৰ বাছ-বিচাৰ নাই। মাথোন টকা লাগে, ঘৰ-বাৰী লাগে, প্ৰমোচন লাগে। থুৱাই কটা।

মোক আৰু অনুপক দেখি সিহঁত নিমাতে ৰ'ল। আমি চাৰিও গৰমিল হৈ এখন বিল বনালোঁ ঃ

| | | |
|---|---|---|
| ভাত দুকাঁহী | — | ১৫ টকা |
| দাইল দুবাতি | — | ৬ টকা |
| কেঁচা শাক-পাচলি | — | ৫ টকা |
| মাছ ৮ পিচ | — | ১৬ টকা |
| মাংসৰ সৈতে জোল | — | ২৪ টকা |
| অতিৰিক্ত খৰচ | — | ৭০০ টকা |
| মুঠ | — | ৭৬৬ টকা |

হাতেৰে লিখা বিলখনত মেঘাযে চহী দিলে। মন্ত্ৰী আৰু সেই মন্ত্ৰীৰ পত্নীৰ অভিনয় কৰা তিৰোতাজনী বাৰাণ্ডা পালেহি। ড্ৰাইভাৰটোৱে গাড়ীৰ দুৱাৰখন খুলি ৰৈ থাকিল।

মই আঁতৰৰ পৰা লক্ষ্য কৰি থাকিলোঁ। বিলখন হাতত লৈ মেঘায়ে মন্ত্ৰীক এটা চেলাম দিলে। মন্ত্ৰীয়ে সুধিলে, "কিবা কথা আছে?" তেওঁ ওচৰতে থকা অনুপৰ ফালে চাই আকৌ সুধিলে, "ই মাষ্টৰ ৰ'লৰ মানুহ নেকি?"

অনুপে একো ক'বলৈ নৌপাওঁতেই মেঘায়ে ক'লে, "বিল আছিল, ছাৰ।"

তেওঁৰ এইবাৰ আচল মেজাজটো কেনেকুৱা তাকে বুজা গ'ল। বিলখনলৈ পোন্দোৰাকৈ চাই, অনুপ আৰু মেঘাইৰ মুখত চাবনিৰে বিহ ঢালি, বিলখন চিৰাচিৰকৈ ফালি মেঘাইক ধমক দিলে। সিও ফাঁহি ছিটিকা দিলে।

মন্ত্ৰীয়ে অনুপক সৰু সৰুকৈ কিবা ক'লে। মই নুশুনিলোঁ। গাড়ীৰে ধূলি উৰুৱাই মন্ত্ৰী গ'লগৈ।

মই অনুপৰ ওচৰ চাপি গ'লোঁ। তাৰ কাণ দুখন ৰঙা পৰিছে। কপাল আৰু গালত তেজে থোপা বান্ধিছে। তাৰ চকু দুটায়ো বিহ ঢালিছে। আকৌ হাত দুটা মুঠি মাৰি ধৰিছে। মোৰ তাক মাতিবলৈ সাহ নহ'ল। সি কোঠাৰ চকী এখনত অবশ হৈ বহিল। টেবুলত থকা পানী এগিলাচ কোট্‌কোটকৈ পিলে। সি এই আঘোণৰ পুৱা ভাগতো ঘামিছে।

মই তাৰ ওচৰতে বহিলোঁ। অৱশেষত সি মুখ মেলিলে, "সাধন, পাতকীটোৱে কি ক'লে, জান?— হেৰা, নেজানা যদি আনক নুসুধিলা কিয়? তোমাৰ ৰান্ধনিয়ে মোক দস্তুৰমত অপমান কৰিছে। মই ক'লোঁ, ছাৰ, এইবোৰ সিয়ে খৰচ কৰিছিল। মোৰ কথা শুনি সি মাথোন মোৰ পিঠিত চপৰিয়াই গাড়ীত উঠিল। এতিয়া খোৱাৰ বাবদ ৬৬ টকা দিব পাৰিম। কিন্তু জম্বুৱে ওস্তাদী দেখুৱাই সাতশটকীয়া বটলটো দিলে কিয়?"

জম্বু এনেতে ওলালহি। কোঠাটো ইমান পৰে গোমোঠা হৈ আছিল। সি অহাৰ পিছত গোমোঠা অৱস্থাটো অলপ পাতল হ'ল।

সি ক'লে, "হওক তেও, পুহকৰ আঁতৰিল।" মই জম্বুক টানকৈ সুধিলোঁ, "সেইডালক উপযাচি মদৰ বটলটো দিলি কিয়?" সি ক'লে, "মইহে উপযাচি দিম? ইমান বেঙা পাইছ? মই এইবোৰ ভব্যগব্য মানুহৰ ভাব ভাষা নুবুজোঁ নেকি? গা বিষাইছে, টোপনি যায়নে নেযায় ঠিক নাই। তোৰ চাহাবক ক'বি।— এইখিনি কথা শুনাৰ পিছত মদৰ বটলটো নিদিম কিয? বাৰুকৈ সেইজনী আহি ৰক্ষা কৰিলে। এস্ ৰাতিটো অকলশৰে থাকোঁ কেনেকৈ? তোৰ চাহাবক ক'বি। এইবুলি কোৱাহেঁতেন ক'ৰবাৰ পৰা মাইকী আনি দিব লাগিলহেঁতেন।"

শেষৰফালে তাৰ মাতটো ফাটি গৈছিল। ইমানেই তাৰ খং।

জম্বু আমাৰ ওচৰৰ পৰা উচাট মাৰি গুচি গ'লত অনুপে খুব গহীনাই আচল কথাকেইটা কৈ গ'ল, "তেওঁ জহন্নামে যাওক। আমাৰ অনুতাপ কৰিবলগীয়া একো নাই। তেওঁ মোৰ পিতৃৰ বয়সৰ। কিন্তু তেওঁৰ পৰা মই শিকিলোঁ কি? পৰস্ত্ৰীক এনেকৈ আনিব লাগে, মদ খাব লাগে, এইবোৰ? তেওঁ আৰু ডাঙৰ কথা এটা শিকাই গ'ল ঃ মানুহ পানীত বুৰি মৰক, মথাউৰি হওক বা নহওক, তইঁতে টকা খা, মোকো তাৰ ভাগ দে। সাতশ আঠশ টকাৰ খোৱাৰ খৰচ মই দিব লাগিব। এইটো ধৰা-বন্ধা কথাৰ অৰ্থ এয়ে নহয জানো? বুইছ সাধন, এনে কৰিযেই মই জীৱন আৰম্ভ কৰিলে তই কি বুলি ক'বি? গোটেই জীৱনটোৱেই মোৰ পৰি আছে। পোনতেই নষ্ট হ'ব নোখোজোঁ। পাপী হ'ব নোখোজোঁ। মই শেষ সিদ্ধান্ত ল'লোঁ।"

"কি?" মোৰ ব্যগ্ৰ প্ৰশ্ন?

"কাম ইস্তফা দিম, এই কামত থাকিলে সৎ হ'ব নোৱাৰিম। সৎ হ'লে ঠিকাদাৰ-ইঞ্জিনীয়াৰৰ দুষ্টচক্ৰটোৱে মোক মাৰি পেলাব।"

"কিন্তু তেতিয়া অঞ্চলটোৰ অৱস্থা কি হ'ব, অনুপ? তয়ে আমাৰ ভৰসা আছিলি।"

"এই উত্তৰ মোৰ হাতত নাই, ভব্যগব্য পণ্ডিতবোৰৰ হাততো নাই। "

অনুপে সঁচাসঁচিকৈ কাম ইস্তফা দিলে। তাৰ পিছৰ পৰা মই তাৰ একো খবৰ নেপাওঁ। ময়ো বদলি হ'লোঁ। এনেকৈ পাঁচ বছৰ গ'ল।

মই নতুন ঠাইত ঘৰ সাঁজিলোঁ। এদিন এই নতুন ঠাইৰ দহ মাইল আঁতৰৰ চহৰখনলৈ আহোঁতে হঠাতে আমাৰ অঞ্চলৰে কুজিডাঁহৰ সৰু মণিক লগ পালোঁ। সৰুমণিৰ পোছাকী নাম কি ক'ব নোৱাৰোঁ। সি এইখন চহৰত 'পৰ্পেছাৰ'। সি মোক দেখিয়েই সাবট মাৰি ধৰিলে। মোক তাৰ গাড়ীখনত উঠাই তাৰ ঘৰলৈ লৈ গ'ল আৰু ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীৰ লগত চিনাকি কৰি দিলে। চাহ-জলপান খোৱাৰ পিছত মোৰ নিচেই কাষত বহি সি ক'লে, "সাধন, অনুপ জানো তোৰ লগৰ নাছিল? সি এতিয়া

আমেৰিকাত থাকে। তই খবৰ পোৱা নাই কিজানি। মই অলপতে আমেৰিকালৈ গৈছিলোঁ। তাৰ ঘৰত দুদিন আছিলোঁ। সি তাত এটা ডাঙৰ ইঞ্জিনীয়াৰ। সি এতিয়া এটা ডাঙৰ কোম্পানীত কাম কৰে। সি মিছিছিপিৰ নিচিনা প্ৰকাণ্ড নদীৰ বান ৰোধ কৰিব পাৰে। সিহঁতৰ কোম্পানীটোৰ এয়া বিশেষ কাম। এতিয়া সি হড্‌ছন নদীক বশ কৰাৰ কামত লাগিছে। মোক বিমানকোঠত থ'বলৈ আহি থোকা-থুকি মাতেৰে সি কি ক'লে জান? বোলে, দাদা, দেশৰ বোকা-পানী আৰু ধূলি-বালি এৰিলোঁ, স্বৰ্গ যেন জেগা পালোঁহি। ধনো পাওঁ, থাকোঁ চাহাবৰ দৰেই। কিন্তু বোকা-পানী আৰু ধূলি-বালি এৰি জানো ভাল কৰিলোঁ? সদায় ভাবোঁ, দাদা এই চিকুণ ঠাইখনতকৈ নিশ্চয় চম্পাপুৰ আৰু সোণাৰুগুৰিৰ বোকা-পানীও ভাল, ধূলি-মাকটিও ভাল। মই ত্ৰিশঙ্কু, ইকুলৰো নহ'লোঁ, সিকুলৰো নহ'লোঁ।"

মই সৰুমণিৰ মুখে অনুপৰ কথা শুনি তাৰ বিষয়ে আৰু কথা জানিবলৈ ঔৎসুক হৈ পৰিলোঁ।

# প্ৰেয়সী

মানুহজনৰ মাৰুতি গাড়ীখনৰ হৰ্ণটো শুনিয়েই বন্দনে গম পাই যায়। সি দৌৰি গৈ তেওঁক চালাম দিয়ে, আগ্ৰহেৰে তেওঁৰ বাকচকেইটা আনি কোঠাত থয়, বাকচ খুলি চেণ্ডেলযোৰ ভৰিৰ ওচৰত থয়, চেণ্ডেল পিন্ধাৰ পিছত জোতাযোৰ আনি নিৰ্দিষ্ট ঠাইত ৰাখে আৰু বাথৰুমত পানী, টাৱেল আৰু চাবোন থৈ সোধে, "ছাৰ কেইদিনলৈ?" তেওঁ কয়, "একেটা কথাকে সুধি থাক কিয? সময়ৰ লেখ-জোখ লৈ ইয়ালৈ অহাৰ কিবা অৰ্থ আছে? যেতিয়ালৈকে কাম বাকী থাকে, তেতিয়ালৈকে।"

মানুহজনে কাকো লগত লৈ এই গহন বনৰ মাজলৈ নাহে। লগত কিছুমান বহল-দীঘল বস্তু, মানে ছবি আঁকা কাগজ, যাক তেওঁ কেনভাছ বুলি কয়। তেওঁ হেনো বিখ্যাত ছবি আঁকা মানুহ। কিন্তু ছবি আঁকাটো হেনো তেওঁৰ ৰোজগাৰৰ ভিতৰত নপৰে। তেওঁৰ বৃত্তিৰ লগত পেছাৰ মিল নথকা এজন গুণী মানুহ। কোনোবা এখন বিশ্ববিদ্যালযৰ গণিত শাস্ত্ৰৰ অধ্যাপক। ছুটী পালেই তেওঁ এই গহন বনখন পাযহি। নাম ভাস্কৰ গোহাঁই। "বিবাহিত নে?" ঔৎসুক হৈ কেতিয়াবা বন্দনে সোধে। তেতিয়া ড° ভাস্কৰ গোহাঁয়ে কয়, "তোক কৈছোঁ নহয, বন্দন, তই বাৰু বন্দন নে বান্দৰ? বাপেৰে এইটো নাম ৰখাহেঁতেনেই ভাল আছিল। বান্দৰ কোচ। কি সুন্দৰ নাম হ'ব৷ কল এটা মুখত দি তোৰ ছবি আঁকি ঘৈণীয়েৰলৈ পঠিয়াব লাগিব।"

বন্দনে সোধে, "মোৰ শিমলুগুৰিত ঘৈণীজনী আছে বুলি আপুনি জানে। অথচ আপোনাৰ কথা জানিবলৈ মোৰ মন নেযাব কিয়?" তেওঁ কয়, "অৱশ্যে কথাটো হয। শুন বন্দন, সকলো মানুহ বিয়া কৰাবৰ বাবে উপযুক্ত নহয। যদি কথাটো বুজা নাই, তেন্তে বুজাই দিব লাগে বুলি নক'বি। দুনিয়াত চব মানুহেই বিয়া কৰে নেকি? চব মানুহেই নাকী লগোৱা ম'হ হ'ব পাৰে নেকি?"

বন্দনে মিচিক-মাচাক্ হাঁহে। কিন্তু তাৰ অতি প্ৰিয চাহাবটোৰ কৃত্ৰিম খং তুলি আমোদ পায কাৰণেই সি এইবোৰ কথা প্ৰতিবাৰেই সোধে। ড° ভাস্কৰ গোহাঁয়েও জানে যে তাৰ অতি মৰমৰ বন্দনে ইচ্ছা কৰিয়েই এইবোৰ কথা সোধে আৰু এনেকৈয়ে তেওঁৰ ঈপ্সিত বনবাস আৰম্ভ হয।

এইবাৰ বন্দনৰ 'ছাৰ' পুৰা এবছৰৰ মূৰত আহিছে। তেওঁ ব'হাগ আৰু ভাদত আহিব লাগিছিল। কিন্তু নাহিল। যোৱাবাৰ কাতি বিহুৰ পিছত আহিছিল। এইবাৰ আহিল আকৌ ৰাসযাত্ৰাৰ আগে আগে।

শৰতত গহন বনখনি অতিশয় নয়নাভিৰাম হৈ পৰিছে। হাতীঘুলি ফৰেষ্ট বিট হাউছৰ চৌপাশে বন্য প্ৰকৃতিৰ পূৰ্ণতা। এয়া ফুলৰ পৰা ফল ধৰাৰ ঋতু। আকাশ নিৰ্মল। বনৰীয়া জুৰিৰ পানীও ফটিক ধাৰ। জীৱ-জন্তুৱে হাতীঘুলি হাবিয়ে প্ৰকৃতিৰ অপৰূপ ভাৰসাম্যৰ চিনাকি দিছে।

এই গহন হাতীঘুলি হাবিলৈ আহি ভাস্কৰ গোহাঁয়ে খোজে খোজে ছবি আঁকাৰ সম্বল পায়।

তেওঁ হেঁপাহ পলুৱাই ছবি আঁকে। ইয়াৰ পৰা ঘূৰি গৈ চহৰৰ গতানুগতিকতা, ধূসৰতা, জনকীৰ্ণতা আৰু ব্যস্ততাৰ প্ৰাত্যহিক তুচ্ছতাক অতিক্ৰমি কেইমাহমান থাকিবলৈ তেওঁ শক্তি আহৰণ কৰে।

আজি মাৰুতি গাড়ীৰ উকি শুনি বন্দন দৌৰি আহি বিনাবাক্যব্যয়ে ড° গোহাঁইৰ বস্তুবোৰ তেওঁ প্ৰায়ে থকা কোঠাটোলৈ লৈ গ'ল। নুৰা বান্ধি অনা কেনভাছবোৰ বিছনাৰ তলত থ'লে। আগৰ দৰে মোনাটো খুলি ভালেমান বটল, দাঢ়ি খুৰোৱা সৰঞ্জাম আদি ড্ৰেছিং টেবুল আৰু ৰেকত থ'লেহি। বন্দনৰ মনটো উজলি উঠিল। বটলকেইটা থৈ সি ভাবিলে, তাৰ ভাস্কৰ ছাৰ ইয়াত এপষমান থাকিব হ'বলা। 'বস্তু' যথেষ্ট আনিছে। এটা ভেট্ ছিক্সটি নাইন, বিচলেৰী মিনাৰেল ৱাটাৰ বটলো কেইবাটাও। আৰু আছে মেক্‌ডুৱেল ভিণ্টেজ হুইস্কি দুটা।

বাথৰুমৰ পৰা ওলাই আহি তেওঁ ক'লে, "বন্দন, ফ্ল'ৰখন মচিবি। মচিলে চিত্ৰনলা দিবি। মই আনিছোঁ। এতিয়া মাখি বেছি হয়।"

সি একো নকওঁতেই তেওঁ চিগাৰেট এটা মুখত দি সুধিলে, "বাকী দুটা কোঠা আগৰ দৰে খালী থকা নাই নেকি? কোনোবা মাইকী-ছাইকী আছে হ'বলা।"

হাঁটীঘূলি বিট অফিচৰ ইন্সপেক্সন বাংলোত অৰ্থাৎ বিট হাউছত স্বয়ংসম্পূৰ্ণ তিনিটা কোঠা আছে। যিহেতু ঠাইখন লোকালয়ৰ পৰা বহু নিলগত, সেয়েহে ইয়ালৈ অফিচাৰৰ বাহিৰে অন্য মানুহ নাহে। অৱশ্যে কোনোবা কোনোবা অফিচাৰ বা ঠিকাদাৰ সঘনাই আহিব পাৰে। কৰ্তব্যৰ খাতিৰত নহয়, অসৎ প্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ অৰ্থেহে। বন্দন ভাল মানুহ। কিন্তু হাতীঘূলি বিট হাউছত থাকি থাকি সি পাপ আৰু পুণ্যৰ তথা সৎ জীৱনৰ আৰু ব্যভিচাৰৰ মাজৰ ৰেখাডাল লাহে লাহে চিনিব নোৱৰা হৈছে। সি নিৰাসক্তভাৱে তাৰ চাহাবসকলৰ গোপন জীৱন চাই থাকিব পাৰে। এই ফালৰ পৰা চাবলৈ গ'লে কিন্তু তাৰ অতি প্ৰিয় ভাস্কৰ গোহাঁই মহাপুৰুষ। সুৰাপান আৰু চিত্ৰাংকনৰ বাহিৰে তেওঁক আনত একো ৰাপ নাই। সদায় অকলে আহে। অথচ ভালেমান চাহাবে ইয়ালৈ অকলে অহাটো মূৰ্খামি বুলিহে ভাবে। এবাৰ এজন ডাঙৰ বন বিষয়াই হেনো কৈছিল। Every beat house should be enriched with a surrogate wife

"ছাৰ, মাইকী আছে বুলি গম পালে কেনেকৈ?"

"মোৰ নাকটো বৰ দীঘল। গোন্ধ পাইছোঁ। বিশেষকৈ বিদেশী স্ন'-পাউডাৰৰ।"

"ঠিকেই ধৰিছে, ছাৰ। এতিয়াও আছে।"

"কোননো।"

"গিৰীয়েকৰ নামটো কিবা কাকতি। ডাঙৰ ঠিকাদাৰ হেনো। ডি এফ অ'ৰ পৰা পাৰ্মিচন লৈ আহিছে।"

"এতিয়া ক'লৈ গৈছে?'

"উকীল এজনৰ লগত চহৰলৈ গৈছে।"

"উকীল বুলি কেনেকৈ জানিলি?"

"যাওঁতে উকীলৰ কোট পিন্ধি গৈছিল।"

"কিহত আহিছিল?"

"কণ্টেছা গাড়ীত।"

"মানুহজনী কাৰ ঘৈণীয়েক?"

"ঠিকাদাৰৰ। নাম লিখোঁতে গম পালোঁ। বৰ বেয়া লাগে ছাৰ। দুয়োজন কেছুৱী ঘৰলৈ যাওক, বাৰু মানুহজনীক অকলে মোৰ জিম্মাতহে এৰি থৈ যাব লাগেনে? এইখন ডাঠ হাবি যদিও ইয়াত বনৰীয়া জন্তুলৈ ভয় নাই, ভয় মানুহলৈহে। নহয় জানো, ছাৰ?"

দুয়ো ঢেক্‌ঢেক্‌কৈ হাঁহিলে।

ভাস্কৰ গোহাঁয়ে নিজে গাড়ী চলাই আহিছে। তেওঁৰ ভাগৰ লাগিছে। তেওঁ শুই পৰিল।

ইতিমধ্যে ঠিকাদাৰৰ পত্নী পৰম বিৰক্ত। কিমাননো তেওঁ প্ৰকৃতিৰ ৰূপ উপভোগ কৰিব? বিবিধ পক্ষীৰ ৰাবে বিট হাউছৰ নিস্তব্ধতা আৰু তেওঁৰ নিসঙ্গতা অধিক অসহনীয় কৰি তুলিছে। তেওঁ নিজৰ মাতটো শুনি নিজেই আচৰিত হৈছে। "বন্দন, হেৰা বন্দন।" মাথোন তিনিটা শব্দ। শব্দকেইটাই যেন আকাশ ভেদ কৰিছে।

বন্দন কাষ পালেহি। তাই ক'লে, "জগটোত পানী নাই। আৰু দুপৰলৈ কি ৰান্ধিবা?"

সি কি কি ৰান্ধিব ক'লে। মাংস ৰান্ধিবই লাগিব। কাৰণ বহু মাহৰ মূৰত তাৰ ভাস্কৰ ছাৰ আহিছে।

"কোননো এইজন ভাস্কৰ ছাৰ?"

"ডাঙৰ মানুহ, ইয়ালৈ ছবি আঁকিবলৈ আহে। ডাঙৰ পৰ্ফেছাৰ হেনো। মোৰ লগত নিজৰ নিজৰ ভাব। লান্দাচাৰ মানুহ।"

"কিয় বহুত দিনৰ মূৰত ইয়ালৈ আহিল?"

"দেশত নাছিল। আমেৰিকাৰ দৰে ঠাইতো কলেজৰ ল'ৰা-ছোৱালী পঢ়ুৱাবলৈ গৈছিল বোলে। পূৰা ন মাহ।"

তাইৰ নাম ৰীমা। তাই অকলশৰে অতিষ্ঠ হৈছে। তাই ভাবিছে, আধুনিক মানুহৰ প্ৰধান সমস্যা কিজানি অকলে সময় কটোৱাহে। কিন্তু আজিকালি অকলে সময় কটাবলৈ লগত কত যে সৰঞ্জাম থাকে! ভিডিঅ' কেছেট, অডিঅ' কেছেট, ৰেডিঅ', টেলিভিছন। তথাপি হিয়া জুৰ নপৰে।

এঘণ্টা পাৰ হ'ল। তাই অলপ পৰৰ পিছত দুৱাৰৰ পৰ্দাৰ ফাঁকেদি জুমি চাই আছে। কন্দৰ্প কান্তি ৰূপ। অবিন্যস্তভাৱে পৰি থকা ক'লা চুলিখিনিয়ে তেওঁৰ ভৰপূৰ ধুনীয়া মুখখনক অপাৰ্থিব ৰূপ এটা দিছে।

ৰীমাৰ মনটো ডাঠ লাগিল। অন্ততঃ এজন পুৰুষৰ উপস্থিতিয়ে পৰিৱেশটোৰ শূন্যতা কিছু পৰিমাণে দূৰ কৰিব পাৰিছে।

শুকান তলসৰা পাতৰ ওপৰেদি সাপ এটা বগাই আহিলে যেনেকুৱা শব্দ হয়, তেনে এটা শব্দ শুনি ড০ ভাস্কৰ গোহাঁয়ে পিছফালে চালে। ৰীমাক দেখা পালে। চকুৱে চকুৱে পৰাত তাই অপ্ৰস্তুত হ'ল। সৌজন্য ৰক্ষা কৰাৰ উদ্দেশ্যে তেওঁ থিয় হ'ল।

এনেতে চাহ একাপ হাতত লৈ বন্দন হাজিৰ হ'লহি। চাহকাপ ভাস্কৰৰ হাতত দি সি ক'লে, "ৰ'ব বাইদেউ, ইয়ালৈকে চকী এখন আনি দিওঁ।" তাই একো নামাতিলে। সি চকীখন আনি দি ক'লে, "এয়া আমাৰ ৰীমা বাইদেউ। কালি আহিছে।" তাৰ পিছত ড০ ভাস্কৰ গোহাঁইৰ লগত চিনাকি কৰি দিলে। তেওঁৰ আঙুলিৰ নিৰ্দেশত তাই চকীখনত বহিল। ভাস্কৰক তাই আকৰ্ষিত কৰিব পাৰিলে।

চিত্ৰশিল্পী ভাস্কৰে তাইৰ সমগ্ৰ দেহাবয়ৱত কেৱল সুন্দৰতাইহে দেখা পালে। মুখত অজন্তাৰ বেৰত আঁকা সুন্দৰীৰ কাৰুকাৰ্য। ইলোৰাত খোদিত নাৰী মূৰ্তিৰ দৰে তাইৰ দেহ। দেহাবয়ৱ অতিশয় মাৰ্জিত যদিও স্বাস্থ্যৰ জ্যোতিয়ে প্ৰদান কৰা তাইৰ দেহসামগ্ৰী অতিশয় মনলোভা। চকুত তাইৰ লাজুক নিমন্ত্ৰণ। তথাপি ওৰণিয়ে সীমাৰেখা টনা ধুনীয়া মুখখন এগৰাকী সম্ভ্ৰান্ত বোৱাৰীৰ মুখহে। গৌৰবৰ্ণৰ কপালৰ ডগমগ ফোঁটটোৱে ঘোষণা কৰিছে বৈবাহিক জীৱনৰ সুখজ্যোতিক আৰু সেওঁতাৰ সেন্দূৰে তাৰ সুন্দৰ প্ৰতিশ্ৰুতিক। শিল্পী ভাস্কৰ গোহাঁইৰ মনে হাহাকাৰ কৰি উঠিছে। তেওঁৰ কাৰণে তাই এক দুৰ্লভ মডেল। বিভিন্ন সাজত তাই তেওঁৰ তুলিকাত বিভিন্ন ধৰণে ধৰা দিব পাৰে। গৃহীণীস্বৰূপে, জীৱনৰ উত্তাল তৰঙ্গত এক স্থানু জীৱনজিজ্ঞাসাস্বৰূপে, সখীস্বৰূপে, আনকি পালঙ্কশায়িনী স্বৰূপেও। নাৰীৰ একেটি অবয়ৱতে যে ইমান ৰূপ! কথা-বতৰাত তাই অতিশয় সংযত। তাই অতিশয় ভদ্ৰও। সম্ভ্ৰান্ত গৃহিণী, তাইৰ শুচিবায়ুগ্ৰস্ততা প্ৰকাশ পাইছে প্ৰতিটো আচৰণতে। এনে এগৰাকী নাৰীক বিবাহৰ পূৰ্বে দেখা হ'লে, এতিয়াও মূল্যবান বৰ হৈ থকা ড° ভাস্কৰ গোহাঁয়ে তেওঁৰ চিৰকুমাৰ হৈ থকাৰ ব্ৰত ভাঙিলেহেঁতেন আৰু সংসাৰৰ বোকাত লুতুৰি-পুতুৰি হ'লহেতেঁন।

নীৰৱতাৰ মাজত তাইৰ মাতটো যেন গান হ'ল। "বন্দনৰ মুখে অলপ-অচৰপ শুনিলোঁ। আপুনি ডাঙৰ মানুহ। ছবি আঁকে, তাতে আকৌ ইউনিভাৰছিটিৰ প্ৰফেছাৰ। বিদেশলৈকো যায়।"

"আপুনি মিছেছ — এম্?"

"মিছেছ কাকতি।"

"শুনক মিছেছ কাকতি, আপুনি খুব নম্ৰ মহিলা বাবেহে মোক ইমান ভাল বুলি লৈছে। শুনি মোৰ লাজহে লাগিছে। আপোনাৰ ওচৰত মই আজি প্ৰথম অনুভৱ কৰিছোঁ, মই অতি তুচ্ছ।"

"কাৰণ? মানুহৰ থাকিবলগীয়া সকলোখিনি গুণ আপোনাৰ আছে। কতই চাগৈ আপোনাক দেখি ঈৰ্ষা কৰে।"

ভাস্কৰ গোহাঁই অলপ পৰ নীৰৱে ৰ'ল। তেওঁক ইমান প্ৰশংসা কৰাটোৱে এইগৰাকী নাৰীৰ লক্ষণৰ আভাস দিছে? ইয়াত কি তাইৰ ঐকান্তিকতাৰ চিনাকি পোৱা গৈছে? নতুবা তাইৰ নিজৰে কামনা চৰিতাৰ্থ কৰাৰ এটা ফান্দ? কিন্তু তেওঁ তাইক আগতে প্ৰশংসা কৰিছিল তাইৰ ৰূপত প্ৰকৃততে অভিভূত হৈহে। শিল্পী হিচাপে তেওঁ সুন্দৰী নাৰীৰ প্ৰাপ্য প্ৰশংসাখিনি পূৰ্বৰে পৰা বহু ঠাইত অকপটভাৱে ব্যক্ত কৰি আহিছে।

তায়ো ইমান পৰ নীৰৱে আছিল। তেওঁ আগৰ কথাৰ লগত সঙ্গতি ৰক্ষা নকৰি ঘপহ কৰে কৈ পেলালে, "আপোনাক লৈ এটা স্কেচ কৰিবলৈ প্ৰবল ইচ্ছা হৈছে। অনুৰোধ ৰক্ষা কৰিব?"

তাই ক'লে, "নিজেহে ধন্য হ'ম"।

তেওঁ সুধিলে, "কিন্তু মিষ্টাৰ কাকতিৰ?"

তাই গহীন হ'ল। একো উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰিলে। তাই প্ৰসঙ্গ সলনি কৰিবলৈ ইচ্ছা কৰিলে।

"বাৰু ড° গোহাঁই, জীৱনানন্দ দাসৰ কবিতা আপোনাৰ কেনে লাগে?"

"মই প্ৰশ্নটোকে বুজিব পৰা নাই। এইজন ক'ৰ কবি?"

"বেংগলৰ। তেওঁৰ কবিতা পঢ়া নাই?"

"ক'ত সময় পালোঁ? জীৱনটো অংক কৰি কৰি আৰু ছবি আঁকি আঁকি শেষেই কৰি দিবৰ হ'ল। কেনে কবিতা বাৰু?"

"একো একোখন ছবিৰ দৰে।"

"আপুনি এগৰাকী ভাল গৃহিণীয়েই নহয়, কালচার্ডো। গৃহিণী এনেকুৱা হ'লেহে ভাল লাগে। আপুনি ব্যতিক্রম। কিন্তু ধনী মানুহৰ সৰহভাগ পত্নীয়েই dall and insipid, অলপ পৰ কথা পতাৰ পিছতেই তেওঁলোকৰ কথাৰ ষ্টক শেষ হৈ যায। পিছত অণ্ডহী-বণ্ডহী আৰু গিৰীয়েকৰ সা-সম্পত্তিৰ কথা পাতিবলৈ ধৰে।"

"বৰকৈ নশলাগিব কিন্তু।"

এতিয়া ৰীমাৰ চকু টলবল। সেই চকুত গভীৰ মোহ। তাইৰ কটাক্ষ চাৱনিত কামদেৱ গলি যাব খুজিছে। হঠাতে ড° ভাস্কৰ গোহাঁইৰ তাইৰ মাছ যেন মিহি বাহু দুটাৰ অবাৰিত অংশ আৰু সুগঠিত থুঁতৰিটো ছুই দিবৰ ইচ্ছা গ'ল। কিন্তু তেওঁ বহু কষ্ট কৰি এই লোভ সম্বৰণ কৰিলে। তথাপি তেওঁ ভাবিলে, উত্তপ্ত চুম্বনেৰে তাইৰ গোটেই মুখখন ঢাকি পেলাব পৰাহেঁতেন তেওঁ ধন্য হ'লহেঁতেন। মৰম আৰু আকৰ্ষণৰ একোটা ভাষা থাকে। শব্দৰে প্ৰায়ে তাক প্ৰকাশ কৰিব নোৱাৰি, পাৰি স্পৰ্শ আৰু শ্বাসৰুদ্ধ কৰিব পৰা চুম্বনেৰেহে।

ড° ভাস্কৰ গোহাঁয়ে নিজৰ মৰ্যাদা ৰক্ষা কৰাৰ সময আহি পৰিল। তাই এঘৰৰ গৃহিণী। তাইৰ হযতো এটা সুখী জীৱন আছে। হয়তো প্ৰমোদ ভ্ৰমণলৈ আহোঁতে তাই ল'ৰা-ছোৱালীকেইটা এৰি থৈ আহিছে। গতিকে তেওঁ এনে এটা ঘোৰ অপকাৰ কৰিব নোৱাৰে পাৰস্পৰিক দুৰ্বলতা আৰু আকুলতাৰ সুযোগ লৈ তেওঁ এখন ঘৰ নষ্ট কৰি দিব নোৱাৰে । লাগে সেইখন ঘৰ এজন প্ৰতাপী ঠিকাদাৰৰেই হওক বা কোনোবা সাধাৰণ শুচিবায়ুগ্ৰস্ত মধ্যবিত্তৰে হওক।

তেওঁ "এক্সকিউজ মি" বুলি হঠাতে চকীৰ পৰা উঠি নিজৰ কোঠাত সোমাল। মনটো দমাবলৈ এঢোক হুইস্কি গলাধকৰণ কৰি ৰঙৰ টিউব কেইটামান উলিয়াই তেওঁ এটা সংমিশ্ৰিত ৰং তৈয়াৰ কৰিলে। তুলিকাও হাতত ল'লে। কিন্তু পোহৰ কম বাবে তেওঁ ওলাই আহিল। এতিযা হাতত পেঞ্চিল আৰু কাকত।

তেওঁ ক'লেহি "মিছেছ কাকতি, এতিয়া আৰু কথা নেপাতোঁ। কথাতকৈ নীৰৱতাৰ ভাষা অধিক শক্তিশালী।"

তাই বুজি নেপালে। মৃদু গোপন আন্তৰিকতাৰে সুধিলে, "তাৰ অৰ্থ?"

তেওঁ ক'লে, "তাৰ পোন অৰ্থ হ'ল— আপুনি কেনেকৈ বহি থাকিব খোজে তেনেকৈয়ে বহি থাকক। মই এখন স্কেচ আঁকি এই অপৰূপ মুহূৰ্তবোৰ স্থায়ী কৰিব খোজোঁ।"

তাই এক অপৰূপ লাজুকী ভঙ্গিমাৰে ড° গোহাঁইক মুহি পেলালে। আৰু সময় নাই। বেলি লেহিয়াই শালবনৰ মাজত লুকাই পৰিল। যিকোনো সময়তে ঠিকাদাৰ কাকতি আৰু উকীলজন ওলাই সতেজ সময়খিনি নষ্ট কৰি দিব পাৰে।

"মিছেছ কাকতি, স্কেচ আঁকিলোঁ। প্ৰেজেন্ট দিমনে, নিজে ৰাখিম?"

"নিজকে চাই কি কৰিম? বৰঞ্চ আপোনাৰ যদি ছেল্‌ফ প্ৰ'ট্ৰেইট এটা '

"কিন্তু আপোনাৰ স্বামী আছে আৰু মই এটা লাগুচাৰ মানুহ। মই সফলোতকৈ ঘৃণা কৰোঁ

নৈতিকতাক— মানুহক মুক্ত পুৰুষ হ'বলৈ বাধা দিয়া এই 'অমুকটো কৰিব নেপায়'- বোৰক। গতিকে মোৰ ছবি আপোনাৰ লগত থাকিব নেলাগে।"

"মই ৰিস্ক ল'ম।"

"ঠিক আছে।"

ভাস্কৰ গোহাঁয়ে তাৎক্ষণিক মনঃসংযোগ আনি নিজৰ এটা স্কেচ আঁকি বীমাৰ হাতত দিলে। হঠাতে দুটা হাতৰ কিছু সময়ৰ কাৰণে অজানিতে সংযোগ ঘটিল।

হাতীঘুলি ৰিজাৰ্ভ ফৰেষ্টত এতিয়া ঘোৰ অন্ধকাৰ। বিট্ হাউছত জ্বলি থকা লেমৰ পোহৰে এই অন্ধকাৰৰ তীব্ৰতাহে বঢ়াইছে।

ৰাতি ন বাজিল। ঠিকাদাৰ কাকতি আৰু উকীলজন নোলালহি। চহৰত বৰ মেৰপাক থকা 'কেচ' আছে কিজানি। কিন্তু ঠিকাদাৰজন কেনে ধৰণৰ গিৰীয়েক? গহন বনত ইমান সুন্দৰ ঘৈণীয়েকজনীক অকলে এৰি থৈ যাব লাগেনে?

বন্দনে ভাস্কৰক গিলাচত মদ বাকী দি আছিল। তেওঁ সুধিলে "কি ৰকম ঠিকাদাৰ অ'? খবৰেই নাই দেখোন। ঘৈণীয়েকৰ বিপদ হ'ব বুলি নেজানে নেকি?"

বন্দনে স্বৰূপ কথা ক'লে, "কি আৰু ক'ব, ছাৰ, ধনী মানুহবোৰে হোম পুৰি অনা তিৰোতাকো স্থাবৰ সম্পত্তি বুলিহে ভাবে। আপুনি ভালেই কৰিছে, বিয়া নকৰাই।"

"এতিয়া ৰন্ধা-বঢ়া হ'লনে?"

"আগতে হ'ল। খাই যদি মাংসৰ জোলকণ গৰম কৰি দিওঁ।"

"তেওঁ খালেনে নাই?"

"নাই খোৱা।"

"কিয়?"

"ক'ব নোৱাৰোঁ।"

"কিজানি গিৰীয়েকৰ কিবা অথন্তৰ হৈছে বুলি উদ্বিগ্ন। গতিকে বন্দন, তেওঁক আশ্বাস দিয়াৰ দৰকাৰ। আমি ডাইনিং টেবুলত একেলগে ভাত খাম বুলি ক'বি।"

দুয়ো নীৰবেই ৰাতিৰ আহাৰ গ্ৰহণ কৰিলে। কিন্তু চকুৱে বহুত কথাই ক'লে।

উদৰস্থ প্ৰচুৰ হুইস্কিয়েও ড° ভাস্কৰ গোহাঁইক শুৱাব নোৱাৰিলে। তেওঁৰ এটাই চিন্তা। ঠিকাদাৰ কাকতি আহিলনে বাৰু? বন্দন শোৱা নাছিল। কীৰ্ত্তন পাঠ কৰি আছিল ঃ

"হেন শুনি জাম্ববন্ত
ধাইলা মহা বলৱন্ত।
নিচিনি স্বামীক পাছে
ধৰিলন্ত যুদ্ধ কাছে।
সামান্য মনুষ্য বুলি "

তেওঁ গাড়ীৰ শব্দ শুনা নাই গতিকে ঠিকাদাৰ আৰু উকীল ওলোৱাহি নাই। তেওঁ সিটো কোঠাৰ দুৱাৰত টোকৰ দিলে। বীমাও শোৱা নাই। তাই প্ৰতিটো শব্দ অনুসৰণ কৰি আছিল। তাই কোন বুলি ভয়াৰ্ত নাইবা কৌতূহলাক্ৰান্ত হোৱাৰ এটা আৱাজ নকৰি লাহেকৈ দুৱাৰখন খুলি দিলে। হাতত

লেমটো। লেমে পোহৰাইছে এটা গোপন মিচিকণি?

"মিষ্টাৰ কাকতি নাহিল?"

"আৰু অহাৰ আশা নাই। কৰ'বাত খাই-বৈ বেহুঁচ হৈ পৰি আছে বোধহয়।"

"আপুনি কন্‌ট্ৰল কৰিব নোবাৰিলে?"

"সেইবোৰ বহুত কথা।"

"তেনেহ'লে বেয়া নেপায় যদি আহক মিছেছ্ কাকতি।"

"ক'লৈ যাম?"

"আহক, মোৰ কোঠালৈকে। আৰু বহুত কথা ক'ম।

দুপৰ নিশা। হাতীঘূলি হাবিত ঘোৰ অন্ধকাৰ আৰু নিশাচৰ প্ৰাণীৰ ৰাজত্ব, হুদুৰ বিকট মাত। কোনোবা আহত পশুৰ আৰ্তনাদ। বনৰীয়া কুকুৰৰ আৰাও। চৌদিশে নিশাৰ গোপন ভয়াবহতা। আৰু মুখামুখিকৈ লেমৰ অস্পষ্ট পোহৰত দুটি মন্ত্ৰমুগ্ধ মানৱ প্ৰাণী।

আচৰিত কথা। কিন্তু স্বাভাৱিক। বিনা বাধাই ৰীমাই বাসনাৰ সমগ্ৰ উগ্ৰতাৰে নিজক সপি দিলে।

ৰাতিপুৱাবৰ হ'ল। গাঁৱত ডাঙৰ-দীঘল হোৱা ড০ ভাস্কৰ গোহাঁইৰ 'কেলি গোপাল'ৰ এটি বিৰহৰ গীত মনত পৰিল :

"     কুকুৰা আৰাৱ কৰে জানি ৰজনী শেষ  
তাহাক্কু শপয় পুতমাথে।  
আজু বৈৰিনী নিশি নিমিষেত পুহায়িলি  
হামাকো তেজল প্ৰাণনাথে।।"

নিৰ্দয় ৰাতিটো পুৱাল। তেওঁলোকৰ বহুত আঁচনি। ঠিকাদাৰ যদি নাহে, তেন্তে তেওঁ পিছৰ ৰাতি দুটা লেমৰ পোহৰত ছবি আঁকিব—তাইৰ আবৃত, অৰ্দ্ধাবৃত আৰু অনাবৃত দেহৰ। তেওঁ বাৰে বাৰে ক'লে, "ৰীমা গুৱাহাটী বৰ ডাঙৰ ঠাই হৈছে। টাউন গুচি এতিয়া চিটি মহানগৰ।

গতিকে ঠিকনাটো ভালকৈ দিবা। ফোন নম্বৰো দিবা। And this shouldn't be the beginning of an end of our relation আৎসা কোৰাঁচোন, ৰীমা, তুমি কিমানলৈ পঢ়িছিলা?"

তাই ক'লে, "আজিকালিতো বেছিভাগ ছোৱালীয়েই বি এ বা বি এছ চি পাছ।"

তেওঁ ক'লে, "এৰা, মই তোমাক শিক্ষাৰ কথা সুধি ভুলেই কৰিছোঁ। ডিগ্ৰী লৈয়ো এজন মানুহ বা এজনী তিৰোতা অশিক্ষিত হৈ থাকিব পাৰে।"

বন্দনৰ আগৰ স্বভাৱটো যোৱা নাই। সাৰ পায়েই সি শোৱাপাটিতে বৰগীত এটা গাই লয়। তাৰ গীতটো শুনিবলৈ পোৱা গ'ল—

'পৰভাতে শ্যামকানু ধেনু লৈয়া সঙ্গে।  
বংশীৰ নিনাদে বৃন্দাবনে চলে ৰঙ্গে।।   "

গীতটোৰে তেওঁলোকৰ কাৰণে সংকেতৰ কাম কৰিলে। বন্দনে শোৱাৰ পৰা উঠি দাঁত মাজি মাজি চৌহদত এপাক মৰাৰ আগতেই ৰীমা নিজ কোঠাত সোমালগৈ। ভাস্কৰ গোহাঁইৰ মনটো উৰুঙা উৰুঙা লাগিল।

জীৱনত কিবা এটা হেৰুৱাৰ বেদনা তেওঁ প্ৰথম উপলব্ধি কৰিলে। এক মধুৰ উপলব্ধি।

বন্দনে বেড টী দিলেহি। তাকে পান কৰি ভাস্কৰ গোহাঁয়ে মধুৰ অলস ভাব এটা লৈ এনেয়ে কিছু সময় বহি থাকিল।

চাওঁতে চাওঁতে বেলিটো ওপৰলৈ উঠিলেই। তেওঁ ঘড়ীটোলৈ চালে। ন বাজি দহ মিনিট। বন্দন আকৌ পুৱাবেলাৰ কামবোৰত লেহেম। সি দহমান বজাতহে ব্ৰেক্‌ফাষ্ট দিব পাৰে। তেওঁ বাৰাণ্ডাত একেখন চকীতে বহিল। তাকে দেখি ৰীমা ওচৰৰ চকীখনতে বহিব বুলি তেওঁ আশা কৰি থাকিল।

কিন্তু খন্তেকতে সকলো ওলট-পালট হৈ গ'ল। চৌহদত মাখনৰঙী কণ্টেছাখন সোমালহি। হৰ্ণ বাজিল। বন্দনে হুৰমুৰকৈ ওচৰলৈ আহি গাড়ীৰ গৰাকীজনক চালাম ঠুকিলেহি। ভাস্কৰ গোহাঁয়ে মানুহজনলৈ চালে। নিয়মীয়া ওখ লোধোমা মানুহ এটা। মুখত বসন্তৰ দাগ। বয়স পঞ্চাশৰ ওচৰা-ওচৰি। ৰঙা পৰি থকা দুটা ধূৰ্ত চকু। দেখিলেই বিৰক্তি জন্মা এটা চেহেৰা। সকলোৰে চকুত কিজানি সি কুৎসিত। মাতটো ভগা কাঁহৰ বাচনৰ পৰা ওলোৱা মাতৰ দৰেই।

মিষ্টাৰ কাকতিৰ লগত এতিয়া উকীলজন নাই। কোঠাটোত সোমায়ে তেওঁ হুলস্থূল লগালে। বন্দনক চিঞৰিলে। ভাস্কৰ গোহাঁয়ে অনুমান কৰিলে যে তেওঁলোক এতিয়াই যাবগৈ। ড্ৰাইভাৰটোৱে কেইপদমান বস্তু গাড়ীৰ ডিকিত ভৰালেই।

তেওঁ বন্দনৰ মাতটো শুনিলে, "ছাৰ ব্ৰেকফাষ্ট খাই নেযাব জানো?" মিষ্টাৰ কাকতিৰ কৰ্কশ মাতটো শুনা গ'ল "দে বাৰু।"

ডাইনিংৰুমত ৰীমাই গিৰিয়েকৰ লগত ভাস্কৰ গোহাঁইক পৰিচয় কৰাই দিলে। মিষ্টাৰ কাকতিয়ে অত্যন্ত শীতল উদাসীনতাৰে তেওঁৰ লগত কথা পাতিলে।

গাড়ীত সকলো বস্তু বোজাই হ'ল। গাড়ীখনে গেটৰ ফালে মুখ কৰিলে। ৰীমা আৰু মিষ্টাৰ কাকতি ওলাই আহিল। ভাস্কৰ গোহাঁই থিয় হ'ল। কাকতিয়ে যাওঁ দেই বুলি মাত দিলে। কিন্তু ৰীমাই একোৱেই ক'ব নোৱাৰিলে। চকুলোও লুকুৱাব নোৱাৰিলে। ঠিকাদাৰ স্বামীৰ চকুত পৰে বুলি তাই থিতাতে চকুলো মচিলে। তেওঁলোক গাড়ীত উঠিলগৈ।

গাড়ীখন ওলাই যোৱাৰ পিছত বন্দনে কাঠৰ গেটখন বন্ধ কৰিলে। সি গোহাঁইৰ ওচৰলৈ আহি সুধিলে, "ছাৰ, আপুনি মানুহজনীক কি যাদু কৰিলে? তেওঁৰ মাত থোকাথুকি হ'ল। শেষত গিৰীয়েকৰ ধমকহে খালে— চুপ হাৰামজাদী বুলি।

ইয়াকে কৈ ভাস্কৰ গোহাঁইৰ মুখত মনৰ বাতৰি ল'বলৈ চেষ্টা নকৰি সি হাফপেণ্টৰ জেপৰ পৰা সৰু কাগজ এখিলা উলিয়াই ক'লে, "বাইদেৱে এইখন আপোনাক দিবলৈ কৈছে।"

ভাস্কৰ গোহাঁয়ে কাগজখন পঢ়ি গ'ল—

কলঙ্কিনীক মনৰ পৰা নাইকিয়া কৰক। মই ৰীমাও নহয়, মিছেছ কাকতিও নহয়। কিন্তু গৃহিণী হোৱাৰহে দুৰ্বাৰ বাসনা। হতভাগিনীৰ সেয়া নহ'ল। মোৰনো ঠিকনা দিওঁ কেনেকৈ? মোক এঠাইৰ পৰা অনা হৈছিল মাত্ৰ। এনে এজনী মানুহৰ ঠিকনাক নিশ্চয় আপুনি মূল্য নিদিব. ।

# কোলাহল

এনে এটা ব্যস্ততাপূৰ্ণ এলেকাত মোৰ ঘৰটো আছে যে বিভিন্ন প্ৰকাৰৰ ধ্বনিয়েই হ'ল মোৰ স্নায়ুতন্ত্ৰ আৰু শ্ৰৱণ-শক্তি বিকল কৰিব পৰা এক পৰাক্ৰমী শত্ৰু।

দিছপুৰ মৌজাৰ গণেশগুৰি কিচামতৰ পট্টা নম্বৰ ৩৭ আৰু দাগ নম্বৰ ৭৪ত সামান্যভাৱে থিয় দি থকা মোৰ কোনোপধ্যে চকুত নলগা ঘৰটোৰ পৰা অহৰহ শুনো মটৰ গাড়ীৰ শব্দ,কাৰখানাৰ মাস্তুলৰ বিকট উকি, বৈদ্যুতিক জেনেৰেটৰৰ গুমগুমনি, পানী তুলিবৰ বাবে ব্যাৱহাৰ কৰা, আঢ্যৱন্তসকলৰ বৈদ্যুতিক মটৰৰ আমনিদায়ক অসঙ্গীত, বস্তিৰ বনুৱা পৰিয়ালত হাই-কাজিয়া, বাছৰ 'বডী' বনোৱা কাৰখানাৰ ধাতৱ ধ্বনি, এল পি জি যোগানকেন্দ্ৰত গ্ৰাহকৰ হাই-উৰুমি আৰু ভি আই.পি , মন্ত্ৰী-তন্ত্ৰীৰ আগে-পিছে যোৱা আৰক্ষী আৰু বাহনবোৰৰ কিৰিলি।

মাটিডোখৰ কিনিছিলোঁ ১৯৮১ চনত। ৭৫০ বৰ্গফুট ভেটিত টিনপাতৰ ঘৰটো সাজিলোঁ ১৯৮৬ চনত। ১৯৯৮ চনত ভাৰাতীয়াৰ পৰা যথেষ্ট কৌশল খটুৱাই ঘৰটো চমজি লৈ সেইটো ঘৰতে এতিয়া সপৰিয়ালে থাকিবলৈ চেষ্টা কৰি আছো আৰু মাজে মাজে অতিষ্ঠ হৈ ভাবিছোঁ—আকৌ যোৰহাটলৈকে যাওঁ নেকি? এই ঠায়ে মোক সুজা নাই। চৌদিশে এক ব্যাবসায়িক পৰিৱেশ। আনকি গাতে লাগি থকা বড়ো মানুহৰ চুবুৰিটোতো। প্ৰায় দুশ মিটাৰ আতৰত থিয় দি থকা ক্ষত-বিক্ষত নৰকাসুৰ পাহাৰটো। এইপাহাৰৰ উপৰি ভাগত অবৈধভাৱে চুলাই মদ তৈয়াৰী হয়, তাকে বডো মানুহৰ চুবুৰিটোত বিক্ৰীও কৰা হয় আৰু জুপুৰি ঘৰত বহুৱাই এই মদ ভজা মাছ বা ভজা মঙহৰ লগত খাবলৈ দিয়া হয়। তাৰ পৰাও আৱাজ আহে। মদপীৰ তৰ্কা-তৰ্কি, বেসুৰা গানৰ টুকুৰা, মাজে মাজে মাৰপিট।

ইয়াত নিৰ্জনতা দুৰ্লভ। নিস্তব্ধতা অধিক দুৰ্লভ। শেহ ৰাতি ঠাইখন অলপ নিজম পৰে। তথাপি দুখন-এখন গাড়ীৰ শব্দ শুনা যায়। কুকুৰৰ ভুক-ভুকনি আৰু দিছপুৰ আৰক্ষী আস্থানত ঘণ্টাৰ কোব শুনা যায়। এই আপেক্ষিক নিস্তব্ধতা মাত্ৰ তিনি ঘণ্টামানৰ বাবেহে। কাহিলি পুৱাতে মানুহ বিছনাত পৰি থাকোঁতেই আৰম্ভ হয় একেলগে ৰাতিটো আহি, গুৱাহাটী আহি পোৱা বাছৰ দুই প্ৰকাৰৰ আৱাজ। ইঞ্জিনৰ আৰু হৰ্ণৰ। ইয়াত পক্ষীৰ কাকলিয়ে পুৱাক আদৰণি নজনায়।

এনে এটা কাহিলি পুৱাতেই মই আচৰিত আৰু বিমোহিত হ'লো । মই এনে এটি পুৱাৰ কথা কাহানিও ভাবিব পৰা নাছিলোঁ। মই ধন্য হ'লো। মোৰ কাণ দুখন সুত লাগি গ'ল। মোৰ মনটো শাঁত পৰি গ'ল। মোৰ কল্পনাই উৰা মাৰিলে মোৰ এৰি অহা গাঁওখনলৈ। এয়া যেন আমাৰ অধিকাৰ প্ৰভুৰ মাতহে' ঢল পুৱাতে অধিকাৰ প্ৰভু জগন্নাথ গোসাঁয়ে নিতৌ এনেকৈ পুৱাৰ গীত গাইছিল। লগত খোল নাই,তাল নাই অথচ অপূৰ্ব। আৰু এতিয়া এইটো খোলা গলাৰে গোৱা বৰগীতে কাৰখানাৰ

ফোঁচফোঁচনি আৰু ৰাতি চলা বাছৰ আৱাজ ভেদ কৰি মোৰ কৰ্ণত অমিয়া বৰষিছে।

আমাৰ অধিকাৰ প্ৰভুৰ দৰে কোনোবাই গোৱা শুনিছোঁ—

উঠৰে উঠ বাপু গোপাল হে

নিশি পৰভাত ভৈল।

কমল নয়ন বুলি ঘনে ঘন

যশোৱা ডাকিতে লৈল।।

এইটি গীত গোৱা শেষ হোৱাৰ পিছত আন এটা গীত শুনিছো—

পৰভাতে শ্যামকানু ধেনু লৈয়া সঙ্গে।

বংশীৰ নিশ্বানে বৃন্দাবনে চলে ৰঙ্গে।।

মই ভাবি অন্ত পোৱা নাই। কোনে বাৰু ইমান সুন্দৰকৈ এই বাণিজ্যিক অঞ্চলত বৰগীত গাব পাৰে? তাকো এই কেছেটৰ যুগত, ইলেক্‌ট্ৰনিক মাধ্যমৰ প্ৰচুৰ প্ৰসাৰৰ যুগত, টিভি চিনেমাৰ যুগত।

মই শোৱাপাটীৰ পৰা উঠিলোঁ। চকু-মুখ নোধোৱাকৈয়ে সেই বৰগীত গাওতাৰ সন্ধানত ওলাই আহি আলিত অৰ্থাৎ ৰাজবাৰী পথত ভৰি দিলোঁহি। মোৰ অলপ পলম হ'ল। বৰগীতটো শুনাৰ লগে লগেই মই ওলাই আহিব লাগিছিল। তেতিয়া গীতটো অনুসৰণ কৰি মই গায়কজনক বিচাৰি উলিয়াব পাৰিলোঁহেঁতেন।

ক'ৰ পৰা এনে সুললিত বৰগীতৰ ৰাগ ভাহি আহিব পাৰে? মই একো অনুমান কৰিব পৰা নাই। কিন্তু মই নিশ্চিত যে বৰগীত দুটি ৰেডিঅ'ৰ পৰা অহা নাই। কাৰণ ৰাগৰ লগত তাল-খোল বজা নাছিল। বডো মানুহখিনি থকা চুবুৰিটোৰ কাষত প্ৰায় এবিঘা মাটি পৰি থকা দেখা পাইছোঁ। তাত বাদে এডোখৰো মাটি খালী হৈ থকা নাই। ভাল চাকৰি কৰি অৱসৰ পোৱা লোকে ইয়াত ধুনীয়া ধুনীয়া আৰু চি চি বিল্ডিং সাজিছে, হঠাৎ ধনী হোৱা ডেকা ল'ৰাই এইবোৰতকৈ বেছি আহল-বহল ঘৰ সাজিছে। দেউতাকে কিনা মাটিত অট্টালিকা সাজিবলৈ ধন নথকা দিগম্বৰ চাহুৱে তিনি কঠা আঠ লেচা মাটিত বিবাহ ভৱন সাজিছে। আনহাতেদি ডাক্তৰ জৈনৰ নাৰ্ছিং হোমখন মাহে মাহে ওখ হ'বলৈহে ধৰিছে। অতিৰিক্ত আৰক্ষী অধীক্ষক কমল দাসৰ এই অঞ্চলত দুকঠাকৈ মাটি আছে। মাটি দুডোখৰৰ সীমাত ওখ বেৰ হৈছে। কিন্তু ঘৰহে সজা হোৱা নাই। তেওঁ আৰু দুবছৰৰ পিছত অৱসৰ পাব। তেতিয়া সপৰিয়ালে আহি ভাৰাঘৰত থাকি এই দুয়ো ঠাইতে ঘৰ সাজিবহি।

মই ইয়ালৈ অহাৰে পৰা খালী হৈ থকা মাটিডোখৰৰ বাহিৰে আন এবিঘা মাটি খালী পৰি থকা দেখিছিলো মাত্ৰ দুমাহহে। মাটিৰ মালিক আছিল মন্মথ চৌধুৰী। তাওতে ১৯৭৬ চনত তেওঁ খুব কম দামত মাটিখিনি লৈ থৈছিল। পানীৰ দামত কিনা মাটিডোখৰ এতিয়া সোণৰ দৰে মূল্যবান হৈ পৰিছে। অলপতে শুনিলো যে মন্মথ চৌধুৰীয়ে চাৰ্টাৰ্ড একাউন্‌টেণ্ট দেৱাশিস ঘোষক এই মাটি নব্বৈ লাখ টকাত বিক্ৰী কৰিলে। আজিহে মন কৰিলো সোণৰ দামত বিক্ৰী হোৱা (একঠাৰ দাম ২০ লাখ টকা) মাটি ডোখৰ পৰিষ্কাৰ কৰি চাৰিওফালে ওখ বেৰ দিছে, লোহাৰ গেট দিছে, গভীৰ নলীনাদ খন্দাইছে আৰু সাত মহলীয়া ঘৰৰ ওজন বহন কৰিব পৰা ঘৰৰ ভেটি উঠাইছে। ইয়াত কাম কৰা বনুৱাবোৰে আমাৰ ঠাইখন অধিক কৰ্মব্যস্ত আৰু কোলাহলপূৰ্ণ কৰি তুলিছে।

মাত্ৰ পৰি আছে ওচৰৰ মাটিডোখৰহে। এই ডোখৰ মাটিলৈ বহুতৰে চকু। আনকি মোৰো

চকু। এবা, বহুতৰে চকু হ'বই। গুৱাহাটীত ধন থকা মানুহ বহুত। মাটি কিনিবলৈ ধনৰ অভাৱ নহয়, কিন্তু মাটিহে দুৰ্লভ।

এই ডোখৰ মাটিৰ বিষয়ে মই বহুত খা-খবৰ লৈছো যদিও মাটি ডোখৰ মই কিনিব খোজা নাই। কিনিবলৈ মোৰ সাধ্যও নাই। এই ডোখৰ মাটি কিনিবলৈ অতি কমেও ৪০ লাখ টকা লাগিব। মই আনৰ কাৰণেহে মাটি ডোখৰ বিছাৰিছো। তেওঁ মোৰ বন্ধু। নাম বিপুল গগৈ। তেওঁ শিৱসাগৰত থাকে। তেওঁ বান-নিয়ন্ত্ৰণ বিভাগৰ অভিযন্তা। এই কাম কৰি তেওঁ কোৰোণাৰে ধন চপাইছে। তেওঁৰ কাৰণে ৪০-৪৫ লাখ টকা একোৱেই নহয়। অৱশ্যে মই তেওঁক এইক্ষেত্ৰত সহায় কৰা উচিত হ'ব বুলি ভাবি মাটিৰ খা-খবৰ কৰা নাই। তেওঁ সঘনে তাগিদা দি থাকে কাৰণেহে এই মাটি ডোখৰৰ মালিকৰ নামটো জানিবলৈ ঔৎসুক হৈছো। বিপুল মোৰ বাল্য-বন্ধু যদিও এতিয়া আমি দুযো সুকীয়া মানুহ। মই উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা আৰু ঘৰত টিউচন কৰি ভাত মোকলোৱা মানুহ। হয়তো এটা প্ৰজন্মক গঢ় দিয়াত মোৰ কিছু বৰঙণি থাকিব পাৰে। কিন্তু অসমত মথাউৰিবোৰৰ দুৰৱস্থাৰ কথা শুনি, বানপানীৰ প্ৰকোপ দেখি আৰু কাকতে-পত্ৰে বান নিয়ন্ত্ৰন বিভাগৰ দুৰ্নীতিৰ কথা পঢ়ি মোৰ বিপুলহঁতৰ দৰে মানুহৰ প্ৰতি ঘৃণা হৈছে। তথাপি বিপুলৰ কাৰণে এই এলেকাটোত মাটি বিচাৰিছোঁ। মই ভাবিছো, এই মাটিডোখৰ যদি এইপৰ্যন্ত অজ্ঞাত মালিকজনে বিক্ৰী কৰিব খোজে,তেন্তে ইয়াক কোনোবা ঝুনঝুনৱালা, বজৰীয়া বা মিত্তালৰ সলনি বিপুলেই কিনি ল'লে মোৰ ভাল লাগিব।

আচলতে ইয়াত বিপুলৰ কাৰণে এ্ডোখৰ মাটি বিচাৰি থাকোতেই অঞ্চলটোৰ বিষয়ে মই ইমানবোৰ কথা জানি পেলালো। বিপুলক মই বেয়া পাওঁনে, ঈৰ্ষা কৰোঁ? মই ইয়াৰ সঠিক উত্তৰ দিব নোৱাৰিম। অথচ ইয়াত বিপুলৰ এখন ঘৰ হোৱাটো মই বিচাৰো। বিপুল অলপতে গুৱাহাটীলৈ আহিব, সি মোৰ ঘৰ সোমোৱাৰ লগে লগে মাটিৰ কথা সুধিব। মই মাথোন মাটিডোখৰহে দেখুৱাই দিব পাৰিম। সি হয়তো ক'ব,"তয়ো ভাল মানুহ দে। ইমান ওচৰতে থকা মাটিডোখৰৰ মালিকৰ নাম তইহে নেজান কিজানি। মাটিৰ মানুহ এনেকুৱাই।"

আজি তন্ন তন্নকৈ মাটিডোখৰ চালো। ইয়াৰ তিনিওফালে বেৰ। আলিৰ ফালে থকা সীমাতহে বেৰ নাই। মোৰ নিশ্চয় পৰ্যবেক্ষণ শক্তি স্থূল। কালি এইখিনি ঠাই পাওঁতে মোৰ চেণ্ডেলৰ ফিটা ছিগিছিল। দুয়োপাট চেণ্ডেল হাতত লৈ ইফালে সিফালে চাওঁতে এই মাটি ডোখৰৰ অৱস্থাৰ পৰিৱৰ্তন মোৰ চকুত পৰা নাছিল। এতিয়া দেখিছো যে মাটি ডোখৰত চেদেলি-ভেদেলি হৈ গজি থকা দীঘল বনবোৰ কোনোবাই দাৰে কাটি পৰিষ্কাৰ কৰিব খুজিছে আৰু কাটি থোৱা আধা শুকান বনবোৰ বননিৰ ওপৰত পৰি আছে। এচুকত আছে এটা পঁজা।

মই পজাঁটোৰ ওচৰ পালোগৈ। দেখিলো যে বাঁহৰ হলাৰে সজা দুৱাৰখনত এটা সন্তীয়া তলা ওলমি আছে। বেৰকেইখনো বাঁহৰ হলাৰে সজা। বেৰকেইখনো এতিয়ালৈকে লিপাকোচা কৰা হোৱা নাই। গতিকে বেৰৰ জলঙাইদি ভিতৰলৈ চাবলৈ মোৰ অসুবিধা নহ'ল। বাঁহৰ খুঁটা আৰু হলাৰে সজা বিছনাৰ ওপৰত তুলি এখন মেৰ খাই আছে। গোবৰ আৰু বগা মাটিৰে মচা মিহি মাটিৰ ভেটিটো চিকমিকাই আছে। পজাঁটোৰ এচুকত পুথিৰ সৈতে এখন থাপনা। ওচৰতে এগছি বন্তি।

মাটি ডোখৰৰ সম্ভেদ পোৱাটো নিশ্চয় সহজ হ'ব। এই পজাঁটোত নিশ্চয় কোনোবা থাকে। তেওঁ হয়তো এইমাত্ৰ ওলাই গৈছে। মই ভাবি পালো যে পজাঁত বাঁহৰ বিছনাত শুই থকা ব্যক্তিজনেই

নিশ্চয় "পৰভাতে শ্যাম কানু ধেনু লৈয়া সঙ্গে"ৰ গায়ক হ'ব লাগিব।

মই পজাঁটোৰ ওচৰত থিয় হৈ চৌপাশে এবাৰ ভালকৈ চালোঁ। মটৰৰ গুমগুমনি—ধমধমনি, বিভিন্ন বাহনৰ হৰ্ণ আৰু কাৰখানাৰ ইঞ্জিনৰ শব্দ চিধাচিধিকৈ এইখিনি ঠাইলৈ নিবিয়পে। হয়তো ৰাষ্ট্ৰীয় পথত প্ৰাচীৰৰ দৰে থিয় দি থকা অট্টালিকাবোৰত ঠেকা খাই ধ্বনি-তৰংগৰ কিছু অংশহে উৎসৰ ফালে গতি কৰে। অৱশ্যে এই সময়ত ৰাষ্ট্ৰীয় ঘাইপথতো বেছি কোলাহল নাই। কিন্তু এই উপপথটোৰ অতিপাত ব্যস্ততা। গৃহ নিৰ্মাণৰ সৰঞ্জাম কঢ়িওৱা ট্ৰাকবোৰ আহি আছে। ট্ৰাক উঠি অহা বনুৱাবোৰে ইটা, বালি বা চিমেণ্টৰ বস্তা নমাওঁতে যথেষ্ট চিঞৰ-বাখৰ কৰিছে। দেবাশিস ঘোষৰ বৃহৎ অট্টালিকাটোৰ ভূমিসংলগ্ন মহলাটোৰ কাম শেষ হৈছে। তাৰ পৰা লোহাৰ শলি কিছুমান ওপৰলৈ উঠিছে। উপপথটোৰ দাঁতিয়ে দাঁতিয়ে সৰু সৰু দোকান ঘৰ হৈছে। ৰাজবাৰী এলেকাই পূৰ্বৰ শান্তি হেৰুওৱাৰ লক্ষণ নিচেই পুৱাতেই প্ৰকট হৈছে। অথচ এই ঠাইখনতে শুনা গৈছে কাণ দুখন সুত লগোৱা বৰগীতৰ মূৰ্চ্ছনা। মই অলপ আগতে শুনা বৰগীত দুটি সুৰাৰোপিত আকাশবাণী যেন লাগিছে।

মই বৈ থাকি ভালেই কৰিছো যেন লাগিছে। এজন মানুহে মাটিডোখৰত ভৰি দিছে। মই থিয় দি থকা ফালেই তেওঁ আহি আছে। তেওঁক এজন সুশোভন সন্ত মন্ত পুৰুষ যেন লাগিছে। আঁঠুমূৰীয়া চুৰিয়া, কান্ধত এখন তিতা গামোচা। তেওঁৰ অনাবৃত দেহটো সুগঠিত। তেওঁৰ চুলিখিনিয়ে পিঠিখনৰ এফাল ঢাকিছে। ওঁঠত ঈষৎ হাঁহি। মুখত প্ৰশান্তি।

এনে দেহবিশিষ্ট মাধুৰ্য বিকিৰণ কৰা ব্যক্তি এই ঠাইত নালাগে, সমগ্ৰ গুৱাহাটীতে বিৰল। মোৰ মনত পুৱাৰ পদুম ফুলিল। তেওঁ মোৰ কাষ চপাৰ লগে লগে মোৰ অনধিকাৰ উপস্থিতিৰ কৈফিয়ৎ স্বৰূপে মই প্ৰণাম জনাই সুধিলো, "তেনেহ'লে আপুনিয়েই ইয়াত থাকে?" তেওঁ লম্বভাৱে মূৰটো দুপিয়াই মোৰ প্ৰশ্নৰ উত্তৰ দি পজাঁঘৰৰ দুৱাৰৰ তলাটো খুলি ক'লে"আহক"।

মোক মূঢ়া এটাত বহিবলৈ দি নিজে ডুখুৰী পীৰা এখনত বহি তেওঁ সুধিলে," কিবা কথা আছিল", মই মোৰ ঘৰটো দেখুৱাই দি ক'লো, "চা-চিনাকি হ'বলৈ আহিলোঁ। আপোনাৰ বৰগীতে মোৰ কাণত অমিয়া বৰষিছে। মোৰ নাম মনোজ চমুৱা। আচল ঘৰ ৰাইদিঙীয়া মৌজাৰ কৰচুঙত। ইয়াৰে চৰকাৰী উচ্চতৰ মাধ্যমিকৰ অংকৰ শিক্ষক।"

তেওঁ তিতা গামোচাখন ৰছী এডালত মেলি দি দুৱাৰখন ভালকৈ মেলি দি ঘৰৰ ভিতৰলৈ অধিক পোহৰ আহিবলৈ দিলে। মোৰ ফালে মৰমেৰে চাই ক'লে, "ভাল কথা,খুব ভাল কথা। শিক্ষকসকলেই দেশৰ গুৰু। এনে সজ লোক দেখি আৰু এনে সজ লোকৰ লগত আলাপ কৰি মোৰ বৰ ভাল লাগে। মই হ'লো নৰহৰি মুক্তিয়াৰ।"

"তেন্তে সত্ৰৰ মুক্তিয়াৰ। কোন সত্ৰৰ বাৰু?"

"চৰিত পুথিত পাইছেই কিজানি। ধোপাৰগুৰি সত্ৰ। লক্ষীকান্ত আঁতৈয়ে প্ৰতিষ্ঠা কৰা সত্ৰ। এতিয়া আৰু এইখন সত্ৰ পূৰ্বৰ ধোপাৰগুৰি সত্ৰ হৈ থকা নাই। লুইতে গ্ৰাস কৰিছে। পিচো কমি আহিছে।

"এই ডোখৰ মাটি ঢোপাৰগুৰি সত্ৰৰ নেকি?"

"সত্ৰৰ বুলি কোৱাতকৈ সত্ৰৰ অধিকাৰ প্ৰভুৰ পুত্ৰ বিজয়ানন্দৰ বুলি কোৱাহে ভাল হ'ব।"

নৰহৰি মুক্তিয়াৰে গুৱাহাটীত থাকিও সত্ৰৰ নিয়ম কাৰণ মতেই চলি আছে। তেওঁ তাৰে এটা বিৱৰণ মোৰ আগত দাঙি ধৰিলে। তেওঁ কাহিলি পুৱাৰ আগতেই শোৱাপাটী এৰি বাহিৰলৈ ওলাই আহি

সুৰুয উঠা দিশৰ ফালে চাই পুৱাৰ গীত গায়। পিছত হাতত চুৰিয়া চেলেং, গামোচা আৰু কাকে লৈ ব্ৰহ্মপুত্ৰত গা ধুবলৈ যায়। তাৰ পৰা উভতি আহি খোপা বান্ধি আৰু কপালত বগা চন্দনৰ ফোট লৈ পল্টন বজাৰৰ নামঘৰত প্ৰসংগ কৰিবলৈ যায়। সন্ধিয়াহে তেওঁ তাৰ পৰা ইয়ালৈ আহে। ৰাতি অন্য আহাৰ নেখায়, ফলমূলহে খায়। দুই অধ্যায় ভাগৱত পাঠ কৰাৰ পিছতহে তেওঁ শয্যা গ্ৰহণ কৰে।

তেওঁৰ কৰ্মপন্থা শুনি আচৰিত হোৱাবেই কথা। কিন্তু কৰচুং সত্ৰত ডাঙৰ-দীঘল হোৱা মানুহ হিচাপে মই বেছি আচৰিত হোৱা নাই। মই নৰহৰি মুক্তিয়াৰৰ প্ৰতি প্ৰশংসামুগ্ধ হৈ ভাবিছো— এইখন ক্ৰমবৰ্ধমান, ক্ৰম উচ্ছৃংখল গুৱাহাটী মহানগৰী, যত নিয়ম ভংগ কৰাই প্ৰধান নিয়ম হৈ পৰিছে। কিন্তু এইখন গুৱাহাটীলৈকে দেৱদূত হিচাপে এজন নৰহৰি মুক্তিয়াৰ বা এজন নাৰায়ণ গোস্বামী আহি চিৰাচৰিত নিয়ম-কাৰণমতে চলি নিজস্ব শৃংখলবোধৰ চিনাকি দিছে।

প্ৰথম দিনাই নৰহৰি মুক্তিয়াৰে মোৰ মন-প্ৰাণ হৰণ কৰিলে। এতিয়া মোৰ দুটা কৌতূহল বিষয় নৰহৰি মুক্তিয়াৰ আৰু এই মাটিডোখৰ।

ঢোপাৰগুৰি সত্ৰৰ আঁতিগুৰি শুনি বৰ আনন্দিত হ'লোঁ। এই সত্ৰৰ প্ৰধান সত্ৰাধিকাৰ লক্ষীকান্তৰ ঘৰো আছিল ধোপাৰগুৰিতে। তেওঁ এমহীয়া হৈ থাকোঁতেই মাক ঢুকাল। সাধু চৰিত্ৰৰ পিতৃ পুষ্কৰে চিন্তাকুল হৈ কি কৰিব তাকে ঠাৱৰ কৰাৰ আগতে এটা আচৰিত কাণ্ড দেখিলে। জেঠীৰ কণী এটা চালৰ পৰা পৰি ভাগিল। কণীৰ পঁৰা জেঠীৰ পোৱালি এটা ওলাই অলপ সময় লাল-বীজ খাই গাটো টনকিয়াল কৰি লৈ সি এটা মাখি ধৰি খালে। আৰু অলপ পিছতে সি বেৰত বগাবলৈ ধৰিলে। তাকে দেখি পুষ্কৰে মনত বল পালে। ভাবিলে, "জেঠীৰ পোৱালিটো বাচি থাকিবলৈ ভগৱানে যেনেকৈ বুদ্ধি দিছে সেইদৰে মোৰ সন্তানটিকো ভগৱানে বাচি থকাৰ বুদ্ধি দিব। ভগৱানেই সকলোৰে ৰক্ষক।" -ইয়াকে ভাবি তেওঁ ঘৰত থকা ধন-সোণ আৰু টকা-কড়ি সকলো আনি এমহীযা শিশুটোৰ ওচৰত থৈ বিশাল পৃথিবীখনলৈ ওলাই গ'ল। অৱশ্যে শিশুটিক ভগৱানে ৰক্ষা কৰিলে। পেহাক-পেহীয়েকে তাক তুলি-তালি ডাঙৰ-দীঘল কৰিলে। সি ওঠৰ বছৰ বয়সত মাধৱদেৱৰ শিষ্য হ'ল। ইফালে বহুত তীৰ্থ ভ্ৰমণ কৰি আহি শেষত মাধৱদেৱৰ ওচৰ পাই পুষ্কৰেও শৰণ মাগিলে। তেওঁ শৰণ লোৱাৰ পিছত মাধৱদেৱে তেওঁক লক্ষীকান্তৰ ঘৰত থাকিবলৈ পঠিয়াই দিলে। লক্ষীকান্তই বৈৰাগী মানুহজনক আপ্যায়ন কৰাৰ পিছত পৰিচয় জানিবলৈ বিচৰাত তেওঁ ক'লে,— " মোৰো ঘৰ ধোপাগুৰিতে আছিল। লক্ষীকান্ত নামৰ এমহীয়া ল'ৰাটিক এৰি থৈ মোৰ ভাৰ্যা সিপুৰীলৈ গ'ল। মোৰো বিষয়ত বিৰকতি ওপজাত ল'ৰাটিক ঈশ্বৰত অৰ্পি তীৰ্থ কৰিবলৈ গৈ এতিয়া উভতি আহিছো।— প্ৰায় ওঠৰ বছৰৰ মূৰত।"

পিতৃ পৰিচয় পাই লক্ষীকান্তই পিতৃ পুষ্কৰৰ ভৰি দুখন সাবটি ধৰি কান্দিবলৈ ধৰিলে। এইজন লক্ষীকান্তৰ সকৰে পৰা হৰিভক্তি দেখি মাধৱদেৱ বিস্মিত হৈছিল। এনে এজন লোকক ঢোপাৰগুৰিৰ ধৰ্মাচাৰ্য পাতি তেওঁ নিশ্চিন্ত হৈছিল।

এইখিনি কথা শুনাৰ পিছতো মোৰ কৌতূহল কমক চাৰি বাঢ়িলহে। মই ক'লোঁ,"লক্ষীকান্ত পুষ্কৰৰ কাহিনী বাৰু শুনিলো। তাকে শুনি মই বাৰু তৃপ্তও হ'লো। আপোনাৰ কাহিনী শুনিবলৈ বৰ মন গৈছে।"

নৰহৰি মুক্তিয়াৰে ক'লে, "আমি তেৰাত লীন যোৱাৰ প্ৰয়াস কৰিছো। আমাৰ দৰে মানুহৰনো কি কাহিনী থাকিব পাৰে? জনম লভিলো, ডেকা হ'লো, সংসাৰ কৰিলো, সংসাৰৰ কাম সমাধা কৰি

অধিকাৰ প্ৰভুৰ মুক্তিয়াৰ হৈ কোনোমতে ভগৱন্ত প্ৰভুৰ চৰণ চিন্তি আছো। এইটো এটা বিশেষ জনম কাহিনী নহয়। যিকোনো সত্ৰৰ ভকত এজন এনেকুৱাই।"

মই ব্যগ্ৰ হৈ সুধিলো, "আপুনি সংসাৰৰ কাম কেনেকৈ সমাধা কৰিলে?"

তেওঁ ক'লে, "ছোৱালীজনী বিয়া দিলো। ল'ৰা দুটাও খুটি খাব পৰা হ'ল। এনে সময়তে সত্ৰলৈ আহিলো।"

মোৰ পুনৰ প্ৰশ্ন,— সিহঁতৰ বিয়া হ'ল?

তেওঁ ক'লে— সেইখিনি লেঠাও মাৰিলো। এতিয়া মোৰ নাতি-নাতিনী ছটি। নাতিনী এজনীয়ে এই বছৰ কলেজত নাম লগাইছে।

— তেন্তে আপোনাৰ বয়স?

— চাৰি কুৰি এবছৰ যোৱা জেঠত পাৰ হৈছে।

— আচৰিত কথা! আপোনাক আঢৈ কুৰিবছৰীয়া যেনহে লাগে। ইয়াৰ ৰহস্য কি?

— এয়া উত্তৰ দিয়া কথা নহয়। নিয়ম মতে চলিছো, নিয়ম মতে খোৱা-বোৱা কৰিছো, কেতিয়াও মাত্ৰা চেৰাই যোৱা নাই আৰু নিজৰ বিষয়ে ভাবনা-চিন্তা বাদ দিছোঁ। এয়াও গুৰুৱে দিয়া শিক্ষা, শৰণ লওঁতে পোৱা শিক্ষা। পিছে আমিনো কোন কুটা? এটা কথা জানেনে বাৰু? শ্ৰীমন্ত শংকৰদেৱে যিমানখিনি পুথি-পাঁজি লিখিছিল,তাৰে আধা ভাগ লিখিছিল পঞ্চানব্বৈৰ পৰা এশ পোন্ধৰ বছৰৰ ভিতৰত। তেৰা এদিনো বেমাৰত ভোগা নাছিল,কেতিয়াও তেৰাৰ গাটো অকণো পোটোকা পৰা নাছিল।

— আপোনাৰ এতিয়া অধিকাৰ প্ৰভুৰ কেনে আছে?

— বয়স এশ পূৰা হ'বলৈ মাত্ৰ এবছৰ। এতিয়াও পোন হৈ খোজকাঢে, তেৰাৰ শুৱলা মাতটো বয়সে হৰণ কৰা নাই, চকুৰে দূৰলৈকে মণিব পাৰে, আৰু তেৰাৰ কাণ দুখনো অকণো গধুৰ হোৱা নাই।

— হয় নেকি? তেখেতৰ ওচৰলৈ গৈ সেৱা এটি জনাবলৈ বৰ মন গৈছে।

— এদিন বাৰু লৈ আহিম। আপুনি কোন সত্ৰৰ ভকত বুলি ক'লে?

— ৰাইদিঙীয়াৰ কৰচুং সত্ৰৰ।

— আপুনি তেন্তে জগ গোসাঁইৰ শিচ ? বৰ ভাল কথা। আমি শুনিছো জগ গোসাঁইৰ মাত নহয় যেন বাঁহীৰ সুৰহে। তেওঁ বৰগীত গালে হেনো "মৎস মগৰ সাগৰ তৰ কৰি যায়।"

প্ৰথম দিনা আমাৰ পৰিচয়পৰ্ব এনেকৈয়ে শেষ হ'ল।

পিছদিনা আকৌ ঢলপুৰাতে নতুন ৰাগত পুৱাৰ গীত কালিন্দী পুলিন, বনহি যদুনন্দন,যিৰত গৌৱা চৰায়

মই সদায় পুৱাৰ একোটি গীত শুনিবলৈ আশা কৰি থকা হ'লো। নৰহৰি মুক্তিয়াৰৰ মুখৰ পৰা মাটি ডোখৰৰ ইতিবৃত্ত জানিবলৈকো মোৰ সুবিধা হ'ল।

— মুক্তিয়াৰদেউ, ধোপাৰগুৰি সত্ৰইনো এই ডোখৰ মাটি কোন সূত্ৰে পালে?

— এয়া সত্ৰৰ মাটি নহয়। অধিকাৰ প্ৰভুৰ ল'ৰাজনৰ মাটিহে। ল'ৰাজন পঢ়া-শুনাত ভাল। বিজ্ঞান পঢিছিল। পঢ়ি উঠি ইয়াৰে কলেজ এখনত কাম কৰিছিল। তেতিয়াই এইডোখৰ মাটি কিনি

থৈছিল। এতিয়া তেওঁ আমেৰিকাৰ পৰা জনাইছে, ইয়াত এটা হৰি-মন্দিৰ হ'ব লাগে, নিতৌ ইয়াত নাম -প্ৰসঙ্গ হ'ব লাগে।

—অ', তেওঁ তেন্তে আমেৰিকাত কাম কৰে?

—হয়, খুব ডাঙৰ কাম কৰে। বহুত টকা। তেওঁ দিয়া ধনেৰে এতিয়া ধোপাৰগুৰি সত্ৰ অলপ ঠন ধৰি উঠিছে। পিছে শিচহে কমি আহিছে।

— তেওঁৰ নাম কি?

—হৃদয়ানন্দ দেৱগোস্বামী। নামৰ আগত আকৌ ডক্টৰ।

মুক্তিয়াৰদেৱে কোৱামতেই এসপ্তাহ পিছৰ পৰা হৰিমন্দিৰৰ কাম আৰম্ভ হ'ল। ঠিকাদাৰে পাহাৰৰ সেন্দুৰীয়া মাটি আনি মাটিডোখৰ ওখ কৰিলে আৰু বনুৱাই মাটিডোখৰ সমান কৰিলে। অতি শীঘ্ৰে এটা দুচলীয়া ঘৰ সজা হ'ল। নৰহৰি মুক্তিয়াৰে ক'লে,"সৰু নামঘৰটো আঁচনি মতেই সজা হৈছে। আজি পহিলা ভাদ। বিশ ভাদত শংকৰগুৰুৰ তিথি। সেইদিনা মূল নামঘৰৰ লাইখুঁটা পোতা হ'ব। ধোপাৰগুৰিৰ সত্ৰাধিকাৰ আহিব, বাহেৰে বহুত ভকত আহিব, নাম-প্ৰসঙ্গ হ'ব, পিছত নেগেৰা-নাম, থিয়-নাম সকলো চলিব।"

কেইদিনমানৰ পিছত দেখা গ'ল যে নৰহৰি মুক্তিয়াৰৰ লগত আৰু সাতজন আতৈ সৰু নামঘৰটোত থকা হ'ল। পুৱা-গধূলি আটাইকেইজনৰ একেলগে গোৱা বৰগীত আৰু হৰিনাম-কীৰ্তনে আমাৰ এলেকাটোৰ চৰিত্ৰই সলনি কৰি পেলালে। মই সময় পালেই গৈ ভকতসকলৰ সৎসঙ্গ লাভ কৰি সুখী হ'লোঁ। মই ধোপাৰগুৰিৰে ঠিকাদাৰ কবীন মজুমদাৰৰ পৰা জানিব পাৰিলো যে নামঘৰৰ খুঁটাবোৰ কাঠৰ নহ'ব, ইটা-বালি-বিলাতী মাটিৰেহে খুঁটা তৈয়াৰ হ'ব, চাল দুখন টিনপাতৰ হ'ব। মুঠতে খেৰ-বাঁহৰ লগত সম্পৰ্ক নথকা এটা বৰদোৱা সত্ৰৰ দৰে হৰি-মন্দিৰ প্ৰতিষ্ঠা হ'ব। বোধকৰো এনে মন্দিৰৰ প্ৰাচীনত্ব বা ঐতিহ্যৰ সন্ধান দিব— ভকতসকলৰ আঁঠুমুৰীয়া চুৰিয়া, খোপা বন্ধা চুলি আৰু হৰি-কীৰ্তনেহে।

মই এদিন একেলগে ঠিকাদাৰ কবীন মজুমদাৰ আৰু অধিকাৰ প্ৰভু বিনয়ানন্দ দেৱ গোস্বামীক লগ পালোঁ। মোৰ কৌতূহলী প্ৰশ্নৰ উত্তৰ দি মজুমদাৰে ক'লে, "এঘাৰ চেপ্টেম্বৰত গুৰুজনাৰ তিথি। সেইদিনাই খুঁটা এটা, মানে লাইখুঁটা, মানে খুঁটা তৈয়াৰ কৰিব পৰা লোৰ শলিৰ জঁকাটো পুতিব লাগিব। আজিকালিৰ ভাষা মতে আধাৰশিলা। অধিকাৰ প্ৰভুৱে মচলাখিনি গাঁতত পেলাই দিলেই হ'ল।"

অধিকাৰ প্ৰভুৰ বয়স নৰহৰি মুক্তিযাৰতকৈ বহুত বেছি। এশলৈ এবছৰহে কম। সভা-শুৱনি লোক। বয়সে তেওঁকো বশ কৰিব পৰা নাই। তেওঁক দেখিলেই সেৱা কৰিবৰ মন যায়। তেওঁ মোৰ আঁতিগুৰি লোৱাৰ পিছত ক'লে, "কৰচুং সত্ৰৰ শিচ এজন ওচৰতে থকাটো ভাল কথা হৈছে। পিছে মোৰ ল'ৰাজনকহে নিজৰ লগত ৰাখিব নোৱাৰিলো। বৰ অভিলাষী ল'ৰা। আমেৰিকালৈ গ'ল। মই হাক নিদিলো। পিছে কামটো বেয়া নহ'ল যেন পাইছো। সি বহুত কিবাকিবি পাছ কৰিলে। তাত সি খুব ভাল চাকৰি কৰি আছে। অথচ ঘৰলৈকো দুবছৰৰ অন্তৰে অন্তৰে আহি আছে। সি যোৱা বছৰ আহোঁতে এই মাটিডোখৰ চাই ক'লে বোলে সি ইচ্ছা কৰিলে এই মাটিডোখৰত সাতমহলীয়া ঘৰ সাজিব পাৰে, কিন্তু নেসাজে, হৰিমন্দিৰ সাজিহে মোৰ নাম-প্ৰসংগৰ সকলো সুবিধা কৰি দিব। তাৰ আঁচনি মতেই মই কাম কৰি আছো। বিদেশত থাকিও ল'ৰাটোৰ মতি-গতি ভাল হৈছে যেন লাগিছে।"

মই সুধিলো, "তেওঁ ক'ৰ পৰা বিয়া কৰালে?"

অধিকাৰ প্ৰভুৱে ক'লে, "ইয়াৰে। গুৱাহাটীৰ। সদ্‌বংশৰ ছোৱালী। তায়ো কাম কৰে । ল'ৰাটোৰ সৈতে তাইৰো পঢ়া-শুনা একে।"

মই আকৌ সুধিলোঁ, নাতিপুতি একা?"

তেওঁ ক'লে,"তিনিটা। দুটা ল'ৰা, এজনী ছোৱালী।"

"সিহঁত আহেনে?"

"আহে।"

"নাতি-নাতিনীয়ে অসমীয়া ক'ব পাৰেনে?"

" পাৰে। পো-বোৱাৰীয়ে শিকাইছে। তদুপৰি সিহতক অসমীয়া পঢ়িবলৈও শিকাইছে। সিহতৰ ওপজা ঠাইখনলৈ বৰ হেঁপাহ। ঘৰলৈ আহিলে সিহতে গাঁৱে-গাঁৱে ঘূৰি ফুৰে। সিহঁতে কয়– আচল সংস্কৃতি হেনো গাঁওবোৰেহে জীযাই ৰাখিছে।"

"প্ৰভু-ঈশ্বৰ সচাকৈয়ে ভাগ্যবান। বাৰু, প্ৰভু-ঈশ্বৰ আপোনাৰ আমেৰিকালৈ যাবলৈ মন নেযায়নে?

"গৈছিলো। এমাহমান তাতে আছিলো। সিহঁতে নাম-প্ৰসংগৰ সকলো ব্যাৱস্থা কৰি দিছিল। পিছে মোৰ হ'লে বৰ অকলশৰীযা লাগিল, গুচি আহিলো।"

সেইদিনা ৰাতি অধিকাৰ-প্ৰভু পল্টন বজাৰৰ নামঘৰৰ অতিথিশালাত থাকি পুৱা নিজৰ গাড়ীত উঠি ঢোপাৰগুৰি সত্ৰলৈ গ'লগৈ।

মই ১১ ছেপ্টেম্বৰৰ দিনটোলৈ আশাৰে বাট চাই ৰ'লো। নৰহৰি মুক্তিযাৰে এদিন জনালে যে এই মাটিডোখৰত হৰিমন্দিৰ সজাৰ শুভাৰম্ভ হ'ব লাগিব নাম-প্ৰসংগ, গীত-মাত, নেগেৰা নাম, থিয় নামেৰে। এয়া হেনো অধিকাৰ প্ৰভুৰ পো-বোৱাৰীৰ ইচ্ছা। তেওঁ মোক ডক্টৰ হৃদয়ানন্দ দেৱ গোস্বামীৰ পিতৃলৈ লিখা চিঠি এখনো দেখুৱালে। চিঠিৰ এঠাইত তেওঁ এনেকৈ লিখিছে ,' পশ্চিমত ভোগ-বাসনাই মানুহক অকল আমুৱাই পেলোৱা নাই অসুখীও কৰিছে। তাৰ মানুহে ধৰ্মৰ মাজত কিবা এটা বিচাৰি ফুৰিছে। বহুতেই মহেশ যোগী বা প্ৰভুপদ নামৰ পশ্চিমত খ্যাতি লাভ কৰা সন্ত-মহন্তৰ ভক্ত হৈছে। কিন্তু পৰম্পৰা অনুসৰি ভোগ-লালসাক স্থান নিদিয়া ভাৰতত আকৌ ওলোটাটোহে হৈছে। এতিয়া ভাৰতত‌হে এজন শংকৰদেৱ বা এজন বিবেকানন্দৰ বেছি প্ৰয়োজন হৈছে। আনকি শ্ৰীৰাম আতা, মথুৰা দাস বুঢ়া আতা, আমাৰ উপৰিপুৰুষ লক্ষ্মীকান্ত আতৈ বা আপোনাৰো। আপুনি কিবা এটা কৰিব বুলি আশা কৰিছো। গুৱাহাটীৰ নামঘৰটিয়ে নিশ্চয় আপোনাৰ ধৰ্মপ্ৰচাৰত যথেষ্ট সহায় কৰিব ।"

চিঠিখনৰ এইছোৱা কথা পঢ়িহে আমেৰিকাবাসী অধিকাৰ পুত্ৰৰ মহৎ উদ্দেশ্যৰ আভাস পালো।

আহিল সেই আশা কৰা দিনটো। ১১ ছেপ্টেম্বৰ,২০ ভাদ। শনিবাৰে এখন বাছত ডেৰকুৰি মান ভকত আহিল। এঘণ্টামান পিছত খোল-তাল-নেগেৰা আদিৰে আহিল এবাছ নেগেৰা নাম গোৱা আৰু থিয় নাম গোৱা ডেকা ল'ৰা। হঠাতে ঠাইখনত সত্ৰৰ পৰিৱেশ এটাৰ সৃষ্টি হ'ল।

পূৰ্বৰ ব্যৱস্থা মতেই অধিকাৰ প্ৰভুৱে বেলচাৰে মচলা বাকীলে। সকলোৱে হৈ ধ্বনি (হৰিধ্বনি) দিলে। কিন্তু লগে লগে কিছুমান অদ্ভুত অদ্ভুত শব্দ মোৰ কাণত পৰিল। সকলোৱে শব্দবোৰৰ ফালে

চালে। মই দেখিলো দেবাশিস ঘোষৰ চৌহদত এজাক তিৰোতা মানুহে কেলকেলাই আছে। সেইবোৰ ঠিকাদাৰে অনা বনুৱা মাইকী। সিহঁতে কাউৰীৰ দৰে আৰাও কৰিছে।

দুটা বৰগীতৰ পিছতে নামৰ গুণগুণনি উঠিছে। কিন্তু আমাৰ কাণত পৰিছে মাইকী মানুহসোপাৰ কেল্‌কেলনিহে। ভোৰতাল বাজিছে। নাম গোৱা হৈছে। কিন্তু দেবাশিস ঘোষৰ চৌহদত নতুন এবিধ শব্দ। শিলৰ টুকুৰাৰ লগত চিমেণ্ট বালি মিহলোৱা যন্ত্ৰটোৰ কৰ্কশ শব্দ। অধিকাৰ প্ৰভুৱে সেইফালে ঘোপাকৈ চাইছে। উপায় নাই। নাম-প্ৰসঙ্গ আৰম্ভ হ'ল যেতিয়া সময় মতেই সামৰিব লাগিব। নাম-ধ্বনি চৌদিশে বিয়পিব পৰা নাই কিজানি।

নাম-প্ৰসঙ্গ শেষ হ'ল। আৰম্ভ হ'ল নেগেৰা নাম। লগে লগে আৰম্ভ হ'ল দেবাশিস ঘোষৰ ছহেজাৰ বৰ্গফুটৰ আৰ চি চি বিল্ডিঙৰ প্ৰথম মহলাৰ ঢালাইৰ কাম। শিল, বালি, চিমেণ্ট মিহলোৱা যন্ত্ৰটোৰ কৰ্কশ ধ্বনি, মাইকী বনুৱাবোৰৰ কেলকেলনি আৰু ঠিকাদাৰ-মহৰী আদিৰ চিঞৰ-বাখৰে খোল-তাল-নেগেৰাৰ ধ্বনি আৰু হৰিধ্বনি চেৰ পেলালে। মই লক্ষ্য কৰিলো যে অধিকাৰ প্ৰভুৱে দুয়োখন হাতৰ তলুৱাৰে মুখখন ঢাকি পেলাইছে। মই ওচৰ পালোগৈ। অধিকাৰ প্ৰভুৱে মুখৰ পৰা হাত দুখন আঁতৰালে। মই দেখিলো যে তেওঁৰ দুগালেদি চকুলো নিগৰিছে। মোক দেখি তেওঁ থোকাথুকি মাতেৰে ক'লে, "চমুৱা মোৰ পো-বোৱাৰীৰ উদ্দেশ্য সফল নহ'ব যেন পাইছো। কাইলৈ ভাগৱত পাঠ হোৱাৰ কথা আছিল সেয়াও নহ'ব। এদিন হৰিনামৰ ধ্বনি শুনি দৈত্য পলাইছিল। এতিয়া দৈত্যৰ কোলাহলত হৰিনাম বিফল হৈছে। চমুৱা তুমি ভাবানে এই ঠাই নামঘৰৰ বাবে উপযুক্ত?"

মই ক'লো,"এনেকৈ নেভাবিব, প্ৰভু। সদায় ইমান কোলাহল নহ'ব নহয়।"

অধিকাৰ প্ৰভু আশ্বস্ত নহ'ল। গামোচাৰে চকুলো মচি তেওঁ ক'লে, "বুইছা, চমুৱা, কোলাহলত মনটো থিৰে ৰাখিব নোৱাৰি। ঈশ্বৰ চিন্তাতো পাছ কথা।"

# আগধন

চৌখিন বিষয়াসকলে যেনেকুৱা এবিধ মোনা লৈ ঘূৰি ফুৰে, মোনাটো সাইলাখ তেনেকুৱাই। কিবা বোলে প'ৰ্টফলিঅ' বেগ হেনো। সি বেগটো খুব সাৱধানে তুলি ল'লে। চাৰিওফালে চোকা দৃষ্টিৰে চালে। সি আশ্বস্ত হ'ল। হওক তেওঁ, কাৰো যে চকুত কাণ্ডটো নপৰিল। দূৰৈত এটা পানীভাৰী। সি এভাৰ পানী লৈ সেই ফালেই আহি আছে। পানীৰ ভাৰখনৰ হেন্দোলনিৰ লগে লগে তাল মিলাই অহা পানীভাৰীটোৰ ছন্দময় নিপোটল শৰীৰটো দেখি তাৰ এনেয়ে ভাল লাগি গ'ল। খ্ৰীষ্টানবস্তিৰ ফালৰ পৰা বিকত আৰাও কৰি আহি আছে এখন ট্ৰাক। তেন্তে কোনো চিন্তা নাই। এতিয়া এই প'ৰ্টফলিঅ' বেগটোৰ মালিক একমাত্ৰ সিয়েই, পঞ্চানন তালুকদাৰ ওৰফে পঞ্চইহে। তাৰ বুকুখনত কিঞ্চিত শিহৰণ। বেগৰ ভিতৰত যদি একো নোলায়? যদি দহ গ্ৰাম ওজনৰ এটা সোণৰ বিস্কুত নাইবা এটা 'হাফ' অৰ্থাৎ সুৰাৰ অৰ্ধ বটল?

এইটো বাৰু কৰোবাৰ কাৰচাজি নেকি? সি অপৰাধ জগতত প্ৰথম প্ৰৱেশ কৰিছে। সেই কাৰণেই প্ৰতিটো পদক্ষেপতে তাৰ সন্দেহ। এই কুমলীয়া বয়সতে দুনীয়াত কাকো বিশ্বাস নকৰা স্বভাৱ এটা সি ইতিমধ্যে পালেই। তাৰ মনত দুনীয়াৰ চব চোৰ, চব ভণ্ড, চব পৰৰ মূৰৰ ওপৰত কঁঠাল ভঙা মানুহ। সি এতিয়া এটা সাংঘাতিক মানুহৰ তলত কাম কৰে। বৰ খিতাপ থকা মানুহ। এটা দুৰ্দান্ত চয়তান। পিছে টকা-পইচাৰ কাৰণেই সি ৰাস্তাত ওলালেই তাক ভালোমান মানুহে চালাম দিয়ে। সি তেতিয়া গহীনাই মূৰ দুপিয়াই দুপিয়াই মখনা হাতীটোৰ দৰে দেহটোৰ চৰ্বীবোৰ লৰাই লৰাই গৈ থাকে। তাৰ কাৰবাৰটোৰ কথা বহুতে নাজানে কিজানি। বহুত বিধ চোৰাং বস্তু মজুত ৰাখি বিক্ৰী কৰাটো তাৰ প্ৰধান ব্যাবসায়। সম্প্ৰতি পঞ্চুৰ কাম হৈছে চুৰি কৰি অনা মটৰগাড়ীৰ অংশবোৰ ঠায়ে ঠায়ে যোগান ধৰা। বৰ বিপদত পৰিবলগীয়া কাম নহয়। বস্তুবোৰ সহজে বিক্ৰীও হয়। পিছে চয়তানটোৱে বেতনহে বৰ কম দিয়ে। তাৰেনো আজিকালিৰ গুৱাহাটীত এটা ডেকা ল'ৰা চলে কেনেকৈ? গুৱাহাটীত এফালে যেনেকৈ একশ্ৰেণী অভাৱগ্ৰস্ত মানুহৰ নিষ্ঠুৰ জীৱন সংগ্ৰাম, আনহাতে এক শ্ৰেণী মানুহৰ কাৰণে চৌপাশে ভোগৰ উন্মাদনা। এখন ৰেষ্টোৰাঁত তাৰ বন্ধুকেইটাৰ লগত সোমালেই দেখোন দুশমান টকা লাগে। গাত নিচা লগাবলৈ যে আৰু বহুত টকা লাগে। ডেৰশ টকাৰ বটল এটা সাউৎকৰে শেষ হৈ যায়।

উজনি অসমৰ পৰা অহা ৰাতি চলা বাছবোৰ গণেশগুৰি পাৰ হৈ গ'ল। এতিয়া চাগৈ পল্টন বজাৰত বাছবোৰৰ ভিৰ হৈছেগৈ। চিটিবাছবোৰ এতিয়াও চলা নাই। খানাপাৰাৰ ফালৰ পৰা অটো'ৰিক্সা

দুখনহে আহিছে। অলপ পিছতেই এই গণেশগুৰি মানুহ, যান-বাহন আৰু সংমিশ্ৰিত কোলাহলেৰে অসহনীয় হৈ পৰিব। যদিও ব্যস্ত মানুহবোৰে আন কাৰোবাৰ মুখলৈ চাবলৈ নাইবা মতলববোৰ লক্ষ্য কৰিবলৈ সময় নহ'ব, তথাপি পদপথৰ মানুহৰ সোঁতৰ মাজত বেগটোৰ ভিতৰৰ বস্তুখিনি খুলি চোৱাটো উচিত নহ'ব বুলি সি ভাবিলে। সি শিখা ৰেষ্টোৰাঁলৈ সোমোৱা প্ৰথম খটখটিটোৰ ওপৰত বহি বেগটো কোলাত ল'লে। সংকোচ ভাবটো নাইকিয়া কৰিবলৈ সি চেষ্টা কৰিলে। কোনোবাই যদি তাক এই অৱস্থাত লক্ষ্য কৰে তেন্তে তেওঁ অনুমান কৰিবলৈ টান নাপাব লেতেৰা ফাঁহি চিটিকা দিয়া জিনছৰ পেণ্ট আৰু এটা শোট-মোট টি-ছাৰ্ট পিন্ধা, কেইবাদিনো গা-নোধোৱা যেন লগা, পঁচিছবছৰীয়া ডেকাটোৱে বেগটো চুৰ কৰিহে আনিছে। ছফুটতকৈ বেছি ওখ এটা দেহ। মুখখন ধুনীয়া। কিন্তু এইখন মুখ এতিয়া মৰমলগা হৈ থকা নাই। চকুৰ তীব্ৰ আক্ৰোশপূৰ্ণ দৃষ্টিয়ে এইখন মুখৰ কমনীয়তা বিনষ্ট কৰিছে। নিবনুৱাৰ অৱহেলিত জীৱনে পঞ্চুৰ যৌৱনৰ দীপ্তি হৰি নিছে। বিজ্ঞানৰ স্নাতক হৈ ক'তো একো ৰোজগাৰৰ ব্যৱস্থা কৰিব নোৱাৰি চয়তান এটাৰ চুৰ কৰি অনা বস্তু বিক্ৰী কৰি দুই-এপইচা পোৱা কামটো কৰা সত্বেও সি নিজকে নিবনুৱা নহয় বুলি নাভাবে। সি এমাহত পোৱা টকাখিনি গুৱাহাটীৰ কোনোবা বিলাসী হোটেলত কোনোবা ভ্ৰষ্টাচাৰী ব্যৱসায়ী বা বিষয়াই হয়তো দুঘণ্টাৰ ভিতৰতে খৰচ কৰে। এইবোৰ কথা মনলৈ আহিলে তাৰ মূৰটো গৰম হয়।

বেগটোৰ চেইনডাল খোলাৰ লগে লগে পঞ্চুই ভাবিলে, গণেশগুৰি চাৰিআলিত বগা ইউনিফৰ্ম পিন্ধা পুলিচটো থিয় হৈ থকা ঠাইত পৰি থকা এই বেগটো আন কোনেও নেদেখিলে কিয়? অথচ এই ফালেদিয়েই অলপ আগতে প্ৰায় এশখন মান নাইট বাছ পাৰ হ'ল। চাৰিআলিত কিছুমান বাছযাত্ৰী নামি বিয়পি পৰিল। তেওঁলোকৰ কোনো এজনৰে এই বেগটো চকুত নপৰিল কিয়? এনে আকাৰৰ পৰ্টফলিও বেগ এটা আলিত পৰি থকা সম্ভৱ নহয় বুলিয়েই মানুহে ধৰি লয় বাবে চকুহালেও কিজানি মানুহৰ ধাৰণাকে অনুকৰণ কৰিলে। পিছে বেগটো ৰিক্সাবালাৰ চকুত নপৰাটোহে আচৰিত কথা। দুনীয়াত যে কত যুক্তিৰ লগত নিমিলা ঘটনা ঘটি থাকে। তথাপি পঞ্চুই ভাবি পালে যে মানুহ খুব ব্যস্ত হ'লে বা মানুহে খুব লৰালৰি কৰিলে তেওঁ ওচৰৰ বহু বস্তুকেই লক্ষ্য কৰিব নোৱাৰে।সেয়েহে হয়তো চকুত টোপনিৰ ভাব এটা লৈ হুৰমূৰকৈ নাইট বাছৰ পৰা নামি ঘৰলৈ যাবলৈ খৰধৰ লগোৱা কোনো মানুহৰে বেগটো চকুত নপৰিল।

খন্তেকতে ইমানখিনি কথা ভাবিব পৰাৰ কাৰণে পঞ্চুৰ নিজৰ ওপৰত অলপ আস্থা হ'ল— বহুত দিনৰ মূৰত।

বেগৰ ভিতৰখন তিনি ভাগত বিভক্ত। মাজত চেইনযুক্ত এটা পকেট। তাৰ দুকাষে খালী ঠাই। তাত কেৱল বাতৰিকাকত এখনহে আছে। চেইনযুক্ত পকেটটো খুলি চোৱাৰ প্ৰশ্নই নুঠে। ই কেইবাদিনো খাবলৈ নোপোৱা ল'ৰা-ছোৱালীৰ পেটৰ দৰেই চেপেটা খাই আছে।

পঞ্চু হতাশ হ'ল। বিতৃষ্ণাৰ মাত এটা মাতি সি গোৰগোৰাবলৈ ধৰিলে— চালা হাৰামজাদা, ভিতৰত যদি মালেই নাৰাখ, এনে বেগ এটা লৈ ফুৰ কিয়? তয়ো চালা এটা চয়তান আৰু বেগটো তোৰ হাতৰ পৰা পৰিল কেনেকৈ?

তাৰো কল্পনা নথকা নহয়। তাৰ চকুত ভাহি উঠিল এটা দৃশ্য। ৰাতি বাৰ বাজিছে। দুখন বা তিনিখন বেয়া মতলবত খুলি ৰখা পাণদোকানৰ বাদে গণেশগুৰিৰ সকলো দোকান বন্ধ। উইলছ

চিগাৰেটৰ বিৰাট বিজ্ঞাপনখন জিলিকাই ৰখা টিউব লাইটটোৰ বাদে আন পোহৰে বাটটো জিলিকাব পৰা নাই। কাচিৎহে দুই-এখন মাৰুতি বা টাটা ছুম' অহা-যোৱা কৰিছে। দিনতহে চি আৰ পিবোৰ বীৰপুৰুষ। 'সংগঠন'ৰ ডেকা ল'ৰাৰ ভয়ত সিহঁতে পহৰা নিদিয়ে। এনে এটা সময়তে হোটেলত থকা কোনোবা বন্ধুৰ কোঠাত মদ খাই ওলাই আহিল কোনোবা এটা ঠিকাদাৰ জাতীয় মানুহ । তাৰ মাটিত ভৰিটো পেলাব নোৱৰা অৱস্থা। একদম বেলেঞ্চ নাই। তথাপি তাৰ হাতত এই বেগটো। সি হয়টো অ'টো অ'টো বুলি চিঞৰিলে। সি হয়তো ডাঙৰকৈ চিএৰা বুলিয়েই ভবিলে, কিন্তু সি হয়তো তেতিয়া স্পষ্টকৈ কথা কোৱাৰ অৱস্থাত নাই, স্বৰৰ উচ্চতাও তাৰ নিশ্চয় অনুমানৰ অতীত। ঠিক তেনে অৱস্থাতে নিশ্চয় এই বেগটো তাৰ হাতৰ পৰা সৰি পৰিল

পঞ্চুই এতিয়াহে অকলশৰীয়া অনুভৱ কৰিলে। বেগটোৰ প্ৰতি তাৰ দয়া উপজিল। সি আতুৰত পৰি এজন বন্ধুক সাবটি লোৱাৰ দৰে বেগটো বুকুখনত জোৰকৈ সাবটি ল'লে। তাৰ চকু সেমেকিল। সি ভাবিলে— তাৰ অৱস্থাও কপৰ্দকহীন এই বেগটোৰ দৰেই। দুয়োটা অদৰকাৰী। এইটো বেগ তাৰ বন্ধুকেইটাৰ দৰেই। কুমুদ, ধীৰেন, মুন্না, কংকন আৰু মুকুট। তাৰ দৰে সিহঁতৰ শিক্ষা আৰু যোগ্যতা এইখন সমাজত মূল্যহীন। সিহঁতো পইচা নথকা একোটা বেগ। সি ভাবে,—তথাপি এই বেগটো কিজানি আমাতকৈ দৰকাৰী। এতিয়া ইয়াৰ পেটত টকা নাথাকিলেও ই প্ৰয়োজনীয় হৈ আছে। ইয়াৰ পেটত টকা থ'ব পাৰি— বহুত বহুত টকা, বহুত দৰকাৰী কাগজ-পত্ৰ থ'ব পাৰি। তদুপৰি নৰম চামৰাৰে তৈয়াৰ কৰা বেগটোৰ এটা চমক আছে। নিশ্চয় 'ইণ্ডিয়া টুডে'ৰ বিজ্ঞাপনত পোৱা দামী বেগবোৰৰ দৰেই ইয়াৰ কৌলীন্য।

এনে বিপৰ্যস্ত জীৱনতো তাৰ হাতত এটা ঘড়ী। সি প্ৰবেশিকা পৰীক্ষাত দুটা বিষয়ত লেটাৰ লৈ প্ৰথম বিভাগত উত্তীৰ্ণ হওঁতে ৰে'ল কোম্পানীত গুদামবাবুৰ কাম কৰা মোমায়েকটোৱে এই ঘড়ীটো উপহাৰ দিছিল। আয়তক্ষেত্ৰাকাৰৰ এটা সুন্দৰ ঘড়ী। তাক বহুতেই প্ৰতাৰণা কৰিছে। কিন্তু এই ঘড়ীটো বিশ্বস্ত। ই সদায় ঠিক সময় দি আছে। তাৰ পিছত তীব্ৰ গতিৰে ভালেমান বছৰ পাৰ হ'ল। বছৰ এটা যেন ৰাষ্ট্ৰীয় ঘাইপথত চলা একোখন ট্ৰাকহে। ঘড়ীটো কিন্তু একেই আছে। ইমান বছৰৰ মূৰতো।

ভাবত বিভোৰ হৈ সি ঘড়ীটোলৈ চাই চমকি উঠিল। কুমুদহঁতে তেতিয়া অম্বৰীশ হোটেলৰ ওচৰৰ বাছষ্টেণ্ডটোত ৰৈ থকাৰ কথা। সিহঁত আজি দলে-বলে জাগীৰোডলৈ যাব। তাৰ কাগজৰ কলত হেনো সৰু ঠিকা-ঠুকলি ওলাইছে। সি লৰালৰিকৈ সেই ঠাই পালেহি। নাই, নাই, সিহঁতৰ এটাও তাত নাই। কালি সিহঁতে দিছপুৰ কলেজৰ পৰা মেডিকেল কলেজলৈকে থকা ৰাস্তাটোত দুখনমান ইটা-শিলগুটিৰ ট্ৰাক ৰখাই লৈ টকা দাবী কৰিছিল। মদ খাই চিঞৰ-বাখৰ কৰা অট'ৰিক্সা চালক দুটামানকো দুথাপৰমান দিছিল। ট্ৰাক ড্ৰাইভাৰ আৰু অট'ৰিক্সাবালাৰ পৰা সিহঁতে দুশমান টকা পাইছিল। তাৰে শেহৰাতিলৈকে মদ খাই এতিয়া কিজানি সিহঁত শোৱাৰ পৰাই উঠা নাই। নিবনুৱা জীৱন। সিহঁতৰ জীৱনত অনিয়মেই নিয়ম। চয়তানটোৰ তলত কাম কৰা সত্বেও পঞ্চুও সিহঁতৰ দৰেই। সি কিজানি তেনেই নষ্ট হৈ গ'ল। সি যদি এটা চাকৰি পায়, ক'ৰবাত মাষ্টৰ বা সচিবালয়ত কেৰাণী, তেতিয়াও সি শৃংখলাবদ্ধ জীৱন এটালৈ অহা বৰ টান হ'ব কিজানি।

কুমুদহঁত পলমকৈ আহি ওলাবহি কিজানি। জাগীৰোডলৈ যিকোনো সময়তে বাছেৰে যাব পাৰি। চিটী বাছো যায়, অন্য বাছো যায়।

সি বাছষ্টেণ্ডৰ ৰেলিংডালত ভেজা দি নিসংকোচে বেগটো খুলিলে। ইতিমধ্যে চিঁটী বাছৰ কণ্ডাক্টৰবোৰে চিএঞৰ-বাখৰ লগালেই। গণেশগুৰি এতিয়া উখল-মাখল। কিন্তু এনে জনাৰণ্যৰ মাজতো সি এক বিচ্ছিন্ন ব্যক্তি। সি এতিয়া কেনেকৈ সময়খিনি পাৰ কৰে? সি এটা উপায় বিচাৰি পালে। বেগত থকা দৈনিক বাতৰিকাকতখন উলিয়াই চকু ফুৰাই গ'ল। দেশত যে কিবোৰ কাণ্ড ঘটি আছে! বেংক ডকাইতি, বড়ো উগ্ৰবাদীৰ হাতত চি আৰ পি নিধন, সেনাৰ হাতত দুৰ্ধৰ্ষ আলফা নিধন, মহাবিদ্যালয়ৰ অধ্যক্ষ নিলম্বিত, গ্ৰামীণ উন্নয়ন প্ৰাধিকৰণৰ প্ৰকল্প সঞ্চালকৰ পত্নী অপহৰণ, পঞ্চাশ লাখ টকা দাবী ।

তাৰ আকৰ্ষণীয় খবৰ এটাত চকু পৰিল। সি পঢ়ি গ'ল—

"ৰাজ্যৰ আৰক্ষী বিভাগৰ প্ৰাক্তন আই পি এছ বিষয়া এজনক গুৱাহাটী উচ্চ ন্যায়ালয়ে উপাৰ্জনতকৈ বহুগুণে অধিক সা-সম্পত্তি আৰু নগদ জমা টকা লাভ কৰা কাৰণে তিনি বছৰৰ কাৰাবাসৰ নিৰ্দেশ দিয়ে। উল্লেখনীয় যে যোৱা দহ বছৰ ধৰি চলি থকা গোচৰটোত চৰকাৰী পক্ষৰ উকীলে জনাইছিল যে আৰক্ষীয়ে ১৯৮৭ চনত তালাচী চলাওঁতে তেখেতৰ প্ৰাসাদোপম বাসভৱনত আধা কিলোগ্ৰাম সোণ আৰু ৫২ লাখ টকা পোৱা গৈছিল "

আৰু ভালেমান কথা লিখা আছিল। কিন্তু পঞ্চুৰ এইখিনি কথা পঢ়িয়েই বিষযাজনলৈ ইমান ঘৃণা আৰু আক্ৰোশ জন্মিল যে বাতৰিটোৰ আনখিনি কথা নপঢ়িলেই। সি বাতৰিকাকতখন জাপি থৈ প'ৰ্টফলিঅ' বেগটোত নভৰালে। কাৰণ সি দূৰত কুমুদ, মুন্না আৰু কংকনক দেখা পালে। সি আগুৱাই গ'ল। তাৰ পোছাকটোৰ লগত ধুনীয়া বেগটোৰ চিকমিকনিখিনিয়ে ভীষণ বৈসাদৃশ্যৰ সৃষ্টি কৰিছে। বেগটোৱে তাক লাজহে দিছে।

"দেৰি হ'ল দেখোন?"

"হ'ব দে। বহুত সময় আছে। বাছ জাগীৰোডৰ ফালে গৈযে থাকে।"

তাৰ হাতত বেগটো দেখি মুন্না চিঞৰি উঠিল— "বাঃ বাঃ বেগৰ কি বাহাৰ। কি সূত্ৰে এইহেন বস্তু লাভ কৰা হ'ল?"— কংকনে সুধিলে।

পঞ্চুই বেগটোৰ বৃত্তান্ত বিৱৰিলে।

"ভিতৰত একো নাছিল?"

"নাই, এই বাতৰিকাকতখন। বাৰু কচোন মুন্না, কি সূত্ৰে এটা মূধাফুটা পুলিচ বিষয়াৰ আগৰ দিনৰ জমিদাৰৰ সমান সম্পত্তি হয়, আলমিৰাত আধা কোটিৰ সমান টকা পোৱা যায়?"

"বৰ জবৃৰ প্ৰশ্ন কৰিলি দেই। উত্তৰ দিবলৈ সময় লাগিব। ব'ল, এতিয়া চাহৰ দোকান এখনলৈকে যাওঁ।"

ইয়াকে কৈ মুন্নাই মোছুত হাত দি ওচৰৰ পাণদোকানীটোক ক'লে, "শ্যামসুন্দৰ, ধীৰেন আৰু মুকুট আহিলে ক'বি আমি ময়ূৰপংক্ষীত আছোঁ বুলি।"

শ্যামসুন্দৰে পাণত খৈয়াৰ লগাই শুনিহে গ'ল, "ক'ম বাৰু" বুলি কোৱাৰ প্ৰয়োজনবোধ নকৰিলে।

"পঞ্চু, শুন তেন্তে, অ'ই চম্পক, দুকাপ চাহ আৰু দুটা 'বগা' (খালী কাপ)। আটাইকেইটাৰ কাৰণে গজা আৰু লবংগ।"

"সিহঁত দুটা নাহিল দেখোন।"

"পঞ্চ, সিহঁতলৈ ইমান চিন্তা কৰিব নালাগে। আমাক নাপালেও সিহঁত সুকীয়াকৈ জাগীৰোড পাবগৈ। ৰিছেপছনিষ্টক দম দি হ'লেও জেনেৰেল মেনেজাৰৰ কোঠাত সোমাবগৈ। পিছে তোৰ প্ৰশ্নৰ উত্তৰ দিওঁ মানে সিহঁত পাবহিও পাৰে।"

"ক আকৌ বেগতে। ছাছপেঞ্চ দি ভাল পাইছ?"

"শুন, ইয়াৰ উত্তৰ তয়ো জান, ময়ো জানো, শ্যামসুন্দৰেও জানে। এই কথাটো ভাবিছে চোৰা নাই। গণেশগুৰিৰ এই পাচলিৰ বেপাৰীকেইটাই পুৱাৰ পৰা গধূলিলৈকে শাক-পাচলি আগত লৈ বহি থাকে। বাতৰিকাকত নপঢে। ৰেডিঅ' আৰু টিভিত বাতৰি দিওঁতে সিহঁতে ঘৰত নাথাকে। তথাপি সিহঁতে জানে পুলিচে কেনেকৈ কামানি কৰে। তইহে মোক ছাছপেঞ্চ দিছ যেন পাইছো। তই কি কাৰণে এই প্ৰশ্ন সুধিছিলি?"

"বাতৰিকাকত পঢ?"

এখন হাতেৰে গালৰ আচিনাইটো মোহাৰি মোহাৰি মুন্নাই বাতৰিকাকতখনৰ সেই বিশেষ খবৰটো পটি গ'ল। কংকনে চিগাৰেটটো হুপি হুপি আৰু কুমুদে কামিজৰ খোল খোৱা অংশইদি হাতখন সুমুৱাই কাষলতি খজুৱাই খজুৱাই আৰু চেলাউৰিৰ নোম টানি টানি মুন্নালৈ চাই ৰ'ল।

মুন্নাই ক'লে, "প্ৰত্যেক থানাৰ এলেকাত নানা কাণ্ড ঘটি থাকে। মানে অপৰাধীয়ে কৰা কাণ্ড। আই মিন ক্ৰিমিনেল এক্টিভিটী— পকেটমাৰৰ পৰা ৰাহাজানিলৈকে, স্মাগলিঙৰ পৰা মাৰ্ডাৰলৈকে, ৰেপিঙৰ পৰা পৰস্ত্ৰী হৰণলৈকে আৰু কত কি! বাতৰিকাকতত আৰু বেছি কথা থাকে। এনে ভাব হয় যেন দুনীয়াৰ চব মানুহ স্কাউণ্ড্ৰেল। আৰু ভাব হয় যেন দেশত পুলিচ নাই, আদালত নাই। আচলতে কথাটো তেনেকুৱা নহয়। দেশত পুলিচ আছে কাৰণেই দেশত ইমানবোৰ কাণ্ড চলি আছে। বুজিলিনে তহঁতে? হেৰ' তহঁতে মাজে মাজে মগজুটো খটুৱাবি। মাত্ৰ মাৰপিট কৰি ঘূৰি ফুৰিলেই নহ'ব। ধৰ, এখন ঠাইৰ পৰা থানা এখন উঠাই দিয়া হ'ল নাইবা এখন ঠাইত থানা এখন নাই। তাত দেখিবি — এইবোৰ চোৰ-চাতুৰী আদি ঘটা নাই।"

"চমুকৈ ক। তই আচল পইণ্টলৈ অহাই নাই।"

"এইখিনি কথা নক'লে আচল পইণ্টলৈ আহিব নোৱাৰি। এইবোৰ যে এই কাৰণেই চলি থাকে, এই বিষয়ে তহঁতৰ মত একেনে?"

আটাইকেইটা নিমাতে থকা দেখি মুন্নাই ধৰি ল'লে যে তাৰ অভিমতত সিহঁতৰ বিশ্বাস হৈছে। সি অলপ পৰ ৰ'ল। চিগাৰেটত হোপা এটা মাৰি পুনৰ হুপিব নোৱাৰা অংশটো দলিয়াই পেলাই সি ক'লে, "এই ক্ৰিমিনেলবোৰে কাম চলাই যায়। সেইবাবে প্ৰতিটো থানাই টকা পাই থাকে। গতিকে সিহঁত ধৰা নপৰে। এই প্ৰটেকশ্যন মানী থানাই অকলে ভোগ কৰিব নোৱাৰে। কিছু অংশ ওপৰলৈ গৈ থাকে-- ডি এছ পিৰ পৰা এছ পিলৈকে। হয়তো আৰু বহুত ওপৰলৈ। সিমানখিনি নাজানো। গতিকে এমাহত এই কাকতখনত থকা বিষয়াটোৰ দৰে পুলিচ বিষয়াই কিমান টকা পাব পাৰে ভাবি চা। তদুপৰি ডাঙৰ ডাঙৰ কেছবোৰ আছেই। এতিয়া বুজিলিনে? — এই আই পি এছজনৰ ৫২ লাখ টকা আৰু আধা কেজি সোণ কেনেকৈ হ'ল?"

সিহঁতে একো নামাতিলে। মুন্নাই পুনৰ ক'লে, "যদি কোনোবা অ' চিয়ে এই নিয়ম ভংগ কৰে, তেন্তে তেওঁৰ অৱস্থা কাহিল হ'ব, তেওঁৰ কাম কৰাই টান হৈ পৰিব। সেইবাবেই দেশত আজিকালি

কোনেও কালেকো পৰোৱা নকৰা হৈছে।”

পঞ্চুই এটা দীঘল হুমুনিয়াহ কাঢ়িলে। কছাৰীবস্তি আৰু খ্ৰীষ্টানবস্তিৰ দোকানকেইখনমানক কিছুমান উটনুৱা ল'ৰা আৰু মদপীৰ পৰা ৰক্ষা কৰি সিহঁতেও প্ৰটেক্‌শ্যনমানী লয়। সেইবুলি দুনিয়াখন যে অনিয়মত চলি থাকিব, এইটো পঞ্চুই নিবিচাৰে। ৰক্ষকেই ভক্ষক হ'লে দুনিয়াখন জহন্নামে যাব। বিচাৰকে যদি ঘোচ লয় আৰু বেংকৰ বিষয়া-কৰ্মচাৰীৰ যদি ডকাইতৰ লগত গোপন বন্দবস্তি থাকে, তেন্তে এইখন দেশক সাগৰে ডুবাই পেলোৱাই উচিত।

এনেতে ধীৰেন আৰু মুকুট ওলালহি। সিহঁতক আকৌ বেগটোৰ বৃত্তান্ত ক'বলগীয়া হ'ল। বাতৰিকাকতত প্ৰকাশ পোৱা পুলিচ বিষয়াৰ কাৰাবাস হোৱাৰ খবৰটোও সিহঁতক দেখুওৱা হ'ল। সিহঁত কিন্তু পঞ্চুৰ দৰে আচৰিত নহ'ল। মুকুটে ক'লে, “এনে কাণ্ড আচৰিত ধৰণৰ নহয়। এটা ৰিক্সাৱালাই এটা বেগ পাইছিল। দাদাই কোৱা কথা। সি দেখিলে কেইবাহাজাৰ টকা। সি মানুহজনক চিনি পায়। সি বেগটো দিলেগৈ। মানুহজনে তাক দুশ টকা দিলে। সি পিছে টকাখিনি নল'লে— গল্প-উপন্যাসৰ কাহিনীৰ দৰেই সেয়েহে সি আজিও ৰিক্সাৱালা। ৰিক্সা চলাই চলাই সি অকালতে বুঢ়া হৈছে। হাতীগাঁৱৰ হামিদক তইঁতে চিনি পাব নহয়?— মই তাৰে কথাই কৈছোঁ।”

মুকুট আৰু ধীৰেনৰো বেগটো বৰ ভাল লাগিল। এইটো ৰেক্সিনৰ বেগ নহয়, নিশ্চয় কুমলীয়া ছাগলীৰ ছালৰহে। ধীৰেনে বেগটো লিৰিকি-বিদাৰি চাই মুকুটৰ হাতত দিলে। মুকুটে এনেয়ে বেগটোৰ ভিতৰখন চালে। ভিতৰৰ পকেটটোৰ চেইনডাল সোণালী। তাৰ খুলি চাবৰ ইচ্ছা গ'ল। খোলোতে এটা মৃদু শব্দ হ'ল। পকেটটোৰ গভীৰতা পৰীক্ষা কৰিবলৈ হাতখন সুমুৱাওঁতে মুকুটে অনুভৱ কৰিলে নতুন নোটকেইখনমানৰ পৰশ।

সি চিঞৰি চিঞৰি ক'লে, “বেগটোৰে বিক্ৰী কৰা নাই অ' পঞ্চু। নোট আছে।'

নোটখিনি উলিয়াই টেবুলৰ ওপৰত থোৱা হ'ল। কুৰিখন মোটোকালেই খমখমাই উঠা পাঁচশটকীয়া নোট। বাণ্ডিল হিচাপে নোটকেইখন থকা নাই, বেগৰ সেই বুকুৰ পকেটটোত ছেদেলি-ভেদেলি হৈহে আছে। বাণ্ডিল হিচাপে থকাহেঁতেনো পকেটটো সামান্যভাৱেও ফিন্দা খাই নাথাকিলহেঁতেন।

দহ হাজাৰ টকা একেলগে সিহঁতে নেদেখা নহয়, কিন্তু আনৰ হাততহে দেখিছিল। কিন্তু এতিয়া এইখিনি টকা এতিয়া সিহঁতৰ এটাৰহে— পঞ্চুৰ। কিন্তু পঞ্চুই ক'লে,— ‘মোৰ নহয়, আমাৰ আটাইকেইটাৰ। দহ হাজাৰ টকাৰে কাৰো একো কাম নহয়, ভগালেও দুহাজাৰকৈহে পৰে। গতিকে এই টকা আমাৰ সমূহীয়া সম্পত্তি। তাৰে কিবা এটা লাগতিয়াল কাম কৰিব লাগিব।'

পঞ্চুৰ উদাৰতা দেখি সিহঁত অভিভূত হ'ল। মুন্না আৰু মুকুটৰ চকু সেমেকিল।

“আমিনো কি কামত লগাম?”

“ভাবি চাব লাগিব। বেগৰ গৰাকীজন ভাল মানুহ হ'ব পাৰে। তেওঁৰ নাম-ধাম ক'তো একো পোৱা নগ'ল কাৰণে আমাৰ চিন্তা নাই। বেগটো ওলোটাই নিদিয়াৰ বাবে বিবেকক এতিয়া দোষ নিদিওঁ।”

“ধৰ, কাৰোবাৰ কিডনি বেয়া হৈছে, ভেলোৰত কিডনি লগাবৰ বাবে ধন লাগে।”

“তেনেকুৱা দুটামান কেছ আছে। কিন্তু দহ হাজাৰ টকাৰে কি হ'ব? প্ৰায় দুই লাখ টকাৰ প্ৰয়োজন।”

"হেৰ' লোকক সহায় কৰাৰ কথা যে ভাবিছ, আমাক কোনে সহায় কৰিছে? আমাৰ সকলো শেষ হৈ গৈছে। আমাৰ যৌৱন,আমাৰ ভৱিষ্যৎ আৰু আমাৰ যোগ্যতা। আমি প্ৰত্যেকেই গ্ৰেজুৱেট। কিন্তু কলেজত কি শিকিছিলোঁ সেইবোৰ কথা আমাৰ জানো মনত আছে? আমি জানো লাহে লাহে অশিক্ষিত হ'বলৈ আৰম্ভ কৰা নাই? যদি এইখিনি টকা দি আমাৰ কোনোবাই চাকৰি এটা পালেহেঁতেন, সেইটো বৰ ভাল কথা হ'লহেঁতেন। কিন্তু এতিয়া ঘোচৰ পৰিমাণ বস্তুৰ বজাৰ দৰতকৈ বহুত বেছি হৈছে। চাকৰিৰ বাবে মিনিমাম ঘোচ চলি আছে পঁইত্ৰিশ হাজাৰ টকা।"

এনেদৰে গুণাগঁথা কৰি সিহঁতে এটা স্থিৰ সিদ্ধান্তত উপনীত হ'ল। সিহঁত আৰক্ষী থানাৰ ফালে গৈ থাকিল। সিহঁতে জাগীৰোডৰ কাগজ কললৈ যোৱাৰ কথা পাহৰি গ'ল।

থানাত পালে অ' চি প্ৰভাকৰ শৰ্মা আৰু সহকাৰী পৰিদৰ্শক গজানন লহকৰক। পুলিচ বিষয়া দুজনে দবা খেলি আছিল।

মুন্নাই সুধিলে, "আমাক চিনি পাইছেনে, ছাৰ?"

গজাননে ক'লে, "মাতব্বৰ যেন লাগিছে। আমাৰ এলেকাৰনে?"

মুকুটে ক'লে, "হয়। আমি এটা বিশেষ কামৰ বাবে আহিলোঁ। অলপ টকা দিবলৈ।"

প্ৰভাকৰ শৰ্মাই সুধিলে, "কিয়? আৰু কিমান টকা?"

পঞ্চুই ক'লে, "দহ হাজাৰ।"

প্ৰভাকৰ শৰ্মাই পুনৰ সুধিলে, "কিয় আনিছা?"

মুন্নাই ক'লে, "এয়া আপোনালোকৰ প্ৰাপ্য। আমি কিবাকিবি দোষ কৰি আছোঁ। তাকে ক্ষমা কৰি থাকিব বুলিয়েই টকাখিনি আনিছোঁ।"

পঞ্চুই টকাখিনি টেবুলত থ'লে। অ' চি প্ৰভাকৰ শৰ্মাই গণি নোলোৱাকৈ টকাখিনি জেপত ভৰাই থ'লে। এয়া তেওঁৰ প্ৰাপ্য। তেওঁ ল'ৰাকেইজনৰ নামকেইটা লিখি ৰাখিলে।

# প্ৰতীক্ষা

জানকীৰ এবোজা দুখ। থানত ঘিউৰ চাকি দিয়া হ'ল। গণকক কোষ্ঠী দেখুৱাই ফল ভাল হওক বুলি বাহুত আৰু কঁকালৰ ডোলত তাই তাবিজ আঁৰিলে, নামঘৰত শৰাই দিলে। পিছে দেৱ-দেৱীয়ে আৰু গ্ৰহ-নক্ষত্ৰই তাইলৈ চকু মেলি নাচালে। গিৰিয়েক গোমধৰ মণ্ডল জানকীতকৈও বেছি হতাশ হ'ল। লক্ষ্মীয়ে তালৈ চকু মেলি চাইছে। এতিয়া তাৰ বহুত মাটি-বাৰী। আনকি ৰহঢলাৰ কৃপাময় মৌজাদাৰতকৈও বেছি। সি মণ্ডলৰ চাকৰিটোৰ ক্ষমতা বঢ়িযাকৈ ব্যৱহাৰ কৰিব পাৰিছে। বন্ধকীত যোৱা বা আন গণ্ডগোলীয়া মাটি শেহতীযাকৈ তাৰ নামত নামজাৰি হৈছে। পিছে তাৰ পৰানো কি লাভ হ'ল? ভগৱানে মানুহক একেলগে সকলো নিদিযে। সি ইমান আশাদশাকৈ জানকীক বিযা কৰালে অথচ একো কামত নাহিল। কুলক্ষণীযাৰ পাঁচ বছৰৰ পিছতো সন্তান হোৱাৰ কোনো চিন দেখা নগ'ল। কেৱল তাইৰ মৰমেৰে তাক আৱৰি ৰাখিলে হ'বনে? ল'ৰা-ছোৱালী নোহোৱা ঘৰখন ঘৰ নহয়, বাঁহতলহে। সি মাকৰ একেটি পো। মাক কুন্তী যোৱা বছৰ কাল হ'ল। কুন্তীযে নিজৰ শৰীৰৰ অৱস্থা বিষম যেন পাই গোমধৰক কৈছিল, "বোপাই, তোক বোৱাৰীযে ৰূপেৰে মন ভুলালে নহ'ব। পো নহ'লে দেখোন বংশই উচ্ছেদ হ'ব। তই বিয়া কৰা। নাতিৰ মুখ চাই মৰোঁ।"

এতিয়া সি ভাবিছে, মাকৰ কথা নেৰাখি সি মহাভুল কৰিলে। সি এতিয়া ঘৰত থাকিবলৈকে ইচ্ছা নকৰা হ'ল। এইখন ঘৰত কিহৰ ভৰসাত সি সোমাই থাকিব? সি কাৰ কাৰণে খাটি সা-সম্পত্তি বঢ়াব?

তথাপি সি সহি আছিল আশাধাৰী জীৱ হৈযে। সি জানে যে মলখুৰ ঘৈণীয়েক মালিনীৰ বিয়াৰ দহ বছৰ পিছত লোদোৰ-পোদোৰ ল'ৰা এটা হৈছিল। পিছে কানু দোকানীৰ গাৰোৱান মহেশ্বৰৰ ঘৰত দৈৱাৎ নোসোমোৱাহেঁতেন, তাৰ এনেকৈ মনত জুই নজ্বলিলহেঁতেন। মহেশ্বৰৰ দৰে এলাইবাদু, সোৰোপা আৰু দাল-দৰিদ্ৰ দ্বিতীয় এটা গোটেই হাতীচোং মৌজাতে নাই। কিন্তু তাৰ এপাল ল'ৰা-ছোৱালী। তাই হয়বৰগএগনীয়ে বছৰেকত এটাকৈ পায হ'বলা।

আগতে মন বেয়া লাগিলে গোমধৰে বিৰহৰ গীত গায় নতুবা খোলত নাচৰ ছেও এটা মাৰে। আজিকালি সি সেইবোৰ এৰিলে। মাথোন কথাই প্ৰতি জানকীৰ ওপৰত খং, কথাইপতি তাইক ধমক। সামান্য দোষতে সি জানকীক গালি শোধায। এদিন হেনো ফলা খৰি এডালেৰে উৰাই-ঘূৰাই কোবালেও।

জানকীয়েনো ইমান দুখ পাতলাব কেনেকৈ? ওপজা ঘৰখনলৈ তাই গুচি নেযায়। বিয়া দিয়া ছোৱালীৰ মাকৰ ঘৰখনত একো হক স্বত্ব নাই। তদুপৰি তাইৰ মাকো নাই। সিফালে নবৌৱেকৰিজনী পূৰা যমডাকিনী।

তাইৰনো কি দোষ? তাই কিবা ইচ্ছা কৰি সন্তান জন্ম দিয়া নাইনে? সতি-সন্ততি বোলে ভগৱানৰ দান। এইটো কথাও পঢ়াশুনা কৰা তাইৰ মগুল গিৰীয়েকটোৱে ভাবি নেচায় কিয়?

তাই গিৰীযেকৰ কেটেৰা-জেঙেৰা মাত বেছিকৈ শুনিছে যোৱা তিনি-চাৰি মাহমানৰ পৰাহে। ইয়াৰ উত্তৰাধিহ জানো তাই পাইছে? হযবৰগএগনীৰ ঘৰৰ পৰা অহাৰ দিনা সি তাইক কোবাইছিল। কেৱল তাইৰ ল'ৰা-ছোৱালীবোৰ দেখিযেই তাৰ জানকীলৈ ইমান আক্ৰোশ হ'লনে? নাইবা সি সেই কথাটোৰ কিবা গম পালে? এইখন ঘৰলৈ কলমী পোহাৰী আহি থাকে। তাইৰ মুখ নহয়, চৰকাৰী 'গেজেপ্'। কলমীয়ে যদি এইখন ঘৰত মণিহাৰী মাল ভাৰ বান্ধি বেচি ফুৰা সুৰথক দেখিছিল, তেন্তে উপায় নাই।

জানকীযে ভযে ভযে সুৰথৰ কথা ভাবি গ'ল।

সুৰথ লহকৰ। এটা আটিল শৰীৰৰ বলী মানুহ। ধঁপাতৰ পৰা কাঁচৰ খাৰুলৈকে বিধ বিধ বস্তু থকা মেটমৰা ভাৰখন তাৰ কান্ধত তুলাৰ ভাৰ যেনহে লাগে। অকলশৰীয়া জানকীয়ে দুপৰীয়া তাৰ মাতটো শুনিবলৈ শহাকণীয়া হৈ থাকে। ইটো-সিটো দৰায, মণিহাৰী বস্তু কিনে। তাক দেখিলেই তাইৰ জেদ বাঢ়ি যায়।

সেই দুটা দুপৰীয়াৰ কথা। তাই তাৰ সংকোচ ভাবটো নাইকিয়া কৰিব পাৰিছিল। তাইৰ এনে ভাব হৈছিল তাই যেন তাক গিলিহে পেলাব। আচৰিত কথা, সি তেতিয়াৰে পৰা এইফালে ভুমুকিকে মৰা নাই।

গোমধৰে আজিকালি ৰাতি দেৰিকৈ ঘৰ সোমায়, সি ঘৰত ভাত-পানী নেখায়। ক'ৰবাত কিজানি মদে-ভাতে খাযে আহে। মুখত তাৰ ভেকেটা-ভেকেট গোন্ধ। সি জোতাযোৰ নোখোলাকৈয়ে শুই পৰে।

কিন্তু এনেকৈতো দিন কটাব নোৱাৰি। মাকৰ ঘৰৰ লগত তাইৰ একপ্ৰকাৰ সম্পৰ্ক ছেদ হৈছে। যমে নিয়াও নিয়া,জোঁৱাযে নিযাও নিয়া বুলি ভাবি তিৰোতাসেৰুৱা ককায়েক দুটাই তাইৰ খবৰ কৰাকে বাদ দিছে। ইফালে গিৰীযেকৰ মনতো তাই তেনেই এলাগী। তাই সন্তানৰ মুখ চাই জীয়াই থকাৰ আশাৰ মূৰতো চেঁচা পানী পৰিল। তেনেহ'লে তাই জীয়াই থকাৰ একো কাৰণ থাকিব নোৱাৰে। তাই আপোনঘাতী হ'ব। তাই ইমান দুখৰ বোজা লৈ থকাটো অসম্ভৱ। তাই মৰিবলৈকে মন বান্ধিলে।

গোমধৰে আজিকালি সুকীয়াকৈ শোৱে। তাই শোৱে মাকৰ ঘৰৰ পৰা অনা পালেঙখনত। তাই গুড আৰু পিঠাগুৰিৰ লগত মিহলাই দৰবটো জুতি লগা কৰি থৈছে। সি তাইক আকৌ বলকক, আকৌ কোবাওক, তাই কিমান জেদী সি তেতিয়াহে গম পাব। তাই সেই ৰাতিয়েই মৰিব।

কিন্তু গোমধৰে তাইক আকৌ গালি-শপনি নেপাৰিলে, মাৰ-কিলো নকৰিলে। এদিন তাতকৈ ডাঙৰ কাম এটাহে কৰিলে। বেলি বহাৰ সময়ত এজনী দীপলিপ গাভৰুৰ সৈতে সি ঘৰ সোমাল। তাইৰ সেওঁতাত সেন্দুৰ, কপালত ডগমগীয়া ফোট। তাকে দেখি জানকীৰ গাত যেনিবা জুইহে জ্বলিল। এয়া সিহঁতে নিশ্চয় থানত বা দৌলত বিয়া পাতি আহিছে। তাই খিৰিকীৰে নতুন কইনা আৰু পুৰণা দৰাটোলৈ চাই দীঘল হুমুনিয়াহ কাঢ়িলে। তাই অস্থিৰ হৈ ভুনভুনালে— এতিয়া আৰু মই এক দণ্ডও

জীয়াই নেথাকোঁ।

তাই গাৰুৰ তলৰ পৰা পিঠাগুৰি মিহলি এন্দুৰ মৰা দৰবটো হাতত ল'লে।

সিহঁত এতিয়া ওচৰৰ কোঠাটোত। গোমধৰে দীপলিপ গাভৰুজনীক কোৱা শুনিবলৈ পালে,"এয়া সকলো তোমাৰ— মাটি-বাৰী, ধন-সম্পত্তি আৰু এই মানুহটোও।" লগে লগে গাভৰুজনীৰ হাঁহিৰ খলকনিও তাইৰ কাণত পৰিল। তাই ভাবিলে— এইখন ঘৰত আৰু এখন্তেকো থাকিব নোৱাৰি। সতিনীৰ সু-ভাগ্য সহি থকা বৰ কষ্টকৰ। তাই পিছদুৱাৰেদি ওলাই আহি পিছবাৰীৰ ডালিমজোপৰ ওচৰ পাইছেহে মাথোন, এনেতে তাইৰ হাতৰ পৰা এন্দুৰ মৰা বিহৰ টোপোলাটো সৰি পৰিল। তাইৰ মূৰটো আচন্দ্ৰাই কৰিব ধৰিলে। তাই বহি পৰিল। তাই বমি কৰিলে। দুবাৰ বমি কৰিহে তাই অলপ সকাহ পালে। হঠাতে তাইৰ মনটো বহু বছৰৰ মূৰত শৰতৰ জোনৰ শতগুণ পোহৰেৰে উজলি উঠিল। তাই গম পাবলৈ বাকী নেথাকিল যে এনেকৈ বমি কৰাটো খুব ভাল লক্ষণ, তাইৰ যে দেহত জীৱই থিত লৈছে। তাই কেনোপধ্যেই এতিয়া আপোনঘাতী হ'ব নোৱাৰে। তাইৰ মনৰ পৰা দীপলিপ গাভৰুজনীৰ প্ৰতি সতিনীৰ আক্ৰোশ থিতাতে নাইকিয়া হ'ল। গাভৰুজনীলৈ তাইৰ এতিয়া পুতৌহে উপজিল। বেচেৰী যে এতিয়া কেতিয়াও মাক হ'ব নোৱাৰিব।

# সন্তোষৰ সন্ধানত

মনৰ দুখতে জানকীয়ে তপতে তপতে কথাটো কৈ গ'ল, "জানাই নহয়, এই চাকৰ-নাকৰবোৰৰ কথা। ইহঁতক মৰম-চেনেহ কৰি একো লাভ নাই। চব একে— খাই পাত ফলা। চোৱাচোন, তাক আমি কেনেকৈ নিজৰ ঘৰৰে ল'ৰা এটা বুলি ভাবিছিলোঁ। কাৰোবাৰ বিয়া এখন খাবলৈ গ'লেও তাক নিজৰ ওচৰতে বহুৱাই গাড়ীত লৈ ফুৰিছিলোঁ। সি এনেকৈ সাদৰক নেওচা দিয়া দেখি তাজ্জপ মানিছোঁ। আহকচোন সি। ভালকৈ এসেকা দিম।"

ৰ'দালিয়ে ক'লেহি, "দহমান বজালৈকে সি আগৰ দৰেই আছিল, ঠাই সৰা-মোচা কৰিছিল, টাবত পানী দিছিল, হাঁহি-মাতি আছিল আৰু মনকো (তাইৰ এবছৰীয়া ল'ৰাটো) আগৰ দৰেই আদৰ-সাদৰ কৰিছিল। কিন্তু "

'কিন্তু'ৰ পিছৰখিনি জানকীয়েহে ক'লে, "ওচৰৰ এই দেছুৱালী ল'ৰাসোপাই তাৰ কাল হ'ল। যোৰহাটত থাকোঁতে সি ঠিকেই আছিল। এই লগৰবোৰৰ বাবেই তাৰ ঘৰুৱা কামত মন নবহা হ'ল, তাৰ মটৰ মিস্ত্ৰীৰ কামলৈ মন বেছি হ'ল। আচলতে তাক বজাৰ-সমাৰ কৰিবলৈ দিয়াই ভুল হ'ল। তেতিয়াই গুৱাহাটী কি বস্তু সি বুজিলে। গুৱাহাটীখনেই আমাৰ মূৰত এইডাল টাঙোন মাৰিলে। তাৰনো কি হ'ব? আমাক ঠগাৰ মজাটো পাব।"

জানকীৰ স্বামী, ৰ'দালিৰ শহুৰেক আৰু এবছৰীয়া মনৰ ককাক সম্প্ৰতি গুৱাহাটী মহানগৰীৰ গণেশগুৰিৰ অন্তৰ্ভুক্ত কছাৰীবস্তিৰ নতুন বাসিন্দা, এটা ৰাজনৈতিক দলৰ নেতা আৰু লেখক ড° ভূমানন্দ ভট্টাচাৰ্যই বালিতাৰাত শিশু সাহিত্যৰ বিষয়ে এখন আলোচনা-চক্ৰৰ সঞ্চালনা কৰি সন্ধিয়া ঘৰ পাই অবাঞ্ছিত সংলাপকেইটা শুনি পোনতে বিৰক্ত, পিছত কৌতূহলী হৈ সুধিলে, "আচলতে কি হ'ল? ইমানবোৰ পাতনি কিয়?"

জানকীয়ে ক'লে, "সন্তোষ পলাই গ'ল। ভাত খোৱাৰ আগতেই। কাম-বন কৰি সি মটৰ গেৰেজৰ দাঁতিৰ বনখিনি উঘালি আছিল। আচলতে এইটো তাৰ ফন্দিহে। কোনোবাই তাক লৈ যোৱাৰ বন্দবস্ত আছিল। সি বন উঘালি উঘালি সেই মানুহটোক বাটলৈ চাই আছিল কিজানি।"

ড° ভট্টাচাৰ্যই এনে এটা কাণ্ড ঘটিব বুলি সপোনতো ভাবিব পৰা নাছিল। তেওঁ বৰ হতাশ হৈ সুধিলে, "তাৰ কানি-কাপোৰবোৰ একা?"

ৰ'দালিয়ে ক'লে, "বোধকৰোঁ আগদিনাই কিছুমান বস্তু ক'ৰবাত থৈ আহিলগৈ। মই তাৰ কোঠাটো চাই ভগা আৰ্চি এখন আৰু ফটা পেণ্ট এটাহে দেখিলোঁ। গাৰুৰ ফুটা থকা গিলিপটোও সি লৈ গ'ল। বোধকৰোঁ ঠাকুৰীয়াৰ জুপুৰিটোত থকা শকত মানুহজনীৰ — চাজিদাৰ — দোকান এখনৰ বাৰাণ্ডাত গোমধান পুৰি বেচি থকা ল'ৰাটোৱে তাক ক'ৰবাত কাম কৰিবলৈ থ'লেগৈ নাইবা কোনোবা মটৰগাড়ী ভাল কৰা কাৰখানাত। তাৰ এইবোৰ মেকানিক-চেকানিকৰ কামত বৰ ৰাপ। তাক শ্যাম চাহৰ মাক বাসুকীয়ে চাজিদাৰ মটৰগাড়ীৰ কাৰখানাত কাম কৰা ল'ৰাটোৰ লগত একেখন ৰিক্সাতে দেখিছিল।"

ড° ভট্টাচাৰ্যৰ ভোক লাগিছিল। তেওঁৰ আগত ধোঁৱা ওলাই থকা বিশুদ্ধ গাখীৰৰ পায়স আৰু কাষতে দুটা ক'লাজাম। তেওঁ সেইবোৰ নুচুলেই। তেওঁৰ মন বিষাদেৰে ভৰি পৰিল। এনেতে কলিকতাৰ পৰা প্ৰকাশিত এখন ইংৰাজী দৈনিক বাতৰিকাকত আৰু তেওঁৰ অতি প্ৰিয় বাংলা পষেকীয়া আলোচনী 'দেশ' কাষতে দেখা পায়ো তেওঁ হাতত তুলি নল'লে। তেওঁৰ সকলো আগ্ৰহ, আৰাম কৰাৰ ইচ্ছা আৰু ভোক-পিয়াহ সন্তোষ নামৰ বিহাৰৰ পৰা অহা সৰু এঘাৰ-বাৰবছৰীয়া ল'ৰাটোৱে কাটি লৈ গ'ল। তেওঁ নিজকে নিজে কোৱাৰ দৰে কৈ গ'ল— মানুহ বোলা প্ৰাণীবোৰেই অসঙ্গাতী। সন্তোষ মানুহ নহৈ যদি এটা কুকুৰ হ'লহেঁতেন, কুকুৰ নহৈ যদি এটা পোহনীয়া শহাও হ'লহেঁতেন, সিহঁতে তেওঁক এনেকৈ এৰি নগ'লহেঁতেন।-ড° ভূমানন্দ ভট্টাচাৰ্য প্ৰতাপী মানুহ, জনাজাত মানুহ, তেওঁ কঠোৰ জীৱনযুদ্ধত নামি সফল হোৱা মানুহ। তথাপি তেওঁৰ মনটো চেঙেলীয়া ল'ৰাৰ দৰে কোমল। সেয়েহে এতিয়া তেওঁৰ চিন্তা-ভাবনা অধিকাৰ কৰিছে সন্তোষ নামৰ চেঙেলীয়া ল'ৰাটোৱে।

সন্তোষ পাছোৱান। বয়স প্ৰায় বাৰ বছৰ। চাৰে চাৰি ফুট ওখ। গাৰ ৰং বগা। গালত কটা দাগ এটা আছে। চুলিবোৰ ডাঠ। তাৰ চকুহাল মুখৰ অবয়বৰ তুলনাত ডাঙৰ আৰু যথেষ্ট উজ্জ্বল আৰু তীব্ৰ। সেয়েহে ভট্টাচাৰ্যৰ পত্নী জানকীয়ে এদিন কৈছিল, "ইয়াৰ চকুহাল দেখিলে ডকাইত হ'ব যেন লাগে। কাম-বন ভালকৈ কৰিলে কি হ'ব। ই কিছুদিনৰ পিছত নিশ্চয় মহা ধূৰ্ত হ'ব।"

জানকীৰ কথা ফলিয়ালে। ভট্টাচাৰ্যৰ ঘৰৰ সন্মুখত কিছুমান চালি দিয়া ঘৰ। তাত নানাধৰণৰ অসামাজিক কাম চলে। জুৱাৰ পৰা মদলৈকে। কিন্তু মানুহবোৰ সাধাৰণ। ৰিক্সাবালা, ঠেলাবালা, ফেৰিৱালা, মাছ বেপাৰী, মেকানিক, পিয়ন, পানী-মিস্ত্ৰী ইত্যাদি। তাতে আছে এজনী দন্দুৰী তিৰোতা। নাম চাজিদা। লোহাৰ কাৰখানাত কাম কৰে। এন্দুৰ যেন লগা চুটি-চাপৰ, তপা, কংকালসদৃশ তাইৰ গিৰীয়েকটো অলপতে হাপানী ৰোগত মৰিল। তাইৰ তিনিটা ল'ৰা। দুটাই ওচৰৰে মটৰ মেৰামতি কৰা কাৰখানাত কাম কৰে। দুয়োটাই দুৰ্ধোৰ মদপী, অথচ বয়স ওঠৰ বছৰ হোৱাই নাই। তাইৰ সৰু ল'ৰাটোৰ নাম চফিকুল খান। বয়স সন্তোষৰ সমানেই। ওখও সিমানেই। কিন্তু দেহটো সন্তোষৰ নিচিনা মজবুত নহয়। বোধহয় পুষ্টিৰ অভাৱত তাৰো চেহেৰা বাপেকটোৰ দৰেই। কিন্তু চেহেৰাটো নিমাখিত হ'লে কি হ'ব? সি মহা ধুৰন্ধৰ। দন্দুৰী চাজিদাৰ লগত সমানে সমানে দন কৰে আৰু তাই আনৰ লগত দন কৰিলে সি মাকৰ পক্ষ লয়। সি মাজে মাজে কাৰোবাৰ কাৰোবাৰ দোকানৰ বাৰাণ্ডাত পোৰা গোমধান বিক্ৰী কৰে আৰু সন্ধিয়া কছাৰীবস্তিৰ পাণৰ দোকানবোৰত লুকুৱাই লুকুৱাই চুলাই মদৰ বটল যোগান ধৰে।

এৰা, ড° ভট্টাচাৰ্যই সম্প্ৰতি উন্নত অঞ্চল গুৱাহাটীৰ গণেশগুৰিৰ কছাৰীবস্তিত ঘৰ সাজিয়েই

ভুল কৰিলে। ই ব্যৱসায়প্ৰধান ঠাই। তথাপি ইয়াত ভালেমান ভাল মানুহৰ ঘৰ আছে। তাতে এখন মহাবিদ্যালয় আৰু এখন নাৰ্ছিংহোমো আছে। কিন্তু আন জীৱিকা নথকা কিছুমান খিলঞ্জীয়া অধিবাসীয়ে নৰকাসুৰ পাহাৰত অবৈধভাৱে তৈয়াৰ কৰা মদ বিক্ৰী কৰি এই ঠাইখনৰ চৰিত্ৰই সুকীয়া কৰি পেলাইছে। সৰু সৰু দোকানত ভজা মাছ, ভজা মাংস বিক্ৰী হৈছে। দিন মজুৰি কৰা মানুহৰ কোলাহলে কছাৰী বস্তিৰ এই অংশটো অসহনীয় কৰি তুলিছে। সিইঁতে ঠাইখনো লেতেৰা কৰিছে। কিন্তু জানকীয়ে ড° ভট্টাচাৰ্যক আগৰে পৰা জনাই আছে যে সন্তোষৰ এই লেতেৰা ঠাইখনলৈহে আকৰ্ষণ বেছি হৈছে। তেওঁ আৰু কৈছে যে দন্দুৰী চাজিদাৰ সৰুটো ল'ৰা চফিকুলৰ লগত সন্তোষৰ মিলামিছা বেছি হোৱাটো বৰ অশুভ লক্ষণ।

এৰা, সঁচাকৈয়ে অশুভ লক্ষণ আছিল। ড° ভট্টাচাৰ্যই দুখেৰে ভাবিলে। সংগদোষ সংক্ৰামক ৰোগৰ দৰেই মাৰাত্মক। তেওঁ এই সত্য চৰকাৰী বিষয়া কিছুমানৰ ক্ষেত্ৰতে বিচাৰি পাইছে। সাধু বিষয়াও অসাধু বিষয়াৰ সংগ লৈ একো-একোটা সামাজিক ব্যাধি হৈ পৰে।

ৰ'দালিয়ে তেওঁৰ আগত এপিয়লা ধোঁৱা ওলাই থকা কফি থ'লেহি। তেওঁ কফিৰ লোভনীয় গোন্ধটো পাই পিয়লাটোলৈ ডাক্তৰে অপাৰেশ্যন টেবুলত সংজ্ঞাহীন হৈ থকা ৰোগীলৈ চোৱাৰ দৰে এনেয়ে চাই থাকিল। তেওঁ কফিৰ পিয়লাটো হাতত তুলি নল'লে। ৰ'দালিয়ে ক'লে, "আৰু এটা কথা, দেউতা। তাক হেনো সেই ল'ৰাটোৰ লগত শ্যামকানু চাহুৰ মাক লছমনীয়ে দেখা পাইছিল।"

ইযাকে শুনি ড° ভট্টাচাৰ্যই কফিৰ পিয়লাটো আঁতৰাই ওচৰতে ইমানপৰে নিৰ্জীৱ হৈ পৰি থকা কৰ্ডলেছ ফোনটো দাঙি লৈ নম্বৰ ছটা টিপিলে।

"কোনে কৈছে ? হেমন্ত লস্কৰ নেকি ?"

"ছাৰ, হঠাতে ফোন কৰিলে দেখোন!"

"মোৰ বৰ বিপদহে হেমন্ত। ঘৰত লাচনি-পাচনি কৰা বিহাৰী ল'ৰা এটা আছিল। বৰ ভাল ল'ৰা। সৰুৰে পৰাই সি মোৰ যোৰহাটৰ ঘৰত আছিল। কথাই-বতৰাই, দেখাই-শুনাই, কামে-কাজে বৰ বঢ়িয়া ল'ৰা। কিন্তু গুৱাহাটীত থাকিয়েই তাৰ মতিভ্ৰম হ'ল। সংগদোষেই ভূত হৈ তাৰ গাত লম্ভিলে। সি আজি পলাই গ'ল। আমাৰ ঘৰত কোৰা-কুই কৰিছে যে চফিকুল খান বুলি ওচৰৰে বদমাচ ল'ৰা এটাই তাক কোনোবা মটৰ কাৰখানাত থৈছেগৈ। কথাটো হ'ব পাৰে। কাৰণ ল'ৰাটোৰ নাম সন্তোষ পাছোৱান-- মিস্ত্ৰী-চিস্ত্ৰী কামলৈ, বিশেষকৈ মটৰ মেকানিক হ'বলৈ বৰ ৰাপ। বুজিলা নহয় কথাটো? সি নথকাৰ বাবে জানকী আৰু ৰ'দালিৰ একোখন হাত ছিগি পৰা যেন লাগিছে। সি সন্তোষ ইমানেই লায়ক আছিল।"

ড° ভূমানন্দ ভট্টাচাৰ্যই আজিকালি যিটো কথা চাৰিটা বাক্যত ক'ব পাৰি, সেইটো কথা পেঘেনীয়াই চৌবিশটা বাক্যত কয় বুলি তেওঁৰ বন্ধু-বান্ধৱে আলোচনা কৰে। এইটো তেওঁৰ আন বহুতৰ দৰে বাৰ্ধক্যৰ লক্ষণ। হয়তো সেইবাবেই হেমন্ত লস্কৰে অলপ ৰসিকতা কৰিবলৈ ছল পালে। ক'লে, "এয়া বাৰু সন্তোষৰ গুণৰ কথা শুনিলোঁ। মোকতো একো হুকুম নিদিলে, ছাৰ?" তেওঁ ড° ভট্টাচাৰ্যক জোকাই চাই প্ৰতিক্ৰিয়ালৈ বাট চাই ৰ'ল। তেওঁ টানকৈ ক'লে, "হুকুমটো তোমাৰ এতিয়াও বুজিবলৈ বাকী আছেনে? তুমি পুলিচত কাম কৰা মানুহ নে চাহ বাগিচাৰ মাইকী মহৰী? — তাক বিচাৰি উলিয়াই মোক চমজাই দিব লাগে।"

হেমন্ত লস্কৰে ওঁঠত মিচকনি বিৰিঙাই বাঁওহাতেৰে আঁঠুটো পেন্টৰ ওপৰেদিয়েই খজুৱাই ক'লে, "হ'ব ছাৰ। সন্তোষ পাছোৱানৰ ছবি এখন দিলে আমাৰ বৰ সুবিধা হয়।"

পিছদিনা ড° ভূমানন্দ ভট্টাচাৰ্যই নিগমৰ পিয়ন এটাৰ যোগেদি দিছপুৰ থানালৈ সন্তোষ পাছোৱান থকা তেওঁৰ পৰিয়ালৰ আলোকচিত্ৰ এখন পঠিয়ালে।

ৰাতি ফোনটো বাজিল। ড° ভট্টাচাৰ্যই হেমন্ত লস্কৰৰ মাতটো শুনিবলৈ পালে, "মই হেমন্তই কৈছোঁ, দিছপুৰ থানাৰ পৰা। হয় ছাৰ, হয় ছাৰ। মই চফিকুল বোলা ল'ৰাটো ধৰি আনিলোঁ। অলপ সোধা-পোছা কৰিলোঁ। পুলিচৰ সোধা-পোছা মানে কি জানেই নহয়, ছাৰ? তাৰ গাত মঙহ বুলিবলৈ নায়েই। যিটোহে কায়! তাৰ পৰা একো উলিয়াব নোৱাৰিলোঁ। আৰু, এদিন- দুদিন তাক লকআপত ৰাখিব নোৱাৰি। কাৰণ সি জুভেনাইল, বয়স ১২ বছৰতকৈ কম যেনহে লাগে।"

কথাখিনি শুনি ড° ভট্টাচাৰ্যৰ লস্কৰক ককৰ্থনা কৰিবলৈ ইচ্ছা আছিল। কিন্তু তেওঁ কষ্ট কৰিহে ক্ৰোধটো দমালে। লস্কৰ অসন্তুষ্ট হ'লে উদ্দেশ্য সিদ্ধি নহ'ব, সন্তোষক ঘূৰাই পোৱা নেযাব। তেওঁ ঘপহকৈ ফোনটো বন্ধ কৰি দি ভোৰভোৰাবলৈ ধৰিলে— এই পুলিচবোৰ কেতিয়াৰ পৰা ইমান মৰমিয়াল হৈ পৰিল ? ইহঁতে চোৰ-ডকাইতো ধৰিব নোৱাৰে, বন্দুকধাৰী উটনুৱা ল'ৰাবোৰো ধৰিব নোৱাৰে। ৰিক্সাবালা, ট্ৰাক-ড্ৰাইভাৰ আৰু শাক-পাচলি বেচা মানুহখিনিৰ ওপৰত হ'লে ইহঁত বৰমতা।

এমাহ গ'ল, দুমাহ গ'ল। সন্তোষ ঘূৰি নাহিল। হেমন্ত লস্কৰৰ পৰাও ফোন পোৱা নগ'ল। ইতিমধ্যে তেওঁ এটা ঘৰত কাম কৰা ল'ৰা পালে। ল'ৰাটোৱে ভালকৈ কাম কৰি আছে এটা চৰ্তত— ড° ভট্টাচাৰ্যই তাক ডেকা হ'লে এটা চাকৰি দিব লাগিব।

ড° ভট্টাচাৰ্যৰ সংসাৰখন পূৰ্বৰ দৰেই নিয়াৰিকৈ চলি থাকিল। সন্তোষ নামৰ মৰম লগা দুষ্ট ল'ৰাটো বিস্তীৰ্ণ গুৱাহাটীৰ প্ৰচণ্ড গতি আৰু কোলাহলৰ মাজত হেৰাই গ'ল। তথাপি তেওঁক সন্তোষৰ স্মৃতিয়ে আমনি কৰি থকা হ'ল। তেওঁ ভাবিলে, যদি সন্তোষৰ যোৰহাটত থকা পেহাকটো নাইবা সেই পেহাকটোৰ লগত তাৰ বাপেকটো আহি সন্তোষৰ নিৰুদ্দেশৰ বাবে তেওঁক দাবী কৰে নাইবা তেওঁৰ বিৰুদ্ধে গোচৰ তৰে, তেন্তে তেওঁ কি কৰিব? বাতৰিকাকতৰ মানুহে যদি ইয়াৰ সম্ভেদ পায়, তেন্তে তেওঁলোকৰ কিছুমানে টৌটোকে বৌটো কৰিব পাৰে।

চাৰি মাহৰ মূৰত সন্তোষৰ পেহাকৰ লগত এজন মানুহ ঘৰ সোমোৱা দেখি ড° ভূমানন্দ ভট্টাচাৰ্যই নিজৰ সন্দেহটো অমূলক নহয় বুলি ভাবিলে। নিশ্চয় পেহাকটোৱে বিহাৰৰ সমষ্টিপুৰত থকা সন্তোষৰ বাপেকলৈ খবৰ দিলে আৰু বাপেকটো আহি যোৰহাট পালেহি। এতিয়া কিজানি সন্তোষৰ বাপেকটো পেহাকৰ লগত তেওঁৰ ওচৰলৈ আহিছে — তেওঁৰ ওচৰত পুতেকটোক দাবী কৰিবলৈ। কাৰণ ইতিমধ্যে সন্তোষ পলাই যোৱা বুলি পেহাকক খবৰ দিয়া হৈছিল।

সন্তোষৰ বাপেকৰ নাম পৰ্ভু পাছোৱান। সি ভট্টাচাৰ্যক প্ৰণাম কৰি ক'লে, "পৰ্ভুৰ মুখে মুখে সকলো শুনিলোঁ। চিন্তা কৰি লাভ নাই। মোৰে মাথোন দুৰ্কপাল।"

এনেকৈ কোৱা শুনি ভূমানন্দ ভট্টাচাৰ্যৰ মুখলৈ পানী আহিল। ভাবিলে, তেনেহ'লে ই ল'ৰাটো বিচাৰি অহা নাই। তেওঁ একো নেমাতিলে। পৰ্ভু পাছোৱানে কৈ গ'ল, "এটা সহায় বিচাৰিহে আহিছোঁ, ছাৰ।"

"কেনেকুৱা সহায়?"

"অলপ পইচা, ছাৰ।"

ড° ভট্টাচাৰ্যৰ মনটো পাতল পাতল লাগিল। লগে লগে তেওঁ বিষাদ মনেৰে ভাবিলে, এই মানুহবোৰে সন্তান জন্মহে দিয়ে, সিহঁতৰ কথা নেভাবে বা ভাবিও লাভ নাই বুলি ভাবে। দাৰিদ্ৰ্যই ইহঁতৰ অন্তৰৰ পৰা হয়তো স্নেহ-প্ৰীতি কাঢ়ি লৈ লৈছে । অথচ ইহঁত স্বাৰ্থপৰো নহয়, জটিলো নহয়।

তেওঁ সুধিলে, "কিমান টকা লাগিব বাৰু?"

পৰ্ভুৱে ক'লে, "সেয়া আপোনাৰ ইচ্ছাৰ কথা। কাৰণ সন্তোষ থকাৰ দিনকেইটাৰ বাবে আপোনাৰ পৰা মোৰ পাবলগীয়া একো নাই।"

"তথাপি কোৱাচোন— কিমান টকা লাগিব?"

"ঘৰ পাবলৈ যিমান টকা লাগে, সিমানেই। মোৰ হাতত ফুটা কড়ি এটাও নাই।"

"তোমাক যিমান টকা লাগে তাতকৈ বেছি টকাই দিম। কিন্তু কোৱাচোন, তুমি তেনেহ'লে কিয় আহিছিলা?"

"ইয়াত আমাৰ সমষ্টিপুৰৰ বহুত মানুহ আছে — ৰিক্সাবালা-ঠেলাবালাৰ পৰা মাটিকটা কুলিলৈকে। ভাবিছিলোঁ, এইবোৰ মানুহক খবৰ কৰিলে সন্তোষক বিচাৰি পাম।"

এনেতে সন্তোষৰ পেহাকটোৱে মাত লগালে, "সন্তোষক পালোঁ, ছাৰ।"

"ক'ত?" —ড° ভূমানন্দ ভট্টাচাৰ্যৰ অতিশয় ব্যগ্ৰ প্ৰশ্ন।

সন্তোষৰ বাপেক পৰ্ভুৱেহে ক'লে, "থানা-দাৰোগা লস্কৰ ছাৰৰ ঘৰত। ছাৰে তাক ধৰি আনি তেওঁৰ ঘৰত কাম কৰিবলৈ লগালে। চাকৰ ৰাখিলে ছাৰ, চাকৰ ৰাখিলে। মই ধন বিচৰাত লস্কৰ ছাৰে ক'লে, "তাক ডেকা হ'লে পুলিচ কৰি দিম বুলি ক'লোঁ নহয়, মিছাতে বক বক কৰিছ কিয়? টকাও দিম, পুলিচো কৰিম, এইটো কেনে কথা? মই বৰকৈ ধৰোঁতে তেওঁ ক'লে, বেছি কেৰজেৰ নকৰিবি। তোকো লক্‌আপত ভৰাই থ'ম। সেয়েহে নিৰুপায় হৈ আপোনাৰ ওচৰ পালোঁহি।"

পৰ্ভু পাছোৱানে কথাবোৰ ভোজপুৰীতেই কৈছিল, বেচৰকাৰী মহাবিদ্যালয়ত কাম কৰা সময়ত ড° ভূমানন্দ ভট্টাচাৰ্যই মথাউৰি নিৰ্মাণৰ ঠিকাও লৈছিল বাবে পৰ্ভু পাছোৱানৰ প্ৰতিটো বাক্যই ভালকৈ বুজি পাইছিল। কিন্তু জুখিব পৰা নাছিল হেমন্ত লস্কৰ নামৰ তেওঁৰ আজ্ঞাবহ যেন লগা থানা-দাৰোগাটোৰ কপটালি আৰু নিষ্ঠুৰতাৰ পৰিমাণ।

# সেই বাকচটো

হালৰ দিন পালেহিয়েই। কিন্তু ঘৰত হাল বাবলৈ গৰু নাই। মাইচেনাৰ বেমাৰ বাটোতেই ধান বেচি পোৱা ধনখিনি শেষ হ'ল। তাৰ আনকি ঘৰৰ উৰলি যোৱা চালখন বাটিবলৈকো উপায় নোহোৱা হ'ল।

মাইচেনাৰ কিন্তু গাইটোৱে ব্যাধিৰ পৰা অকণো সকাহ নেপালে। ডেৰকুৰি বছৰীয়া তিৰোতাজনী অকালতে বুঢ়ী হ'ল। চম্পক দৰবধৰাই এদিন ক'লেহি, "বাপধন, মই হ'লে কথাটো ভাল দেখা নাই। তই মাইচেনাক ডিব্ৰুগড়ৰ ডাক্তৰী কলেজত দেখুৱাব লাগিব। তাতহে তাইৰ বেমাৰটো ধৰা পৰিব। মোৰ অনুমান আচল চিকিৎসাটো হোৱা নাই। আন এটা বেমাৰৰ দৰবহে কিজানি খুৱাই থকা হৈছে।"

চম্পক দৰবধৰাৰ কথাটো উলাই কৰিব নোৱাৰি। সিও এটা সৰু-সুৱা ডাক্তৰেই। সি বিৰিণাবাৰী স্বাস্থ্যকেন্দ্ৰত কাম কৰে। সি ডাক্তৰৰ পৰামৰ্শ মতে ৰোগীক দৰব দিয়ে। সি ৰোগীক বেজী দিবও পাৰে। সম্প্ৰতি বিৰিণাবাৰী স্বাস্থ্যকেন্দ্ৰত ডাক্তৰো নাই, দৰবো নাই। ৰোগী আহিলে চম্পক দৰবধৰাই ষ্টেথিচস্কোপৰ অভাৱত ৰোগীৰ নাড়ী পৰীক্ষা কৰে, জিভাখন চায়, পেটটোত টুকুৰিয়ায় আৰু চকুৰ পতা লুটিয়াই দেহত তেজ আছে নে নাই পৰীক্ষা কৰে। এনেকৈয়ে ৰোগটো জানি সি দৰবৰ নামটো লিখি দিয়ে। সি গাঁৱলীয়া দৰবৰ কথাও কয় আৰু তাৰ জ্ঞান-বুদ্ধিয়ে ৰোগ ধৰা পেলাব নোৱৰা ৰোগীক চহৰলৈ যাবলৈ কয়। তাৰ চিকিৎসাত ভালেমান ৰোগী ভাল হৈছে। মানুহে মাজে মাজে কয়— তাৰ দৰবধৰা উপাধিটো সাৰ্থক হৈছে।

সেইটো চম্পক দৰবধৰা এতিয়া মাইচেনাক লৈ বিবুধিত পৰিছে। মানুহজনীৰ ভৰি দুখন শুকাই ফৰিংঠেঙীয়া হৈ পৰিছে। তাই খোজ দিলেই উফাল খাই পৰিব খোজে।

চম্পকৰো এটা দায়িত্ব নথকা নহয়, অৱশ্যে মানৱীয় দায়িত্বহে। সম্পৰ্কত সি মাইচেনাৰ মহাক।

চম্পকৰ কথাটো শুনি বাপধনে ক'লে,"ডিব্ৰুগড়লৈনো তাইক নিওঁ কেনেকৈ? হাতত ফুটাকড়ি এটাও নাই।'

এইবুলি কোৱাৰ লগে লগে বাপধনৰ দুটা দৃশ্য মনত ভাহি উঠিল। সোণৰ গহনাই অপৰূপা কৰি তোলা স্বাস্থ্যৱতী মাইচেনা আৰু ঘৰৰ এচুকত তক্তা এখনৰ ওপৰত শুই থকা বাকচটো, বাকচটো

খুলি চাবলৈ তাৰ সাহস হোৱা নাই। কিন্তু তাত কি বস্তু থাকিব পাৰে সি সঠিক অনুমান কৰি আছে। তাত কাপোৰ-কানি বা অলংকাৰ-পাতি নাই।

চম্পক গুচি যোৱাৰ পিছত বাপধনৰ বাকচটো চাবলৈ বৰ ইচ্ছা গ'ল। কিন্তু সেই ইচ্ছা সি দমালে। ভাবিলে, লোভ বৰ ভয়ংকৰ বস্তু। এই লোভেই তাৰ মৃত্যুৰ কাৰণ হ'ব পাৰে।

কেইদিনমানৰ আগৰ পৰা তাৰো অলপ অলপ কাহ হৈ আছে। নাকে-মুখে ধূলি সোমালেই তাৰ এই আপদীয়া কাহটো হয়। সি গল হেকাৰি এটা মাৰি বনিয়নটো পিন্ধিলে আৰু গামোচা এখনেৰে গলটো ঢাকিলে। ভিতৰ সোমায়েই সি বাকচটো দেখিলে। বাকচটো ধুনীয়া। এই নিছলা মানুহৰ পঁজাটোত এনেহেন বাকচটোৱে শোভা নেপায়। মাইচেনাই বাকচটোলৈ মোহ লগাৰ বাবে ফুলাম গামোচা এখনেৰে ইয়াক ঢাকি থৈছে। পুৰণি হোৱাৰ বাবে গামোচাখন মাখনৰঙী হৈ পৰিছে আৰু মাজে মাজে ফিছিকিছেও।

মাইচেনাই এনেয়ে বহি মূৰটো খজুৱাই আছে। তাইৰ এতিয়া চুলিবোৰ পাতল হৈছে। এইখিনি চুলি আগৰ দৰে দীঘলো নহয়। একালত তাইৰ ডাঠ, দীঘল চুলিবোৰে তাইৰ গোটেই পিঠিখন ঢাকি আছিল। আগৰ জোন যেন মুখখনত এতিয়া হনু ওলাইছে। ব্যাধিয়ে তাইৰ ৰূপ-যৌৱন হৰি নিছে। সি এটা সৰু হুমুনিয়াহ পাৰি ভাবিছে— এইজনী মাইচেনাক এতিয়া সোণৰ কেৰু-কংকনেৰে শুৱাব জানো? কিন্তু তাই আগৰ দৰে স্বাস্থ্যৱতী হৈ পৰিলে বজাৰত সস্তাতে পোৱা কাঁচৰ অলংকাৰেও শুৱাব। গতিকে

সি উপায় এটা পাই গ'ল। সি পোনতে তাইৰ সোণৰ খাৰুবোৰ বেচিব। সি খাৰুবোৰ লৈ বাহিৰলৈ ওলোৱাৰ আগতে সেই বাকচটোলৈ তীক্ষ্ণভাৱে চালে। ইয়াৰ ভিতৰত কি আছে সি জানে, কিন্তু সি নোৱাৰে। সি কেতিয়াও সেই কাম কৰিব নোৱাৰে। বাকচটো খোলাও সহজ কাম নহয়। মাজত তিনিটা নম্বৰ আছে। নম্বৰবোৰ ঘূৰাবও পাৰি। গোপন তিনিটা নম্বৰ ইটোৰ পিছত সিটো শাৰী পাতি থাকিলেহে বাকচটো খোল খাই যায়। এই নম্বৰ তিনিটা কি হ'ব পাৰে সেইটো বাকচটোৰ গৰাকীয়েহে জানে। গতিকে বাকচটো নেভাঙিলে ইয়াৰ ভিতৰৰ বস্তুবোৰ চাব নোৱাৰি। এইটো তীখাৰ বাকচ নহয়। তীখাতকৈ টান কিবা বেলেগ বস্তুৰে ইয়াক তৈয়াৰ কৰা হৈছে কিজানি। বস্তুটো খুব টান অথচ ওজন কম। ইয়াক ভাঙিবলৈ অৱশ্যে কুঠাৰেৰে দুকোবমান শোধালেই হ'ল।

খাৰু বেচা ধনেৰে বাপধনে মাইচেনাক ডিব্ৰুগড়লৈ লৈ গ'ল। লগত চম্পক দৰবধৰাও গৈছিল। ডাক্তৰী কলেজত তাইৰ দেহটো পৰীক্ষা কৰা হ'ল। ৰোগটো কি ধৰা পৰিল। ডাক্তৰজনে চম্পক দৰবধৰাক আচুতীয়াকৈ মাতি আনি ক'লে,"শীঘ্ৰে অপাৰেশ্যন হ'ব লাগিব। ইনটেষ্টাইনত কেন্সাৰ। ৰোগীয়ে এতিয়া নজনাই ভাল।"

ডাক্তৰজন গুচি যোৱাৰ পিছত চম্পকৰ ওচৰলৈ আহি বাপধনে মনে মনে সুধিলে,"কি ক'লে?" চম্পকে খুব ভাবি-চিন্তি লাহে লাহে ক'লে,"দৰবেৰে ভাল নহ'ব। পেট কাটিব লাগিব। পেটত কেন্সাৰ। তাইক কিন্তু নক'বি।"

আৰু ধন যোগাৰ নহয় মানে মাইচেনাক অস্ত্ৰোপচাৰৰ বাবে ইয়ালৈ আনিব নোৱাৰি নাইবা ইয়াত থৈ যাবও নোৱাৰি। গতিকে সিহঁত অধোমুখে ঘৰলৈ উভতিল।

ঘৰ পোৱাৰ পিছত বাপধনৰ মূৰত নতুন চিন্তা। মাইচেনাক বচাবই লাগিব। এই বাকচটোৱেহে তাইক বচাব। ইয়াৰ গৰ্ভত অগণন টকা আছে। লাখ লাখ টকা। কিন্তু সিহঁতে এইটো বাকচ তাৰ ঘৰত

এৰি থৈ যোৱা প্ৰায় তিনি বছৰেই হ'ল। ইমান দিনে সিহঁতে এবাৰ খবৰো নকৰিলে। বাধধনে ভাবিলে সিহঁতে কিজানি মাহেকত এনে এবাকচ ধন যোগাৰ কৰে। গতিকে ইয়াতে বাকচটো থোৱাৰ কথা সিহঁতে কিজানি পাহৰি গ'ল।

সি কঠিন সংকল্প ল'লে। সি বাকচটো ভাঙিবই। সিহঁতে আহি যদি বাকচটো বিচাৰি নেপায়ো বা সি বাকচটো তাৰ ঘৰত থোৱা নাই বুলি মিছাও মাতে,তেন্তে সি নিগমে মৰিব। এজাঁই গুলীতেই সি শেষ হৈ যাব। কিন্তু সি তাক বচোৱাৰ উপায়ো পালে। তাৰ হাতত বহুত টকা হ'ব। সি এখন দূৰৈৰ চহৰত ঘৰ এটা কিনি লৈ অগণন জমা টকাৰে ফস্তি মাৰি খাব পাৰিব। টকাৰ জোৰত মাইচেনাৰ বেমাৰো ভাল হ'ব।

সি চোতালৰ এচুকত পৰি থকা শিলচটাত কুঠাৰখনত ধাৰ দি হঠাতে উৎফুল্ল হৈ পৰিল। এৰা, সি ইমান দিনে বুৰ্বকৰ দৰেহে বাকচটো ৰখি আছিল। আন কাৰোবাৰ ঘৰত বাকচটো থোৱাহেঁতেন মানুহ ঘৰে বহু আগতেই সি ভবা কামখিনি কৰিলেহেঁতেন।

চ'তমহীয়া আকাশখন নিৰ্মল। ৰ'দটোৰো চোক বাঢ়িছে। বতাহ বলিছে। ৰাতি বৰষুণ হৈছিল কাৰণে ৰ'দে জাৰটো কমোৱা নাই।

খনীয়া কাপোৰখনেৰে দুৰ্বল দেহাটো ঢাকি পিৰালিত বহি ৰ'দ ল'বলৈ ওলাই আহি মাইচেনাই বাপধনক কুঠাৰখন ধৰাই থকা দেখি আচৰিত হ'ল। ল'ৰা-ছোৱালীকেইটা ঘৰত নাই। সিহঁত নৈত মাছ ধৰা চাবলৈ গৈছে। চৰকাৰে নৈখন ডাকত দিছে। তাত এতিয়া চিলেটীয়া মাছুবৈয়ে বৰ বৰ জাল পাতি মাছ ধৰিছে। ল'ৰা-ছোৱালীকেইটা নথকা কাৰণে ঘৰখন তেনেই-নিজম। চুবুৰিৰ বাকীবোৰ ল'ৰা-ছোৱালী স্কুললৈ যোৱাৰ কাৰণে গোটেই চুবুৰিটো কাউৰীৰ কা-কাৰ বাহিৰে আন শব্দ নাই। সেয়েহে শিলত ঘঁহনি খোৱা কুঠাৰখনৰ শব্দও মাইচেনাই শুনিবলৈ পাইছে।

তাই আচৰিত। বাপধনে এই ভৰ দুপৰত ক'ত কাঠ কাটিবলৈ যাব? আজিকালি গাঁওখনত কাঠনিবাৰী নায়েই। কাগজ-কলটো হোৱাৰ পিছৰে পৰা বাঁহনিবোৰো উকা হ'ল। গতিকে দা-কুঠাৰৰ কোনো কামেই নোহোৱা হ'ল। বাপধনৰ কুঠাৰখনত মামৰে ধৰিলে। আজি তেন্তে হঠাতে কুঠাৰখন ধৰাবলৈ তাৰ কি মন গ'ল?

মাইচেনাৰ অনবৰত তলপেটত বিষ। ক্ষুদ্ৰ অন্ত্ৰত কেন্সাৰ। তাই নিজৰ পেটত হাতখন থৈ সুধিলে, "এতিয়া কুঠাৰত ধাৰ দি কি কৰিব? ভাত খাবৰ হ'লেই দেখোন।"

আজিকালি বাপধনেই ৰন্ধা-বঢা কৰে। ৰন্ধা-বঢ়া কৰি অতাই সি নৈত গা ধুবলৈ যায়। তাৰ পিছতহে ভাত খায়হি। গা ধুবলৈ যোৱাৰ আগতেই সি মাইচেনালৈ ভাত বাঢি থৈ যায়।

সি ক'লে, "মই নিজৰ সুবিধা বুজি খাম। তই খাই ল।" সি প্ৰশ্নটো এৰাই যাব খুজিলে। মাইচেনাৰ কৌতূহল বেছি হ'ল। তাই শেহাই শেহাই সুধিলে, "কিন্তু এতিয়া কুঠাৰখনৰ কাম কি? দেশত দেখোন বন-জংঘলৰ অন্ত পৰিল।"

বাপধনে তাৰ মনৰ গোপন কথা মাইচেনাক কৈ পেলোৱা উচিত বুলি ভাবিলে। সি এতিয়ালৈকে তাইৰ আগত কোনো কথা লুকুওৱা নাই।

সি কুঠাৰখন শিলচটাৰ ওপৰত থৈ তাইৰ ওচৰলৈ আহি ফুচফুচাই ক'লে, "বাকচটো ভাঙিব লাগিব। গৰ্ভত টকাৰ নোটবোৰ ফিন্দ খাই আছে। তাৰে তোৰ চিকিৎসা হ'ব আৰু বহুত কিবাকিবি

কৰিব লাগিব।”

সি মাইচেনালৈ আশা ভৰা চকুৰে চাই আচৰিত হ'ল। তাইৰ মুখখন বিকৃত হৈ পৰিছে। চকু দুটা আন্ধাৰ ৰাতিৰ মেকুৰীৰ চকুৰ দৰে জিলিকিছে। তাইৰ ওঁঠ দুটা কঁপিছে। গাটোও কঁপিছে। তাই নিমাতে আছে।

“একো নক'লি দেখোন?”

“মোৰে শপত। এই কাম নকৰিব। সেইবোৰ বেয়াকৈ গোটোৱা টকা। ইয়াক চুলেও পাপ।”

“কিন্তু সেই টকাৰেহে তোক বচাব পৰা যাব।”

“টকাৰেই প্ৰাণ বচাব পৰা হ'লে ধনী মানুহবোৰ নমৰিলেইহেঁতেন। যাৰ আয়ুসত চাউল নাই, তাক হেজাৰ চেষ্টা কৰিও বচাব নোৱাৰি।”

“তেন্তে মাইচেনা, তই মৰিম বুলি ধৰি লৈছ?”

“মই সেইবোৰ একো নুবুজোঁ। ইমান দিন ভালে ভালে থাকি এতিয়া মোৰ কাৰণেই আপুনি পাপ কাম কৰিব নেলাগে।”

“তই বৰ অবুজন, মাইচেনা। এৰা, মাইকী মানুহক কথা বুজাই লাভ নাই। সিহঁত নিজৰ মতেই চলে।”

বাপধন শিলচটাৰ ওচৰ পালেগৈ। কুঠাৰখন হাতত তুলি লৈ ওচৰৰ কচুবনিডৰাত পেলাই দিলে। সি অৱশেষত মাইচেনাৰ কথাবোৰ অযুক্তিকৰ বুলি নেভাবিলে। এনে এজনী অকণো পাপে চুব নোৱৰা মৰমিয়াল তিৰোতাক মাটি বেচি হ'লেও বচাব লাগিব বুলি সি মন বান্ধিলে।

পিছে মাটিকেইডৰাই যদি যায়, সি খাব কি ? সি অন্য উপায় চিন্তা কৰিবলৈ ধৰিলে। মাইচেনাৰ লগত আলোচনা কৰি লাভ নাই। তাই মৰিবলৈ সাজু হৈ আছে। তাই নিশ্চয় বাকী থকা গহনাখিনি বেচিবলৈ নিদিব। তাই ক'ব, “গহনা বেচি মোৰ কাৰণে খৰচ কৰিব নেলাগে। পিছত সেয়া বিপদত পৰিলে বেচিব পাৰিব।”

দিনটো মাইচেনাৰ লগত কথা পাতোঁতেই পাৰ হ'ল। তাই কোনোপধ্যে গহণাখিনি বেচিবলৈ নিদিলে। তাই ক'লে, “মোক যদি ভাল কৰিব খুজিছে, তেন্তে ঘৰত নামগুণ গোৱাওক, সাধুসন্তক মাতক। তেখেতসকলক দেখি আৰু হৰিনাম শুনি শান্তি পাম। ঈশ্বৰেহে মোৰ বিয়াধি ভাল কৰিব পাৰিব। ডাক্তৰ-কবিৰাজে নোৱাৰে।”

বাপধন বৰ অসহায় হৈ পৰিল। তাৰ মাইচেনাক খৰচী চিকিৎসা কৰাবলৈ বৰ মন। তাই মৰণৰ আশা কৰি বাচি থকাটো সি সহ্য কৰিব নোৱাৰে।”

মাজনিশা হ'লহি। বাপধনৰ টোপনি নাহিল। বতাহে গছৰ ডালবোৰ লৰোৱাৰ শব্দ। ঘৰত মাইচেনাৰ কেঁকনি-গোঁথনি। তাত বাদে আন একো শব্দ নাই। হাবি-জংঘল টুটি অহা বাবে আজিকালি ৰাতি ফেউৰা, হুদু আদিৰ মাতো শুনিবলৈ পোৱা নেযায়।

হঠাতে অলপ অলপ বন গজি থকা চোতালখনত কাৰোবাৰ ভৰিৰ শব্দ শুনি সি শহাকণীয়া হ'ল। অলপ পিছতে সি বাঁহৰ দুৱাৰখনত টুকুৰিওৱাৰ শব্দ শুনিলে। শব্দটো ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। তাৰ ভয় নেলাগিল। সি ‘কোন’ বুলি সোধাৰ পিছতো মাত শুনা নগ'ল। সি আগবাঢি আহি বাঁহৰ হলাৰে সজা দুৱাৰখনৰ ফাঁকেদি বাহিৰলৈ চালে। বাহিৰত জোনাক। দুৱাৰৰ নিচেই কাষতে ছাঁৰ দৰে এক মূৰ্তি।

তাৰ ঘৰলৈ ডকাইত নাহে। তাৰ ঘৰত ডকাইতৰ নজৰ পৰিব নোৱাৰে। ডকাইত অহাহেঁতেন দুৱাৰখন আঁজুৰি এৰুৱাই পেলালেহেঁতেন। সি গল হেকাৰি এটা মৰাৰ পিছত এইবাৰ দুৱাৰত ঘনাই টোকৰ পৰিল। এয়া হ'ল দুৱাৰ খুলি দিবলৈ কৰা অনুৰোধ।

সি দুৱাৰ খুলি দিয়াৰ লগে লগে এজন মানুহ সোমাই আহি ক'লে, "দুৱাৰখন জপাই দিয়া। চাকিটো জ্বলোৱা।"

চাকিৰ পোহৰত বাপধনে দেখা পালে এটা সবল-সুঠাম ডেকা। ডেকাটোৱে ক'লে, "পদূলিত দুফালে দুজোপা জামুৰ গছ দেখিয়েই মনত পৰিল, মই ইয়ালৈ এবাৰ ৰাতি আহিছিলোঁ। তোমাৰ মনত আছেনে?"

বাপধনে ডেকাটোলৈ ভালকৈ এবাৰ চাই লৈ ক'লে, " সঠিক ধৰিব পৰা নাই। তেতিয়া হয়তো মুখত ডাটি নাছিল। ইমান শকতো নাছিলা। বাৰু, সেই ৰাতি লগত আৰু দুটা ল'ৰা আহিছিল নেকি?"

ডেকাটোৱে তাৰ ভালেমান জেপ থকা ডাঠ চোলাটো খুলি মূঢ়াটোত বহিল। ডাঠ চোলাটো কৰঙনৰ ওপৰত থৈ সি ক'লে, "তেন্তে তোমাৰ ঠিকেই মনত পৰিছে। মোৰ লগত আছিল সহদেৱ আৰু মোস্তাফা। সিহঁত মৰিল নহয়! বীৰৰ দৰে মৰিল। সেনাৰ লগত সমানে যুঁজিলে। এইবোৰ কি শুনিছোঁ? কোনে কেঁকাইছে?"

"মোৰ মানুহজনীয়ে। পেটত বোলে কেন্সাৰ।"

"কি দৰব খুৱাইছা?"

"বিশেষ একো খুওৱা নাই। পেট কাটি বেমাৰ উভালিব লাগিব হেনো। তাৰ বাবে পইচা যোগাৰ কৰিবলৈ চেষ্টা কৰি আছোঁ। তুমি ৰাতিৰ আলহী। পিছে তোমাক সোধা-পোছা কৰিবলৈহে মোৰ উপায় নাই।"

"নেলাগে, মই একো নেখাওঁ। মাত্ৰ শুবলৈ ব্যৱস্থা এটা কৰা।"

বাপধনে নিজে শোৱা বাঁহৰ খুঁটাৰে তৈয়াৰ কৰা বিছনাখন দেখুৱাই দিয়াত ডেকাজনে সুধিলে, "তুমি ক'ত শুবা?" সি ক'লে, "মই আজি ল'ৰা-ছোৱালী দুটাৰ লগতে শুম। তোমাৰ বাৰু নামটো কি আছিল?'

ডেকাটোৱে বৃহৎ জোতাযোৰ খুলি থাকি ক'লে, "ৰঞ্জন কাকতি। আৰু এটা নাম আছে। সেইটো নাম তুমি জানিব নেলাগে।"

"এইফালে তোমালোকৰ কাম দেখোন থাকিব নেলাগে। সকলো দুখীয়া মানুহ। আমাৰ বহুতৰে পেটে-ভাতে খাবলৈকে নোজোৰে। ইয়াত কোনো মানুহ তোমালোকৰ বিৰুদ্ধে নেযায়।" --বাপধনে ক'লে।

"মই সাংঘাতিক কাম এটা কৰিবলৈ ইয়ালৈ অহা নাই। আন এটা কাৰণেহে দুদিনমান ঘূৰি ফুৰিছোঁ। কিন্তু মই তাৰ একো উৱাদিহ পোৱা নাই।"

"কিনো কাৰণ থাকিব পাৰে?"

ৰঞ্জনে বিছনাখনৰ ওপৰত আৰামত বহি ল'লে আৰু বাপধনক ওচৰতে বহিবলৈ ইংগিত দিলে। চৌদিশ নিজম। একমাত্ৰ মাইচেনাৰ কেঁকনি-গোঁথনিহে শুনিবলৈ পোৱা গৈছে।

ডেকাটোৱে খুব সৰু সৰুকৈ ক'লে, "প্ৰায় আঠ বছৰৰ আগৰ কথা। এইখন গাঁৱলৈ আহিছিলোঁ পুলিচে আমাৰ সন্ধেদ পাব নোৱাৰে বুলি। আমি তিনিটা— মই, নকুল আৰু মোস্তাফা। আমাৰ এটা বাকচ আছিল। নোটভৰ্তি এটা ভাল বাকচ। কিন্তু কাৰ ঘৰত এৰি থৈ গলোঁ এতিয়া পাহৰি পেলাইছোঁ। তাকে বিচাৰি ফুৰিছোঁ। কিন্তু কাৰ কাৰ ঘৰত সোমাইছিলোঁ, সেয়াও পাহৰিলোঁ। নিশ্চয় তোমাৰ ঘৰত সোমাইছিলো। পদুলিৰ জামুক দুজোপাই তাৰ চিন।"

ইমানখিনি কৈয়ো ডেকাজনে বাকচটো বাপধনৰ ঘৰতে আছে নেকি বুলি নুসুধিলে। তাৰ হয়তো সন্দেহ নহ'ল। কাৰণ বাপধনৰ জুপুৰি ঘৰটো নোটেৰে ঠাহ খাই থকা বাকচটো ৰাখিবৰ বাবে উপযুক্ত ঠাই নহয়।

বাপধনৰ আচৰিত লাগিল। ইমানবোৰ টকা থকা বাকচটো ক'ত থ'লে তাৰ মনত নপৰিবনে? নিশ্চয় সি বাপধনক পৰীক্ষা কৰিছে।

ৰঞ্জন কাকতি নামৰ এই ডেকাটো যথেষ্ট সবল যদিও এতিয়া তাক বৰ ভাগৰুৱা যেন লাগিছে। সি বেৰত মূৰটো হলাই দি ক'লে, "ইয়াতে এখন্তেক শুম। পিছত আৰু দুঘৰমানত বাকচটো বিচাৰিম। নেপালে নাই। কিন্তু এই সময়ত আমাৰ টকাৰ বৰ নাটনি হৈছে। আমাৰ বহুত খৰচ।"

ৰঞ্জনক আচৰিত কৰি বাপধনে ক'লে, "তুমি ঠিক ঠাইতে বিচাৰি আহিছা। বাকচটো মোৰ ইয়াতে থৈছিলা। মনত নাই?"

"সঁচা? সঁচা কৈছা? তুমি ধেমালি কৰা নাইতো?"

"মই সযতনে ৰাখি থৈছোঁ"।

বাপধন চাকিটো হাতত লৈ বাকচটোৰ ওচৰ পালেগৈ। ৰঞ্জনো পিছে পিছে গ'ল। সি আচৰিত। এইটো বাকচেই! একেই ৰং, গৰ্ভ তলা হিচাপে কেইটামান নম্বৰ জিলিকি আছে! সি উল্লসিত হৈ বাপধনক সাবটি ধৰিলে। তাৰ চকু সেমেকিল। সি থোকাথুকি মাতেৰে ক'লে, "তুমি ইমান অনেষ্ট? এইখন পৃথিৱীত ইমান সাধু মানুহ থাকিব পাৰে?

হঠাতে ৰঞ্জন অসম্ভৱ তৎপৰ হৈ পৰিল। সি বহুত জেপ থকা চোলাটো পিন্ধি ল'লে। এটা জেপৰ ভালেখিনি তললৈ হাতখন সুমুৱাই পাঁচশটকীয়া নোটৰ বুজন বাণ্ডিল এটা বাপধনৰ হাতত গুজি দি ক'লে, "কেইহাজাৰে এক লাখ হয় জানানে? এশ হাজাৰ, এশ হাজাৰ। বাকচটোত পঞ্চাশ লাখ টকা আছে। বুজিলা? গতিকে তোমাক এক লাখ দিলেও আমাৰ ঊনপঞ্চাশ লাখ লাভ। তোমাক কিমান টকা দিলোঁ তুমি জানা? বহুত টকা। ইমান টকা তুমি গোটেই জীৱনতো উপাৰ্জন কৰিব নোৱাৰা। তুমি ইয়াৰে তোমাৰ পৰিবাৰৰ বেমাৰ ভাল কৰাৰ পিছতো বহুত টকা থাকি যাব। তাৰে কেইডৰামান মাটি কিনিবা। মই এতিয়া যাওঁ। ধন্যবাদ।'

বাকচটো হাতত লৈ ৰঞ্জন কাকতি ওলাই গ'ল। বাপধনৰ এটা সপোন দেখা যেনহে লাগিল। পিছদিনা বাপধনে মাইচেনাক ডিব্ৰুগড়লৈ এখন টেক্সীত লৈ গ'ল। লগত চম্পক দৰবধৰা।

"ইমান টকা খৰচ কৰিবলৈ হ'ব জানো?" —দৰবধৰাৰ ব্যগ্ৰ প্ৰশ্ন।

"হ'ব। এঠাইৰ পৰা ধাৰ কৰিলোঁ। অলপ মাটিও বন্ধকত থ'লোঁ।" —বাপধনে জীৱনত পহিলাবাৰ মিছা মাতিলে।

মাইচেনাৰ অস্ত্ৰোপচাৰৰ দিন এটা ঠিক হ'ল। সেইদিনাই বাপধনে এটা আচৰিত খবৰ পালে।

এইটো খবৰৰ লগত তাৰ ঘনিষ্ঠ ব্যক্তিগত সম্পৰ্ক আছে। চম্পক দৰবধৰাই হঠাতে ক'ৰবাৰ পৰা আহি ক'লেহি, "বুইছ বাপধন, এই উদণ্ড ল'ৰাবোৰে মিলিটেৰীবোৰকো লক্ষপতি কৰিলে।"

"কিনো হ'ল?" —মাইচেনাৰ পেটত হাত ফুৰাই ফুৰাই বাপধনে সুধিলে।

"ৰঞ্জন কাকতি ওৰফে সিদ্ধেশ্বৰ দত্তক মিলিটেৰীয়ে 'চেক' কৰোঁতে পাই গুলীয়াই মাৰিলে। হাতত এটা বাকচ। আচলতে বাকচত টকা থকা গম পায়েই গুলীয়ালে। নহ'লে তাক আটক কৰিলেহেঁতেন। বাকচৰ টকা ভাগ ভাগ হ'ল। মাথোন আনক সিহঁতে জনালে— তাৰ হাতত হেনো এটা বিদেশত তৈয়াৰী পিষ্টল আৰু কিছুমান আপত্তিজনক নথিপত্ৰহে পালে।" দৰবধৰাই ক'লে।

বাপধনৰ চকুৰে ধুঁৱলী-কুঁৱলী দেখিলে। সি থিয় হ'ল। সি ক'লে, "অথচ সেই বাকচত পঞ্চাশ লাখ টকা আছিল।"

বাপধন আৰু থিয় দি থাকিব নোৱাৰিলে। সি চম্পক দৰবধৰাৰ গাত হাউলি পৰিল। তাৰ দুচকুত ঘোৰ বাৰিষাৰ বান।

বয়সটো ষাঠি বছৰো হ'ব পাৰে, সত্তৰ বছৰো হ'ব পাৰে। কিন্তু তেওঁৰ বয়স যে ইয়াৰ কম নহয়, সেইটো ঠিক। এজন প্ৰচণ্ড প্ৰৌঢ় পুৰুষ। ছফুটমান ওখ। বহল মুখখনত মাংস কম। গালৰ হাড়ডাল স্পষ্ট। তেওঁ পিন্ধি আহিছে এটা হালধীয়া ৰঙৰ টী-ছাৰ্ট আৰু বাদামী ৰঙৰ জিনৰ পেন্ট। পোছাকটো বয়সৰ লগত খাপ নেখায়। ভৰিত কিন্তু সাধাৰণ এযোৰ চেণ্ডেল।

হোটেলে বিমানকোঠলৈ পঠিওৱা টয়টা গাড়ীখনৰ পৰা প্ৰকাণ্ড তিনিটা ছুটকেছ আৰু দুটা সৰু বাকচ নমোৱা হ'ল। মানুহজনে তজবজীয়া ডেকা এজনৰ দৰে টয়টাৰ পৰা নামি লাউঞ্জৰ ফালে খোজ দিয়াৰ লগে লগেই ৰিচেপ্‌ছনত বহি থকা, দিল্লীৰ এনে গৰমতো (সৰ্বাধিক উষ্ণতা ৩৯ ডিগ্ৰী চেলছিয়াছ) সম্পূৰ্ণ ছুট আৰু ব'টাই পিন্ধি থকা ডেকাজন তেওঁৰ ফালে আগুৱাই গৈ কৰমৰ্দন কৰি তেওঁক লিফ্‌টৰ ফালে লৈ গ'ল। পিছে পিছে আহি থকা ৰুম বয়টোক ৰিচেপ্‌ছনৰ ডেকাজনে ক'লে, "ৰুম নাম্বাৰ ফাইভ্ জিৰো ছেভেন।" ইয়াৰ অৰ্থ হ'ল আগন্তুকক সি পাঁচ মহলাৰ সাত নম্বৰ 'ছুয়ীট'লৈ (suite) লৈ যাব লাগে। তেওঁ দুদিনৰ আগতে খাজুৰাহোত আছিল অবেৰয় গোষ্ঠীৰ পঞ্চতাৰকাযুক্ত হোটেলত আৰু আজি আহিছে কোনাৰ্ক পৰিদৰ্শন কৰি ভুবনেশ্বৰৰ পৰা।

এই বহু কোটিপতি মানুহজনে ৰিচেপছনৰ ডেস্কৰ ওচৰত থিয় হৈ পৰিচয়নামা লিখিব নেলাগে। দীঘল বহীখনহে তেওঁৰ ছুয়ীটলৈ পঠিয়াই দিয়া হয়।

এতিয়া দিন আৰু ৰাতিৰ সন্ধিক্ষণ। সুৰুযৰ হেলনীয়া ৰশ্মিয়ে, প্ৰদূষণে কুঁৱলী যেন কৰি ৰখা নতুন দিল্লীৰ বায়ু দৃশ্যমান কৰি তুলিছে। যান-বাহনৰ কোলাহল বেছি হৈছে। এতিয়াও উত্তাপ অকণো কমা নাই। কিন্তু এই হোটেলখনত অৰ্থাৎ 'মোৰ্য ছেৰাটন'ত বাহিৰৰ কোলাহলপূৰ্ণ, উষ্ণতাৰে অসহনীয় জগতখনৰ কোনো আভাস বিচাৰি পোৱা নেযায়। এইখন পৃথিৱী নিজম। ইয়াতে যথেষ্ট মানুহ আছে যদিও কাৰো লগত কাৰো সম্পৰ্ক নাই, একমাত্ৰ ইয়াৰ কৰ্মচাৰীবোৰত বাদে। ইয়াত সামান্য ফুচফুচনিও নাই। ভিতৰবোৰ ঠাণ্ডা। এই উৎকট গৰমতো ইয়াৰ কোঠাৰ ভিতৰত আনকি লাউঞ্জতো উলৰ কোট-পেণ্ট পিন্ধিব পাৰি। ইয়াত কন্‌ফাৰেঞ্চ ৰুম কেইবাটাও আছে। তাত সভা-সমিতিও হয়, বিয়াও হয়। এনে সভা-সমিতিলৈ বা বিয়ালৈ অহা মানুহেও ছুট-টাই পিন্ধি আহে। ইয়াত অধিক মাত্ৰাত বায়ুৰ

তাপ নিয়ন্ত্ৰণ কৰি ৰখা হয়।

এইবোৰকে নতুনকৈ কামত সোমাই ৰিচেপ্ছনত বহা আলোক কুমাৰে লক্ষ্য কৰি আছে। সি আগতে নতুন দিল্লীৰ সাধাৰণ হোটেল এখন মেনেজাৰ আছিল। কিন্তু সি হোটেল মেনেজমেণ্টৰ ট্ৰেইনিঙৰ উপৰি বহু কষ্ট কৰি বিজ্‌নেছ মেনেজমেণ্টৰ স্নাতকোত্তৰ ডিপ্লোমাও ল'লে। তদুপৰি তাৰ সাধাৰণ শিক্ষা হ'ল ভূগোল বিজ্ঞানৰ এম এছ চি। দেখাতো ভাল। ইংৰাজীৰ উচ্চাৰণো সুন্দৰ। নিম্ন মধ্যবিত্ত পৰিয়ালৰ ল'ৰা যদিও সি ইংৰাজী মাধ্যমৰ স্কুলতহে পঢ়িছিল। তাৰ লগৰ বন্ধু দুজনমানে কয়, “আলোক, তই বৰ দাও মাৰিলি দেই। আমাক কেবেৰা-চেবেৰা চাবলৈ সুবিধা দিবি।” সঁচাকৈয়ে সি ভাগ্যবান। কাৰণ সি দৰমহা পায় মাহে দহ হেজাৰ টকা। খোৱা-থকা সকলো ফ্ৰী। বছৰেকত এবাৰ বোনাছো পায়।

পোন্ধৰ মিনিটৰ পিছত ৫০৭ নম্বৰ ৰুমৰ পৰা আৱাসীসকলৰ নাম পঞ্জীযন কৰা বহীখন ৰুম বয়টোৱে দিলেহি। কৌতূহলবশতঃ আলোক কুমাৰে লিখাখিনি চকু ফুৰাই চালে— পৌঢ় মানুহজনৰ নাম মাৰ্টিন হফ্‌মেন। নামটো দেখি জাৰ্মান যেন লাগিলেও আচলতে তেওঁ জাৰ্মান নহয, জাতিৰ সদস্যতাৰ (nationality) ৰ ঘৰটোত আমেৰিকান বুলিহে লিখা আছে। বয়স ৬৬ বছৰ। আজি আহিছে উৰিষ্যাৰ ৰাজধানী ভুবনেশ্বৰৰ পৰা।

আলোক কুমাৰে শুনিছে যে মাৰ্টিন হফ্‌মেন এইখন হোটেললৈ আহিলেই হোটেলৰ সকলো কৰ্মচাৰী আৰু বিষযা তৎপৰ হৈ পৰে। তেওঁ বেহাৰা আদিক পাঁচশটকীযা নোট একোখন বকচিছ দিয়ে। তেওঁ কেবেৰা আদি নাচায। কোনো ৰুম ছাৰ্ভিচৰ মানুহে হফ্‌মেনক মদ খোৱা দেখা নাই। তেওঁ বাৰলৈকো নেযায়। লাঞ্চ বা ডিনাৰ ৰুমত নাখায। ওচৰৰ মানুহবিলাকক লক্ষ্য কৰি তেওঁ ডাইনিং হলতহে খায়। তেওঁ মাংস নাখায়। তেওঁক সৰু সৰু মাছহে সিজাই দিব লাগে।

সন্ধিয়া সাতটা বাজিছে। আলোক কুমাৰে ৫০৭ নম্বৰ ৰুমৰ পৰা কল পালে। মাৰ্টিন হফ্‌মেনৰ গলগলীয়া মাতটো সি শুনিবলৈ পালে। তেওঁ ক'লে যে যিখন গাড়ীত তেওঁক এযাৰপ'ৰ্টৰ পৰা অনা হৈছিল, তাতে তেওঁ কিতাপ এখন এৰি থৈ আহিছে। কিতাপখনৰ নাম ‘Bhagawt Gita and Modern Life।’ মূল প্ৰৱেশদ্বাৰত উৰ্দি পিন্ধা প্ৰকাণ্ড পাঞ্জাবী এটা গাড়ীৰ তত্ত্বাৱধানত থাকে। আলোক কুমাৰে তাক ইণ্টাৰকমযোগে মাতি আনি কথাটো ক'লে। হৰিন্দৰ সিং নামৰ প্ৰকাণ্ড পাঞ্জাবীটো ততাতৈয়াকৈ আগৰ ঠাইলৈ গৈ মাইকেৰে টযটা গাড়ীখনৰ নম্বৰটো মাতি এইমাত্ৰ গাড়ীখনৰ সৈতে ড্ৰাইভাৰক উপস্থিত হ'বলৈ হুকুম দিলে।

বগা ৰঙৰ টয়টা নিৰ্দিষ্ট ঠাইত ৰ'লহি। হৰিন্দৰে ড্ৰাইভাৰটোক ধমক দি ক'লে, “নেদেখনে কি? এক কিতাব ” ড্ৰাইভাৰটোৱে তাৰ ভুলৰ বাবে মাফ কৰিবলৈ কৈ কিতাপখন দিলেহি। ক'লে, “সৰু কিতাপ, মোৰ চকুত নপৰিল।”

আলোক কুমাৰে কিতাপখন লুটিয়াই-বগৰাই চালে। তাত মাৰ্টিন হফৰ নাম লিখা আছে। কিতাপখন লিখিছে প্ৰখ্যাত আইনবিদ, লেখক, মুক্তিযোদ্ধা আৰু বিশিষ্ট বুদ্ধিজীৱী কে এম মুন্সীয়ে।

আলোক কুমাৰে কিতাপখন মাৰ্টিন হফ্‌মেনক নিজে গৈ হাতে হাতে দিয়াটোকে উচিত বুলি ভাবিলে। কাৰণ কিতাপখন টযটা গাড়ীখনত পৰি থকাটোও হোটেল কৰ্তৃপক্ষৰ পৰিচৰ্যাৰেই ভুল বুলি তাক হোটেল মেনেজমেণ্টৰ বিদ্যাই শিকাইছে।

সি ইণ্টাৰকমেৰে ইংৰাজীত ক'লে যে কিতাপখন পোৱা গ'ল আৰু অনুমতি পালে সি নিজে গৈ ৰুমত কিতাপখন দিবগৈ। সি অনুমতি পালে।

সি হফ্‌মেনৰ কোঠাত সোমাল। সি দেখিলে যে হফ্‌মেনে পায়জামা-কুৰ্তা পিন্ধি বিছনাত পৰি বাতৰিকাকত পঢ়ি আছে।

এজন আমেৰিকান বিলিয়নিয়াৰ অৰ্থাৎ শতকোটি ডলাৰৰ অধিপতি লোক। আলোক কুমাৰে ইতিমধ্যে জানিব পাৰিছে যে মাৰ্টিন হফ্‌মেনৰ আমেৰিকাৰ বিভিন্ন মহানগৰত এলানি ছুপাৰ মাৰ্কেট, হোটেল আৰু গেছ ষ্টেচন আছে। তেওঁ এটা বিখ্যাত ঔষধ প্ৰস্তুতকাৰী প্ৰতিষ্ঠানৰ অধ্যক্ষ আৰু এটা পেট্ৰ'কেমিকেল্‌ছ উদ্যোগৰ মালিক। এনে এজন মানুহৰ ভগবদ্‌গীতাৰ প্ৰতি আকৰ্ষণ হোৱাটো অত্যন্ত কৌতূহলোদ্দীপক কথা। আলোক কুমাৰে কিতাপখন তেওঁৰ হাতত দি তেওঁৰ মুখলৈ চালে। তেওঁ সুধিলে, "কিবা ক'বা?"

আলোক কুমাৰে ক'লে, "আপুনি এগৰাকী আমেৰিকান, এগৰাকী শিল্পপতি। আপুনি ভাৰতীয় দৰ্শনৰ প্ৰতি, ভগবদ্‌গীতাৰ প্ৰতি আকৰ্ষিত হোৱা দেখি মই আচৰিত হৈছোঁ।"

মাৰ্টিন হফ্‌মেনে ক'লে, "আমি ভোগবাদী, আমি এখন জড়বাদী ৰাষ্ট্ৰৰ লোক। ভোগৰ বাবে আমি অজস্ৰ বস্তু তৈয়াৰ কৰিছোঁ। তথাপি আমাৰ শান্তি নাই। অশান্তি বাঢ়িছেহে। সেই কাৰণে ১৯৯৩ চনতে স্বামী বিবেকানন্দই আমাক চিকাগোত ৱাৰ্নিং দি গৈছে। তেওঁ কৈছে, কেৱল ভোগবাদেৰে নচলিব, তোমালোকৰ কনজিউমাৰ ছোচাইটী আমাৰ বাবে নিৰৰ্থক। তোমালোকে আমাৰ পৰা আধ্যাত্মবাদ ল'ব লাগিব, আমি তোমালোকৰ পৰা বিজ্ঞান ল'ম। তেওঁৰ মতে, ভোগবাদৰ লগত জড়বাদৰ সমন্বয় ঘটিব লাগিব। আমাক ভোগৰ বাসনাই অস্থিৰ কৰিছে। গতিকে হিন্দুৰ দৰ্শনে, গীতা বা ভাগৱতে আমাক আকৰ্ষণ কৰিছে, আমি সান্ত্বনা পাইছোঁ।

আলোক কুমাৰৰ মাক-বাপেক বৰ ধাৰ্মিক। সিও গীতাই দেখুওৱা ধৰ্মৰ দ্বাৰা কিছু পৰিমাণে প্ৰভাৱান্বিত। সি সুধিলে, "গীতাৰ কি কথা ভাল লাগে?"

মাৰ্টিন হফ্‌মেনে ক'লে, "কাম, ক্ৰোধ আৰু লোভ দমন কৰিব লাগে। ইহঁতক দমন কৰিব নোৱাৰিলে এই তিনিটা ৰিপুৱে সকলো বয়সতে মানুহক অশান্তিৰ চাকনৈয়াত পেলাব। গীতাই খুব কম শব্দৰে খুব ডাঙৰ কথা এটা কৈছে। কে এম মুন্সীয়ে এইখন কিতাপত ইয়াৰ বৰ ভাল ব্যাখ্যা দিছে।"

আলোক কুমাৰৰ আমেৰিকান বিলিয়নাৰজনৰ প্ৰতি শ্ৰদ্ধা হ'ল। কিন্তু তেওঁ খাজুৰাহো আৰু কোনাৰ্ক চাবলৈ গ'ল কিয়? এই দুখন ঠাইৰ মন্দিৰৰ বেৰত খোদিত কাম-কেলিৰ বৰ্ণনাই কোপেনহেগেনৰ ব্লু ফিল্মকো চেৰ পেলাইছে। আলোক কুমাৰ খাজুৰাহোৰ সমীপৱৰ্তী চহৰ এখনত পূৰ্বতে কিছুদিন আছিল। খাজুৰাহোৰ মন্দিৰৰ কাম-কথাৰ ভাস্কৰ্যই তাৰ মনত প্ৰভাৱ বিস্তাৰ কৰিছিল। আৰ্টৰ নামত এইবোৰ চাবলৈকে দেশ-বিদেশৰ পৰা মানুহ অহা দেখিছে সি আচৰিত হৈছিল। সি ভাবিছিল, কামনা-বাসনা কিজানি মানুহ মৰাৰ দিনলৈকে থাকে। মানুহৰ মনত সৰ্বদায় যৌৱন, দেহেহে মনৰ যৌৱনৰ লগত তাল মিলাব নোৱাৰে। কাৰণ খাজুৰাহোৰ ভাস্কৰ্য আৰু প্ৰতিকৃতি চাবলৈ আনকি বুঢ়া-বুঢ়ীও অহা দেখিছিল। তাকে দেখি তেওঁলোকৰ প্ৰতি তাৰ কৰুণা হৈছিল। সি ভাবিছিল, মানুহ যে অতৃপ্ত কামনাৰ হাতত কিমান অসহায়!

সি কোনাৰ্ক আৰু খাজুৰাহো ভ্ৰমণ কিয় কৰিলে বুলি মাৰ্টিন হফ্‌মেনক নুসুধি ভালেই কৰিলে।

সোধাহেঁতেনো সি আচল উত্তৰ নেপালেহেঁতেন। তেওঁ হয়তো ক'লেহেঁতেন, "ইণ্ডিয়াৰ ট্ৰেডিশ্যন জানিবলৈকে এইবোৰ চোৱা উচিত। মই কামগন্ধৰ পটভূমিত কামশূন্যতাৰ বিচাৰ কৰিব খুজিছোঁ।" মানুহটোৱে যে খুব পঢ়া-শুনা কৰে, তেওঁৰ টেবুলত থকা কিতাপ-পত্ৰবোৰৰ পৰাই ওলাই পৰে।

চাৰিদিন গ'ল। মাৰ্টিন হফ্‌মেনক হোটেলৰ পৰা ওলাই যোৱা দেখা নগ'ল। ব্যৱসায় সংক্ৰান্ত কামত তেওঁৰ কোঠালৈ অন্যান্য মানুহহে অহা দেখা গ'ল। কোনোবা বিজনেছ একজিকিউটিভৰ লগত তেওঁৰ প্ৰিয়দৰ্শিনী পত্নী বা জনসংযোগ বিষয়া (সাধাৰণতে নাৰী), কোনোবা শিল্পপতিৰ লগত তেওঁৰ অদ্ভুত ধৰণে সাজ-পোছাক পিন্ধা মেদবহুলা পত্নী, কোনোবা মাৰ্কিন দূতাবাসৰ লোক ইত্যাদি।

আলোক কুমাৰে শুনিছে যে দুটা মানুহ আহিলে হোটেললৈ ভিন ভিন ব্যক্তিৰ সোঁত বয়। সত্তৰ বছৰীয়া শিল্পপতিৰ পৰা ষোড়শীলৈকে। ইজন মানুহ হ'ল এজন গাল্‌ফ কাণ্ট্ৰীৰ লোক। তেওঁ মানুহটো চৌদি আৰবৰ। কিন্তু ডুবাইতো তেওঁৰ কাৰবাৰ আছে। নাম আবু হাছান। আবু হাছানৰ দেহ-মনৰ চাহিদা পূৰাবলৈ হোটেল কৰ্তৃপক্ষ ভীষণভাৱে তৎপৰ হৈ পৰে। আহে দুটা ভাৰত-বিখ্যাত নাৰী ব্যৱসায়ী। মিষ্টাৰ কুব্ৰিয়া আৰু এংলো ইণ্ডিয়ান চাৰ্লছ। আৰু আহে মিছেছ মিত্ৰা ঘোষ। এই তিনি ব্যক্তিৰ 'মৌৰ্য ছেৰাটন'লৈ অবাধ গতি। এওঁলোকে আৰব আদি ধনী দেশৰ পৰা অহা লোকসকলক সন্তুষ্ট কৰে। হোটেল কৰ্তৃপক্ষৰ চেষ্টাতে তেওঁলোক সন্তুষ্ট বুলি তেওঁলোকৰ ধাৰণা হয়। গতিকে তেওঁলোক বাৰে বাৰে এইখন হোটেললৈকে আহে। ডুবাইৰ পৰা অহা আবু হাছানৰ প্ৰযোজন হয় এৰাতিত অতি কমেও তিনিজনী কোমল বয়সীয়া কুমাৰী। সিহঁতৰ বয়স কিন্তু যোল্লৰ বেছি হ'ব নেলাগিব। আলোক কুমাৰে জানে যে এৰাতিত এগৰাকী কুমাৰীৰ কাৰণে আবু হাছানে ২০ হেজাৰ টকা খৰচ কৰে। এযা ভাগ হয় ছোৱালীৰ "অভিভাৱক" কুব্ৰিযা আৰু চাৰ্লছ আদি আৰু "অভিভাৱিকা" মিত্ৰা ঘোষ আদিৰ মাজত। শতকৰা ২০ ভাগ হোটেলৰ মানুহেও পায। সেই কাৰণে কুব্ৰিযা, চাৰ্লছ, মিত্ৰা ঘোষ আদি অত্যন্ত আঢ্যৱন্ত চেহেৰাৰ আৰু ৰাজকীয় ধৰণে থকা ছোৱালীৰ হিতাকাংক্ষী, হিতাকাংক্ষিণীসকলক এই হোটেলৰ লবিত বা লাউঞ্জত সাধাৰণতে দেখা পোৱা যায।

এইবোৰ কাণ্ড-কাৰখানা দেখি আলোক কুমাৰৰ বিতৃষ্ণা হয। ধনী মানুহৰ ভিতৰুৱা জীৱন যে কল্প-কাহিনীতকৈও বিস্ময়কৰ। তাৰ চাকৰি ইস্তফা দিবৰ ইচ্ছা যায়। ভাবে, ধনী মানুহৰ উশাহ-নিশাহতো পাপ। কিন্তু ইযাৰ পৰা সি যায় কেনেকৈ? ইমানখিনি টকা তাক আন কোনে দিব?

আজি আবেলি হোটেলৰ মুখ্য পৰিচালকৰ পৰা সি এটা হুকুম পালে। হফ্‌মেন চাহাবে স্থানীয শিল্পপতি আৰু বুৰ'ক্ৰেটসকলক এটা পাৰ্টী দিব। এটা বৃহৎ পাৰ্টী। স্কচ চলিব, কণ্টিনেণ্টেল ডিছ চলিব। তাৰে আলোক কুমাৰে ব্যৱস্থা কৰিব লাগিব।

সি ৰিচেপ্‌ছন ডেস্ক এৰিলে। সি বৰ ব্যস্ত হৈ পৰিল। সি ইটো মহলাৰ পৰা সিটো মহলালৈ ঘনাই অহা-যোৱা কৰিবলগীযা হয়। কাৰণ ইণ্টেৰিযাৰ ডেকৰেটৰ থাকে তৃতীয় মহলাত, বাৰ (পানশালা)ৰ মেনেজাৰ থাকে চতুৰ্থ মহলাত, চীফ একাউন্‌টেণ্ট থাকে পঞ্চম মহলাত।

সি চীফ একাউন্টেণ্ট খাস্তগীৰ ওচৰলৈ যাওঁতে মিত্ৰা ঘোষক ৫০৭ নম্বৰ কোঠাৰ পৰা ওলাই অহা দেখি আচৰিত হ'ল। এইটো কেনেধৰণৰ কথা? ভাগৱত গীতাৰ ব্যাখ্যা কৰা, টেবুলত প্ৰভুপাদৰ 'গীতা এজ ইট লাইফ' আৰু অৰবিন্দৰ ডিভাইন লাইফ ৰখা মাৰ্টিন হফ্‌মেনৰ ৰুমৰ পৰা মিত্ৰা ঘোষ ওলাই অহাটো অত্যন্ত অবাস্তৱ দৃশ্য। আলোক কুমাৰ এতিয়া অত্যন্ত বিভ্ৰান্ত। এনেতে খালী ট্ৰে এখন

লৈ বেহেৰা এটা কৰিড'ৰেডি আহি আছিল। সি সুধিলে, "ৰঘুনাথ, মিত্ৰা ঘোষ ৫০৭ত সোমাইছিল কিয়? ৰঘুনাথে ক'লে, "বোধ কৰোঁ ভুল কৰি সোমাইছিল নাইবা সোমোৱা বুলি ভাও জুৰি তাই হয়তো চাপ্ত ল'ব বিচাৰিছিল।"

আলোক কুমাৰ ৰঘুনাথৰ উত্তৰত সন্তুষ্ট হ'ল। এই উত্তৰে হফ্‌মেনৰ প্ৰতি তাৰ ধাৰণা অটুট ৰাখিলে। পিছে ৰঘুনাথেতো হফ্‌মেনৰ বকচিচ পাই তেওঁৰ ভক্ত হ'ব পাৰে!

পাৰ্টীটো জাকজমকেৰে আৰু মৰ্যাদাপূৰ্ণভাৱে শেষ হ'ল। পাৰ্টীলৈ অহা ব্যক্তিসকল আছিল ভাৰতৰ উল্লেখযোগ্য বণিক। এই পাৰ্টীলৈ ভাৰত চৰকাৰৰ সচিব পৰ্যায়ৰ লোকো আহিছে। মাৰ্টিন হফ্‌মেনে ভাৰতৰ আমোলাতন্ত্ৰ আৰু শিল্প-বাণিজ্য জগতৰ ওপৰত প্ৰভাৱ থকাৰ সুন্দৰ প্ৰমাণ দিলে। মাৰ্টিন হফ্‌মেনৰ প্ৰতি শ্ৰদ্ধা হ'ল আলোক কুমাৰৰ।

পাৰ্টীত সি নিজে হাজিৰ আছিল। সি সুৰা আৰু আহাৰৰ পৰিৱেশন লক্ষ্য কৰি আছিল। গৃহস্থ হিচাপে সি আৰু মুখ্য পৰিচালক ৰামদযাল ঝাই অতিথিসকলৰ লগত বিনীতভাৱে কথাও পাতিছিল। সি কিন্তু হফ্‌মেনক কোকাকোলাহে খোৱা দেখিলে। হফ্‌মেনে মাংস খোৱা নাছিল।

পাৰ্টী শেষ হয় মানে ৰাতি এটা বাজিছিল। পাৰ্টীৰ সকলো অতিথি গ'লগৈ। আলোক কুমাৰৰ ভাগৰ লাগিল। সি গ্ৰাউণ্ড ফ্লৰৰ পৰা তাৰ ষষ্ঠ মহলাত থকা কোঠালৈ যাওঁতে লিফটত পালে মিত্ৰা ঘোষক। সি হেল' বুলি তাইক যান্ত্ৰিকভাৱে মাতিলে। তাৰ পিছে তাইলৈ ঘৃণাহে হ'ল। কাৰণ এতিয়া লিফ্‌টত তাইৰ লগত দুজনী কম বযসীয়া ছোৱালী। তাৰ সিহঁতক ঘুচিয়াই আধামৰা কৰিবৰ ইচ্ছা গ'ল। কিন্তু ক্ৰোধ সম্বৰণ কৰিবলৈ তাক চাকৰিটোৱেই বাধা দিলে। ইতিমধ্যে তাৰ চকুৰ পতা গধুৰ হৈ আহিল। সি কোনোমতে বিছনাখন পালেই হ'ল। কাইলৈ তাৰ ডিউটী নাই , অফ্ ডে। গতিকে সি দেৰিকৈ শোৱাৰ পৰা উঠিব পাৰিব।

কিন্তু পুৱা সাত বজাত হোটেলত হুৱা-দুৱা লাগিল। আলোক কুমাৰ মুখ্য পৰিচালক ৰামদয়াল ঝাৰ বিশ্বস্ত মানুহ। আলোক কুমাৰৰ কোঠাৰ ফোনটো বাজি উঠিল। ৰামদয়াল ঝাই ক'লে, "তুমি ফৰ্মেল ড্ৰেছ পিন্ধি এতিযাই আহা। মই ৫০৭-ত আছোঁ।

তাৰ ডাটি খুৰুওৱা নহ'ল, সি প্ৰাতঃকৰ্মও বাদ দিবলগীয়া হ'ল। তথাপি ফৰ্মেল পোছাক পিন্ধি সি পঞ্চম মহলালৈ নামি আহি দেখিলে যে ৫০৭ নম্বৰ ৰুমত মানুহ। চাৰে সাতটা বজাতেই আঁতৰৰ পৰা চাহাব দুটামান আহিছে। অহা-যোৱা কৰি থকা বয় এটাক সি সুধিলে, "কাশ্যপ, কি হৈছে?" কাশ্যপ বোলাটোৱে ক'লে, "বেড টী দিবলৈ আহি হানিফে দেখিলে, ৫০৭-ত দুৱাৰ খোল নেখায়। ডুপ্লিকেট চাবিৰে ৰুমটো খোলাৰ পিছত দেখা গ'ল, চাহাবটো মৰি আছে।" তাজুব কাণ্ড! মাৰ্টিন হফ্‌মেনৰ মৃত্যু! এটা ডাঙৰ খবৰ।

আলোক কুমাৰ কোঠাটোত সোমাল। হফ্‌মেনৰ শটো বগা কাপোৰেৰে ঢকা আছে। ইতিমধ্যে কফিন বনোৱা কোম্পানী এটাক খবৰ দিয়া হৈছে। কফিনবদ্ধ শটো আমেৰিকাৰ চিকাগো মহানগৰীলৈ প্ৰেৰণ কৰা হ'ব। হফ্‌মেনৰ পত্নী এলিচা আহি পালেহে এই ব্যৱস্থা হ'ব। কিন্তু এতিয়া মৰণোত্তৰ পৰীক্ষা হ'ব লাগিব।

তেওঁৰ আত্মহত্যাও হ'ব পাৰে, হৃদযন্ত্ৰৰ ক্ৰিয়াও বন্ধ হ'ব পাৰে নাইবা উচ্চ ৰক্তচাপৰ বাবে মগজুৰ ৰক্তক্ষৰণ হ'ব পাৰে।

আলোক কুমাৰ হফ্‌মেনৰ মৃত্যুত ব্যথিত। কাৰণ এই ধনী কাষ্টমাৰবোৰৰ ভিতৰত একমাত্ৰ হফ্‌মেনৰ লগতহে তাৰ ব্যক্তিগত সম্পৰ্ক ঘটিছিল। মৃত্যু সম্পৰ্কে এইখিনি কথা ৰামদয়াল ঝাৰ পৰা শুনাৰ পিছতেই সি এইটো হুকুম পালে, "ডাঃ আনছাৰী, ডাঃ শ্ৰীবাস্তৱ আৰু চক্ৰৱৰ্তী পক্ষৰ হৈ ডাঃ যাদৱক মাতি দিয়া। আমেৰিকান এম্বাছীৰ মানুহ আহিছেই। তুমি মাত্ৰ খবৰ দিব লাগিব এক্সটাৰ্নেল এফেয়াৰ্ছ মিনিষ্ট্ৰীৰ ছেক্ৰেটেৰীক। ইয়ালৈ সকলো আহিব লাগে।"

সকলোকে খবৰ দিয়া হ'ল। ডাক্তৰসকলে এজন এজনকৈ মৃত হফ্‌মেনৰ ওপৰত পৰীক্ষা চলালে। তেওঁলোকে আত্মহত্যাৰ কোনো চিন-চাব নেদেখিলে। দেহত বিষক্ৰিয়াও ঘটা নাই। অৰ্থাৎ হফ্‌মেনে বিহ খাই আত্মহত্যা কৰা নাই। আনে খুন কৰাৰ কোনো চিন নাই। হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈও তেওঁৰ মৃত্যু ঘটা নাই। তেন্তে তেওঁ কিয় মৰিল? বাৰ্ধক্যজনিত স্বাভাৱিক মৃত্যুৰো এটা কাৰণ থাকে।

কোঠাত এতিয়া ডাক্তৰ তিনিজন, বহিঃৰাষ্ট্ৰ বিভাগৰ সচিব অজয় মহাপাত্ৰ, আমেৰিকান দূতবাসৰ মিঃ লৰেন্স, ৰামদয়াল ঝা আৰু আলোক কুমাৰ। সকলো বিমূঢ়। অজয় মহাপাত্ৰই ক'লে, "মিষ্টাৰ ঝা, ৰুমটোত কি কি আছে ভালকৈ চাওঁকচোন।" সকলো কোঠাটো পৰীক্ষা কৰাত লাগি গ'ল। আলোক কুমাৰে বিছনাৰ কাৰ্লনৰ তুলীৰ তলত পালে নাৰীৰ দুটা অন্তৰ্বাস আৰু কাঁচুলি।

আলোক কুমাৰে এটা সৰু চুটকেছ খুলিলে। চুটকেছটোত চাবি মৰা নাছিল। তাত দেখিলে কিছুমান ঔষধ। ডাক্তৰসকল ইয়াকে চাই আচৰিত হ'ল। এইবোৰ যে বিভিন্ন ধৰণৰ এলোপেথিক, আয়ুৰ্বেদিক আৰু উনানী কামোদ্দীপক দৰব। ডাক্তৰ যাদৱ এটা বস্তু দেখি আচৰিত হ'ল। এইটো যে কেৱল যথেষ্ট ধনী মানুহে কিনিব পৰা অত্যাধুনিক আবিষ্কাৰ 'ভায়েগ্ৰা'! শক্তিকান্তৰ চূড়ান্ত কামোদ্দীপক বড়ি।

ডাক্তৰসকলৰ মাজত ভালেমান পৰ আলোচনা চলিল। অৱশেষত সৰ্বসম্মতভাৱে নিম্নোক্ত মৰণোত্তৰ প্ৰতিবেদনটোত তেওঁলোকে চহী কৰিলে—

"বয়স অনুসৰি (৬৬) আংশিক পুৰুষত্বহীনতাত ভোগা মিষ্টাৰ মাৰ্টিন হফ্‌মেনে নানাবিধ কামোদ্দীপক ঔষধ আৰু অৱস্থা বুজি ভায়েগ্ৰাও সঘনে ব্যৱহাৰ কৰাৰ ফলত তেওঁৰ শৰীৰে সহ্য নকৰিলে। ভিন ভিন কামোদ্দীপক ঔষধৰ সামগ্ৰিক প্ৰতিক্ৰিয়াৰ হেতু অৱশেষত তেওঁৰ স্নায়ুৱে কাম নকৰাৰ বাবেই তেওঁৰ এই মৃত্যু। এনেও হ'ব পাৰে যে আন দুটামান কামোদ্দীপক বড়িয়ে কাম নকৰাৰ বাবে অৱশেষত "ভায়েগ্ৰা" খোৱাৰ ফলত বিষম বিক্ৰিয়াই তেওঁৰ মৃত্যু ঘটালে। "

তাকে পঢ়ি স্পৰ্শকাতৰ আলোক কুমাৰে ভাবিলে— মৃত্যুৱেহে হফ্‌মেন চাহাবক কামনা-বাসনাৰ পৰা মুক্তি দিলে।

# প্ৰতিবাদ

" আৰু সিহঁতে তাইক এনেকৈ তাৰ লগত মিলামিছা কৰিব দিব নেলাগিছিল। মই কিন্তু বহু আগতেই সাৱধান কৰি দিছিলোঁ। বোলো সাবিত্ৰী, কথা বিষম হ'ব। কুমুদে কলেজ পাছ কৰিলে বুলিয়েই উপযুক্ত হ'লনে? যোৱা চাৰি বছৰে জানো চাকৰি এটা পালে? সিফালে ঘৰৰ চাকৰিটোও নাই। এচিকটা মাটিত সি কিডাল খেতি কৰিব? ঘৰৰ চৌহদটোত কুকুৰা চৰাই পুহিবলৈকে ঠাই অকণ নোলাব। এনে এটা ল'ৰাক সাবিত্ৰীয়ে ঠাই দিয়াটোৱেই ভুল হ'ল। পিছলৈ পস্তাব নহয়।"

এইবুলি কৈয়েই হৰিমায়ে তামোল এখন মুখত ভৰাই চুণৰ টেমীটোৰ পৰা চুণ অকণ চিকুটি আনি মুখত ভৰালে। তাই তামোল পাগুলি পাগুলি তভক মাৰি শুনি থকা মাইকী মানুহ দুজনীলৈ চালে। সিহঁত দুজনীৰ ঘৰ সাবিত্ৰীৰ ঘৰৰ কাষতে। তাই সিহঁতক এই আচৰিত খবৰটো দিলে। সাবিত্ৰীৰ জীয়েক বন্তিক কালি এঘৰ মানুহে আহি আঙঠি পিন্ধালেহি। লগত ল'ৰাটোও আহিছিল। সাবিত্ৰীহঁতে কথাটো গোপনে ৰাখিছে। কাৰণ কুমুদে গম পালে সকলো ওলট-পালট হৈ যাব পাৰে। সি যিহে ল'ৰা, সি পোন কোবে সাবিত্ৰীৰ ঘৰ পাই অঘটন ঘটাব। হয়তো টানি-আঁজুৰি বন্তিৰ অৱস্থা নোহোৱা কৰিব। গঞাই গম পাব। হয়তো বিয়াখন ভাগি যাবও পাৰে।

কুমুদে ঘৰত প্ৰায় নেথাকেই। চাকৰি বিচাৰি সি হায়ৰাণ। যোৱা চাৰি বছৰৰ পৰাই সি চেষ্টা কৰি আছে। একো কামত অহা নাই। পিছে সি চাকৰিৰ বাবে লায়ক ল'ৰা। বহুত নম্বৰ পাই হেনো বি এ পাছ কৰিছিল। সেইবাবেই হেনো আজিলৈকে সি চাকৰিৰূপী মায়ামৃগৰ পিছে পিছে ঘূৰিছে।

এইবোৰ কথা হৰিমায়ে খোদ কুমুদৰ পৰাই শুনিছিল। গাঁওখনত হৰিমাইৰ সমান খা-খবৰ জনা অইন তিৰোতা নাই। খবৰ দিয়াৰ বেলিকা তাই আলতাফ উকীলৰ মহৰী শিবেনতকৈও এখোপ চৰা। তাইক মানুহে হৰিমাই গেজেপ (গেজেট) বুলি উল্লেখ কৰে।

হৰিমাইৰ আগলৈ-পিছলৈ বুলি এজনী জীয়েক। নাম ফাগুনী। ফাগুনীৰ কেঁচুৱা অৱস্থাতে হৰিমাইৰ গিৰীয়েক সোণাৰাম কাল হ'ল। তাক উদ্‌ফাই বেমাৰে পালে। তেতিয়াৰে পৰা তাইৰ দুখ কুলাই-পাচিয়ে নধৰা হ'ল। ইঘৰে-সিঘৰে কাম কৰি তাই ভাত মোকলাবলগীয়া হ'ল। এনেকৈয়ে দিনবোৰ পাৰ হ'ল। সময়ে ফাগুনীক যৌৱন দিলে। তাই চঞ্চল হৈ পৰিল। তাইৰ চকুত পৃথিবীখন

জিলমিলীয়া হৈ পৰিল। পৰাণৰ দেৱতা হৈ পৰিল কঁঠালগুৰিৰ বুধীন। তাই এদিন হৰিমাইক ক'লে, "বৌ, বুধিনত মন মজিছে। কি কৰোঁ?" হৰিমায়ে পীৰিতিৰ ৰীতি বুজি পায়। তাই আধা হাঁহি মুখখনেৰে ক'লে, "মানে তোক বিয়া দিব লাগে? আই অ', তোক বিয়া দিবলৈ মাৰৰ কি সাইধ আছে? ঘৰত ধনৰ গছ গজা নাই নহয়! সেইবুলি তই হমুনিয়াহ কাঢ়িব নেলাগে। মই উপায় দিছোঁ। পলাই যা। পিছত সি তাৰ ঘৰতে বিয়া পাতি লওক। এইবোৰ কাণ্ড আমাৰ ইয়াত চলিয়েই থাকে।"

ষোল্ল বছৰ বয়সত ফাগুনী বুধিনলৈ পলাই গ'ল। হৰিমাইৰ 'অথিৰ এহু সংসাৰ'ত কোনো নোহোৱা হ'ল। তাই পোনতে নামতী হ'ল। তাই এটা নামতীৰ দলো তৈয়াৰ কৰিলে। এই দলটোক ৰেডিঅ' আৰু টিভিয়েও মতা হ'ল। হৰিমাই পিছত ধোপাৰগুৰি সত্ৰৰ যদুকান্ত গোসাঁইত শৰণ লৈ বৈষ্ণৱীও হ'ল। তাইৰ কপালত এতিয়া চন্দনৰ বগা ফোট আৰু পঁইত্ৰিশ বছৰীয়া দেহত যৌৱনৰ সোঁত। তাই একেলেথাৰিয়ে দুঠাইত এসপ্তাহো নথকা হ'ল। সংসাৰৰ মায়াত বান্ধ খাব নুখুজি তাই অঘৰী হৈ পৰিল।

এইজনী হৰিমায়ে সাবিত্ৰীৰ জীয়েক বন্তিৰ খবৰটো গাঁৱৰে দুজনীক ক'লেহি। সিহঁত হ'ল ঘনশ্যামৰ বিধৱা বোৱাৰীয়েক উষা আৰু ডেৰকুৰি পাঁচ বছৰলৈকে আবিয়ৈ হৈ থকা মাষ্টৰণী বৃন্দা।

কথা বুলিলেই বতাহ। কথাটো লুকাই নেথাকিল। জনাজনি হৈ গ'ল। সকলোৰে মুখত এটাই কথা। — বন্তিয়ে কুমুদক ছলনা কৰিব নেলাগিছিল।

হৰিমাইৰ প্ৰাণে নসহিলে। তাই গৈ বাৰুকৈ কুমুদক ঘৰতে পালেগৈ। সুধিলে, "কথাটো হয়নে?" সি ক'লে, "নহ'বলৈ কিটো আছে?"

"তই তাইক লগ পাইছিলি?"

"সিহঁতে, ককায়েক দুটাই, লগ পাবলৈ নিদিলে। টান কথাহে শুনালে।"

"তই কি ক'লি?"

"কিবা কৈ জানো লাভ হ'ব?"

"তেনেহ'লে তহঁতৰ চাৰি-পাঁচবছৰীয়া হলিগলি এনেয়ে গ'ল? তাই তেন্তে তোক ঠগিলে?"

"সেইবোৰ মই একো ক'ব নোৱাৰোঁ বাই। মোৰ মগজে কাম নকৰা হৈছে।"

হৰিমাইৰ কুমুদলৈ আগৰে পৰাই বৰ মৰম। তাই তাক সৰুৰে পৰাই মৰম কৰি আহিছে। সি ফাগুনীৰ লগত ধোপৰগুৰি বুনিয়াদী স্কুলত একে লগে পঢ়িছিল। ধুনীয়া ল'ৰা। হৰিমায়ে সৰুতে তাক কোলাত লৈ বৰ মৰম কৰিছিল। যেন তাইৰ পুতেকহে! এইটো কুমুদেই এদিন কষ্ট-মষ্ট কৰি কলেজত পঢ়ি নাম কৰি পাছ কৰাত হৰিমাইৰ বৰ গৰ্ব হৈছিল।

এতিয়া এইটো কুমুদৰ বুকুতে বন্তিয়ে শেল মাৰিলে, অথচ ঘৰখনৰ সকলোৱেই জানিছিল যে কুমুদ আৰু বন্তিৰ হিয়া-দিয়া-নিয়া সৰুৰে পৰা আৰম্ভ হৈছিল। হৰিমাই আচৰিত! আজিৰ পৃথিৱীখনত হিয়াৰ সম্পৰ্ক নাইকিয়া হ'ল নেকি? কেৱল দেহৰ সম্পৰ্কহে বাচি আছে নেকি? তাই সোণাৰামক হিয়া দিছিল, মৰম দিছিল, শেষত সকলো দিছিল। তাই কিন্তু মনক ফাকি দিয়া নাছিল। তাইৰ হিয়াত এতিয়াও সোণাৰাম সোমাই আছে। যৌৱনে তাইৰ পৰা মেলানি মগা নাই যদিও তাই আনত দেহটো সপি দি পাতকিনী হ'ব খোজা নাই।

কুমুদ দত্তবৰুৱা। কায়স্থ মানুহ। হৰিমাই দাস। আজিকালিও সিহঁতক মানুহে নীহকুলীয়া বুলি

কয়। কুমুদ কিম্বা বন্তি সিহঁতৰ জাতৰ হোৱা হ'লে ইমানবোৰ সমস্যা নহ'লহেঁতেন। কিন্তু বন্তি কেতিয়াও ফাগুনী হ'ব নোৱাৰে।

তথাপি তাই কুমুদৰ বেদনাৰ প্ৰতিনিধি হৈ সাৱিত্ৰীৰ ওচৰ পালেগৈ। তাইক মূঢ়া এটাত বহিবলৈ দিয়াৰ পিছত তাই মুখ মেলিলে, "সিদিনা ঘুনুক-ঘানককৈ কথাটো শুনোতেই আপোনাক সাৱধান কৰি দিছিলোঁ। আজি গম পালোঁ— কথাটো হেনো সঁচা। আপোনালোকে বৰ বেয়া কাম কৰিলে। হিয়াক দাম নিদিলে। তেনেহ'লে আগতে ছোৱালীজনীক তাৰ লগত ঘূৰি ফুৰিবলৈ দিলে কিয়? এয়া কি পাপ নহয়? সিহঁতে এবাৰ একেলগে চাকৰিৰ 'পৰীখা' দিবলৈ গৈ হোটেলত আছিল। এইবোৰ কথা মই জানো। কিন্তু আজিয়েই 'পথ্থম' আপোনাক ক'লোঁ।"

সাৱিত্ৰীৰ বুকুখনে ধান বানিবলৈ ধৰিলে। হৰিমাইৰ এইখন মুখ নহয়, গেজেট। যদি কথাটো ওলাই পৰে, তেন্তে বিয়াখন ভাগিব। সাৱিত্ৰীয়ে কাউ-বাউ কৰি ক'লে, "হৰিমাই, এইবোৰ কথা যাতে আন কাকো নোকোৱা। গ'ল কথা গুচিল। মাথোন এইকেইটা দিন পাৰ হ'লেই ৰক্ষা। মোৰে শপত হৰিমাই, মোৰ মুখলৈ চাই তুমি কথাটো যাতে নুলিওৱা। কাবৌ কৰিছোঁ।"

কিছুপৰ নিমাতে থাকি হৰিমায়ে কৈফিয়তৰ সুৰত ক'লে, "কিন্তু কুমুদক কিয় নেওচা দিয়া হ'ল?

সাৱিত্ৰীয়ে কাষ চাপি আহি হৰিমাইৰ হাত এখনত ধৰি ক'লে, "কেৱল প্ৰেমেৰেই সকলো সমস্যাৰ ওৰ পেলাব নোৱাৰি নহয়। কুমুদক বিয়া দিলে সি কেনেকৈ এইক পুহিলেহেঁতেন? দেখিছাই নহয় তাৰ ঘৰৰ অৱস্থাটো! আমি বহুত দিন ৰ'লোঁ। তাৰ কিন্তু চাকৰি নহ'ল। সিফালে ছোৱালীৰো বয়স হ'ল। এতেকে আমাৰ আন উপায় নাছিল। বুজিলানে বাৰু কথাটো? এতিয়া যিটো ল'ৰাক দিম, তাৰ ঘৰৰ অৱস্থা ভাল। সি এটা ভাল ঠিকাদাৰ।"

কথাখিনি শুনি হৰিমায়ে মুখখন বিকটাই দিলে। তাই মাত্ৰ ক'লে, "আজিৰ পৰা আপোনালোকৰ ঘৰত ভৰি দিবলৈকো নাহোঁ। এইবোৰ দুতলীয়া কথা মই শুনাটোৱেই পাপ হৈছে। থুৱাই কটা। জানি লওক— ল'ৰা সোণসেৰীযা, ছোৱালী ধানদোণীযা। "

হৰিমাই কুমুদৰ ঘৰ পালেগৈ। সি ঘৰত নাছিল। তাই অধোমুখে নিজৰ ঘৰলৈ উভতি আহিল। তাইৰ মনটো গধুৰ। এফালে ওলাই যাব পৰাহেঁতেন ভাল আছিল। নাম গাবৰ বাবে কোনেও সিহঁতৰ নামতীৰ দলটোক এইকেইদিন মতা নাই। তাই ভাবিলে, তাই ৰঙিয়াৰ সেই ঠিকাদাৰটোৰ ওচৰ ওলাবগৈ নেকি? তাক সকলো কথা খৰচি মাৰি ক'ব নেকি? ওহোঁ, ভাল নহ'ব। তাইৰ কোনো শত্ৰু নহয়। সাৱিত্ৰীহঁতে তাইৰ একো অপকাৰ কৰা নাই। কুমুদেও তাইৰ ওপৰত একো ভৰসা ৰাখি কাম কৰা নাই। গতিকে অনৰ্থক এইবোৰ জঞ্জালৰ মাজত সোমাই লাভ কি?

তাই সন্ধিয়াতে বিছনাত পৰিল। একো নেখালে। পুৱা আগৰ সময়তে সাৰ পালে। তাই ভাবিলে, তাইৰ মুখত লেকাম নাই। মুখৰ পৰা কিবাকিবি কথা ওলাই যাব পাৰে। তেতিয়া কথাটো বেয়া হ'ব। তাইৰ কাৰণেই বিয়াখন ভাগিব। গতিকে দুদিনমান আঁতৰত থকাই ভাল হ'ব।

তাই শুৱালকুছিলৈ যোৱাৰ কথা ভাবিলে। তাত এটা নামঘৰত পালনাম পাতিছে। তাই তাত তাকে চাবগৈ। শুৱালকুছিৰ মানুহৰ আগততো কুমুদ বা বন্তিৰ কথা কৈ লাভ নাই!

দহটামান বজাত এমুঠি ভাত খাই কাপোৰ সলোৱাৰ সময়ত তাই কোনোবাই দুৱাৰত ঢকিওৱা

শুনিলে। লগে লগে শুনিলে উষা আৰু বৃন্দাৰ মাত।

"বাই, দুৱাৰ খুলি দিয়া, বৰ ডাঙৰ কথা হৈছে।" —বৃন্দাৰ মাত।

"সোনকালে খোলক, পুলিচ অহাৰ আগতে তালৈ গ'লে ভাল।"— উষাৰ মাত।

হৰিমায়ে চাদৰখন গাত লৈ দুৱাৰ খুলি দিলে। তাই বিহ্বল হৈ পৰিল। তাই যি শুনিলে, সপোনতো ভাবিব নোৱৰা এটা দুঃসম্বাদ। কুমুদ ফাঁচ লাগি মৰিছে। তাকো বস্তিহঁতৰ গোহালি ঘৰত। জোৰণৰ ঠিক দুদিন আগতে।

সিহঁত খুব লৰা-ঢপৰা কৰি বস্তিৰ ঘৰ পালেহি। হৰিমায়ে দেখিলে— কুমুদৰ শটো ওলমিয়েই আছে। পুলিচেহে ফাঁচটো খুলি শটো নমাব পাৰিব। তাই লক্ষ্য কৰিলে— শটোৰ কাষত সাবিত্ৰীৰ ঘৰৰ কোনো মানুহ নাই। কথাটো শুনি বস্তিয়ে কান্দিছে নে নাই তাই তাৰো একো উমান পোৱা নাই।

তাই নিমাতে কিছু সময় ৰ'ল। এনেতে দুটামান পুলিচ আহি পালেহি। এটা পুলিচে শটো নমালে। কুমুদে পিন্ধি আছিল পায়জামা আৰু কামিজ। তাৰ কামিজৰ জেপত থকা কাগজ এটুকুৰা উলিয়াই পুলিচ এটাই ক'লে, "এয়া কিবা লিখি থৈ গৈছে হ'বলা।" লগে লগে জুমত থকা মানুহ কিছুমানে ক'লে, "পঢ়কচোন।"

পুলিচটোৱে পঢ়ি গ'ল, "মোৰ এই মৃত্যুৰ বাবে কোনো জগৰীয়া নহয়। বস্তিও নহয়, তেওঁৰ পিতৃ-মাতৃও নহয়। জগৰীয়া-মই নিবনুৱা হোৱাটোহে। মোৰ মৃত্যুৱেই তাৰ প্ৰতিবাদ। ”

হৰিমায়ে মানুহৰ ভিৰ ঠেলি ওচৰ পাই শটোৰ ওপৰত থুই পেলাই ক'লে, "চালা, কাপুৰুষ! মানুহ কেৱল চাকৰি কৰিহে জীয়াই আছে নেকি? আৰু উপায় বিচাৰি নেপালি? তই সঁচাকৈয়ে এই পৃথিৱীত জীয়াই থকাৰ লায়ক নহয় ”

পুলিচ এটাই চিঞৰিলে, "চুপ থাক্, চুপ থাক্, তই লেকচাৰ মাৰিব নেলাগে। এইখন থিয়েটাৰ বুলি ভাবিছ?"

লগে লগে পুলিচ এটাই চিঞৰিলে, "অই নামতী, চুপ থাক্। তই কিহৰ লেক্‌চাৰ মাৰিছ? আঁতৰ হ, আঁতৰ হ।"

# প্ৰতিক্ৰিয়া

সি ওলাই আহিল। এইখন ঘৰত থাকি আৰু লাভ নাই। তাৰ সকলো আছে — মাক, বাপেক, ককায়েক, নবৌৱেক আৰু ভনীয়েক এজনী। কিন্তু সকলো থাকিও যেন তাৰ আজি কোনো নাই। সি ঘৰখনৰ বাবে এটা জাবৰৰ দ'মহে। কোনেও তাক ভালকৈ মাত এযাৰ নিদিয়ে । সিও কাৰো লগত কথা পাতিবলৈ নিবিচাৰে। সি লক্ষ্য কৰিছে যে সি ঘৰ সোমালেই ঘৰখনৰ অৱস্থাই সলনি হয় , সকলোৰে মুখবোৰ গোমা হৈ পৰে। সি পাতকী নহয়, সি অপদাৰ্থও নহয়। তাৰ এই অৱস্থাৰ বাবে দায়ী এই পাতকী সমাজখন। তাৰ ফালৰ পৰা যি কৰিব লাগে কৰিলে। স্কুল-কলেজত পঢ়িলে। সি ক'তো ৰ'ব লগা নহ'ল। সঠিক বয়সতে সি বি এছ চি পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰেই কপাল বেয়া। সি আৰু পঢ়িব নোৱাৰিলে। ঘৰৰ আৰ্থিক অৱস্থা বৰ বেয়া হ'ল। সেই বছৰেই বাপেকে কামৰ পৰা অৱসৰ পালে। তেওঁ পৌৰ নিগমৰ এজন কেৰাণী আছিল। এইটো কামত আকৌ দৰমহাটোত বাহিৰে আন উপাৰ্জন নাই। পৌৰ নিগমত ইঞ্জিনিয়াৰ আৰু কৰ আদায় কৰা মানুহসোপাৰহে দুই নম্বৰী পইচা বহুত। সিফালে ককায়েকটোৰ চাকৰিও কোনোমতে চলিব পৰা বিধৰহে। সি ডাকঘৰত কাম কৰে। কেৰাণী হিচাপে তাৰ দৰমহা ৰাজ্যিক চৰকাৰৰ দৰমহাতকৈ অলপ বেছি যদিও টেবুলৰ তলত হাতখন থ'লে তাক কোনেও পঞ্চাশটকীয়া নাইবা এশটকীয়া নোট এখন গুজি নিদিয়ে। সিফালে তাৰ মতিগতিও ভাল নহয়। সি হেনো বদলি হ'লেই ৰক্ষা পৰে। সি তেতিয়া ঘৰখনৰ খবৰেই নৰখা হয়। বাপেক গ্ৰেচুইটীৰ পৰা পোৱা টকাখিনি জমা থৈছে। তাৰ পৰা তেওঁ মাহিলি সুত পায়। চৌহদতে ভাৰাঘৰ এটাও আছে। সুত আৰু ঘৰৰ ভাৰাৰে বাপেক সিদ্ধেশ্বৰ যেনেকৈ চলে চলক। পুতেকটোক কলেজত পঢ়ুৱাই গ্ৰেজুৱেট কৰিছিল নহয়, সি আৰ্জিব পৰা হোৱা নাই কিয়? — ককায়েক ৰামেশ্বৰৰ মতলব এনেকুৱাই। তাৰ মতলবটো ঘৰৰ আৰু কাৰো বুজিবলৈ বাকী নাই। কুমুদেশ্বৰৰ বেয়া লাগে মাক বৃন্দা আৰু ভনীয়েক কৃষ্ণালৈহে। আজি যদি তাৰ বেমাৰী মাকক হঠাৎ উদ্ফাই বেমাৰত মৰি যায়, তেতিয়া ককায়েক ৰামেশ্বৰক আৰু পায় কোনে? সি মাক আৰু ভনীয়েকক বান্দী কৰিহে এৰিব। সেইবাবে একো ঘটিবলৈ নৌপাওঁতেই কুমুদেশ্বৰে গৃহত্যাগী হোৱাৰ সিদ্ধান্ত ল'লে। গুৱাহাটীৰ পৰা বিশ কিলোমিটাৰ নিলগত সিহঁতৰ ঘৰ। সেইখন গাঁৱেই। কিন্তু পিচ্ দিয়া আলি হোৱাৰ পিছত সেই গাঁৱৰ মাজেদি যাত্ৰীৰ

বাছ্ আৰু টিটী বাছ্ চলাত সুপ্তপ্ৰায় শান্তিপূৰ্ণ গাঁওখন গুৱাহাটীৰে এক সম্প্ৰসাৰিত অংগ হৈ পৰিল। তাতো আনকি গুৱাহাটীৰ চাকৰি কৰা মানুহে ভাৰাঘৰ বিচৰা হ'ল। পূৰ্বতে বাপেক সিদ্ধেশ্বৰে গুৱাহাটীতে ভাৰাঘৰত থাকি চাকৰি কৰিছিল। পিছত টিটী বাছেৰে অফিচলৈ অহা-যোৱা কৰিবলৈ লৈছিল। কুমুদেশ্বৰে ভাবে যে বাপেকে গ্ৰেচুইটীৰ ধনখিনি ডাকঘৰত জমা কৰি ৰখাতকৈ তাৰে ওচৰৰে পথাৰখনত মাটি কিনা উচিত আছিল। কাৰণ এদিন ঘৰ সাজিবৰ বাবে মানুহে সেই মাটি বিচাৰিলেহেঁতেন আৰু মাটিখিনি কেইবাগুণো বেছি দামত বিক্ৰী হ'লহেঁতেন। কিন্তু তাৰ নিচিনা নিবনুৱা অপদাৰ্থ ল'ৰা এটাৰ কথা বাপেকে কিয় শুনিব? অথচ সেইখিনি মাটিত শাক-পাচলি আৰু ফলমূলৰ খেতি কৰি সি ভাল উপাৰ্জনৰ লগতে নিবনুৱা হোৱাৰ গ্লানিও দূৰ কৰিব পাৰিলেহেঁতেন।

কিন্তু ঘৰখনত তাৰ কথাৰ দাম নাই মানুহ হিচাপে, পুত্ৰ হিচাপে নাইবা ভাই হিচাপেও তাৰ দাম নাই। সি মাথোন এটা গলগ্ৰহ। স্বাৰ্থপৰ জীৱন কেতিয়াও সুন্দৰ হ'ব নোৱাৰে। তাৰ ঘৰৰ সকলো স্বাৰ্থপৰ। আনকি আবিয়ৈ ভনীয়েক কৃষ্ণাও। তাই ৰামেশ্বৰকহে বেছি গুৰুত্ব দিয়ে। এৰা, যুগ্ম পৰিয়াল সম্প্ৰতি ভাঙি-ছিগি গৈছে। সিহঁতৰ পৰিয়ালটো ভাঙি-ছিগি যোৱাৰ লক্ষণ দেখা গৈছেই। এযা কালৰ বিধি নে আৰ্থিক পৰিস্থিতিৰ পৰিণাম, সি বুজিব পৰা নাই। তথাপি ককায়েক বদলি হোৱাৰ অজুহাত দেখুৱাই ঘৰ এৰাৰ আগতে বাপেক সিদ্ধেশ্বৰ ঢুকুৱাৰ পিছত মাক আৰু ভনীযেক বাউলী হৈ পৰাৰ আগতে নাইবা যৌৱনক অস্বীকাৰ কৰিব নোৱাৰি কৃষ্ণা অপাত্ৰলৈ পলাই যোৱাৰ আগতে সি কুমুদেশ্বৰে গৃহত্যাগ কৰাই স্থিৰ কৰিলে। সি আজিৰ পৰা গুৱাহাটীৰ অলেখ অপৰিচিত মানুহৰ মাজত হেৰাই যাব।

সি পুৱাতে কাকো একো নোকোৱাকৈ ঘৰৰ পৰা ওলাই আহিল। ঘৰৰ মানুহখিনিৰ পৰা বিচ্ছিন্ন হোৱাৰ বেদনাই তাক বাধা নকৰিলে। তাৰ হাতত এটা ছুটকেছ। তাকে দেখিও মাক বৃন্দা আৰু ককায়েক ৰামেশ্বৰে "তই পুৱাই ক'লৈ ওলাইছ?" বুলি নুসুধিলে। সি ভালেই পালে। এনেকৈয়ে ককায়েক, ভনীয়েক আৰু মাক-বাপেকৰ লগত সম্পৰ্ক ছেদ হোৱা ভাল। সি ভাবিলে।

সি টিটী বাছ ৰোৱা ঠাইডোখৰ পায়েই দেখিলে যে তাৰ অতি মৰমৰ চেৰেলা কুকুৰটো তাৰ পিছে পিছে আহি আছে। অজান পশুটোৰেও হয়তো বুজি পাইছে যে সি ঘৰখন এৰি আহিছে।

বাছখন ৰ'লহি। সি কিন্তু সেইখন বাছত নুঠিল। সিতো তাৰ মৰমৰ কুকুৰটোৰ গাত আলফুলকৈ হাত ফুৰাই তাৰ পৰা বিদায় ল'বলৈ নহ'ল। সি দেখিলে যে সেই চেৰেলা কুকুৰটো, যাক সি 'টাইগাৰ' বুলি মাতে, তাৰ নিচেই কাষতে থিয় দি আছে। তাৰ চকু সেমেকিল, হিযাত আঘাত লাগিল। ওচৰতে থকা দোকান এখনৰ পৰা কলকেইটামান আৰু বিস্কুট এপেকেট কিনি সি আঁতৰি আহিল আৰু ওচৰৰে বাকৰিৰ শিল এচটাত বহিল। সি নেখাই-নবৈ ওলাই আহিছিল। তাৰ এতিযা খুব ভোক লাগিছে। তাৰ গাত গা লগাই পৰি থকা টাইগাৰৰ মুখত একোখনকৈ বিস্কুট গুজি সি কল খাবলৈ ধৰিছে। তাৰ পেটৰ পোৰণি অলপ কমিছে। বোধ হয় টাইগাৰৰো। টাইগাৰেও কিজানি কালি নিশা চুৱাপাতনিত পেট পূৰাই খাব পৰা নাছিল। তালৈ কেইবাটাও কুকুৰ আছে। উচ্ছিষ্ট আহাৰৰ বাবে সিহঁতৰ মাজত যুঁজ হয়। বলী কুকুৰটোৱেহে বেছিকৈ খাবলৈ পায়। কিন্তু টাইগাৰ এতিয়া বুঢ়া হৈছে। তাৰ গাৰ নোমো সৰিছে। অকণমান বাট লৰিলেই সি অৱশ হৈ পৰে আৰু বহি পৰি জিভাখন উলিয়াই ফোঁপায়। তাৰ ঘৰখনৰ কোনোৱেই এতিয়া তাৰ কথা নেভাবে, তাক আছুতীয়াকৈ খাবলৈ নিদিয়ে। কাৰণ এতিয়া ঘৰখনৰ তাৰ পৰা কোনো কামত নাহে। সি আগৰ দৰে ভুকিব নোৱাৰে, চোৰৰ পিছে পিছে দৌৰিব নোৱাৰে। অথচ

একালত সি এটা দুৰ্দান্ত প্ৰভুভক্ত কুকুৰ আছিল বাবেই তাৰ নাম টাইগাৰ দিয়া হৈছিল।

এইবোৰকে ভাবি কুমুদৰ টাইগাৰলৈ বেছি মৰম লাগি গ'ল আৰু বৰ পুতৌও উপজিল। সি টাইগাৰক সাবটি ধৰি কৈ গ'ল— 'বুইছ, টাইগাৰ, এতিয়া তয়ো টাইগাৰ নহয়, ময়ো কুমুদ নহয়। কুমুদ মানে পদুম। মই বোকাৰ পদুম হ'ব নোৱাৰিলোঁ , বোকাতহে লুতুৰি-পুতুৰি হৈ থাকিলোঁ। তই অৱশ্যে এদিন টাইগাৰ আছিলি। তোৰ প্ৰতাপ দেখি বহুতেই ভয়তে তাপ মাৰিছিল। কিন্তু এতিয়া তোৰ গাত বিড়াল এটাৰ সমানো বল নাই।'

টাইগাৰে আদৰ পাই কুমুদৰ ডিঙিটোত জিভাখন লগাই দিলে। কুমুদৰ কিন্তু ঘিণ নেলাগিল। সি টাইগাৰৰ মূৰত হাত ফুৰাই থোকাথুকি মাতেৰে আকৌ ক'বলৈ ধৰিলে— এইখন পৃথিৱীত তোৰ আৰু কোনো দৰকাৰ নাই। তই ইয়াতে নেথাকি গুৱাহাটীত থকাহেঁতেনো তোক মিউনিচিপেলিটী কৰ্পোৰেশ্যনৰ মানুহে গুলী কৰি মাৰিলেহেঁতেন। তই ইয়াতো কেৱল আৱৰ্জনা। আৰু ময়ো ঘৰখন নালাগে, সমগ্ৰ সমাজখনৰে এটা আৱৰ্জনা। মই শিক্ষিত, কিন্তু নিবনুৱা। নিবনুৱাৰ গ্লানি দূৰ কৰিবলৈ আৰু জীৱনটোৰ এটা গতি লগাবলৈ মই চাকৰিৰ কাৰণে কিমান চেষ্টা কৰিলোঁ আৰু বাৰে বাৰে কেনেকৈ বিফল হ'লোঁ সেইবোৰ শুনাবলৈ হ'লে এখন মহাভাৰত হ'ব। সেইবুলি টাইগাৰ, তই মোক অযোগ্য বুলি নেভাবিবি। মই যোগ্য, ভাল ভাল চাকৰি পোৱা বহুত ডেকা-গাভৰুতকৈ অধিক যোগ্য। কিন্তু এতিয়াৰ চাকৰিৰ বজাৰত মোৰ যোগ্যতাই উচিত মূল্য নেপায়। একোটা চাকৰি বিক্ৰীহে হয়, তাৰ বাবে সুস্থ প্ৰতিযোগিতা নহয়। যি যিমান টকা দিব সি সিমানেই ডাঙৰ চাকৰি পাব। মেজিষ্ট্ৰেট হ'বলৈ হ'লে যথাস্থানত দিব লাগিব পাঁচ লাখ টকা, এম ভি আই হ'বৰ বাবে আঢৈ লাখ, কৰ অধীক্ষক হ'বৰ বাবে ডেৰ লাখ আৰু শিক্ষকৰ পদটো পাবৰ বাবেও পঞ্চাশ হেজাৰ টকা। পিছে টকা নিদিয়াকৈ চাকৰি পোৱাৰ আনটো উপায় হ'ল— বৰগছত হাকুটি লগোৱা। কিন্তু টাইগাৰ, তেনে এজোপা বৰগছতো মই বিচাৰি নেপাওঁ। মই এটা দুখীয়া ল'ৰা। পিতাও সামান্য এজন কেৰাণী আছিল। গতিকে কোনো প্ৰতাপী মানুহৰ লগত কোনো সূত্ৰেই মোৰ সংযোগ হ'ব নোৱাৰে। তথাপি দুবছৰ আগতে এটা চেষ্টা চলাই চালোঁ। আহিল ইলেকশ্যন। অশ্বিনী মজুমদাৰক খুব সহায় কৰিলোঁ। তেওঁৰ হৈ মাৰপিট কৰিলোঁ, দিনে-নিশাই গাঁৱে গাঁৱে ঘূৰিলোঁ। ভাবিলোঁ, তেওঁ এম এল এ হৈ মোক চাকৰি-বাকৰি এটাত সুমুৱাই দিব। তেওঁ এম এল এ হ'ল। তেতিয়াৰ পৰা তেওঁক লগ পোৱাই টান হৈ পৰিল। তথাপি গুৱাহাটীত তেওঁৰ নিজৰ ঘৰত দুবাৰ লগ পালোঁ। দুটা চাকৰিৰ যিকোনো এটা তেওঁ দিয়াব পাৰে। তেওঁ দেখা যাওকচোন বুলিহে ক'লে। কিন্তু তেওঁ আনকহে কামটো দিয়ালে। আকৌ এটা চাকৰি ওলাল। ডি আৰ ডি এত। তেওঁৰ লগত প্ৰজেক্ট ডিৰেক্টৰটোৰ বেছ হলিগলি। কিন্তু অশ্বিনী মজুমদাৰে টকা লৈ আন এটা ল'ৰাকহে দিলে। ইমান অসঙ্গাতী আৰু বিশ্বাসঘাতক মানুহ মই দ্বিতীয় এটা দেখা নাই। বুইছ টাইগাৰ, এইখন বিশ্বাসঘাতকৰ পাপী সমাজত তোৰ-মোৰ স্থান নাই। আমি অচল। আমি আৱৰ্জনা। আমাৰ স্থান ডাষ্টবিনত '

সি টাইগাৰক জোৰেৰে সাবটি ধৰিলে। তাৰ চকুলোৰে টাইগাৰৰ খহটা দেহৰ নোমকেইডালমান তিয়ালে। সি হঠাতে টাইগাৰক বাহু-বন্ধনৰ পৰা মুকলি কৰি দিলে। সি বাহু আস্থানলৈ লৰি গৈ বৈ থকা বাছখনত উঠিল। ছুটকেছটো ভিতৰত সুমুৱাই থৈ সি দুৱাৰৰ ওচৰত থিয় দিলে। সি দেখিলে যে লাহে লাহে গতি বৃদ্ধি কৰা বাছখনত জাঁপ মাৰি উঠিবলৈ টাইগাৰে চেষ্টা কৰিছে আৰু চেষ্টা বিফল হোৱাত

বাছৰ লগে লগে সৌৰি ক্লান্ত হৈ বৈ গৈছে। এই বিচ্ছেদ অসহনীয়। কুমুদে বাছৰ ভিতৰ সোমাই চলচলীয়া হৈ পৰা চকুৰে বাছত ছীট এটা পাই বহি পৰিল। সি ছুটকেছটো দাঁতিতে থ'লে।

অশ্বিনী মজুমদাৰে তাক আচলতে চিনিবই পৰা নাছিলনে? তেওঁ ক'লে, "তোমাক পিছে মই চিনিব পৰা নাই।" সি ক'লে, "এতিয়া কিয় চিনি পাব? তিনি বছৰ গ'লেই নহয়! আৰু এবছৰ পিছত গাঁৱলৈ গৈ আমাৰ খা-খবৰ লোৱা সময় আহিব নহয়! তেতিয়া ভালকৈ চিনি পাব। আনকি মোৰ বোপাইৰ নামো ক'ব পাৰিব।"

ডেকাটোৱে ডেমাকি দি কথা কৈছে। তথাপি তিনি বছৰত কল্পনাতীতভাৱে আঢ্যৱন্ত হৈ পৰা শাসনাধিষ্ঠিত দলৰ বিধায়ক অশ্বিনী মজুমদাৰৰ খং নুঠিল। তেওঁ জানে যে আজিকালিৰ ডেকা ল'ৰাবোৰ ডেস্পাৰেট, বেপৰোৱা। তেওঁ মোলায়েম হাঁহিটো মাৰি ক'লে, "বিশ্বাস কৰা ভাই, মই আচলতে তোমাক চিনিব পৰা নাই। এটা ডেকা ল'ৰাৰ চেহেৰা এবছৰৰ ভিতৰতে বহুত সলনি হয়। উঠি অহা বয়সৰ কথাই সুকীয়া।"

ডেকা ল'ৰাটো অলপ দমিল। ক'লে, "মোৰ দেউতাৰ নাম সিদ্ধেশ্বৰ দাস। আৰু মই — জানেই নিশ্চয়। ইলেকশ্যনত আপোনাৰ হৈ খুব খাটিছিলোঁ। আপুনি মোৰো কিবা এটা গতি লগাব বুলি ভাবিছিলোঁ।"

অশ্বিনী মজুমদাৰে খুব আগ্ৰহ দেখুৱাই ক'লে, "কিয় চিনি নেপাম? তুমি কুমুদেশ্বৰ। বি এছ চি পাছ। পিছে তুমি বহুত বদলি হ'লা দেই। সাজপাৰো বদলি হ'ল। আগতকৈ শকত হ'লা। মুখখনো দীঘলীয়া গুচি ঘূৰণীয়া হ'ল। তোমাৰ এতিয়া কি খবৰ কোৱাচোন।"

এম এল এ চাহাবৰ ইংগিত পাই সি আগতেই চকী এখনত বহি আছিল। কিন্তু হঠাতে ব্যস্ততা দেখুৱাই সি থিয় হ'ল। ক'লে, "আমাৰনো আৰু কি নতুন খবৰ থাকিব পাৰে? সেই একেই। মানে চাকৰি-বাকৰি নাই। তাকে ক'বলৈ আহিলোঁ।"

অশ্বিনী মজুমদাৰ আচৰিত হ'ল। এনেকৈতো কোনো ডেকা ল'ৰা চাকৰি- বিচাৰি নাহে! চাকৰি বিচৰা ল'ৰাবোৰ লেতু-সেতু হৈ থাকে। তেওঁ সুধিলে, "কেৱল খবৰটো দিবলৈ আহিলা নে, নিৰ্দিষ্ট কিবা এটা " সি টপৰাই মাত লগালে, "মোৰ কোৱালিফিকেচন আপুনি জানেই। ইয়াৰ লগত মিলা চাকৰি এটা কি কি হ'ব পাৰে আপুনি নিশ্চয় জানে।" তেওঁ খুব লাহে লাহে ক'লে, "এনেকৈ ক'লেতো নহ'ব। অন্ততঃ চাকৰিটো দেখুৱাই দিয়া। মই গাই-বাই চাম। পিছে তুমি এনেয়েহে আহিছা যেন পাইছোঁ আৰু এনেকৈ কৈ মোৰ লগত ৰগৰহে কৰিছা কিজানি।"

"আপুনি বাৰু কিয় এনেকৈ সুধিলে?"

"তোমাৰ পোছাকটোৰ বাবে। চাকৰি নথকা ল'ৰা এটাই এনে পোছাক পিন্ধিব নোৱাৰে। উডলেণ্ড জোতা, বিদেশী জিন কাপোৰৰ পেণ্ট, ৰেবন ৰেজিলেন্স চছ্মা "

"সঁচা কথা ক'বলৈ গ'লে মোৰ উপাৰ্জন নথকা নহয়। ছুপ্ৰীম ক'ৰ্টে ফৰেষ্টত গছ কটা বন্ধ কৰি দিলে। সেইবাবেই উপাৰ্জন কৰাৰ বাট মুকলি হ'ল। মই এটা 'গেণ্ড'ত সোমালোঁ। মই কাঠৰ চোৰাং কাৰবাৰ কৰোঁ। মোৰ এই দুষ্কাৰ্য আপোনালোকৰ বাবে এটা 'চেলেঞ্জ' হোৱা উচিত আছিল।"

এনেতে বিধায়ক অশ্বিনী মজুমদাৰৰ বনকৰা ছোৱালীজনীয়ে কুমুদৰ আগত এথাল মিঠাই আৰু একাপ চাহ আনি থ'লেহি।

অশ্বিনী মজুমদাৰে ক'লে, "খোৱা দেই। মই অলপতে খালোঁ কাৰণে এতিয়া নেখাওঁ। পিছে কুমুদ, মই এটা কথা বুজা নাই। তুমি যথেষ্ট উপাৰ্জন কৰিছা অথচ মোৰ ওচৰত চাকৰি বিচাৰিও আহিছা কিয়?"

তেতিয়া বিয়লি চাৰিটা বাজিছে। এইখিনি সময়তহে অশ্বিনী মজুমদাৰ বিধায়ক নিবাসৰ পৰা আহি বামুণীমৈদামৰ নিজা ঘৰত থাকে। সন্ধিয়া সাত বজাৰ পৰা বাৰ বজালৈকে তেওঁক ঘৰত পোৱা নেযায়। তেওঁ অৱশ্যে বিধায়ক হিচাপে লাভ কৰা ঘৰটো এৰি দিয়া নাই। সেইটো ঘৰ পলিটিকেল লবীৰ বাবে ৰাখিছে বুলি তেওঁ কয় যদিও তাত নাৰীজনিত কেলেংকাৰি ঘটে আৰু জুৱাও চলে বুলি বহুতে কয়। বোধ হয় এইবোৰ আৰক্ষীৰ মুখ বাগৰি অহা খবৰ। কুমুদে তেওঁক ঘৰত লগ ধৰাৰ কাৰণটো হ'ল এয়ে যে ইয়ালৈ আহিবলৈ আৰক্ষীৰ বেষ্টনী ভেদ কৰিব নেলাগে।

সি ভাবি-চিন্তি এনেকৈ এম এল এ চাহাবৰ সন্দেহ দূৰ কৰিলে—"ইয়াৰো কাৰণ নথকা নহয়। এইবোৰ কথাত ৰিস্ক আছে। পুলিচ বা ফৰেষ্ট গাৰ্ডৰ পৰা নহয় , একে কাৰবাৰ কৰা আন দলৰ পৰাহে।"

অশ্বিনী মজুমদাৰে এনে এটা স্বীকাৰোক্তি শুনি আমোদ পালে। মনে মনে কুমুদৰ নিৰ্ভীকতাৰ শলাগো ল'লে। এই ডেকা ল'ৰাটোৰ ওচৰত নিজক অতিশয় কপট ব্যক্তি যেন লাগিল। তেওঁ এনে কিছুমান কাম কৰিছে যিবোৰ কাৰোবাৰ আগত স্বীকাৰ কৰিলে তেওঁৰ ৰাজনৈতিক ভৱিষ্যৎ নিমিষতে ছাৰখাৰ হৈ যাব। তেওঁৰ কুমুদলৈ শ্ৰদ্ধাও হ'ল। তেওঁৰ কিন্তু কুমুদক আচল কথাটোকে ক'বলৈ সাহস হ'ল, এজন কম মাত্ৰাৰ কপট ব্যক্তি হ'বলৈ ইচ্ছা গ'ল। তেওঁ ক'লে, "তোমাৰ উপাৰ্জন আছে, লিভিং ষ্টেণ্ডাৰো বেছ হাই হৈছে। জীয়াই থকাৰ মান উচ্চতৰ হোৱাও এটা অশান্তিৰ কাৰণ হৈ পৰে। কাৰণ তেনে মানুহৰ দৈনন্দিন খৰচ বাঢ়ে। তোমাৰো সেই অৱস্থা। মোৰো তেনেকুৱাই, এতেকে তুমিতো এলাপেচা চাকৰি এটা পালে নহ'ব। এটা ভাল চাকৰি লাগিব। এনে চাকৰি দিয়ে অসম লোকসেৱা আয়োগে। অৱশ্যে তাত মন্ত্ৰী-এম এল এ-ৰ হাত নথকা নহয়। এ কাইণ্ড অব আনহলি এলায়েন্স। বুজিলাতো?"

"তেন্তে মই কি কৰিব লাগে?"

"মানে সিহঁতে, আয়োগৰ মানুহে, পাইকাৰী হাৰত টকা লয়। অৱশ্যে আনৰ যোগেদি। মেজিষ্ট্ৰেটৰ পদৰ বাবে পাঁচ লাখ, ডি টি অ' (জিলা পৰিবহণ বিষয়া)ৰ পদৰ বাবে চাৰি লাখ, কৰ বিভাগৰ অধীক্ষক পদৰ বাবে তিনি লাখ, ইত্যাদি ইত্যাদি।"

"তেন্তে টকা কাক দিম?"

"ভুল ঠেগাত টকা পৰিলে টকাও গাইপ হ'ব, চাকৰিও নহ'ব। অৱশ্যে মই ইয়াৰ দায়িত্ব ল'ব পাৰোঁ। তোমাৰ প্ৰতি মোৰ সহানুভূতি আছে আৰু একে ঠাইৰ মানুহ হিচাপে আৰু তোমাৰ সমষ্টিৰ বিধাযক হিচাপেও মোৰ এটা দায়িত্ব আছে। তুমি বাৰু কোনটো চাকৰি বিচাৰিছা?"

"মোৰ এই বিষয়ে একো আইডিয়া নাই।"

"কেইটামান চাকৰি মেজিষ্ট্ৰেট বা এছ ডি চি আদি চাকৰিতকৈও ভাল। তেনে এটাই তোমাক দিয়াব পৰা যাব। ডি টি অ'ৰ বাবে লাগে চাৰি লাখ, সেই বিভাগৰে নন্-গেজটেড চাকৰি এম ভি আইৰ বাবেও লাগে চাৰি লাখ। মোক অৱশ্যে তিনি লাখ দিলেই সিহঁতক সিমানতে মান্তি কৰাব পাৰিম।"

"তেনেহ'লে মই টকা যোগাৰ কৰিব লাগিব। এৰা, পইচা নিদিয়াকৈ চাকৰি পোৱাটো এক দুৰ্লভ বস্তু হৈ পৰিছে। মোৰ বন্ধু এজনে ঠিকেই কৈছিল— যিজনে পইচা নোলোৱাকৈ চাকৰি দিয়ে তেওঁ মানুহ নহয়, দেৱতাহে।"

কুমুদে অমায়িকভাৱেই অশ্বিনী মজুমদাৰৰ পৰা বিদায় ল'লে। এমাহ গ'ল, দুমাহ গ'ল, এবছৰ পাৰ হ'ল। কিন্তু কুমুদ অশ্বিনী মজুমদাৰৰ ওচৰলৈ নাহিল। অশ্বিনী মজুমদাৰেও কুমুদৰ কথা পাহৰি গ'ল।

এবছৰ পাৰ হৈ দুমাহ আগবাঢ়িল। এদিন কুমুদ বিয়লি চাৰিটা বাজি দহ মিনিট যোৱাত অশ্বিনী মজুমদাৰৰ নিজা বাসভৱনত উপস্থিত হ'লহি। তাৰ উদ্ভ্ৰান্ত চেহেৰা। ডাঢ়ি-গোঁফে ভৰা এখন শুকান মুখ। পিন্ধনত খাকী পেণ্ট আৰু হালধীয়া টী-ছাৰ্ট। ভৰিত পাৱাৰ শু। চকুত ৰেবান চছমাৰ সলনি ঘনক'লা গাগল্‌ছ্‌। সি চছমাযোৰ খুলি দিয়াতহে অশ্বিনী মজুমদাৰে তাক চিনি পালে।

"অ' তুমি?"— মজুমদাৰৰ ভয়াৰ্ত স্বৰ।

"অ' ময়েই। যম হৈ আহিছোঁ।"— কুমুদৰ কৰ্কশ উত্তৰ।

অশ্বিনী মজুমদাৰ থিয় হ'ল। তেওঁৰ হাত-ভৰি কঁপিবলৈ ধৰিলে।

"মোক দহ লাখ টকা লাগে।"

"ক'ৰ পৰা দিম?"

"এহ, আজল জল, সাতোটা পোৰা মাছ ভাতৰ তল! প্ৰকল্প বিষযাৰ লগ হৈ গ্ৰামোন্নয়নৰ নামত কিমান টকা সৰকালে? ডি আৰ ডি এক দিয়া টকাৰে গাঁওবোৰ চহকী হ'লহেঁতেন। কিন্তু আপোনালোকে মন্ত্ৰীৰ পৰা বি ডি অ'লৈকে এই টকাবোৰ পেটত ভৰালে, গঞাক ঠগিলে, গাঁৱত দৰিদ্ৰৰ সংখ্যা বঢ়ালে।"

কুমুদে পিষ্টল এটা জেপৰ পৰা উলিযাই টেবুলৰ ওপৰত থৈ এম এল এ চাহাবৰ ফালে আক্ৰোশেৰে চালে। তেওঁ ক'লে, "ইমানখিনি টকা মই ক'ৰ পৰা দিম?"

"আকৌ একে কথা" বুলি কৈ পিষ্টলটো তেওঁৰ কপালত ৰাখিলে। আকৌ ক'লে, "ঘৰত টকা নাই, বেংকতহে আছে বুলি নক'ব। ব্লেক মানী বেংকত থোৱা নহয। ব'লক, বেড ৰুমলৈ ব'লক।"

ভয়াৰ্ত অশ্বিনী মজুমদাৰ ভিতৰলৈ গ'ল। পিছে পিছে কুমুদ। শোৱনি ঘৰত থকা এটা তীখাৰ আলমিৰাত তিৰোতা মানুহৰ কাপোৰে আঁৰ কৰি আছে অসংখ্য নোটৰ বাণ্ডিল। তাকে দেখি কুমুদ আচৰিত হ'ল। তাৰ অজানিতে মুখৰ পৰা ওলাই গ'ল— 'কি পৰৰ তেজ খোৱা মানুহ ঔ!' মজুমদাৰৰ ঘৈণীযেক আৰু ল'ৰা-ছোৱালীকেইটা ভয়তে আন এটা কোঠাত সোমালগৈ। কুমুদে ভাবিলে— দহ লাখ টকাৰটো এটা ওজন আছে! নিব কেনেকৈ? আনে দেখিব বুলি সি ভয় নকৰে। কাৰণ সি তেতিয়াৰে পৰা আত্মগোপন কৰি আছে যদিও পুলিচবোৰে তাৰ পৰাক্ৰমৰ কথা জানে।

# উকি

হালৰ গৰু হেৰালে কি অৱস্থা হয় কেৱল কণটিলিকাইহে জানে। তাৰ গৰু মাত্ৰ এহালহে। তাৰে এটা নহ'লেই সি হাল জুৰিব নোৱাৰে। এবাৰ চ'ত মাহত এটা বলধৰ খুৰাৰ বিযাধি হৈছিল। আটাইকেইটা খুৰাৰে বিয়াধি। ঘৰুৱা দৰব দিয়া হ'ল। ভাল নহ'ল। বাৰুকৈ পশু-পক্ষীৰ ডাক্তৰৰ লাচনি পাচনি কৰা সোমবৰ নিজৰ ঘৰলৈ আহিছিল। সি সৰু-সুৱা ডাক্তৰেই। সি গাঁৱলৈ আহিলে এটোপোলা দৰব লৈ আহে। সেইবোৰ দৰব ৰাইজৰ কামত আহে। সি গৰু-ম'হৰ পৰা গাহৰি-ছাগলীলৈকে পোহনীয়া চাৰিঠেঙীযাবোৰৰ বিয়াধি ভাল কৰে। এই সোমবৰেই কণটিলিকাৰ বলধটোৰ খুৰাৰ বিয়াধি ভাল কৰিলে। তাৰ মুঠতে পাঁচ দিন হালখতি হ'ল।

পৰহিৰ পৰা কণটিলিকাৰ আকৌ বেলেগ বিপদ। দুদিন হালখতি হৈছে। পৰহি বিযলি তাৰ কজলা বলধটো গোহালিলৈ ঘূৰি নাহিল। এইটো বলধ মহা চয়তান। মুগাবৰণীয়াটোহে শান্ত-শিষ্ট। কজলাটো তেনেই সুকীযা। সি অকণমান সুবিধা পালেই মূৰ পোালাকা দিয়ে। নাঙল-যুঁৱলি দেখিলেই সি পলাব খোজে। এতিযা খেতিৰ ভৰপক। মাটিও চহাব লাগে, বড়োধান কাটিব লাগে, শাক-পাচলিবো খেতি কৰিব লাগে। কৃষি বিষযাৰ ভাষাত এযে হ'ল ৰবি শইচৰ সময়। এনে সময়ত কজলা পলাই যোৱাটো ৰাহুৰ গ্ৰাসত পৰা মানুহৰ দৰেই কণটিলিকাৰ বাবে মহাবিপদ।

সি দিকবিদিক শূইন দেখিছে। ৰতিকান্ত আৰু হেমকান্তই চাৰিওদিশে চলাথ কৰি পাৰ পোৱা নাই। কজলা বাৰু ক'লৈ গ'ল? তাক কিনি অনা হৈছিল ভালেমান দূৰৈৰ এখন শনিবৰীয়া হাটৰ পৰা। সেইখন হাটলৈ যাবলৈ হ'লে পুৱাতে গ'লে সেই ঠাই পায় মানে বেলিটো দুহাত এবেও ওপৰলৈ উঠে। গাত ৰ'দ লাগেই। কজলাক বেচা খেতিয়কজনৰ ঘৰ হেনো সেইফালে পানে পোনে দক্ষিণে গৈ থাকিলে পোৱা যায়। তাৰ ওচৰতে হেনো। কজলা তালৈকে গ'ল নেকি?

ৰতিকান্ত ওৰফে ৰতীয়া আৰু হেমকান্ত ওৰফে হেমায়ে এনেয়ে আলচ কৰি পাৰ নেপায়। এতিযালৈকে তিনিখন হালখতি হ'লেই। একাদশীটোক ধৰি যোৱা চাৰি দিন সিহঁতৰ পিতায়েকে পথাৰলৈ নগৈ মাত্ৰ পিছবাৰীত বেঙেনা-জলকীয়াৰ গুৰিৰ পৰা বনহে উঘালি আছে। কজলা যদি ঘূৰি নাহে নাইবা তাক বিচাৰি পোৱা নেযায়, তেন্তে এইবাৰ মাটি চন পৰি থাকিব, পিতায়েকে পৰৰ মৰকীয়া হাল বাব লাগিব। সিহঁতে হয়তো ভাদ-আহিনত পেটত গামোচা বান্ধি থাকিব লাগিব।

কপিলীপৰীয়া এখন গাঁও। নাম বাঁহকুছি। তেনেই আওহতীয়া ঠাই। তাত ৰাজহুৱা বাট-পথ বুলি বস্তু এটা নাই। একোটা লুংলুঙীয়া বাট মানুহ তাৰ ওপৰেদি গৈ থকাৰ কাৰণেহে। পূৰ্ণচন্দ্ৰ

ঠিকাদাৰত বাদে ইয়াত চহৰ দেখা মানুহ দ্বিতীয় এটা নাই। এনেস্থলত কজলাক বিচাৰি নাইবা কজলাক লৈ যোৱা চোৰটোক বিচাৰি সিহঁত ক'লৈ যাব একো উৱাদিহ পোৱা নাই।

কণটিলিকা হতাশ হৈছে। পিছে হেমাই আৰু ৰতীয়াহে হতাশ হোৱা নাই। "পিতায়ে হাডক মাটি তেজক পানী কৰি ঘটা ধনেৰে বলধযোৰা কিনিলে। পিতায়ে কাৰো সান্দহ খোৱা বালি তল পেলোৱা নাই। এনেস্থলত প্ৰভুৱে এনে এটা মাধ মাৰ নোশোধায়।"—হেমায়ে কৈছে। ৰতীয়াই হয়ভৰ দিছে, "আমি কজলাক পামেই।"

ৰতীয়াই হেমাইৰ চকুৰ আগত আঙুলি দুটা থিয় কৰাই ক'লে, "ইয়াৰে এটাত ধৰ।" হেমায়ে সুধিলে, "কিয়?" ৰতীয়াই ক'লে, "কিয়-চিয় ক'ব নেলাগে। মুঠতে ধৰ বুলিছোঁ নহয়, ধৰ।" হেমায়ে ৰতীয়াৰ তৰ্জনী আঙুলিটোত ধৰিলত সি খুব হাউচ পাই ক'লে, "ঠিক মিলিছে। আমি এতিয়া দক্ষিণে — গ'লেই কজলাক পাম।"

গাইদনী দিয়াৰ সময়ত সিহঁতে ঘৰত কাকো খবৰ নিদিয়াকৈ দক্ষিণে গো-বাটেদি গৈ থাকিল। মাজে মাজে পথাৰেদিও পোনালে। চ'তমহীয়া বেলিটো মূৰৰ পোনে পোনে হ'ল। এনেতে সিহঁতে এয়া উকি শুনিলে। এনে উকি সিহঁতে আগয়ে ক'তো শুনা নাই। উকিটো ক্ৰমাৎ ওচৰ চাপি অহা যেন লাগিল। সিহঁত পাতল বিৰিণাবন ফালি উকিটোৰ ফালে আগুৱাই গ'ল। সিহঁতে দেখিলে যে বহু ওপৰলৈকে ডাঠ আৰু ক'লা ধোঁৱা উৰুৱাই উৰুৱাই বিযাগোম বস্তু এটা বিস্বাশবদে বিজুলীবেগে সূৰুয উঠা দেশৰ পিনে গৈ আছে। দীঘলচেৰীয়া ঘৰবোৰো একেটা বেগতে গৈ আছে। সিহঁতৰ এইটোক কেৰেলুৱাৰ দৰে এটা দৈত্য যেন লাগিল। দৈত্যটোক সিহঁতে চিনি পালে 'খ' শ্ৰেণীত পঢ়া কিতাপৰ ছবিৰ লগত মিলাই। "এইটো দৈত্য নহয়, মানুহে সজা বস্তুহে। ৰে'লগাড়ী।" —আনন্দত কিৰিলি পাৰি হেমায়ে এনেকৈ কোৱাত ৰতীয়াই ভেঙুচালি কৰি সেইখন কিতাপৰে পদ এটা মাতিলে— 'ৰে'ল চলে লেল-পেল। তেলীয়াই পেৰে তেল।'

সিহঁতে পাঁচ মাইলমান বাট খোজকাটি হেদোৰ পণ্ডিতৰ পঢ়াশালিত পঢ়িছিল। এনেতে মাক মৰিল। বানে ধান মাৰিলে। গাঁৱত হাইজা হ'ল। চক্ৰ খুৰাযেকো হাইজাত কাল হ'ল। সিহঁতে প্ৰথম শ্ৰেণী পাওঁতেই পঢ়াশালি এৰিলে। ইমানেই সিহঁতৰ বিদ্যা। সিহঁত দুয়োটা সমনীযাৰ দৰে। সিহঁত ওচৰা-উচৰিকৈ উপজিছিল। ৰতীয়া হেমাইতকৈ মাত্ৰ এবছৰ তিনি মাহৰহে সৰু।

সিহঁতে আৰু এখন ৰে'ল চাবৰ বাবে আজাৰ গছ এজোপাৰ ছাঁত বহিল। কিন্তু বহুত সময়লৈকে ৰে'লগাড়ী নাহিল। সিহঁতৰ আমনি লাগিল। সিহঁত বহি থকা ঠাইখন আৰু ৰে'লগাড়ীখন যোৱা বাটটো যিটো এলেকাত পৰে তাৰ নাম ভঙুৱা চাপৰি বুলি সিহঁতে গৰখীয়া ল'ৰা এটাৰ পৰা জানিলে। গৰখীয়া ল'ৰাটোৱে গাভিনী গাই এজনীৰ পিছে পিছে আহি সিহঁত বহি থকা ঠাইডোখৰ পাইছিলহি।

প্ৰায় একে বয়সৰ ল'ৰা দুটা দেখি গৰখীয়া ল'ৰাটোৱে সুধিলে, "তোমালোক ক'ৰ?" ৰতীয়াই ক'লে, "বাঁহকুছিৰ।"

"অ', বহু নিলগত। সেইফালে ৰে'ল-চেল যায়নে?"

"নেযায়। আমি আজিহে পহিলা ৰে'ল দেখিছোঁ। তুমি ৰে'লত উঠিছানে?"

"এনেকৈ তোমালোকে যি দেখিছা সিমানকে মাত্ৰ দেখিছোঁ। আমি ৰে'লগাড়ীত উঠিবলৈ

ভাইগ সাধি অহা নাই।”

“ৰে’লগাড়ী বাৰু কিমান দূৰৈৰ পৰা আহে আৰু কিমান দূৰলৈ যায়?”

“কেনেকৈ জানিম? একো জনাৰ উপায় নাই। আমাৰ গাঁৱৰ মানুহেও সঠিক নেজানে।”

“কিয় নেজানে?”

“কাৰণ যি ঠাইত ৰে’ল ৰয় মানে ইষ্টিছান, তালৈ আমাৰ ইয়াৰ পৰা পশ্চিমে থকাটোলৈ এবেলাৰ বাট আৰু পুবে থকা ইষ্টিছানটোলৈ বোলে সিমানেই বাট।”

সিহঁত গৰখীয়া ল’ৰাটোৰ লগত ৰে’লৰ আলিত উঠিলহি। ৰতীয়া আৰু হেমায়ে জীৱনত প্ৰথম ৰে’লৰ আলি দেখিছে। এইটো আকৌ সুকীয়া ধৰণৰ আলি। দুডাল লোৰ বাতাম চকুৰে ওৰ নপৰাকৈ পাৰি থোৱা আছে। সমান জোখত পথালিকৈ পাৰি থোৱা আছে একোটা চ’তি যেন কাঠ। মাজত শিলগুটি।

মনো বোলা গৰখীয়া ল’ৰাটোৱে সিহঁতক ক’লে যে লোৰ বাতামৰ ওপৰত ৰে’ল গাড়ীৰ চকাবোৰ লিপিট খাই যায় আৰু ইয়াৰ ওপৰেদিয়েই ৰে’লগাডীখন চলে।

‘তেনেহ’লে মনো, ৰে’লগাডীত উঠিলে জোকাৰ খাব নেলাগে নেকি?’—হেমায়ে সোধে। মনোৱে কয়, “মই কেনেকৈ জানিম ভাইহঁত? মই কিবা ৰে’লগাডীত উঠিবলৈ ভাইগ সাধি আহিছোঁনে?”

“তুমি ৰে’লগাডীখন ৰৈ থকা দেখিছানে?”—ৰতীয়াৰ ব্যগ্ৰ প্ৰশ্ন। মনোৱে কয়, “এবাৰ দেখিছিলোঁ। ইয়াতে ৰে’লগাডীখন খন্তেক পৰলৈ ৰৈছিল।”

“কিয় ৰৈছিল?”—ৰতীয়াই সোধে।

“ৰে’লগাডীখনৰ প্ৰতিটো দবাতে, মানে মানুহ বহা কোঠাটোত একোডালকৈ শিকলি ওলমি থাকে। কিবা বিপদ-আপদ দেখিলে সেই শিকলিডাল হেনো টানি দিলেই ৰে’লগাডীখন ৰৈ যায়।”

“তাজ্জুব কাণ্ড!”—হেমাইৰ চকুত অনন্ত কৌতূহল।

“সেইদিনা ৰে’লগাডীৰ ভিতৰত কি বিপদ হৈছিল?”—ৰতীয়াৰ এই প্ৰশ্নৰ উত্তৰ মনোৱে দিয়ে, “পিছতহে শুনিলোঁ বোলে দবাত হেনো ডকাইত সোমাইছিল। সেইবাবেই কোনোবাই শিকলি টানি দিলে। ডকাইতকেইটা জাঁপ মাৰি ৰে’লগাডীৰ পৰা নামি পলাই পত্ৰং মাৰিলে। মই আকৌ তেতিয়া ৰে’লৰ আলিৰ কিনাৰে কিনাৰে আহি আছিলোঁ— পথাৰত পিতাইক জলপান দিবলৈ। মোৰ ভাইগ ভাল আছিল বাবেহে ৰৈ থকা ৰে’লগাডীখন দেখিলোঁ। ধোঁৱাই থকা ভাগটোৱেই হেনো কিবা বোলে ‘এঞ্জিন’। তাৰ ভিতৰত কয়লাৰ অঙঠাবোৰ দগমগাই থাকে। ‘এঞ্জিন’টোৱে জুইৰ পৰা বল পায়। ই দবাবোৰ টানে। আৰু দবাৰ ভিতৰবোৰ যে কিমান বঢ়িয়া। তাত বেঞ্চি আছে, আইনাও আছে। আনকি শৌচ-পেচাপ কৰা ঘৰো আছে।”

হেমাই আৰু ৰতীয়াৰ ইমানখিনি কথা শুনিও ৰে’লগাড়ীৰ প্ৰতি কৌতূহল কমক চাৰি বাঢ়িলহে। সিহঁতৰ ৰৈ থকা ৰে’লগাডী এখন চাবলৈ বৰ হেঁপাহ হ’ল।

হেমাই ঃ এনেকৈ তুমি আকৌ এবাৰ ৰৈ থকা ৰে’লগাড়ী দেখিছানে?

মনো ঃ নাই দেখা। আৰু দুবাৰ ৰৈছিল হেনো। এবাৰ মই ৰাতি শুই থাকোঁতে আৰু এবাৰ মাহীৰ ঘৰলৈ যাওঁতে ৰৈছিল।

হেমাই ঃ বুইছ —ৰতীয়া, এদিন ইয়াতে অলবৎ ৰে’লগাড়ী ৰ’বই ৰ’ব। আমি দেখিমেই

দেখিম। আমি ইয়ালৈ মাজে মাজে আহিম। কি কব ৰতীয়া? নেমাত কিয়? মুখত চামোনে বাহ লৈছে নেকি?

ৰতীয়া ঃ পিতায়ে জানো আহিবলৈ দিব? আমাৰ জানো কাম নাই?

সিহঁতে ঘৰমুৱা হোৱাৰ আগতে মনোৰ ঘৰখন চাই আহিল। মনোৰ ঘৰখনো সিহঁতৰ ঘৰখনতকৈয়ো নিছলা। ঘৰটোৰ ভগা-ছিগা বেৰকেইখন ঢকুৱাবে বাটিবলগীয়া হৈছে। ঘৰত মাক আৰু সৰু ভনীয়েকজনীহে আছে। বাপেক মৰাৰ সময়ত ভনীয়েক নিৰুৱে উবুৰি দিবলৈ পৰা নাছিল। মনোৰ বয়স হেমাতকৈ দুবছৰমান বেছি হ'ব। পিছে এই বয়সতে সি ঘৰৰ দায়িত্ব ল'বলগীয়া হৈছে। মাকে পৰৰ ঘৰত কাম কৰি ভাত মোকোলায় আৰু মনোৱে গৰু চৰায়, দিনত ভাত ৰান্ধে আৰু মাক নথকা সময়ত ঘৰখন চম্ভালে।

অলপ সময়ৰ ভিতৰতে সিহঁত তিনিওৰে খুব বন্ধুত্ব হয়। মনোৰ লগত এৰাএৰি হোৱাৰ সময়ত হেমায়ে কয়, "ৰে'ল চাবলৈ মন গ'লেই তোমালোকৰ ঘৰলৈ আহিম দেই।"

মনোৱে সিহঁতক আঠীয়া কলৰ লগত কৰ্কৰা ভাত খুৱাইছিল। সি পেটে পেটে বেযাও পাইছিল। সেয়েহে সি কয়, "ভালেই হ'ব। ৰাতিও থাকিবা দেই। তেতিয়া পাৰ চৰাইৰ মঙহেৰে ভাত খুৱাম।"

মনোহঁতৰ ঘৰৰ পঁৰা ৰে'লৰ উকিটো শুনা যায়। কিন্তু বাঁহতলিৰ ফাঁকেদি ৰে'লগাডীখন ছেগা-চোৰোকাকৈহে দেখা যায়।

'তহঁত বেলাটো ক'ত আছিলি?'—পিতাযেকে খঙতে কৈফিয়ৎ বিচাৰিলে।

গৰু বিচাৰি বিচাৰি ভঙুৱা চাপৰি পালোগৈ। তাত ৰে'ল দেখিলো। আৰু এখন ৰে'ল দেখিম বুলি মানুহ এঘৰত ৰ'লো। হেমাইৰ কথাত পিতাযেক সন্তুষ্ট নহ'ল।

'কিন্তু গৰুটো পালি জানো?'—সিহঁতে ইযাৰ উত্তৰ নিদি মনে মনে থকাটোকে উচিত বুলি বিবেচনা কৰিলে। সিহঁত সন্ধিয়া ঘৰ সোমাওঁতেই গৰুহাল গোহালিত দেখা পাইছিল।

'পিতাই, কজলা ক'ত ওলাল?'

'মৌবন্ধা বিলৰ এবুকু ভেৰত পৰি লৰচৰ নোহোৱাকৈ আটাহ পাৰি আছিল। তাক ভেৰৰ পৰা তুলি আনোতে চাৰিটা মানুহ লাগিছিল।'

মাক নথকা ল'ৰা দুটাক দিনটোৰ মূৰত দেখি বাপেকৰ মৰমো লাগিল। তাৰ কথাৰ সুৰ নৰম হ'ল। তাকে বুলি পাই হেমায়ে ক'লে, "পিতাই, আমাক বাৰু ৰে'লত উঠাবিনে?"

ইয়াকে শুনি বাপেক ·ᐟটিলিকাৰ কথা নৰম গুচি অলপ গৰম হ'ল। ক'লে, "মোৰ আৰু কাম নাই। বাপেৰতো যে বৰ হাকিম নহয়, মহাজনৰ বহতীয়াহে তাকে তহঁতে জান নে নেজান? মোৰ চুলি পকিল, দুটা-এটা দাঁত সৰিল। এই বয়সতো ৰে'লৰ উকিহে শুনিলোঁ, গুলীটো যেন পাৰ হোৱা ৰে'লগাডী দুখনমান চকামকাকৈহে দেখিলোঁ। এবাৰহে মাথোন বাটকুৰি ৰ চহৰ পাওঁতে ৰৈ থকা ৰে'লগাডীখন দেখাৰ মোৰ ভাইগ হ'ল। উঠিবৰ ইচ্ছা আছিল। পিছে আমাৰ ঠাইত ৰে'ল নৰখায বাবে উঠা আৰু নহ'ল। যা যা, এতিয়া এইবোৰ বাদ। ৰান্ধি থোৱা ভাতখিনি ভগাই খাগৈ যা। বেঙেনা-পিটিকাও আছে।'

হাল উঠিবৰে হৈছে। খেতিয়কৰ সিঁচা হৈছে। পথাৰৰ আহুধান দু-আঙুলমান ওখ হৈ ৰিব ৰিব মলযাত নাচিবলৈ ধৰিছে। এতিয়া গৰু চৰোৱাত বাদে ৰতীয়া আৰু হেমাইৰ আন কাম নাই। সিহঁতে

এদিন ভঙুৱা চাপৰিৰ মনোৰ ঘৰখনৰ বিষয়ে সকলো কথা কণটিলিকাক কৈ তাৰ ঘৰত চাৰিদিন থাকিবলৈ দিব লাগে বুলি অনুমতি বিচাৰিলে।

কাহানিও ৰে'লত উঠি নোপোৱা কণটিলিকাই ভাবিলে, সিহঁতে উত্তম প্ৰস্তাৱেই দিছে। সিহঁতে ৰে'লৰ উকি শুনি বিয়াকুল হ'ব বতাহৰ সমান বেগেৰে যোৱা ডাঠৰঙা ৰেলগাড়ীখন দেখি আচৰিত হ'ব, সিহঁতৰ মনবোৰ উৰণীয়া হ'ব। সিহঁতে সন্তোষ পাব। সিতো সিহঁতক সন্তোষ দিব পৰা নাই! ৰে'লগাড়ীত উঠোৱাটোতো পিছ কথা। ভঙুৱা চাপৰিত দুদিনমান থাকি যদি সিহঁতে ভাল পায়, তেন্তে সিহঁত যাওক। আপত্তি কৰিব লগা একো নাই।

সি ক'লে, "তহঁতে কোৱা মনো বোলা ল'ৰাটোৰ ঘৰখন আমাতকৈও নিছলা বুলি ক'লি দেখোন! তহঁত থাকিলে জঞ্জাল নেবাঢ়িব জানো? দুটা খাবৰীয়া বাঢ়িব দেখোন!"

ৰতীয়াই ক'লে, "এৰা, আমি কথাটো ভাবিয়েই চোৱা নাছিলোঁ।"

হেমায়ে সুধিলে, "তেন্তে পিতাই, কি কৰিম?"

কণটিলিকাই ক'লে, "বেৱস্থা (ব্যৱস্থা) কৰিম বাৰু। চাউল আৰু মাটিমাহ লৈ যাবি। পিয়াঁজ আৰু মেমেধুও (ধনিয়া)। পোনতে এইবোৰ কিয় আনিছা বুলি ক'ব পাৰে। তেতিয়া ক'বি— পিতায়ে সুদা হাতে অহাটো নিয়ম নহয় বুলি ক'লে। তদুপৰি এয়া নিজৰ খেতিৰ বস্তু।" প্ৰত্যেকে হাতত একোটা টোপালো লৈ সিহঁত ভঙুৱা চাপৰিলৈ ওলাল।

সিহঁতক পাই মনোৰ বৰ আনন্দ। গাঁওখনত তাৰ লগ-ভাগ নায়েই। তাৰ বয়সৰ বেছিভাগ ল'ৰা-ছোৱালীয়েই স্কুলত পঢ়ে। সিহঁতৰ তাক লগ ধৰিবলৈ সময়কে নহয়।

সিহঁত ভঙুৱা চাপৰি পাওঁতে সন্ধিয়াই হৈছিল। মনোৱে সিহঁত আহে বুলি দুযোৰ পাৰ চৰাই যোগাৰ কৰি পুহি থৈছে। এতিয়া সিহঁতে ঘৰ ল'লে কাৰণে তাকে মাৰি আলহীক ভাত খুৱাবলৈ তাৰ সত যোৱা নাই। সিহঁতে অনা বস্তু কেইপদলৈ চাই মাক ৰোহিণীয়ে ক'লে, "কিয়নো এইবোৰ আনিব লাগিছিল।" ৰতীয়াই তপৰাই মাত লগালে, "এঘৰ আপোন মানুহৰ ঘৰলৈ আহিলে সুদা হাতে আহিব নেপায় বুলি পিতায়ে ক'লে। মা, আমাক নিজৰ ল'ৰা বুলি ভাবক।"

সিহঁতৰ মাক নাই। ৰোহিণীক মাক বুলি কৈ সিহঁতে শান্তি পালে। সেই ৰাতি পূৰ্বতে মনোৱে কোৱাৰ দৰে পাৰ মাৰি ভাত খুৱাব পৰা নহ'ল। অৱশ্যে পুৱাতে ৰোহিণীয়ে বুজন চাই শ'ল মাছ এটা বিলত ধৰিছিল। ল'ৰাহালৰ কপাল ভাল। কাইলৈকো বজুগুটিৰ ঘৰৰ পৰা দুযোৰ পাৰ চৰাই কিনি আনিব লাগিব বুলি মনোৱে ভাবিলে।

সিহঁত তিনিওটা একেখন চৰাতে ফটা কঁথা পাৰি শুলে। আঁঠুৱা তৰিবলৈ নহ'ল। কাৰণ খৰালি ওচৰৰ খাল-ডোংবোৰৰ পানী শুকাই গৈছে বাবে মহ নায়েই।

শুবলৈ লওঁতেই সিহঁতে ৰে'লগাড়ীৰ উকি শুনিবলৈ পালে। ৰতীয়া আৰু হেমাইৰ গাটো ৰমৰমাই গ'ল। হেমাই শোৱাৰ পৰা উঠি চৰাৰ ওপৰত পোন হৈ বহিল। তাকে ইকবাৰ ফাঁকেদি সৰকি থকা জোনৰ পোহৰত দেখা পাই মনোৱে ক'লে, "আজি ৰাতিৰ ৰে'ল চাব নেলাগে দিয়া। দিন-ৰাতিয়ে এটা বাৰত এইটো আলিয়েদি ৰে'লগাড়ীয়ে পাঁচ-ছবাৰ অহা-যোৱা কৰে। তদুপৰি দুখন মালগাড়ীও আছে। মালগাড়ী মানে বস্তু-বাহানি কঢ়িওৱা ৰে'লগাড়ী।

হেমাইৰ দেৰিকৈহে টোপনি গ'ল। তাৰ ভাবনা এটাই — ৰাতিৰ ৰে'লগাড়ী। কেনেকুৱা

পোহৰত বাৰু ৰাতিৰ ৰে'লগাড়ী চলে? দবাবোৰ বাৰু কেনেকৈ পোহৰকৈ ৰখা হয়?

সি ইচাট-বিচাট লগাই থকা দেখি মনোৱে ক'লে, "কাইলৈ ৰাতিৰ ৰে'লগাড়ী দেখুৱাম দিয়া। তোমালোকৰ কপাল ভাল। তোমালোক ইয়াৰ পৰা যোৱাৰ দুদিন পিছলৈ তিনি দিন ৰে'লগাড়ী চলাটো বন্ধ হৈ আছিল।"

হেমায়ে ক'লে, "হয় নেকি? ৰে'লগাড়ীও বন্ধ থাকে তেন্তে? মই ভাবিছিলো, ই জোন-বেলিৰ দৰে নিয়মিত অহা-যোৱা কৰা বস্তু।"

মনোৱে মাত লগালে, "আমিও তেনে বুলিয়ে ভাবিছিলোঁ। পিছে ভাটি ফালে কোনোবা দেশৰ দ্ৰোহ কৰা মানুহে বোলে বহু ঠাইত ৰে'লৰ আলিৰ লোহাৰ বাতামবোৰ আঁতৰাই থৈছিল ৰে'লগাড়ীখন বাগৰক বুলি, মানুহো মৰক বুলি। 'পয়েনমেন' বুলি কোৱা চাপ্ৰাচী এটাই দেখা পালে বাবেহে বাৰুকৈ মানুহবোৰে ৰক্ষা পালে।"

হেমাইৰ সেই দ্ৰোহ কৰা মানুহবোৰক টঙনিয়াই মাটিত চেপেটা খুৱাই দিবলৈ মন গ'ল। সিহঁতে পিছদিনাও ৰে'লগাড়ী চাইছে, ৰাতিৰ ৰে'লগাড়ীও চাইছে। ৰাতিৰ ৰে'লগাড়ীয়ে হেমাই আৰু ৰতীয়াৰ মন মুহি পেলালে। আগত দৈত্যৰ চকুৰ দৰে চকুৰেদি হাজাৰ বিজাৰ বিজুলীৰেখাৰ সমষ্টিৰ সমান পোহৰে ৰে'লগাড়ী চলাওঁতাক বাট দেখুৱাইছে। দবাবোৰৰ খিৰিকীযেদি পোহৰ দেখা যায়। সকলোবোৰ পোহৰে আন্ধাৰৰ মাজেদি গতি কৰিছে। চলন্ত ৰে'লগাড়ীখন সিহঁতৰ চকুত অধিক ৰহস্যময় হৈ পৰিছে। উকি, ঝক্ ঝক্ ধ্বনি আৰু পোহৰৰ দীঘল লেচেৰীয়া ঘৰবোৰ অন্ধকাৰত লীন হৈ যোৱা দেখি আৰু শুনি সিহঁত হতাশ হৈছে।

এনেদৰে দুটা বাৰ শেষ হ'ল। সিহঁত দেওবাৰে আহিছিল। আজি বুধবাৰ। সিহঁত শুকুৰবাৰে বাঁহকুছিলৈ ঘূৰি যোৱাৰ কথা। সিহঁতে পিতায়েক কণটিলিকাক কথা দি আহিছে। সেইদিনা ঘৰ নোলালে কণটিলিকা নিজেই ভঙুৱা চাপৰি ওলাবহি। এই তিনি দিনৰ ভিতৰত কোনোবাই শিকলি টনা বাবে যদি ৰে'লগাড়ী ৰৈ যায়, অন্ততঃ এখন তামোল খাই শেষ কৰা সময়কণৰ ভিতৰত, তেন্তে সিহঁতে হাতত সৰগ ঢুকি পাব।

আজি সিহঁতে ভঙুৱা চাপৰিৰ বিলত মাছ ধৰিবলৈ যাওঁতে এখন মালগাড়ী আৰু এখন মানুহ বহি যোৱা ৰে'লগাড়ী দেখিলে। মনোৱে হেমাই আৰু ৰতীয়াক ক'লে, "ৰে'লগাড়ী যাওঁতে যে শব্দ হয়, সেই শব্দ সৰবজানৰ শব্দ। যিহেতু ভবা যায়, সেইটোৱেই ৰে'লগাড়ী যোৱাৰ শব্দ। বজুগুটিৰ মাক মৰিল, বজুগুটিৰ মাক মৰিল বুলি মনে মনে কচোন, সেয়ে ৰে'লগাড়ী চলাৰ শব্দ হ'ব।"

সিহঁতে মনে মনে তাকে ভাবিলে আৰু সেয়ে ৰে'লগাড়ীৰ শব্দ হ'ল। হেমায়ে কৈ চালে— 'বাঁহকুছি, বাঁহকুছি, ডাংকাচী ডাংকাচী।'— চলি যোৱা ৰে'লখনেও সিহঁতক তাকে শুনালে।

বিলত সিহঁতে একেলগে মাছ ধৰি বৰ স্ফূৰ্তি পালে। তিনিওটাৰ জুলুকিত পৰিল মাগুৰ, কাৱৈ আৰু শ'ল। দুপৰীয়া মাছেৰে পেট পূৰাই ভাত খোৱৰ পিছত সিহঁতক ভাগৰে হেঁচা মাৰি ধৰিলে। সিহঁত পাটীত পৰিল। ৰোহিণীয়ে ক'লে, "মনো, শুই উঠি লগে-ভাগে কাতিৰামৰ গোলালৈ যাবি। এজেৰা জালুক আনিবি। ৰাতি জালুকৰ গুড়িৰে পাৰৰ মঙহ ৰান্ধিব লাগিব।"

সিহঁতে পোনতে কলমটিয়ালে। ঢৰাখনত চিত হৈ পৰি থকাৰ অলপ পিছতে কলামলা টোপনিতে সিহঁত উচপ খাই থিয় হ'ল। ৰে'লগাড়ীৰ উকি। তাৰ পিছত কাণ ফাটি যোৱা আৱাজ।

সিহঁতে ভয়ো খালে। তথাপি বিনাবাক্যব্যয়ে সিহঁত ৰে'লৰ আলিৰ ফালে দৌৰিবলৈ ধৰিলে। সিহঁতে আৱাজটো ওলোৱা ঠাই ওলোৱাৰ আগতে দেখিলে— দুটামান লৰচৰ নকৰাকৈ থকা ৰে'লৰ দবা। সিহঁত কাষ পোৱাৰ আগতেই শুনিলে— চিঞৰ-বাথৰ, হাঁয়ে-বিঁয়ে, মৰণৰ আগতে কৰা আতুৰ অসহায় মিনতি। সিহঁতে কেইটামান ৰে'লৰ দবা মাটিত পৰি থকা দেখি সেইফালে আগুৱাই গ'ল। সঁচাকৈয়ে এইবাৰ সিহঁতে ৰে'লগাড়ীৰ গতি ৰোধ হোৱা দেখিলে। কিন্তু সিহঁতে আশা কৰা মতে ৰে'লগাড়ীখন নৰ'ল। সেই ঠাইত গৰু চৰাই থকা এটা গৰখীয়া ল'ৰাই ক'লে,— 'মনো, এই মনো, বেছি ওচৰ নেচাপিবি।'

'কি হ'ল?' – হেমায়ে সুধিলে।

গৰখীয়া ল'ৰাটোৱে ক'লে,— 'বোমা ফুটিল। দবা উফৰি পৰিল।'

সিহঁতে দেখিলে যে দবাৰ কেইবাঠাইৰ পৰা বগা আৰু ক'লা ধোঁৱা উৰি শূন্যত কুণ্ডলী পকাইছে। তথাপি সিহঁত অলপ আগুৱাই গৈ দেখিলে সিহঁতে কোনোপধ্যে সহিব নোৱাৰা এক বীভৎস দৃশ্য। কাৰোবাক দবাই চেপেটা খুৱাই মাৰিছে। কাৰোবাৰ হাত-ভৰি দূৰৈত উফৰি পৰিছে, তেজেৰে লুতুৰি-পুতুৰি হৈ মাকজনী মৰি আছে, কাষতে কান্দি থকা এবছৰীয়া শিশু। কাৰোবাৰ কাৰোবাৰ দেহৰ এছোৱা এছোৱাহে সিহঁতে দেখা পাইছে। দবাত কেঁচা তেজৰ ছিটিকনি। বেঞ্চিত আৰু তলত মৰাশ। চৌদিশে তেজ, মাথোন তেজ, মাথোন মৃত্যুৰ বিভীষিকা, কাতৰ ধ্বনি।"

সিহঁতে আৰ্তনাদ কৰি চকু মুদি পেলাইছে। লগে লগে 'মৰিল ঔ, মৰিল ঔ' বুলি সিহঁতে গাঁৱৰ ফালে লৰ দিছে। বাটতে মানুহ এজনে সুধিলে, 'কি হৈছে' ? মনোৱে মুখ মেলাৰ আগতে আন দুটা গৰখীয়া ল'ৰাৰ এটাই কৈছে। 'এটা আধা মৰা হৈ থকা মানুহে কৈছে, বায়ন কাই, কোনোবা অধৰমী দেশৰ শতৰুৱে বোলে ৰে'লত বোমা ফুটালে। গোটেইখন শিয়াল-শগুনৰ ভোজ হ'ব এতিয়া। '

সিহঁত ফোঁপাই-জোপাই গছ এজোপাৰ তলত বৈছে। হেমাই আৰু ৰতীয়াই ফেকুৰিবলৈ ধৰিছে। হেমায়ে কৈছে, 'মনো, আমি ৰে'লগাড়ীখন নেদেখাই ভাল আছিল। বৈ থকা ৰে'লখনৰ ওচৰলৈ নোযোৱাই ভাল আছিল।' ৰতীযাযো কৈছে, 'অঘটনত মৰণ যে কি ভয়ানক। মানুহনো ইমান কাঠচিতীযা হ'ব লাগেনে? '

# মন বিৰিখৰ জোখ

আগেয়ে কৈ থোৱা মতে ইংগিত পাই বিন্দা হাতত সাৰে ভৰিত সাৰে ঘৰৰ পিছফালৰ পৰা বাৰীখন পাৰ হ'ল। উই-হাফলুত ভৰি থৈ টাটীখন চেৰালে। এবাৰ পিছফালে চালে। একো নেদেখিলে। ওপজা ঘৰখন আৰু এবাৰ চোৱা নহ'ল। তাইৰ অলপ মায়া হ'ল। এইখন ঘৰলৈ আৰু তাই ঘূৰি নাহে। তাইৰ মুখৰ পৰা এটা হুমুনিয়াহ ওলাল। শব্দ হয় বুলি হাতৰ তলুৱাৰে হুমুনিয়াহটো বন্ধ কৰিলে। তাই বৈ থকা ঠাইকণ অকণমান মুঁকলি। বাকীখিনি ঠাইৰ দৰে এইকণ ঠাই ম'ৰা, থেকেৰা, মকাল বাঁহ আৰু ছেৱা গছেৰে গিজিপ খাই থকা নাই। দীঘল দীঘল উশাহ লৈ তাই চৌপাশে চালে আৰু জোনাকী পৰুৱা আৰু আকাশৰ তৰাৰ পোহৰত তাই দেখিলে— সি আহি আছে, ঠিক তাইৰ ওচৰলৈকে। তলসৰা পাতত গচক পৰি শব্দ হয় বুলি সি বৰ সাৱধানে আহিছে। তাইৰ ভাগৰুৱা দেহটো অকস্মাতে জীপ ধৰি উঠিছে। মন ৰাই-জাই কৰিছে। দেহৰ তেজে উজনি-ভাটি কৰিছে। বুকু চম্‌চমাইছে।

সি এখন হাতেৰে তাইৰ সাপ যেন পিছল অথচ উমনি দিয়া চৰাইৰ বুকুখনৰ দৰে কুহুমীয়া গৰম, গটিত মুখখন লিৰিকি-বিদাৰি থাকি ইখন হাতেৰে কঁকালত সাবটি ধৰি তাইক তাৰ দেহত লিপিট খুৱাই দিলে। বিন্দাই মূৰটো তাৰ বহল বুকুত গুজি দিলে। টোপোলা নথকা সোঁহাতখনৰ পাঁজীসেৰীয়া আঙুলিকেইটাই তাৰ কান্ধত পৰশ বুলালে। এখন কাণ তাৰ বুকুৰ গহ্বৰত থৈ, তাৰ হিয়াৰ ধ্বনি শুনিবলৈ চেষ্টা কৰি বিন্দাই মাথোঁ বিযাকুল হৈ ক'লে, "পৰভাত!" পৰভাতে আৰু বিযাকুল হৈ ক'লে, "বিন্দা!" ওচৰৰ আজাৰ গছৰ ডাঠ পাতৰ মাজৰ পৰা সাক্ষী স্বৰূপে এটি বনৰীয়া চৰায়েও সঁহাৰি দিলে— "হেটুলুক্! হেটুলুক্!!"

"পৰ্ভাত!"

"বিন্দা!"

"পৰ্ভাত!"

"অ' "

"পৰ্ভাত, তই. "

"বিন্দা, তই "

"অ', তই তেনেহ'লে "

"ভালেমান পৰ হ'ল। ভাবিলোঁ সিহঁত শোৱা কাৰণে তোৰ পলম হ'ল।"

"ভাবিলোঁ, চাওঁতে চাওঁতে চাগে, পৰ্ভাত তোৰ চকু বিষাল , ৰওঁতে ৰওঁতে চাগে, পৰ্ভাত, তোৰ ভৰি বিষাল।"

দূৰৈত কুকুৰৰ গেঙনি। বিলৰ কাষত অচিন চৰাইৰ কলৰব। ওচৰত চৰাইৰ পাখিৰ ধপ্ধপনি, পত্ৰ-পুঞ্জৰ ছত্ৰছায়াত প্ৰণয় কেলিৰ উন্মাদনা। ৰাতিৰ আন্ধাৰত সিৰ-ধমনীবোৰত গোপন উচ্ছলতাৰ ঢৌ। লগে লগে দেহৰ জুতি বিচাৰি এহাল ডেকা-গাভৰুৰ প্ৰাণত, মনত আৰু দেহত বন্য প্ৰবৃত্তিৰ উভৈনদী বান। সিহঁতে ধৰা পৰাৰ চিন্তা পাহৰিলে। সিহঁত সৃষ্টিৰ উন্মাদনাত বিভোৰ। দেহৰ ছন্দ-যতি মিলি সিহঁত এক হ'ল। পৰিতৃপ্তিৰ অত্যুচ্চ গিৰিশৃংগ বিচাৰি সিহঁতে যেন দেৱলোক বিচাৰি পালে— এই ধৰণীতে হাবিৰ নিয়ৰে সেমেকা দলিচাত, এই হাবিৰ তলসৰা পাতৰ ফুলশয্যাত।

"দুষ্ট!"— বিন্দাৰ উশাহবোৰ এতিয়া চুটি চুটি, জুইৰ ওচৰৰ ধোঁৱাৰ দৰে গৰম।

"তই জানো কম!"— পৰ্ভাতৰো একেই অৱস্থা।

"পৰ্ভাত, পলম হ'ল। ব'ল। আকলটো ঘৰতে পুৰাবি। ব'ল। তেতিয়া দেখিম, কাৰ কিমান শকতি।"

"ব'ল। টোপালাটো বাৰু মই লওঁ। বুইছ বিন্দা, তোক পোৱাৰ লগে লগে গাটো গৰম নোহোৱাহেঁতেন, তই ভাবিলিহেঁতেন— তোৰ দেহৰ চমকক আওকাণ কৰিলোঁ , ময়ো ভাবিলোঁহেঁতেন মই জোৱান নহয়।"

"বাঃ কি বৰ বৰ কথা। যেন অধিকাৰ পৰ্ভুয়েহে 'দিখ্যা' দিছে। কৰিব লাজ লগা কাম, ক'ব- — দেহত চমকক ধিক্কাৰ দিব নেলাগে। মতাবোৰ এনেকুৱাই। চব কথাতে 'যোক্তি'।"

"পিছে এই হাবি-বন, এযা চৰাই-চিৰিকটিৰ ইচপিচনি, এনে ধৰা পৰোঁ পৰোঁ চিন্তা, এই আন্ধাৰ, চব মিলি অতি আচৰিত অৱস্থা। এনে সময়, এনে অৱস্থাতো বিছনাত বিচাৰি নেপাম!"

"উঠ্। তোৰ 'পইদ্য'বোৰ শুনিবলৈ গোটেই জীৱনটো আছে।"

"অ', ডেকা হৈ থাকোঁতেই, তোৰ গাৰ উঠা-নমাবোৰ গৰ্বেৰে লৰ-চৰ কৰি থাকোঁতেই, কোনো মানে নোহোৱা কথাবোৰ কৈ কৈ, শুনি শুনি আমনি লাগিব নেলাগিব। নহ'লে জীৱন অকালতে ভসয়া দিব।"

সিহঁত উঠিল। দীঘলীআটীৰ চৰকাৰী আলিটোৰ ফালে গো-বাট এটাইদি খোজ দিলে। এতিয়া সিহঁত শহাকণীয়া। কাৰণ, বিন্দাৰ মাকে যদি এতিয়া উমান পায় যে জীয়েক ওচৰত শুই থকা নাই আৰু বাপেক মূলাই হীৰাক যদি কথাটো কয়, চান্দ সদাগৰ যেন মূলাই হীৰাই গোটেইখন বৌজাল্-বৌজাল্ লগাব, গাঁৱৰ ডেকা ল'ৰাবোৰ জগাই গোটেইবোৰ ঠাই চলাথ কৰিব।

সিহঁত চৰকাৰী আলিটোত উঠিল। কাতিমহীয়া চেঁচা বতাহ বলিল যদিও কোনোবাই অহা কাৰণে সিহঁতৰ গাত ঘামৰ নিয়ৰ। পৰ্ভাতে বিন্দাৰ ফোঁপনি শুনিলে। তাৰ বৰ মৰসাহ। ভয়-চয় নাই। গতিকে সি বিন্দাক অকণমান জিৰাবলৈ ক'লে। তাই তাৰ কথা নুশুনি আগতকৈ দুগুণে খোজ দিলে। সি ক'লে, "এৰা, নোৰোৱাই ভাল। অলপ পিছতে পুৱা হয়বৰগাঁৱৰ লালীয়া কেঞাৰ তাত বেচিবৰ বাবে মৰাপাটৰ গাড়ীবোৰ টিলিঙা বজাই আহিব।"

সেয়েহে সিহঁত আলিটোৰেদি বৰছলা পথাৰ পাই ধাননিৰ মাজলৈ খোজ দিলে। শালিধানৰ পথাৰৰ সৰু সৰু আলিয়েদি খোজ দি সিহঁতে জাজৰিলৈ গোনালে। জাজৰি পালেই ৰক্ষা। পাবোতেনো

এইবাৰ কথা এনেয়ে ওলায়নে— 'হাতীচোং জাজৰি, কথাৰ ফালে আজৰি?'

এখনৰ পিছত এখনকৈ দুখন তামোল পাগুলি পাগুলি খালে যিমানখিনি সময় লাগিব, সিমানখিনি সময়ৰ ভিতৰত সিহঁত জাজৰিৰ হীৰা গাঁও পালেহি। পুণীয়া মণ্ডলৰ গেলামালৰ দোকানৰ পিছতেই সকমনৰ ঘৰ, তাৰ পিছতেই হীৰামনৰ ঘৰ, তাৰ পিছত পুৰীবাইৰ ঘৰ, তাৰ পিছত বৰচাজৰ ঘৰ। বৰচাজৰ ঘৰ পাৰ হৈ জাৰ্মানী বনৰ জোপোহা কিছুমান পাৰ হ'লেই গজালিৰ ঘৰ, অৰ্থাৎ পৰ্‌ভাতৰ ঘৰ।

পৰ্‌ভাতৰ মনটো ভাল লাগি গ'ল গাভৰুজনীৰ পিঠিয়েদি কঁকালৰ তলৰ ফেৰ ধৰি থকা আওগৰীয়া মাংসপিণ্ড দুটালৈ হাতখন পিছলাই সি ভাবিলে— বাৰুকৈ বিন্দাৰ গাঁৱৰ চিৰিমনৰ ঘৰৰ পখৰা কুকুৰটোৱে সিহঁতক দেখি নুভুকিলে আৰু টোপনি পাতল পুণেমাই বুঢ়ীয়ে সাৰ নেপালে! মাথোন এনল নিলগত চোৰ দুটাকহে দেখা পোৱা গ'ল। নিশ্চয় সিহঁত গুটীয়া আৰু ফটু। তাকো এলাপেচা চোৰ। অৱশ্যে ভেলা দোকানীৰ তাত কাম কৰা ৰাতি বাঁহী বজাই ফুৰা ল'ৰাটোৱে, মানে লচং নে ফচং, সেইটোৱে দেখাহেঁতেন, কিছুপৰ উধাই-মুধাই দৌৰিব লাগিলহেঁতেন। এৰা, তাৰ আজি কপাল ভাল। আচলতে বিন্দাৰহে কপাল ভাল। তাই ঘৰ সোমালে তাৰ কিজানি দুগোহালি গৰু হ'ব, গছিধান-গুটিধানৰ দুটা ভঁৰাল হ'ব। হ'বতো' কিয় নহ'ব? হেলনীযা সপোন দেখা চকুৰ, কঁকাললৈকে পৰা চুলিৰ, ফেহু যেন ৰঙৰ আৰু কুন্দৰ্ত কটা মুখৰ ছোৱালীৰ জানো 'বিধি বাম' হ'ব পাৰে?

জাৰ্মানী বনখিনি পাৰ হৈ সিহঁতৰ ঘৰৰ ঢকুৱাখনৰ লগত লাগি থকা তলমুৱা কদম জোপাৰ তলত সি ৰ'ল। বিন্দাও তাৰ ওচৰতে ৰ'ল। সি কঁকালৰ খোচনিৰ পৰা ৰঙা ৰুমাল এখন উলিয়াই বিন্দাৰ কাপোৰে নঢকা অংশৰ ঘামবোৰ মচি মচি ক'লে, "বিন্দা, সোণ মোৰ, তই ইয়াতে খন্তেকৰ টোপালাটো মোক দে। ঘৰলৈ গৈ অলপ উমান লৈ আহোঁ।"

তাইক সি টপক কৰে চুমা এটা খাই নিৰ্ভয় কৰিলে। অকণো শব্দ নকৰাকৈ সি নঙলাৰ মাৰি দুডাল খুলিলে। ক'লা কুকুৰটোৱে আহি তাৰ ভৰি দুখন শুঙিলেহি। সি অৱশ্যে ঘৰত চোৰৰ দৰে সোমাবৰ প্ৰয়োজন নাই। সিহঁতৰ সমাজত ছোৱালী পলুৱাই অনাটো নিয়মহে। এই নিয়ম দীঘলীআটী বিলৰ দৰে পুৰণি। তথাপি তাৰ সংশয় দূৰ নহ'ল। তাৰ লেথা বাপেকক লৈহে। বাপেক বৰ একাচেকা মানুহ। আঁকোৰগোঁজ মানুহটোক পতিযন নিওৱা টান। জেদীও। নাও বুৰিলেও টিঙৰ পৰা ননমা মানুহ। এৰা, এইখিনিতে পৰ্‌ভাত দুৰ্কপলীয়া। তাৰ বাপেক গজালিৰ লগত বিন্দাৰ বাপেক মূলাই হীৰাৰ ঘোৰতৰ বিবাদ।

সি যে বিন্দাক লৈ ওলাবহি, এই কথা বিন্দাৰ বযসৰে ভনীযেক সৰস্বতীয়ে জানে। তাৰ মাক কৰতীয়েও আজি বিয়লি অহুকাণে-পহুকাণে শুনিলে। কিন্তু লেথা হ'ল গজালিক লৈহে। তাৰ এই মইমত বাপেকটোক লৈহে। আদহীয়া মতগজ বাপেকটোৱে কিখন কৰে ঠিক নাই। তথাপি পৰ্‌ভাত পুৰুষ। লগতে ছোৱালী পলুৱাই অনাটোও পুৰুষৰহে 'বীৰত্ব'। অধিবাসৰ দিনা স্বয়ং কৃষ্ণয়ো ভৱানীৰ মঠৰ পৰা ৰুক্মিণীক পলুৱাই আনিছিল। লগে লগে ৰজা-মহাৰাজবোৰে শৰধেনু লৈ খেদি অহা দেখি কৃষ্ণই ৰুক্মিণীক প্ৰবোধ দিছিল এনেকৈ— 'কি কৰব সিংহক শুকৰ সব আয়া। হামাকু শপত তাপ তেজহু জায়া।'

গতিকে তাৰ ভয় থকা উচিত নহয়। সি গল হেকাৰি এটা মাৰিলে। ভনীয়েক সৰস্বতী নিশ্চয়

সাৰে আছিল। এৰা, এনে এটা কথা আগতীয়াকৈ জনাৰ পিছত একেটা মতলব লৈ থকা সৰস্বতীনো সাৰে নেথাকি পাৰেনে? তাইৰ কোঠাত বগী টিনৰ চাকি এটা জ্বলি আছে। বৰ চতুৰ ছোৱালী। তাই চাকিটো হাতত লৈ বাহিৰলৈ ওলাই নাহিল। সি ইচ্ছা কৰিয়েই শব্দ কৰি চোতালত দুখোজমান দিলে। ভৰিৰ খাৰগাঁঠিৰ পৰা মটক্ মটক্কৈ শব্দ দুটামান হ'ল।

সৰস্বতী ওচৰ চপা দেখি সি আগুৱাই গৈ ফুচ্ফুচাই সুধিলে, "বৌটী শুলেনে?"

তাই একে ধৰণে ক'লে, "বৌটীৰো কিজানি বোৱাৰীৰ বনকৰা খাবলৈ হাবিয়াহ। শোৱাৰ ভাও জুৰিহে পৰি আছে।"

"ৰজত একা?"

"সি হেমাৰবড়িলৈ গৈছে। ভাওনা চাবলৈ।"

"পিতাই?"

"ভেটা ৰাখিবলৈ গৈছে। কিয়নো, যাওঁতে বিয়াগোম চেপা এটা লৈ যোৱা দেখিছোঁ। ৰাইজে পাল পাতি ভেটা ৰখাৰ কথা। সন্দেহ কৰিছে, দীঘলীআটিৰ মানুহে চুৰকৈ চেপা দাঙিব পাৰে।"

"কেতিয়া আহিব?"

"কিজানি গোটেই নিশা নৰখে। ভাত খাই যোৱা নাই যেতিয়া ওলাবহি পাৰে। পিছে বিন্দাক আনিছ জানো?"

"তৰুৱা কদমজোপাৰ তলত।"

"আনগৈ আকৌ। কদমৰ গোন্ধ এনেয়ে আছে। তাত আৰু গোন্ধৰ দৰকাৰ নাই। কোঠালি শুৱনি কৰি তাই গোন্ধ বিয়পাওকহি।"

শেষৰ কথাকেইটা কৈ সৰস্বতীয়ে খুকখুককৈ হাঁহা সি শুনিবলৈ পালে। তাৰ তেজত যেন জুইহে লাগিল। সি বিন্দাক লৈ আহিল। দুযো সুৰুকা মাৰি কোঠালিটোত সোমালহি। সৰস্বতীয়ে ঘপকৈ সোমাই চাকিটো খাটৰ খুঁটা এটাৰ ওপৰত থৈ গুণগুণাই কিবা এটা গাই মাকৰ ওচৰ পালেহি। পৰ্‌ভাতে কিবা এটা সন্দেহ কৰি কোঠালিটোৰ পৰা ওলাই আহি মাক আৰু সৰস্বতী শোৱা কোঠালিটোৰ বেৰ এখনত কাণখন থ'লে। খন্তেকতে এই কথাকেইটা শুনিবলৈ পালে—

'সৰেচতী, ছোৱালী কেনে ঐ?'

'বটিয়া, মোক খা মোক খা চেহেৰা। সেয়েহে চাকিটো থৈ আহিছিলোঁগৈ। চাবৰ মনেৰে।'

'তাৰ নিচিনা হাড়পাত শকত আৰু মগুহালনে?'

'একাচি চৰাহে। ছিৰাল ফটা বাঙিৰ নিচিনা।'

'হওক তেও। আৰু?'

'তাই বেছ চম্ভালিব পাৰিব। সি আৰু গজেনৰ দৰে ধুম খুলি বাই থাকিব নেলাগিব। তাইক আৰু চেপি-খুন্দি থাকিলেও গুফন্দিহে থাকিব।'

'হওক তেও সিহঁত সুখী হওক। এৰা, তয়ো বৰচাজলৈ গ'লে তেও মোৰ চিন্তা কমে।'

তাৰ পিছত কোনো শব্দ নাই। পৰ্‌ভাতে আওপকীয়াকৈ মাকৰ আশীৰ্বাদ পালেই। তাৰ অন্তৰ মাকৰ প্ৰতি শ্ৰদ্ধা আৰু কৃতজ্ঞতাত উপচি পৰিল। সি উভতি আহি বিন্দাক খাটত লাজ লাজ ভাব লৈ তললৈ চাই বহি থকা দেখা পালে। সি কোঠালিটোত সোমোৱাত তাই যেন লাজতে নিলাজী বন হ'ল।

সি দুৱাৰৰ ডাংডোল মাৰি তাইৰ কাণৰ নিচেই ওচৰলৈ মুখখন আনি ক'লে, "মনত ডাবৰ কিয়? ওপজা ভেটীতো এৰি?" তাই মাথোন ক'লে, "চাকিটো নুমাই দে।"

"কিয়?"

"তোক দেখি কেতিয়াও ইমান লাজ লগা নাছিল।"

"পিছে বিন্দা, আগতেওতো প্ৰথমবাৰ লাজ ভঙাৰ পিছত ।"

"এতিয়া বেলেগ কথা। আমি মতা-তিৰোতা। চাকিটো নুমাই দে।"

"এৰা পাহৰিয়েই গৈছোঁ। এইখিনি 'কমনচেন' মোৰ থাকিব লাগিছিল।"

সি চাকিটো নুমাই দিলে। কোঠাটো বেছি এন্ধাৰ যেন লাগিল। অলপ পৰৰ পিছত কিন্তু অস্পষ্ট কোমল পোহৰত কোঠালিটোলৈ ছেগা-চোৰোকা শুকুলা ডাৱৰৰ আকাশখনৰ এচকা নামি অহা যেন লাগিল। কাৰণ এশাৰী কাকিনি তামোলৰ ওপৰেদি জোনে কেৰেচীয়াকৈ হাঁহিছে। এটা তৰাৱে সৈতে। ইকবাৰ বেৰৰ ফাঁকেদি, ছাল-ফৌকমৰ মাজেদি আৰু পশ্চিমফালে থকা ৰুমালখনৰ সমান খিৰিকীখনেদি জোনৰ পোহৰ পৰিছেহি। এনে অৱস্থাত বিন্দালৈ আচৰিত ধৰণৰ আকল এটা হৈছে যদিও সি এটা চিন্তাত পৰিছে। কাষৰ কোঠাটোতে সৰস্বতী আৰু মাক শোৱে। মাৰ হয়তো টোপনি যাব পাৰে। কিন্তু সৰস্বতীৰ টোপনি নাহে। হেজাৰ হওক, তাই তেজ-মঙহৰ গাভৰু। এনে এটা দিন তাইলৈকো আহিব। সি তাইৰ ককায়েক হ'লেও, নীতি-নিয়মে তাইৰ আগ্ৰহ নষ্ট কৰিব নোৱাৰে। সৰস্বতীও কম পীৰিতি-পাগলিনী নহয়। কিজানি লুকাই-চুৰকৈ বৰচাজে তাইক নতুন সোৱাদ দি থৈছে। গতিকে তাই শহাকণীয়াকৈ ৰ'বই। তাইৰো গা-মন কিবা লাগি যাব। হয়তো দেখাৰ আৰু শুনাৰ আগ্ৰহটো দমাব নোৱাৰি শোৱাৰ পৰা উঠি বেৰত কাণ পাতিবহি। সিহঁতে উত্তেজনাত কোৱা বেবেৰিবাং কথাবোৰ, দেহৰ তালবোৰ আৰু ফোঁচফোঁচনিৰ দৰে শব্দবোৰ শুনিব। হয়তো কিবাকিবি দেখিবও। এস্ বৰ লাজৰ কথা হ'ব। পিছদিনা মুখ উলিওৱাই টান হৈ পৰিব। অথচ এনে এটা দিনত লাগে তাক জনপ্ৰাণী নোহোৱা এখন ঠাই।

তাৰ সঁচাকৈয়ে লাজ লাগিল। বিন্দাক সি সদায় পাব। তাইৰ এই শৰীৰটো সদায় বিছনাৰ গাৰু এটাৰ দৰে সহজে বিচাৰি পোৱা বস্তু এটা হ'ব। কিন্তু আজি এই সকলোৱে অনুমান কৰা কথাটো যে কিমান লাজৰ! সি ভাবিলে, কাইলৈ নিশ্চয় সৰস্বতী সাৰে নেথাকে। কাইলৈ তাইৰ ইমান আগ্ৰহো নহ'ব। গতিকে সি যদি আজি ৰাতি বিন্দাক ইয়াতে এৰি ঢলপুৰীয়াৰ ৰমাকান্তৰ ঘৰত শোৱেগৈ, তেনেহ'লে বিন্দায়ো ইমান বাট খোজ কাটি অহাৰ ভাগৰ পলুৱাই শুব পাৰিব আৰু দুয়ো প্ৰথম নিশাৰ লাজ কাটি কৰি থব পাৰিব। বিন্দাই বেয়া নাভাবিব। কাৰণ, সেই ঠাইত,— প্ৰথমে তাইক লগ পোৱাৰ ঠাইতেইতো— তাই তাৰ দেহৰ ভোক কিমান বুজি ল'লে।

সি আৰু এটা কথা চিন্তা কৰি ৰাতিটোৰ কাৰণে ঢলপুৰীয়াৰ ৰমকান্তৰ ঘৰত শোৱাটোকে ঠিক কৰিলে। মাজনিশা বাপেক ওলাবহি। মাকে দুৱাৰ খুলি দিবহি আৰু মনে মনে কথাটো ক'ব। তেতিয়া বাপেক গজালি গৰ্জি উঠিব। খন্তেকতে গোটেইখন হুলস্থুল লাগি যাব। তাৰ লগত বহুত পৰ তৰ্কাতৰ্কি হ'ব। এইবোৰ দেখি বিন্দাৰ পেটতে হাত-ভৰি লুকাব। তায়ো গজালিৰ কৰ্কথনা নুশুনিলেহে ৰক্ষা। বাপেক গজালিয়ে এনে হুলস্থূল লগাবই। কাৰণ গজালিৰ লগত মূলাইৰ ঘোৰতৰ বিবাদ। এবাৰ ভোগালী বিহুৰ উৰুকাৰ দিনা দীঘলী বিলত মাছ মৰা লৈ মৰামৰি হৈছিল। এটা দলৰ বৰ মতা আছিল

গজালি আৰু ইটো দলৰ মূলাই হীৰা। মূলাই হীৰাই তাক মাৰিছে বুলি গোচৰো কৰিছিল। গোচৰত গজালি হাৰিছিল। কাৰণ মুচুলুকা লৈহে হাকিমে গজালি আৰু তাৰ দলটোক এৰি দিছিল। সেয়েহে গজালিৰ মূলাই হীৰালৈ ইমান আখেজ। গতিকে আজি ৰাতিটো যদি পৰ্‌ভাত ৰমাকান্তৰ ঘৰত থাকে আৰু পাছদিনা পুৱা যদি দেৰিকৈ ওলায়হি , তেনেহ'লে এইখিনি সময়ৰ ভিতৰত গজালিৰ খং আৰু আক্ৰোশ শাম কাটিব পাৰে। পুৱা বিন্দাই সেৱা কৰাৰ পিছত তাইক দেখিও সকলো পাহৰি যাব পাৰে।

সেই কাৰণেই তাৰ বুদ্ধিটো চমুকৈ বিন্দাক ক'লে। বিন্দায়ো তাৰ সমস্যাটো বুজি পাই তাক ওলাই যাবলৈ সম্মতি দিলে। সি ওলাই আহিল। সি পিছলৈ ঘূৰি চালে। একো নেদেখিলে। মাথোন বিন্দাই দুৱাৰৰ শলখা মৰা শব্দটোহে শুনিলে। সি বেগেৰে খোজ দি এঘণ্টামানৰ মূৰত ঢলপুৰীয়াৰ ৰমাকান্তৰ ঘৰ পালেহি। সি চিঞৰিলে, "ৰমাকান্ত! অ' ৰমাকান্ত।" কিছুপৰ একো সঁহাৰি নেপাই আকৌ চিঞৰিলে, "অ' খুড়ী, আছেনে?"

ৰমাকান্তৰ মাকে দুৱাৰ খুলি দিলে। চাকিৰ পোহৰ দেখিলে, ৰমাকান্তৰ মাক আৰু ওচৰতে সোমেশ্বৰীক। সোমেশ্বৰীয়ে আচৰিত হৈ ক'লে, "অ', পৰ্‌ভাত ককাই দেখোন! ইমান ৰাতি!"

সি ভিতৰ সোমাই সুধিলে, "ৰমাকান্ত নাই?" মাকে ক'লে, "পৰহিয়েই বোৱাৰীৰে সৈতে তাইৰ মাকৰ ঘৰলৈ গ'ল। কাইলৈহে অহাৰ কথা, পিছে তই ক'ৰ পৰা আহিলি? বিপদ?'

সি পীৰা এখনত বহি মূৰটো আওজাই ক'লে, "এৰা, বিপদ বাৰুকৈয়ে। আজি হেৰিয়াক, মানে মূলাইৰ জীয়েকক, আনি ঘৰত থ'লোঁহি। পিতায়ে মূলায়ে অহি নকুল। মোক দম্‌দমাবলৈ লাগিল। গালি-শপনি পাৰি গছৰ পাত সৰাবলৈহে বাকী থাকিল। গতিকে ইয়ালৈকে আহিলোঁ। তাইক থৈ আহিছোঁ। কাইলৈ গৈ পাওঁ মানে কিজানি পিতাইৰ খং জামৰিব।"

সিহঁতৰ কিজানি তালৈ পুতৌ জন্মিল। সোমেশ্বৰীয়ে আলহী সোধাৰ উলহ-মালহ লগালে। জা-জলপান খাবলৈ দিলে। পৰ্‌ভাত আচৰিত হ'ল সোমেশ্বৰীৰ গতিবিধি দেখি। তাইৰ মনত অতি হৰিষ। মাটিত ভৰি পৰিব খোজা নাই। তাইৰ মুখত মৰম। কিন্তু চকুহাল চিকাৰ বিচৰা বাঘিনীৰ দৰে। কিন্তু কিয়?

ৰমাকান্তক শুবলৈ দিয়া বিছনাখন পাৰি আঁঠুৱাখনৰ তলটো চাৰিওফালে গুজি দি সোমেশ্বৰীয়ে ক'লে, "তই কম ভকত নহব। পাটীৰ তিৰোতা এৰি তই    । ছেঃ, তাই একো কোৱা নাই?"

সি আঁঠুৱাৰ ভিতৰৰ পৰা ক'লে, "তোক ইমানবোৰ খবৰ কেলৈ?"

এইবুলি কোৱাৰ লগে লগে তাই হাতখন আঁঠুৱাৰ তললৈ সুমুৱাই তাক এটা চিকুট মাৰিলে আৰু এবাৰ ক'লেও, "ইমান ডাঙৰ কাণ্ড এটা কৰি আহি জানো তোৰ টোপনি যাব?"

সি আঁঠুৱাৰ মাজেদি তাইলৈ চালে। তাই কিয় আজি তালৈ ইমান আগ্ৰহ দেখুৱাইছে? আগেয়ে দেখোন তাই গোঙোৰামুৱা হৈ থাকে। তাইক যে ইমান ভাল দেখা গৈছে। ব্লাউজটো কিজানি ইচ্ছা কৰিয়েই খুলি থৈছে। চুলিবোৰ আউল-বাউল। খোজ-কাটল অস্থিৰ। গাটো বৰ মোহ লগা হৈ পৰিছে। মুখখন বিন্দাৰ দৰে ধুনীয়া নহ'লেও বুকুৰ মেহনতি কামবোৰ বেছি চকুত লগা। কঁকাল যিমানেই সৰু, কঁকালৰ তলছোৱা সিমানেই বহল আৰু ওখ। মেখেলাৰ আৱৰণেও মাখনৰ স্তম্ভ যেন লগা কৰস্তৰ গোলাকাৰ সীমামূৰিয়লি লুকুৱাব পৰা নাই। এতিয়া সি শুই আছে। সেই কাৰণেই হয়তো তাই    । অথচ তাই জানে যে সি বিন্দাক আনি তাৰ ঘৰত থৈ আহিছে। তিৰোতা মানুহৰ যে কি আচৰিত মন।

"শুই অসুবিধা পাইছ নেকি?"

"নাই, চাকিটো লৈ যা।"

"চাকিটো বৌৱে ইয়াতে থৈ দিবলৈ কৈছে।"

"মিছায়ে কৈছ।"

"তেনেহ'লে নুমাই দিওঁ।"

এইবুলি তাই চাকিটো নুমাই দিলে। তাৰ পাছত তাই মুখখন আঁঠুবাৰ ভিতৰলৈ সুমুৱাই তাৰ ওচৰলৈ আনি ক'লে, "শান্তিৰে শুব পাৰিবিতো?" তাইৰ গৰম উশাহে তাৰ গালখন চেলেকি গ'ল। সি বিবেক হেৰুৱায়ো, অতি উন্মাদ হৈয়ো উপস্থিত বুদ্ধি নেহেৰুৱালে। ক'লে, "তই আহিবি?" তাই মুখখন তাৰ বুকুৱেদি বগৰাই ক'লে, "অলপ পিছত। বৌ ভালকৈ শোৱক।"

সি বিশ্বাস কৰিব নে নকৰে ভাবি পোৱা নাছিল। এনেতে প্ৰায় মাজনিশাৰ পিছত সি অনুভৱ কৰিলে কাষতে এটা আধা ঢকা, আধা নঢকা শৰীৰ। আগলি কলাপাতৰ দৰে মিহি অথচ কুকুৰা এজনীৰ বুকুৰ দৰে উম লগা। এই শৰীৰটো বতাহে কোবোৱা কেঁচা ধাননিডৰাৰ দৰে ঢৌ উঠা। তাইৰ কঁপা কঁপা হাত দুখন মলযাই লৰোৱা ফুলৰ পাহিবোৰৰ দৰে। তাইৰ ওঠৰ পৰশত কাকুতি, নিম্নাংশৰ হেন্দোলনিত বহুত মিনতি।

গতিকে কথাৰে এই কাকুতিৰ, এই তেজৰ নিমন্ত্ৰণৰ উত্তৰ দিব নোৱাৰি। এতিয়া পৰ্‌ভাত অচৈতন্য। তাৰ সমগ্ৰ চেতনা মাথোন এটা শৰীৰত। এই মুহূৰ্তত ইয়াতকৈ অপৰূপ শৰীৰ আৰু কাৰো হ'ব নোৱাৰে। গতিকে দুটা শৰীৰ এক হৈ গ'ল, দুটা মন এক হৈ গ'ল। ৰাগ মোচনৰ চৰম মুহূৰ্তৰ সন্ধানত সোমেশ্বৰী আৰু পৰ্‌ভাত এতিয়া সৃষ্টিৰ প্ৰথম নৰ-নাৰী ।

কাউৰীৰ আৱাব শুনি আৰু চকুত আমনি পাই পৰভাতে চকু মেলিযেই দেখিলে সোমেশ্বৰীক। সি শোৱাৰ পৰা উঠিল। সোমেশ্বৰীয়ে মোহ লগাই হাঁহি গাল দুখনৰ মাজত দুটা গাঁত কৰি ক'লে, "শুয়েই থাকিবিনে? ঘৰত শুইছোঁ বুলি ভাবিছ নেকি?" সি একো নক'লে। চাহ-জলপান খোৱাৰ সময়তো সোমেশ্বৰীযে তাক ক'লে, "মাজে মাজে আহিবি আকৌ। বিন্দাক পাই ঢলপৰীযাখনক নেওচা নিদিবি আকৌ।"

এইবাৰো পৰ্‌ভাতে একো নক'লে। সি সোমেশ্বৰীৰ চকুলৈকে চাব নোৱাৰিলে। তাই আকৌ ক'লে, "সেইবুলি তাইক মৰম-চৰম কৰিবি। মোলৈ আকল কৰি থাকিলেই নহ'ব। পতি হ'বলৈ বৰ টান, বুইছ। কিজানি ঘৈণী হোৱাটোও টান। চব বান্ধোন। পাৰোতেনো মই কলীয়াক ক'লোঁনে—বোলো চোৰ হৈ মোক বিচাৰিলেহে তোক ভাল লাগে? নহ'লেতো একেখন আঞ্জাৰ ভাতত কিহৰ জুতি?"

পৰ্‌ভাতে তেতিয়াও একো নক'লে। মাথোন ভাবিলে, তেনেহ'লে সোমেশ্বৰীৰ বিষয়ে মাজে মাজে শুনা কথাবোৰ মিছা নহয়।

অৱশ্যে বিদায় লোৱাৰ সময়ত কৃতজ্ঞ হৈয়ো সি তাইৰ ফালে চালে। বাটত তাৰ মনটোৱে নিমিলা কথাবোৰ আৰু ভাবিব নোৱাৰা হ'ল। সি সুঁৱৰিলে— সকলো বুজিব পাৰি, নিজক বুজা বৰ টান। এইষাৰ কথা সিহঁতৰ গাঁৱৰ বলো গায়নে বাৰে বাৰে কয়। এৰা, মানুহৰ, মানে মতা-তিৰোতাকে ধৰি সকলোৰে, কোন সময়ত কি মতলব হয় ধৰিব নোৱাৰি। এনে খন্তেকীয়া দুৰ্বলতাবোৰে স্বাভাৱিক সমাজখনক ইতিকিং কৰি কয় — হাতীক তহঁতে লেজুৰে বান্ধি বইচ লগাব পাৰ, মনক নোৱাৰ,

লোভকো নোৱাৰ। অথচ এইখন পৃথিৱীৰ মানুহৰ সংসাৰবোৰ দেখাত তেনেই স্বাভাৱিক। পতি-পত্নীৰ প্ৰেম আছে, নীতি-নিয়ম আছে, ধৰম আছে , বান্ধোন আছে।

এৰা, সোমেশ্বৰী হ'ল এটা লোভ , সমাজৰ বান্ধ আৰু বিশ্বাস ভংগ কৰিব পৰা বাঢ়নী পানীৰ সোঁত। কিন্তু বিন্দা হ'ল মৰম, বিশ্বাস, বান্ধোন, ধৰণী আৰু অনেক।

ঠিক ঘৰ চপাৰ আগে আগে বিন্দাক প্ৰৱঞ্চনা কৰাৰ অনুতাপে তাক ডেই পুৰি মাৰিব বুলি ভাবিছিল যদিও পদূলিমুখতে তাৰ মনত পৰিল এটা অদ্ভুত উদাহৰণ— প্ৰতিটো বাঁহীৰ সুৰ যেনেকৈ বেলেগ, সেইদৰে প্ৰতিজনী তিৰোতাৰ শৰীৰো তেনেকৈ ।

নঙলামুখ পাৰ হৈ দেখিলে, বাপেকে চোতালৰ গড় এডালত বহি ভগা জুলুকি এটা বাটি আছে। তাক অহা দেখি গজালিয়ে অলপ খঙেৰে তাৰ ফালে চাই ক'লে, "আহিলিনে বোপাই? তোৰ মূৰত ঘিউ আছে নে গোবৰ আছে? বুইছ, তিৰোতা চপালেই নহয়, চম্ভালি ৰাখিবও জানিব লাগে। মূৰত ঘিউ থকাহেঁতেন, তই এনেকৈ ছোৱালীজনীক এৰি থৈ ? থুই কটা! সোধচোন মাৰক— তাইক এনেকৈ অনাৰ বেলিকা কিবা মই এনেকৈ এৰি গৈছিলোঁনে? ধিক্ ধিক। এৰা, এতিয়াৰ ল'ৰাবোৰৰ একেবাৰে কাণ্ড-জ্ঞান নাই। "

কথাখিনি শুনি পৰভাতৰ সাহ বাঢ়ি গ'ল। সি সেহা-বেঙাকৈ ক'লে " কিন্তু পিতাই, তই গণ্ডগোলখন কৰ বুলিহে ।" বাপেকে অকণমান হুঁহাৰ নিচিনা কৰি ক'লে, "হেৰ', মূলাইৰ মোৰ লগত বেযা হ'ব পাৰে, কিন্তু তাৰ ছোৱালীৰ জগৰ কি? গাধা এইটো কথাও বুজি নেপালি? তাৰ ঘৰলৈ তইঁত দুটা নগ'লেই হ'ল।"

পৰভাতে নিৰ্ভয মনেৰে ভিতৰলৈ গৈ বিন্দাক ক'লে, "বিন্দা, মোক আজিৰ পৰা তই শাসন কৰিব লাগিব দেই। কাৰণ, মানুহৰ মন শিমলু তুলাৰ দৰে।" কিয এনেকৈ কৈছে বুজি নেপাই বিন্দাই মাথোন চলচলীযা চকুৰে তাৰ বুকুত আশ্ৰয ল'লে।

## সমাপ্ত

# BIODATA OF DR. LAKSHMI NANDAN BORA

**PRESENT ADDRESS**
RAJBARI PATH, DISPUR KACHARI BASTI
GANESHGURI, GUWAHATI-781039, ASSAM
PH (0361) 2345690
E-mail lnbora@yahoo co in

**DATE AND PLACE OF BIRTH**
March 1, 1932, Kujidah, Nagaon Assam, India

**CITIZENSHIP**
Indian

**EDUCATION**
B Sc in Physics (Hons ), Cotton College, Gauhati University, Assam, 1952
M Sc in Physics, Presidency College, Calcutta University, 1954
Ph D in Agricultural Meteorology, Andhra University, Waltair, Andhra Pradesh, 1977

**FAMILY**
Wife Madhuri (married in 1961), daughter Seuji, son-in-law Pradeep, grandchildren Prerana and Prateek Prantar son Tridib Nandan, daughter-in-law Rodali, grandchildren Swastik Nandan and Sukanya Nandini, son Swaroop, daughter-in-law Swapnali and grandchildren Raagini Nandini and Aarohan Nandan

**ACADEMIC SERVICE**
1 Lecturer in Physics Cotton College Guwahati, St Anthony's College, Shillong B N College Dhubri, J B College, Jorhat (1955-58)
2 Lecturer in Physics, Assam Agriculture College, Jorhat (1958-68)
3 Head Dept of Physics, Assam Agricultural University, Jorhat (1969-86)
4 Professor and Head, Dept of Physics and Agrometeorology, Assam Agricultural University, Jorhat (1987-92)
5 Visiting Professor, Johannes Gutenberg University, Mainz, Germany (1989)
6 Project Director Indo-German Project on Climatology with activities at Jorhat and Mainz (1990-92)
7 Retired as Professor and Head, Dept of Physics and Agrometeorology Assam Agricultural University, Jorhat in March 1992

## STUDENT SUPERVISION

1 Has produced 4 PhD students while working in Assam Agricultural University
2 Has produced 5 M Sc students while working in Assam Agricultural University
3 Has served as External Examiner for about 10 PhD dissertations

## OTHER IMPORTANT POSITIONS HELD

1 Chairman, Pollution Control Board, Assam (1997-2003)
2 Member, Assam Planning Commission (1998-2003)
3 President, Asom Sahitya Sabha (Premier Socio-literary Organization in Assam) (1996-97)
4 Vice-President, Asom Sahitya Sabha (1987-88)
5 Vice-President, Assam Science Society (1987-89)
6 President, Green Society of Assam (1995-present)
7 President, Sibsagar Zila Sahitya Parishad (1982-83)

## JOURNALISTIC EXPERIENCE

1 Editor, Rongpur (Assamese Weekly) (1992-95)
2 Upper Assam Correspondent, The Economic Times (1977-82)
3 Freelance (1977-present)
4 Column Writer in Agradoot (Assamese bi-weekly) (1985-98)
5 Column Writer in Asomiya Khabar (Assamese daily) (2002-present)
6 Editor, Purbanchal Abhimat (2004-present)

## AWARDS

1 National Award for books for neo-literates Gaore Sarag Racho (1960)
2 National Award for books for neo-literates Janam Rahasya aaru Pariyal Aachani (1968)
3 Sahitya Academy award (national) for novel Paral Bhairavi (1988)
4 Ambikagiri award (regional) for Jaa Keri Naahike Upaam (1996)
5 Assam Valley Literary award (2004)

## LITERARY CONTRIBUTION

1 Has authored and published 28 novels, 22 short story collection, 2 dramas, 3 travelogues, 6 books on popular science, 3 travelogues, 2 biographical sketches, 1 text book and 2 translated books totaling 63 (Complete list with publication years at Annexure)
2 The novel Ganga Chilonir Pakhi has been translated to and published in 22 Indian Languages by National Book Trust, New Delhi The Sahitya

Academy award-winning novel Patal Bhairavi has been translated to and published in Hindi by Sahiya Academy Patal Bhairavi has also been translated to Maithili

3 The novels Jaa Keri Naahike Upaam and Sehi Gunanidhi based on the lives of the great Assamese saints Srimanta Sankardev and Sri Madhavdev respectively have received Widespread acclaims from readers and have created records from the point of view of sales Jaa Keri Naahike Upaam has already been published three times

4 The novel Ganga Chilonir Pakhi has been made into a movie with same name (1975)

5 About 10 short stories and novels have been adapted for TV serials both nationwide and statewide

## LATEST LITERARY CONTRIBUTION

1 Jaa Keri Naahike Upaam (1993) - Novel
2 Sehi Gunanidhi (1997) - Novel
3 Meghot Madal Baaje (1999) - Novel
4 Sankardev Eti Mahajiwan (1999) - Biography
5 Sabhapotir Dinlipi (2002) Autopraphical sketh for the period 1996-97
6 Goti Moti Bhokoti (2005) - Novel

## VISITS ABROAD

1 Germany Switzerland and England on an Indo-German assignment, 1989
2 U S A and Canada on a literary mission June-July, 1991
3 Germany on Indo-German Project 1992

## ANNEXURE List of books (Novels)

1 Nishar Purabi (1962)
2 Ganga Chilonir Pakhi (1963)
3 Sikhar Surabhi (1968)
4 Chaa juir Poharot (1966)
5 Meghali Dupor ( 1 968)
6 Bolukat Bijuli (1969)
7 Maatit Meghor Chaa (1970)
8 Uttar Purush (1970)
9 Bishesh Erati (1979)
11 Akou Saraighat (1980)
12 Radhikapur aru Maa Laxmi Niketan (1982)
13 Ghatak Palatak (1985)
14 Patal Bhairavi (1986)
15 Pratirodh (1986)
16 Bipanna Bishmoi (1988)
17 Ganeshguri (1988)
18 Kaal Digorare Paal (1988)
19 Nayak-Adhinayak (1992)
20 Hiyat Tirebirai (1993)
21 Jaa Keri Naahike Upaam (1993)
22 Matsyakanya (1995)
23 Sehi Gunanidhi (1997 )

24 Meghot Madal Baaje (1999)
25 Kayakalpa (2002 )
26 Chaturanga (2003)
27 Tejaswini (2003)
28 Goti Moti Bhokoti (2005)

**SHORT STORY COLLECTION**

1 Drishtirupa (1958)
2 Sei Sure Utola (1960)
3 Gopan Godhuli (1961)
4 Kaachiyolir Kuwali (1961)
5 Gauri Rupak (1961)
6 Mon Maati Megh (1962)
7 Ei Rup Ei Chando (1963)
8 Achin Koina (1963, 1967)
9 Dohon Duloi (1965)
10 Kathin Maya (1966)
11 Debatar Byaadhi (1966, 1996 )
12 Majot Trishare Noi (1967)
13 Abesh Indrajaal (1967, 1997)
14 Nisiddha Chetana (1976)
15 Byatikram (1976)
16 Sehi Anuraage (1983, 1996)
17 Erabaarir Lecheri (1983)
18 Dustor Kaaragaar (1984)
19 Preyoshee (1993,1996)
20 Mon Birikhor Jokh (2001)
21 Muktapurush (2003)
22 Mon Maati Piriti (2003 )
23 Galpa Samagra (2005)
24 Alasat Kharikajnai (2006)

**DRAMA**

1 Sipurir Aachani (1961)
2 Ekanka Jugal (1972)

**POPULAR SCIENCE**

1 Gaore Sarag Racho (1960)
2 Janam Rahasya aaru Priyal Aachani (1968)
3 Moi Dhaniramar Dhaan (1985)
4 Moi Dhaniramar Kheti (1990)
5 Paribesh Bigyan Sarathi (1995)
6 Paribesh Samaj aru Ain (2004), co-authored with Dr Rohini Kumar Barua

**TRAVELOGUES**

1 Paschimor Pom Khedi (1991)
2 Joraloga Germany-t (1993)
3 Simaar Paridhi Bhedi (1997)

**BIOGRAPHY**

1 Swami Vivekananda (1997)
2 Sankardev Eti Mahajiwan (1999)
3 Mahapurush Madhavdev (1999)

**AUTOBIOGRAPHICAL SKETCH**

1 Sabhapotir Dinlipi (2002)

**TRANSLATED BOOKS**

1 Meghnad Saha (1989), National Book Trust
2 Shamukor Petot Mukuta (1990) National Book Trust

**TEXTBOOK**

1 We and Our Environment (2002) - Textbook for class IX for schools under Board of Secondary Education, Assam

# ফটো এলবাম - ৩



লক্ষ্মীনন্দন বৰাৰ গ্ৰন্থ সম্ভাৰ





বিভিন্ন মুহূৰ্তত

আলোকচিত্ৰ : অনুভৱ পৰাশৰ